# অসম-গৌৰৱ

অসমৰ জাতি, ধৰ্ম, ভৌগোলিক অৱস্থান, অৰ্থনীতি, ৰাজনীতি, শিক্ষা,
ভাষা, সাহিত্য, সংস্কৃতি আদি বিষয়ৰ গৌৰৱোজ্জ্বল
দিশৰ ঐতিহাসিক বিৱৰণ

সংকলন আৰু সম্পাদনা

সম্পাদনা সমিতি, অসমীয়া বিভাগ,
কটন কলেজ, গুৱাহাটী

১৯৭৮

॥ ভাৰত চৰকাৰৰ শিক্ষা আৰু সমাজ-কল্যাণ দপ্তৰৰ
( সাংস্কৃতিক বিভাগ ) আৰ্থিক সাহায্যত প্ৰকাশিত ॥

ASAM-GAURAV, *or the Glories of Assam, a collection of articles on topographical, racial, political, economical, religious, educational, literary and cultural accounts of Assam from early period to modern times, written in Assamese by different authors, compiled, edited and published by the Asam-Gaurav Editorial Board, Department of Assamese, Cotton College, Gauhati, Assam, with the financial assistance from the Govt. of India, Ministry of Education and Social Welfare (Department of Culture), New Delhi, edition I, 1978.*

প্ৰকাশক ঃ

অসম-গৌৰৱ সম্পাদনা সমিতি
অসমীয়া বিভাগ, কটন কলেজ
গুৱাহাটী-১ অসম

© অসমীয়া বিভাগ,
কটন কলেজ, গুৱাহাটী-১

প্ৰথম প্ৰকাশ
ডিচেম্বৰ, ১৯৭৮

মূল্য ঃ ৩৮·০০

মুদ্ৰক ঃ
শ্ৰীপ্ৰশান্তকুমাৰ শৰ্মা, বি. এছ. চি.
পূৰ্বদেশ মুদ্ৰণ
বিহাবাৰী, গুৱাহাটী-৮

## সম্পাদনা সমিতি

সভাপতি
অধ্যক্ষ শ্ৰীআশ্ৰফ আলি

কাৰ্যকৰী সভাপতি
অধ্যাপিকা শ্ৰীমতী ভুৱনেশ্বৰী বৈশ্য

সম্পাদক
ডক্টৰ হেমন্তকুমাৰ শৰ্মা

সহযোগী সম্পাদকসকল
অধ্যাপক শ্ৰীৰামমল ঠাকুৰীয়া
অধ্যাপক শ্ৰীনাৰায়ণ শৰ্মা
অধ্যাপক শ্ৰীৰামচৰণ ঠাকুৰীয়া
অধ্যাপক শ্ৰীৰমেশ পাঠক
অধ্যাপিকা শ্ৰীমতী যমুনা চৌধুৰী

## Editorial Board

President
Principal Ashraf Ali

Working President
Prof. (Smti) Bhubaneswari Baishya

Editor
Prof. Dr. Hemanta Kumar Sarma

Associate Editors
Prof. Rammal Thakuriya
Prof. Narayan Sarma
Shri Ramcharan Thakuriya
Shri Ramesh Pathak
Shrimati Jamuna Chaudhury



## সূচীপত্র

# চিত্ৰ-সূচী

# আগকথা

ইতিহাসৰ ভিন ভিন যুগত প্ৰাগজ্যোতিষ, কামৰূপ, আসাম, অচম আদি বেলেগ বেলেগ নামেৰে অভিহিত ভাৰতৰ পূব সীমান্তৱৰ্তী অসম দেশ—অতীজৰেপৰা গৌৰৱময় ঐতিহ্যেৰে পৰিপূৰ্ণ। ৰামায়ণ, মহাভাৰত, ৰঘুবংশ আদি প্ৰাচীন কাব্য-মহাকাব্যসমূহৰ উপৰিও কৌটিল্যৰ অৰ্থশাস্ত্ৰ, ৰাজশেখৰৰ কাব্য-মীমাংসা, পুৰুষোত্তমৰ ত্ৰিকাণ্ড, হিউৱেন চাঙৰ কামৰূপ ভ্ৰমণৰ টোকা, মিন্‌হাজৰ তবাকৎ-ই-নাছিৰি আৰু বিশেষকৈ কালিকাপুৰাণ, যোগিনীতন্ত্ৰ আৰু হৰগৌৰী-সংবাদ—এই তিনিখন গ্ৰন্থত এই দেশৰ অতীত মহিমাময় কীৰ্তি আৰু ঐতিহ্যৰ কথা বিশেষভাৱে বৰ্ণিত হৈছে। এই দেশৰে কুণ্ডিলৰ ৰজা ভীষ্মকৰ জীয়ৰী ৰুক্মিণীদেৱীক দ্বাৰকাধিপতি ভগৱান শ্ৰীকৃষ্ণই প্ৰথম পত্নী হিচাপে গ্ৰহণ, শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধ কোঁৱৰৰ লগত বাণৰ জীয়ৰী উষাৰ বিবাহ-বান্ধোন, কাশ্মীৰৰ ৰাজকোঁৱৰ মেঘবাহনৰ লগত কামৰূপ-জীয়ৰী অমৃতপ্ৰভাৰ বিবাহ-সম্পাদন আদিয়ে এহাতে যেনেকৈ সীমান্তৱৰ্তী এই ৰাজ্যখনৰ লগত ভাৰতৰ আন আন ৰাজ্যসমূহৰ সামাজিক সম্পৰ্ক আৰু যোগসূত্ৰৰ আভাস দিয়ে, আনহাতে তেনেকৈ সৰ্বভাৰতীয় ৰাজনীতি আৰু সাংস্কৃতিক পটভূমিতো এই দেশৰ জনসাধাৰণ আৰু প্ৰাচীন ৰজা-মহাৰজা-সকলৰ বিশেষ সন্মানজনক আসন থকাৰ ইঙ্গিত দিয়ে। বিখ্যাত কুৰুক্ষেত্ৰ মহাসমৰত প্ৰাগজ্যোতিষৰ ৰজা ভগদত্তৰ কৌৰৱ পক্ষত আৰু হিড়িম্বপুৰৰ ৰাজ-কোঁৱৰ ঘটোৎকচৰ পাণ্ডৱপক্ষত সেনাপতি-পদ লাভ, তাহানিৰ এই দেশৰে অন্তৰ্গত মণিপুৰৰ ৰাজকোঁৱৰ বভ্ৰুবাহনৰ হাতত ভাৰত-বিজয়ী তৃতীয় পাণ্ডৱ অৰ্জুনৰ পৰাজয় বৰণ, সম্ৰাট হৰ্ষবৰ্ধনৰ ৰাজসভাত কামৰূপাধিপতি কুমাৰ ভাস্কৰ বৰ্মাৰ সবাতকৈ সন্মানজনক আসন লাভ—গৌৰৱময় অসমৰ অলেখ কীৰ্তিৰ কেইটিমান উল্লেখযোগ্য নিদৰ্শন। সোতৰবাৰ মোগলৰ দুৰ্ধৰ্ষ আক্ৰমণ ব্যৰ্থ কৰি নিজৰ স্বাধীনতা অক্ষুণ্ণ ৰখা অসমৰ স্বাধীনচিতীয়া জনগণৰ অতীত শৌৰ্য-বীৰ্য আৰু কৰ্মকুশলতাৰ আভাস পোৱা যায়।

অম্বৰাধিপতি ৰামসিংহৰ এই মন্তব্যখিনিৰ পৰা ঃ "প্ৰত্যেক অসমীয়া সেনাই নাও বাব পাৰে, কাঁড় মাৰিব পাৰে, মাটি খানিব পাৰে, আৰু টোপ-হিলৈ মাৰিব পাৰে। এনেকুৱা সকলো কামতে নিপুণ সেনা ভাৰতবৰ্ষৰ কোনো ঠাইত মই দেখা নাছিলোঁ।" 'দেশতকৈ মোমাই ডাঙৰ নহয়'—লাচিতৰ মুখৰ এই অমৰ বাণী—ৰামায়ণত ৰামচন্দ্ৰই কোৱা 'ইয়ং স্বৰ্ণপুৰীলঙ্কা ন ৰোচতে মে লক্ষ্মণঃ। জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী'।—বাণীৰ দৰেই নিঃসন্দেহে তেজোদীপ্ত।

ৰাজনৈতিক ক্ষেত্ৰৰ দৰেই ভাষা-সাহিত্য, শিল্প-সংস্কৃতি, অৰ্থনীতি আদিৰ ক্ষেত্ৰতো অসম দেশ প্ৰাচীন কালৰে পৰা গৌৰৱময় ঐতিহ্যেৰে সমৃদ্ধিশালী। ভাষাৰ ক্ষেত্ৰত অসমক ভাষাতাত্ত্বিকৰ ভূস্বৰ্গ বুলিয়েই ক'ব পাৰি ; কিয়নো সমগ্ৰ ভাৰতবৰ্ষত যিমানবোৰ ভাষা-ভাষীৰ লোক আছে,—অসমত সেই আটাইবোৰ লোকৰে অৱস্থিতি কম-বেছি পৰিমাণে হলেও দেখিবলৈ পোৱা যায়। খ্ৰীষ্টীয় সপ্তম শতিকামানৰ পৰাই 'কিছু পৃথক' হৈ বিকাশ লাভ কৰা অসমীয়া ভাষাৰ দৰেই পুৰণি অসমীয়া সাহিত্যৰ বুৰঞ্জীও অতিকৈ চহকী। সুদূৰ ত্ৰয়োদশ শতিকাতেই কাব্য-সাহিত্যৰ পাতনিৰে আৰম্ভ কৰা অসমীয়া সাহিত্যত ষোড়শ শতিকাৰ শেষভাগৰপৰা ধাৰাবাহিকভাৱে গদ্য-সাহিত্য চৰ্চাৰ যি পৰম্পৰা দেখিবলৈ পোৱা যায়, ভাৰতৰ আন কোনো ভাষা-সাহিত্যৰ বুৰঞ্জীতে তেনে উদাহৰণ নাই। নৃত্য, গীত আৰু সুকুমাৰ কলা-চৰ্চাৰ ক্ষেত্ৰতো অসম দেশৰ অতীত ঐতিহ্য বিশেষভাৱে মহিমান্বিত। মধ্যযুগীয় অসমৰ শঙ্কৰী নৃত্যানুষ্ঠানৰ উপৰিও একালৰ অসমৰে ভিতৰুৱা মণিপুৰৰ মণিপুৰী নৃত্য আজিও ভাৰতীয় নৃত্য-জগতত বিশেষভাৱে প্ৰসিদ্ধ। শোণিতপুৰৰ ৰাজকুমাৰী উষা আইদেউ আৰু তেওঁৰ সখী চিত্ৰলেখাৰ যোগেদি সেই প্ৰাচীন কালতেই সুদূৰ দ্বাৰাৱতী পৰ্যন্ত কামৰূপী নৃত্য আৰু চিত্ৰবিদ্যাৰ ধাৰা প্ৰসাৰিত হৈছিল বুলি এতিয়াও প্ৰবাদ আছে! মধ্যভাৰতৰ কৈমুৰ আৰু বিন্ধ্য পৰ্বতমালাৰ দৰে প্ৰাচীন গুহাচিত্ৰৰ নমুনা অসমত দেখিবলৈ পোৱা নাযায় যদিও—ইয়াৰ চৰ্চাওযে এই দেশত পুৰণি কালতে হৈছিল—তাক অনুমান কৰাৰো যথেষ্ট স্থল আছে।

কুটীৰ শিল্পত অসম দেশ আছিল অতীতৰেপৰা বিশেষভাৱে সমৃদ্ধিশালী। এড়ি, মুগা, পাট আদি নানা চৰহৰ জাকজমকীয়া কাপোৰৰ বাহিৰেও এসময়ত অসমত বোৱা 'ছাঁতে শুকোৱা মুঠিতে লুকোৱা' কাপোৰখনিতে



অসমৰ শিপিনীয়ে কিদৰে 'সপোনৰ ফুল' বাছিব পাৰিছিল---তাক মহাত্মাজীৰ মন্তব্যখিনিৰ পৰাই বুজিব পাৰি। বেহা-বেপাৰ, অৰ্থনীতি আদিৰ ক্ষেত্ৰত অসম দেশ আছিল চিৰদিনেই স্বাৱলম্বী আৰু আগবঢ়া। বিভিন্ন চৰিত-পুথি আৰু বুৰঞ্জীসমূহৰপৰা এই কথাৰ স্পষ্ট ইঙ্গিত পোৱা যায়।

ধৰ্ম-চৰ্চা আৰু আচৰণৰ ক্ষেত্ৰত অসমৰ ঐতিহ্য বিশেষভাৱে মন কৰিবলগীয়া। এই দেশত স্মৰণাতীত কালৰে পৰাই হিন্দু, মুছলমান, বৌদ্ধ, জৈন, শিখ, খ্ৰীষ্টান আদি ভিন ভিন ধৰ্মৰ বিভিন্ন জাতি-উপজাতিৰ লোকে একেলগেই বসবাস কৰি আহিছে। ধৰ্ম-বিশ্বাসত তেওঁলোক স্বকীয় ; আচাৰ অনুষ্ঠানত স্বকীয় ; কিন্তু সামাজিক জীৱনত পৰস্পৰে ভাই ভাই। শঙ্কৰ-মাধৱৰ বৰগীত, আজান ফকীৰৰ জিকিৰ আৰু জাৰী আৰু যীশুৰ প্ৰাৰ্থনা-গীত—এই দেশৰ একে মঞ্চতেই গোৱা বস্তু। ধৰ্মীয় এনে সহিষ্ণুতা আৰু সহ অৱস্থানৰ কাৰণেই অতি প্ৰাচীন কালৰেপৰা এই দেশৰ 'ৱনোপান্ত-নদীশৈলনিৰ্ঝৰোপান্ত' মনোৰম ভূমিত এহাতে প্ৰাণৰ আকুতি লৈ যিদৰে গঢ়ি উঠিছিল—অসংখ্য হিন্দু মঠ-মন্দিৰ, আনহাতে তেনেকৈ স্বকীয় ধৰ্ম-বিধি আৰু আচাৰ-অনুষ্ঠানৰ স্থল হিচাপে তাৰ কাষতেই নিৰ্মিত হৈছিল—বৌদ্ধৰ বাপুচাং-বিহাৰ, জৈনৰ মন্দিৰ, মুছলমানৰ মজ্‌জিদ-দৰগাহ, শিখৰ গুৰুদ্বাৰ আৰু খ্ৰীষ্টানৰ অলেখ গীৰ্জা। অস্পৃশ্যতাৰ মহাদৈত্যটোৱে এই দেশৰ মানুহক কোনো কালেই উধাতু খুৱাই অলপ ধতুৱা কৰি তোলাৰ দৃষ্টান্ত ইতিহাসত পাবলৈ নাই। অৱশ্যে এই ক্ষেত্ৰত মহাপুৰুষ শঙ্কৰদেৱৰ বৰঙণিৰ কথা শ্ৰদ্ধাৰে সোঁৱৰণ কৰিব লগীয়া। 'ভোট-মিৰি-যবনৰো নিবিচাৰি কুল' আজিৰ পৰা প্ৰায় পাঁচশ বছৰৰো আগতেই মহাপুৰুষ আৰু তেওঁৰ অনুগামীসকলে অসমত যি এখন শুদ্ধ নিকা সমাজ গঢ়ি তুলিবলৈ যত্ন কৰিছিল তাৰ শুভফল স্বৰূপেই হয়তো আজিও অসমত অস্পৃশ্যতা, জাতিভেদ আৰু ধৰ্ম-বিৰোধী মনোভাৱে এটি মূৰ দাঙি উঠিব পৰা নাই।

মুঠতে ৰাজনীতি, অৰ্থনীতি, সাহিত্য, সংস্কৃতি, ভাস্কৰ্য, চিত্ৰকলা আদি ওপৰত উল্লেখ কৰা সকলো দিশতেই অসম দেশৰ অতীত ইতিহাস গৌৰৱময় ঐতিহ্যেৰে ভৰা। সৰ্বভাৰতীয় ৰাজনীতি আৰু সাংস্কৃতিক পটভূমিত অসমৰ মানচিত্ৰক সমুজ্জ্বল কৰি দেখুৱাবলৈ আৰু অসমৰ ভৱিষ্যত বংশধৰসকলক নিজৰ স্বৰূপৰ আভাস দিবলৈ গৌৰৱময় অসমৰ বিশেষ বিশেষ গৌৰৱৰ দিশসমূহৰ চিনাকিৰে এনে এখনি গ্ৰন্থৰ সঙ্কলন আৰু সম্পাদনা কৰিবলৈ

লোৱাৰ কাৰণে কটন কলেজৰ অধ্যাপক-অধ্যাপিকাসকল নিশ্চয় সকলোৰে শলাগৰ পাত্ৰ। এই কামত তেওঁলোকসকল কিমানদূৰ কৃতকাৰ্য হৈছে—সেইটো বিদ্বানমণ্ডলী আৰু পাঠক-পাঠিকাসকলৰ বিচাৰৰ বিষয়; আমি মাথোঁ ইয়াকে ক'বলৈ বিচাৰিছোঁ যে অসমৰ ধৰ্ম-সংস্কৃতি, সাহিত্য-কলা আদি বিভিন্ন দিশৰ গৌৰৱময় দিশসমূহৰ বিচাৰ-বিশ্লেষণেৰে ৰচনা কৰা এই 'অসম-গৌৰৱ'েই বোধ কৰোঁ হ'ব অসমীয়া ভাষাত প্ৰথম আৰু একমাত্ৰ পূৰ্ণাঙ্গ গ্ৰন্থ। ইয়াৰ দ্বাৰা পঢ়ুৱৈ সমাজ কিছু পৰিমাণে উপকৃত হলেও তেওঁলোকসকলৰ শ্ৰমৰ বহুখিনি সাৰ্থক হ'ব।

সদৌ শেষত এই গ্ৰন্থখনি প্ৰকাশৰ বাবে ভাৰত চৰকাৰৰ শিক্ষা সমাজ-কল্যাণ দপ্তৰে (সাংস্কৃতিক বিভাগ) আৰু আমাৰ ৰাজ্যিক চৰকাৰৰ শিক্ষা বিভাগে যি আৰ্থিক সাহায্য দান কৰিছে তাৰ বাবে দুয়োটি চৰকাৰৰ ওচৰত আৰু যিসকল লেখক-লেখিকাৰ প্ৰবন্ধ-পাতিৰে এই গ্ৰন্থখনি সুসমৃদ্ধ হৈছে তেওঁলোকসকলৰ ওচৰত মোৰ বৰীয়াকৈ আৰু সম্পাদনা সমিতিৰ হৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

১৫ নৱেম্বৰ, ১৭৮৮
কটন কলেজ, গুৱাহাটী

**আশ্ৰফ আলি**
অধ্যক্ষ, কটন কলেজ,
সভাপতি, 'অসম-গৌৰৱ' সম্পাদনা সমিতি

# ভূমিকা

ভাৰতৰ পূব প্ৰান্তত অৱস্থিত ৰাজ্য অসমৰ খ্যাতি অতি প্ৰাচীন কালৰেপৰাই সুবিদিত। ৰামায়ণ, মহাভাৰত, বিষ্ণু-পুৰাণ, মাৰ্কণ্ডেয়-পুৰাণ, ভাগৱত-পুৰাণ, ৰঘুবংশ আদিত এই ৰাজ্য প্ৰাগজ্যোতিষ আৰু কামৰূপ এই দুয়োটা নামেৰে জনাজাত। মহাভাৰত, কালিকা-পুৰাণ, যোগিনী-তন্ত্ৰ আদিৰ বিৱৰণৰ পৰা জানিব পাৰি—প্ৰাচীন কালত এই ৰাজ্যৰ সীমা উত্তৰে কাঞ্চনাদ্ৰিম্ বা কাঞ্চনজংঘা, পশ্চিমে কৰতোৱা নদী, পূবে দিক্‌ৰাই নৈ আৰু দক্ষিণে লাক্ষা-ব্ৰহ্মপুত্ৰৰ সঙ্গম-স্থলীলৈ বিস্তৃত আছিল। পৌৰাণিক কাহিনীমতে এই দেশতেই ৰাজত্ব কৰিছিল—নৰকাসুৰ, ভগদত্ত, ভীষ্মক, বাণ আদি পুৰাণ-মহাভাৰত খ্যাত প্ৰৱল প্ৰতাপী ৰজা-মহাৰজাসকলে; এই দেশৰেই ৰাজকন্যা ৰুক্মিণীক দ্বাৰকাৰ ৰজা শ্ৰীকৃষ্ণই আৰু ঊষাদেৱীক শ্ৰীকৃষ্ণ-নাতি অনিৰুদ্ধই নানা বাধাৰ সন্মুখীন হৈও বিবাহ কৰাই নিজকে ধন্য মানিছিল। ঐতিহাসিক দিশৰ পৰা চালেপ্ৰায় চতুৰ্থ শতিকাৰ পৰা এই দেশৰ ৰাজনৈতিক, অৰ্থ নৈতিক, সাংস্কৃতিক আদি অৱস্থাৰ বিষয়ে জানিব পাৰি। পুৰণি কামৰূপ-অসমৰ বিভিন্ন অঞ্চলত বিভিন্ন সময়ত বৰ্মণ, শালস্তম্ভ, পাল, আহোম, কোচ, চুটিয়া, কছাৰী আদি ৰাজবংশই ৰাজত্ব কৰিছিল। বিভিন্ন ৰাজ্যৰ ৰজাসকলৰ মাজত ৰাজক্ষমতা সংৰক্ষণ বা সংবৰ্ধনৰ উদ্দেশ্যে মাজে মাজে যুদ্ধ-বিগ্ৰহো হৈছিল। ত্ৰয়োদশ শতিকাৰপৰা সপ্তদশ শতিকাৰ ভিতৰত দেশৰ কেইবাজনা ৰজাই জননী-জন্মভূমিৰ স্বাধীনতা ৰক্ষা আৰু আত্ম-গৌৰৱ প্ৰতিষ্ঠাৰ কাৰণে কেবাবাৰো মুছলমান সৈন্যৰ বিৰুদ্ধে সংগ্ৰাম কৰিব লগা হৈছিল যদিও, সেয়ে প্ৰমাণ কৰে যে অসমীয়া ৰজা-প্ৰজা অতিকৈ স্বাধীনচিতীয়া আছিল। "দেশতকৈ মোমাই ডাঙৰ নহয়" বুলি মোমায়েকক কাটি দেশ ৰক্ষা কৰোঁতা লাচিতৰ দৰে বীৰ পৃথিৱীত কেইজন ওলাব? প্ৰকৃততে প্ৰাগৈতিহাসিক যুগৰপৰা ইংৰাজ ৰাজত্বৰ আগলৈকে অসম এখন সাৰ্বভৌম ৰাষ্ট্ৰ আছিল। প্ৰাচীন কালৰপৰা ধৰ্মীয় আৰু সাংস্কৃতিক দিশত বিশাল

ভাৰতবৰ্ষৰ লগত একসূত্ৰে গ্ৰথিত যদিও ৰাজনৈতিক দিশত অসমে নিজৰ সাৰ্বভৌমত্ব সদায় ৰক্ষা কৰি আহিছিল। আনকি ইংৰাজ ৰাজত্ব-কালত ভাৰতবৰ্ষৰ লগত ৰাজনৈতিকভাৱে এক শাসনৰ অধীনত থাকিও পৰাধীনতা স্বীকাৰ কৰিব নগীয়া হোৱাত অসমৰ কেইবাগৰাকী বীৰ-বীৰাঙ্গনাই লুপ্ত স্বাধীনতা উদ্ধাৰৰ কাৰণে ইংৰাজ শাসকৰ বিৰুদ্ধে বিদ্ৰোহ কৰি প্ৰাণ আহুতি দিছিল।

নৃতত্ত্ববিদসকলৰ মতে অসমীয়া জাতিৰ আৰম্ভণিক গঠনত প্ৰাক্-দ্ৰাবিড়, মঙ্গোলীয়, পামিৰীয়, আৰ্য আদি জাতি-প্ৰজাতিৰ সমন্বয় ঘটিছে। ভাষাতত্ত্ববিদ্-সকলে কয়, অসমীয়া ভাষা মনখমেৰ, তিব্বত-বৰ্মীয়, আৰ্য আদি ভাষাৰ সমন্বয়ত সৃষ্টি হৈছে। ফলত অসমীয়া সংস্কৃতি বিভিন্ন জাতি-প্ৰজাতি আৰু ভাষা-ভাষীৰ সংমিশ্ৰণত গঢ়লৈ উঠাত এখন বিভিন্ন ৰঙৰ ফুলাম কাপোৰৰ দৰে চিত্ৰ বিচিত্ৰ আৰু বৰ্ণাঢ্য হৈ উঠিছে। সংস্কৃতিৰ লক্ষণ আৰু বৈচিত্ৰ্যৰ কালৰপৰা প্ৰমাণিত হয়, অসমীয়া সংস্কৃতি ভাৰতীয় সংস্কৃতিৰেই এক অবিচ্ছেদ্য অংগ।

অসমৰ অধিকাংশ লোক কৃষিজীৱী। শিল্প-উদ্যোগ আৰু বেহা-বেপাৰত বৰ কম সংখ্যক অসমীয়া লোকেহে মনোনিৱেশ কৰিছে। এই ৰাজ্য প্ৰাকৃতিক সম্পদেৰে নদন-বদন। প্ৰাকৃতিক সম্পদৰ ভিতৰত চাহপাত, মৰাপাট, খনিজ পদাৰ্থ আদিক লৈ অসমে গৌৰৱ কৰিব পাৰে। কামৰূপ-প্ৰাগ্‌জ্যোতিষৰ পাটকাপোৰৰ উল্লেখ মহাভাৰতত পোৱা যায়। অসমৰ স্বভাৱ-শিপিনীৰ শিল্প-কৰ্ম দেখি মহাত্মা-গান্ধীয়ে ভূয়সী প্ৰশংসা কৰি গৈছে। এই ৰাজ্যৰ হাঁতী-দাত, বাঁহ-বেত আদি কুটীৰ শিল্পও জাকত জিলিকা।

জীৱ-জন্তুৰ ভিতৰত অসমৰ হাতী আৰু এক খড়গযুক্ত গড় পৃথিৱী-বিখ্যাত। ইয়াৰ প্ৰধানকৈ দুখন অভয়াৰণ্য কাজিৰঙা আৰু মানসে যেন মোহিনী ৰূপ ধৰি বছৰে বছৰে পৃথিৱীৰ বিভিন্ন ঠাইৰ ভ্ৰমণকাৰীসকলৰ মন পুলকিত আৰু বিমোহিত কৰি আহিছে। নকলেও হ'ব যে অসমৰ প্ৰচুৰ প্ৰাকৃতিক সম্পদৰ কাৰণেই অনাদি কালৰেপৰা বিভিন্ন জাতি-গোষ্ঠী বিভিন্ন ঠাইৰপৰা আহি অসমত নিগাজীকৈ বাস কৰিছে আৰু অসমকে জন্মভূমি বুলি আঁকোৱালি লৈছে।

প্ৰাচীন কালৰেপৰা অসমত হিন্দুধৰ্মৰ প্ৰধান তিনিটা শাখা শৈৱ, শাক্ত আৰু বৈষ্ণৱ ধৰ্ম প্ৰচলিত হৈ আহিছে। এই তিনিওটি ধৰ্মই বিভিন্ন সময়ত



ৰাজকীয় পৃষ্ঠপোষকতা লাভ কৰিছে। অসমৰ ভালেমান ৰজাই অসমৰ বিভিন্ন ঠাইত শৈৱ, শাক্ত আৰু বৈষ্ণৱ মন্দিৰ নিৰ্মাণ কৰোৱাৰ উপৰিও মন্দিৰবোৰত নিয়মীয়াকৈ পূজা-সেৱা চলাৰ কাৰণে মাটি-বাৰী দান-কৰি গৈছে। তেওঁলোকে নিজৰ পূজা-অৰ্চনাৰ কাৰণে ৰাজহাউলীৰ ভিতৰত একেলগে শিৱ, দুৰ্গা আৰু বিষ্ণুৰ দ'ল বা মন্দিৰ নিৰ্মাণ কৰাই লৈছিল। এয়ে ৰজাসকলৰ তিনিওটি ধৰ্মৰ প্ৰতি থকা শ্ৰদ্ধাৰে প্ৰমাণ দিয়ে। পৰৱৰ্তী যুগত বৌদ্ধ, ইছলাম, শিখ, খ্ৰীষ্টান, জৈন আদি ধৰ্মও অসমত প্ৰচাৰিত হয়। এইটো মন কৰিব লগীয়া যে অসমত বিভিন্ন ধৰ্মাৱলম্বী লোকে বাস কৰিলেও সকলো লোকৰ মাজত ধৰ্মীয় সহনশীলতা দেখা যায়। সেই কাৰণে আহোম ৰজা আৰু মোৱামৰীয়া মহন্তসকলৰ মাজত লগা সংঘৰ্ষৰ বাহিৰে অসমত ধৰ্মৰ কাৰণে সংঘৰ্ষ হোৱা দেখা নাযায়। সকলো ধৰ্মাৱলম্বী লোক এক অসম মাতৃৰ সন্তান হিচাপে একেলগে যুগ-যুগান্তৰ ধৰি মিলিজুলি থাকিব পৰাটোও অসমৰ কাৰণে কম আদৰ্শ আৰু গৌৰৱৰ কথা নহয়। উল্লেখনীয় যে বহু ধৰ্মৰ প্ৰচলন থাকিলেও অসম প্ৰাচীন কালৰপৰা শাক্তধৰ্ম আৰু তন্ত্ৰ-মন্ত্ৰৰ কাৰণে ভাৰত-বিখ্যাত। শাক্ত ধৰ্মৰ শ্ৰেষ্ঠ পীঠ কামাখ্যা কামৰূপ-অসমৰ গৌৰৱ। কালিকা-পুৰাণ, যোগিনীতন্ত্ৰৰ মতে 'অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে' চিৰ পূজিতা আৰু বন্দিতা।

শিক্ষা বিষয়তো অসমৰ বিশেষ ঐতিহ্য আছে। তাম্ৰশাসনবোৰৰপৰা জনা যায়, প্ৰাচীন কালত প্ৰাগ্‌জ্যোতিষপুৰ, হাৰুপ্পা, দুৰ্জয়া আদি স্থানসমূহ শিক্ষাৰ কেন্দ্ৰ আছিল। বুৰঞ্জী আৰু চৰিতপুথিসমূহত অসমৰ বিভিন্ন ঠাইত থকা টোল বা ছাত্ৰশালৰ উল্লেখ আছে। আগৰ দিনত প্ৰাচীন ভাৰতীয় শিক্ষা-ব্যৱস্থাৰে অসমত শিক্ষাদান কৰা হৈছিল। ছাত্ৰই স্মৃতিশাস্ত্ৰ, তন্ত্ৰ, পুৰাণ, দৰ্শন, চিকিৎসা বা আয়ুৰ্বেদ-শাস্ত্ৰ, জ্যোতিষ, বাস্তুবিদ্যা, গন্ধৰ্ববিদ্যা অৰ্থাৎ সংগীত, নৃত্য আদি বিষয়ে অধ্যয়ন কৰিছিল। গৌৰৱৰ কথা যে অতি প্ৰাচীন কালৰেপৰা এই দেশ জ্যোতিষ-চৰ্চাৰ বিশেষ কেন্দ্ৰ হোৱা কাৰণে, অথবা কালিকা-পুৰাণ মতে সৃষ্টিকৰ্তা ব্ৰহ্মাই এই দেশত পোন প্ৰথমে জ্যোতিষ্ক সৃষ্টি কৰা কাৰণে দেশখনৰ নাম প্ৰাগ্‌জ্যোতিষ হয়। শিক্ষাদানৰ কাৰণে প্ৰধানকৈ ৰজাঘৰীয়া বা সত্ৰীয়া পৃষ্ঠপোষকতাত টোল বা পাঠশালাসমূহ চলিছিল। পৰৱৰ্তী কালত মুছলমানসকলৰ শিক্ষাৰ কাৰণে মাদ্ৰাছাৰ ব্যৱস্থা কৰা হৈছিল। ইংৰাজসকলৰ দিনত ভাৰতৰ আন আন ঠাইৰ দৰে অসমতো

ইংৰাজী শিক্ষাৰ প্ৰচলন আৰু প্ৰসাৰ হয় আৰু সি বৰ্তমান সময়লৈকে বাহুল্যভাৱে চলি আছে।

অসমত বাস কৰা বিভিন্ন জনগোষ্ঠীৰ আৰু বিভিন্ন সময়ত অসমলৈ আহি নিগাজীকৈ বাস কৰা লোকৰ মাজত নিজ নিজ ভাষা চলে যদিও অসমত প্ৰধানকৈ প্ৰচলিত আৰু স্বীকৃত ৰাজ্য-ভাষা হ'ল অসমীয়া। বঙলা, উৰিয়া, হিন্দী আদি আধুনিক ভাৰতীয় আৰ্যভাষাসমূহৰ দৰে অসমীয়া ভাষাৰো মূল উৎস হৈছে সংস্কৃত ভাষা। খৃষ্টীয় প্ৰথম সহস্ৰাব্দৰ মাজভাগৰপৰা অসমীয়া ভাষা আৰু লিপিয়ে যে এটি স্বতন্ত্ৰ ৰূপ লবলৈ আৰম্ভ কৰিছিল তাৰ বিশেষ প্ৰমাণ পোৱা যায়। সপ্তম শতিকাৰ বিখ্যাত চীনা পৰিব্ৰাজক হিউৱেন চাঙে লিখি থৈ গৈছে যে কামৰূপৰ ভাষা মধ্যভাৰতৰ ভাষাতকৈ অলপ পৃথক। এতিয়ালৈকে অসমত আবিষ্কৃত হোৱা লিপিৰ ভিতৰত প্ৰাচীনতম লিপি হ'ল সুৰেন্দ্ৰ বৰ্মা বা মহেন্দ্ৰ বৰ্মাৰ ( ৪৫০—৪৮৫ খৃঃ ) উমাচল লিপি। এই লিপিৰপৰা এনে অনুমান কৰা হৈছে যে প্ৰাক্ গুপ্তযুগতেই অসমত ব্ৰাহ্মী লিপি প্ৰচলিত হৈছিল আৰু কালক্ৰমত ইয়াৰপৰাই অসমীয়া লিপিৰ উদ্ভৱ আৰু বিকাশ হয়। অৱশ্যে অসমীয়া লিখিত সাহিত্যৰ প্ৰথম নিদৰ্শন পোৱা গৈছে দশম-একাদশ শতিকাত ৰচিত চৰ্যাপদসমূহতহে। দ্বাদশ শতিকাত লিখিত অসমীয়া সাহিত্যৰ চানেকি এতিয়াও উদ্ধাৰ হোৱা নাই যদিও ত্ৰয়োদশ শতিকামানৰপৰা বৰ্তমান সময়লৈকে ধাৰাবাহিকভাৱে অসমীয়া সাহিত্যৰ বিস্তৃত আৰু উজ্জ্বল নিদৰ্শন পোৱা যায়। অসমীয়াৰ অতি গৌৰৱৰ কথা যে আন কোনো আধুনিক ভাৰতীয় আৰ্য ভাষালৈ অনূদিত হোৱাৰ আগতেই অসমীয়া ভাষাত সুদূৰ চতুৰ্দশ শতিকাত মাধৱকন্দলীয়ে মূল সংস্কৃত ৰামায়ণখন অসমীয়ালৈ অনুবাদ কৰে আৰু ষোড়শ শতিকাত, যেতিয়া ভাৰতৰ প্ৰাদেশিক ভাষা বুলিয়ে নহয় পৃথিৱীৰ প্ৰায়বোৰ উন্নত ভাষাতে নিয়মীয়া গদ্যৰ প্ৰৱৰ্তন হোৱা নাছিল তেতিয়া, ভট্টদেৱে দুখন প্ৰখ্যাত সংস্কৃত গ্ৰন্থ শ্ৰীমদ্ভাগৱত আৰু ভগৱদ্গীতা অসমীয়া গদ্যলৈ ভাঙনি কৰি পুৰণি অসমীয়া গদ্যৰ ভেটি দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰে। ষোড়শ আৰু সপ্তদশ শতিকা অসমীয়া সাহিত্যৰ এক স্বৰ্ণমণ্ডিত যুগ। এই যুগত অসমীয়া বৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তক মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱ, প্ৰথিতযশা কবি অনন্তকন্দলী, ৰামসৰস্বতী আদিয়ে সংস্কৃত সাহিত্য মথি কাব্য, নাটক, বৰগীত আদি ৰচনা কৰি অসমীয়া তথা ভাৰতীয় বৈষ্ণৱ সাহিত্যলৈ এক অবিস্মৰণীয় দান থৈ



গৈছে। বৰ্তমান যুগত পাশ্চাত্য বিশেষকৈ ইংৰাজী সাহিত্যৰ আদৰ্শেৰে পাতনি মেলা আধুনিক অসমীয়া সাহিত্য কবিতা, নাটক, গল্প, উপন্যাস আদিৰ ক্ষেত্ৰত উন্নত মানদণ্ডেৰে সৰ্বভাৰতীয় স্বীকৃতি লাভ কৰিবলৈ সমৰ্থ হৈছে।

সুকুমাৰ কলাৰ ক্ষেত্ৰতো অসমৰ এটি গৌৰৱপূৰ্ণ ঐতিহ্য আছে। অসমৰ চিত্ৰকলাৰ নিদৰ্শন পঞ্চদশ শতিকা বা শঙ্কৰদেৱৰ আগতো আছিল বুলি অনুমান কৰিব পাৰি। সপ্তম শতিকাত কামৰূপাধিপতি কুমাৰ ভাস্কৰ বৰ্মাই হৰ্ষবৰ্ধনলৈ পঠোৱা অন্যান্য উপঢৌকনৰ লগতে 'পাত আৰু তুলিকা সহকাৰে চিত্ৰাংকনৰ সজুঁলি' পঠোৱা কথাৰ পৰা বুজিব পাৰি সেই সময়তো অসমত চিত্ৰকলাৰ চৰ্চা হৈছিল। শঙ্কৰদেৱে চিহ্নযাত্ৰা নাট অভিনয়ৰ কাৰণে তুলাপাতত সাতখন বৈকুণ্ঠৰ চিত্ৰ আৰু মহাৰাজ নৰনাৰায়ণক উপহাৰ দিবৰ কাৰণে হেঙুল-হাইতালেৰে হাতীৰ চিত্ৰ আঁকিছিল। তদুপৰি ষোড়শ-সপ্তদশ শতিকাৰ ভিতৰত অংকিত 'চিত্ৰভাগৱত', 'দৰংৰাজবংশাৱলী', 'হস্তিবিদ্যাৰ্ণৱ', 'শংখচূড়-বধ' আদি গ্ৰন্থই অসমীয়া চিত্ৰকলাৰ গৌৰৱোজ্জ্বল ইতিহাস দাঙি ধৰিছে। সেইদৰে বিভিন্ন সময়ত শিল আৰু ইটাৰে নিৰ্মিত মন্দিৰসমূহ আৰু মন্দিৰৰ বেৰত, পাহাৰৰ গাত বা শিলত খোদিত মূৰ্ত্তিসমূহৰপৰা অসমৰ স্থাপত্য আৰু ভাস্কৰ্যৰ সুন্দৰ নিদৰ্শন পোৱা যায়।

অসমীয়া সংগীতৰ ঐতিহ্য অতি গৌৰৱপূৰ্ণ। ৫ম-৬ষ্ঠ শতিকাৰ পালকাপ্য মুনিৰ 'হস্ত্যায়ুৰ্বেদ', ৭ম শতিকাৰ চীনা পৰিব্ৰাজক হিউৱেন চাঙৰ ভ্ৰমণ-বৃত্তান্ত, ১০ম-১১শ শতিকাত ৰচিত চৰ্যাপদ আদিৰ পৰা প্ৰাচীন কামৰূপৰ সঙ্গীত-চৰ্চাৰ বিষয়ে আভাস পাব পাৰি। পৰৱৰ্তী যুগতো শঙ্কৰদেৱ-মাধৱদেৱৰ বৰগীত, মনকৰ, দুৰ্গাবৰ, সুকবি নাৰায়ণ আৰু অন্যান্য বৈষ্ণৱ কবিসকলৰ ৰচিত গীতসমূহৰ যোগেদি অসমীয়া সংগীতৰ এটি সুঁতি ধাৰাবাহিকভাৱে বৈ আহিছে। শাস্ত্ৰীয় সংগীত আৰু লোক-সংগীত এই দুই ধাৰাত অসমৰ সংগীত বিভক্ত। নৃত্য-কলাৰ ক্ষেত্ৰতো অসমৰ এখন বিশেষ আসন আছে। অসমৰ নৃত্য-কলাক মাৰ্গনৃত্য বা শাস্ত্ৰীয় নৃত্য আৰু লোকনৃত্য এই দুটি প্ৰধান ভাগত ভাগ কৰা হৈছে। প্ৰাচীন কালত বিশেষকৈ শিৱ-মন্দিৰসমূহত দেৱদাসী নৃত্যৰ প্ৰচলন আছিল। শংকৰ-পূৰ্ব যুগৰপৰা প্ৰচলিত ওজাপালি নৃত্য আৰু শংকৰদেৱৰ সময়ৰপৰা প্ৰচলিত সত্ৰীয়া নৃত্য অসমৰ নৃত্য-জগতৰ দুটা বাছকবনীয়া সম্ভাৰ। আজিৰ অতি জনপ্ৰিয় নৃত্য বিহু আৰু জনজাতিসকলৰ মাজত প্ৰচলিত নৃত্যসমূহ লোক-নৃত্যৰে অন্তৰ্গত

আৰু ইবোৰে প্ৰাচীন কালৰেপৰা অসমীয়া লোকৰ বিভিন্ন উৎসৱ, পৰ্ব আদিত অনুষ্ঠিত হৈ আহিছে। নৃত্য আৰু গীতৰ লগতে প্ৰচলিত বিভিন্ন বাদ্যৰ ঐতিহ্যও অতি প্ৰাচীন।

অভিনয়ৰ ক্ষেত্ৰতো অসমে গৌৰৱপূৰ্ণ ঐতিহ্য বহন কৰিব পাৰিছে। ভাস্কৰ বৰ্মাকে আদি কৰি প্ৰাচীন কামৰূপীয় ৰজাসকলৰ পৃষ্ঠপোষকতাত নৃত্যগীতৰ প্ৰচলন হৈছিল যেতিয়া তাৰ লগত অভিনয়ৰো যে ব্যৱস্থা আছিল, সি সহজেই অনুমেয়; হয়তো তেতিয়া সংস্কৃত নাটকৰে অভিনয় চলিছিল। অসমীয়া নাটক পোনপ্ৰথম অভিনীত হোৱাৰ প্ৰমাণ পোৱা যায় ১৫শ শতিকাত, যেতিয়া মহাপুৰুষ শঙ্কৰদেৱে 'চিহ্নযাত্ৰা' নামৰ এখনি নাট মঞ্চস্থ কৰে। 'চিহ্নযাত্ৰা'ৰ পিছত শঙ্কৰদেৱে 'পত্নী-প্ৰসাদ', 'কালি দমন' প্ৰমুখ্যে ছখন নাট লিখি আৰু গুৰুজনাৰ আদৰ্শ লৈ মাধৱদেৱ, গোপাল আতা, ৰামচৰণ ঠাকুৰ আদিয়ে অঙ্কীয়া নাট ৰচনা কৰি আৰু অসমৰ বিভিন্ন সত্ৰ আৰু নামঘৰত অভিনয় কৰাই অসমৰ ৰঙ্গমঞ্চত এক যুগান্তৰৰ সৃষ্টি কৰে। ইংৰাজ ৰাজত্বকালত আৰু স্বৰাজোত্তৰ যুগত পাশ্চাত্য নাট্যকলাৰ প্ৰভাৱত অসমীয়া নাটক আৰু ৰঙ্গমঞ্চৰ ভালেখিনি পৰিবৰ্তন আৰু উৎকৰ্ষ সাধিত হৈছে। বৰ্তমান শতিকাৰ ৭ম-৮ম দশকত অসমত বিশেষকৈ কামৰূপ জিলাত গঠিত হোৱা বিভিন্ন ভ্ৰাম্যমান নাট্যগোষ্ঠীয়ে অসমৰ মঞ্চজগতত বিপুল আলোড়নৰ সৃষ্টি কৰিব পাৰিছে। অৱশ্যে অসমীয়া নাট্যাভিনয় কেৱল মঞ্চতে সীমিত নাথাকি এই শতিকাৰ ৪ৰ্থ-৫ম দশকৰ পৰা বোলছবি আৰু অনাতাঁৰ জগতলৈকো সম্প্ৰসাৰিত হৈছে।

অতি প্ৰাচীন কালৰ পৰা যে অসমত হাউ, হাফোল, ঘিলা, কড়ি, মল্লযুদ্ধ আদি খেলৰ প্ৰচলন আছিল তাৰ প্ৰমাণ মাধৱ কন্দলিৰ ৰামায়ণ, শঙ্কৰদেৱৰ বিভিন্ন ৰচনা, চৰিত-পুথি আদিত পোৱা যায়। আহোম ৰজা-সকলৰ পৃষ্ঠপোষকতাত পতা বিহু আদি অনুষ্ঠানত হাতী, ম'হ, গাহৰি, শেন আদিৰ যুঁজ দেখুওৱা হৈছিল। ইংৰাজ ৰাজত্বৰ সময়ৰ পৰা অসমত ফুটবল, ক্ৰিকেট, গল্‌ফ, প'ল', বিলিয়াৰ্ড আদি খেলৰ পাতনি মেলা হয়। বৰ্তমানে অসমত ফুটবল, ক্ৰিকেট, ভলীবল, হকী আদি প্ৰায়বোৰ খেলৰ ৰাজ্যিক পৰ্য্যায়ৰ সংস্থা গঠিত হৈছে। উল্লেখযোগ্য যে ইতিমধ্যে অসমৰ কেইবা গৰাকী পুৰুষ আৰু মহিলা খেলুৱৈয়ে দেশ-বিদেশত নিজৰ যোগ্যতা দেখুৱাই কৃতিত্ব অৰ্জন কৰিব পাৰিছে।



অসম ভাৰতবৰ্ষৰ এটা চুকত অৱস্থিত, পৰ্বত-পাহাৰ, হাবি-বননিৰে ভৰা আৰু যাতায়াতৰ সুবিধা নথকা এখন পিছপৰা ৰাজ্য। এই ৰাজ্যখন ভাৰতৰ আন আন ৰাজ্যৰ তুলনাত ভালেমান সুবিধাৰ পৰা বঞ্চিত হৈ আহিছে। তথাপি ওপৰৰ আলোচনাৰ পৰা এটি কথা অনুমান কৰিব পাৰি যে বিভিন্ন বিষয়ত অনগ্ৰসৰ আৰু সুবিধাৰ পৰা বঞ্চিত হোৱা সত্বেও অসম ভালেমান বিষয়ত গৌৰৱপূৰ্ণ ঐতিহ্যৰ অধিকাৰী। এনে ঐতিহ্যৰ দুই এটা বিষয়ে বিতংকৈ আলোচনা কৰা কেইবাখনি গ্ৰন্থ ইতিমধ্যে অসমীয়া আৰু ইংৰাজী দুয়োটা ভাষাতে ওলাইছে আৰু তেনে কেইখনমান গ্ৰন্থৰ নাম পুথিৰ পৰিশিষ্টত সন্নিৱিষ্ট কৰা হৈছে; কিন্তু প্ৰাচীন কালৰপৰা বৰ্তমান সময়লৈকে অসমৰ ভৌগোলিক অৱস্থান, নৃতত্ত্ব, ৰাজনীতি, অৰ্থনীতি, ধৰ্ম, শিক্ষা, সাহিত্য, সংস্কৃতি আদি সকলো বিষয় সামৰি লৈ থাউকতে সম্ভেদ দিব পৰা গ্ৰন্থ আজিলৈকে ওলোৱা নাই। সেই কাৰণে এনেবোৰ বিষয়ৰ এখন পৰিচয়মূলক গ্ৰন্থ-প্ৰণয়নৰ কথা কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক-অধ্যাপিকাসকলে বহুদিনৰপৰা চিন্তা কৰি আহিছিল। এনেতে এটি সুযোগ মিলিল। এনে কামৰ বাবে ভাৰত চৰকাৰৰ শিক্ষা আৰু সমাজকল্যাণ দপ্তৰে আৰ্থিক অনুদান দিব বুলি বিজ্ঞপ্তি পোৱাত কটন কলেজৰ মাননীয় অধ্যক্ষ শ্ৰীআশ্ৰফ আলি ডাঙৰীয়াক সভাপতি আৰু অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপিকা শ্ৰীমতী ভুবনেশ্বৰী বৈশ্যক কাৰ্যকৰী সভাপতি হিচাপে লৈ অসমীয়া বিভাগৰ অধ্যাপক-অধ্যাপিকাসকলেৰে মিলি এখন সম্পাদনা-সমিতি গঠন কৰি প্ৰস্তাৱিত গ্ৰন্থ 'অসম-গৌৰৱ'ৰ আঁচনি ৰাজ্য চৰকাৰৰ যোগেদি ভাৰত চৰকাৰৰ ওচৰত দাখিল কৰা হয়। ভাৰত চৰকাৰে আঁচনি গ্ৰহণ কৰাত সম্পাদনা সমিতিয়ে উৎসাহেৰে কামত আগবাঢ়ে। উল্লেখযোগ্য যে যিসময়ত 'অসম-গৌৰৱ'ৰ কাম হাতত লোৱা হৈছিল, তেতিয়া দেশত চলিছিল জৰুৰী-কালীন অৱস্থা। সেই সময়ত সকলো অধ্যাপক-অধ্যাপিকাই অন্ততঃ চাৰি ঘণ্টা সময় বাধ্যতামূলকভাৱে কলেজত উপস্থিত থাকিব লাগিছিল—লাগে তেওঁৰ ক্লাছ নাথাককেই। সেই সময় ছোৱাৰ ভিতৰত আমাৰ সম্পাদনাৰ কাম ভালেখিনি আগবাঢ়িছিল।

'অসম-গৌৰৱ'ৰ আঁচনি অনুসৰি বিভিন্ন বিষয়ত বিজ্ঞ লোকসকললৈ প্ৰবন্ধৰ কাৰণে অনুৰোধ জনাই লিখা হৈছিল। ইয়াৰে কেইগৰাকীমানে নিৰ্দিষ্ট সময়ৰ ভিতৰতে প্ৰবন্ধ পঠালে; কেইগৰাকীমানৰপৰা পাওঁতে যথেষ্ট

পলম হ'ল আৰু দুই-চাৰি গৰাকীয়ে শেষ মুহূৰ্তত প্ৰবন্ধ লিখিবলৈ পাকে-প্ৰকাৰে অসন্মতি প্ৰকাশ কৰাত অন্য লেখকৰ ওচৰ চাপিব লগা হ'ল। প্ৰবন্ধ লিখিবলৈ অনুৰোধ কৰোঁতে প্ৰতি গৰাকী লেখক-লেখিকাক প্ৰবন্ধৰ দৈৰ্ঘ্যৰ এটা নিৰ্দিষ্ট সীমা বান্ধি দিয়া হৈছিল ; কিন্তু কেইবা গৰাকীয়ে সেই সীমা চেৰাই যোৱাত পুথিৰ কলেবৰ ভালেখিনি বৃদ্ধি হ'ব বুলি আশংকা কৰি অনিচ্ছা সত্ত্বেও সম্পাদনা-সমিতিয়ে কোনো কোনো প্ৰবন্ধৰ অংশ-বিশেষ চমু কৰিবলৈ আৰু কেইটামান প্ৰবন্ধ বাদ দিবলৈ বাধ্য হ'ল। তথাপি গ্ৰন্থৰ কলেবৰ পৰিকল্পিত ৰূপতকৈ ভালেখিনি বাঢ়িল। যিসকলৰ প্ৰবন্ধৰ অংশবিশেষ চমুৱাব লগা হ'ল আৰু যিসকলৰ প্ৰবন্ধ শেষ মুহূৰ্তত পোৱাত গ্ৰন্থৰ বিপুল পৰিধিৰ কাৰণে সন্নিৱিষ্ট কৰিব পৰা নহ'ল সেইসকলৰ ক্ষমা প্ৰাৰ্থনা কৰাত বাহিৰে সম্পাদনা-সমিতিৰ আৰু অন্য উপায় নাই। সম্পাদনা-সমিতিৰ অনুৰোধক্ৰমে যিসকল লেখক-লেখিকাই দয়া কৰি প্ৰবন্ধ পঠিয়াই এই গ্ৰন্থখনি উলিওৱাত সহায় কৰিলে, সেইসকলক সম্পাদনা সমিতিৰ হৈ আৰু ব্যক্তিগতভাৱেও কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

ভাৰত চৰকাৰৰ লগতে অসম চৰকাৰে আৰ্থিক অনুদান আগ নবঢ়ালে এই গ্ৰন্থ সহজে প্ৰকাশ কৰাটো কেতিয়াও সম্ভৱ নহ'লহেঁতেন। সেই কাৰণে দুয়োটি চৰকাৰৰে শলাগ ললোঁ। অনুদান সংগ্ৰহৰ ক্ষেত্ৰত দিহা-পৰামৰ্শ আৰু সহায়-সাৰথি পাইছো ৰাজ্য চৰকাৰৰ ভূতপূৰ্ব শিক্ষা-সচিব শ্ৰীমদনপ্ৰসাদ বেজবৰুৱা আৰু উপ-শিক্ষাসচিব শ্ৰীনগেন্দ্ৰচন্দ্ৰ দত্ত আৰু বৰ্তমানৰ উপ-শিক্ষাসচিব শ্ৰীহীৰেন্দ্ৰকুমাৰ বৰুৱা, শিক্ষাধিকাৰ শ্ৰীবিষ্ণুদেৱ শৰ্মা আৰু উপ-শিক্ষাধিকাৰ ডক্টৰ পবিত্ৰকুমাৰ তালুকদাৰৰপৰা। সম্পাদনা-সমিতিৰ সভাপতি শ্ৰীআশ্ৰফ আলি ডাঙৰীয়ায়ো সম্পাদনা-সমিতিক এই কামত সততে উৎসাহ দিছে। পুথিখনিৰ আঁচনি চাই নানা দিহা-পৰামৰ্শৰে আমাক উপকৃত আৰু অনুপ্ৰাণিত কৰিছে অসম সাহিত্য সভাৰ তিনি গৰাকী প্ৰাক্তন সভাপতি অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, ডক্টৰ মহেশ্বৰ নেওগ আৰু অধ্যক্ষ ৺গিৰিধৰ শৰ্মা ডাঙৰীয়াই। পুথিখনৰ প্ৰচ্ছদপটৰ পৰিকল্পনা প্ৰসিদ্ধ শিল্পী শ্ৰীবেণু মিশ্ৰৰ। অসম ৰাজ্যিক সংগ্ৰহালয়, অসম চৰকাৰৰ প্ৰচাৰ বিভাগ আৰু গুৱাহাটী পৌৰ নিগমে অনুগ্ৰহ কৰি কেইটামান ছবিৰ ব্লক পুথিখনত ব্যৱহাৰ কৰিবলৈ অনুমতি দিছে আৰু এই ক্ষেত্ৰত বিশেষ সহায় পাইছো ডক্টৰ নিশিপদ চৌধুৰী, শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তী আৰু শ্ৰীৰমেশচন্দ্ৰ কলিতাৰ পৰা।



পুথিখনৰ আৰ্হিকাকত চাই দিছে অধ্যাপক শ্ৰীৰামমল ঠাকুৰীয়া আৰু অধ্যাপক শ্ৰীৰামচৰণ ঠাকুৰীয়াই। পূৰ্বদেশ মুদ্ৰণৰ কৰ্মকৰ্তাসকলেও পুথিখনি যত্ন কৰি উলিয়াই দিছে। এই সকলোৰে আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

পুথিখনিৰ ঠায়ে ঠায়ে ছপাৰ ভুল ৰৈ যোৱা বাবে আমি অত্যন্ত দুঃখিত। পুথিখনিত শুধৰণি পৃষ্ঠা দিয়াটো সম্ভৱ নহ'লেও এইখিনিতে উল্লেখ কৰি থোৱা ভাল হ'ব যে পুথিখনৰ ১৫ পৃষ্ঠাৰ ৩য় শাৰীত থকা 'সিদ্ধান্ত লৈছে'ৰ ঠাইত 'কথা বিবেচনা কৰি আছে'; ১৮ পৃষ্ঠাৰ ১৪ শাৰীৰ 'নৱপ্ৰস্তৰ'ৰ ঠাইত 'নৱপ্ৰস্তৰ' আৰু ৪৭৭—৪৭৮ পৃষ্ঠাত থকা 'মনাস'ৰ ঠাইত 'মানস' হ'ব লাগে। পৰৱৰ্তী সংস্কৰণত আটাইবোৰ ভুল সংশোধন কৰা হ'ব বুলি আশা কৰিলোঁ। এইখিনিতে উল্লেখ কৰাটো ভাল হ'ব যে সম্পাদনা সমিতিয়ে প্ৰবন্ধবোৰ সম্পাদনা কৰোঁতে কোনো লেখকৰ মন্তব্যত হাত দিয়া নাই আৰু গ্ৰন্থখনিত যিবোৰ পৰিসংখ্যা দিয়া হৈছে সেইবোৰ ১৯৭৬ চন মানৰহে। পুথিখনৰ নাম 'অসম-গৌৰৱ' দিয়া হ'ল যদিও প্ৰকৃততে গ্ৰন্থখনিত অসমৰ বিভিন্ন দিশৰ ধাৰাবাহিক বুৰঞ্জীহে অতি চমুকৈ সন্নিৱিষ্ট কৰা হৈছে। 'অসম-গৌৰৱ' সম্পাদনা সমিতিৰ এইখনেই প্ৰথম গ্ৰন্থ। সেই হিচাপে তাত সমিতিৰ জ্ঞাত বা অজ্ঞাতসাৰে দুই-এটি ভুল-ত্ৰুটি থকাটো, বাঞ্ছনীয় নহয় যদিও, একো অস্বাভাৱিকো নহয়। সহৃদয় পাঠক সমাজে ভুল-ত্ৰুটীবোৰ আমালৈ আঙুলিয়াই দিলে পৰৱৰ্তী সংস্কৰণত শুধৰাই ল'ব পৰা হ'ব। পঢ়ুৱৈসমাজৰ পৰা আশানুৰূপ সহঁাৰি পালে ইয়াৰ ইংৰাজী সংস্কৰণ উলিওৱাৰো ইচ্ছা থাকিল।

সদৌ শেষত গ্ৰন্থখনে সহৃদয় পাঠক সমাজৰ মৰম-চেনেহ পালে সম্পাদনা সমিতিয়ে শ্ৰম সাৰ্থক হোৱা বুলি অনুভৱ কৰিব।

৮ নৱেম্বৰ, ১৯৭৮
অসমীয়া বিভাগ,
কটন কলেজ, গুৱাহাটী—১

হেমন্তকুমাৰ শৰ্মা
সম্পাদক, 'অসম-গৌৰৱ' সম্পাদনা সমিতি

# অসমৰ ভৌগোলিক অৱস্থান

শ্ৰীভুবনেশ্বৰী বৈশ্য

ভাৰত ৰাষ্ট্ৰৰ অবিচ্ছেদ্য অংগ অসম ভাৰতৰ উত্তৰ পূব কোণত ২৮° ১৮', ২৪° উত্তৰ অক্ষৰেখা আৰু ৮৯° ৪৬', ৯৭° ৪' দ্ৰাঘিমাৰ মাজত অৱস্থিত এখন প্ৰাচীন গৌৰৱমণ্ডিত দেশ। 'অসম' নামটো আহোম ৰাজত্ব প্ৰতিষ্ঠা হোৱাৰ পিছতহে হয়। ইয়াৰ আগতে এই সুপ্ৰাচীন দেশখনৰ নাম আছিল 'প্ৰাগজ্যোতিষ' আৰু 'কামৰূপ' ৰাজ্য। প্ৰাচীন কালত এইদেশৰ ভৌগোলিক পৰিসীমা আসমুদ্ৰ হিমালয় বিস্তৃত আছিল বুলিব পাৰি; কাৰণ, উত্তৰে হিমালয় পৰ্বতৰ ঠাল-ঠেঙুলি স্বৰূপ ভূটান পাহাৰ, ডফলা, মিছিমি পাহাৰ আদিৰ পৰা আৰম্ভ কৰি দক্ষিণে বঙ্গোপসাগৰলৈকে এই ৰাজ্যৰ সীমা বিস্তৃত আছিল বুলি বিভিন্ন গ্ৰন্থত পোৱা যায়।

প্ৰাচীন প্ৰাগজ্যোতিষ ৰাজ্যৰ নাম ৰামায়ণ, মহাভাৰত, পুৰাণকে আদি কৰি শাস্ত্ৰসমূহত বহুবাৰ বহু প্ৰসঙ্গত উল্লিখিত হৈছে। পুৰণি গ্ৰন্থৰ ভিতৰত ৰামায়ণ, মহাভাৰততে পোনতে প্ৰাগজ্যোতিষ ৰাজ্যৰ নাম পোৱা যায়। পণ্ডিতসকলৰ মতে এই দুখন গ্ৰন্থ ৰচনাৰ ঊৰ্ধতম সময় সীমা খ্ৰীঃ পূঃ প্ৰায় ৫ম—৪ৰ্থ শতিকা। এই দুখন প্ৰাচীন পুথিত ৰাজ্যখনৰ উল্লেখ থকালৈ চাই অনুমান কৰিব পাৰি যে খ্ৰীষ্ট জন্মৰ কেবাশ বছৰ আগৰপৰাই এই ৰাজ্যৰ অস্তিত্ব আছিল আৰু ভাৰতৰ অন্যান্য প্ৰান্তৰ মানুহে এই দেশখনৰ বিষয়ে জানিছিল। ঐতিহাসিক ৺কনকলাল বৰুৱাই মত প্ৰকাশ কৰে যে খ্ৰীঃ পূঃ ১০ম শতিকাত প্ৰাগজ্যোতিষ ৰাজ্যৰ অস্তিত্ব আছিল। সময়ৰ এই সীমাৰেখা কিমানদূৰ গ্ৰহণযোগ্য সেইটো পণ্ডিতসকলৰ বিচাৰ্য। আমি মাথোন এইখিনিকে কব পাৰোঁ যে ৰামায়ণ মহাকাব্য, মহাভাৰতৰ আদি পৰ্ব, সভা পৰ্ব, উদ্যোগ পৰ্ব, দ্ৰোণ পৰ্ব, কৰ্ণ পৰ্ব, স্ত্ৰী পৰ্ব আদি, আৰু মাৰ্কণ্ডেয় পুৰাণ, বিষ্ণু পুৰাণ, ভাগৱত পুৰাণ আদি প্ৰাচীন পুথিত উল্লেখ থকা এই ৰাজ্যখন যে অতি প্ৰাচীন আৰু ঐতিহ্যপূৰ্ণ আছিল তাত কোনো সন্দেহ নাই।

ৰামায়ণৰ আদি কাণ্ডত উল্লেখ আছে যে প্ৰাগজ্যোতিষ ৰাজ্যৰ প্ৰতিষ্ঠাতা আছিল ঋষি বিশ্বামিত্ৰৰ পিতামহ অমূৰ্তৰাজ। বিশ্বামিত্ৰই কৌশিক বা কোশী নদীৰ তীৰত তপস্যা কৰিছিল। তেওঁ পিতামহৰ ৰাজ্যৰ ভিতৰতে তপস্যা কৰাটো অসম্ভৱ নহয়। সেয়ে যদি হয় তেতিয়া হ'লে ক'ব পাৰি যে বৰ্তমান বিহাৰৰ অন্তৰ্গত পূৰ্ণিয়া জিলাৰ কোশী নদীলৈকে প্ৰাগজ্যোতিষ ৰাজ্য বিস্তৃত আছিল।

মহাভাৰতত থকা বিৱৰণৰ পৰা জানিব পাৰি যে প্ৰাচীন প্ৰাগজ্যোতিষ ৰাজ্যৰ সীমা দক্ষিণে বঙ্গোপসাগৰ আৰু পশ্চিমে কৰতোৱা নদীলৈকে আছিল। মহাভাৰতত প্ৰাগজ্যোতিষ ৰাজ্যৰ ৰজা নৰক-পুত্ৰ ভগদত্তক 'পৰ্বত পতি', 'শৈলালয় ৰাজা' আৰু 'পূৰ্ব সাগৰবাসী' বুলি উল্লেখ কৰা হৈছে। ভগদত্তৰ সৈন্যবাহিনী গঠিত হৈছিল কিৰাত, চীন আৰু সাগৰ-তীৰবাসী লোকৰ দ্বাৰা। মহাভাৰতৰ পৰাই জনা যায় যে তৃতীয় পাণ্ডৱ অৰ্জুনে সাকল দ্বীপ জয় কৰাৰ পিছত প্ৰাগজ্যোতিষ ৰাজ্য আক্ৰমণ কৰে। তেতিয়া ৰজা ভগদত্তই তেওঁৰ সৈন্যবাহিনী লৈ অৰ্জুনৰ লগত যুদ্ধ কৰে। অৱশ্যে অৰ্জুনৰ হাতত তেওঁ পৰাজিত হ'বলগীয়া হয়। পিছত ভগদত্তই বহুতো সৈন্য-সামন্ত, হাতী আদি লৈ কুৰুক্ষেত্ৰৰ যুদ্ধত মহা বিক্ৰমেৰে ৰণ কৰি খ্যাতি অৰ্জন কৰে।

মহাভাৰতৰ যুদ্ধৰ ঐতিহাসিক সত্যতা সম্বন্ধে আজি আৰু পণ্ডিতসকলৰ মাজত দ্বিমত নাই। মহাভাৰতৰ যুদ্ধত প্ৰাগজ্যোতিষৰ ৰজা ভগদত্তই অংশ গ্ৰহণ কৰাটোও ঐতিহাসিক সত্য। কালিকা পুৰাণৰ মতে ভগদত্তৰ পিতাক নৰক বা নৰকাসুৰ বৰাহ-বিষ্ণুৰ পুত্ৰ আৰু বিদেহৰ (অৰ্থাৎ বৰ্তমানৰ উত্তৰ বিহাৰ) ৰজা জনকৰ পালিত পুত্ৰ আছিল। এৰেঁই প্ৰাচীন প্ৰাগজ্যোতিষ ৰাজ্যৰ ৰজা ঘটকাসুৰক পৰাস্ত কৰি এই দেশৰ ৰজা হয় আৰু প্ৰাগজ্যোতিষপুৰত ৰাজধানী পাতে। পশ্চিমে কৰতোৱাৰ পৰা পূবে দিকৰঙলৈকে এওঁৰ ৰাজ্য আছিল। ইয়াৰ পৰা অনুমান হয় যে নৰকাসুৰৰ ৰাজত্ব কালত প্ৰাগজ্যোতিষ ৰাজ্যৰ পশ্চিম সীমা কৰতোৱাৰো বহু পশ্চিমে, উত্তৰ বিহাৰৰ ওচৰলৈকে আছিল। সেই সময়ৰ কৰতোৱা নদী এতিয়াৰ কৰতোৱাতকৈ বহুত ডাঙৰ আছিল। তীস্তা, কোশী আৰু মহানন্দাৰ সমষ্টি এই নদী তেতিয়া সাগৰ সদৃশ আছিল।

৺কনকলাল বৰুৱাই অনুমান কৰে যে সম্ভৱতঃ ছিলেট, ময়মনসিংহ আৰু ত্ৰিপুৰাৰ নিম্নভূমি অঞ্চলটো প্ৰাচীন কালত ব্ৰহ্মপুত্ৰ নদৰ যোগে



বঙ্গোপসাগৰৰ লগত লগলাগি আছিল। এই অঞ্চলটোকে মহাভাৰতত 'পূৰ্ব সাগৰ' বোলা হৈছে। ইয়াকে কোনো কোনো ঠাইত লোহিত সাগৰ বুলিও উল্লেখ কৰিছে বুলি তেখেতে মত প্ৰকাশ কৰে। ভগদত্তৰ সৈন্য বাহিনীত থকা কিৰাত, চীন আদিৰ বিষয়ে তেখেতৰ মত হৈছে, বৰ্তমান অসম আৰু ইয়াৰ আশে-পাশে পাৰ্বত্য অঞ্চলত বাস কৰা মঙ্গোলীয় লোক সকলকে 'কিৰাত' আৰু তিব্বত-ভূটান অঞ্চলৰ লোকসকলকে 'চীন' বোলা হৈছে। মহাভাৰতত উল্লিখিত এনেবোৰ কথাৰ কাৰণেই পাৰ্জিটাৰ (Pargiter) আদি প্ৰাচ্য-তত্ত্ববিদসকলে অনুমান কৰে যে মহাভাৰতৰ যুদ্ধৰ সময়ত প্ৰাগজ্যোতিষ ৰাজ্যৰ ভিতৰত আছিল—বৰ্তমান অসমৰ অধিকাংশ ঠাই, জলপাইগুৰি, কোচবিহাৰ, ৰংপুৰ, বোগৰা, ময়মনসিংহ, ঢাকা, ত্ৰিপুৰা, পাবনাৰ কিছু অংশ আৰু পূব নেপালৰ কিছু অংশ।

খ্ৰীঃ ১০ম শতিকাত ৰচিত কালিকা পুৰাণ আৰু খ্ৰীঃ ১৬শ শতিকাত ৰচিত যোগিনী-তন্ত্ৰ নামৰ পুথি দুখনত এই দেশখনক কামৰূপ বুলি উল্লেখ কৰিছে। যোগিনী-তন্ত্ৰৰ একাদশ অধ্যায়ত কামৰূপ ৰাজ্যৰ সীমাৰ উল্লেখ এইদৰে কৰিছে—

"নেপালস্য কাঞ্চনাদ্ৰিং ব্ৰহ্মপুত্ৰস্য সঙ্গমম্।
কৰতোয়া সমাৰভ্য যাবদ্ দিক্কৰ বাসিনীং॥
উত্তৰস্যাং কঞ্জগিৰিঃ কৰতোয়া তু পশ্চিমে।
তীৰ্থ শ্ৰেষ্ঠা দিক্ষু নদী পূৰ্বস্যাং গিৰিকন্যকে॥
দক্ষিণে ব্ৰহ্মপুত্ৰস্য লাক্ষায়াঃ সঙ্গমাৱধি।
কামৰূপ ইতি খ্যাতঃ সৰ্ব শাস্ত্ৰেষু নিশ্চিতঃ॥"

অৰ্থাৎ, উত্তৰে নেপালৰ কাঞ্চন পৰ্বত আৰু কঞ্জগিৰি, দক্ষিণে ব্ৰহ্মপুত্ৰ আৰু লাক্ষা নদীৰ সঙ্গমস্থলী, পূবে তীৰ্থ শ্ৰেষ্ঠা দিক্ষু (দিখৌ) নদী, পশ্চিমে কৰতোৱা—ইয়াৰ মাজৰ ৰাজ্যখণ্ড কামৰূপ নামে সকলো শাস্ত্ৰতে খ্যাত।

পুৰাণসমূহৰ ভিতৰত মাৰ্কণ্ডেয় পুৰাণ, অগ্নি পুৰাণ, গৰুড় পুৰাণ, বায়ু পুৰাণ, মৎস্য পুৰাণ, ব্ৰহ্মাণ্ড পুৰাণ, বিষ্ণু পুৰাণ, হৰিবংশ, ভাগৱত পুৰাণ, বৃহৎ সংহিতা, কালিকা পুৰাণ আদিতো প্ৰাগজ্যোতিষ ৰাজ্যৰ উল্লেখ আছে। বিষ্ণু পুৰাণ মতে কামাখ্যা মন্দিৰৰ কেউফালে এশ যোজনলৈ এই ৰাজ্যখন বিস্তৃত আছিল। কালিকা পুৰাণ মতেও ৰাজ্যখনৰ সোঁ-মাজতে কামাখ্যা মন্দিৰ অৱস্থিত আছিল।

খ্ৰীঃ পূঃ ৪ৰ্থ শতিকাৰপৰা খ্ৰীঃ ১ম-২য় শতিকাৰ ভিতৰৰ টোলেমি, পেৰিলাছ আদি গ্ৰীক পণ্ডিতৰ মতৰ সহায়ত ড' প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে মত প্ৰকাশ কৰিছে যে অন্ততঃ খ্ৰীঃ ১ম-২য় শতিকামানত ভাৰতৰ পূব সীমান্তৰ এই প্ৰাচীন ৰাজ্যখন পূবে শদিয়াৰপৰা পশ্চিমে বৰ্তমানৰ বঙ্গদেশৰ দক্ষিণ-পূব অঞ্চললৈকে বিস্তৃত আছিল।

খ্ৰীঃ ৪ৰ্থ-৫ম শতিকামানৰপৰা এই দেশখনৰ প্ৰাচীন নাম প্ৰাগজ্যোতিষ তল পৰি ক্ৰমে 'কামৰূপ' নামটোৰ প্ৰচলন হ'বলৈ ধৰে। অৱশ্যে খ্ৰীঃ ৪ৰ্থ শতিকামানৰপৰা খ্ৰীঃ ১০ম-১১শ শতিকাৰ ভিতৰৰ যিবোৰ পুথি বা আন নিদৰ্শনত এই দেশখনৰ নাম আছে সেইবোৰৰ কোনো ঠাইত কামৰূপ আৰু কোনো ঠাইত 'প্ৰাগজ্যোতিষ'—নামৰ উল্লেখ কৰা দেখা যায়।

খ্ৰীঃ ৪ৰ্থ-৫ম শতিকাৰ সমুদ্ৰগুপ্তৰ বিখ্যাত 'এলাহাবাদ প্ৰশস্তি'য়েই কামৰূপ নামটোৰ উল্লেখ থকা প্ৰাচীনতম প্ৰত্নতাত্ত্বিক নিদৰ্শন। ইয়াত কামৰূপক ভাৰতৰ পূব সীমান্তৰ দেশ হিচাপে উল্লেখ কৰিছে। ৪ৰ্থ-৫ম শতিকাৰ কালিদাসৰ 'ৰঘুবংশ'ত ৭ম শতিকাৰ বাণভট্টৰ 'হৰ্ষ চৰিত'ত আৰু ১০ম শতিকাৰ ৰাজশেখৰৰ 'কাব্য-মীমাংসা' আদি সংস্কৃত সাহিত্যত 'প্ৰাগজ্যোতিষ', 'কামৰূপ'—দুয়োটা নামেই ব্যৱহাৰ কৰা দেখা যায়। 'ৰঘুবংশ' কাব্যৰ ৪ৰ্থ সৰ্গৰ ৮১-৮৩ সংখ্যক শ্লোকত আছে যে ৰঘুৱে লোহিত নদী পাৰ হৈ 'প্ৰাগজ্যোতিষ' ৰাজ্য জয় কৰিছিল। ইয়াত কামৰূপ নামটোও কোনো কোনো ঠাইত ব্যৱহাৰ কৰিছে। বাণভট্টৰ 'হৰ্ষ-চৰিত'ত কামৰূপ ৰাজ্য আৰু ইয়াৰ ৰজা ভাস্কৰ বৰ্মণৰ গৌৰৱ ঘোষিত হৈছে। এই পুথিত উল্লেখ কৰিছে যে সম্ৰাট হৰ্ষবৰ্ধনৰ লগত ভাস্কৰ বৰ্মণৰ সৌহাৰ্দ্য আছিল। হৰ্ষবৰ্ধনৰ ৰাজত্ব কালত কনৌজত যি বৌদ্ধ মহামেল অনুষ্ঠিত হৈছিল তাত ভাস্কৰ বৰ্মণে সম্মানিত অতিথি হিচাপে যোগদান কৰিছিল। বুদ্ধদেৱৰ মূৰ্তি লৈ যি বিৰাট শোভাযাত্ৰা হৈছিল তাত ইন্দ্ৰৰ বেশেৰে সম্ৰাট হৰ্ষবৰ্ধনে ছত্ৰধাৰণ কৰিছিল আৰু ব্ৰহ্মাৰ বেশেৰে ভাস্কৰ বৰ্মণে শ্বেত চামৰ ধৰিছিল। হৰ্ষৰ ৰাজ্যত কামৰূপৰ ৰজা ভাস্কৰ বৰ্মণৰ এনে সমাদৰে প্ৰাচীন কামৰূপ ৰাজ্যৰ গৌৰৱকে ঘোষণা কৰে। ভাস্কৰ বৰ্মণৰ 'নিধনপুৰ তাম্ৰ শাসন' আৰু হিৱেন চাঙৰ টোকাৰপৰা জানিব পাৰি যে এইজনা ৰজাৰ দিনত কামৰূপৰ যশস্যা-গৌৰৱৰ লগতে দেশখনৰ ভৌগোলিক পৰিসীমায়ো সৰ্বাধিক বিস্তৃতি লাভ কৰিছিল।



ভাস্কৰ বৰ্মণৰ দিনতে অৰ্থাৎ ৭ম শতিকাত প্ৰখ্যাত চীনা পৰিব্ৰাজক হিৱেন চাঙ কামৰূপলৈ আহে। তেওঁ এই দেশখনৰ বিষয়ে যি টোকা লিখি থৈ গৈছে সি প্ৰাচীন কামৰূপ ৰাজ্যখনৰ বিৱৰণৰ কাৰণে অতি মূল্যবান। তেওঁ উল্লেখ কৰিছে যে 'পু-ন-ফ-তন্-ন' অৰ্থাৎ 'পুণ্ড্ৰবৰ্ধন' ৰাজ্যৰ উত্তৰ পূব ফালে কামৰূপ ৰাজ্য। সেই সময়ত কৰতোৱা আৰু কোশী নদীৰ মধ্যৱৰ্তী অঞ্চলটোৱেই 'পুণ্ড্ৰবৰ্ধন' নামে জনাজাত আছিল। পিছলৈ এই অঞ্চলটোৱে উত্তৰবঙ্গ নাম পায়। তেওঁ লিখিছে যে 'পু-ন-ফ-তন্-ন'ৰপৰা পূবফালে ৯০০ 'লি' অৰ্থাৎ প্ৰায় ১৫০ মাইল আহি তেওঁ এখন ডাঙৰ নদী 'ক-লো-তু' ( কৰতোৱা ) পাইছিল। সেই নদী পাৰ হৈ 'কিয়া-মো-ল্যু-পো' ( কামৰূপ ) ৰাজ্যত প্ৰৱেশ কৰিছিল। সেই সময়ত কামৰূপ ৰাজ্যৰ পৰিধি ১৬৬৭ মাইলৰ ওপৰ আছিল। হিৱেন চাঙৰ টোকাৰপৰা আৰু জানিব পাৰি যে সেই সময়ত কামৰূপ ৰাজ্যৰ ৰাজধানীখনৰ পৰিধি প্ৰায় পাঁচ-ছয় মাইলমান আছিল।

খ্ৰীঃ ৮ম শতিকাৰপৰা ১২শ শতিকাৰ ভিতৰত নেপাল আৰু তিব্বতত ৰচিত তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ পুথি 'হেবজ্ৰ তন্ত্ৰ', 'সম্মোহ তন্ত্ৰ', 'গোৰক্ষ বিজয়' আৰু তিব্বতী ভাষাত ৰচিত গ্ৰন্থসমূহত তন্ত্ৰ-মন্ত্ৰৰ দেশ 'কামৰূপ-কামাখ্যা'ৰ উল্লেখ আছে ( ড' চৌধুৰী পৃঃ ১৪ )।

খ্ৰীঃ ১১শ শতিকাত চুলতান মামুদৰ লগত ভাৰতলৈ অহা পৰিব্ৰাজক আল্‌বেৰুণীয়ে আৰু ১৩শ শতিকাত বঙ্গদেশলৈ অহা মুছলমানসকলে এই দেশখনৰ নাম 'কামৰূ' বা 'কামৰূদ' বুলি উল্লেখ কৰিছে। ১০ম শতিকাৰ 'কালিকা পুৰাণ' আৰু ১৬শ শতিকাৰ 'যোগিনী তন্ত্ৰ'তো 'কামৰূপ'ৰ স্পষ্ট উল্লেখ আছে।

খ্ৰীঃ ১৬শ শতিকাৰ আগভাগত বিশ্বসিংহই যেতিয়া কোচ ৰাজ্য স্থাপন কৰে তেতিয়া কোচ ৰাজ্য আৰু কমতাৰাজ্য প্ৰাচীন কামৰূপৰে অংশ বিশেষ আছিল। কোচ ৰজাসকল কামৰূপৰো ৰজা আছিল। কোচ ৰজা নৰনাৰায়ণে অসমীয়া ভাষা-সাহিত্যৰ পৃষ্ঠপোষকতা কৰিছিল। এইজনা ৰজাৰ পৃষ্ঠপোষকতাতে মহাভাৰত আৰু শ্ৰীমদ্ভাগৱত পুথি অসমীয়া ভাষালৈ অনূদিত হয়।

মুঠতে বিভিন্ন সময়ত ৰচিত পুথিসমূহ, প্ৰত্নতাত্ত্বিক নিদৰ্শন আৰু বিদেশী পৰিব্ৰাজকৰ টোকা আদিৰ পৰা জানিব পাৰি যে এই প্ৰাচীন ৰাজ্যখনৰ সীমা সাময়িকভাৱে বঢ়া-টুটা হ'লেও নৰক-ভগদত্তৰ দিনৰপৰা আহোম ৰাজত্বলৈকে এই ৰাজ্যখন কৰতোৱাৰপৰা দিকৰাই নদীলৈকে প্ৰসাৰিত আছিল।

কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰ মতে এই দেশখন ত্ৰিকোণাকৃতিঃ দীঘে ১০০ যোজন ( অৰ্থাৎ প্ৰায় ২৫০ মাইল ) আৰু পথালিয়ে ৩০ যোজন ( অৰ্থাৎ প্ৰায় ৬৫ মাইল )। এই দুখন পুথিৰ প্ৰায় সমসাময়িক 'হৰ-গৌৰী সংবাদ' নামৰ এখন পুথিমতে কামৰূপ ৰাজ্য চাৰিখন পীঠত বিভক্ত আছিল। কৰতোৱাৰপৰা সোণকোষলৈ ( অৰ্থাৎ বৰ্তমানৰ কোচবিহাৰ আৰু ইয়াৰ আশ-পাশৰ কিছু ঠাই ) ৰত্নপীঠ ; সোণকোষৰপৰা কপিলীলৈ কামপীঠ ; পুষ্পিকা নদীৰপৰা ভৈৰৱী নদীলৈ ( অৰ্থাৎ বৰ্তমানৰ দৰং জিলাৰ সৰহখিনি ঠাই ) স্বৰ্ণপীঠ আৰু ভৈৰৱীৰপৰা দিকৰাই নদীলৈ ( অৰ্থাৎ বৰ্তমানৰ শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাৰ সৰহখিনি ঠাই আৰু ইয়াৰ আশে-পাশে থকা ঠাই ) সৌমাৰপীঠ নামে জনাজাত আছিল। কালিকা পুৰাণ আৰু যোগিনী-তন্ত্ৰতো এই পীঠসমূহৰ উল্লেখ আছে যদিও পীঠসমূহৰ নাইবা ভৌগোলিক পৰিসীমা সম্বন্ধে কিছু খেলিমেলি দেখা যায়।

আগতেই উল্লেখ কৰা হৈছে যে এই দেশখনৰ প্ৰাচীন নাম আছিল 'প্ৰাগজ্যোতিষ' ৰাজ্য। কালিকা পুৰাণ মতে ব্ৰহ্মাই ইয়াতে পোনতে জ্যোতিষ্কসমূহ সৃষ্টি কৰিছিল। সেইবাবে ইয়াৰ নাম হ'ল 'প্ৰাগজ্যোতিষপুৰ' বা 'প্ৰাগ-জ্যোতিষ ৰাজ্য'। ৺কনকলাল বৰুৱাই মত প্ৰকাশ কৰে যে গুৱাহাটীৰ পূবে অৱস্থিত নৱগ্ৰহ মন্দিৰৰ পৰাই এই ঠাইৰ নাম 'প্ৰাগজ্যোতিষ' হয়। প্ৰাচীন কালত ইয়াত জ্যোতিষ চৰ্চাৰ কেন্দ্ৰ আছিল আৰু এতিয়াও আছে। নৱগ্ৰহৰ মন্দিৰটোও এসময়ত মান-মন্দিৰ (observatory) আছিল বুলি কোনো কোনোৱে অনুমান কৰে।

ড' বাণীকান্ত কাকতিৰ মতে ঠাইখনৰ ভৌগোলিক অৱস্থিতিৰ কাৰণে প্ৰাচীন অধিবাসী অষ্ট্ৰিকসকলে এই ঠাইক 'পাগাৰ-জুহ-তিক্' ( অৰ্থাৎ অসমান পৰ্বতীয়া ঠাই ) বুলি নামকৰণ কৰিছিল ; আৰ্যসকলে পিছত ধ্বনি সাম্যৰ সুযোগ লৈ 'পাগাৰ-জুহ-তিক্'ৰপৰা 'প্ৰাগজ্যোতিষ' কৰিলে আৰু ফলত এই দেশ 'প্ৰাগজ্যোতিষ' নামে জনাজাত হ'ল। পণ্ডিতসকলে অনুমান কৰে যে ৰাজ্যখনৰ নাম 'প্ৰাগজ্যোতিষ' আৰু ৰাজধানীখনৰ নাম 'প্ৰাগজ্যোতিষপুৰ' আছিল ; কিন্তু প্ৰাচীনকালত যাতায়াতৰ অসুবিধাৰ কাৰণে ভাৰতৰ অন্যান্য অঞ্চলৰ আৰ্যসকলৰ এই দেশ সম্বন্ধে ভৌগোলিক জ্ঞান কম আছিল। সেইকাৰণে প্ৰাচীন সংস্কৃত পুথিসমূহত ৰাজ্যখন আৰু ৰাজধানীখনৰ নামৰ মাজত কিছু খেলিমেলিৰ সৃষ্টি হৈছিল। সি যিয়েই নহওক, নৰকৰ সময়ৰপৰা



বা তাৰ অলপ আগৰ পৰাই এই দেশত আৰ্যসকলৰ পদাৰ্পণ ঘটিছিল বুলি অনুমান কৰিব পাৰি। আগতে উল্লেখ কৰা হৈছে যে নৰকৰ ৰাজধানী আছিল প্ৰাগজ্যোতিষপুৰ।

প্ৰাগজ্যোতিষ নামটো যেনেকৈ প্ৰাচীন তেনেকৈ কামৰূপ নামটোও অতি প্ৰাচীন। কামৰূপ নামৰ উৎপত্তি সম্বন্ধেও বিভিন্ন ব্যাখ্যা পোৱা যায়। কোনো কোনেৰে কয় যে কামদেৱে এই ঠাইতে পুনৰ্জীৱন পাই নতুন ৰূপ পাইছিল কাৰণে ঠাইখনৰ নাম 'কামৰূপ' হ'ল। এই সম্বন্ধীয় কাহিনী পোনতে 'গোপথ ব্ৰাহ্মণ'ত পোৱা যায়। এই কাহিনীমতে দক্ষ ৰজাৰ যজ্ঞত যেতিয়া শিৱ অপমানিত হয় তেতিয়া শিৱৰ পত্নী, দক্ষৰ কন্যা সতীয়ে দুখ আৰু অপমানত দেহত্যাগ কৰে। তেতিয়া শিৱই মনৰ বেজাৰত সতীৰ মৃতদেহ কান্ধত লৈ পৃথিৱী ভ্ৰমি ফুৰিবলৈ ধৰিলে। তেওঁৰ এই কাৰ্যত বাধা দিবলৈ বিষ্ণুৱে চক্ৰেৰে সতীৰ দেহ কাটি খণ্ড খণ্ড কৰে। সেই দেহ ৫১ খণ্ডত বিভক্ত হৈ য'তে য'তে পৰিল, তাতেই একোখনকৈ পৱিত্ৰ পীঠ হ'ল। কামগিৰি বা নীলাচলত সতীৰ দেহৰ ভগ অংশ পৰিল—ইয়াতে 'কামপীঠ' বা 'ক্যাম্যাখ্যা পীঠ' হ'ল। তাৰ পিছত শিৱই তাতে তপস্যা কৰিবলৈ বহিল। শিৱই তপস্যা কৰিবলৈ লোৱাত দেৱতাসকল সন্ত্ৰস্ত হৈ পৰিল, আৰু শিৱৰ তপস্যা ভঙ্গ কৰিবলৈ কামদেৱক পঠিয়ালে। কামদেৱে পুষ্পশৰ প্ৰয়োগ কৰি শিৱৰ তপস্যা ভঙ্গ কৰিলে। শিৱ অত্যন্ত ক্ৰোধান্বিত হ'ল আৰু তেওঁৰ তৃতীয় নয়নৰ অগ্নি দৃষ্টিৰে কামদেৱক পুৰি ভস্ম কৰিলে। পিছত কামদেৱৰ পত্নী ৰতিদেৱীৰ কাকুতি-মিনতিত সন্তুষ্ট হৈ শিৱই কামদেৱৰ প্ৰাণ দান কৰে। এই ঠাইতে কামদেৱে নিজ-ৰূপ ঘূৰাই পাইছিল কাৰণে ঠাইখনৰ নাম হ'ল 'কামৰূপ'।

কালিকা পুৰাণমতে কিন্তু নৰকে ৰাজত্ব স্থাপন কৰাৰ পিছৰ পৰাহে এই দেশৰ নাম 'কামৰূপ' হয়। এই পুৰাণমতে বিষ্ণুৱে নিজে পুত্ৰ নৰকক কামৰূপলৈ আনে। ঘটকাসুৰক পৰাস্ত কৰাৰ পিছত বিষ্ণুৱেই নৰকক ইয়াৰ ৰাজপাটত বহুৱায়। বিষ্ণুৰ আদেশতে নৰকে ক্যামাখ্যা দেৱীৰ পূজা কৰিবলৈ লৈছিল।* পিছলৈ শোণিতপুৰৰ ৰজা বাণাসুৰৰ প্ৰভাৱত নৰক

* এই খিনিতে অপ্ৰাসঙ্গিক হ'লেও উল্লেখ কৰিব পাৰি যে বিষ্ণুৱে নৰকক ক্যামাখ্যাৰ পূজা কৰিবলৈ কোৱাৰ পৰা বুজিব পাৰি যে ইতিহাসে ঢুকি পোৱাৰো আগৰে পৰা কামাখ্যা দেৱীৰ সৰ্বভাৰতীয় খ্যাতি আছিল।

অত্যাচাৰী আৰু কামুক হৈ পৰে। এওঁ ষোড়শ হেজাৰ কন্যা আনি কৰ্মনাশাত লুকুৱাই ৰাখিছিল। শেষত কামাখ্যাদেৱীকো বিয়া কৰাবলৈ আগবাঢ়ে। দেৱীয়ে কেইটামান চৰ্ত আৰোপ কৰে যে, যদি নৰকে একে ৰাতিৰ ভিতৰতে কামাখ্যা-মন্দিৰ, পুখুৰী আৰু মন্দিৰলৈ যোৱা খটখটি নিৰ্মাণ কৰাই দিব পাৰে তেনেহলে তেওঁ নৰকৰ পত্নীত্ব গ্ৰহণ কৰিবলৈ মান্তি হ'ব পাৰে। সেইমতে নৰকে ৰাতিৰ ভিতৰতে মন্দিৰ, পুখৰী আৰু খটখটিৰ কাম প্ৰায় সম্পূৰ্ণ কৰি তোলে। দেৱীয়ে নৰকৰ কাৰ্যত বাধা দিবলৈকে বুদ্ধি কৰি কুকুৰাৰ ডাক দিয়াই ৰাতি পুওৱাৰ জাননী দিয়ে। নৰকে তেতিয়া হাৰ মানিবলৈ বাধ্য হ'ল। খঙতে নৰকে সমস্ত কুকুৰা কাটিবলৈ আজ্ঞা দিলে। কামাখ্যাৰ ওচৰত থকা 'কুকুৰাকটা চকী'য়ে আজিও সেই কাহিনীকে সোঁৱৰায়। এই কাহিনীমতে নৰকেই পোনতে কামাখ্যা মন্দিৰ নিৰ্মাণ কৰায়।

৺গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী' মতে ইয়াৰ বহু যুগ পিছত খ্ৰীঃ ১৬ শতিকাৰ কোচ ৰজা বিশ্বসিংহই মাটিৰ তলত পোত খাই থকা কামাখ্যা মন্দিৰৰ ভগ্নাৱশেষ খান্দি উলিয়াই নকৈ নিৰ্মাণ কৰায়। প্ৰবাদ আছে যে ইয়াৰ আগতে সেই ঠাইত গাৰোসকলে গাহৰি, কুকুৰা কাটি দেৱীক পূজা দিছিল। বিশ্বসিংহই কনৌজ আদি ঠাইৰ পৰা পূজাৰী ব্ৰাহ্মণ আনি পূজা সেৱাৰ ব্যৱস্থা কৰায়। ইয়াৰ পিছত বঙ্গৰ নবাৱ চুলেমানৰ সেনাপতি কালাপাহাৰে কামৰূপ আক্ৰমণ কৰি মঠ-মন্দিৰ ভাঙি চূৰমাৰ কৰে। কোচৰজা নৰনাৰায়ণে ভঙা কামাখ্যা মন্দিৰ আকৌ নতুনকৈ সজায় আৰু কেন্দুকলাই নামৰ ব্ৰাহ্মণ এজন আনি পূজা-সেৱাৰ কামত নিয়োগ কৰে। এই কেন্দুকলায়ে গোপনে ৰজা নৰনাৰায়ণক দেৱীৰ নৃত্য দেখুৱায়। ফলত দেৱীৰ ৰোষত পৰি ব্ৰাহ্মণৰ মুণ্ডপাত হয় আৰু নৰনাৰায়ণৰ বংশৰ কোচবিহাৰ, দৰং, বিজনী, বেলতলাৰ ৰাজপৰিয়ালৰ লোকসকল দেৱী দৰ্শনৰ পৰা বঞ্চিত হয়।

কামৰূপ শব্দটোৰ পৌৰাণিক ব্যাখ্যাৰ উপৰি আধুনিক যুগৰ পণ্ডিত-সকলৰ ভিতৰত ড' বাণীকান্ত কাকতিয়ে ইয়াৰ ব্যাখ্যা দিবলৈ যত্ন কৰিছে। তেখেতে অনুমান কৰে যে 'প্ৰাগজ্যোতিষ' নামটো যিদৰে আৰ্যপূৰ্ব কোনো নামৰ আৰ্যীকৰণৰ ফল হোৱাটো সম্ভৱ, সেইদৰে 'কামৰূপ' নামটোও সৃষ্টি হোৱা অসম্ভৱ নহয়। অষ্ট্ৰিক গোষ্ঠীৰ চাওতালী ভাষাত 'কামৰু' বা 'কাম্বৰু' বুলি এটা শব্দ আছে। ই এগৰাকী দেৱীক বুজায়। এই শব্দটোৱে মৰাশ, মন্ত্ৰ, মন্ত্ৰ কৰি মৰাক জীওৱা আদি অৰ্থ প্ৰকাশ কৰে। হয়তো মৰা



মানুহ জীওৱা বা তেনেধৰণৰ কোনো কিংবদন্তী প্ৰাচীন অধিবাসীসকলৰ মাজত আছিল। তাৰ পৰাই 'কাম্‌ৰু' শব্দৰ লগত স্থানবাচক-'ত' পৰসৰ্গ যোগ হৈ 'কামৰুত' হয়; আৰ্যসকলে 'কামৰুত' শব্দটোক 'কামৰূপ' কৰিলে। কামদেৱে মৰাৰ পৰা পুনৰ্জীৱন পোৱা পৌৰাণিক কাহিনীটোও 'কামৰূপ' নামটোৰ লগত সংযোজিত কৰে। তন্ত্ৰ-মন্ত্ৰ, ইন্দ্ৰজাল, যাদু বিদ্যা, ভৌতিক বিদ্যা আদিৰ কাৰণে 'কামৰূপ' প্ৰসিদ্ধ। এনেবোৰ কথাৰ কাৰণেই ঠাইখনৰ নাম 'কামৰূপ' হ'ল। ইয়াতো ধ্বনিসাম্যই 'কাম্‌ৰু' বা 'কামৰুত'ক 'কামৰূপ' কৰাত সহায় কৰিছে।

খ্ৰীঃ ১৩শ শতিকামানলৈ এই দেশৰ নাম 'কামৰূপ' আছিল। প্ৰায় সেই শতিকাতে 'শান' (বা 'শাম') সকল পাটকাই পৰ্বত পাৰ হৈ সৌমাৰপীঠত সোমায় আৰু ক্ৰমে ইয়াত ৰাজত্ব স্থাপন কৰে। সম্ভৱতঃ তেতিয়াৰ পৰাই 'শান'সকল 'অচম', 'অসম' 'অহম', 'আহোম' নামে জনাজাত হয়। পিছলৈ তেওঁলোকে জয় কৰা ৰাজ্যখনৰ নাম অসম হয়। 'অসম' নামটো সম্পৰ্কেও বিভিন্ন পণ্ডিতৰ বিভিন্ন মত পোৱা যায়। 'আসাম বুৰঞ্জী'ত উল্লেখ কৰা মতে, কোনো কোনোৱে কয় যে ঠাইখন ওখ-চাপৰ আৰু পৰ্বত-পাহাৰেৰে ভৰা কাৰণে আৰ্যাৱৰ্তৰ সমতল অঞ্চলৰ পৰা অহা আৰ্যসকলে এই ঠাইক 'অসম' (অৰ্থাৎ অসমান) নাম দিলে। আৰ্যসকল খ্ৰীঃ ১৩শ শতিকাৰ বহু আগতে এই দেশলৈ আহিছিল। তেওঁলোকে 'অসম' নামটোৰ সৃষ্টি কৰা হ'লে ত্ৰয়োদশ শতিকাৰ কেবাশ বছৰ আগৰ পৰাই 'অসম' নামটো থাকিব লাগিছিল। আকৌ বেডেন পাৱেলে 'Indian Village Community' নামৰ পুথিত মত প্ৰকাশ কৰিছে যে বড়ো ভাষাৰ 'হা-চোম' (অৰ্থাৎ নিম্নভূমি বা সমভূমি) শব্দৰ পৰা 'হাচাম', 'আচাম', 'অচম', 'অসম' শব্দৰ সৃষ্টি হৈছে। বিষ্ণু ৰাভায়ো এই মত পোষণ কৰে। কিন্তু 'হাচাম' শব্দৰপৰা হোৱা হ'লে পোনতে দেশখনৰ নামহে 'অচম' বা 'অসম' হ'ব লাগিছিল। সেইটো হোৱা হ'লে এই ঠাইৰ স্থানীয় লোক সকলকহে 'অচম' বা 'অহম' বা 'আহোম' বুলিব লাগিছিল। কিন্তু স্থানীয় মানুহক 'আহোম' নুবুলি ন-কৈ এই দেশলৈ অহা মানুহখিনিকহে 'অচম' বা 'আহোম' বোলা হ'ল। তদুপৰি আহোমসকল অহাৰ বহু আগৰপৰাই বড়োসকল এই দেশত আছিল। তেওঁলোকৰ ৰাজত্ব কালতে 'অচম', 'অসম' নাম থাকিব লাগিছিল; কিন্তু আহোমসকল অহাৰ পিছতহে 'অসম' নাম হ'ল। গতিকে বড়ো ভাষাৰপৰা 'অচম' বা 'অসম' হোৱা বুলি মানি লবলৈ টান হয়।

কোনো কোনোৱে আকৌ কয় যে বিজয়ী 'শান' ( বা 'টাই' ) জাতিৰ মানুহখিনিৰ বুদ্ধি-বৃত্তি, বল-বিক্ৰমত মুগ্ধ হৈ স্থানীয় মানুহে তেওঁলোকক 'অসম' ( অৰ্থাৎ বুদ্ধি আৰু পৰাক্ৰমত শ্ৰেষ্ঠ ) বুলিবলৈ লৈছিল। ৺গুণাভিৰাম বৰুৱাই উল্লেখ কৰিছে যে 'অহম' বা 'আহোম' শব্দৰ পৰিবৰ্তনৰ ফলত 'অসম' নামটোৰ সৃষ্টি হৈছে। ড° বাণীকান্ত কাকতিৰ মত হৈছে যে ইয়ালৈ নতুনকৈ অহা জাতিটোৱে নিজকে 'টাই' বা 'শান' বুলিছিল। 'টাই' ভাষাত 'চাম' ধাতুৰ অৰ্থ হৈছে 'পৰাজিত'। ইয়াৰ লগত নিষেধাৰ্থত আৰ্যভাষাৰ 'আ'-উপসৰ্গ যোগ কৰাত 'আচাম' হ'ল—এই 'আচাম' শব্দটোৱে বিজয়ী শান সকলক বুজাইছিল। তেখেতৰ মতে 'আচাম' শব্দটোৱে ৰূপ সলনি হৈ 'অচম', 'অহম', 'আহোম' হয়; পিছলৈ 'আচাম'সকলে জয় কৰা দেশখনৰ নামো 'অচম' বা 'অসম' হয়। এই 'অসম' শব্দটো 'আচাম' শব্দৰে সংস্কৃতীকৰণৰ (Sanskritisation) ফল।

অৱশ্যে এই খিনিতে প্ৰশ্ন হয় যে 'আচাম' শব্দটো যদি আহোমসকলে সৃষ্টি কৰা শব্দ হয়, তেনেহলে তেওঁলোকে 'বিজয়ী' অৰ্থবোধক অন্য শব্দ ব্যৱহাৰ নকৰিলে কিয়? নাইবা যদি ধৰা হয় যে 'আচাম' শব্দটো স্থানীয় লোকে সৃষ্টি কৰা, তেতিয়াও প্ৰশ্ন হয়—স্থানীয় লোকসকলে নিজৰ ভাষাৰ শব্দ নলৈ 'টাই' ভাষাৰ 'পৰাজিত' অৰ্থবোধক 'চাম' শব্দটো কিয় ললে? অৱশ্যে এনে হ'ব পাৰে যে, 'টাই'সকলে ( অৰ্থাৎ আহোমসকলে ) পৰাজিত কৰা স্থানীয় লোকসকলক 'চাম্' বুলিছিল আৰু স্থানীয় লোকসকলে তেওঁলোকক 'আচাম' বুলিছিল। গতিকে ড° কাকতিকে আদি কৰি ভাষাতাত্ত্বিকসকলৰ মতৰ সমন্বয়ত সিদ্ধান্ত কৰিব পাৰি যে বিজয়ী টাই বা শানসকল মূলতে 'শাম্' আছিল। সৌমাৰপীঠত ৰাজত্ব স্থাপন কৰাৰ পিছতো তেওঁলোকে নিজকে 'শাম্' বা 'চাম' বুলিয়েই পৰিচয় দিছিল। তাৰ পৰাই 'চাম', 'আচাম', 'অচম', 'অসম', 'অহম', 'আহোম' শব্দৰ সৃষ্টি হয়। পোনতে বিজয়ী 'শান' বা 'টাই' সকলক বুজাবলৈ এই শব্দকেইটা ব্যৱহাৰ হৈছিল। পিছলৈ তেওঁলোকে জয় কৰা দেশখনক 'অচম' বা 'অসম' বোলা হ'ল। আৰু পিছলৈ এই অসম দেশৰ অধিবাসীসকল 'অসমীয়া' নামে জনাজাত হ'ল। গতিকে 'অচম' বা 'আচাম' শব্দৰ সংস্কৃতীকৰণৰ ফলত 'অসম' শব্দটো সৃষ্টি হৈছে বুলিব পাৰি।

'অসম' বুলিলে আগতে সৌমাৰপীঠকে ধৰি বৰ্তমানৰ অসমৰ পূবখণ্ডকহে বুজাইছিল। খ্ৰীঃ ১৬-১৭শ শতিকাৰ ভিতৰত ৰচিত 'দৰং ৰাজবংশাৱলী,'



দৈত্যাৰি ঠাকুৰৰ 'শঙ্কৰ-চৰিত', 'কথাগুৰুচৰিত' আদি পুথিত আৰু ইয়াৰ আগতে ৰচিত শঙ্কৰদেৱ আদি বৈষ্ণৱ সাহিত্যিকসকলে ৰচনা কৰা পুথিত 'অচম', 'অসম' বা 'আসাম' আদি শব্দেৰে আহোম সকলকহে বুজোৱা হৈছিল। সেইসময়ত 'অসম দেশ' কথাষাৰ নাইবা দেশখনৰ নাম হিচাপে 'অসম' শব্দটোৰ ব্যৱহাৰ সম্প্ৰচলনিকৈ হোৱা নাছিল। ইংৰাজসকল এই দেশলৈ অহাৰ পিছতহে দেশখন বুজাবলৈ 'অসম' শব্দটো ব্যৱহাৰ হবলৈ ধৰে। পিছলৈ প্ৰাচীন কামৰূপ ৰাজ্য সংকুচিত হৈ কামৰূপ জিলা হিচাপেহে অৱশিষ্ট থাকে।

আহোমসকলে অসমত ৰাজত্ব স্থাপন কৰাৰ আগতে এই দেশত কোচ, কছাৰী, চুতীয়া, মৰাণ বাৰভূঞা আদিয়ে বিভিন্ন অঞ্চলত ৰাজত্ব কৰিছিল। সোৱণশিৰি আৰু দিচাঙ নৈৰ ওচৰে পাজৰে চুতীয়া আৰু মৰাণ ৰাজ্য, তাৰ পশ্চিমে ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে বাৰভূঞাসকলৰ ৰাজ্য আছিল। আহোম-সকলে এই সৰু সৰু ৰাজ্যবোৰ জয় কৰি ক্ৰমান্বয়ে আহোম ৰাজ্যৰ ভিতৰুৱা কৰে। ভগদত্ত, ভাস্কৰ বৰ্মণ, নৰনাৰায়ণ আদি ৰজাৰ দিনৰ প্ৰাগজ্যোতিষ বা কামৰূপ ৰাজ্যৰ বিশাল ভৌগোলিক পৰিসীমা পিছলৈ গৃহ-কন্দল, যুদ্ধ-বিগ্ৰহ আদিৰ কাৰণে সংকুচিত হৈ পৰিছিল। আহোমসকলে সেই সীমা আকৌ বিস্তাৰ কৰিবলৈ ধৰে। অসমৰ বুৰঞ্জীৰ পৰা জনা যায় যে চুহুংমুং দিহিঙীয়া ৰজাৰ দিনত ১৫২৭ খ্ৰীষ্টাব্দত আহোমসকলে মুছলমানৰ আক্ৰমণ প্ৰতিহত কৰে, আৰু ১৫৩২ খ্ৰীষ্টাব্দত কৰতোৱা নদীলৈকে অসম ৰাজ্যৰ পশ্চিম সীমা বিস্তাৰ কৰে। বিজয়ৰ চিন স্বৰূপে আহোমসকলে কৰতোৱাৰ পাৰত এটি মন্দিৰ নিৰ্মাণ কৰায় আৰু এটি পুখুৰী খন্দায়।

প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত অসমৰ ওপৰত কেবাবাৰো মোগল আক্ৰমণ হয়। জয়-পৰাজয়ৰ মাজেৰে গৈ শেষত ১৬৩৮ খ্ৰীষ্টাব্দত আহোমমোগলৰ সন্ধি হয়। সেই সন্ধিমতে বৰনদী আৰু অসুৰৰ আলি ( অৰ্থাৎ মোটামুটিভাৱে বৰ্তমানৰ কামৰূপ আৰু দৰং জিলাৰ মাজৰ সীমা ) আহোম ৰাজ্য আৰু মোগল অধিকৃত ৰাজ্যৰ মাজৰ সীমা নিৰ্ধাৰিত হয়।

গেইটৰ অসম বুৰঞ্জী মতে ১৬৬২ খ্ৰীষ্টাব্দত মীৰজুমলাই অসম আক্ৰমণ কৰা সময়ত তেওঁৰ লগত অহা চাহাবুদ্দিনে অসমৰ যি বৰ্ণনা দি গৈছে তাৰপৰা জনা যায় যে সেই সময়ত অৰ্থাৎ ১৭শ শতিকাৰ মাজভাগত অসম দেশখন দীঘে গুৱাহাটীৰপৰা শদিয়ালৈ ২০০ কোশ ( ক্ৰোশ ) আৰু পথালিয়ে মিৰি, মিচিমি, ডফলা আদি পৰ্বতৰ পৰা দক্ষিণলৈ ৭ দিনৰ পথ আছিল।

ইয়াৰ পিছত বিখ্যাত শৰাইঘাটৰ যুদ্ধত অসমৰ বীৰ সেনাপতি লাচিত বৰফুকনে মোগল সেনাপতি ৰামসিংহক পৰাস্ত কৰি গোৱালপাৰালৈ অসমৰ সীমা বিস্তাৰ কৰে।

১৭শ শতিকাৰ শেষৰ ফালে মহাৰাজ ৰুদ্ৰসিংহ আহোম ৰাজপাটত উঠা সময়ত অসমৰ সীমা মানাহ নদীলৈকে ( অৰ্থাৎ গোৱালপাৰাৰ ওচৰলৈকে) আছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে কৰতোৱালৈকে ৰাজ্যখণ্ড জয় কৰি প্ৰাচীন কামৰূপ ৰাজ্যৰ সীমা পুনৰুদ্ধাৰ কৰিবলৈ মন কৰে। এই উদ্দেশ্যে তেওঁ ওচৰ-চুবুৰীয়া জয়ন্তা, কছাৰী, ত্ৰিপুৰা আদি সৰু ডাঙৰ ৰাজ্যবোৰৰ লগত, ছল, বল, কৌশল প্ৰয়োগ কৰি মিত্ৰতা স্থাপন কৰিছিল। কিন্তু বঙ্গদেশ জয় কৰি প্ৰাচীন অসমৰ সীমা বিস্তাৰ কৰি বৃহত্তৰ অসম পুনঃ প্ৰতিষ্ঠা কৰাৰ মহান প্ৰচেষ্টা কাৰ্যকৰী কৰিবলৈ পোৱাৰ আগতে এইজনা স্বৰ্গদেৱক কালে হৰণ কৰিলে। স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনতে আহোম ৰাজত্বৰ গৌৰৱ মধ্যাহ্ন সূৰ্যৰদৰে উচ্চতম শিখৰ পায়। ইয়াৰ পিছতে আহোম ৰাজত্বৰ গৌৰৱ ৰবি লহিয়াবলৈ আৰম্ভ কৰে। ১৯শ শতিকাৰ মোৱামৰীয়া বিদ্ৰোহ দমন কৰিবলৈ স্বৰ্গদেৱ গৌৰীনাথসিংহই চুবুৰীয়া বঙ্গদেশত ইতিপূৰ্বে শাসন প্ৰতিষ্ঠা কৰা ইংৰাজসকলৰ সহায় বিচাৰিছিল। তাৰে সুযোগ লৈ কেপ্টেইন ৱেলছ্‌ৰ সেনাপতিত্বত প্ৰথম দল ইংৰাজে অসমৰ মাটিত খোজ পেলায়। ১৯শ শতিকাৰ আৰম্ভণিতে কেইবছৰমান অসম মানৰ অধীনত আছিল। বদন বৰফুকনে অসমলৈ অনা মানবোৰে অসমীয়া প্ৰজাৰ ওপৰত অকথনীয় অত্যাচাৰ কৰাৰ উপৰি অসম ৰাজ্যৰ সীমাত থকা ইংৰাজৰ ৰাজ্যতো অলপ অচৰপ উতপাত কৰিছিল। ফলস্বৰূপে ইংৰাজৰ লগত মানৰ যুদ্ধ হয়। যুদ্ধত মানসকল পৰাস্ত হয়। ১৮২৬ চনত ইংৰাজসকলৰ লগত হোৱা সন্ধি সূত্ৰে মানসকলে অসম দেশখন ইংৰাজক এৰি দিবলৈ বাধ্য হয়। ইয়াৰ পিছতে অসমত ইংৰাজ ৰাজত্ব স্থাপন হয়। ১৮৫৪ চনত খাছী-জয়ন্তীয়া পাহাৰ, ১৮৬৬ চনত গাৰো পাহাৰ আৰু নগা পাহাৰ ইংৰাজ-শাসনাধীন অসমৰ অন্তৰ্ভুক্ত হয়। সেইখিনি সময়তে গোৱালপাৰা, কাছাৰ আৰু ছিলেটো অসমৰ অন্তৰ্ভুক্ত হয়। এইদৰে ১৯শ শতিকাৰ শেষৰ ফালে সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকা, সুৰমা উপত্যকা, গাৰো পাহাৰ, খাছী-জয়ন্তীয়া পাহাৰ, লুচাই পাহাৰ, নগা পাহাৰ আৰু বৰ্তমানৰ অৰুণাচলৰ অন্তৰ্গত বেছি ভাগ ঠাই বৃটিছ অধিকৃত অসমৰ ভিতৰুৱা হয়।



প্ৰথম দল ইংৰাজৰ লগত অহা ড° জে, পি ৱেড চাহাবে অসমৰ বুৰঞ্জীৰ লগতে 'A Geographical Sketch of Assam' বুলি ভৌগোলিক টোকা এটিও লিখি থৈ যায়। তাৰ পৰা জনা যায় যে ১৮০০ খ্ৰীষ্টাব্দত অসম ৰাজ্যখন দীঘে প্ৰায় ৭০০ মাইল, পথালিয়ে ৬০ৰ পৰা ৮০ মাইল আছিল। সেই সময়ত অসমৰ মাটি কালি আছিল প্ৰায় ৬০,০০০ বৰ্গ মাইল।

১৮৭৫ চনত ৺গুণাভিৰাম বৰুৱাই লিখা 'আসাম বুৰঞ্জী'ৰ পৰা জনা যায় যে "অসম দেশৰ পূৰ্ব সীমা মিচিমি, চিংফৌ প্ৰভৃতি জাতি থকা পৰ্বত বিলাক। পশ্চিম সীমা মানাহ নদী আৰু গোয়ালপাড়া জিলাৰ হাবড়াঘাট পৰগনা। উত্তৰ সীমা ভোট, আঁকা, ডফলা আৰু আবৰ থকা পৰ্বত শ্ৰেণী, আৰু দক্ষিণ সীমা নগা, খাছীয়া আৰু গাৰোবিলাক থকা পৰ্বত। ইয়াৰ পৰিমাণ ফল পৰ্বত ভাগ এৰিলে ১৭,০৪৪ বৰ্গ মাইল। ইয়াৰ যাৱতীয় প্ৰজাৰ সংখ্যা ১৭৭৬০৩৯ জন।"

১৯৪৭ চনত ভাৰতৰ লগতে অসমেও বৃটিছ শাসনৰ পৰা মুক্তি লাভ কৰে, কিন্তু সেই সময়তে ভাৰত বিভাজন হোৱাত উত্তৰ-পশ্চিম ভাৰতৰ একাংশ আৰু পূব ভাৰতৰ কিছু ঠাই পাকিস্তানৰ অন্তৰ্ভুক্ত হয়। অসমৰো কৰিমগঞ্জক বাদ দি ছিলেটৰ বাকী অংশ পাকিস্তানৰ ভিতৰুৱা হয়। ভাৰত বিভাজনৰ সময়ত অসমৰ চাৰিসীমা আছিল—পূবে চীন আৰু ব্ৰহ্মদেশৰ অংশ বিশেষ, পশ্চিমে পূব পাকিস্তান, উত্তৰে ভূটান আৰু নেপাল, দক্ষিণে পূব পাকিস্তান আৰু ব্ৰহ্মদেশৰ অংশ বিশেষ। আন কথাত, পূবে পাটকাই পৰ্বত, পশ্চিমে সোণকোষ নদী, উত্তৰে নেপাল আৰু ভূটান, দক্ষিণে চট্টগ্ৰাম আৰু ত্ৰিপুৰাৰ পৰ্বতমালা। ভাৰত বিভাজনৰ পিছতো এই ভৌগোলিক পৰিসীমা আছিল। ড° হৰিপ্ৰসন্ন দাসে উল্লেখ কৰা মতে ১৯৬১ চনত অসমৰ মাটি কালি জনজাতীয় অঞ্চল ধৰি প্ৰায় ৪৭,০৯১ বৰ্গ মাইল বা ১,২১,৯১৩ বৰ্গ কিলোমিটাৰ আৰু জনসংখ্যা প্ৰায় ১১,৮৭২,৭৭২ জন আছিল।

ইয়াৰ পিছত ৰাজ্য পুনৰ্গঠন আয়োগৰ পৰামৰ্শক্ৰমে অসম ৰাজ্যখনতো কিছু ভঙা-গঢ়া হয়। ১৯৬৩ চনত নগাভূমি, ১৯৭১ চনত মেঘালয়, মিজোৰাম আৰু ১৯৭২ চনত অৰুণাচল প্ৰদেশৰ সৃষ্টি হোৱাত এইবোৰ ঠাই অসমৰ পৰা বিচ্ছিন্ন হৈ যায়। নগা পাহাৰ, খাছী-জয়ন্তীয়া পাহাৰ,

লুচাই পাহাৰ, বালিপাৰা সীমান্ত, সোৱণশিৰি আদি ঠাই অসমৰ পৰা কালি নি একোটা স্বকীয়া শাসন-গোটত পৰিণত কৰাৰ ফলস্বৰূপে অসমৰ ভৌগোলিক পৰিসীমা আকৌ এবাৰ ঠেক হৈ পৰিল। বৰ্তমান অসমৰ মাটি কালি ৭৮,৫৩২ বৰ্গ কিলোমিটাৰ আৰু ১৯৭১ চনৰ লোক পিয়ল মতে অসমৰ জনসংখ্যা প্ৰায় ১৪,৯৫২,১০৮ জন।

অসম দেশৰ প্ৰাচীনতম ৰাজধানী হিচাপে নৰকাসুৰৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰৰ নামেই পোৱা যায়। ৰামায়ণৰ মতে এই প্ৰাগজ্যোতিষপুৰ বৰুণালয় অৰ্থাৎ সাগৰৰ পাৰত, বৰাহ পৰ্বত নামৰ স্বৰ্ন-শিখৰযুক্ত পৰ্বতৰ ওপৰত অৱস্থিত আছিল। এই নগৰ তেতিয়াৰ দিনত ৬৪ যোজন অৰ্থাৎ প্ৰায় ১৫০ মাইল ব্যাপি আছিল। ভাস্কৰ বৰ্মণৰ সময়লৈকে প্ৰাগজ্যোতিষপুৰেই প্ৰাচীন অসমৰ ৰাজধানী আছিল। ভাস্কৰ বৰ্মণৰ কিছু বছৰ পিছত, বৰ্তমান তেজপুৰৰ ওচৰৰ 'হাটপেশ্বৰ' বা 'হাৰুপ্পেশ্বৰ'ত ৰাজধানী আছিল। ৯ম-১০ম শতিকামানলৈ ৰাজধানী তাতে আছিল। তাৰ পিছত প্ৰাগজ্যোতিষপুৰৰ ওচৰতে লৌহিত্যৰ পাৰৰ 'দুৰ্জয়া' নামৰ ঠাইত ৰাজধানী পতা হয় ( কোনো কোনোৰ মতে দুৰ্জয়া প্ৰাগজ্যোতিষপুৰৰে অন্য এটা নাম )। ১৩শ শতিকাৰ আগভাগলৈকে তাতে ৰাজধানী আছিল। ইয়াৰ পিছত প্ৰাচীন অসমৰ ৰাজধানী বৰ্তমানৰ কোচবিহাৰৰ অন্তৰ্গত কমতাপুৰলৈ যায়। নৰনাৰায়ণ ৰজাৰ দিনলৈকে তাতে থাকে। অৱশ্যে ইতিমধ্যে আহোমসকলে সোমাৰপীঠত খোপনি পুতি ক্ৰমান্বয়ে পশ্চিমৰ ফালে আগুৱাই আহে। আহোম ৰাজত্বৰ কালছোৱাত বৰ্তমান শিৱসাগৰৰ অন্তৰ্গত গড়গাওঁ-ৰংপুৰ অসমৰ ৰাজধানী আছিল। ইংৰাজসকল অহাৰ পিছত তেওঁলোকে বৰ্তমান মেঘালয়ৰ অন্তৰ্গত শ্বিলঙত অসমৰ ৰাজধানী পাতে। শ্বিলঙত ৰাজধানী থকা সময়তো অসমৰ বেচৰকাৰী ৰাজধানী গুৱাহাটীতে আছিল বুলিব লাগে। সম্প্ৰতি অসমৰ ৰাজধানী প্ৰাচীন প্ৰাগজ্যোতিষ-পুৰতে অৰ্থাৎ গুৱাহাটীৰ পৰা ৫ মাইল পূবে 'দিছপুৰ' নামৰ ঠাইত অস্থায়ী-ভাৱে পতা হৈছে। পণ্ডিতসকলে মত প্ৰকাশ কৰে যে এই দিছপুৰ নামটো প্ৰাচীন 'প্ৰাগজ্যোতিষপুৰ' নামৰে অপভ্ৰংশ অৰ্থাৎ পৰিৱৰ্তিত বা ক্ষয়প্ৰাপ্ত ৰূপ। ড° কাকতিয়ে বড়ো ভাষাৰ 'দিছৈ' শব্দটোৰ পৰা দিছপুৰ হোৱা বুলি অনুমান কৰে। বড়ো ভাষাৰ 'দিছৈ' আৰু আৰ্য্য ভাষাৰ 'প্ৰাগজ্যোতিষ-পুৰ'—এই দুই নামৰ সংমিশ্ৰণত 'দিছপুৰ' হোৱাটো অসম্ভৱ নহয়।



উল্লেখযোগ্য যে অলপতে চৰকাৰে এই ঐতিহ্যমণ্ডিত প্ৰাগজ্যোতিষ-পুৰৰ ওচৰৰে চন্দ্ৰপুৰ নামে ঠাইত অসমৰ ৰাজধানী স্থায়ীভাৱে পতাৰ সিদ্ধান্ত লৈছে।

পৰ্বত পাহাৰেৰে আৱৰা প্ৰকৃতিৰ লীলাভূমি অসম দেশৰ সৌন্দৰ্যৰ কথা হিৱেনচাঙৰ পৰা আৰম্ভ কৰি ইউৰোপীয় পৰ্যটকলৈকে দেশ-দেশান্তৰৰ বহুলোকে মুক্তকণ্ঠে স্বীকাৰ কৰি গৈছে। ৰত্নগৰ্ভা অসমদেশ খনিজ সম্পদ, বনজ সম্পদ আদিৰে নদন-বদন। অসমৰ মাজ মজিয়াৰে বৈ গৈছে মহাবাহু ব্ৰহ্মপুত্ৰ নদ। বৰ্তমান অসমৰ দহখন জিলা গোৱালপাৰা, কামৰূপ, দৰং, নগাওঁ, শিৱসাগৰ, ডিব্ৰুগড়, লক্ষীমপুৰ, উত্তৰ কাছাৰ, কাৰ্বিআংলং আৰু কাছাৰ। ইয়াৰে প্ৰথম সাতখনৰ মাজেৰে পূবৰ পৰা পশ্চিমলৈ ব্ৰহ্মপুত্ৰ বা বৰ লুইত বৈ গৈ ব্ৰহ্মপুত্ৰ উপত্যকাক উত্তৰ কুল আৰু দক্ষিণ কুল—এই দুভাগত বিভক্ত কৰিছে। এই ব্ৰহ্মপুত্ৰ বা লুইতেই অসমীয়াৰ শৌৰ্য-বীৰ্য, সাহিত্য-সংস্কৃতিৰ প্ৰাণ-গঙ্গা। এই নদীৰ বুকুতে পৃথিৱীৰ বৃহত্তম নদী-দ্বীপ মাজুলী অৱস্থিত। বৈষ্ণৱ ধৰ্ম আৰু অসমীয়া সংস্কৃতিৰ কেন্দ্ৰ স্বৰূপ এই মাজুলী অসম মাতৃৰ কপালৰ তিলক স্বৰূপ। কিন্তু ব্ৰহ্মপুত্ৰৰ প্ৰবল বানপানীৰ কাৰণে মাজুলীত অৱস্থিত বৈষ্ণৱ সত্ৰসমূহ সম্প্ৰতি স্থানান্তৰিত কৰিব লগীয়া হৈছে। ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈ দিহং, দিবং জীয়াভৰলী, কপিলী, পাগলাদিয়া আদি নদীৰ বানে এফালে যেনেকৈ ধ্বংসৰ তাণ্ডৱলীলা চলায় আনফালে তেনেকৈ অসমৰ পথাৰবোৰ পলসেৰে উৰ্বৰা কৰি থৈ যায়। সেয়ে অসমৰ নদী-সমূহক অসমীয়াৰ হাঁহি আৰু চকুলোৰ লগৰী বুলিব পাৰি।

ছটা ঋতুৰ ভিতৰত বৰ্ষা কালটোকেই অসমত প্ৰধান ঋতু বুলিব পাৰি। বসন্তকাল অসমৰ প্ৰকৃতিৰ বাবে ৰঙৰ মেলা। এজাৰ, সোণাৰু পলাশ, মদাৰে অসমৰ পৰ্বত ভৈয়াম ৰঙেৰে ওপচাই পেলায়। কপৌ ফুল, কেতেকী ফুলৰ ৰং-ৰূপ, সুবাসে অসমৰ বন-বননিক মোহনীয় কৰি তোলে। কুলি, কেতেকীৰ সুৱদী গীতে সেই ৰঙৰ মেলাত আনন্দৰ সঁহাৰি দিয়ে।

এনেখন সুজলা সুফলা দেশৰ সৌন্দৰ্যত মুগ্ধ হৈয়েই যুগে যুগে কত জাতি-উপজাতিৰ মানুহ এই দেশলৈ আহিল, ইয়াৰ প্ৰাকৃতিক সৌন্দৰ্য, ইয়াৰ মানুহৰ মৌ-সনা মাতত মুগ্ধ হৈ এই দেশতে মন্ত্ৰ-মুগ্ধ হৈ ৰৈ গ'ল

তাৰ লেখ জোখ নাই। কামৰূপ-কামাখ্যাৰ তন্ত্ৰ-মন্ত্ৰয়েই যে বিদেশীক মুগ্ধ কৰিছিল এনে নহয়—এই দেশৰ প্ৰকৃতিৰ সাদৰ আহ্বান, ইয়াৰ মানুহৰ উদাৰ আতিথ্য আৰু ইয়াৰ নাৰীৰ সৌন্দৰ্য, মৌ-মিঠা মাতেহে তেওঁলোকক বেছি মন্ত্ৰ মুগ্ধ কৰিছিল। প্ৰাচীন কামৰূপৰ ৰাজকন্যা অমৃতপ্ৰভাই সুদূৰ কাশ্মীৰৰ ৰাজকোঁৱৰ মেঘবাহনৰ অন্তেষপুৰ শুৱনি কৰিছিল বুলি কলহন বিৰচিত 'ৰাজ তৰঙ্গিনী'ত উল্লেখ আছে। আহোম ৰাজকন্যা হেমো আইদেৱে সৌ সিদিনা মাথোন উনবিংশ শতিকাৰ মান ৰজা বডোয়াফাক মন্ত্ৰ মুগ্ধ কৰিব পাৰিছিল। তাৰ ফলতে নিৰ্মিত হৈছিল ব্ৰহ্মদেশৰ ভামো নগৰী। এই অসম দেশতে জন্ম গ্ৰহণ কৰিছিল, সতী জয়মতীয়ে—বীৰাঙ্গনা মূলাগাভৰুৱে। প্ৰাচীন কালৰ পৰা বিভিন্ন মানৱ গোষ্ঠীৰ, বিভিন্ন জাতিৰ, বিভিন্ন ধৰ্মৰ, বিভিন্ন ভাষা-ভাষী মানুহ ইয়ালৈ আহি লুইত পৰীয়া অসমীয়া সংস্কৃতিত তৰপে তৰপে পলস পেলাই মহান অসমীয়া সংস্কৃতি গঢ়ি তুলিলে। পণ্ডিত হুমায়ুন কবীৰে ভাৰতৰ বিষয়ে এঠাইত কৈছে—'বিভিন্ন জাতিয়ে এই দেশৰ মাটিতে ভেটা-ভেটি হৈছে, ইয়াতে যুদ্ধ-বিগ্ৰহ কৰিছে, ইয়াতেই ভাতৃত্বৰ ডোলেৰে বান্ধ খাইছে। এই দেশে সকলোকে নিজৰ ৰক্ত-প্ৰৱাহৰ সৈতে সামৰি লৈছে···।'

এয়া ভাৰতৰ কথা, এয়া অসমৰো কথা। পৃথিৱীত ক'তো বিচাৰি নোপোৱা এইখনেই অসম দেশ—ঐতিহ্য আৰু ঐশ্বৰ্যত যাৰ তুলনা নাই।

# সংমিশ্ৰণত অসমীয়া জাতি আৰু সংস্কৃতি

**ড° ধীৰেন্দ্ৰ নাৰায়ণ মজুমদাৰ**

## ক. অসমীয়া জাতি গঠনত প্ৰজাতীয় উপাদান

অসমৰ গৌৰৱোজ্জ্বল অতীতৰ আৰম্ভ যে ঐতিহাসিক নাইবা পৌৰাণিক কালতে হৈছিল এনে নহয়। উত্তৰ পূব ভাৰতৰ, বিশেষকৈ অসমৰ প্ৰাক-ইতিহাসে অসমৰ সংস্কৃতিৰ এক গৌৰৱময় অতীতৰ সূচনা কৰে। সেই প্ৰাগৈতিহাসিক কালত বিৰাজ কৰা সংস্কৃতিসমূহৰ এতিয়া কোনো চিন-চাব নোহোৱা হৈ পৰিছে। প্ৰাগৈতিহাসিক সংস্কৃতিৰ উম পোৱা যায় মাটিৰ তলত সঞ্চিত সেই সংস্কৃতিৰ বস্তুগত অৱশেষসমূহৰ পৰা আৰু সেই সংস্কৃতিৰ বাহকসকলৰ নৰকংকালৰ অৱশেষসমূহৰ পৰা। কিন্তু দুৰ্ভাগ্যবশতঃ অসমৰ জলবায়ু আৰু মাটি এনেকুৱা যে ইয়াৰ মাটিৰ তলত প্ৰাগৈতিহাসিক কালৰ বস্তুগত সংস্কৃতিৰ অৱশেষসমূহ নাইবা নৰদেহৰ অংশসমূহ ধ্বংস নোহোৱাকৈ সৰহ দিন থাকিব নোৱাৰে। জীৱাশ্ম তৈয়াৰ হবলৈ যেনেকুৱা মাটিৰ প্ৰয়োজন অসমৰ মাটি তেনেকুৱা নহয়। সেই কাৰণেই উত্তৰ পূব ভাৰতত, বিশেষকৈ অসমত যি জীৱাশ্ম পোৱা হৈছে, সি অতি নগণ্য আৰু তাৰপৰা প্ৰাগৈতিহাসিক সংস্কৃতিৰ বিষয়ে তথ্যাদি আহৰণ কৰা দুৰুহ। অৱশ্যে যদিও অসমৰ মাটিয়ে প্ৰাগৈতিহাসিক সংস্কৃতিৰ অৱশেষসমূহ বিলীন কৰি পেলাইছে, তথাপি প্ৰস্তৰযুগৰ শিলৰ আহিলাবোৰ নষ্ট কৰি পেলাব পৰা নাই। সেই শিলৰ আহিলাবোৰৰ পৰা আমি জানিব পাৰোঁ যে প্ৰাগৈতিহাসিক অসমত চামে চামে সংস্কৃতিৰ বাহক আহি বসবাস কৰিবলৈ লৈছিল, আৰু সেই সংস্কৃতিসমূহে অসমক কেৱল ভাৰতৰ অন্যান্য অংশৰ লগতেই নহয় আনকি সুদূৰ পশ্চিম আৰু সুদূৰ পূবৰ প্ৰাগৈতিহাসিক মানৱ গোষ্ঠীসমূহৰ লগতো সংস্কৃতিৰ এনাজৰীৰে বান্ধিছিল। কিন্তু এই অতি প্ৰাচীন সংস্কৃতিসমূহক গঢ় দিওঁতা মানুহবোৰনো কোন আছিল? সেই মানুহবোৰেই বৰ্তমান অসমত আৰু ওচৰ চুবুৰীয়া ৰাজ্য আৰু ওচৰ চুবুৰীয়া দেশসমূহত বসবাস কৰা সম্প্ৰদায়

সমূহৰেই আদি পুৰুষ নেকি ? সেই মানুহবোৰ সেই সুদূৰ অতীতত আহিছিলনো ক'ৰ পৰা ? এই প্ৰশ্নবোৰৰ সঠিক উত্তৰ দিবলৈ বৰ্তমান আমাৰ হাতত কোনো বস্তুগত সমল নাই। পৃথিৱীৰ আন আন ঠাইত পোৱাৰ নিচিনাকৈ অসমত আদিম মানৱৰ দেহাৱশেষ পোৱা হোৱা নাই। অৱশ্যে এই কথা অনুমান কৰিব পাৰি যে এই অঞ্চললৈ আহি কোনো সংস্কৃতিয়েই নাইবা সেই সংস্কৃতিৰ বাহকসকল বিচ্ছিন্ন হৈ পৰা নাছিল। এটা সংস্কৃতি আৰু তাৰ বাহকসকল তাৰ আগতে অহা সংস্কৃতি আৰু বাহকসকলৰ লগত সম্মিলিত হৈ পুৰণা সংস্কৃতি আৰু তাৰ বাহকসকলক এটা নতুন জীৱন দান কৰিছিল আৰু নবাগত সংস্কৃতি আৰু তাৰ বাহকসকলে এক নতুনৰূপ লাভ কৰিছিল। এই প্ৰক্ৰিয়া যে বাস্তৱ তাৰ প্ৰমাণ আজিও পোৱা যায়। অসম-ব্ৰহ্ম সীমান্তত, ভূটান-অৰুণাচল সীমান্তত আজিও এই সাংস্কৃতিক আৰু মানৱিক আদান প্ৰদান চলি আছে। ঐতিহাসিক যুগত এই প্ৰক্ৰিয়াৰ সাক্ষ্য দিয়ে আহোমসকলে।

নবপ্ৰস্তৰ যুগত ব্ৰহ্মপুত্ৰ উপত্যকা আৰু তাৰ ওচৰ চুবুৰীয়া পৰ্বতাঞ্চলত যে মানৱ বসতি আছিল তাৰ প্ৰমাণ দিয়ে এই সমগ্ৰ অঞ্চলটোৰ চুকে কোণে আৱিষ্কৃত নবপ্ৰস্তৰ যুগৰ শিলৰ আহিলাবোৰে। এই সংস্কৃতি এই অঞ্চলত বিৰাজ কৰাৰ সঠিক সময় নিৰ্ধাৰণ কৰা সম্ভৱ হোৱা নাই যদিও ভাৰতবৰ্ষৰ আন আন অঞ্চলত আৰু পৃথিৱীৰ আন আন ঠাইত নবপ্ৰস্তৰ যুগৰ কাল নিৰ্ধাৰণৰ লগত তুলনা কৰি ড° তৰুণচন্দ্ৰ শৰ্মাই অসমৰ নবপ্ৰস্তৰ যুগ প্ৰায় ২০০০ বছৰ পূৰ্বৰ বুলি অনুমান কৰে। অলপতে গাৰো পাহাৰৰ মধ্যাঞ্চলৰ পৰা প্ৰত্ন-প্ৰস্তৰ যুগৰ শিলৰ আহিলা উদ্ধাৰ কৰা হৈছে। এই সংস্কৃতিসমূহৰ বাহক সকলৰ বিষয়ে প্ৰত্নতাত্ত্বিক সকলৰ পৰা একো জানিবপৰা হোৱা নাই। সেই আদিম মানৱসকলৰ আৱয়বিক গঠন আৰু সাংস্কৃতিক বৈশিষ্ট্যৰ বিষয়ে জানিবৰ একমাত্ৰ উপায় হ'ল বৰ্তমান এই অঞ্চলত বিকসিত সংস্কৃতিসমূহ আৰু সেই সংস্কৃতিসমূহৰ বাহকসকলৰ আৱয়বিক চৰ্চা। সেই চামে চামে অহা আদিম মানৱসকলৰ অবদানেৰেই সৃষ্টি হৈছে বৰ্তমান উত্তৰ পূব ভাৰতৰ বিভিন্ন বৈশিষ্ট্যযুক্ত সংস্কৃতি আৰু প্ৰজাতিসমূহ। কিন্তু দুখৰ বিষয় যে ভাৰতৰ আন আন অঞ্চলত যেনে শৃঙ্খলাবদ্ধভাৱে নৃদেহমাপতত্ত্বৰ দ্বাৰা বৰ্ণ-উপবৰ্ণ আৰু জনজাতীয় সম্প্ৰদায়সমূহৰ প্ৰজাতিতত্ত্বৰ চৰ্চা হৈছে, ভাৰতৰ উত্তৰ পূব অঞ্চলত তেনে চৰ্চা আজিলৈকে হোৱা নাই। বৃটিছ শাসন কালত



ভাৰতবৰ্ষৰ বৰ্ণ, উপবৰ্ণ আৰু জনজাতিসমূহৰ প্ৰজাতি শ্ৰেণীভুক্তিৰ এক প্ৰচেষ্টা চলোৱা হৈছিল; এই প্ৰচেষ্টাৰ আগৰণুৱা আছিল হাৰ্বাট ৰিজলে ( ১৯১৫ )। ৰিজলেৰ শ্ৰেণীভুক্তিকৰণত আৱয়বিক বৈশিষ্ট্যৰ ভিত্তিত উত্তৰ পূব অঞ্চলৰ বৰ্ণ, উপবৰ্ণ আৰু জনজাতিসমূহৰ শ্ৰেণীভুক্তিকৰণৰ চেষ্টা কৰা হৈছিল। সেই সময়তে কেইগৰাকীমান বৃটিছ শাসকে উত্তৰ পূব অঞ্চলৰ কেতবোৰ জনজাতীয় গোষ্ঠীৰ প্ৰজাতিগত বৈশিষ্ট্যৰ চৰ্চা কৰে। সেই মাপজোখবোৰৰ ওপৰত ভিত্তি কৰি বিখ্যাত প্ৰজাতিতত্ত্ববিদ এ. চি. হেডনে ( ১৯২৪ ) অবিভক্ত অসমৰ প্ৰজাতিমূলক উপাদানসমূহৰ এটি বৰ্ণনা দিছে আৰু সেই প্ৰজাতিসমূহৰ অসম সোমোৱাৰ ক্ৰম নিৰ্ণয় কৰিবলৈ চেষ্টা কৰিছে। ইয়াৰ পিছতো আন কেইগৰাকীমান প্ৰজাতিতত্ত্ববিদে একেবোৰ মাপজোখৰ ওপৰত ভিত্তি কৰিয়েই প্ৰজাতিসমূহৰ বিষয়ে বিভিন্ন তথ্য আগবঢ়াইছে ; সেইবোৰ প্ৰসঙ্গক্ৰমে তলত উল্লেখ কৰা হৈছে। আজিকালি ৰক্তশ্ৰেণীভুক্তিকৰণৰ ওপৰত ভিত্তি কৰি প্ৰজাতিশ্ৰেণীভুক্তিকৰণৰ এটি নতুন উপায় উদ্ভাৱন কৰা হৈছে। আন আন আৱয়বিক বিশেষত্ববোৰৰ নিচিনাকৈ ৰক্তশ্ৰেণী ভৌগোলিক বাতাবৰণৰ দ্বাৰা প্ৰভাৱান্বিত নহয় বাবেই ৰক্তশ্ৰেণীভুক্তিকৰণ প্ৰজাতি চৰ্চাৰ এটি অপৰিহাৰ্য অঙ্গ হৈ পৰিছে। কিন্তু উত্তৰ পূব ভাৰতৰ সম্প্ৰদায়সমূহৰ ৰক্তবিশ্লেষণ এতিয়ালৈকে শৃঙ্খলাবদ্ধভাৱে কৰা হোৱা নাই আৰু যি অলপ অচৰপ হৈছে সিও অপ্ৰকাশিত হৈ আছে। সেইবাবেই তলত আমি যি প্ৰজাতি শ্ৰেণীভুক্তিকৰণ বৰ্ণনা কৰিছোঁ আৰু তাৰ পৰা প্ৰজাতিসমূহৰ প্ৰব্ৰজন সম্বন্ধে যি অনুমান কৰা হৈছে তাক চূড়ান্ত বুলি ধৰা উচিত নহ'ব।

উত্তৰ পূব ভাৰতলৈ অহা প্ৰাচীনতম মানৱগোষ্ঠী সম্বন্ধে মতভেদ দেখা যায়। ড° বিৰজা শংকৰ গুহ ( ১৯৩৫ ), ড° জে. এইচ. হাটন ( ১৯৩৫ ), এল. লেপিক ( ১৯০৬ ) আদি প্ৰজাতি বিশেষজ্ঞৰ মতে ভাৰতীয় উপমহাদেশক লৈ ভাৰতীয় উপমহাদেশৰ দক্ষিণ পূবলৈ অৱস্থিত ভাৰত মহাসাগৰ আৰু প্ৰশান্ত মহাসাগৰৰ এক সুবিস্তীৰ্ণ অংশৰ প্ৰাচীনতম আদিবাসীসকল আছিল নেগ্ৰিটো প্ৰজাতিৰ। এইসকল বিশেষজ্ঞৰ মতে এই অঞ্চলটোলৈ ক্ৰমে আন আন প্ৰজাতিৰ লোক সোমোৱাৰ লগে লগে প্ৰজাতি মিশ্ৰণ হৈ নেগ্ৰিটো আৱয়বিক বিশেষত্ববোৰ ক্ৰমে পৰৱৰ্তী প্ৰজাতিগত বিশেষত্বসমূহৰ লগত বিলীন হৈ পৰে। অৱশ্যে নেগ্ৰিটো প্ৰজাতিৰ নিভাঁজ লোক এতিয়াও আন্দামান দ্বীপপুঞ্জ আৰু মালয় উপদ্বীপত দেখিবলৈ পোৱা যায়। এই

প্ৰজাতিৰ প্ৰজাতিগত বৈশিষ্ট্য হৈছে ভেড়াৰ নোমৰ লেখীয়া চুলি, কৃষ্ণকায় দেহ, অতি চাপৰ দেহগঠন, চেপেটা নাক আৰু কোনো কোনো ক্ষেত্ৰত ষ্টিয়েটোপাইজিয়াৰ (কটি প্ৰদেশৰ মাংস অসাধাৰণৰূপে বাঢ়ি এটা কুঁজৰ আকৃতি লোৱা) অস্তিত্ব। এনেকুৱা বিবৰণৰ প্ৰজাতি গঙ্গা-সিন্ধু-ব্ৰহ্মপুত্ৰ উপত্যকাত দেখা নাযায়। দাক্ষিণাত্য মালভূমিত যদিও নিভাঁজ নেগ্ৰিটো প্ৰজাতিৰ লোক দেখা নাযায় তথাপি নীলগিৰিৰ কাদাৰ নামৰ আৰু কোচিনৰ পুলায়ান নামৰ সম্প্ৰদায় দুটাৰ প্ৰজাতিগত বিশেষত্ব কৃষ্ণকায় দেহৰ বৰণ আৰু কেতবোৰ ব্যক্তিৰ মাজত ভেড়াৰ নোমৰ লেখীয়া চুলি দেখা যায় বাবে সেইসকলেই ভাৰতীয় উপমহাদেশত নেগ্ৰিটো প্ৰজাতিৰ প্ৰতিনিধিত্ব কৰা বুলি এল. এ. কে. আয়াৰ (১৯৩৬) আদি বিশেষজ্ঞই অনুমান কৰে। ড° জে. এইচ. হাটনে কেতবোৰ নগা ব্যক্তিৰ মাজত ভেড়াৰ নোমৰ লেখীয়া চুলি থকা বুলি কোৱা তথ্যৰ ওপৰত ভিত্তি কৰি ড° বিৰজা শংকৰ গুহই উত্তৰ পূব ভাৰততো নেগ্ৰিটো সাঁচ থকা বুলি অনুমান কৰিছে। কিন্তু ভাৰতৰ প্ৰখ্যাত নৃতত্ত্ববিদ্ ড° ধীৰেন্দ্ৰ নাথ মজুমদাৰে (১৯৫৮) এই যুক্তিৰ খণ্ডন কৰি ক'ব খোজে যে কেৱল বিশেষ প্ৰকাৰৰ চুলিকেই একালত ভাৰতীয় উপমহাদ্বীপত নেগ্ৰিটো প্ৰজাতি বসবাস কৰাৰ প্ৰমাণৰূপে আগবঢ়াব নোৱাৰি। বৰ্তমান যুগৰ সৰহভাগ নৃতত্ত্ববিদে ড° মজুমদাৰৰ মতকে সমৰ্থন কৰিছে।

হেডন (১৯২৪)ৰ মতে উত্তৰ পূব ভাৰত তথা অসমৰ প্ৰাচীনতম অধিবাসীসকল আছিল দীৰ্ঘমস্তকী, প্ৰশস্তনাসিকী এটা প্ৰজাতি। হেডনে এই প্ৰজাতিটোক প্ৰাক্-দ্ৰাবিড় আখ্যা দিছে। হাৰ্বাট ৰিজলেই (১৯১৫) এই প্ৰজাতিটোক দ্ৰাবিড় প্ৰজাতিৰ ভিতৰতে ধৰি থৈছিল। অৱশ্যে ৰিজলেই ছোটনাগপুৰৰ জনজাতীয় গোষ্ঠীসমূহৰ লোকসকলক অষ্ট্ৰেলীয়-ৰেদ্দীয় আখ্যা দিছে আৰু এই শাখা প্ৰজাতিটোৰ আৰু দ্ৰাবিড়প্ৰজাতিৰ শৰীৰৰ উচ্চতা আৰু নাসিকা-সূচীৰ বিভিন্নতা থকা বুলি দেখুৱাইছে। ৰায়বাহাদুৰ ৰামপ্ৰসাদ চন্দই এই প্ৰজাতিটোক নিষাদ আখ্যা দিছে। চন্দই নিষাদ শব্দটো সংস্কৃত সাহিত্যৰ পৰা লৈছে। এই নিষাদসকলক পৰ্বতত বাস কৰা ভয়ঙ্কৰ নৃগোষ্ঠী বুলি বৰ্ণনা কৰা হৈছে। অৱয়ব বৰ্ণনা কৰি কোৱা হৈছে যে তেওঁলোক কাককৃষ্ণ, অতি খৰ্বকায়, চুটি বাহু, উন্নত কপোলাস্থি, চেপেটা নাক, ৰক্তিম চকু, আৰু তাম্ৰ বৰ্ণ কেশযুক্ত। হেডনে (১৯২৪) প্ৰাক্-



দ্ৰাবিড় প্ৰজাতিটোক দীৰ্ঘমস্তকী প্ৰশস্তনাসিকী বুলি বৰ্ণনা কৰিছে আৰু উত্তৰ পূব ভাৰতৰ অৰ্থাৎ অসমৰ খাছী, কুকি, মণিপুৰী, কাৰ্বি, কছাৰী আদি জনগোষ্ঠীৰ মাজত প্ৰাক্-দ্ৰাবিড় প্ৰজাতিগত লক্ষণ বিদ্যমান বুলি কৈছে। প্ৰাক্ দ্ৰাবিড় শব্দটোৱে দ্ৰাবিড়সকলৰ লগত এটা কালগত সম্পৰ্ক সূচায়। কেবাজনো নৃতাত্ত্বিকে প্ৰাক্-দ্ৰাবিড় প্ৰজাতিটোৰ অষ্ট্ৰো-এচীয় ভাষাগোষ্ঠীৰ লগত সম্বন্ধ থকা বুলি ভাবে। এই নৃতাত্ত্বিকসকলে ভাবে যে দ্ৰাবিড়-সকল হিমাচলৰ কিন্নৌৰ অঞ্চলৰ পৰা আৰম্ভ কৰি গোটেই ভাৰতীয় উপ-মহাদ্বীপটোৰ এক বিৰাট অংশত বসবাস কৰি আছিল। এতিয়াও হিমালয় অঞ্চলৰ বহুবোৰ তিব্বতবৰ্মীয় ভাষাত অষ্ট্ৰিক ভাষাগোষ্ঠীৰ লক্ষণ পৰিলক্ষিত হয়। তদুপৰি ছোটনাগপুৰ মালভূমিৰ চাওতাল, হো, মুণ্ডাৰী আদি ভাষা সম্পূৰ্ণভাৱে অষ্ট্ৰিক ভাষাগোষ্ঠীৰ ভিতৰুৱা। উত্তৰ-পূব ভাৰতৰ কেৱল এটা ভাষা অষ্ট্ৰিক ভাষাগোষ্ঠীৰ। এই ভাষাটো হ'ল খাছী ভাষা। উল্লেখযোগ্য যে এই ভাষাটোক চাৰিওফালে তিব্বত-বৰ্মী আৰু আৰ্যভাষাসমূহে আগুৰি আছে। হেডনে খাছীসকলৰ মাজত প্ৰাক্-দ্ৰাবিড় প্ৰজাতিৰ লক্ষণ দেখা বুলি কোৱা তথ্যটো এই কথাটোৱে সমৰ্থন কৰে। অৱশ্যে বৰ্তমান চাওতাল, হো আদি ছোটনাগপুৰৰ কেইটামান নৃগোষ্ঠীৰ ক্ষেত্ৰতহে প্ৰাক্-দ্ৰাবিড় প্ৰজাতিৰ লক্ষণ স্পষ্টভাৱে পৰিলক্ষিত হয় বুলি ক'ব পাৰি। আনহাতে, বহুতো প্ৰাক্-দ্ৰাবিড় প্ৰজাতিৰ লক্ষণ থকা নৃগোষ্ঠীয়ে বৰ্তমান দ্ৰাবিড়-আৰ্য আদি ভাষাগোষ্ঠীৰ ভাষা ব্যৱহাৰ কৰে। হিমালয়ৰ নামনি অঞ্চলতো এতিয়া প্ৰাক্-দ্ৰাবিড় প্ৰজাতি লক্ষণ দেখিবলৈ পোৱা নাযায়। উত্তৰ পূব ভাৰত তথা অসমতো সেই একেটা পৰিস্থিতিয়েই পৰিলক্ষিত হয়। যদিও খাছীসকলৰ মাজত প্ৰাক্-দ্ৰাবিড় প্ৰজাতিগত লক্ষণ দেখা যায় বুলি হেডনে কৈছে (হেডনৰ এই তথ্য কাৰ মাপজোখৰ ওপৰত ভিত্তি কৰি কৰা হৈছে সেই কথা জনা নাযায়), ড° ভুবন মোহন দাসে (১৯৭৪) শেহতীয়া মাপজোখৰ ওপৰত ভিত্তি কৰি খাছীসকলৰ আৱয়বিক বৰ্ণনা এনেদৰে কৰিছে ঃ

"চৰ্মবৰ্ণ পাতল পিংগলৰপৰা গাঢ় পিংগল। কেশবৰ্ণ গাঢ় কপিল। কেশাকৃতি ঋজুৰ পৰা নিম্ন তৰংগায়িত। কেশবিন্যাস মধ্যমীয়াৰ পৰা খহটা। কেশ ঘন। ডাঢ়ি-গোঁফ তাকৰ। ললাটপ্ৰস্থ মধ্যমীয়াৰ পৰা প্ৰশস্ত ; উচ্চতা মধ্যমীয়া, ঢাল সামান্য। নেত্ৰবৰ্ণ মধ্যমীয়া পিংগল। চক্ষুবিবৰ মধ্যমীয়া বা

সামান্যৰূপে হেলনীয়া। চক্ষু মংগোলীয়, নেত্ৰচ্ছেদ-ভাঁজযুক্ত। ভ্ৰূযুগল মধ্যমীয়া ঘনত্বৰ আৰু অসংলগ্ন। অধ্যক্ষি সামান্যৰূপে লক্ষণীয়। নাসিকামূল-দেশ সামান্য বা মধ্যমীয়াভাৱে অবনমিত। নাসিকাদণ্ড ঋজু। নাসিকা পট অনুভূমিক। কপোল স্পষ্ট।"

"খাছিয়া লোক খৰ্বকায় ( ১৫৭·১ছে.মি. )। তেওঁলোক মধ্যমস্তকী ( ম. আ. সূ. ৭৭·৪ ), জিপছিমস্তকী আৰু এক্ৰ'মস্তকী। তেওঁলোকৰ মুখমণ্ডল ইউৰাই প্ৰছ'পিক। তেওঁলোক মধ্যনাসিকী ( না. আ. সূ. ৮০·৪ )।"

ওপৰোক্ত বিৱৰণৰ পৰা দেখা যায় যে খাছীসকলৰ মাজত যদি প্ৰাক্-দ্ৰাবিড় প্ৰজাতিৰ কিবা লক্ষণ আছিলো, সি বৰ্তমানে লোপ পাইছে। হাটনে (১৯৩৫) অৱশ্যে অনুন্নত প্ৰকাৰৰ কৃষি-কাৰ্য ( জুম খেতি ) আৰু মহা পাষাণ (megalith) সঁজুলিসমূহ প্ৰাক-দ্ৰাবিড়সকলৰ সাংস্কৃতিক অবদান বুলি ভাবে আৰু খাছীসকলৰ মাজত এই দুয়োটা উপাদানেই উল্লেখযোগ্যভাৱে বিদ্যমান বুলি ক'ব পাৰি। অৱশ্যে এটা সম্প্ৰদায়ৰ প্ৰজাতিগত লক্ষণবোৰ সম্পূৰ্ণভাৱে বিলুপ্ত হৈ কেৱল সংস্কৃতিগত লক্ষণ কেইটামান ৰৈ যোৱাটো সম্ভৱপৰ হয়নে নহয় সেইটো ভৱিষ্যত গৱেষণাইহে ঠাৱৰ কৰিব পাৰিব। প্ৰাক্-দ্ৰাবিড়-সকলৰ উৎস ক'ত সেই বিষয়ে ঠাৱৰ কৰা উজু নহয়। প্ৰাগৈতিহাসিক যুগত পেলেষ্টাইনত এই প্ৰজাতিৰ লক্ষণ থকা লোক বসবাস কৰা বুলি প্ৰমাণ পোৱা গৈছে। হাটনেও এই প্ৰজাতিক ভূমধ্যসাগৰীয় প্ৰজাতিৰ আদিম ৰূপ বুলি কৈছে। প্ৰখ্যাত পণ্ডিত পেটাৰ স্মিটে ভাবে যে এই প্ৰজাতিটো উত্তৰ পশ্চিম ফালে দি ভাৰতত সোমায়।

নেগ্ৰিটো প্ৰজাতিৰ কথা বাদ দি উত্তৰ পূব ভাৰত তথা অসমলৈ অহা দ্বিতীয় প্ৰজাতিটো কি সেই বিষয়ে মতানৈক্য দেখা যায়। হেডনে (১৯২৪) নগাসকলৰ মাজত এটা নেছীয়ন্ব বা ইণ্ডোনেছীয় প্ৰজাতিগত উপাদান থকা বুলি উল্লেখ কৰিছে। হেডনে এই প্ৰজাতিক দীৰ্ঘমস্তকী-মধ্যনাসিকী বুলি বৰ্ণনা কৰিছে। শশাংক শেখৰ সৰকাৰৰ (১৯৫৮) মতে উত্তৰ পূব ভাৰতত পলিনেছীয় লোকসকলৰ আগমনৰ সময় হ'ল খ্ৰীঃ পূঃ ১ম শতাব্দী। এওঁলোকে দক্ষিণ-পূবৰ পৰা অনুপ্ৰৱেশ কৰে। ইণ্ডোচীনতেই এওঁলোকে বেদিকা প্ৰণালীৰ কৃষি শিকে আৰু উত্তৰ পূব ভাৰতত সেইসকলৰ আগমনৰ সময়ৰ পৰাই বেদিকা প্ৰণালীৰ খেতিৰ প্ৰচলন হয়। বৰ্তমান আঙ্গামী নগা আৰু আপাতানিসকলৰ মাজত বেদিকা-কৃষিৰ প্ৰচলন দেখা যায়। সৰকাৰে



আৰু ভাবে যে পলিনেছীয় প্ৰজাতিৰ লোকসকল অসমতেই নহয় বিহাৰৰ ছোটনাগপুৰ অঞ্চললৈও বিয়পি পৰিছিল।

ভাৰতবৰ্ষত আৰ্যসকলৰ অনুপ্ৰৱেশৰ আগে আগে দ্ৰাবিড়সকলে উত্তৰ পশ্চিম ভাৰতত বসবাস কৰিছিল বুলি বহুতো পণ্ডিতে অনুমান কৰে। সেইসকলৰ মতে দ্ৰাবিড়সকল ভূমধ্যসাগৰীয় প্ৰজাতিৰ লোক আছিল আৰু তেওঁলোকৰ আদি বাসস্থান মেছোপটামিয়াত আছিল। ড' মজুমদাৰ (১৯৫৮) আদিৰ মতে সিন্ধু উপত্যকাত আবিষ্কৃত প্ৰাগৈতিহাসিক সভ্যতাৰ বাহক দ্ৰাবিড়সকলেই আছিল। এই দ্ৰাবিড়সকলৰ ভাৰত অনুপ্ৰৱেশৰকাল খ্ৰীষ্টপূৰ্ব তৃতীয় সহস্ৰাব্দ বুলি নিৰ্ণয় কৰা হৈছে। এই দ্ৰাবিড়সকল পৰবৰ্তী অনুপ্ৰবেশকাৰীসকলৰ হেঁচাত উত্তৰ ভাৰত এৰি দক্ষিণ ভাৰতলৈ যাব-লগীয়া হয়। দ্ৰাবিড়সকলৰ প্ৰজাতিগত বিশেষত্ব হ'ল দীৰ্ঘমস্তকী, মধ্য-নাসিকী আৰু চৰ্মবৰ্ণ পাতল পিংগলৰ পৰা গাঢ় পিংগল। উত্তৰ ভাৰতত সিন্ধু-উপত্যকাৰ সভ্যতাৰ বিকাশৰ সময়ত কিমান দূৰ পূবলৈ দ্ৰাবিড়সকল বিয়পি পৰিছিল তাৰ কোনো প্ৰত্নতাত্ত্বিক প্ৰমাণ পোৱা হোৱা নাই। পশ্চিমবঙ্গৰ মালপাহাৰীয়া ভাষাত দ্ৰাবিড় ভাষাগোষ্ঠীৰ লক্ষণ পৰিলক্ষিত হয়। বঙালী ব্ৰাহ্মণ, বঙালী কায়স্থ আৰু বঙালী মুছলমানসকলৰ মাজত দ্ৰাবিড় প্ৰজাতিগত বিশেষত্ব দেখা যায় বুলি অনুমান কৰি হাৰ্বাৰ্ট ৰিজলেই ( ১৯১৫ ) বঙ্গদেশৰ লোকসকলক মঙ্গোলো-দ্ৰাবিড় প্ৰজাতিৰ বুলি কৈছে। এছ. এন. সেনগুপ্তই ১৯৫১ চনৰ বঙ্গদেশৰ লোকপিয়লৰ ৰিপোৰ্টত হাটন, গুহ আৰু বাক্সটনৰ মত সমৰ্থন কৰি কৈছে যে বঙ্গদেশৰ প্ৰথম অনুপ্ৰবেশকাৰী প্ৰজাতি হ'ল প্ৰাক্-দ্ৰাবিড়সকল আৰু তাৰ পিছৰ অনুপ্ৰবেশকাৰী হ'ল 'মাতৃসূত্ৰীয় ভূমধ্যসাগৰীয়' প্ৰজাতিৰ লোকসকল অৰ্থাৎ দ্ৰাবিড়সকল। বঙ্গদেশৰ পূবে দ্ৰাবিড়সকল বসবাস কৰা প্ৰমাণ এতিয়ালৈকে পোৱা হোৱা নাই। অৱশ্যে এই কথা অনুমান কৰিব পাৰি যে প্ৰাগৈতিহাসিক যুগ আৰু ঐতিহাসিক যুগৰ আৰম্ভণতেই বঙ্গদেশ আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ মাজত যাতায়ত আছিল আৰু এই যাতায়তৰ ফলতেই ব্ৰহ্মপুত্ৰ উপত্যকাতো দ্ৰাবিড় প্ৰজাতিৰ এটা উপাদান সোমাই পৰাৰ কথা নুই কৰিব নোৱাৰি।

ভাৰতবৰ্ষত বৈদিক আৰ্যসকলৰ প্ৰবেশকাল ধাৰ্য কৰা হৈছে খ্ৰীষ্টপূৰ্ব ১৭০০ বুলি। এই বৈদিক আৰ্যসকল দীৰ্ঘমস্তকী, দীৰ্ঘনাসিকী আৰু গৌৰ বা গৌৰপ্ৰায় বৰ্ণৰ। হাটনৰ ( ১৯৩১ ) মতে এই বৈদিক

আৰ্যসকলৰ আক্ৰমণৰ আগতে আৰ্যগোষ্ঠীৰে এটা প্ৰশস্তমস্তকী ঠাল পামীৰ মালভূমি অঞ্চলৰ পৰা আহি ভাৰতত প্ৰৱেশ কৰে। এইসকলে ভাৰতৰ উত্তৰ পশ্চিম পথেৰে প্ৰৱেশ কৰি গুজৰাট, মহাৰাষ্ট্ৰ, উৰিষ্যা, বিহাৰ, বঙ্গদেশত বিয়পি পৰে। বৈদিক আৰ্যসকল প্ৰশস্তমস্তকী আৰ্যসকলৰ পিছত একে পথেৰেই আহি সিন্ধু উপত্যকা আৰু গংগা উপত্যকাত বসবাস কৰিবলৈ লয়। এই অঞ্চলটোক সংস্কৃত সাহিত্যত মধ্যদেশ বোলা হৈছে। মধ্যদেশৰ আৰ্যভাষা পাঞ্জাবী, হিন্দী, ৰাজস্থানী আদিৰ মাজত বহুতো সামঞ্জস্য দেখা যায়। আনহাতে মধ্যদেশক আগুৰি থকা মাৰাঠী, উৰিয়া, বঙলা আৰু অসমীয়া ভাষাৰ মাজত বিশেষ সামঞ্জস্য দেখা যায়। এই প্ৰশস্তমস্তকী আৰ্য ঠালটোৰ ভাৰত আগমনৰ সময় এতিয়াও নিৰ্ণয় কৰিব পৰা হোৱা নাই। অৱশ্যে মহেঞ্জোদাৰো আৰু হৰপ্পাত পোৱা নৰকংকালৰ চৰ্চাৰ পৰা জনা গৈছে যে সেইসময়তে উত্তৰ পশ্চিম ভাৰতত এটা প্ৰশস্তমস্তকী প্ৰজাতীয় উপাদান আছিল। উত্তৰ পূব ভাৰতত প্ৰশস্তমস্তকী আৰ্য ঠালটোৰ প্ৰজাতীয় অবদানৰ বিষয়ে কোৱাৰ আগতে উত্তৰ পূব ভাৰতৰ প্ৰধান প্ৰজাতীয় উপাদান মঙ্গোলীয় প্ৰজাতিগত লক্ষণৰ বিষয়ে আলোচনা কৰা উচিত হ'ব। সম্ভৱতঃ প্ৰশস্তমস্তকী আৰ্য ঠালটো ভাৰতত সোমোৱাৰ সময়তে উত্তৰ আৰু উত্তৰ পূব পথেৰে মঙ্গোলীয় প্ৰজাতিৰ লোকসকলে চামে চামে ভাৰতত প্ৰৱেশ কৰিবলৈ আৰম্ভ কৰে। সেইসকলে এই অঞ্চললৈ আহি প্ৰাক্-দ্ৰাবিড়, নেছীয় (আৰু সম্ভৱতঃ দ্ৰাবিড় প্ৰজাতীয় প্ৰভাৱযুক্ত) লোকসকলক লগ পাইছিল আৰু সেইসকলৰ লগত নবাগত মঙ্গোলীয়সকলৰ প্ৰজাতীয় সংমিশ্ৰণ ঘটিছিল। সেই সময় ধৰি আজিলৈকে এই মঙ্গোলীয় প্ৰজাতিৰ লোকসকলৰ বিভিন্ন দল ভাৰতৰ উত্তৰ পূব অঞ্চললৈ আহিয়েই আছে। খ্ৰীষ্টাব্দ ৮ম শতাব্দীত দক্ষিণ শ্যান ৰাজ্যৰ এটা সম্প্ৰদায়ৰ এটা সোঁত উত্তৰ পূব কোণেদি ভাৰতত সোমায় আৰু আন এটা সোঁতে খ্ৰীষ্টাব্দ ১২২৮ চনত অসমলৈ আহি ৰাজত্ব কৰিবলৈ আৰম্ভ কৰে; তেওঁলোকেই পিছত আহোম নামে পৰিচিত হয়। খ্ৰীষ্টাব্দ ১৮১০ চনত হোৱা মানৰ আক্ৰমণৰ ফলত ১৮২৬ চনত আহোম ৰাজত্বৰ ওৰ পৰে। মানৰ আক্ৰমণৰ লগে লগে টাই বা শ্যান ঠালৰ বিভিন্ন সম্প্ৰদায় যেনে—খামটি, ফাকিয়াল, খাময়াং আদিয়ে উত্তৰ পূব ভাৰতত বসতি কৰিবলৈ আৰম্ভ কৰে। আজিও মঙ্গোলীয় প্ৰজাতিলক্ষণযুক্ত সৰু সৰু সম্প্ৰদায়ৰ লোক



ব্ৰহ্মদেশৰ সীমান্ত পাৰ হৈ উত্তৰ পূব ভাৰতত প্ৰৱেশ কৰি আছে আৰু তেনেকুৱা বহুতো সৰু সৰু দল ভাৰতৰ সীমান্ত পাৰ হৈ ব্ৰহ্মদেশলৈও গৈ আছে; মণিপুৰৰ পাইটেসকল ইয়াৰ প্ৰধান নিদৰ্শন। নিভাঁজ মঙ্গোলীয়-সকলৰ প্ৰজাতিগত বৈশিষ্ট্য হ'ল গাৰ ছাল পীত বা প্ৰায় পীত বৰ্ণৰ, চুলি ঠৰঙা, চকু বক্ৰভাৱে স্থিত, চকুত অন্তঃনেত্ৰচ্ছেদ নাইবা মঙ্গোলীয় নেত্ৰচ্ছেদভাঁজ প্ৰায়ে দেখা যায়। সাধাৰণতে প্ৰশস্তনাসিকী; কপোলাস্থি-স্পষ্ট; প্ৰশস্তমস্তকী (অৱশ্যে মধ্যমস্তকী আৰু দীৰ্ঘমস্তকী লোকো বিৰল নহয়)। উত্তৰ পূব ভাৰতৰ কোনো অঞ্চলতে সম্পূৰ্ণভাৱে মঙ্গোলীয় প্ৰজাতীয় লক্ষণ থকা লোক দেখা নাযায় যদিও উত্তৰ পূব ভাৰতৰ ই এটা প্ৰধান প্ৰজাতীয় উপাদান। সম্ভৱতঃ ব্যাপকভাৱে প্ৰজাতি সংমিশ্ৰণ হোৱাৰ ফলত উত্তৰ পূব ভাৰতত স্পষ্ট মঙ্গোলীয় প্ৰজাতি লক্ষণবোৰৰ বহুখিনি তাৰতম্য ঘটিছে। অসমৰ জনজাতীয় সম্প্ৰদায়সমূহৰ লোকসমূহক মঙ্গোলীয় প্ৰজাতিৰ এক বিশেষ ঠাল বুলি গণ্য কৰিব পাৰি। ড° বিৰজাশংকৰ গুহই (১৯৩৮) মঙ্গোলীয় প্ৰজাতিক দুটা প্ৰধান ঠালত ভাগ কৰিছে। এই প্ৰধান ঠাল দুটা হ'ল: (১) প্ৰত্নমঙ্গোলীয় (দীৰ্ঘমস্তকী আৰু প্ৰশস্তমস্তকী) আৰু (২) তিব্বত-মঙ্গোলীয় (প্ৰশস্ত, মধ্য বা দীৰ্ঘমস্তকী)। অসম-ব্ৰহ্ম অঞ্চলৰ মঙ্গোলীয় প্ৰজাতিলক্ষণযুক্ত লোকসকল প্ৰথমটো ঠালৰ। উত্তৰ পূব ভাৰতৰ পৰ্বতাঞ্চলত বসবাস কৰা লোকসকলৰ মাজত মধ্যমস্তকী উপাদানটোৰেই সৰহ। অৱশ্যে নাসিকা আনুপাতিক সূচীৰ ক্ষেত্ৰত ভিন ভিন সম্প্ৰদায়ৰ মাজত বহুতো তাৰতম্য দেখা যায় (হেডন ১৯২৪)। গাৰো আৰু খাছীসকলৰ মাজত প্ৰশস্তনাসিকী উপাদানটো প্ৰধান। কুকিসকলৰ মাজত দীৰ্ঘনাসিকীৰ পৰা আৰম্ভ কৰি প্ৰশস্তনাসিকীলৈ সকলো প্ৰকাৰৰ লোক দেখা যায়। আঙ্গামী, আওসকল প্ৰধানকৈ মধ্য-নাসিকী। ডফলা, পাদাম আদি অৰুণাচলৰ সম্প্ৰদায়বোৰ প্ৰধানকৈ মধ্যনাসিকী। উত্তৰ পূব ভাৰতৰ পৰ্বতাঞ্চলৰ অধিবাসী সম্প্ৰদায়সমূহৰ মাজত প্ৰায় কৃষ্ণবৰ্ণৰ পৰা আৰম্ভ কৰি পীত নাইবা উজ্জ্বল পীতবৰ্ণলৈ সকলো বৰণৰ লোক দেখা যায়। হেডন (১৯২৪), সৰকাৰ (১৯৫৮) আদিয়ে ব্ৰহ্মদেশৰ পৰা এটা প্ৰশস্তমস্তকী, প্ৰশস্তনাসিকী প্ৰজাতীয় উপাদান উত্তৰ পূব ভাৰতত সোমায় বুলি ভাবে। এই প্ৰজাটিটোক পেৰোয়ান (Pareoean) আখ্যা দিয়া হৈছে। ব্ৰহ্মদেশৰ অধিবাসীসকলৰ মাজত পেৰোয়ান এটা

প্ৰধান প্ৰজাতিগত উপাদান। অৱশ্যে পেৰোয়ান প্ৰজাতিৰ নিভাজ নিদৰ্শন পোৱা যায় হোৱাংহো উপত্যকাত বাসকৰা চীনা লোকসকলৰ মাজতহে।

অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকা আৰু বৰাক-সুৰমা উপত্যকাৰ ভৈয়ামত বাসকৰা লোকসকলৰ মাজত আৱয়বিক নৃতত্ত্বৰ চৰ্চা ভালদৰে হোৱা নাই। সেইবাবে এই লোকসকলৰ মাজত পোৱা প্ৰজাতিগত উপাদানৰ বিষয়ে সঠিককৈ কোৱা নাযায়। যি অলপ অচৰপ গৱেষণা হৈছে সেইবোৰ বিবেচনা আৰু সৰকাৰক অনুসৰণ কৰি ড° ভুবনমোহন দাসে (১৯৭৪) যি বিশ্লেষণ কৰিছে তাৰপৰা দেখা যায় যে ভৈয়ামৰ বিভিন্ন বৰ্ণ হিন্দুসম্প্ৰদায়ৰ লোকসকলৰ মাজত আৰু অন্যান্য হিন্দু আৰু মুছলমান সম্প্ৰদায়ৰ লোকসকলৰ মাজত কোনো বিশেষ প্ৰজাতিগত বিভিন্নতা পৰিলক্ষিত নহয়। এই সকলোবোৰ সম্প্ৰদায়ৰ মাজতে মধ্যমস্তকী আৰু মধ্যনাসিকী লোকৰ সংখ্যা সৰহ যেন লাগে। অৱশ্যে দীৰ্ঘমস্তকীলোকো এক বুজন পৰিমাণে আছে আৰু প্ৰশস্ত-মস্তকীলোকো নোহোৱা নহয়। এই সকলোবোৰ সম্প্ৰদায়তে দীৰ্ঘনাসিকী লোকো এক বুজন পৰিমাণে আছে; কিন্তু প্ৰশস্তনাসিকীলোকৰ সংখ্যা বিৰল। অসমৰ উচ্চ বৰ্ণৰ হিন্দুসকলৰ মাজত দীৰ্ঘমস্তকী, দীৰ্ঘনাসিকী উপাদানটো বৈদিক আৰ্যসকলৰ অৱদান বুলি অনুমান কৰিব পাৰি। সম্ভৱতঃ প্ৰাগৈতিহাসিক যুগত পশ্চিমৰ পৰা অহা এইটোৱেই সৰ্বশেষ প্ৰজাতি আছিল। কিন্তু ঐতিহাসিক যুগতো মুছলমান আক্ৰমণ আদিত নিশ্চয় অসমৰ অধিবাসীৰ লগত পশ্চিমৰপৰা অহা বিভিন্ন প্ৰজাতিৰ সংমিশ্ৰণ নঘটাকৈ থকা নাছিল। ভৈয়ামৰ সম্প্ৰদায়বোৰৰ ওপৰত প্ৰাগৈতিহাসিক যুগত এই অঞ্চলত বসবাস কৰা প্ৰজাতিসমূহৰ আৰু মঙ্গোলীয় প্ৰজাতিৰ কি প্ৰভাৱ সেই বিষয়ে এতিয়াও গৱেষণা হোৱা নাই যদিও এই কথা অনুমান কৰিব পাৰি যে ভৈয়াম অঞ্চলত বসবাস কৰা মঙ্গোলীয় প্ৰজাতিলক্ষণবিশিষ্ট লোকসকলৰ লগত ( যেনে—বড়ো, গাৰো, লালুং, মিৰি আদি ) বৰ্ণ হিন্দু আৰু মুছলমানসকলৰ প্ৰজাতি সংমিশ্ৰণ ঘটি মঙ্গোলীয় প্ৰজাতিলক্ষণ কেতবোৰ ভৈয়ামৰ সম্প্ৰদায়সমূহত সোমাই পৰিছে। এনেকুৱা প্ৰজাতি সংমিশ্ৰণৰ ইঙ্গিত ৰামায়ণ, মহাভাৰত আৰু বুৰঞ্জীত পোৱা যায়। ইয়াৰ উপৰি সংস্কৃতীকৰণ (sanskritisation) প্ৰক্ৰিয়াৰ ফলত বহুতো মঙ্গোলীয় প্ৰজাতিলক্ষণবিশিষ্ট জনজাতীয় সম্প্ৰদায় অসমীয়া বৰ্ণ হিন্দু সম্প্ৰদায়ৰ ভিতৰত সোমাই পৰিছে। এনেকুৱা সম্প্ৰদায়-বোৰৰ ভৈয়ামৰ অধিবাসীসকলৰ প্ৰজাতিলক্ষণত বহুতো অৱদান আছে বুলি



কব পাৰি। আনকি বৰ্ণহিন্দুৰ ভিতৰৰ কেতবোৰ সম্প্ৰদায়, যেনে—ৰাজবংশী আৰু কোচ-ৰাজবংশীৰ মাজত মঙ্গোলীয় প্ৰজাতিলক্ষণ স্পষ্টভাৱে পৰিলক্ষিত হয় ( হেডন ১৯২৪ ; ৰাডেল ১৯০১ )।

ওপৰত উত্তৰ পূব ভাৰতৰ প্ৰজাতিগত উপাদানৰ যি থূলমূল আভাস দিয়া হৈছে তাৰ পৰা দেখা গ'ল যে উত্তৰ পূব ভাৰতৰ অধিবাসীসকলৰ কোনেও নিজকে খিলঞ্জীয়া বুলি দাবী কৰিব নোৱাৰে। প্ৰাগৈতিহাসিক যুগৰেপৰা আজিলৈকে ইয়াত চামে চামে মানুহ সোমাই আছে; এক ভাষাগোষ্ঠীৰ লগত আন এক ভাষাগোষ্ঠীৰ সমন্বয় ঘটি নতুন ৰূপৰ সৃষ্টি হৈছে; এক প্ৰজাতিৰ লগত অন্য এক প্ৰজাতিৰ সমন্বয় ঘটি এটা নতুন ৰূপ ধাৰণ কৰিছে; এক সংস্কৃতিৰ লগত অন্য এক সংস্কৃতিৰ সমন্বয় ঘটি নতুন কেতবোৰ সাংস্কৃতিক ৰূপৰ সৃষ্টি হৈছে। ভাৰতলৈ অহা কোনো এক নৃগোষ্ঠীয়ে নিজৰ ভাষিক আৱয়বিক, সাংস্কৃতিক বৈশিষ্ট্য অটুট ৰাখিব পৰা নাই। এচাম লোকৰ আগৰ চাম লোকৰ লগত অভিন্ন সম্পৰ্ক স্থাপিত হৈ দুয়োচাম লোকৰে ভাষা, সংস্কৃতি আৰু প্ৰজাতি লক্ষণে নতুন জীৱন লাভ কৰিছে। উত্তৰ পূব ভাৰতৰ ক্ষেত্ৰত বিশেষকৈ অসমৰ ক্ষেত্ৰত এই কথাই প্ৰযোজ্য। ভাৰতৰ উত্তৰ পশ্চিম কোণেৰে সোমোৱা নৃগোষ্ঠীসমূহ কালক্ৰমত অসম পাইছিলহি। বৈদিক আৰ্যসকলৰ পিছত উত্তৰ পশ্চিম ভাৰতত আৰু দাক্ষিণাত্যত উল্লেখযোগ্যভাৱে কোনো নতুন নৃগোষ্ঠীৰ আগমন হোৱা নাছিল। কিন্তু উত্তৰ পূব ভাৰতৰ ক্ষেত্ৰত সেই কথা প্ৰযোজ্য নহয়। এতিয়াও ভাৰতীয় সীমান্তৰ বাহিৰৰ মঙ্গোলীয় প্ৰজাতিলক্ষণবিশিষ্ট জনসমষ্টিসমূহ উত্তৰ পূব ভাৰতলৈ আহিয়েই আছে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ অসমীয়া লোকসকলৰ প্ৰজাতিলক্ষণত উত্তৰ পূব ভাৰতৰ ( বৰং ভাৰতবৰ্ষৰ ) সকলোবোৰ প্ৰজাতিৰেই অৱদান আছে। অসমীয়াৰ প্ৰজাতিলক্ষণ ভাৰতীয় প্ৰজাতিসমূহৰ সমন্বয়ৰ ফলত হোৱা অসমীয়া ভাষাৰ বিবৰ্তন আৰু অসমীয়াৰ আৱয়বিক গঠনৰ বিবৰ্তনৰ মাজত বিশেষ সাদৃশ্য পৰিলক্ষিত হয়। অসমীয়া ভাষাত যেনেকৈ কোলাৰীয়, মন্‌খমেৰ, তিব্বত-বৰ্মীয় আৰু আৰ্য ভাষাগোষ্ঠীসমূহৰ সমন্বয় ঘটিছে, তেনেকৈয়ে অসমীয়াৰ আৱয়বিক গঠনত প্ৰাক্ দ্ৰাবিড়, দ্ৰাবিড়, মঙ্গোলীয়, পামিৰীয় আৰু বৈদিক আৰ্য প্ৰজাতিসমূহৰ সমন্বয় ঘটিছে। এইখিনিতে উল্লেখযোগ্য যে উত্তৰ পূব ভাৰতৰ আন আন সাংস্কৃতিক গোটসমূহৰ কোনোটোৱেই এই সকলোবোৰ নৃগোষ্ঠীৰ প্ৰতিনিধিত্ব কৰিব নোৱাৰে। কেৱল অসমীয়া জাতি,

অসমীয়া ভাষা আৰু অসমীয়া সংস্কৃতিয়েহে উত্তৰ পূৰ ভাৰতলৈ অহা সকলোবোৰ নৃগোষ্ঠীৰ প্ৰতিনিধিত্ব কৰে। আনহাতে কেৱল অসমীয়াইহে উত্তৰ পূৰ ভাৰতত বৃহত্তৰ ভাৰতীয় সংস্কৃতিৰ প্ৰতিনিধিত্ব কৰে।

বৃটিছ ৰাজত্বৰ শেষলৈকে অসমেই উত্তৰ পূৰ ভাৰত আছিল আৰু উত্তৰ পূৰ ভাৰতেই অসম আছিল। যদিও বৃটিছে ৰাজনৈতিক কাৰণত অসমৰ কিছু অংশক অসমৰ প্ৰধান অংশৰ পৰা বিচ্ছিন্ন কৰি ৰাখিবলৈ যত্ন কৰিছিল, তথাপিও সেই বাধা নিষেধসমূহৰ দ্বাৰা ঐতিহাসিক আৰু প্ৰাগৈতিহাসিক যুগৰ সম্বন্ধক ভেটা দি ৰাখিব পৰা নাছিল। স্বাধীনতাৰ পিছত ৰাজনৈতিক কাৰণত আগৰ অসমৰ বহুতো অংশ অসমৰ পৰা ওলাই গৈ নতুন নতুন শাসনতান্ত্ৰিক গোটৰূপে আত্মপ্ৰকাশ কৰিলে। স্বকীয়া শাসনতান্ত্ৰিক গোট হোৱাৰ ফলত অসমীয়াৰ লগত সেই ৰাজ্যসমূহৰ সম্পৰ্কটোৱে এক নতুন ৰূপ ধাৰণ কৰিছে। এতিয়া উত্তৰ পূৰ ভাৰতৰ সকলো ৰাজ্যই বৃহৎ ভাৰতীয় গণতন্ত্ৰৰ সমান অংশীদাৰৰূপে থিয় হৈছে। এই সকলোবোৰ জনসমষ্টিৰ মাজত ঐতিহাসিক আৰু প্ৰাগৈতিহাসিক যুগৰ সাংস্কৃতিক আৰু আৱয়ৱিক আদান-প্ৰদানৰ প্ৰক্ৰিয়াটো যে চলি থাকিব সেই বিষয়ে কোনো সন্দেহ নাই। বৰং এই প্ৰক্ৰিয়াটোৰ গতিবেগ বৃদ্ধিহে হব। ঐতিহাসিক আৰু প্ৰাগৈতিহাসিক যুগত অলঙ্ঘ্য পৰ্বত-পাহাৰ অতিক্ৰম কৰি আহিও জাতি-প্ৰজাতিৰ সংমিশ্ৰণ ঘটিছিল। আজি সুচল যাতায়তৰ যুগত ৰক্তৰ সংমিশ্ৰণ আৰু সংস্কৃতিৰ আদান-প্ৰদানো সুচল হৈ পৰিছে।

## খ. বৃহত্তৰ উত্তৰ-পূৰ-ভাৰতৰ সাংস্কৃতিক পটভূমিত অসমীয়া সংস্কৃতি

অসমীয়াৰ আৱয়ৱিক গঠন আৰু অসমীয়া ভাষাত যেনেদৰে অতি প্ৰাচীন কালৰ পৰা চামে চামে সোমোৱা নৃগোষ্ঠীসমূহৰ সমন্বয় ঘটিছিল, তেনেদৰেই অসমীয়া সংস্কৃতিতো বিভিন্ন নৃগোষ্ঠীৰ সংস্কৃতিৰ সমন্বয় দেখা যায়। অসমীয়াৰ বস্তুগত সংস্কৃতিক ৰূপ দিছে ভৌগোলিক বাতাবৰণে। এই ভৌগোলিক বাতাবৰণ অসমীয়াৰ লগতে ওচৰ চুবুৰীয়া সকলোবোৰ জনগোষ্ঠীৰে উমৈহতীয়া সম্পদ। এই বিষয়লৈ চাই এই সংস্কৃতিসমূহক বস্তুতঃ একেটা সংস্কৃতি বুলিব পাৰি। ঘৰ সজা, ৰন্ধা-বঢ়া, পিন্ধা-উৰা আদি বস্তুগত সংস্কৃতিৰ উপকৰণসমূহ আৰু ইয়াৰ ব্যৱহাৰ প্ৰণালী কেৱল



এচাম লোকৰেই অৱদান নহয়, প্ৰাগৈতিহাসিক যুগৰ পৰা এই উপাদানসমূহৰ ইমান আদান-প্ৰদান হৈছে যে আজি প্ৰতিটো উপাদানৰ উৎস বিলীন হৈ এক বৃহত্তৰ সংস্কৃতিৰ ৰূপ লৈছে। বস্তুগত সংস্কৃতিৰ এই বৈশিষ্ট্যবোৰেই উত্তৰ-পূৰ ভাৰতৰ এই সংস্কৃতিক বৃহত্তৰ ভাৰতীয় সংস্কৃতিৰ পটভূমিত এক বিশিষ্ট ৰূপ প্ৰদান কৰিছে।

অসমীয়া ভাষাত যেনেকৈ এটা মৌলিক আৰ্য উপাদানৰ তলত স্তৰে স্তৰে পূৰ ভাৰতত প্ৰবেশ কৰা বিভিন্ন ভাষাগোষ্ঠীৰ উপাদানসমূহ নিহিত হৈ আছে, তেনেকৈয়ে অসমৰ হিন্দু ধৰ্মতো বিভিন্ন জনগোষ্ঠীৰ ধৰ্মৰ উপাদানসমূহ নিহিত হৈ আছে। অসমৰ হিন্দু ধৰ্মক বৈশিষ্ট্য প্ৰদান কৰিছে নীলাচলবাসিনী কামাখ্যা দেৱীয়ে। ড° কাকতিৰ মতে ( ১৯৪৮ ) এই পৰ্বতবাসিনী দেৱীপ্ৰকৃততে কোনো অষ্ট্ৰিক ঠালৰ নৃগোষ্ঠীৰ দেৱী আছিল। এই দেৱীৰ মাহাত্ম্য আৰ্য হিন্দুসকলে উপলব্ধি কৰি এই দেৱীক দুৰ্গাৰ ৰূপ দিললে। এতিয়াও ৰাভা, কোচ, হাজং আদি সম্প্ৰদায়ৰ মাজত কামাখ্যাৰ পূজা-পাতলৰ ব্যৱস্থা আছে, কিন্তু এই সমূহ পূজা ব্ৰাহ্মণ্য হিন্দু নিয়মেৰে নহৈ সম্প্ৰদায়সমূহৰ পাৰম্পৰিক নিয়মেৰেহে কৰা হয়। দেওধনী নৃত্য বড়ো সংস্কৃতিৰ এক বৈশিষ্ট্য বুলি কব পাৰি। এই নৃত্য যদিও কামাখ্যাৰ ব্ৰাহ্মণ্য পূজা-পাতলৰ এক অবিচ্ছেদ্য অঙ্গ হৈ পৰা নাই, তথাপিও ই কামাখ্যা ধামতেই এক বিশেষ গুৰুত্ব লাভ কৰিছে। ৰাভা, কোচ আদি সম্প্ৰদায়সমূহৰ মাজত দেওধনী নৃত্য ধৰ্মীয় অনুষ্ঠান সমূহৰ এক অবিচ্ছেদ্য অঙ্গ। উল্লেখযোগ্য যে অসমৰ বাহিৰৰ হিন্দুধৰ্মত এনেকুৱা নৃত্য ধৰ্মীয় অনুষ্ঠানৰ অঙ্গ নহয়। অসমত দেওধনী নৃত্য বিশেষকৈ সৰ্পৰ অধিষ্ঠাত্ৰী দেৱী মনসা পূজাৰ এক বিশেষ অঙ্গ (গোস্বামী ১৯৭৫)। অসমীয়া হিন্দু ধৰ্মত মনসা পূজাৰ বৈশিষ্ট্য আৰ্য হিন্দু ধৰ্মৰ আগমনৰ পূৰ্বতে থকা ধৰ্মৰ এক বিশেষ অঙ্গ বুলি বিবেচনা কৰিব পাৰি। ইও এক ভৌগোলিক প্ৰভাৱৰে স্বৰূপ বুলি অনুমান হয়। অসমত সাপৰ সংখ্যা বেছি আৰু সৰ্প দংশনত বহুলোকৰ প্ৰাণ নাশ হয় ; সেইবাবেই সাপৰ প্ৰতি মানুহৰ এটা স্বাভাৱিক ভয় আছে। সাপৰ প্ৰতি থকা এই ভয় আজিৰ নহয়। হিন্দুসকলৰ আগতে উত্তৰ ভাৰতলৈ অহা অষ্ট্ৰিক ভাষাগোষ্ঠীৰ মাজতো সাপ সম্বন্ধে ধৰ্মীয় বিশ্বাস থকা কথাটো অনুমান কৰিব পাৰি। আজিও খাছী আৰু জয়ন্তীয়াসকলৰ মাজত সৰ্পৰূপী থ্লেন পূজাৰ ব্যৱস্থা প্ৰচলিত আছে।

সম্ভৱতঃ আৰ্যসকলৰ অসমলৈ আগমনৰ পূৰ্বতে এই অঞ্চলটোৰ সমাজ ব্যৱস্থা মাতৃপ্ৰধান আছিল। এতিয়াও ব্ৰহ্মপুত্ৰ উপত্যকাৰ ওচৰে পাজৰে গাৰো আৰু খাছী এই দুগন সম্পূৰ্ণ মাতৃপ্ৰধান সমাজ আছে। ইয়াৰ বাহিৰেও অসমীয়া সমাজত আৰু ব্ৰহ্মপুত্ৰৰ ওচৰে পাজৰে থকা সমাজসমূহত পুৰুষৰ সমানে সমানে নাৰীৰ স্থান, ঘৰ-জোঁৱাই থকা প্ৰথা আদি মাতৃসূত্ৰীয়তাৰে সাঁচ। সম্ভৱতঃ অসমৰ প্ৰাক্-আৰ্য মাতৃপ্ৰধান সমাজৰ ধৰ্মতো মাতৃদেৱীয়ে প্ৰাধান্য লাভ কৰিছিল। কামাখ্যাৰ বাহিৰেও ত্ৰিপুৰাবালা, তাম্ৰেশ্বৰী আদিও এই প্ৰাক্-আৰ্য মাতৃদেৱীৰে স্বৰূপ। এই মাতৃদেৱীৰ পূজাৰ প্ৰধান স্বৰূপ হ'ল উৰ্বৰতাৰ উপাসনা আৰু উৰ্বৰতাৰ প্ৰতীক হ'ল যোনি। এই যোনি পূজাৰ লগত নিহিত পূজা পদ্ধতি কিৰাট উৎসৱ বুলি যোগিনীতন্ত্ৰত কোৱা আছে। এই শাস্ত্ৰত কোৱা হৈছে যে কামৰূপৰ ধৰ্মত কৌমাৰ্য আৰু কঠোৰ তপস্যাৰ কোনো স্থান নাই। কামৰূপৰ ধৰ্মত মাছ, মাংস আৰু স্ত্ৰীসম্ভোগৰ পোষকতা কৰা হয়। ইয়াৰ পৰা বুজা যায় যে ভাৰতৰ অন্য অঞ্চলৰ পৰা অহা বামাচাৰী ধৰ্মই অসমৰ প্ৰাক্-আৰ্য বামাচাৰ পদ্ধতিক সহজে আকোৱালি লব পাৰিলে। কামাখ্যাদেৱীৰ আৰ্যীকৰণৰ বহুতো পিছলৈকে তিব্বত-বৰ্মী ভাষাভাষী সম্প্ৰদায়সমূহৰ মাজত মাতৃদেৱীৰ পূজা চলি আছিল। নৰকাসুৰে কিৰাটসকলক দিক্কৰবাসিনীৰ পূবে থকা সৌমাৰলৈ খেদি পঠিয়ালে। এই সৌমাৰেই বৰ্তমান আদি, মিছিং, গালং নিছি আদিৰ বাসভূমি অৰুণাচল প্ৰদেশ। এই সৌমাৰতেই দিক্কৰবাসিনী তাম্ৰেশ্বৰী বা একজটা দেৱীৰ পূজা উপাসনা তিব্বত-বৰ্মী ভাষা-ভাষী চুতিয়াসকলৰ দ্বাৰা কৰা হৈছিল। এই তাম্ৰেশ্বৰী দেৱী উপাসনা ওচৰ চুবুৰীয়া তিব্বত-বৰ্মী ভাষা-ভাষী সম্প্ৰদায়সকলৰ মাজতো প্ৰচলিত আছিল। স্বৰ্গদেউ গৌৰীনাথ সিংহৰ ৰাজত্বকালত (১৭৮০-১৭৯৫ খ্ৰীঃ) মানৰ আক্ৰমণৰ সময়ত চুতিয়াসকলে এই মন্দিৰ ত্যাগ কৰিবলগীয়া হয়। এই তাম্ৰেশ্বৰী অনুষ্ঠানৰ প্ৰভাৱতেই জয়ন্তীপুৰৰ অষ্ট্ৰিক ভাষা-ভাষী ৰজাই শাক্ত ধৰ্ম গ্ৰহণ কৰি জয়ন্তীদেৱীৰ প্ৰতিষ্ঠা কৰে।

অসমৰ লোকধৰ্ম যে ব্ৰাহ্মণ্য হিন্দু ধৰ্মৰ পৰা বহুখিনি ফালৰি কাটি আহিছে সেই কথা ওপৰৰ আলোচনাখিনিৰ পৰা স্পষ্ট হৈ পৰিছে। আমি কব পাৰোঁ যে অসমত হিন্দু ধৰ্মৰ এই দুটা ৰূপ সমান্তৰালভাৱে চলি আছে। অসমৰ লোকধৰ্মত আৰ্যৰ আগমনৰ পূৰ্বৰ ধৰ্মসমূহৰ বহুতো



ভাৱধাৰা সন্নিহিত হৈ থকা বাবে ওচৰ চুবুৰীয়া অনা-হিন্দু সম্প্ৰদায়বোৰক অসমৰ ভৈয়ামৰ হিন্দু সম্প্ৰদায়ৰ বহুতো ওচৰ চপাই আনিব পাৰিছিল। একেটা কাৰণতেই এনেকুৱা বহুতো সম্প্ৰদায় অসমীয়া হিন্দু জাতি প্ৰথাৰ ভিতৰত সোমাই পৰিব পাৰিছিল। অসমৰ জাতি প্ৰথা যদিও ভাৰতীয় বৰ্ণ-ব্যৱস্থাৰে এটা স্বৰূপ তথাপিও ইয়াৰ কেতবোৰ বৈশিষ্ট্য আছে। ভাৰতৰ আন আন অঞ্চলৰ বৰ্ণ-ব্যৱস্থাৰ বিশেষত্ব হ'ল নিজ নিজ বৰ্ণৰ ভিতৰত কটকটীয়া বান্ধোন আৰু সৰ্বোচ স্থান ব্ৰাহ্মণক দি ক্ৰমান্বয়ে নিম্নতৰ স্থান আন আন বৰ্ণসমূহক দি সৰ্বনিম্ন স্থান অস্পৃশ্যসকলক দিয়া। যদিও অসমৰ বৰ্ণ হিন্দুসকলৰ মাজত এই ক্ৰম দেখা যায় তথাপিও প্ৰকৃততে ইয়াত ব্ৰাহ্মণ আৰু ব্ৰাহ্মণেতৰ এই দুই বৰ্ণহে দেখা যায়। ব্ৰাহ্মণেতৰ বৰ্ণসমূহৰ ভিতৰত যদিও উচ্চ-নীচ আছে তথাপিও বৃত্তিৰ পৰিৱৰ্তনৰ দ্বাৰা নাইবা সংস্কৃতীকৰণৰ আন আন উপাদানসমূহৰ দ্বাৰা (শ্ৰীনিবাস, ১৯৬২) বৰ্ণ-ব্যৱস্থাত উচ্চ স্থান লাভ কৰা সম্ভৱ। সেইবাবেই ব্ৰাহ্মণেতৰ বৰ্ণসমূহৰ ভিতৰত আন্তৰ্বিবাহ হোৱা প্ৰায়ে দেখা যায়। জাতিভেদ প্ৰথাৰ এই শিথিলতাত শংকৰীধৰ্ময়ো সমল যোগাইছিল। আনহাতে জাতিভেদ প্ৰথাৰ শিথিলতাৰ বাবেই শংকৰীধৰ্মৰ প্ৰসাৰো উজু হৈ পৰিছিল। ড° কাকতিৰ মতে (১৯৪৮) বৰ্তমান অৰুণাচল প্ৰদেশত শংকৰদেৱৰ সময়ত (খ্ৰীঃ ১৬ শতাব্দী) এখন কলিতা হিন্দু ৰাজ্য আছিল। শংকৰদেৱৰ শিষ্য গোপাল আতা এই কলিতাৰাজ্যৰে বংশোদ্ভৱ আছিল আৰু তাত এসময়ত শঙ্কৰীধৰ্মই ভালেখিনি প্ৰসাৰ লাভ কৰিছিল। শংকৰীধৰ্মৰ বাহিৰেও যে পৰম্পৰাগত হিন্দু ধৰ্মই ব্ৰহ্মপুত্ৰ উপত্যকাৰ উত্তৰৰ পাৰ্বত্য অঞ্চলতো প্ৰভাৱ বিস্তাৰ কৰিছিল আৰু তিব্বত-ধৰ্মীয় গোষ্ঠীৰ ভাষা-ভাষী কেতবোৰ সম্প্ৰদায়কো সাঙুৰি লব পাৰিছিল তাৰ প্ৰমাণ পোৱা যায় বৈষ্ণৱ গুৰু বংশীগোপালদেৱৰ জীৱনীত। বংশীগোপালদেৱ হৰিনাম স্মৰণ কৰি তন্ময় হৈ থকা সময়ত তেওঁৰ আহাৰাদি যোগাইছিল 'মিছিমি বামুণ' সকলে।

সংস্কৃতি আৰু ধৰ্মৰ এনে সুসমন্বয় হোৱাৰ ফলতেই উত্তৰ-পূব ভাৰতত এক বৃহত্তৰ সংস্কৃতিৰ উদয় হৈছে। ই অসমৰ বাবে গৌৰৱৰ বিষয় নহয় নে?

# অসমৰ সমাজ ব্যৱস্থা ঃ কেইটামান দিশ

ড° ভুবনমোহন দাস

সামাজিক গোট আৰু সামাজিক সংস্থাপন এই দুটা মৌলিক উপাদানেৰে সমাজৰ ভেঁটি ৰচিত হয়। পৰিয়াল সমাজৰ ন্যূনতম মূল গোট। এই পৰিয়াল আদি সংস্থাপন বিবাহৰ ওপৰত প্ৰতিষ্ঠিত। গতিকে বিবাহ আৰু পৰিয়ালক বাদ দি কোনো সমাজৰ বিষয়ে পূৰ্ণ অধ্যয়ন সম্ভৱ নহয়।

মানুহ সংস্কৃতিসম্পন্ন সামাজিক জীৱ। সামাজিক জীৱন সংস্কৃতিৰ বিভিন্ন দিশৰ মাজেৰে প্ৰতিফলিত হয়। কোনো এক মানৱ সম্প্ৰদায়ৰ ধ্যান-ধাৰণা, ৰীতি-নীতি, অভ্যাস, আচৰণ, জীৱন-যাত্ৰাৰ প্ৰণালী ইত্যাদিৰ সমষ্টিয়েই সংস্কৃতি। এজন ব্যক্তিয়ে সমাজৰ স্বীকৃতি লৈ সমাজৰ এজন হিচাপে কৰা আচৰণৰ যোগে সেই সমাজৰ সংস্কৃতিৰ প্ৰতিচ্ছৱিৰ আভাস পোৱা যায়। সংস্কৃতিবিহীন মানৱ সমাজ অকল্পনীয়। সমাজৰ অবিহনত সংস্কৃতিৰ ভেঁটি নাথাকে।

সমাজ-সংস্কৃতি এহাতে যেনেকৈ স্থিতিশীল, আনহাতে তেনেকৈ গতিশীলো। অভিজ্ঞতা বা আন উপায়েৰে আহৰণ কৰা উপাদানবোৰে এটা সম্প্ৰদায়ৰ মাজত স্থায়ীত্ব লাভ নকৰিলে সেইবোৰ সমাজ সংস্কৃতিৰ অংগ হ'ব নোৱাৰে। এনে উপাদান নানান প্ৰকাৰৰ শিক্ষা ব্যৱস্থাৰ জৰিয়তে এটা সম্প্ৰদায়ৰ মাজত বংশ পৰম্পৰাভাৱে প্ৰৱাহিত হৈ থাকে। আনহাতে সময় আৰু পৰিস্থিতিৰ প্ৰয়োজনত নানান ধৰণে নতুন নতুন সাংস্কৃতিক উপাদানে সমাজত প্ৰৱেশ কৰে। নতুন ভাৱধাৰাই সমাজত পাতনি মেলে। সময়ত এই নতুন উপাদানবোৰো সমাজ-সংস্কৃতিৰ অংগ হৈ পৰে। নতুনৰ আগমনত সমাজ সংস্কৃতিয়ে মোট সলায়। সামাজিক বিৱৰ্তন সমাজৰ প্ৰাণ প্ৰাচুৰ্য আৰু গতিশীলতা, লগতে অগ্ৰগতিৰ লক্ষণ। আনহাতে স্থিতিশীলতা সমাজৰ মৌলিকৰূপ সংৰক্ষণৰ সহায়ক।

এনে অৱস্থাত কোনো এক সমাজৰ প্ৰতিচ্ছৱি দাঙি ধৰিবলৈ যোৱাৰ আগতে স্পষ্টভাৱে জানিব লাগিব সেই সমাজৰ কোন সময়ৰ ৰূপ লৈ



বিচাৰ কৰাৰ প্ৰয়াস কৰা হৈছে। সময়ক উলাই কৰি সমাজৰ চিত্ৰ আঁকিবলৈ গ'লে সমাজৰ প্ৰতি অবিচাৰ কৰা হ'ব। আকৌ ভৌগোলিক বিস্তাৰ অনুযায়ীও একে সমাজৰ মানুহৰ মাজতো বিভিন্নতা চকুত পৰে। গতিকে কাল আৰু স্থান দুয়োটাৰে প্ৰতি লক্ষ্য ৰাখিবলগীয়া হয়।

অসমৰ জনগোষ্ঠীৰ প্ৰজাতীয় উপাদানত দৃষ্টিপাত কৰি সাধাৰণভাৱে এনেদৰে ক'ব পাৰি যে অতি প্ৰাচীন কালত অষ্ট্ৰেলীয় প্ৰকাৰৰ লোকে এই অঞ্চললৈ প্ৰব্ৰজন কৰিছিল। সূক্ষ্ম দৃষ্টিৰে নিৰীক্ষণ কৰিলে এতিয়াও কোনো কোনো লোকৰ আৱয়বিক চৰিত্ৰত এই প্ৰকাৰৰ লক্ষণ দেখা যায়। এই প্ৰকাৰ লোকৰ স্বকীয় সমাজ-সংস্কৃতি আছিল। ইয়াৰ পিছত বিভিন্ন সময়ত বিভিন্ন পথেৰে নানাবিধ মঙ্গোলীয় লোকৰ অসমলৈ আগমন হয়। এই জনগোটবোৰৰো প্ৰত্যেকটোৱে নিজস্ব সমাজ-সংস্কৃতিৰে পৰিপুষ্ট আছিল। মঙ্গোলীয়সকলে আগতে অহা অষ্ট্ৰেলীয়ক নিজৰ মাজত আংশিকভাৱে বা সম্পূৰ্ণৰূপে সাঙুৰি লয়। ফলত অষ্ট্ৰেলীয়সকল নিঃশেষ হৈ যায়। মঙ্গোলীয় আহোমসকল অসমলৈ আহে তেৰ শতাব্দীৰ আগভাগত। আহোমসকল অসমলৈ অহাৰ আগতেই এই অঞ্চললৈ ককেছীয়ৰ প্ৰব্ৰজন দেখা যায়। তাৰে কিছুমান প্ৰাক্ বৈদিক যুগৰ বুলি ভাবিবৰ থল আছে। ইন্দো-আৰ্যসকলে দলে দলে অসমলৈ আহি প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰে।

গতিকে এনে এটা অৱস্থাত অসমীয়া সমাজ-সংস্কৃতিত এই বিভিন্নবিধ লোকৰ অৱদান দেখিবলৈ পোৱাটো আশা কৰিব পাৰি। কোনবিধ লোকৰ কি অৱদান—সমাজ-অধ্যয়নত তাৰ বিশ্লেষণৰ প্ৰয়োজন কোনেও অস্বীকাৰ কৰিব নোৱাৰে। আকৌ আন দিশৰ পৰা চাবলৈ গ'লে অষ্ট্ৰেলীয় আৰু মঙ্গোলীয় লোকসকলৰ নিজস্ব ধৰ্মৰ উপৰিও অসমত একালত বৌদ্ধ ধৰ্মৰ প্ৰভাৱ পৰিছিল বুলিও জনা যায়। হিন্দু ধৰ্মৰ প্ৰভাৱত বৌদ্ধ ধৰ্ম ম্লান হৈ পৰে। তেৰ শতাব্দীৰ পৰা অসমত মুছলমানৰ আগমনো দেখা যায়। এনে এটা ক্ষুদ্ৰ প্ৰবন্ধত এনেদৰে স্থান-কাল ভেদে বিভিন্ন প্ৰজাতীয় গোট বা নানান ধৰ্ম-সংস্কৃতিৰ প্ৰভাৱ বিশ্লেষণ কৰাটো সম্ভৱপৰ নহয়। তদুপৰি নানান বিধ লোকৰ সংমিশ্ৰণত অসমীয়া সমাজ-সংস্কৃতি গঢ়ি উঠিছে যদিও হিন্দু সভ্যতাৰ প্ৰভাৱ বৰ প্ৰৱল আৰু স্পষ্ট। সেইবাবে ইয়াত অসমীয়া হিন্দু সমাজৰ বিষয়ে থূলমূলভাৱে আলোচনা কৰিবলৈ চেষ্টা কৰা হ'ব। লগতে এইটোও মনত ৰখা ভাল হ'ব যে বৃহত্তৰ অৰ্থত অসমীয়া সংস্কৃতি

বুলি এক সংস্কৃতি আছে। একে সংস্কৃতিসম্পন্ন লোকৰ সমষ্টিকেই সমাজ বুলি ক'ব পাৰি। হিন্দু সমাজৰ আলোচনাৰ জৰিয়তে অসমীয়া সমাজৰো আভাস পাব পাৰি। এই হিন্দু সমাজে বহুতো অনা-হিন্দু সামাজিক আৰু সাংস্কৃতিক উপাদান আকোঁৱালি লৈ নিজৰ অন্তৰ্গত কৰি অসমীয়া সমাজ-সংস্কৃতিৰ বৈশিষ্ট্য ৰচনাত সহায় কৰিছে।

জাতিপ্ৰথা হিন্দু সমাজ-সংৰচণাৰ এক মূল বৈশিষ্ট্য। সেইবাবে সমাজৰ আদি সংস্থাপন বিবাহ আৰু মূল গোট পৰিয়ালৰ বিষয়ে আলোচনা কৰাৰ আগতে প্ৰথমে অসমৰ হিন্দু জাতি কেইটামানৰ লগত পৰিচিত হৈ লোৱা যাওঁক। জাতিপ্ৰথাৰ প্ৰৱৰ্ত্তন কেনেকৈ হ'ল, কেতিয়া হ'ল ইত্যাদি আলোচনালৈ আমি নাযাওঁ। ইয়াৰ উৎপত্তি সম্বন্ধে নানাজনে নানা মতবাদ আগবঢ়াইছে। যিয়ে নহওক সময়ত এই প্ৰথা ভাৰতৰ আৰ্য সভ্যতা বা হিন্দু সমাজৰ বুনিয়াদ হৈ পৰিল। এই সভ্যতা বা ধৰ্মৰ আগমনত অসমতো জাতি প্ৰথাৰ প্ৰচলন হ'ল। এই সভ্যতাৰ লগতে জাতি প্ৰথাৰ প্ৰভাৱ অইন লোকৰ মাজতো পৰা দেখা গ'ল। অসমীয়া হিন্দু সমাজো মূলতে বৰ্ণাশ্ৰম আৰু বৰ্ণৰ ভেঁটিত প্ৰতিষ্ঠিত।

ব্ৰাহ্মণসকলৰ আগমনৰ লগে লগে ব্ৰাহ্মণ-সংস্কৃতি অসমলৈ প্ৰসাৰিত হ'ল। পৌৰাণিক যুগৰ পিছত পঞ্চম শতাব্দীৰ শেহৰ পিনে গুপ্ত সাম্ৰাজ্যৰ পতনৰ সময়ত অসমলৈ ব্ৰাহ্মণৰ প্ৰব্ৰজন আৰম্ভ হয় বুলি জনা যায়। সেই সময়ত অসমৰ ৰজাই এই ব্ৰাহ্মণসকলক ভূমি আদি দান দি অসমত প্ৰতিষ্ঠা কৰে। ৰাজ-পোষকতাৰ বাবেই সেই সময়ৰ পৰা দলে দলে ব্ৰাহ্মণ অসমলৈ আহিবলৈ ধৰে। কিন্তু যেতিয়া উত্তৰ ভাৰতত বৌদ্ধ ধৰ্মৰ প্ৰাবল্য কমি আহিল তেতিয়া এই ব্ৰাহ্মণসকলৰ কিছুমানে অসম এৰি পশ্চিমলৈ গুচি গ'ল। সেইবাবেই ক'ব পাৰি যে আধুনিক বঙ্গদেশৰ ব্ৰাহ্মণসকল প্ৰাচীন অসমৰ ( কামৰূপ ) ব্ৰাহ্মণসকলৰ বংশধৰ। পুৰণি অসমৰ এই ব্ৰাহ্মণসকল উৰিষ্যাতো ( কলিঙ্গ ) উপনীত হয়গৈ।

সেই অসমীয়া ব্ৰাহ্মণ সমাজ বেদশাখা, গোত্ৰ আৰু প্ৰৱৰৰ আধাৰত প্ৰতিষ্ঠিত আছিল। তেওঁলোকে শাস্ত্ৰৰ দ্বাৰা নিৰ্দেশিত ব্ৰাহ্মণৰ অৱশ্য কৰ্তব্যবোৰ নিষ্ঠাৰে পালন কৰিছিল। অৰ্থাৎ তেওঁলোকে স্নান, জপ, সন্ধ্যা আদি কৰা নিয়মবোৰ মানি চলিছিল। যজন, যাজন, অধ্যয়ন, অধ্যাপনা আদি নিৰ্দিষ্ট কৰ্তব্যবোৰো পালন কৰিছিল। এনেদৰে ধৰ্মীয় আৰু শাস্ত্ৰীয়



কৰ্মৰ উপৰিও তেওঁলোকে উচ্চপদস্থ ৰাজ বিষয়াৰ আসন অলংকৃত কৰি ৰাজকাৰ্যতো আত্মনিয়োগ কৰিছিল। ৰাজসভাত ৰাজকবি হিচাপে কিছুমানে স্বীকৃতি লাভ কৰিছিল। যুদ্ধ-বিগ্ৰহতো প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে অংশ গ্ৰহণ কৰিছিল বুলি জনা যায়। অৰ্থাৎ ব্ৰাহ্মণে তেতিয়াৰ দিনতো অন্যান্য বৃত্তি গ্ৰহণ কৰিছিল। প্ৰাচীন অসমত ব্ৰাহ্মণ্য সংস্কৃতিয়ে ঠন ধৰি উঠিছিল।

হিন্দু সমাজত ব্ৰাহ্মণসকলেই সৰ্বোচ্চ স্থান অধিকাৰ কৰে। প্ৰাচীন কালৰ অসমীয়া ব্ৰাহ্মণসকলৰ বিষয়ে লিপিসমূহৰ পৰা কিছু কথা জনা যায়। কিন্তু তাৰ তুলনাত অন্যান্য জাতিবোৰৰ বিষয়ে বিশেষ জানিব পৰা নাযায়। অৱশ্যে ষষ্ঠ শতিকাৰ বিভিন্ন লিপিত কায়স্থ, কৰণ, লেখক, দৈৱজ্ঞ আদি নানান শ্ৰেণীৰ মানুহৰ নামৰ উল্লেখ আছে। কিন্তু সেইসময়ত এইবোৰ জাতি আছিল নে বৃত্তিয়াল শ্ৰেণীৰ লোক নে কিবা বিষয়া আছিল সেই বিষয়ে কেতিয়াবা প্ৰশ্ন উঠে। কিয়নো নিধানপুৰৰ লিপিমতে ব্ৰাহ্মণ জনাৰ্দনস্বামী আৰু কায়স্থ দুৰ্গনাথ দুয়োজনেই কৰণ বা কৰণিক আছিল। ইয়াত কায়স্থ আৰু কৰণিক শব্দ দুটা বিষয়া আৰু লেখক বুজাবলৈ ব্যৱহৃত হৈছে। আনহাতে এই দুটাৰ লগত মিল থকা লেখক বুলি আন এটা শ্ৰেণীও আছিল।

যিয়ে নহওক, অসমত কায়স্থ বুলি এটা জাতি আছে। নৱম শতিকাৰ পৰাই কায়স্থ এটা জাতিৰূপে পৰিচিত হৈ আহিছে বুলি জনা যায়। নামনি অসমত এওঁলোক কায়থ নামে পৰিচিত। ব্ৰাহ্মণৰ পিছতেই কায়স্থৰ স্থান। এওঁলোকৰ মাজত বহুতো ব্ৰাহ্মণ্যক আচাৰ, ৰীতি-নীতি প্ৰচলিত আছে। এওঁলোকে চূড়াকৰণ কৰে, লগুণ লয়, শান্তি হোৱাৰ আগতে ছোৱালী বিয়া দিয়ে ইত্যাদি। আদিতে কায়স্থসকলৰ মুখ্য কাম আছিল লিখা। কায়স্থৰ প্ৰসঙ্গত এটা কথা উল্লেখ কৰিব পাৰি। উজনি অসমৰ যিসকল লোকে কায়স্থ বুলি পৰিচয় দিয়ে সেইসকলক নামনি অসমৰ কায়স্থ ( কায়থ ) গোটৰ অন্তৰ্ভুক্ত কৰিব নোৱাৰি। কিয়নো কলিতা আৰু উজনি অসমৰ কায়স্থৰ মাজত অবাধে বিয়া-বাৰু হয়। আনহাতে নামনি অসমৰ কায়স্থসকলে নিজৰ গোটৰ মাজতে বৈবাহিক সম্পৰ্ক সীমাৱদ্ধ ৰাখে।

কলিতা অসমৰ এটা অন্যতম জাতি। তেওঁলোকৰ সংখ্যাও সৰহীয়া। ব্ৰাহ্মণৰ পিছতেই কলিতাৰ স্থান। অসমৰ কলিতা জাতিৰ কিছুমান

বিশেষত্ব আছে। সেইবাবেই নেকি, এই কলিতা জাতিৰ বিষয়ে নানান আলোচনা-বিলোচনা হৈছে। নানাজনে নানা মত ব্যক্ত কৰিছে। সাধাৰণতে কোৱা হয় যে কলিতাসকলৰ আদি পুৰুষ পশ্চিম কোণেৰে ভাৰতত প্ৰৱেশ কৰি উত্তৰ-পশ্চিম ভাৰতৰ পৰা অসমলৈ প্ৰব্ৰজন কৰে। সেইসকল লোক ক্ষত্ৰিয় আছিল বুলি কোনোৱে কব খোজে। আনৰ মতে কলিতা অসমলৈ অহা প্ৰাক্-বৈদিক আৰ্য জনসমষ্টি এটা। গতিকে তেতিয়া তেওঁলোক ক্ষত্ৰিয় নহয়। কিয়নো তেতিয়া ক্ষত্ৰিয় নামেৰে পৰিচিত হোৱাৰ প্ৰশ্ন নুঠে। খ্ৰীঃ ২০০—৫০০ শতাব্দীৰ ভিতৰত কলিতাসকলে অসমলৈ প্ৰব্ৰজন কৰে বুলি অনুমান কৰা হয়। আকৌ তথ্যপাতিবোৰ বিশ্লেষণ কৰি কলিতা-সকল আদিতে বৌদ্ধধৰ্মাৱলম্বী লোক আছিল বুলি কব পৰা যায়। প্ৰাচীন কালত কলিতাসকলে অন্য জাতিৰ পৌৰোহিত্য কৰিছিল। এইখিনিতে ক'ব পাৰি যে হিন্দু সমাজত পুৰোহিতৰ কাম প্ৰধানকৈ ব্ৰাহ্মণেহে কৰে। কলিতাসকলৰ কিবা নিৰ্দিষ্ট বৃত্তি আছিল যেন নালাগে। তেওঁলোকে লিখা পঢ়াৰ কাম কৰিছিল। পৌৰোহিত্য কৰাৰ কথা আগতে কোৱাই হৈছে। সাধাৰণভাৱে ক'বলৈ গ'লে কৃষিয়েই তেওঁলোকৰ প্ৰধান উপজীৱিকা আছিল।

কলিতাসকলৰ মাজতো আকৌ ভাগ আছে; বৰ কলিতা আৰু সৰু কলিতা। বৰ কলিতাসকলে নিজে হালৰ মুঠিত ধৰিবলৈ সঙ্কোচ বোধ কৰে। তেওঁলোকে প্ৰকৃত কলিতা বুলি গৌৰৱ অনুভৱ কৰে। তেওঁলোকৰ মাজতে বৈবাহিক সম্বন্ধ সীমাবদ্ধ ৰাখি স্বকীয় বৈশিষ্ট্য অটুট ৰাখিবলৈ চেষ্টা কৰিছিল। আকৌ কৰ্ম বা বৃত্তি অনুসৰিও কলিতাসকলৰ মাজত উপভাগ আছে। যেনে, কুমাৰ-কলিতা, কঁহাৰ-কলিতা, সোণাৰী-কলিতা, মালী-কলিতা ইত্যাদি। কুমাৰ বা সোণাৰীৰ পৰা কিন্তু এই কুমাৰ-কলিতা, সোণাৰী-কলিতা পৃথক।

দৈৱজ্ঞ বা গণকৰ কথা আগতেই উল্লেখ কৰি অহা হৈছে। কোনো কোনো ব্ৰাহ্মণেও দৈৱজ্ঞৰ কাম কৰে। এই শ্ৰেণী লোকৰ কাম জ্যোতিষ শাস্ত্ৰ অধ্যয়ন আৰু তাৰ সুফল মানুহৰ মাজত বিতৰণ। অৰ্থাৎ তেওঁলোকে গণনা কৰি মানুহৰ শুভ দিন, অপায়-অমঙ্গল আদিৰ বিষয়ে কয়; তাৰ প্ৰতিকাৰৰো ব্যৱস্থা কৰে গ্ৰহ-পূজা আদি কৰি। অসমীয়া সমাজত দৈৱজ্ঞ বা গণকৰ প্ৰয়োজন উলাই কৰিব নোৱাৰি। কিয়নো অন্নপ্ৰাশন, বিবাহ আদি বিভিন্ন সময়ত দৈৱজ্ঞৰ মতামত লোৱা হয়।



কলিতাৰ দৰে কেওট জাতিৰো উপভাগ আছে, যেনে—হালোৱা-কেওট আৰু জালোৱা-কেওট। হালোৱা শব্দটোৱেই সূচায় যে হালোৱা-কেওটে খেতি কৰি জীৱিকা নিৰ্বাহ কৰে। আনহাতে জালোৱা-কেওটে খেতিৰ উপৰিও জাল মাৰি মাছ ধৰে। জালোৱা-কেওটৰ সামাজিক স্থান হালোৱা-কেওটতকৈ অলপ তলত।

কোনো কোনো শাস্ত্ৰৰ মতে কৈৱৰ্তসকল মিশ্ৰিত জাতিৰ বংশধৰ। যিহেতু কৈৱৰ্তসকলৰ প্ৰধান উপজীৱিকা মাছ মৰা, সেইবাবে নদী বা জলাশয়ৰ পাৰত কৈৱৰ্ত লোকালয় বেছিকৈ দেখা যায়। কৈৱৰ্তসকলে মাছ মৰাৰ উপৰিও স্থান বিশেষে কৃষি-কৰ্মতো আত্মনিয়োগ কৰা দেখা যায়। কৈৱৰ্তসকলে প্ৰাচীনকালতো কেতিয়াবা বিষয়াৰ কাম কৰিছিল বুলি জনা যায়।

প্ৰাচীন লিখনিত কুম্ভকাৰ (কুমাৰ), তন্তুবায় (তাঁতী), নৌকী (নাৱৰীয়া) আদি বৃত্তিয়াল জাতি কিছুমানৰো উল্লেখ আছে। ইয়াৰে কিছুমান জাতি উচ্চ আৰু নিম্ন হিন্দু জাতিৰ সংমিশ্ৰণত হোৱা বুলি কোৱা হৈছে। অসমত মাটিৰ পাত্ৰ গঢ়াটো বৃত্তি হিচাপে লোৱা দুবিধ জাতি আছে। এবিধ কুমাৰ আৰু আনবিধ হীৰা। কুমাৰে চকাৰ সহায়েৰে পাত্ৰ গঢ়ে আৰু হীৰাই হাতেৰে পাত্ৰ গঢ়ে। কুমাৰে নিজকে হীৰাতকৈ উচ্চ জ্ঞান কৰে। আগতে কৈ অহা হৈছে যে সৰু কলিতাৰ কিছুমানেও কুমাৰৰ কাম কৰে। নৈৰ পাৰত বাস কৰা কৈৱৰ্তসকলেই সাধাৰণতে নাৱৰীয়াৰ কাম বৃত্তি হিচাপে লয়। লিপিসমূহত তন্তুবায়ৰ উল্লেখ আছে যদিও তাঁতী বুলি তেনে কোনো অসমীয়া জাতি সাধাৰণতে দেখিবলৈ পোৱা নাই। তাঁতৰ কাম প্ৰত্যেক জাতিৰ তিৰোতাই ঘৰে ঘৰে কৰে। জাতি-বৰ্ণ নিৰ্বিশেষে অসমীয়া শিপিনীৰ সুনাম আছে।

অসমত বৈশ্য জাতিৰ লোকো আছে। বৈশ্যসকলৰ বিভিন্ন ধৰণৰ বৃত্তি আছিল। একালত সুৰা তৈয়াৰ আৰু বিক্ৰী কৰা বৈশ্যসকল সুৰী নামেৰে পৰিচিত। তেনেদৰে ধোবা-বৈশ্যও আছে। ধোবাৰো উপভাগ আছে। এভাগৰ নাম ৰাঙলি-ধোবা। এওঁলোকে কাপোৰত ৰং দিছিল। মুখী বুলি আন এবিধ জাতিৰ কথা জনা যায়। তেওঁলোকে শামুক পুৰি চূণ তৈয়াৰ কৰি সমাজক চূণৰ যোগান ধৰিছিল। নাপিত শ্ৰেণীৰ লোকো অসমত আছে। নাথ আন এটা জাতি।

প্ৰাচীন অসমত থকা এটা অন্ত্যজ জাতিৰ উল্লেখ আছে। সেইটোৰ নাম হাৰি। হাৰিক চণ্ডাল আৰু ডোমৰ লগত ধৰা হয়। এওঁলোক নিম্ন জাতিৰ লোক।

অসমৰ আন এটা মন কৰিবলগীয়া জাতি কোচ। অসমত এওঁলোকৰ সংখ্যা বুজন বিধৰ। একালত অসমৰ বাসিন্দাক সাধাৰণ অৰ্থত দুভাগত ভাগ কৰা হৈছিল। যেনে, কলিতা আৰু কোচ। কলিতা বুলিলে আৰ্য-গোষ্ঠীৰ লোকক বুজাইছিল। আনহাতে কোচৰ দ্বাৰা গুৰিতে মঙ্গোলীয় উপাদান থকা লোকসকলক সাঙোৰা হৈছিল। কোচৰ উৎপত্তি সম্বন্ধে নানাজনে নানা মতবাদ আগবঢ়াইছে। কোচবিহাৰত কোচ ৰজা আছিল। সেইসকল লোকো কোচ। আকৌ কছাৰী, ৰাভা, গাৰো, মিকিৰ আদি বিভিন্ন জনজাতিৰ লোকে হিন্দু ধৰ্ম গ্ৰহণ কৰি হিন্দু জাতিপ্ৰথাত স্থান গ্ৰহণ কৰি লাহে লাহে কোচলৈ উন্নীত হৈছিল। গুৰি যিয়েই নহওক, এতিয়া কোচ বুলি অন্যতম অসমীয়া জাতি এটা আছে।

হিন্দু জাতিবোৰৰ উৎপত্তি, বৃত্তি, সামাজিক স্থান সম্বন্ধে নানান শাস্ত্ৰ, লিপি আদিত বহুতো উল্লেখ আছে। সেইফালৰ পৰা বিশ্লেষণ কৰি অসমীয়া জাতিবোৰৰ বিষয়ে নানান কথা জনা যায়। কিন্তু অসমৰ প্ৰতিটো জাতিৰ বিষয়ে স্বকীয়াকৈ জানিবলগীয়া বহুত কথা আছে। কিয়নো সৰ্ব-ভাৰতীয় হিন্দু সমাজৰ জাতিপ্ৰথা মূলতে একে হ'লেও, অঞ্চলভেদে বহুতো পাৰ্থক্য চকুত পৰে। অসমীয়া জাতিবোৰৰ বহুতো স্বকীয় বৈশিষ্ট্য আছে, যিবোৰে বহুতো বিষয়ত অসমৰ জাতিপ্ৰথাক অন্য ৰাজ্যৰ জাতিপ্ৰথাৰ পৰা বেলেগ কৰিছে। অসমৰ জাতিপ্ৰথা সিমান কটকটীয়া নহয়। অসমৰ বৃত্তিয়াল জাতিবোৰ সিমান স্পষ্ট নহয়। জাতিবোৰৰ আপেক্ষিক সামাজিক স্থানৰ বিষয়তো প্ৰভেদ দেখা যায়। খোৱা-বোৱা, ৰীতি-নীতিবোৰো বেলেগ।

প্ৰাচীন লিখনি আৰু লিপিৰ পৰা জাতিবোৰৰ উৎপত্তি আৰু সেই সময়ৰ সমাজত জাতিবোৰৰ স্থান আৰু কৰ্ম সম্বন্ধে কিছু আলোচনা হোৱা দেখা গৈছে। কিন্তু সাম্প্ৰতিক কালত জাতিবোৰ কেনে ধৰণে আছে, সেইবোৰৰ মাজত সামাজিক সম্পৰ্ক কেনে ইত্যাদি বিষয়ে ভালদৰে জনা নাযায়। অসমীয়া জাতি আৰু জনজাতি লগালগিকৈ একে ঠাইতে বাস কৰে। দুয়ো পক্ষৰ মাজতে হোৱা সামাজিক আৰু সাংস্কৃতিক আদান-



প্ৰদানৰ ফলত দুয়োপক্ষই প্ৰভাৱান্বিত হৈছে। এইদৰে অসমীয়া জাতিবোৰৰ নানান দিশৰ বিষয়ে বিশ্লেষণ কৰিবলগীয়া আছে। সেইবাবে ক'ব পাৰি যে অসমীয়া জাতিৰ বিষয়ে প্ৰণালীবদ্ধ অধ্যয়নৰ প্ৰয়োজন।

শাস্ত্ৰত আঠ প্ৰকাৰ বিবাহৰ বিধান আছে। সেই কেইটা—ৰাক্ষস, পৈশাচ, গান্ধৰ্ব, আসুৰ, ব্ৰাহ্ম, দৈৱ, আৰ্ষ আৰু প্ৰাজাপত্য বা কায়। শাস্ত্ৰ অনুযায়ী ৰাক্ষস, পৈশাচ আৰু গান্ধৰ্ব—এই তিনি প্ৰকাৰ বিবাহ ক্ষত্ৰিয়সকলৰ বাবে। আসুৰ পদ্ধতি বৈশ্য আৰু শূদ্ৰৰ বাবে নিৰ্ধাৰিত। বাকী চাৰি প্ৰকাৰ, অৰ্থাৎ ব্ৰাহ্ম, দৈৱ, আৰ্ষ আৰু প্ৰাজাপত্য ব্ৰাহ্মণসকলে অনুসৰণ কৰিব লাগে।

ৰাক্ষস প্ৰকাৰত ছোৱালীক জোৰ কৰি ধৰি নি বিয়া কৰোৱা হয়। ইয়াক অপহৰণ বিবাহ বুলি ক'ব পাৰি। পৈশাচিক প্ৰকাৰত ছোৱালীক গোপনে পলুৱাই নিয়া হয়। এয়ে সহ-পলায়ন বিবাহ। গান্ধৰ্ব মতে দৰা-কইনাই গুপুতে মিলিত হয়। কন্যা ক্ৰয় কৰি বিবাহ কৰোৱা প্ৰথাই আসুৰ প্ৰকাৰ। ব্ৰাহ্ম প্ৰকাৰ বৈদিক ৰীতি আধাৰিত। এই প্ৰথামতে ধৰ্মীয় ৰীতি অনুযায়ী উপযুক্ত পাত্ৰত কন্যা সম্প্ৰদান কৰা হয়। দৈৱ প্ৰকাৰত কন্যাক পুৰোহিতলৈ উচৰ্গা কৰি দিয়া হয়। আৰ্ষ বিবাহ-পদ্ধতি মতে কন্যাদান কৰাৰ বিনিময়ত পিতৃয়ে দৰাপক্ষৰ পৰা সাধাৰণতে এহাল গৰু লাভ কৰে। প্ৰাজাপত্য প্ৰকাৰত দৰাই নিজে প্ৰস্তাৱ দি কইনাৰ পাণি গ্ৰহণ কৰে।

নীতি শাস্ত্ৰত এনে ধৰণে বিবাহৰ নিৰ্দেশ দিয়া হৈছে যদিও অতীত অসমত প্ৰকৃতপক্ষে কোন বৰ্ণ বা জাতিয়ে কিমান নিষ্ঠাৰে এইবোৰ পালন কৰিছিল সেইটো সঠিককৈ কোৱা সম্ভৱপৰ নহয়। সাধাৰণভাৱে বিচাৰ কৰিলে অসমীয়া উচ্চ জাতিৰ মানুহৰ মাজত ব্ৰাহ্ম প্ৰকাৰ বিবাহৰ প্ৰাবল্য চকুত পৰে। দৰাপক্ষ আৰু কন্যাপক্ষৰ যোগাযোগৰ মাজেৰে বিয়া ঠিক কৰি সমাজৰ উপস্থিতিত বৈদিক প্ৰকাৰে কন্যা সম্প্ৰদান কৰা হয়। অঞ্চল বিশেষে কোনো কোনো ব্ৰাহ্মণৰ মাজত গা-ধন দিয়া প্ৰথাৰ প্ৰচলন দেখা যায়। কন্যাৰ বয়স বা অন্য অৰ্হতা অনুযায়ী গা-ধন নিৰূপিত হয়। এনে প্ৰথাক কন্যা ক্ৰয় কৰা আসুৰ বিবাহ নুবুলি আৰ্ষ বিবাহৰ প্ৰভাৱ বুলি কব পাৰি। প্ৰাজাপত্য বিবাহৰ প্ৰচলনো নথকা নহয়। কামৰূপ-জীয়ৰী অমৃতপ্ৰভাই কাশ্মীৰ-কুমাৰ মেঘবাহনক স্বয়ম্বৰ প্ৰথা অনুযায়ী স্বামী

বৰণ কৰাৰ কথা ৰাজতৰঙ্গিনীত উল্লেখ আছে যদিও স্বয়ম্বৰ প্ৰথাৰ প্ৰচলনৰ অন্য প্ৰমাণ পোৱা নাযায়। গান্ধৰ্বমতেও কেতিয়াবা পুৰুষ-নাৰী বিবাহ-পাশত আৱদ্ধ হয়। কইনা পলুৱাই নিয়া প্ৰথাও অসমীয়া সমাজত প্ৰবেশ কৰা দেখা যায়। কন্যা ক্ৰয় কৰা প্ৰথাও কোনো কোনো মানুহৰ মাজত প্ৰচলিত। এই প্ৰসঙ্গত অসমীয়া বিবাহত হেণ্ডাৰ দিয়া প্ৰথা প্ৰচলনৰ গুৰি কথা সম্বন্ধে চিন্তা কৰাৰ থল আছে।

বিবাহ সংক্ৰান্তত 'চপনীয়া' প্ৰথাৰ উল্লেখ অপ্ৰাসংগিক নহ'ব যেন লাগে। ইয়াক 'সেৱা-বিবাহ'ৰ লগত তুলনা কৰিব পাৰি। কিয়নো চপনীয়াই শহুৰৰ ঘৰত থাকি সেই পৰিয়ালৰ এজন হৈ সেই পৰিয়ালৰ হকে কাম কৰে। আকৌ কেতিয়াবা কোনো লোকে বৈদিক প্ৰথামতে বিবাহ-পাশত আৱদ্ধ নোহোৱাকৈয়ো কোনো বিধৱা বা স্বামী পৰিত্যক্তা নাৰীক ঘৰলৈ আনি স্বামী-স্ত্ৰী হিচাপে সহবাস কৰিবলৈ লয়। এনে প্ৰথাক 'ধেমেলা' অনা বুলি কোৱা হয়।

হিন্দু সমাজত স্বামী আৰু স্ত্ৰীৰ মাজত থকা সম্বন্ধ বৰ পৱিত্ৰ। এই সম্বন্ধ জন্ম-জন্মান্তৰৰ বুলি বিশ্বাস কৰে। সেইবাবে হিন্দু সমাজে বিবাহ বিচ্ছেদত সমৰ্থন নজনায়। অৱশ্যে কোনো কোনো কাৰণত স্বামীয়ে স্ত্ৰীক পৰিত্যাগ কৰিব পাৰে। তেনেকৈ এক নিৰ্দিষ্ট কাল স্বামী নিৰুদ্দেশ হৈ থকাৰ পিছত স্ত্ৰীক অন্য স্বামী গ্ৰহণ কৰিবলৈ সুযোগ দিয়াৰ ব্যৱস্থা থকাৰ কথা জনা যায়।

বহুপত্নীক বিবাহৰ প্ৰচলন অসমীয়া সমাজত দেখা যায়। অৰ্থাৎ একে সময়তে এজন পুৰুষে একাধিক নাৰীক স্ত্ৰী হিচাপে গ্ৰহণ কৰিব পাৰে। এনে প্ৰথাৰ গুৰিতে কাৰণ বহুতো, আৰু প্ৰতিটো কাৰণকে বিভিন্ন দৃষ্টিভংগীৰে বিশ্লেষণ কৰিব পাৰি। 'পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্যা' বুলি এষাৰ কথা আছে। এজন হিন্দুৰ বাবে ধৰ্মীয় আৰু সামাজিক কাৰণত পুত্ৰৰ প্ৰয়োজন মন কৰিবলগীয়া। সেইবাবে পুত্ৰৰ আশাতো কোনো কোনো পুৰুষে একাধিক স্ত্ৰী গ্ৰহণ কৰে। কন্যাৰ প্ৰয়োজনো অৱহেলা কৰিবলগীয়া নহয়। কিয়নো 'গৌৰী-দান' পুণ্যৰ কাম বুলি পৰিগণিত। আকৌ সামাজিক প্ৰতিষ্ঠা আৰু অৰ্থনৈতিক কাৰণতো পুৰুষে বহুপত্নীক বিবাহৰ আশ্ৰয় লয়। বহুপতিক বিবাহ-পদ্ধতিৰ প্ৰচলন অসমত নাই আৰু অতীতত আছিল বুলিও জনা নাযায়।



প্ৰাচীন অসমীয়া হিন্দু সমাজত ব্ৰাহ্মণ আৰু কায়স্থসকলৰ মাজত বাল্য বিবাহৰ প্ৰচলন আছিল, অৰ্থাৎ কন্যাকাল হোৱাৰ আগতে ছোৱালীক পাত্ৰস্থ কৰা হৈছিল। এতিয়াও ঠাই বিশেষে এনে ধৰণৰ বিবাহৰ প্ৰচলন আছে বুলি জনা যায়। এই দুই জাতি ভিন্ন অন্য জাতিৰ লোকৰ মাজত বাল্য বিবাহৰ প্ৰচলন নাই। ব্ৰাহ্মণসকলে বিবাহৰ ক্ষেত্ৰত তিনিটা অনুষ্ঠান পালন কৰিব লাগে। প্ৰথমতঃ, শান্তি-বিয়া। ছোৱালীৰ প্ৰথম ৰজঃ আগমনৰ সময়ত এই বিয়া পতা হয়। অকল ব্ৰাহ্মণৰ মাজতেই নহয়, অন্য কোনো কোনো জাতিৰ মাজতো শান্তি-বিয়াৰ প্ৰচলন দেখা যায়। ব্ৰাহ্মণৰ মাজত শান্তি হোৱাৰ আগত আৰু পাছত দুটা অনুষ্ঠান সম্পাদিত হয়। দ্বিতীয়তঃ, বিবাহ অৰ্থত প্ৰকৃততে যি বুজা যায়, সেই বিবাহ। তৃতীয়তঃ, সন্তান গৰ্ভস্থ হোৱাৰ পাছত ব্ৰাহ্মণসকলে 'পোহন-বিয়া' পাতে। অন্য জাতিৰ মানুহৰ মাজত পোহন-বিয়াৰ প্ৰচলন নাই।

বৈবাহিক সম্বন্ধ স্থাপন কৰাৰ পূৰ্বে দৰা আৰু কইনাৰ জাতি, গোত্ৰ, বংশ আদি নানান কথা বিচাৰ কৰি চোৱা হয়। অন্তৰ্বিবাহ হিন্দু জাতিৰ এক বিশেষ বৈশিষ্ট্য। অৰ্থাৎ একে জাতিৰ মানুহৰ মাজত বিবাহ হ'ব লাগিব। স্বগোত্ৰ বিবাহ নিষিদ্ধ। আকৌ 'সাতখন চুৰিয়া' আৰু 'পাঁচখন মেখেলা' পাৰ নোহোৱালৈকে বৈবাহিক সম্বন্ধ স্থাপন কৰিব নোৱাৰি। অৰ্থাৎ পিতৃৰ ফালেৰে সাত পুৰুষ বা পিৰি আৰু মাতৃৰ ফালেৰে পাঁচ পিৰি পাৰ হোৱাৰ পিছতহে দুজন লোকৰ মাজত স্বজনতাৰ সম্বন্ধৰ ওৰ পৰে। স্বজন লোকৰ মাজত বিবাহ হ'ব নোৱাৰে।

বিবাহৰ সময়ত কুশ কাটি কন্যাক সম্প্ৰদান কৰা হয়। তাৰদ্বাৰা এইটোকে বুজোৱা হয় যে বিবাহৰ পিছত ছোৱালী স্বামীৰ গোত্ৰৰ লগতে বংশৰ অন্তৰ্গত হয়। পিতৃ গোত্ৰৰ লগত সকলো সম্বন্ধ ছেদ কৰা হয়।

হিন্দু প্ৰথা অনুযায়ী একে জাতিৰ লোকৰ মাজতেই বিবাহ হোৱাটো বাঞ্চনীয় যদিও অনুলোম-বিবাহৰ প্ৰতি সমৰ্থন নথকা নহয়। এই প্ৰথা অনুযায়ী উচ্চ জাতিৰ পুৰুষে নিম্ন জাতিৰ ছোৱালীক স্ত্ৰী হিচাপে গ্ৰহণ কৰিব পাৰে। কিন্তু ইয়াৰ বিপৰীতে থকা প্ৰতিলোম প্ৰথাৰ প্ৰচলনত বাধা আৰোপিত হোৱা দেখা যায়।

বিবাহ স্থিৰ কৰাৰ সময়ত উভয় পক্ষই জাতি, বংশ আদি বিচাৰ কৰাৰ উপৰিও দৰা-কইনাৰ ৰাহি-জোৰাও চায়। দৈৱজ্ঞ বা ব্ৰাহ্মণ পণ্ডিতে

দৰা-কইনাৰ সোঁৱৰণী চাই ৰাশি-চক্র গণনা কৰি জোৰা কেনে হ'ব সেইটো জনোৱাৰ পিছত উভয় পক্ষই বিবাহত সম্মতি প্রদান কৰে। সাধাৰণতে বিবাহত দুই পক্ষৰ সম্মতি থাকিলে বিবাহৰ দিন ঠিক হোৱাৰ বহুদিন আগতেই কোনো কোনোৱে কইনাক আঙুঠি পিন্ধাই থয়। বিবাহ অনুষ্ঠান সাধাৰণতে দুদিনীয়া, তিনিদিনীয়া বা পাঁচদিনীয়া হয়। প্রথম দিনাখন দৰা ঘৰৰ পৰা কইনালৈ সাজ-পোছাক, আ-অলংকাৰ, তেল-সিন্দুৰ, তামোল-পাণ, খোৱা-বস্তু আদি পঠিওৱা হয়। ঠাই বিশেষে অকল পুৰুষৰ দল বা পুৰুষ-নাৰীৰ দলে এইবোৰ লৈ কইনাৰ ঘৰলৈ যাত্রা কৰে। কইনাক আনুষ্ঠানিকভাৱে বিয়াৰ কাপোৰ আৰু অলংকাৰ পিন্ধোৱা হয়। এই অনুষ্ঠানটোৰ নাম অঞ্চল বিশেষে বেলেগ বেলেগ ; যেনে, তেলৰ ভাৰ দিয়া, জোৰণ দিয়া অথবা টেকেলি দিয়া।

আনুষ্ঠানিকভাৱে দৰা আৰু কইনাক নোওৱা বা গা ধোওৱা বিবাহ পৰ্বৰ এটা অংগ। তাৰবাবে মাইকী মানুহে দল বান্ধি পুখুৰী বা নৈলৈ গৈ পানী তুলি আনে। বিবাহ অনুষ্ঠানৰ সময়ত খোৱা-লোৱা আদি নানা বিষয়ত নানা বাধা নিষেধ আৰোপ কৰা হয়।

বিয়াৰ আগদিনা অধিবাস অনুষ্ঠান অনুষ্ঠিত হয়। বিয়াৰ দিনা আগবেলা ন-পুৰুষৰ শ্রাদ্ধ কৰা হয়। বেলি পৰাৰ পিছত এটা শুভক্ষণত দৰাক লগত লৈ দৰাপক্ষৰ দলে কইনা ঘৰলৈ যাত্রা কৰে। কইনা ঘৰত বৈদিক প্রথা অনুযায়ী বিবাহ কাৰ্য সম্পাদিত হয়। তাৰ পিছত কইনাক লগত লৈ দৰাপক্ষ ঘৰলৈ ঘূৰি আহে। বিয়াৰ তৃতীয় দিনা গধূলি খোৱা-খুবুনী নামে আন এটা অনুষ্ঠান দৰাঘৰত সম্পাদিত হয়। সেই ৰাতিৰ পৰা দৰা কইনা একেলগে থাকিবলৈ লয়।

বিয়ানাম গোৱা প্রথা অসমীয়া বিয়াৰ এটা এৰাব নোৱাৰা অংগ। বিবাহৰ বিভিন্ন সময়ত নানান ধৰণৰ বিয়ানাম গোৱা হয়। মাইকী মানুহে বিয়ানাম গায়। মতা মানুহে ইয়াত অংশ গ্ৰহণ নকৰে।

বিবাহ প্রথাৰ লগত কিছুমান লোকাচাৰ জড়িত হৈ আছে। অঞ্চল অনুসৰি ভাষা আৰু নানা সাংস্কৃতিক উপাদানৰ ক্ষেত্ৰত বিভিন্নতা দেখিবলৈ পোৱাৰ নিচিনাকৈ লোকাচাৰবোৰো অঞ্চল ভেদে, জাতি ভেদে বেলেগ বেলেগ হয়। লোকাচাৰবোৰৰ বিশ্লেষণৰ দ্বাৰা বহুত ক্ষেত্ৰত সাংস্কৃতিক আৰু সামাজিক জীৱনৰ প্রতিচ্ছৱি প্রতিফলিত হয়। লোকাচাৰৰ বিভিন্নতাৰ



কাৰণ বহুতো। অসমীয়া হিন্দু সমাজ অঞ্চলভেদে বিভিন্ন জন- গোটৰ দ্বাৰা পৰিবেষ্টিত থকাটোও এনে বিভিন্নতাৰ এটা কাৰণ।

পৰিয়াল সমাজৰ সকলোতকৈ সৰু আৰু মূল গোট। ই স্বজনতাৰ ভিত্তিত প্রতিষ্ঠিত। পৰিয়াল বহু প্রকাৰৰ হ'ব পাৰে। অসমীয়া হিন্দু সমাজত প্রাথমিক পৰিয়াল আৰু সংযুক্ত বা একান্নৱৰ্তী পৰিয়াল দুয়োবিধে দেখা যায় যদিও অতীতত দ্বিতীয়বিধ পৰিয়ালৰ প্রাধান্য আছিল বুলি ভাবিবৰ যুক্তি আছে। পিতৃ-মাতৃ আৰু তেওঁলোকৰ অবিবাহিত সন্তানেৰে প্রাথমিক পৰিয়াল গঠিত হয়। আনহাতে, একান্নৱৰ্তী পৰিয়াল দুটা বা ততোধিক প্রাথমিক পৰিয়ালেৰে গঠিত। অৰ্থাৎ পিতৃ-মাতৃ আৰু তেওঁলোকৰ বিবাহিত পুত্ৰ আৰু পুত্ৰৰ সন্তানেৰে সৈতে একেলগে থাকে। অথবা কেইবাজনো বিবাহিত ভাই-ককাই একে পৰিয়ালতে বাস কৰে।

এইখিনিতে উল্লেখ কৰিব পাৰি যে কুল বা বংশ পৰিচয়, উত্তৰাধিকাৰ সূত্ৰ, স্থলাভিষিক্ত, কৰ্তৃত্ব আৰু বিবাহোত্তৰ নিবাস—এই পাঁচটা প্রসংগলৈ লক্ষ্য ৰাখি দুই প্রকাৰৰ পৰিয়াল বা সমাজ পাব পাৰি ; যেনে, পিতৃ-প্রধান আৰু মাতৃ-প্রধান। অসমীয়া হিন্দু সমাজত ল'ৰা-ছোৱালীয়ে পিতৃৰ কুল বা বংশ পৰিচয় গ্ৰহণ কৰে ; পিতৃৰ গোত্ৰই ল'ৰা-ছোৱালীৰ গোত্ৰ। পুত্ৰ পিতৃৰ সম্পত্তিৰ উত্তৰাধিকাৰী হয়। পৰিয়ালৰ কৰ্তৃত্ব পুৰুষৰ হাতত ন্যস্ত। বিবাহৰ পিছত কন্যা স্বামী গৃহলৈ গমন কৰে। তেনেদৰে স্থলাভিষিক্তৰ ক্ষেত্ৰতো পুৰুষৰ অধিকাৰ দেখা যায়। গতিকে অসমীয়া সমাজ যে পিতৃ-প্রধান তাত কোনো সন্দেহ নাই।

উত্তৰাধিকাৰৰ ক্ষেত্ৰত অসমীয়া হিন্দু সমাজত দায়ভাগ পদ্ধতি মানি চলা হয়। এই প্রথা অনুযায়ী পিতৃৰ জীৱিত কালত পুত্ৰই সম্পত্তি দাবী কৰিব নোৱাৰে। পিতৃৰ বিয়োগৰ পিছত পুত্ৰ সম্পত্তিৰ অধিকাৰী হয়। অৱশ্যে পিতৃয়ে ইচ্ছা কৰিলে তেওঁৰ জীৱদ্দশাতে সম্পত্তি পুত্ৰক দিব পাৰে অথবা অইন কোনো লোককো দান কৰিব পাৰে।

আগতেই কোৱা হৈছে অসমীয়া হিন্দু সমাজত পৰিয়ালৰ কৰ্তৃত্ব পুৰুষৰ হাতত আৰোপিত। পিতৃৰ বৰ্তমানত তেৱেঁই গৃহৰ কৰ্তা। তেওঁৰ ইচ্ছানুযায়ী পৰিয়াল পৰিচালিত হয়। পিতৃৰ অবিহনে বিবাহিত ভাই-ককায়ে লগ লাগি সংযুক্ত পৰিয়াল গঠন কৰিলে অগ্ৰজেই পিতাকৰ নিচিনা সন্মান পায় আৰু তেওঁৰ মতামতৰ ওপৰত অধিক গুৰুত্ব দিয়া হয়।

কৃষিজীৱী সমাজত একান্নৱৰ্তী পৰিয়ালত বহুতো সুবিধা থকা দেখা যায়। সকলোৱে লাগি-ভাগি কৃষি কৰ্ম কৰি গৃহস্থৰ অৰ্থনৈতিক দিশত উৎকৰ্ষ সাধিবলৈ প্ৰয়াস কৰে। ভূমি ভাগ ভাগ হৈ গ'লে বহুতো সমস্যা নানান আহুকালে দেখা দিয়ে। সংযুক্ত পৰিয়ালত অক্ষম, বৃদ্ধ, ৰুগ্ন— কোনোৱেই ভৰণ-পোষণৰ বাবে চিন্তা কৰিব নালাগে। প্ৰতিজনৰে প্ৰতি পৰিয়ালৰ সকলোৰে যুগ্ম দায়িত্ব।

বিবাহৰ পিছত বহুতেই প্ৰাথমিক পৰিয়াল গঠন কৰিবলৈ ইচ্ছা প্ৰকাশ কৰা দেখা যায়। নানান কাৰণত সংযুক্ত পৰিয়াল বিভক্ত হৈ প্ৰাথমিক পৰিয়ালত পৰিণত হয়; আধুনিক কালত, বিশেষকৈ অৰ্থনৈতিক প্ৰয়োজনত প্ৰাথমিক পৰিয়ালৰ সংখ্যা বাঢ়ি অহা দেখা গৈছে।

স্বজনতাৰ ভিত্তিত গঠিত পৰিয়ালতকৈ ডাঙৰ গোটটোৰ নাম বংশ। পিতৃ-প্ৰধান অসমীয়া সমাজত মানুহে পিতৃ-বংশৰ পৰিচয় প্ৰথমে দিয়ে। তিনিটা কুলৰ লগত মানুহৰ স্বজনতাৰ বান্ধোন থাকে; যেনে, পিতৃ-কুল, মাতৃ-কুল আৰু শহুৰ-কুল। প্ৰতিটো কুলৰে মানুহৰ লগত আত্মীয়তাৰ বান্ধোন বেলেগ বেলেগ, সেইদৰে দায়িত্বও ভিন ভিন। পিতৃকুলৰ লোকৰ মৃত্যুত পিতৃকুলৰ স্বজনসকলে এক বিশেষ নিৰ্দিষ্ট ধৰণে অশৌচ পালন কৰিবলগীয়া হয়। এনেদৰে জন্ম অশৌচৰো বিধান আছে। আনহাতে মাতৃকুলৰ বা শহুৰ কুলৰ লোকৰ মৃত্যুত তেনেধৰণে অশৌচ পালন কৰিবলগীয়া নহয়।

স্বজনতাই সামাজিক আচৰণ বিধি আদি বহু পৰিমাণে নিৰ্ধাৰণ কৰে। অসমীয়া হিন্দু সমাজত এজন মানুহে নিঃসংকোচে আত্মীয় মানুহ এঘৰত সোমাব পাৰে; সম্বন্ধ ভেদে ৰান্ধনি ঘৰ বা শোৱা কোঠাও পাবগৈ পাৰে। আত্মীয় লোকৰ মাজত থকা সম্বন্ধ কেতিয়াবা পৰিহাসসূচক আৰু কেতিয়াবা পৰিহাৰ্যসূচক হোৱা দেখা যায়। অসমীয়া সমাজত বৌ-দেওৰ, ভিনিহি, খুলশালী, ককা-আইতা, নাতি-নাতিনীৰ মাজত থকা সম্বন্ধ পৰিহাসসূচক। আনহাতে বৰজনাৰ আগত ওলোৱা, তেওঁৰ লগত কথা পতা, তেওঁৰ নাম কঢ়া এজনী ভাই-বোৱাৰীৰ বাবে নিষেধ। শহুৰেকৰ আগতো বোৱাৰী ওলাব নাপায়। তেনেদৰে শাহুৱেকেও জোঁৱায়েকৰ আগত নিঃসংকোচে নোলায় আৰু কথা-বতৰা নাপাতে। অৰ্থাৎ এনেবোৰ আচৰণ পৰিহাৰ্য-সূচক। আকৌ অন্য লোকৰ উপস্থিতিত স্বামী-স্ত্ৰীয়ে নিঃসংকোচে প্ৰত্যক্ষ-



ভাৱে কথা-বতৰা নাপাতে। স্ত্ৰীয়ে স্বামীৰ নাম ল'ব নাপায়। স্বামীয়েও স্ত্ৰীক নাম ধৰি নামাতে।

আত্মীয়তা সূত্ৰে সাঙোৰ খাই থকা আন এটা বৃহত্তৰ গোটৰ নাম গোত্ৰ। একে গোত্ৰৰ সকলো মানুহে ভাবে যে পুৰুষানুক্ৰমে তেওঁলোকৰ মাজত সম্বন্ধ আছে। একেজন পূৰ্বপুৰুষৰ পৰাই সকলোৰে উৎপত্তি যেতিয়া প্ৰতিজনৰে শিৰাই শিৰাই একে ৰক্ত প্ৰবাহিত হৈ আছে বুলি বিশ্বাস কৰা হয়। সেইবাবেই হিন্দু সমাজত স্বগোত্ৰ বিবাহ নিষিদ্ধ। অসমীয়া হিন্দুৰ গোত্ৰবোৰ প্ৰাচীন কালৰ ঋষি-মুনিৰ নামেৰে পৰিচিত। এই ঋষি-মুনিসকলক কিন্তু বংশাৱলীত যথাযুক্ত স্থানত নিৰূপিত কৰিব নোৱাৰি। কিয়নো তেওঁলোক অতি প্ৰাচীন কালৰ আৰু ঋষি-মুনিৰ লগত থকা সম্বন্ধটো প্ৰচলিত বিশ্বাসৰ ওপৰতহে প্ৰতিষ্ঠিত। আধুনিক সমাজত গোত্ৰই তেনে কোনো ভূমিকা গ্ৰহণ কৰা দেখা নাযায়।

অসমীয়া সমাজ মূলতঃ গাওঁ-কেন্দ্ৰিক। গাৱঁৰ প্ৰতিঘৰ লোকৰে চোতালবোৰ ডাঙৰ বাবে দুটা ঘৰৰ মাজত যথেষ্ট ব্যৱধান দেখা যায়। চোতালৰ সমুখফালে মুকলি ঠাই এৰি ঘৰ সজা হয়। ঘৰৰ পাছফালে তামোল-পাণ, কল-নাৰিকল, বাঁহ আদি নানা তৰহৰ গছৰ বাৰী। চোতালৰ চাৰিওকাষে বিভিন্ন ধৰণৰ লাগনী গছ ৰুই চোতালটো আৱৰা হয়। সমুখৰ ঠাইখিনিও পেলাই নথয়। তাতো নানাবিধ গছ ৰোৱে। সেইবাবে চোতাল বেছি ডাঙৰ হ'লে নঙলামুখ পাৰ হৈ চ'ৰা ঘৰলৈ যাওঁতে সৰু লুংলুঙীয়া বাট এটাৰে যোৱা যেন লাগে।

সাধাৰণতে একেখন গাঁৱতে বিভিন্ন জাতিৰ লোকে বাস কৰিলেও প্ৰত্যেকটো জাতিয়েই বেলেগ বেলেগ অঞ্চলত থুপ খাই থকা দেখা যায়। কেইঘৰমান লগ লাগি থকা এনে অঞ্চলক চুবুৰী, পাৰা, চুক আদি কোৱা হয়। তাৰ মানুহখিনিৰ জাতিৰ নাম অনুযায়ীয়েই চুবুৰীৰ নাম হয়। যেনে, বামুণ-চুবুৰী, কলিতা-পাৰা, কেওট-চুক ইত্যাদি। অৱশ্যে এনে গাঁৱো নথকা নহয়, য'ত এটা জাতি বা সম্প্ৰদায়ৰ লোকে বাস কৰে।

আগতেই কোৱা হৈছে যে হিন্দু সমাজত ব্ৰাহ্মণসকলে উচ্চতম স্থান অধিকাৰ কৰে। ব্ৰাহ্মণৰো আকৌ বিভিন্ন শ্ৰেণী আছে, আৰু প্ৰত্যেকটো শ্ৰেণীৰ বাবে নিৰ্দিষ্ট কৰ্তব্য কৰ্ম কিছুমান থাকে। যজমানি ব্ৰাহ্মণসকলৰ এটা প্ৰধান বৃত্তি। প্ৰত্যেক গৃহস্থীৰে কুল পুৰোহিত থাকে। এই পুৰোহিতে জন্ম, মৃত্যু, বিবাহ আৰু অন্যান্য অনুষ্ঠানত সেই ঘৰত যথাযোগ্য কাম

কৰে। বিনিময়ত তেওঁলোকে দান-দক্ষিণা পায়। কোনো কোনো ব্ৰাহ্মণ পৰিয়ালে টোল পৰিচালনা কৰে। তাত ব্ৰাহ্মণ ছাত্ৰক শিক্ষা দান কৰা হয়। সাধাৰণতে এনেবোৰ টোলত অন্য কুলীয়া ছাত্ৰই শিক্ষা গ্ৰহণ কৰাৰ সুবিধা নাপায়। সকলো ব্ৰাহ্মণে সকলো ধৰণৰ পূজা নকৰে। সকলোৱে দহা কৰ্ম নকৰে; মৃতকৰ শেষ কৃত্যৰ বাবে শ্মশানলৈয়ো নাযায়। আকৌ দৈৱজ্ঞ-ব্ৰাহ্মণ বা গণকৰ কাম গ্ৰহ-পূজা কৰা। তেওঁলোকে বিবাহ, অন্নপ্ৰাসন, ধৰ্মানুষ্ঠান আদিৰ বাবে শুভদিন গণনা কৰি দিয়ে। জাতকৰ কোঁৱৰণী প্ৰস্তুত কৰে। কোনো কোনোৱে মঙ্গল চায় আৰু সেই অনুসৰি নিৰ্দেশ দিয়ে। যজমানি বা এইবোৰ কাম কৰাৰ উপৰিও ব্ৰাহ্মণসকলে ভূ-সম্পত্তিৰ যোগেদিও নিজৰ আয় বৃদ্ধি কৰে। ব্ৰাহ্মণে নিজে হাল বাব নাপায়; অইন মানুহৰ দ্বাৰা কৃষি-কৰ্ম কৰে।

অসমীয়া হিন্দুক সাধাৰণ অৰ্থত দুটা বৰ্ণত ভাগ কৰা হয়। এভাগ ব্ৰাহ্মণ আৰু আনভাগ শূদ্ৰ। দ্বিতীয় ভাগে অইন সকলো জাতিৰ মানুহকে সাঙুৰিছে। দ্বিতীয় ভাগৰ ভিতৰত কলিতা আৰু কায়স্থৰ স্থান ওপৰত। তাৰ পিছত কেওট, কোচ, বৈশ্য, আদি। অসমত প্ৰচলিত জাতি-প্ৰথাৰ বিষয়ে এটা মন কৰিবলগীয়া কথা এয়ে যে এই প্ৰথা অসমীয়া মানুহৰ মাজত সিমান দৃঢ় নহয়। ব্ৰাহ্মণ আৰু অন্য উচ্চ-কুলজাত লোকে একেলগে বহি কেঁচা সাজ গ্ৰহণ কৰাত কোনো বাধা নাই। ব্ৰাহ্মণক বাদ দি বিভিন্ন-উচ্চকুলজাত লোকে একে চৰুতে পাক কৰা অন্ন, একে ৰভাৰ তলত বহি ভোজন কৰা দেখা যায়। নিম্নকুলৰ লোককো সিমান হেয় চকুৰে চোৱা নহয়। মুছলমানৰ লগতো এক বুজাপৰাৰ সম্বন্ধৰ মাজেৰে বাস কৰাৰ বাবে অসমীয়া হিন্দু-মুছলমানৰ মাজত কোনো দ্বন্দ্ব-খৰিয়াল নাই। আন এটা কথা, উচ্চ-কুলৰ নাৰী-পুৰুষে নিজে খাবৰ বাবে মাছ মৰাত সমাজৰ ফালৰ পৰা কোনো বাধা নাই।

ওপৰোক্ত দ্বিতীয় ভাগৰ উচ্চ শ্ৰেণীৰ মানুহৰ প্ৰধান জীৱিকা কৃষি-কৰ্ম। ধানেই প্ৰধান শস্য। তাৰ বাহিৰে অঞ্চল বিশেষে মাহ, সৰিয়হ, তিল আদিৰ খেতি কৰা হয়। বাৰীত নানা তৰহৰ শাক-পাচলি, লাও-কোমোৰা, বেঙেনা-উৰহী, লেচেবা আদি উৎপাদন কৰা হয়। গতিকে পথাৰৰ পৰা ধান, বাৰীৰ পৰা শাক-পাচলি ঘৰতে পায়। বতৰৰ ফলখিনিও নিজৰ বাৰী বা গাওঁত উমৈহতীয়া গছৰ পৰা সংগ্ৰহ কৰা হয়।



কৈৱৰ্তসকলে নদীত, বিলত মাছ মাৰি উচ্চ-জাতিৰ লোকসকলক মাছৰ যোগান ধৰে। তাৰ বিনিময়ত তেওঁলোকে ধান পায়। কোনো কোনো ঠাইত কোন ঘৰ কৈৱৰ্তই কোন কোন ঘৰক মাছ যোগাব সেইটো নিৰ্দিষ্ট কৰা থাকে। কুমাৰে চাকত আৰু হীৰাই হাতেৰে মাটিৰ পাত্ৰ গঢ়ে। বিয়াই সবাহে, পূজাই পাৰ্বণে কুমাৰে মাটিৰ চৰুৰ যোগান ধৰে। সোণাৰীৰ কাম অলঙ্কাৰ গঢ়া। এইদৰে প্ৰতি জাতিৰ মানুহে বিধে বিধে কাম কৰে যদিও প্ৰায় সকলোৱেই এটা সময়ত খেতিৰ কামত লাগে।

গাৱঁৰ উমৈহতীয়া খেল থাকে। আকৌ প্ৰতিটো জাতিৰো নিজস্ব একোটা খেল থাকে। খেলৰ মুখিয়াল লোকে লগ লাগি, মেল পাতি সকলো কথা বিচাৰ কৰে। কোনো জাতিৰ নিজস্ব সমস্যা সেই জাতিৰ লোকৰ মেলেই সমাধান কৰে। কিন্তু গাৱঁৰ উমৈহতীয়া কথালৈ আলোচনা কৰিবলগীয়া হ'লে গাৱঁৰ মেল বহে। গাৱঁৰ ৰীতি-নীতি, নিয়ম কানুন এই খেলেই নিৰ্দ্ধাৰণ কৰে। মেলে দোষীক দণ্ড বিহে। কেতিয়াবা কোনো গৃহস্থীক এঘৰীয়া কৰে। এই খেলৰ অলিখিত পৰাক্ৰম বা শক্তিৰ বাবে গঞা ৰাইজে ভয় কৰি চলে। তাৰ দ্বাৰা সমাজত শৃঙ্খলতা অব্যাহত থাকে। প্ৰতি ঘৰৰ মুখিয়ালজনে ৰাইজৰ মেলত প্ৰতিনিধিত্ব কৰাৰ সুযোগ পায় বাবে কাৰো একো কবলৈ নাথাকে।

অসমীয়া গাৱঁৰ আন এটা আকৰ্ষণীয় বস্তু নামঘৰ। নামঘৰত ধৰ্মানুষ্ঠান অনুষ্ঠিত হোৱাৰ উপৰিও এই নামঘৰতে গাৱঁৰ মুখিয়াল লোকে লগলাগি মেল পাতি গাৱঁৰ সমস্যাৱলীৰ বিষয়ে আলোচনা কৰে। নাম ঘৰে গাওঁ-সংহতি বজাই ৰখাত বিশেষভাৱে অৰিহণা যোগাই আহিছে।

বিভিন্ন ক্ষেত্ৰত গাৱঁৰ মানুহৰ মাজত থকা সহযোগিতা নম কৰিব-লগীয়া। জাতিবোৰে স্ব-নিৰ্দিষ্ট কৰ্ম কৰি গ'লেও নানান বিষয়ত এটা আনটোৰ ওপৰত পাৰস্পৰিকভাৱে নিৰ্ভৰশীল। এই নিৰ্ভৰশীলতাই গঞা ৰাইজৰ মাজত ঐক্য অক্ষুণ্ণ ৰখাত বিশেষভাৱে সহায় কৰি আহিছে।

আগৰ দিনত ডেকাসকলে সমূহীয়াভাৱে চিকাৰলৈ ওলাই গৈছিল। হৰিণ আদি চিকাৰত পৰিলে সকলোৱে ভগাই খাইছিল। সমূহীয়া বিপদত গাৱঁৰ মানুহ এক গোট হয়। এতিয়াও গাৱঁত বন্য জন্তুৰ উপদ্ৰৱ আৰম্ভ হ'লে তাৰ প্ৰতিৰোধৰ বাবে সামূহিকভাৱে প্ৰচেষ্টা চলোৱা হয়।

মানুহে দল বান্ধি মাছ মাৰিবলৈ যোৱাৰ প্ৰথা এতিয়াও গাওঁবোৰত প্ৰচলিত আছে। দল বান্ধি খাল সিচে ; বান্ধ দিয়ে, সাঁকো সাজে, পুখুৰী পৰিষ্কাৰ কৰে, পথ নিৰ্মাণ কৰে। ঘৰ সজা কামত গাৱঁৰ বাইজে আহি সহায় কৰে। সময়ত 'সাঙুৰি দিয়া প্ৰথা' মানি কোনো ঘৰৰ লোকৰ ধান কাটি দিয়াও দেখা যায়। গাৱঁৰ গৰখীয়া ল'ৰাবোৰে পাল পাতি গৰু চৰাবলৈ লৈ যায়।

বছৰৰ কোনো কোনো সময়ত গাৱঁৰ মাইকী মানুহে সৰু সৰু দল বাঁন্ধি হাবিতলীয়া ঠাইলৈ গৈ গছৰ পাত, মূল, শাক-পাচলি আদি সংগ্ৰহ কৰে। সেইদৰে পুৰুষেও দল বান্ধি হাবিলৈ বস্তু বিচাৰি যায়। তাঁতৰ কামত সহযোগিতাৰ খুবেই প্ৰয়োজন। সেই সময়ত চুবুৰীয়া মাইকী মানুহে সহায় কৰি দিয়ে। সেইদৰে চিৰা-সান্দহ আদি খুন্দা কামতো ইঘৰৰ মাইকী মানুহে সিঘৰত হাত লগায়। এইদৰে বিয়া-সবাহ, পূজা-পাৰ্বণ বাদেও দৈনন্দিন জীৱনতো গঞা ৰাইজৰ মাজত বিভিন্ন ক্ষেত্ৰত সহযোগিতা পৰিলক্ষিত হয়।

গাৱঁলীয়া জীৱনত হাটে এক বিশেষ ভূমিকা গ্ৰহণ কৰে। ৰাহি হোৱা ঘৰতে উৎপাদিত সামগ্ৰী, যেনে, ধান-চাউল, শাক-পাচলি, হাঁহ-পাৰ আদি হাটলৈ নি বেচা হয়। তাৰ পৰিৱৰ্তে দৈনন্দিন জীৱনৰ আন প্ৰয়োজনীয় সামগ্ৰী সংগ্ৰহ কৰে। সাধাৰণতে হাট সপ্তাহত এদিনকৈ বহে। হাটলৈ নানান গাৱঁৰ মানুহ আহে। এই হাটতে ইখন গাৱঁৰ মানুহে সিখন গাৱঁৰ মানুহক লগ পোৱাৰ সুযোগ ওলায়। চিনা-জনা বা সম্বন্ধীয় মানুহৰ খা-খবৰ কৰা হয়। কাৰ ঘৰত কোন ল'ৰা-ছোৱালী বিবাহৰ উপযুক্ত হৈছে তাৰো সম্ভেদ পোৱা যায়। হাটে অৰ্থনৈতিক জীৱনত প্ৰভাৱ বিস্তাৰ কৰাৰ লগতে হাট যোগে সামাজিক, সাংস্কৃতিক যোগাযোগো স্থাপিত আৰু সংৰক্ষিত হয়।

গাৱঁৰ নিজৰ জাতিৰ বহুতো পৰিয়াল স্বজনতাৰ সূত্ৰে বান্ধ খাই থাকে। স্বজনসকলক আত্মীয়তাৰ সম্বন্ধ ধৰি সম্বোধন কৰা হয়। কিন্তু এই সম্বোধনৰ পৰিসৰ অকল আত্মীয় লোকৰ মাজতেই সীমাৱদ্ধ নাৰাখি কেতিয়াবা অনাত্মীয় বা অন্যকুলৰ লোকৰ মাজলৈ বিস্তাৰিত কৰা হয়। অনাত্মীয় জ্যেষ্ঠজনকো ককাই-দদাই, জ্যেষ্ঠা গৰাকীক মাহী-পেহী আদি সম্বোধন কৰা হয়। আনকি ঘৰত বন কৰা বয়সস্থ মানুহকো গৃহস্থৰ



ল'ৰা-ছোৱালীয়ে সম্বোধন ধৰি মতা দেখা যায়। ইয়াৰ ফলত বিভিন্ন লোকৰ মাজত মধুৰ সম্বন্ধ স্থাপিত হয়।

গাৱঁৰ বিষয়ে যিখিনি কোৱা হ'ল, সেয়া আদৰ্শ গাওঁ এখনৰ কথা যেনহে লাগে। পিচে প্ৰকৃতপক্ষে এসময়ত অসমীয়া গাওঁবোৰ এনে ধৰণেই আছিল। অৱশ্যে এতিয়া নানান কাৰণত এনে আদৰ্শ গাওঁ সহজে দেখিবলৈ পোৱা নাযায়। সকলো গাৱঁলীয়া মানুহৰ মন আগৰ দৰে সহজ সৰল হৈ থকা নাই, জটিলতাই মনত স্থান পাইছে। গাৱঁলীয়া জীৱনৰ মূল্যবোধৰ পৰিবৰ্তন হৈ আহিছে। সামাজিক, সাংস্কৃতিক দিশত ন-ন ভাৱ ধাৰাই পাতনি মেলিছে। সেইবাবে পৰিবেশৰ পৰিপ্ৰেক্ষিতত এখন গাৱঁৰ সামাজিক আৰু সাংস্কৃতিক জীৱন আৰু তাৰ পটভূমিত মানুহৰ আচাৰ-ব্যৱহাৰ, ধ্যান-ধাৰণাৰ বিশ্লেষণ প্ৰয়োজনীয় হৈ পৰিছে। আগতেই পৰিৱেশৰ প্ৰভাৱৰ কথা উল্লেখ কৰি অহা হৈছে। ইয়াকো কোৱা হৈছে যে অঞ্চলভেদে গাৱঁৰ জীৱন ধাৰাৰ প্ৰণালীৰ মাজত বিভিন্নতা চকুত পৰে। পৰিৱেশৰ দ্ৰুত পৰিবৰ্তনৰ ফলত আৰু বিভিন্ন ঠাইত, বিভিন্ন পৰিৱেশে, বিভিন্ন ৰূপ লোৱা বাবে গাৱঁৰ মাজত থকা পাৰ্থক্যৰ পৰিসৰ বৃদ্ধি হৈ আহিছে। অৰ্থনৈতিক হেঁচা আৰু অন্যান্য কাৰণত গাৱঁৰ মানুহ নগৰমুখী হৈছে। গ্ৰাম্য জীৱনত নগৰৰ প্ৰভাৱ পৰিছে। এইদৰে নানান কাৰণত গাৱঁত বিভিন্ন উপাদান সোমাই পৰাত ঠাই বিশেষে অদ্ভুত সাংস্কৃতিক সংমিশ্ৰণ দেখা হৈছে।

এইবাৰ আহাৰ, পানীয়, পৰিধেয় বস্ত্ৰ আৰু বাসগৃহ—মানুহৰ এই তিনিটা মুখ্য প্ৰয়োজনীয় সামগ্ৰীৰ বিষয়ে অতি চমুকৈ আলোচনা কৰা যাওঁক। এই তিনিওটাৰ প্ৰতিটোৰ ক্ষেত্ৰতে জন সমষ্টিভেদে বিভিন্নতা চকুত পৰে। বিভিন্নতাৰ কাৰণ বহুতো। তাৰে প্ৰধান তিনিটা হ'ল ঃ প্ৰথম, প্ৰাকৃতিক পৰিৱেশ ; দ্বিতীয়, মানুহৰ অজ্ঞতা আৰু অভিজ্ঞতা ; আৰু তৃতীয়, মানুহৰ ধৰ্ম বিশ্বাস, ঐতিহ্য, সংস্কাৰ আদি। উদ্ভাৱন, অনুকৰণ, আন সমাজৰ প্ৰভাৱ আদিয়েও আহাৰ, পানীয়, বস্ত্ৰ আৰু বাস গৃহৰ পৰিবৰ্তন সাধিব পাৰে।

ভাত অসমীয়া মানুহৰ প্ৰধান আহাৰ। আহু, শালি আৰু বাও— এই তিনি প্ৰকাৰৰ খেতি অসমীয়াৰ মাজত প্ৰচলিত। এই তিনি প্ৰকাৰেৰে নানান ধৰণৰ ধান উৎপাদন কৰা হয়। সদায় খোৱা চাউল বেলেগ আৰু উৎসৱ বিশেষে ব্যৱহাৰ কৰা চাউল বেলেগ।

অসমীয়া মানুহৰ খাদ্য তালিকাৰ মন কৰিবলগীয়া বিশেষত্ব এয়ে যে জাতি-বৰ্ণ নিৰ্বিশেষে সকলো মানুহে আমিষ আহাৰ ভোজন কৰে। আনকি ব্ৰাহ্মণৰ বাহিৰে অন্য জাতিৰ বিধবায়ো আমিষ আহাৰ খোৱাত কোনো বাধা-নিষেধ নাই। উচ্চ জাতিৰ লোকে সাপ সদৃশ আৰু বাকলি নথকা মাছ সাধাৰণতে নাখায়। এনেকৈ নিৰ্বিচাৰে মাছ খোৱাৰ প্ৰথা প্ৰাক্-বৈদিক যুগীয় আৰু জনজাতীয় লোকৰ প্ৰভাৱত হোৱা বুলি কোনো কোনোৱে অনুমান কৰে। মাংস খোৱাতো বাধা নাই, অৱশ্যে সকলো ধৰণৰ মাংস খাব নাপায়। গো-মাংস নিষিদ্ধ। একালত গাহৰি আৰু গড়ৰ মঙহো ভক্ষণ কৰিছিল বুলি জনা যায়। হৰিণ, বন-গাহৰি আৰু ছাগলীৰ মঙহ খোৱা হয়। হাঁহ, পাৰ, কাছ আদি সকলোৱে খাব পাৰে। হাঁহ-কণী, কাছ-কণী আদিও খাদ্য তালিকাৰ অন্তৰ্গত।

গতিকে অসমীয়া মানুহে ভাতৰ লগত মাছ, মঙহ, শাক-পাচলি, দাইল আদি খায়। ৰন্ধনৰ বাবে লোণ আৰু তেল ব্যৱহাৰ কৰে। তেলৰ ভিতৰত সৰিয়হ-তেলেই অসমীয়াৰ মাজত প্ৰচলিত। পুৰণি কালত লোণৰ সলনি খাৰেৰেও তৰকাৰী ৰন্ধা হৈছিল। ইয়াৰ বাহিৰে নানান ধৰণৰ মছলাজাতীয় উপাদান ৰন্ধনত ব্যৱহাৰ কৰা হয়। সেইবোৰৰ ভিতৰত হালধি, জালুক, জিৰা, ধনীয়া, হিং, নহৰু, পনৰু, আদা, তেজপাত, কৰ্পূৰ আদিৰ উল্লেখ কৰিব পাৰি।

খাৰ অসমীয়া খাদ্যৰ বিশেষত্ব। খাৰ প্ৰধানকৈ দুবিধ। এবিধ সৎ-খাৰ আৰু আনবিধ কলাখাৰ। দলনিত হোৱা শাকৰ পৰা সৎখাৰ প্ৰস্তুত কৰা হয়; আনহাতে কল-গছৰ পচলাৰ পৰা কলা-খাৰ কৰে। সাধাৰণতে কাতি মাহত খাৰ প্ৰস্তুত কৰি বছৰৰ বিভিন্ন ঋতুত খাবলৈ সংৰক্ষণ কৰা হয়। আঠিয়াকলৰ বাকলি পুৰিও খাৰ কৰে। নানান ধৰণৰ পাচলি, মাছ আদিত খাৰ দি জুতি লগাকৈ ৰন্ধা হয়। খাবলৈ বহি মানুহে প্ৰথমে খাৰৰ ব্যঞ্জনেৰে ভাত খাবলৈ আৰম্ভ কৰে। ইয়াৰ পিছত দাইল বা অন্য ব্যঞ্জনত হাত দিয়ে। আগৰ দিনত মাটি, মগু আৰু কলা-মাহৰ দাইলৰ প্ৰচলন বেছি আছিল। এতিয়া মচুৰ, বুট দাইল আদিও খোৱা হয়।

পাচলিৰ ভিতৰত নানান তৰহৰ শাক, লাও, কোমোৰা, বেঙেনা, ভোল, জিকা, ধুন্দুলি, উৰহী, লেচেৰা, চজিনা আদিৰ নাম ল'ব পাৰি।



আলু আৰু কচুও ইয়াৰ অন্তৰ্গত। এইবোৰ বিভিন্ন ধৰণে ৰন্ধা হয়। মাছ-মঙহ আদিত বিভিন্ন উপকৰণ দি বেলেগ বেলেগ সোৱাদ কৰি ৰন্ধা হয়। খাদ্য-তলিকাৰ ই এটা প্ৰধান ব্যঞ্জন। ইয়াৰ বাহিৰে খৰিকাত দি, পাতত দি অথবা পুৰিও খাদ্য প্ৰস্তুত কৰে। সাধাৰণতে মঙহ, বিশেষ প্ৰকাৰৰ কিছুমান মাছ, আলু, কঠাল-গুটি, পুৰাকল আদি এনেধৰণে খোৱাৰ উপযোগী কৰি লোৱা হয়। পুৰণি কালত আনকি এতিয়াও ভাজিৰ বেছি প্ৰচলন নাই।

তিতা খোৱা প্ৰথাও অসমীয়া মানুহৰ মাজত প্ৰচলিত। তিতা-ব্যঞ্জনৰ সাধাৰণ পাচলিবোৰ হ'ল তিতাফুল, শোকোতা, বেতগাজ, তিতাকেৰেলা, হেলচি, শেৱালিফুল ইত্যাদি। সাধাৰণতে তিতা দি মাছ ৰন্ধা নহয়। কাহুদি-খাৰলি অসমীয়াৰ বৰ প্ৰিয়। তদুপৰি খৰিচা, থেকেৰা, বগৰী-গুৰি, আম-গুৰি আদিও তেল-নিমখেৰে সানি ভাতৰ লগত খোৱা হয়। এনেবোৰ বস্তু বছৰত বিশেষ কোনো সময়ত সংগ্ৰহ কৰি শুকুৱাই টেকেলি বা বাঁহৰ চুঙাত ভৰাই বছৰটোত খাবলৈ সাঁচি থোৱা হয়।

জালুক আৰু জলকীয়া দি ৰন্ধা জলা-ব্যঞ্জনৰ প্ৰচলনো অসমীয়াৰ মাজত আছে। শেহৰ ভাতখিনি খোৱা হয় টেঙা ব্যঞ্জনেৰে। চুকা, লফা, ঢেকীয়া, কচুশাক, মাটিকাদুৰি, কলমৌ, পানী-লাও আদি সাধাৰণতে টেঙা ব্যঞ্জনত দিয়া হয়। তাৰ লগতে পাচলি বিশেষে থেকেৰা, তেতেলী কৰ্দৈ, বগৰী, ঔ, জলফাই আদি দিয়ে। মাছ নিদিলে কোনো টেঙা ব্যঞ্জনৰেই সোৱাদ নুঠে।

ইয়াৰ পাছৰ বিধ পদ দৈ। অসমীয়া মানুহে এৰাঁ-গাখীৰেৰে দৈ পাতে। দৈৰ লগত দিয়া হয় জুলীয়া গুড়। ভোজনৰ পিছত তামোল-পাণেৰে মুহুদি কৰা হয়। কৰ্পূৰ, আদা, শিলিখা আদিও মুহুদিৰ বস্তু।

সাধাৰণতে অসমীয়া জলপান চাউলৰ পৰাই প্ৰস্তুত কৰা হয়। চিৰা, মুৰি, আখৈ, সান্দহ, পিঠাগুৰি আৰু কোমল চাউলেই প্ৰধানকৈ জলপান হিচাপে খোৱা হয়। চাউলৰ পৰা নানা ধৰণৰ লাৰু-পিঠা তৈয়াৰ কৰা হয়। নাৰিকল, তিল আদিৰেও নানান ধৰণৰ উপাদেয় খাদ্য প্ৰস্তুত কৰে। গাখীৰৰ পৰা কৰা খীৰৰ লাৰু খাবলৈ বৰ সোৱাদ। গাখীৰত চাউল সিজাই পৰমান্ন ৰন্ধা হয়। তাত অলপ কৰ্পূৰ দিলে সুগন্ধ ওলায়। উৎসৱ বিশেষে বিভিন্ন ধৰণৰ লাৰু, পিঠা আদি তৈয়াৰ কৰা হয়।

শুকান পিঠাগুৰিৰে কৰা বৰা-চাউলৰ পিঠা অসমীয়া পিঠাৰ এটা বৈশিষ্ট্য বুলি কব পাৰি।

ফলাহাৰো জা-জলপানৰ ভিতৰতে পৰে। বতৰৰ ফল বতৰত খোৱাটো অসমীয়াৰ ৰীতি এটা যেন। নানান ধৰণৰ কল, আম, কঠাল, লেতেকু, পনিয়ল, মধুৰিআম, জামু, সুমথিৰা, ৰবাব-টেঙা, আমৰা, কৰদৈ, তিয়'হ, নাৰিকল আদি বিভিন্ন ধৰণৰ ফলৰ বাৰীবে এসময়ত গাওঁবোৰ চাবলগীয়া আছিল।

অসমীয়া মানুহে বছৰৰ কোন সময়ত কি খাদ্য-দ্ৰব্য সংগ্ৰহ কৰিব লাগে, সেইবোৰ কেনেকৈ সংৰক্ষণ কৰিব পাৰি, কোন বতৰত কি বস্তু খোৱা ভাল—ইত্যাদি নিয়মবোৰৰ পালন কৰাৰ বিধান আছে। সেইদৰে গৰ্ভৱতী তিৰোতাই কি খালে ভাল, কি খালে বেয়া, শিশুৰ বাবে কি খাদ্য উপযোগী এইবোৰৰ বিষয়েও অসমীয়া মানুহৰ ভাল জ্ঞান আছে। কেনেকৈ শাক-পাচলি কুটিলে বা মাছ কাটিলে ব্যঞ্জনৰ সোৱাদ বৃদ্ধি হয়, কি মাছৰ লগত কি পাচলি দিব লাগে—ইত্যাদি নানান ধৰণৰ নিৰ্দেশ মানুহৰ মুখে মুখে প্ৰচলিত আছে। কিন্তু বৰ্তমান সময়ত অসমীয়া খাদ্য-তালিকাৰ দ্ৰুত পৰিবৰ্তন হ'ব লাগিছে। ৰন্ধন-প্ৰণালীতো নানান পৰিবৰ্তনে দেখা দিছে। ইয়াৰ কাৰণ বহুতো।

খোৱা-বস্তু প্ৰস্তুত কৰাৰ লগতে পৰিৱেশনৰ কথাও আহি পৰে। পীৰাত বহি খোৱা হয়। কাঁহৰ কাহীত ভাত, কাহীৰ দাঁতিত দুই-এপদ ব্যঞ্জন, বাটিত দাইল আৰু প্ৰধান ব্যঞ্জন দি আহাৰ পৰিৱেশন কৰা হয়। ওচৰতে থাকে এলোটা পানী আৰু এটা গিলাচ। এফালে মুখ ধুবলৈ পিতলৰ চৰিয়া এটা। ওচৰতে তামোলৰ বঁটাখন। লগতে খৰিকা। পৰিৱেশকে খোৱা-বস্তুৰ লগতে এইবোৰো যতনাই দিয়ে। পদে পদে আগবঢ়ায়ো দিয়ে। হাত ধোৱাৰ পিছত গামোচা এখন আনি দিয়ে।

আকৌ ঘৰৰ মূল মানুহজন প্ৰথমে ভাতৰ পাতত বহে। লগতে আন পুৰুষো বহিব পাৰে। তিৰোতাসকলে পুৰুষৰ লগত একেলগে নাখায়। কেতিয়াবা ল'ৰা-ছোৱালীক বেলেগে দিয়া হয়।

অৱস্থাভেদে খোৱাৰ সময় আৰু সংখ্যা বেলেগ যদিও অসমীয়া মানুহে দুসাজ ভাত খায় বুলি সাধাৰণভাৱেই কব পাৰি। এসাজ দুপৰীয়া আৰু এসাজ সাঁজ লগাৰ পিছত। ৰাতিপুৱা জলপান খোৱাৰ ব্যৱস্থা আছে।



সাধাৰণ মানুহে ৰাতিপুৱা পঁইতা-ভাতেৰে জলপান কৰে। পঁইতা, জকৰা ভাত অসমীয়া মানুহৰ বৰ প্ৰিয়। তাৰ লগত পোৰা-মাছ, পোৰা-বেঙেনা, কাঁহুদি-খাৰলি আদি থাকিলে বেছি জুতি লগা হয়।

আজিকালি অসমীয়া মানুহৰ প্ৰধান পানীয় চাহ বুলি ক'ব পাৰি। গাৱেঁ-ভূয়েঁ সকলোতে চাহৰ প্ৰচলন হৈছে। চাহ-প্ৰস্তুত প্ৰণালী অৱশ্যে সকলোতে একে নহয়। গাখীৰ আৰু চেনি দি সকলো মানুহে সকলো ঠাইতে চাহ নাখায়। ফিকা চাহৰ প্ৰচলন অধিক পৰিমাণে দেখা যায়। এতিয়া চাহ জলপানৰ এটা এৰাব নোৱাৰা অঙ্গ হৈ পৰিছে।

ধঁপাতৰ প্ৰচলনো অসমীয়া মানুহৰ মাজত আছে। হোকাৰ ব্যৱহাৰো দেখা যায়। গাজা-ভাং-কানি আদিৰ ব্যৱহাৰো অঞ্চল বিশেষে, মানুহ বিশেষে নথকা নহয়। পুৰণি কালত অসমীয়াৰ মাজত মদৰ প্ৰচলন আছিল বুলি জনা নাযায়।

এক দৃষ্টিকোণৰ পৰা জীৱিকা নিৰ্বাহৰ প্ৰণালী অনুযায়ী মানৱ সমাজক দুটা প্ৰধান ভাগত ভগাব পাৰি। যেনে, উৎপাদন-জীৱী আৰু অন্বেষণ-জীৱী। অসমীয়া মানুহ উৎপাদন-জীৱী। প্ৰধানকৈ কৃষি-কৰ্মৰ যোগে তেওঁলোকে জীৱিকা নিৰ্বাহ কৰে। গতিকে তেওঁলোক কৃষিজীৱী। প্ৰধানকৈ কৃষিজীৱী হ'লেও অসমীয়া মানুহে গৰু, ম'হ, ছাগলী আদি পোহে, তাৰ গাখীৰ, মঙহ আদিও খায়। কিন্তু চাবলৈ গ'লে অসমীয়া মানুহে একমাত্ৰ নিজৰ উৎপাদনৰ ওপৰতে নিৰ্ভৰ নকৰে। তেওঁলোকে খাদ্য-দ্ৰব্য সংগ্ৰহো কৰে।

আগতে পাই অহা হৈছে যে বছৰৰ কোনো এটা সময়ত শাক-পাচলি, গছৰ পাত, মূল, ফল আদি হাবি বা জলাশয়ৰ পৰা সংগ্ৰহ কৰা হয়। বন-জালুক, বন-কেৰেলা, বন-পূৰৈ ইত্যাদি নামবোৰেই সূচায় যে এইবোৰ বনৰীয়া সম্পদ। সেইদৰে নিজৰ পুখুৰীত মাছ থাকিলেও সময়ে সময়ে নৈ বিল আদিলৈ গৈ মাছ মৰাটোও সংগ্ৰহৰেই নিদৰ্শন। মঙহৰ বাবে বনৰ পশু চিকাৰ কৰা প্ৰথাও অসমীয়াৰ মাজত প্ৰচলিত।

হাবি-বননিৰ ওপৰত অসমীয়া মানুহ বহু পৰিমাণে নিৰ্ভৰশীল। বনৌষধিৰ ব্যাপক ব্যৱহাৰ অসমীয়া সমাজত দেখা যায়। এইবোৰ হাবি-বননিৰ পৰা সংগ্ৰহ কৰা হয়। কিছুমান গছ মানুহে বাৰীত নলগায়; হাবি-বননিত এনেয়ে হয়। সেই গছৰ সম্পদ মানুহে তাৰপৰা সংগ্ৰহ কৰে। বেতনিৰ পৰা বেত কাটি অনা হয়। টকৌ পাতো সংগ্ৰহ কৰা

হয়। এইদৰে হাবি-বননিয়ে দৈনন্দিন জীৱনত ব্যৱহৃত বহুতো বস্তুৰ যোগান ধৰে।

প্ৰধানকৈ শৰীৰক ৰক্ষা কৰিবলৈয়ে সাজ-পাৰৰ প্ৰচলন আৰম্ভ হ'ল যদিও তাৰ লগতে আন কেইটামান কাৰণ যোগ দিব পাৰি, যেনে, লজ্জা-নিবাৰণ আৰু শিষ্টাচাৰ, নিজক দেখনিয়াৰ কৰাৰ প্ৰচেষ্টা, সামাজিক পৰিচয় ইত্যাদি। সাজ-পাৰ পৰা সামাজিক শ্ৰেণী, বিবাহিত-অবিবাহিত, বয়স, লিঙ্গ আদিৰ বিষয়ে আভাস পাব পাৰি। ধনী-দুখীয়া, ৰজা-প্ৰজা, সম্ভ্ৰান্তলোক, সধবা-বিধবা গাভৰুৰ সাজ-পাৰৰ মাজত পাৰ্থক্য চকুত পৰে। সেইদৰে সত্ৰাধিকাৰ, ব্ৰাহ্মণ-পুৰোহিত, সন্ন্যাসী, যোদ্ধা আদিৰ সাজ-পোছাকো একে ধৰণৰ নহয়। আকৌ এজন মানুহে ঘৰত এনেয়ে থাকোতে যিযোৰ কাপোৰ পিন্ধে সেই একে যোৰকে পিন্ধি কামলৈ নাযায়। বিয়া-সবাহলৈ যাবলৈ বেলেগ সাজ-পোছাক থাকে। পূজা-পাৰ্বণে বেলেগ বস্ত্ৰ পৰিধান কৰে। সাজ-পাৰৰ সকলো দিশলৈ দৃষ্টিপাত কৰিলে বহুত কথাই আলোচনা কৰিবলগীয়া হয়।

কালিকা পুৰাণ আৰু হৰ্ষচৰিতত অসমীয়া সাজ-পাৰৰ কিছু উল্লেখ আছে। প্ৰাচীন মূৰ্ত্তি-শিল্পৰ পৰাও কিছু সমল পাব পাৰি। মধ্য-যুগৰ চিত্ৰ-সম্বলিত পুথিবোৰৰপৰা ৰজা, ৰাজ-বিষয়া, সাধাৰণ প্ৰজা, মহিলা আদি বিভিন্ন প্ৰকাৰৰ লোকৰ সাজ-পাৰ আৰু অলংকাৰ-পাতিৰ বিষয়ে কিছু জানিব পৰা যায়। অসমীয়া সাজ-পাৰত বিদেশী প্ৰভাৱ আহোম যুগৰ পৰা পৰিবলৈ আৰম্ভ কৰে। মোগলৰ প্ৰভাৱ এই সময়ৰ পৰাই পৰিলক্ষিত হয়। ইয়াৰ পিছত ইংৰাজৰ আগমনৰ লগে লগে ইউৰোপীয় সাজ-পোছাকে লাহে লাহে অসমীয়াৰ মাজত ঠাই লবলৈ আৰম্ভ কৰিলে। গতিকে ভাৰতীয় মোগল আৰু ইউৰোপীয় সাজ-পোছাকৰ সংমিশ্ৰণ অসমীয়াৰ মাজত দেখা গ'ল। তাৰ লগতে চুবুৰীয়া জনজাতীয় লোকসকলৰ প্ৰভাৱো পৰিল। বৰ্তমান কালত অসমীয়া সাজ-পাৰ বাৰে মিহলি হ'ল। এনেকৈ চালে দেখা যায় সময়ৰ লগে লগে অসমীয়াৰ সাজ-পাৰ পৰিবৰ্তিত হৈ আহিছে।

কালিকা পুৰাণত বস্ত্ৰ নিৰ্মাণ কৰা কেইবাবিধো সমামগ্ৰীৰ উল্লেখ আছে। কপাহী কাপোৰেই প্ৰধানকৈ ব্যৱহৃত হৈছিল বুলি জনা যায়। তন্তুবায় (তাঁতী) সম্প্ৰদায়ৰ লোকে এই প্ৰকাৰ বস্ত্ৰ প্ৰস্তুত কৰিছিল। দ্বিতীয় বিধ পচমী কাপোৰ ভেড়াৰ উলেৰে নিৰ্মিত। সম্ভৱতঃ তিব্বত আৰু ভূটানৰ পৰা এইবিধ সামগ্ৰী অনা হৈছিল। তৃতীয় বিধ সামগ্ৰী



কোষজ অৰ্থাৎ পলুজাত। এৰী, মুগা, পাট এই শ্ৰেণীত পৰে। সাধাৰণতে ৰজা আৰু সম্ভ্ৰান্তলোকে এনেবিধ বস্ত্ৰ পৰিধান কৰিছিল। মুগা অসমৰ এটা বৈশিষ্ট্য। অসমৰ বিশেষ সম্পদ মেজাঙ্কৰী পাট এক প্ৰকাৰৰ মুগা। এনে কাপোৰত বন কৰা হৈছিল। বনকৰা মেজাঙ্কৰী পাটৰ কাপোৰ সম্ভ্ৰান্তলোক আৰু বিষয়াসকলেহে প্ৰধানকৈ ব্যৱহাৰ কৰিছিল। আন এবিধ বস্ত্ৰক 'শালবস্ত্ৰম' বুলি কোৱা হৈছে। এইবিধ বনজ সামগ্ৰী। হিউয়েনচাঙে লিখি থৈ যোৱা গাঢ় ৰঙা ৰঙৰ শালবস্ত্ৰম ভিক্ষুকসকলে পৰিধান কৰিছিল। কালিকা পুৰাণত বল্কলৰ উল্লেখ আছে। গছৰ বাকলিৰে কাপোৰ কৰা প্ৰথা অসমৰ কিছুমান জনজাতিৰ মাজত প্ৰচলিত। অসমীয়া হিন্দু সমাজৰ কোন লোকে কেনেদৰে বল্কল ব্যৱহাৰ কৰিছিল সঠিককৈ কোৱা টান। সেই একে পুথিৰ পৰাই জনা যায় চিলাই কৰা আৰু নিসিওৱা দুয়ো প্ৰকাৰ সাজ-পাৰৰেই প্ৰচলন আছিল।

ডা-ডাঙৰীয়া আৰু মধ্যবিত্ত শ্ৰেণীৰ পুৰুষে সাধাৰণতে দুই পদ কাপোৰ ব্যৱহাৰ কৰিছিল। প্ৰথম পদ ধুতি আৰু ইয়েই প্ৰধান অধোবস্ত্ৰ। উক্ত শ্ৰেণীৰ লোকে আঠুৰ তললৈ আৰু কেতিয়াবা ভৰিৰ সৰু গাঁঠি পোৱাকৈ ধুতি পিন্ধিছিল। সমুখৰ পিনে দীঘলকৈ থোৰ মাৰি থৈছিল। আনটো আগ দুই ভৰিৰ মাজেৰে পিছলৈ নি পোন্ধ মাৰিছিল। দ্বিতীয়বিধ পদৰ নাম চাদৰ বা উত্তৰীয়। এই পদে শৰীৰৰ ওপৰ অংশ ঢাকিছিল। চাদৰ বিভিন্ন প্ৰকাৰে লৈ শৰীৰৰ উৰ্দ্ধভাগ আচ্ছাদিত কৰা হৈছিল। আহোম-মোগল দিনৰ পৰা চোলা, এঙ্গা চোলা, চৌগা-চাপকন আদিৰ প্ৰচলন আৰম্ভ হ'ল। সিওৱা বস্ত্ৰৰ অধিক ব্যৱহাৰ দেখা গ'ল। আগৰ কাঠৰ পাদুকা অৰ্থাৎ খৰমৰ ঠাই বিভিন্ন প্ৰকাৰৰ জোতাই লবলৈ আৰম্ভ কৰিলে। এই প্ৰসঙ্গত কমৰবন্ধৰ (পৰিবেশ) নামো লব লাগিব। হৰ্ষচৰিতত ইয়াৰ উল্লেখ আছে। ককালত মেৰিয়াই লোৱা বস্ত্ৰ কমৰ-বন্ধৰ সহায়ত যথাস্থানত বান্ধি ৰখা হৈছিল। এনে ধৰণৰ কমৰবন্ধৰ প্ৰচলন এতিয়াও এই অঞ্চলৰ বহুতো জনজাতিৰ লোকৰ মাজত দেখা যায়। হৰ্ষচৰিতত চামৰাৰ দ্বাৰা নিৰ্মিত কমৰবন্ধৰো উল্লেখ পোৱা যায়।

প্ৰাচীন অসমত শিৰস্ত্ৰাণ বা পাগুৰিৰ প্ৰচলন থকাৰ কথা জনা নাযায়। অৱশ্যে ৰজা ভাস্কৰবৰ্মাই শিৰোবেষ্টন পৰিধান কৰি কনৌজৰ

মহামেলাত যোগ দিয়াৰ উল্লেখ পোৱা যায়। কিন্তু আহোম-মোগলৰ সমন্বৰ পৰাহে শিৰোস্ত্ৰাণ বা পাগুৰিৰ অধিক প্ৰচলন আৰম্ভ হ'ল বুলি কোৱা হয়। ৰজাই ৰত্ন-খচিত মুকুট পিন্ধিবলৈ আৰম্ভ কৰিলে। ডা-ডাঙৰীয়াই মূৰত পাগুৰি ব্যৱহাৰ কৰিবলৈ ললে। এতিয়াও গাঁৱৰ মুখিয়াল লোকে মূৰত পাগুৰি মাৰে। ডেকাসকলে মূৰত গামোচা মাৰে।

সৰ্বসাধাৰণ অসমীয়াৰ বাবে ধুতিয়েই আছিল প্ৰধান অধোবস্ত্ৰ। কিন্তু তেওঁলোকৰ ধুতি আঁঠুৰ ওপৰত আছিল। কাম-বন কৰোতে ধুতিৰ এটা আগ কঁকালৰ নিচিনাকৈ কঁকালত টানকৈ মেৰিয়াই লৈছিল। এতিয়াও গাঁৱত খেতিয়ক, গৰখীয়া আদি ল'ৰাই গামোচা এখন আঁঠুৰ ওপৰলৈ থকাকৈ ধুতিৰ নিচিনাকৈ পিন্ধে। গাটো উদঙেই ৰাখে।

জাৰৰ দিনত সামাজিক প্ৰতিষ্ঠা আৰু সামৰ্থ্য অনুযায়ী পুৰুষে খনীয়া কাপোৰ এখন মেৰিয়াই শীত নিবাৰণ কৰিছিল। এৰী কাপোৰৰ ব্যাপক প্ৰচলন অসমীয়া সমাজত এতিয়াও দেখা যায়।

কাপোৰত ৰং দিয়া পদ্ধতি প্ৰাচীন কালৰ পৰাই অসমীয়া সমাজত প্ৰচলিত। প্ৰধানকৈ চাৰিবিধ ৰং ব্যৱহাৰ হৈছিল। সেই কেইটা হ'ল— ৰঙা, ক'লা, হালধীয়া আৰু বগা। ৰঙা আৰু হালধীয়া ৰং পবিত্ৰ বুলি গণ্য কৰা হয়। কাপোৰত ৰং দিয়াৰ কথা ভাবিলে স্বাভাৱিকতেই চুবুৰীয়া জনজাতিৰ লোকসকলৰ কথা মনলৈ আহে। কিয়নো, এই লোকসকলৰ মাজত নিজস্ব পদ্ধতিৰে বিভিন্ন ধৰণে ৰং প্ৰস্তুত কৰি কাপোৰত ৰং দিয়াৰ পদ্ধতি প্ৰচলিত আছে।

বিহা-মেখেলা-চাদৰ অসমীয়া তিৰোতাৰ বৈশিষ্ট্যপূৰ্ণ সাজ-পাৰ বুলি গণ্য কৰা হয়। পিচে বিহা-মেখেলা অসমীয়াৰ প্ৰাচীন বস্তু নহয়। এইবোৰ তিব্বত-বৰ্মী লোকৰ পৰা গ্ৰহণ কৰা হৈছে বুলি বহুতেই ভাবে। প্ৰাচীন কালত অসমীয়াৰ মাজত শাৰীৰহে প্ৰচলন আছিল বুলি ভাবিবৰ থল আছে। প্ৰাক-বৈষ্ণৱ আৰু বৈষ্ণৱ যুগৰ লিখনিৰ নানান ঠাইত শাৰীৰ উল্লেখ আছে। এতিয়াও নামনি অসমত বিয়াৰ কোনো এক অনুষ্ঠানত কইনাই পিন্ধা 'অনাকটা কাপোৰ'ক এক প্ৰকাৰ শাৰীয়েই বুলিব পাৰি। আকৌ কোনোৱে কৰ খোজে যে বিহা শাৰীৰ ক্ষুদ্ৰ সংস্কৰণ। অধোবস্ত্ৰ মেখেলাত পৰিণত হৈছে। অতীজত মেখেলাও নিসিয়া বস্ত্ৰ আছিল। এতিয়াও



কোনো কোনো জনজাতিৰ তিৰোতাই এনেদৰে নিসিয়াকৈ মেখেলাৰ দৰে বস্ত্ৰ ব্যৱহাৰ কৰে।

উচ্চ শ্ৰেণীৰ মহিলাই ভৰিৰ সৰু গাঁঠি স্পৰ্শ কৰাকৈ মেখেলা পিন্ধে। ৰিহাখন বুকুৰ পৰা তপিনালৈ ঘূৰাই লয়। ৰিহাৰ কাঁচলীয়ে বক্ষ-বন্ধনী বা স্তন-পটুৰ কাম কৰে। বিবাহিতা মহিলাই কেতিয়াবা ৰিহাৰ একাংশেৰে ওৰণিও লয়। উৎসৱ-অনুষ্ঠান বিশেষে ৰিহাৰ ওপৰত চাদৰ বা চেলেং কাপোৰ লোৱা হয়। এই কাপোৰখনে নাৰীদেহ আচ্ছাদিত কৰি ৰাখে। উচ্চশ্ৰেণীৰ লোকে মুগা বা পাটৰ মেখেলা পিন্ধে। ৰিহাও সাধাৰণতে মুগা বা পাটৰ হয়। চাদৰো তেনে হ'ব পাৰে; কপাহীও হয়। অসমীয়া মহিলাই শিৰোবস্ত্ৰ ব্যৱহাৰ নকৰে। আজিৰ যুগৰ অসমীয়া মহিলাৰ মাজত ৰিহাৰ প্ৰচলন কমি গৈছে। ব্লাউজ আৰু বক্ষ-বন্ধনীৰ ব্যাপক ব্যৱহাৰ দেখা যায়।

সাধাৰণ শ্ৰেণীৰ অসমীয়া তিৰোতাই মেথনি মাৰি মেখেলা পিন্ধে; অৰ্থাৎ স্তন ঢাকি বুকুৰ পৰা আঁঠুৰ কিছু তললৈকে পৰাকৈ মেখেলা পিন্ধে। সময় বিশেষে তাৰ ওপৰত চাদৰ এখন লয়।

বিবাহিতা তিৰোতাই মূৰত ওৰণি লয়। হিন্দু তিৰোতাই কপাল আৰু শিৰত সিন্দুৰ লয়। এয়ে বিবাহিতাৰ চিন। কেশ-বিন্যাসৰ প্ৰচলন অসমীয়া তিৰোতাৰ মাজত পুৰণি কালৰ পৰাই আছে। বিভিন্ন ধৰণে খোপা বান্ধি সৌন্দৰ্যবৰ্দ্ধন কৰা হৈছিল। হাতীৰ দাঁত, কাঠ বা বাঁহৰ ফণিৰে চুলি আঁচোৰা হৈছিল। খোপাত ফুল, ফুলৰ মালা, অলঙ্কাৰ আদি গুজি নিজকে বেছি দেখনিয়াৰ কৰিছিল।

তাঁত শিল্প অসমীয়া জীৱনৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত। প্ৰতি-জনী অসমীয়া নাৰীয়েই সুনিপুণ শিপিনী। কাপোৰত নানান ধৰণৰ ফুল বচা হয়। এতিয়াও প্ৰায় প্ৰতিজনী গাঁৱৰ তিৰোতাই তাঁত বৱ আৰু ফুল বাচিব জানে। তাঁতৰ কাম নজনাটো অসমীয়া নাৰীৰ পক্ষে অপমানৰ কথা। এসময়ত তাঁতৰ কাম নজনা অসমীয়া ছোৱালীৰ বিয়াই নহৈছিল।

অতি প্ৰাচীন কালৰ পৰাই ভাৰতীয় নাৰীয়ে অলঙ্কাৰ ব্যৱহাৰ কৰি আহিছে। অসমীয়া নাৰীও ইয়াৰ ব্যতিক্ৰম নহয়। অলঙ্কাৰ যে অকল নাৰীৰ মাজতহে সীমাবদ্ধ তেনে নহয়; পুৰুষেও অলঙ্কাৰ ব্যৱহাৰ কৰে।

সাজ-পাৰৰ দৰে অলঙ্কাৰেও সময়ৰ লগে লগে নানান কাৰণত ৰূপ সলাই আহিছে। অসমত সোণ আৰু ৰূপৰ গহনাহে প্ৰধানকৈ ব্যৱহৃত হয়। কালিকা পুৰাণত শৰীৰৰ বিভিন্ন অঙ্গত পিন্ধা নানাবিধ অলঙ্কাৰৰ তালিকা আছে। এই সকলোবোৰ অলঙ্কাৰ যে সকলো শ্ৰেণীৰ তিৰোতায়ে পিন্ধিছিল তেনে নহয়। সাধাৰণভাৱে ইয়াকে কব পাৰি যে বাখৰ-পতোৱা হাৰ অসমীয়া তিৰোতাৰ ডিঙিৰ অলঙ্কাৰ। হাৰৰ মাজ ভাগত একোটা ডুগডুগি ওলমি থাকে। এই ডুগডুগি বিভিন্ন প্ৰকাৰৰ হয়। আকৌ ডিঙিৰ কিছু অংশ ঢকাকৈ আৰু ডিঙিত লাগি থকাকৈ পিন্ধা অলঙ্কাৰৰ নাম গলপতা। বাহুত পিন্ধিবলৈ কেয়ূৰ আৰু অঙ্গদ। হাতত পিন্ধা কঙ্কণ, খাৰু, বালা ইত্যাদি। কাণৰ বাবে কুণ্ডল। হাতৰ আঙুলিত আঙুঠি। নাকত নাকফুল। ভৰিত নূপুৰ। সৰু সৰু টিলিঙা লগোৱা কিঙ্কিণীয়ে খোজ কাঢ়োতে ৰুনু-জুনু শব্দৰ লহৰ তোলে।

অতীজৰে পৰা অসমত সুগন্ধি তেলৰ ব্যৱহাৰ থকা জনা যায়। শৰীৰৰ অংগ বিশেষত সুগন্ধি দ্ৰব্য লেপন কৰা হৈছিল। ধৰ্মীয় আৰু সামাজিক অনুষ্ঠানত চন্দনৰ ব্যাপক ব্যৱহাৰ আছিল। চকুত অঞ্জন ঘঁহা আৰু দাঁতত ৰং দিয়া অভ্যাসো আছিল। এতিয়াও কোনো কোনো ঠাইত অসমীয়া গাওঁলীয়া তিৰোতাই দাঁত ক'লা কৰি লোৱা দেখা যায়। এইদৰে বিশ্লেষণ কৰি চালে দেখা যায় যে অতীজৰে পৰা অসমীয়া সমাজত শৰীৰৰ সৌন্দৰ্য-বৰ্ধনৰ বাবে যথেষ্ট যত্ন লৈ অহা হৈছে। নানা তৰহৰ ৰং-বেৰঙৰ ফুল বচা কাপোৰ, বাখৰ পতোৱা সূক্ষ্ম কাৰুকাৰ্য খচিত বিভিন্ন বিধ অলংকাৰ, সুগন্ধি দ্ৰব্যৰ ব্যৱহাৰ, কেশ-বিন্যাস ইত্যাদিবোৰ অসমীয়াৰ সৌন্দৰ্যবোধ, সুকুমাৰ প্ৰতিভা আৰু শিল্পীমনৰ পৰিচায়ক। এইবোৰৰ নিদৰ্শন এতিয়াও আছে; কিন্তু ব্যৱহৃত সামগ্ৰীৰ ক্ষেত্ৰত পৰিবৰ্তনে দেখা দিছে আৰু প্ৰকাশ-ভঙ্গীও নতুন নতুন হৈ আহিছে।

গৃহ-নিৰ্মাণত ভৌগোলিক পৰিৱেশৰ প্ৰভাৱ বৰ স্পষ্ট। বাসগৃহ, জলবায়ু আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত খাপ খোৱা ধৰণে হোৱাটো বাঞ্চনীয়। পৰিৱেশৰ পৰা সহজে পোৱা সামগ্ৰীৰে গৃহ-নিৰ্মাণ কৰা হয়। তদুপৰি মানুহৰ জীৱিকা নিৰ্বাহৰ প্ৰণালীয়েও গৃহৰ ওপৰত কিছু প্ৰভাৱ পেলায়। অসমত বৰষুণ বেছি, জলবায়ু সেমেকা; ভূমিকম্প সঘনে হয়। অসমত বাঁহ-বেত-খেৰ আদি প্ৰচুৰ পৰিমাণে পোৱা যায়। সৰহভাগ অসমীয়া



মানুহ খেতিয়ক; তেওঁলোকে গাওঁত বাস কৰে। এই সকলোবোৰে অসমীয়া গৃহ-নিৰ্মাণত ভূমিকা গ্ৰহণ কৰিছে।

বাঁহ-বেত, ইকৰা, খেৰ ইত্যাদিয়েই গৃহ-নিৰ্মাণৰ প্ৰধান আহিলা। বাঁহ নানান প্ৰকাৰৰ হয়, আৰু বিভিন্ন প্ৰকাৰবোৰ বিভিন্ন কামত লগোৱা হয়। খুটা, কামী, মাঢ়লি আদি বাঁহেৰে কৰে। খুটাৰ বাবে কাঠো ব্যৱহৃত হয়। ইকৰাৰে বেৰ সাজি দুপিঠি মাটি, বালি আৰু গোবৰ মিহলাই লিপা হয়। বাঁহ, ইকৰা আদি বান্ধিবলৈ বেত ব্যৱহাৰ কৰা হয়। উলু-খেৰ, শৰণ-খেৰ, বতৰা-খেৰ আদিৰে ঘৰ ছোৱা হয়। টকৌ গছৰ পাত আদিও চাল ছোৱাবলৈ ব্যৱহাৰ কৰা হয়। ভেঁটিটো মাটিৰে অলপ ওখকৈ সজা হয়। ঘৰবোৰ সাধাৰণতে দুচলীয়া। তিনিচলীয়া আৰু চৌচলীয়া ঘৰো নোহোৱা নহয়। কেতিয়াবা টুপ দিয়া ঘৰো দেখা যায়।

সাধাৰণতে আগফালে অলপ মুকলি ঠাই এৰি আৰু পাছফালে বাৰীখন বাদ দি চৌহদৰ মাজত ঘৰ নিৰ্মাণ কৰা হয়। মাজতে চোতাল এখন এৰি চাৰিওকাষে বিভিন্ন বিধ ঘৰ সজোৱা হয়। প্ৰথমে নঙলা মুখ পাৰ হৈ সমুখৰ মুকলি ঠাইখিনি পোৱা যায়। ইয়াত বহুতে ছাঁ দিবলৈ দুই চাৰি জোপা ডাঙৰ ফুলৰ গছ আৰু অইন ফুলগছ, জোপোহা আদি লগায়। এই খনক ফুলনি বা বাহিৰ চোতাল বুলিব পাৰি। বাহিৰ চোতাল পাৰ হৈ প্ৰথমেই চ'ৰা ঘৰ পোৱা যায়। চ'ৰা ঘৰত আলহি সোধা হয় বাবে ইয়াক আলহী ঘৰো বুলিব পাৰি। ডা-ডাঙৰীয়াৰ ঘৰত কেতিয়াবা নলঙা মুখতে ঘৰ এটা থাকে। ইয়াক বাট চ'ৰা বোলে। বাট-চ'ৰাত বেৰ নাথাকে। চ'ৰা-ঘৰ পথালিকৈ সজা হয়। তাৰ সমকোণ কৰি ভিতৰ-চোতালৰ দুয়োকাষে অৱস্থাভেদে বৰ-ঘৰ, সৰু-ঘৰ, শোৱনি-ঘৰ আদি সজা হয়। চোতালৰ সিটো পাৰে বাট-চ'ৰাৰ সমান্তৰাল কৰিও ঘৰ থাকে। ইয়াৰ কোনো একাষে এদঁতীয়াকৈ ৰান্ধনি-ঘৰ অৱস্থিত। ৰান্ধনি-ঘৰ থকা ঘৰৰ পৰা অলপ আঁতৰত সাজে। ৰান্ধনি-ঘৰক পৱিত্ৰ বুলি গণ্য কৰে। সেইবাবে বাহী গাৰে বা অপৰিষ্কাৰ হৈ ৰান্ধনি-ঘৰত সোমোৱা নিষেধ। সকলো মানুহকে ৰান্ধনি-ঘৰত সোমাবলৈ দিয়া নহয়। একাষত সৰুকৈ নামঘৰ এটাও থাকে। পন্থাভেদে নামঘৰত থাপনা, মূৰ্ত্তি আদি ৰখা হয়, আৰু তাত পুৱা গধূলি বন্তি জ্বলায়। নামঘৰো বৰ পৱিত্ৰ স্থান।

ইয়াৰ বাহিৰে প্ৰতিঘৰতে গোহালি-ঘৰ আৰু ভঁৰাল-ঘৰ দেখা যায়।

ভঁৰাল-ঘৰটো চাং ঘৰ, যাতে ধানবোৰ সেমেকি নাযায়। সেই দৰে ঠাই বিশেষে গোহালি-ঘৰতো চাং সাজি দিয়া হয়, যাতে গৰু-ছাগলী বেমাৰৰ আক্ৰমণৰ পৰা ৰক্ষা পৰে। পাৰ চৰাইৰ বাবে টঙি-ঘৰ বা বাহৰ ব্যৱস্থা দেখা যায়। হাঁহৰ বাবেও শিয়াল-কুকুৰে অনিষ্ট কৰিব নোৱাৰাকৈ গঁড়াল সাজি দিয়া হয়।

সাধাৰণ অসমীয়া ঘৰত সাধাৰণতে খিৰিকীৰ ব্যৱহাৰ বৰ কম। থকা ঘৰত বেৰ দি প্ৰয়োজন অনুসৰি কোঁটালী বনাই লোৱা হয়। দুৱাৰবোৰ বাঁহৰ বা কেতিয়াবা কাঠৰ। দুৱাৰত দাং দিয়া আৰু শলখা লগোৱাৰ ব্যৱস্থা থাকে।

এইবোৰৰ উপৰিও ঢেঁকীশাল আৰু তাঁতশাল দেখা যায়। প্ৰায় প্ৰতি ঘৰে-ঘৰে ঢেঁকীশাল থাকে ; তাঁতশাল থাকে। অসমীয়া গ্ৰাম্য জীৱনত তাঁত শালৰ প্ৰয়োজনীয়তাৰ উল্লেখ আগতেই কৰি অহা হৈছে।

ঘৰৰ মাজ চোতালখন বৰ প্ৰয়োজনীয় বস্তু। পথাৰৰ পৰা ধান আনি প্ৰথমে ইয়াতেই থোৱা হয় ; সময়ত ইয়াতে মৰণা মাৰে ; চলা-জৰা আদিও কৰে। আজৰি সময়ত এই চোতালত বহিয়েই মানুহে বাঁহ-বেতৰ কাম কৰে ; ওচৰ চুবুৰীয়া, আত্মীয় স্বজনৰ লগত মেল মাৰে। উৎসৱ-অনুষ্ঠান আদি পালন কৰিবলৈয়ো এই চোতালেই ব্যৱহৃত হয়। তেতিয়া তাত ৰভা দিয়া হয়। এই চোতালতে তাঁত-বাতি কৰে, ধান-চাউল ৰ'দায়।

অৱস্থাভেদে পাছ-বাৰীত সৰুকৈ হ'লেও পুখুৰী এটা থাকে। অথবা কেঁচা নাদ খান্দি লোৱা হয়। ইয়াৰ পানী ঘৰৰ যাৱতীয় কামত ব্যৱহাৰ কৰা হয়। পানী ভাল নহলে খাবলৈ বা নামঘৰত লগাবলৈ গাঁৱৰ অন্য ঠাইৰ পৰা অনা হয়। গছ-জোপাহাৰে ভৰি থকা বাৰীৰ এচুক মল-মূল ত্যাগ কৰিবলৈ আচুতীয়াকৈ ৰখা হয়।

আহোম ৰজাসকলে ইটাৰে পকীঘৰ নিৰ্মাণ কৰিছিল। সাধাৰণ প্ৰজাই এনেধৰণৰ ঘৰ সজাৰ অধিকাৰ নাপাইছিল। ৰজা-ঘৰীয়া ঘৰৰ ভগ্নাৱশেষ এতিয়াও উজনি অসমৰ ঠায়ে ঠায়ে দেখা যায়। সাধাৰণ মানুহৰ ঘৰ বাঁহ, বেত, খেৰ আদি সহজে ক্ষয়প্ৰাপ্ত সামগ্ৰীৰে নিৰ্মাণ কৰা হৈছিল বাবে পুৰণি অসমৰ ঘৰৰ কোনো অৱশেষ কোনো ঠাইতে এতিয়া দেখিবলৈ পোৱা নাযায়।



ৰজা বা ডা-ডাঙৰীয়াই মানুহ লগাই ঘৰ সাজি লৈছিল। কিন্তু সাধাৰণ গাৱঁলীয়া মানুহে নিজৰ ঘৰ নিজেই নিৰ্মাণ কৰে। বৃদ্ধ বা অভিজ্ঞ লোকৰ পৰা পৰামৰ্শ লৈ গৃহ-নিৰ্মাণৰ কাম আৰম্ভ কৰা হয়। পৰিয়ালৰ সকলোৱে লাগি ভাগি যিমানখিনি পাৰে কৰে। টান কাম-বোৰ পুৰুষৰ। ভেঁটি মচা, বেৰ লিপা আদি কামত তিৰোতায়ো সহ-যোগিতা কৰে। খুটা পোতা, চাল ছোৱা আদিত একেলগে বেছি মানুহৰ প্ৰয়োজন হ'লে আত্মীয় বা ওচৰ-চুবুৰীয়াই লাগি ভাগি দিয়ে। তাৰ বাবে সেইসকল লোকক ভালকৈ এসাজ খুওৱা হয়। এনে প্ৰথাৰ গাওঁবোৰত এতিয়াও প্ৰচলন আছে।

আহাৰ-পানীয়, সাজ-পাৰ, অলংকাৰ, গৃহ-নিৰ্মাণ আদিৰ লগত বহুতো ধৰ্মীয় আৰু লৌকিক বিশ্বাস সাঙোৰ খাই আছে। সেইবোৰৰ বিশ্লেষণৰ দ্বাৰাও সমাজৰ কোনো কোনো দিশৰ বিষয়ে নানান কথা জানিব পৰা যায়।

আৰম্ভণিতেই কৈ অহা হৈছে যে এখন সমাজৰ প্ৰতিচ্ছবি দাঙি ধৰিবলৈ প্ৰয়াস কৰোতে বহুতো দিশলৈ লক্ষ্য ৰাখিবলগীয়া হয়। অঞ্চলভেদে, সময়ভেদে একে সমাজৰে ৰূপ ভিন্ ভিন্। সমাজৰ পৰিসৰ অতি বিশাল। গতিকে এই ক্ষুদ্ৰ প্ৰবন্ধটোত অসমীয়া সমাজৰ কেইটামান দিশৰ ওপৰতহে অতি সাধাৰণভাৱে দৃষ্টিপাত কৰা হ'ল।*

---

* এই প্ৰবন্ধটো যুগুত কৰোতে অধ্যাপক ড° বিৰিঞ্চিকুমাৰ বৰুৱাদেৱৰ লিখনিসমূহৰ বিশেষভাৱে সহায় লোৱা হৈছে।

# অসমৰ ৰাজনৈতিক বুৰঞ্জী

ড° লক্ষ্মী দেৱী

অসম এখন অতি প্ৰাচীন দেশ। অতীজতে ই 'প্ৰাগজ্যোতিষ' আৰু 'কামৰূপ' নামেৰেহে প্ৰখ্যাত আছিল। হিন্দু মহাকাব্য ৰামায়ণ-মহাভাৰতৰ পৰা আৰম্ভ কৰি পুৰাণ আৰু তন্ত্ৰশাস্ত্ৰ আদি প্ৰায় ভালেমান সংস্কৃত সাহিত্যত প্ৰাগজ্যোতিষ আৰু কামৰূপ নামৰ উল্লেখ আছে। অতি প্ৰাচীন কালৰেপৰা প্ৰাগজ্যোতিষ-কামৰূপ ৰাজ্য ইমান প্ৰসিদ্ধ আছিল যে সৰ্বভাৰতীয় যি কোনো আন্দোলন বা ঘটনাৰ মাহাত্ম্য আৰু গুৰুত্ব বঢ়াবলৈ ইয়াৰ উল্লেখ প্ৰয়োজনীয় বুলি বিবেচিত হৈছিল। উদাহৰণস্বৰূপে, মহাভাৰতত বৰ্ণিত তিনিটা সৰ্বভাৰতীয় ডাঙৰ ঘটনা—ৰাজসূয় যজ্ঞ, কুৰুক্ষেত্ৰৰ যুদ্ধ আৰু পাণ্ডৱৰ অশ্বমেধ যজ্ঞৰ সম্পৰ্কত প্ৰাগজ্যোতিষ ৰাজ্যৰ বিশদ বিৱৰণ পোৱা যায়। কালিদাসৰ ৰঘুবংশত ৰঘুৰ দিগ্বিজয় প্ৰসঙ্গত প্ৰাগজ্যোতিষ-কামৰূপ ৰাজ্যৰ নাম উল্লেখ আছে। ৰঘুবংশত প্ৰাগজ্যোতিষ আৰু কামৰূপ একেখন ৰাজ্যৰে বেলেগ বেলেগ নাম বুলি উল্লেখ কৰা হৈছে। ইয়াৰ পশ্চিম সীমা আছিল কৰতোয়া নদী। সময়ে সময়ে হোঁহোকা-পিছলা হ'লেও এইটো প্ৰায় স্থায়ী সীমা আছিল বুলিয়েই ক'ব পাৰি। এই ৰাজ্যৰ ৰাজধানী আছিল প্ৰাগজ্যোতিষপুৰ বা বৰ্তমান গুৱাহাটী নগৰ।

প্ৰাগৈতিহাসিক যুগৰ প্ৰাগজ্যোতিষ ৰাজ্যৰ ৰাজনৈতিক ইতিহাস সম্পৰ্কে সঠিকভাৱে জানিবৰ কোনো উপায় নাই। তথাপি কিম্বদন্তী, পৌৰাণিক কাহিনী, প্ৰাচীন ৰাজবংশাৱলী, পুৰণি ভাস্কৰ্য, স্থাপত্য আদিৰ যি অলপ-অচৰপ নিদৰ্শন পোৱা গৈছে, তাৰ পৰাই সেই যুগৰ ৰাজনৈতিক ইতিহাস সম্পৰ্কে কিছু কথা জানিব পৰা গৈছে। সেইমতে প্ৰাচীন প্ৰাগজ্যোতিষ ৰাজ্যৰ আটাইতকৈ পুৰণি ৰজা আছিল অনা-আৰ্য ৰজা মহীৰঙ্গ দানৱ। এই দানৱ বা অসুৰ বংশৰ শেষ ৰজা ঘটক কিৰাত বা ঘটকাসুৰক যুদ্ধত পৰাস্ত



কৰি নৰকাসুৰ নামৰ এজন বীৰে প্ৰাগজ্যোতিষৰ সিংহাসন অধিকাৰ কৰে। এই বংশৰ কিছু ঐতিহাসিক তথ্য পোৱা গৈছে। সেইবোৰৰ পৰা এইটো অনুমান হয় যে এই বংশৰ ৰজাসকলে প্ৰাগজ্যোতিষত ভালেমান দিন ৰাজত্ব কৰিছিল। কালিকা পুৰাণত বৰ্ণনা কৰা আখ্যান মতে নৰক বৰাহৰূপী বিষ্ণু আৰু পৃথিৱী বা ভূমিৰ সন্তান। ভূমিৰ সন্তান আছিল বাবেই নৰকে প্ৰতিষ্ঠা কৰা ৰাজবংশটোক বুৰঞ্জীত 'ভৌমবংশ' আখ্যা দিয়া হৈছে। বিদেহাধিপতি জনক ৰজা আছিল নৰকৰ প্ৰতিপালক। জনকৰ ঘৰত শিক্ষা-দীক্ষা লাভ কৰি নৰক বৰ বিষ্ণুভক্ত, বেদজ্ঞ আৰু পৰাক্ৰমী হৈ উঠে। ডাঙৰ হৈ নৰকে পিতৃ নাৰায়ণৰ সাহায্যত প্ৰাগজ্যোতিষ ৰাজ্যৰ ৰজা ঘটক কিৰাতক বধ কৰি প্ৰাগজ্যোতিষৰ সিংহাসন অধিকাৰ কৰে। নৰকৰ সময়তো প্ৰাগজ্যোতিষ ৰাজ্যৰ পশ্চিম সীমা আছিল কৰতোয়া নদী আৰু ৰাজধানী আছিল প্ৰাগজ্যোতিষপুৰ বা বৰ্তমান গুৱাহাটী নগৰ। ৰজা হৈ নৰকে কিৰাত আৰু ম্লেচ্ছ প্ৰজাসকলক সাগৰৰ পাৰলৈকে খেদি দিয়ে আৰু তাৰ ঠাইত পশ্চিমৰ পৰা আৰ্য জাতিৰ মানুহ আনি প্ৰাগজ্যোতিষ ৰাজ্যত বহুৱায়। পিতৃ নাৰায়ণৰ উপদেশমতে নৰক প্ৰথম অৱস্থাত কামাখ্যা দেৱীৰ বৰ ভক্ত আছিল। কিন্তু পিছলৈ শোণিতপুৰৰ অধিপতি বাণাসুৰৰ সংস্পৰ্শলৈ আহি তেওঁ বৰ অত্যাচাৰী হৈ উঠে। নৰকে দেৱতাসকলক পৰাজিত কৰি স্বৰ্গৰাজ্য অধিকাৰ কৰে, আৰু দেৱমাতা অদিতিৰ কাণৰ কুণ্ডল, বৰুণৰ ছত্ৰ, মণি-পৰ্বত পৰ্যন্ত কাঢ়ি লৈ আহে। তেতিয়া ইন্দ্ৰৰ অনুৰোধক্ৰমে শ্ৰীকৃষ্ণই প্ৰাগজ্যোতিষলৈ আহি নৰকক বধ কৰে আৰু নৰকৰ পুত্ৰ ভগদত্তক প্ৰাগজ্যোতিষপুৰৰ সিংহাসনত বহুৱায়।

কালিকা পুৰাণত বৰ্ণনা কৰা নৰকাসুৰৰ আখ্যান মতে নৰকে ত্ৰেতা যুগৰ মাজভাগৰ পৰা দ্বাপৰ যুগলৈ ৰাজত্ব কৰিছিল। ঐতিহাসিক ফালৰ পৰা চাবলৈ গলে এজন ৰজাই ইমান দীৰ্ঘকাল জুৰি ৰাজত্ব কৰাটো সম্ভৱপৰ নহয়। সেইকাৰণে ড° প্ৰতাপচন্দ্ৰ চৌধুৰীদেৱে অনুমান কৰিছে যে 'নৰক' নামটো সম্ভৱতঃ উপাধি হিচাপেহে ব্যৱহৃত হৈছিল আৰু এই উপাধিধাৰী কেইবাজনো ৰজাই এই সময়ছোৱাত ৰাজত্ব কৰিছিল। তেখেতৰ মতে কালিকা পুৰাণৰ আগৰ ফালে বৰ্ণনা কৰা বৈদিক আৰ্য সভ্যতা আৰু সংস্কৃতিৰ সংস্পৰ্শলৈ অহা আৰু কামাখ্যাত দেৱী-পূজা প্ৰবৰ্তন কৰা ধাৰ্মিক নৰক, আৰু সেই একে পুথিৰ পাছৰ ফালে বৰ্ণনা কৰা অনা-আৰ্য বাণাসুৰৰ

সংস্পৰ্শলৈ অহা দুষ্ট আৰু অত্যাচাৰী নৰক—এই দুয়োজন বেলেগ মানুহ আছিল। পাছৰজন নৰককহে অসুৰ বা ম্লেচ্ছ বোলা হৈছে। এৱেঁই সম্ভৱতঃ সৰ্বশেষ নৰক আছিল। সি যি নহওক, এইটো ঠিক যে অতি প্ৰাচীন কালত নৰকাসুৰ নামৰ এজন মহাপৰাক্ৰমী ৰজা আছিল। গুৱাহাটীৰ প্ৰায় তিনিমাইল দক্ষিণে অৱস্থিত নৰকাসুৰ নামৰ পাহাৰ আৰু গাওঁ এখনে আজিও নৰকাসুৰৰ স্মৃতি বহন কৰি আছে।

নৰকাসুৰৰ পুতেক (সম্ভৱতঃ শেহৰজন নৰক) ভগদত্ত কামৰূপৰ এজন প্ৰখ্যাত বীৰ আছিল। মহাভাৰতত ৰজা ভগদত্তৰ বিষয়ে বহলভাৱে উল্লেখ কৰা আছে। পাণ্ডৱসকলে যেতিয়া যুধিষ্ঠিৰক ৰাজচক্ৰবৰ্তী বুলি ঘোষণা কৰিবৰ উদ্দেশ্যে দিগ্বিজয় কৰি ঘূৰি ফুৰিছিল তেতিয়া উত্তৰ ভাৰতৰ বহুতো ডাঙৰ ডাঙৰ ৰজাই বিনাযুদ্ধে যুধিষ্ঠিৰক ৰাজচক্ৰবৰ্তী বুলি স্বীকাৰ কৰিলেও ভগদত্তই বিনাযুদ্ধে পাণ্ডৱৰ বশ্যতা স্বীকাৰ কৰা নাছিল। অৱশেষত অৰ্জুনে একেৰাহে ৮ দিন যুঁজিহে ভগদত্তক পৰাস্ত কৰিব পাৰিছিল। ইয়াৰ পিছত কৌৰৱ আৰু পাণ্ডৱৰ মাজত কুৰুক্ষেত্ৰৰ যুদ্ধ আৰম্ভ হোৱাত প্ৰাগজ্যোতিষৰ ৰজা ভগদত্তই বহুত হাতীৰে সৈতে এদল কিৰাত আৰু চীনা সৈন্য লৈ কৌৰৱৰ ফলীয়া হৈ পাণ্ডৱসকলৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। ভগদত্তৰ সৈন্যবাহিনীত চীনা সৈন্যৰ উল্লেখলৈ চাই সেই সময়ত তিব্বত আৰু চীনৰো একাংশ প্ৰাচীন কামৰূপ ৰাজ্যৰ ভিতৰত আছিল যেন অনুমান হয়। ভগদত্ত সেই সময়ত বুঢ়া হৈছিল, তথাপি তেওঁৰ বীৰত্ব অটুট আছিল। যুদ্ধত তেওঁ বৰ পৰাক্ৰম দেখুৱাই অৱশেষত অৰ্জুনৰ হাতত প্ৰাণ এৰে। ৰণত মৰিলেও ভগদত্ত বীৰৰ কাহিনী মহাভাৰতত অমৰ হৈ আছে। মহাভাৰতৰ দ্ৰোণপৰ্বৰ চাৰিটা অধ্যায় জুৰি ভগদত্ত বীৰে কুৰুক্ষেত্ৰ যুদ্ধত দেখুওৱা বীৰত্বৰ কাহিনীৰে ভৰি আছে। মহাভাৰতৰ বাহিৰেও কালিকা পুৰাণ, ভাগৱত পুৰাণ, বিষ্ণু পুৰাণ প্ৰভৃতি পুথিতো ৰজা ভগদত্তৰ বিষয়ে উল্লেখ আছে।

বঙ্গদেশ আৰু অসমত এটা কিম্বদন্তী আছে যে ভগদত্তৰ জীয়েক ভানুমতীক কৌৰৱৰ দুৰ্যোধন ৰজাই বিয়া কৰাইছিল। গুৱাহাটীৰ দীঘলী পুখুৰীটো ৰজা ভগদত্তই জীয়েকৰ স্বয়ম্বৰৰ সময়ত খন্দাইছিল বুলি প্ৰবাদ আছে।

ভগদত্তৰ পিছত তেওঁৰ পুতেক বজ্ৰদত্ত প্ৰাগজ্যোতিষৰ ৰজা হয়।



তেৱোঁ এজন বৰ বাহুবলী আৰু প্ৰবল প্ৰতাপী ৰজা আছিল। ইতিমধ্যে কুৰুক্ষেত্ৰ ৰণত পাণ্ডৱসকলৰ জয়লাভ হোৱাত যুধিষ্ঠিৰক হস্তিনাপুৰৰ সিংহাসনত বহুৱাই তেওঁক সম্ৰাট বুলি ঘোষণা কৰিবৰ উদ্দেশ্যে অশ্বমেধ যজ্ঞ পতা হয়। এই অশ্বমেধ যজ্ঞ কৃতকাৰ্য হয় আৰু যুধিষ্ঠিৰক সম্ৰাট বুলি ঘোষণা কৰা হয়। কিন্তু প্ৰাগজ্যোতিষৰ ৰজা বজ্ৰদত্তই বিনাযুদ্ধে যুধিষ্ঠিৰক সম্ৰাট বুলি স্বীকাৰ কৰা নাছিল। নৰকাসুৰে প্ৰাগজ্যোতিষত ৰাজত্ব কৰা সময়তে প্ৰাগজ্যোতিষ-কামৰূপ ৰাজ্যৰ পূৱফালে কুণ্ডিল্য বা বিদৰ্ভ নামৰ ৰাজ্যত ভীষ্মক নামৰ এজন ৰজাই ৰাজত্ব কৰিছিল। এতিয়াৰ শদিয়া অঞ্চলেই তেতিয়াৰ বিদৰ্ভ ৰাজ্য আছিল। সেই ৰাজ্যৰ ৰাজধানী আছিল কুণ্ডিল নগৰ। শদিয়াৰ ওচৰৰ কুণ্ডিল নদীয়ে এতিয়াও সেই পুৰণি নামৰ স্মৃতি বহন কৰি ৰাখিছে। শদিয়া নগৰৰ প্ৰায় চৌবিশ মাইল উত্তৰে দিক্ৰং নৈৰ মাজত এতিয়াও এখন পুৰণি নগৰৰ ধ্বংসাৱশেষ দেখিবলৈ পোৱা যায়। ভীষ্মক ৰজাৰ পাঁচজন পুতেক আৰু ৰুক্মিণী নামেৰে এজনী ছোৱালী আছিল। ৰুক্মিণী ৰূপে-গুণে অতুলনীয়া আছিল। তেওঁ দ্বাৰকেশ্বৰ শ্ৰীকৃষ্ণক মনে মনে পতি বৰণ কৰিছিল। কিন্তু ৰুক্মিণীৰ ককায়েক ৰুক্মবীৰে চেদী ৰাজ্যৰ ৰজা শিশুপালৰ লগত ৰুক্মিণীৰ বিয়াৰ বন্দোৱস্ত কৰাত ৰুক্মিণীয়ে ভীষ্মক ৰজাৰ পুৰোহিত বেদনিধিৰ হতুৱাই শ্ৰীকৃষ্ণলৈ ভিতৰি খবৰ পঠিয়ালে। শ্ৰীকৃষ্ণই এই খবৰ পাই সসৈন্যে দ্বাৰকাৰ পৰা কুণ্ডিল নগৰলৈ যাত্ৰা কৰিলে আৰু বিয়াৰ দিনাখন হঠাতে কুণ্ডিল নগৰীত উপস্থিত হৈ ৰুক্মিণীক স্বয়ম্বৰ সভাৰ পৰা হৰণ কৰি লৈ যাবলৈ ওলাল। ইয়াতে ৰুক্মিণীৰ ককায়েক ৰুক্মবীৰ আৰু বিয়াত উপস্থিত থকা ৰজাসকলৰ সৈতে শ্ৰীকৃষ্ণৰ এখন ৰণ লাগে। ৰণত শ্ৰীকৃষ্ণই বিপক্ষদলক পৰাস্ত কৰে আৰু কুণ্ডিল নগৰতে নগৰবাসীৰ আনন্দ-কোঢ়ালৰ মাজত ৰুক্মিণীক হৰণ কৰি দ্বাৰকালৈ লৈ যায়।

নৰকাসুৰৰ সমসাময়িক আন এজন ৰজা আছিল শোণিতপুৰৰ (বৰ্তমান তেজপুৰ) বাণ ৰজা। তেওঁ শোণিতপুৰৰ প্ৰখ্যাত ৰজা মহাদানী বলিৰ পুতেক আছিল। ভাগৱত আৰু বিষ্ণু পুৰাণত বাণ ৰজাৰ বিৱৰণ পোৱা যায়। বাণ আৰু নৰক দুয়ো বৰ বন্ধু আছিল। বাণাসুৰ শিৱৰ একান্ত ভক্ত আছিল।

বাণ ৰজাৰ বিষয়ে এটি পৌৰাণিক আখ্যান আছে। বাণ ৰজাৰ কেইবাজনো পুত্ৰ আৰু উষা নামে এগৰাকী পৰম ৰূপৱতী কন্যা আছিল।

উষা গাভৰু হ'লত পিতাক বাণ ৰজাই উষানগৰ নামে এখন নতুনকৈ নগৰ সজাই তাৰ চাৰিওফালে অগ্নিগড় নামে দুৰ্ভেদ্য গড় এটিৰে সুৰক্ষিত কৰি তাৰ ভিতৰত উষাক ৰাখিলে। অগ্নিগড়ৰ ভিতৰত উষাই চিত্ৰলেখা প্ৰমুখ্যে আন আন সখীয়েকসকলৰ সৈতে বাস কৰিছিল। তাৰ ভিতৰলৈ কোনো পুৰুষ মানুহ সোমাব নোৱাৰিছিল। অগ্নিগড়ৰ ভিতৰত উষাই পূজা কৰিবৰ কাৰণে বাণ ৰজাই ভৈৰৱী দেৱীৰ মন্দিৰ সজাই দিছিল।

শ্ৰীকৃষ্ণৰ নাতিয়েক অনিৰুদ্ধ কোঁৱৰে গাভৰু উষাৰ ৰূপ-লাৱণ্যৰ কথা শুনি তেওঁক পত্নী হিচাপে পাবলৈ ব্যাকুল হৈছিল। ইপিনে উষাইয়ো এদিন সপোনতে অনিৰুদ্ধ কোঁৱৰক দেখা পাই তেওঁক স্বামী হিচাপে পাবলৈ উদ্বাউল হ'ল। উষাৰ সখীয়েক চিত্ৰলেখা চিত্ৰ-বিদ্যাত বৰ নিপুণ আছিল। উষাই সপোনত দেখা বৰ্ণনামতে চিত্ৰলেখাই চিত্ৰ আঁকি উষাৰ স্বামীৰ সন্ধান উলিয়ালে। উষাৰ অনুৰোধক্ৰমে চিত্ৰলেখাই বাণে নজনাকৈ কৌশলেৰে দ্বাৰকাৰ পৰা অনিৰুদ্ধ কোঁৱৰক শোণিতপুৰলৈ অনাই অগ্নিগড়ৰ ভিতৰত উষা আৰু অনিৰুদ্ধৰ গন্ধৰ্বমতে বিয়া পাতি দিলে। অগ্নিগড়ৰ ভিতৰত কিছুদিন থকাৰ পিছত বাণৰ হাতত অনিৰুদ্ধ কোঁৱৰ বন্দী হ'ল। ককাদেউতাক শ্ৰীকৃষ্ণই এই খবৰ পাই দলে-বলে শোণিতপুৰলৈ আহি বাণৰ লগত যুদ্ধত লিপ্ত হ'ল। বাণ বৰ শিৱভক্ত আছিল। গতিকে ভক্তক ৰক্ষা কৰিবলৈ স্বয়ং মহাদেৱেও বাণৰ সপক্ষে শ্ৰীকৃষ্ণৰ লগত ৰণ দিলে। সেইবাবে এই ৰণক হৰি-হৰৰ যুদ্ধও বোলে। যুদ্ধত বাণ ৰজা ঘাটিল আৰু অসংখ্য মানুহ মৰা পৰিল। এনেকি মানুহৰ তেজেৰে নৈ বৈ গৈছিল। সেইকাৰণে তেতিয়াৰ পৰা উষা-নগৰৰ নাম হ'ল শোণিতপুৰ; সেয়ে বৰ্তমান তেজপুৰ। যুদ্ধত হাৰি বাণে অনিৰুদ্ধক বন্দীত্বৰ পৰা মুকলি কৰি দিলে আৰু শ্ৰীকৃষ্ণৰ লগত বন্ধুত্ব পাতিলে। তাৰ পিছত শ্ৰীকৃষ্ণই উষা আৰু অনিৰুদ্ধক দ্বাৰকালৈ নি বিয়া পাতি দিলে।

শ্ৰীকৃষ্ণৰ নাতিয়েক আছিল অনিৰুদ্ধ। গতিকে শ্ৰীকৃষ্ণৰ ৰুক্মিণী-হৰণৰ ঘটনা নিশ্চয় উষা-হৰণতকৈ আগতে ঘটিছিল। ৰুক্মিণী-হৰণ আৰু উষা-হৰণৰ এই কাহিনী দুটিয়েও প্ৰাগৈতিহাসিক যুগৰ অসমৰ ৰাজনৈতিক গুৰুত্বকে প্ৰতিপন্ন কৰে। গতিকে দেখা গ'ল যে বুৰঞ্জীয়ে চুকি নোপোৱা প্ৰাগৈতি-হাসিক যুগতে ভাৰতৰ পূব প্ৰান্তত অৱস্থিত কামৰূপ ৰাজ্য সৰ্বভাৰতীয় স্বীকৃতি লাভ কৰা এখন লেখত লবলগীয়া ৰাজ্য আছিল। যদিও প্ৰাচীন



কালত প্ৰাগজ্যোতিষ ৰাজ্যৰ উপৰিও ডবাক বা ডবকা ( নগাওঁত ), কদলি ( নগাওঁত ), কুণ্ডিল্য ( সোমাৰপীঠ ), শোণিতপুৰ ( স্বৰ্ণপীঠ ), মণিপুৰ, হিড়িম্বা আৰু ত্ৰিপুৰা আদি স্বাধীন ৰাজ্য থকাৰ ঐতিহাসিক প্ৰমাণ পোৱা গৈছে, তথাপি এইবোৰ ৰাজ্য ( সম্ভৱতঃ মণিপুৰত বাদে )হয়তো পিছলৈ গৈ বৃহৎ প্ৰাগজ্যোতিষ-কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ পৰিছিল।

বজ্ৰদত্তৰ সময়ৰ পৰা বৰ্মণ বংশৰ আদিৰজা পুষ্য বৰ্মণৰ দিনলৈকে ( খ্ৰীষ্টীয় ৪ৰ্থ শতাব্দী ) কেইবা শতিকা জুৰি এই কালছোৱাক প্ৰাগজ্যোতিষ-কামৰূপ ৰাজ্যৰ বুৰঞ্জীত অন্ধকাৰ যুগ বুলিব পাৰি। কাৰণ এই সময়-ছোৱাত প্ৰাগজ্যোতিষ ৰজ্যই উত্তৰ ভাৰতীয় ৰাজনীতিত অংশ গ্ৰহণ কৰাৰ কোনো প্ৰমাণ পোৱা নাযায়; আৰু ৰজাসকলৰো বিশেষ বিৱৰণ এতিয়ালৈকে উদ্ধাৰ কৰিব পৰা হোৱা নাই।

## বৰ্মণ বংশ

খ্ৰীষ্টীয় চতুৰ্থ শতাব্দীত বৰ্মণ বংশৰ প্ৰতিষ্ঠাৰ পৰা প্ৰাগজ্যোতিষ ৰাজ্যৰ ৰাজনৈতিক বুৰঞ্জী ভালদৰে জানিব পৰা যায়। এই বংশৰ আদি ৰজাজনৰ নাম আছিল পুষ্যবৰ্মণ। তেওঁ আনুমানিক ৩৫৫ খ্ৰীষ্টাব্দত কামৰূপৰ সিংহাসনত উঠে। এই বংশৰ ৰজাসকলে তেওঁলোকৰ লিপিবোৰত নিজকে নৰক-ভগদত্ত বংশৰ বুলি পৰিচয় দিছে। বৰ্মণ বংশৰ ৰজাসকলে যি সময়ত কামৰূপত ৰাজত্ব কৰিছিল সেই সময়ত উত্তৰ ভাৰতত মগধৰ বিখ্যাত গুপ্তবংশীয় সম্ৰাটসকলে ৰাজত্ব কৰিছিল। পুষ্যবৰ্মণ গুপ্ত সম্ৰাট সমুদ্ৰগুপ্তৰ ( ৩৩০—৩৭৫ খ্ৰীঃ ) সমসাময়িক আছিল। সমুদ্ৰগুপ্তৰ এলাহাবাদ শিলালিপিত ( প্ৰশস্তি ) কামৰূপ ৰাজ্যৰ নাম পোন প্ৰথম ঐতিহাসিকভাৱে উল্লেখ কৰা পোৱা যায়। এই শিলালিপিত গুপ্ত সাম্ৰাজ্যৰ সীমান্তৰ ৰাজ্য সমতট (দক্ষিণ-পূৰ্ববঙ্গ), ডবাক ( বা ডবকা ), নেপাল আৰু কাৰ্ত্ৰিপুৰৰ লগতে কামৰূপ ৰাজ্যৰ নামো উল্লেখ কৰা আছে, আৰু এই ৰাজ্যৰ ৰজাসকলে গুপ্তসম্ৰাট সমুদ্ৰগুপ্তক সকলো ধৰণৰ কৰ-কাটল দি সম্ৰাটৰ বশ্যতা স্বীকাৰ কৰা বুলি লিখা আছে। কামৰূপৰ ৰজাজনৰ নাম লিখা নাথাকিলেও তেওঁ বৰ্মণ বংশৰে আদিৰজা পুষ্যবৰ্মণ বুলিয়েই অনুমান হয়। শিলালিপিত উল্লেখ থকা সীমান্তৰ ৰাজ্য ডবাক কামৰূপ ৰাজ্যৰ পূবে বৰ্তমান নগাওঁ জিলাৰ কপিলী উপত্যকাত আছিল যেন অনুমান হয়। কাৰণ বৰ্তমানেও কপিলী

উপত্যকাত ডবকা নামৰ ঠাই এখন আছে। তদুপৰি ডবকাৰ ওচৰে-পাঁজৰে প্ৰায় সমগ্ৰ কপিলী উপত্যকা ব্যাপি বহুতো পুৰণি কলীয়া বস্তুৰ অৱস্থিতিয়ে পুৰণি কালত এই অঞ্চলত এখন সমৃদ্ধিশালী ৰাজ্য থকাৰ প্ৰমাণ দিয়ে। ডবাক আৰু কামৰূপ দুয়োখন ৰাজ্যই সম্ভৱতঃ ভয়তে গুপ্ত সম্ৰাটৰ বশ্যতা স্বীকাৰ কৰিছিল, সমুদ্ৰগুপ্তই তেওঁলোকৰ ৰাজ্য আক্ৰমণ কৰা নাছিল। কিন্তু সম্ৰাটৰ বশ্যতা স্বীকাৰ কৰিলেও তেওঁলোকে নিজৰ ৰাজ্য শাসনৰ স্বাধীনতা বজাই ৰাখিছিল। পুষ্যবৰ্মণে 'মহাৰাজাধিৰাজ' উপাধি গ্ৰহণ কৰাৰ পৰাই এই কথাৰ প্ৰমাণ হয়। পুষ্যবৰ্মণেই কেইবা শতাব্দীৰ মূৰত প্ৰাচীন ভাৰতৰ ৰাজনৈতিক ইতিহাসত কামৰূপক এখন লেখত লব-লগীয়া ৰাজ্য কৰি তোলে। কিন্তু তেওঁ কামৰূপ ৰাজ্যৰ সীমা বঢ়োৱাত কিমান দূৰ কৃতকাৰ্য হৈছিল সেই সম্বন্ধে একো জনা নাযায়। পুষ্যবৰ্মণে ২৫ বছৰমান ৰাজত্ব কৰাৰ পিছত অনুমানিক ৩৮০ খ্ৰীঃ মানত স্বৰ্গী হয়। তেওঁৰ পৰবৰ্তী ৰজা পুতেক সমুদ্ৰবৰ্মণৰ ৰাজত্বকাল ( ৩৮০-৪০৫ খ্ৰীঃ ) শান্তিপূৰ্ণভাৱেই অতিবাহিত হৈছিল। এই বংশৰ তৃতীয় ৰজা সমুদ্ৰবৰ্মণৰ পুতেক বলবৰ্মণৰ (প্ৰথম, ৩০৫-৪২০ খ্ৰীঃ ) জীয়ৰী অমৃতপ্ৰভাক উত্তৰ-পশ্চিম ভাৰতত অৱস্থিত সুদূৰ কাশ্মীৰ ৰাজ্যৰ ৰজা মেঘবাহনে স্বয়ম্বৰ সভাত বিয়া কৰাইছিল। ইয়াৰ পৰা এইটো স্পষ্টকৈ প্ৰতীয়মান হয় যে, কামৰূপ ৰাজ্যই সেই সময়ত ভাৰতৰ ৰাজনৈতিক ইতিহাসত এখন উল্লেখ-যোগ্য আসন অধিকাৰ কৰিবলৈ সমৰ্থ হৈছিল। চতুৰ্থ ৰজা কল্যাণবৰ্মণে ( ৪২০-৪৪০ খ্ৰীঃ ) কপিলী উপত্যকাৰ ডবাক ৰাজ্য কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰাৰ উপৰিও চীনদেশৰ ৰজালৈ কূটনৈতিক সম্বন্ধ স্থাপনৰ বাবে কটকী পঠাইছিল ( ৪২৮ খ্ৰীঃ )। পঞ্চম ৰজা গণপতিবৰ্মণৰ ৰাজত্বকালত ( ৪৪০-৪৫০ খ্ৰীঃ ) বিশেষ কোনো উল্লেখযোগ্য ঘটনা ঘটা নাছিল। পঞ্চম শতাব্দীৰ শেষৰফালে সাম্ৰাজ্যবাদী গুপ্তসকল দুৰ্বল হৈ পৰাত ষষ্ঠ ৰজা মহেন্দ্ৰবৰ্মণে ( ৪৫০-৪৮৫ খ্ৰীঃ ) দক্ষিণ-পূৰবঙ্গ অধিকাৰ কৰি বঙ্গোপসাগৰৰ পাৰলৈকে কামৰূপ ৰাজ্যৰ সীমা বঢ়ায় আৰু লগতে বিজয়কীৰ্তি ঘোষণা কৰিবলৈ দুটা অশ্বমেধ যজ্ঞ সমাপন কৰি কামৰূপ ৰাজ্যক গুপ্ত সাম্ৰাজ্যৰ অধীনৰ পৰা মুক্ত কৰে আৰু পশ্চিম-ফালে কামৰূপ ৰাজ্য বঢ়োৱাৰ পাতনি মেলে। তেওঁৰ পিছত অষ্টম ৰজা মহাভূতবৰ্মণ বা ভূতিবৰ্মণে ( ৫১০-৫৫৫ খ্ৰীঃ ) ষষ্ঠ শতিকাৰ মাজভাগত



কামৰূপ ৰাজ্যৰ প্ৰকৃত দিগ্‌বিজয়ৰ পাতনি মেলে। পঞ্চম শতিকাৰ শেষভাগত দুৰ্দ্দান্ত হুন জাতিৰ আক্ৰমণত বিশাল গুপ্তসাম্ৰাজ্য ভাঙিছিঙি যোৱাত উত্তৰ ভাৰতৰ ৰাজনৈতিক ঐক্য নাইকীয়া হয় আৰু তাৰ ঠাইত কেইবা-খনো সৰু সৰু স্বাধীন ৰাজ্যৰ উৎপত্তি হয়। গুপ্তবংশৰ পতনৰ পাছতো গুপ্ত উপাধিধাৰী ৰজাসকলে মালৱ, উত্তৰ প্ৰদেশ, বিহাৰ ( মগধ ) আৰু উত্তৰবঙ্গত ৰাজত্ব কৰিছিল। এওঁলোকক বুৰঞ্জীত পৰবৰ্তী গুপ্ত আখ্যা দিয়া হৈছে। এই সময়ৰ ৰজাসকল শক্তিশালী নাছিল। সেই সুযোগতে মহাভূতবৰ্মণে বা ভূতিবৰ্মণে পুন্দ্ৰবৰ্ধন বা উত্তৰবঙ্গ কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে ( প্ৰায় ষষ্ঠ শতিকাৰ মাজভাগত )। বিজয় গৌৰৱৰ চিন হিচাপে তেওঁ ২০৫ জন ব্ৰাহ্মণক পুন্দ্ৰবৰ্ধনত মাটি দান কৰি অশ্বমেধ যজ্ঞ সমাপন কৰিছিল। এই মাটি দান পুন্দ্ৰবৰ্ধন বা উত্তৰবঙ্গৰ চন্দ্ৰপুৰি বিষয়ত কৰা হৈছিল। ই তীস্তা নৈৰ পশ্চিমে আৰু কোশী নৈৰ পূবে আছিল। মহাভূতবৰ্মণৰ দিনতে দক্ষিণ-পশ্চিম ফালে ছিলেট, ত্ৰিপুৰা আৰু কাছাৰ অঞ্চলো কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত হৈছিল। এইদৰে মহাভূতবৰ্মণৰ দিনতেই কামৰূপ ৰাজ্যৰ সীমা চাৰিওফালে বিস্তৃত হয়। বিশেষকৈ পশ্চিমফালে উত্তৰবঙ্গ অধিকাৰ কৰি তেওঁ কামৰূপক উত্তৰ ভাৰতৰ ভিতৰতে এখন লেখত লবলগীয়া ৰাজ্য কৰি তোলে আৰু এই সময়ৰ পৰা কামৰূপ উত্তৰ ভাৰতীয় ৰাজনীতিৰ লগত সংশ্লিষ্ট হৈ পৰে। গতিকে সপ্তম শতিকাত সম্ৰাট হৰ্ষবৰ্ধনৰ সমসাময়িক কামৰূপৰ ৰজা ভাস্কৰবৰ্মণে উত্তৰ ভাৰতীয় ৰাজনীতিত অংশ গ্ৰহণ কৰাৰ ভেঁটি মহাভূতবৰ্মণেই গঢ়ি থৈ যায় বুলি ক'ব পাৰি।

মহাভূতবৰ্মণৰ পিছত সুস্থিতবৰ্মণ কামৰূপৰ ৰজা হয়, আৰু তেওঁ প্ৰায় আঠ বছৰ কাল ৰাজত্ব কৰাৰ পাছত তেওঁৰ বৰপুতেক সুপ্ৰতিষ্ঠিতবৰ্মণ ৰজা হয় ( ৫৯৩ খ্ৰীঃ )। কিন্তু নিচেই অলপ দিন ৰাজত্ব কৰাৰ পিছতেই ৫৯৪ খ্ৰীঃ ত তেওঁৰ মৃত্যু হোৱাত ভায়েক ভাস্কৰবৰ্মণ ৰজা হয়। ভাস্কৰবৰ্মণৰ ৰাজত্বকালক ( ৫৯৪—৬৫০খ্ৰীঃ ) প্ৰাচীন কামৰূপৰ বুৰঞ্জীৰ এটি সোণালী অধ্যায় বুলি কব পাৰি। ৫৯৪ খ্ৰীঃত ভাস্কৰবৰ্মণে সিংহাসনত আৰোহণ কৰি এটা নতুন চনৰ প্ৰচলন কৰে। ইয়াকেই 'ভাস্কৰাব্দ' বা 'কামৰূপী চন' বোলা হয়। বৰ্তমান অসমত লুপ্ত হোৱা আৰু ভাস্কৰবৰ্মণে প্ৰবৰ্ত্তন কৰা এই কামৰূপী চনেই বঙ্গদেশত 'বঙ্গাব্দ' আৰু ত্ৰিপুৰাত 'ত্ৰিপুৰা চন'লৈ ৰূপান্তৰিত হয়। সিংহাসনত উঠাৰ কিছুদিন

পিছতে ভাস্কৰবৰ্মণে পশ্চিমফালে কামৰূপ ৰাজ্যৰ সীমা বঢ়াবলৈ মন কৰিলে। তেওঁৰ উদ্দেশ্য আছিল মহাভূতবৰ্মণৰ দিনত কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত হোৱা আৰু মাজতে সুস্থিতবৰ্মণৰ দিনত কামৰূপৰ বাহিৰলৈ যোৱা পুন্দ্ৰবৰ্ধন বা উত্তৰ-বঙ্গ জয় কৰা। সেইসময়ত ই গৌড় ৰাজ্যৰ ( উত্তৰ-পশ্চিম বঙ্গ ) মহাপ্ৰতাপী ৰজা শশাঙ্কৰ ৰাজ্যৰ ভিতৰত সোমাইছিল। ইফালে শশাঙ্কৰ বিৰুদ্ধে যুঁজিবলৈ উত্তৰ ভাৰতৰ থানেশ্বৰ আৰু কনৌজৰ ৰজা হৰ্ষবৰ্ধনেও সুযোগ বিচাৰি আছিল। কাৰণ শশাঙ্কই হৰ্ষবৰ্ধনৰ ককায়েক ৰাজ্যবৰ্ধনক তেওঁৰ বন্ধু মালৱাৰ ৰজা দেৱগুপ্তৰ লগলাগি চক্ৰান্ত কৰি হত্যা কৰিছিল। সপ্তম শতিকাৰ আগভাগত উত্তৰ ভাৰতৰ এই ৰাজনৈতিক পৰিস্থিতিৰ সুবিধা লৈ ভাস্কৰবৰ্মণে হৰ্ষবৰ্ধনৰ ওচৰলৈ বহু মূল্যবান উপহাৰ-পাতিৰে সৈতে হংসবেগ নামৰ কটকী এজন পঠিয়াই হৰ্ষবৰ্ধনৰ লগত মিত্ৰতা কৰে। ইয়াৰ পিছতে ভাস্কৰবৰ্মণে এটা বিৰাট সৈন্যবাহিনী লৈ পূবফালৰ পৰা শশাঙ্কৰ ৰাজ্য আক্ৰমণ কৰাত শশাঙ্কই সম্ভৱতঃ ভয়তে ৰাজধানী কৰ্ণসুবৰ্ণ এৰি উৰিষ্যালৈ পলাই গ'ল। এই সুযোগতে ভাস্কৰবৰ্মণে শশাঙ্কৰ ৰাজ্য পুন্দ্ৰবৰ্ধন আৰু ৰাজধানী কৰ্ণসুবৰ্ণ অধিকাৰ কৰিলে ( প্ৰায় ৬১২ খ্ৰীঃ )। ভাস্কৰবৰ্মণে পুন্দ্ৰবৰ্ধনৰ ৰাজধানী কৰ্ণসুবৰ্ণৰে সৈতে অধিকাৰ কৰিবলৈ সক্ষম হৈছিল। শশাঙ্কৰ হাতৰ পৰা এইদৰে ভাস্কৰবৰ্মণে কামৰূপৰ হেৰোৱা ঠাই পুনৰুদ্ধাৰ কৰি কৰ্ণসুবৰ্ণৰ বিজয়ী ৰণবাহৰৰ পৰাই মহাভূতবৰ্মণে চন্দ্ৰপুৰি বিষয়ত মাটি দান কৰাৰ সমৰ্থন জনাই নকৈ তামৰ ফলি লিখায়। কাৰণ মহাভূতবৰ্মণে দিঁয়া ফলিখন জুয়ে পুৰি নষ্ট কৰি পেলাইছিল। এয়েই ভাস্কৰবৰ্মণৰ বিখ্যাত নিধনপুৰ তামৰ ফলি।

দক্ষিণ-পূবৱঙ্গ, ছিলেট আৰু ত্ৰিপুৰাও ভাস্কৰবৰ্মণৰ ৰাজ্যৰ ভিতৰত আছিল যেন অনুমান হয়। হিউৱেনচাঙৰ বিৱৰণৰ পৰাই দক্ষিণ-পূবৱঙ্গ ভাস্কৰবৰ্মণৰ ৰাজ্যৰ ভিতৰত থকাৰ প্ৰমাণ হয়। কাৰণ হিউৱেনচাঙে লিখি থৈ গৈছে যে চীনদেশলৈ যোৱা সমুদ্ৰপথ কামৰূপৰ ৰজাৰ তত্বাৱধানত আছিল। নালান্দা বিশ্ববিদ্যালয়ৰ ভগ্নাৱশেষ খান্দি উলিয়াওঁতে ভাস্কৰবৰ্মণৰ নামাঙ্কিত মাটিৰ ছীল-মোহৰ আৰু মুদ্ৰা আৱিষ্কাৰ হোৱাৰ পৰা কোনো কোনো বুৰঞ্জীবিদে অনুমান কৰিছে যে বিহাৰৰ নালন্দা অঞ্চলো সম্ভৱতঃ ভাস্কৰবৰ্মণৰ দিনত কামৰূপ ৰাজ্যৰ ভিতৰুৱা আছিল। হিউৱেনচাঙৰ বিৱৰণৰ পৰা জনা যায় যে সেই সময়ত পূবফালে কামৰূপ ৰাজ্যৰ সীমাই চীন আৰু ব্ৰহ্মদেশৰ সীমা চুইছিল।



হৰ্ষবৰ্ধনৰ ৰাজত্বকালতে চীন পৰিব্ৰাজক হিউৱেনচাঙ ভাৰতলৈ আহি (৬৩০ খ্ৰীঃ) প্ৰায় পোন্ধৰ বছৰ কাল উত্তৰ আৰু দক্ষিণ ভাৰতৰ বহু ঠাই পৰিভ্ৰমণ কৰিছিল। তেওঁ বিহাৰৰ নালন্দা বিশ্ববিদ্যালয়ত বহুদিন থাকি বৌদ্ধশাস্ত্ৰ অধ্যয়ন কৰিছিল। ভাস্কৰবৰ্মণে নালন্দাৰ পৰা উভতি যোৱা এজন কামৰূপী ব্ৰাহ্মণৰ মুখে হিউৱেনচাঙৰ পাণ্ডিত্যৰ কথা শুনি নালন্দা বিশ্ববিদ্যালয়ৰ অধ্যক্ষ শীলভদ্ৰলৈ চিঠি লিখি হিউৱেনচাঙক প্ৰাগজ্যোতিপুৰলৈ অনায় ( প্ৰায় ৬৪৩ খ্ৰীঃ )। ভাস্কৰবৰ্মণে এই চীনা বৌদ্ধ সাধুজনক বৰ আদৰ-সন্মান কৰিছিল আৰু এমাহৰো ওপৰ কাল তেওঁৰ লগত জ্ঞান চৰ্চ্চা কৰিছিল। গঞ্জাম অভিযানৰ ( ৬৪৩ খ্ৰীঃ ) পৰা উভতি আহি হৰ্ষবৰ্ধনে পৰিব্ৰাজকক খুজি পঠোৱাত ভাস্কৰবৰ্মণে হিউৱেনচাঙক লগত লৈ ৰাজমহলৰ ওচৰত হৰ্ষবৰ্ধনক লগ ধৰিলেগৈ।

ইয়াৰ পিছত হৰ্ষবৰ্ধনে হিউৱেনচাঙৰ সন্মানাৰ্থে কনৌজত এখন ধৰ্মসভা পাতে। এই সভালৈ ভাস্কৰেও হৰ্ষবৰ্ধনৰ পৰা নিমন্ত্ৰণ পাইছিল। কনৌজৰ সভাত বুদ্ধমূৰ্ত্তিৰ শোভাযাত্ৰাত প্ৰতিমাৰ ছত্ৰধাৰী হৰ্ষই ইন্দ্ৰবেশে সাজিছিল আৰু কামৰূপৰাজ ভাস্কৰবৰ্মণে ব্ৰহ্মাবেশত পতাকা উৰাই গৈছিল। এইবোৰে প্ৰমাণ কৰে যে, হৰ্ষবৰ্ধনে ভাস্কৰৰ লগত বন্ধু হিচাপেহে ব্যৱহাৰ কৰিছিল— তলতীয়া ৰজা হিচাপে নহয়। আনকি হৰ্ষৰ নিজৰ জোঁৱায়েক বল্লভীৰাজ ধ্ৰুৱভট্টয়ো ভাস্কৰৰ তলতহে স্থান পাইছিল। কনৌজত উৎসৱ শেষ হোৱাৰ পিছত প্ৰয়াগৰ পঞ্চম বাৰ্ষিকী উৎসৱতো ভাস্কৰে যোগদান কৰিছিল। তাতো তেওঁ সন্মানিত স্থান লাভ কৰিছিল।

ভাস্কৰবৰ্মণৰ ৰাজত্ব কালতেই কামৰূপ ৰাজ্যই উত্তৰ ভাৰতৰ ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ কৰি বিশেষ গুৰুত্ব লাভ কৰে। হৰ্ষবৰ্ধনৰ মৃত্যুৰ পিছত ( ৬৪৭ খ্ৰীঃ ) তেওঁৰ মন্ত্ৰী অৰ্জুনে সিংহাসন অধিকাৰ কৰে। চীন দেশৰ ৰজাই হিউৱেনচাঙৰ মুখত হৰ্ষবৰ্ধনৰ গুণ-যশস্যাৰ কথা শুনি ৱাং-হিউৱেন-চি নামৰ কটকী এজন ভাৰতলৈ পঠায়। কনৌজৰ নতুন ৰজা অৰ্জুনে চীনৰ কটকীৰ ওপৰত অত্যাচাৰ কৰাত ভাস্কৰে চীনা ৰাজদূতক অৰ্জুনৰ বিৰুদ্ধে সহায় কৰি উত্তৰ ভাৰতত নিজৰ ৰাজনৈতিক প্ৰাধান্য বিস্তাৰ কৰাৰ লগতে মানবতাবোধৰো পৰিচয় দিয়ে। এই ঘটনাৰ কিছুদিন পিছতে তেওঁৰ মৃত্যু হয়। তেওঁ সম্ভৱতঃ ৫৯৪ খ্ৰীঃ ৰ পৰা ৬৫০ খ্ৰীঃ লৈ প্ৰায় ৫৬ বছৰমান ৰাজত্ব কৰিছিল। নিজৰ কীৰ্তি-কলাপৰ উপৰিও চীনা পৰিব্ৰাজক হিউৱেনচাঙে

তেওঁৰ চি-উ-কি নামৰ পুথিত ভাৰত-ভ্ৰমণৰ বৃত্তান্তৰ লগতে সেই সময়ৰ কামৰূপ ৰাজ্য আৰু ৰজা ভাস্কৰবৰ্মণৰ বিষয়ে যি মূল্যবান টোকা লিখি থৈ গৈছে সিও ভাস্কৰবৰ্মণৰ ৰাজত্বকালক অসম তথা ভাৰতৰ বুৰঞ্জীত যুগমীয়া কৰি থৈ গৈছে।

## শালস্তম্ভ বংশ

ভাস্কৰবৰ্মণেই বৰ্মণ বংশৰ শেষ ৰজা। মৃত্যুৰ সময়লৈকে তেওঁক 'কুমাৰ ৰজা' বোলাৰ পৰা এইটো অনুমান হয় যে ভাস্কৰবৰ্মণ অবিবাহিত আছিল। গতিকে তেওঁৰ মৃত্যুৰ লগে লগে বৰ্মণ বংশৰ ওৰ পৰাত সেই বংশৰেই ওচৰ-সম্বন্ধীয় অবন্তীবৰ্মণ নামৰ কোঁৱৰ এজনে কামৰূপৰ সিংহাসন অধিকাৰ কৰি শালস্তম্ভ নামৰ এটি নতুন ৰাজবংশৰ প্ৰতিষ্ঠা কৰে (প্ৰায় ৬৫০ খ্ৰীঃ)। অবন্তীবৰ্মণৰ দিনতো পশ্চিমফালে নালন্দা অঞ্চল কামৰূপ ৰাজ্যৰ ভিতৰত আছিল। ইয়াৰ উপৰিও পুন্ড্ৰবৰ্ধন, ছিলেট আৰু দক্ষিণ-পূব বঙ্গৰ কোনো কেনো অঞ্চলো তেওঁৰ দিনত কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। তেওঁ সম্ভৱতঃ ৬৫০ খ্ৰীঃ ৰ পৰা ৬৭৫ খ্ৰীঃ লৈ প্ৰায় ২৫ বছৰমান ৰাজত্ব কৰিছিল। অসমৰ বিষয়ে লিখা গ্ৰন্থ 'হৰগৌৰী-সংবাদত' উল্লেখ আছে যে মাধৱ নামৰ এজন ৰাজকোঁৱৰে পশ্চিমফালৰ পৰা আহি নৰক-ভগদত্তৰ বংশধৰসকলৰ ৰাজত্বৰ অবসান ঘটাৰ পিছত কামৰূপত এটা নতুন ৰাজবংশ প্ৰতিষ্ঠা কৰে। এই ৰাজকোঁৱৰজনকে অবন্তীবৰ্মণ বা শালস্তম্ভ বুলি চিনাক্ত কৰা হৈছে। মাধৱে প্ৰতিষ্ঠা কৰা বংশটোত মুঠতে ২১ জন ৰজা আছিল আৰু তেওঁলোকে সপ্তম শতিকাৰ মাজভাগৰ পৰা দশম শতিকাৰ শেষভাগলৈ প্ৰায় চাৰে তিনিশ বছৰকাল ৰাজত্ব কৰিছিল। তামৰ ফলিত তেওঁলোকৰ ৰাজধানী হাৰুপ্পেশ্বৰ (বা হাতপেশ্বৰ) নগৰত আছিল বুলি উল্লেখ কৰা আছে। এই নগৰ তেজপুৰত আছিল। এই প্ৰাচীন নগৰৰ চিন তেজপুৰত এতিয়াও দেখা যায়। নবম শতিকাৰ মাজভাগত ৰাজত্ব কৰা এই বংশৰে ৰজা বনমালবৰ্মণৰ দিনত (৮৩৫-৮৬৫ খ্ৰীঃ) হাৰুপ্পেশ্বৰ নগৰ সম্ভৱতঃ পূবে বামুণী পাহাৰৰ পৰা পশ্চিমে দহ-পৰ্বতীয়ালৈকে বিস্তৃত এখন যথেষ্ট ডাঙৰ নগৰ আছিল। বৰ্তমান তেজপুৰ নগৰখন ইয়াৰ ঠিক সোঁমাজতে আছিল আৰু ৰাজপ্ৰাসাদো ইয়াতেই আছিল। ড° প্ৰতাপচন্দ্ৰ চৌধুৰীৰ মতে শালস্তম্ভ বংশৰ ৰজাসকলে হাৰুপ্পেশ্বৰত এইখন অস্থায়ী ৰাজধানীহে পাতিছিল। স্থায়ী ৰাজধানী তেতিয়াও



প্ৰাগজ্যোতিষপুৰতেই আছিল। অবন্তীবৰ্মণৰ পিছত বিজয় (বা বিগ্ৰহস্তম্ভ), পালক, কুমাৰ আৰু বজ্ৰদেৱে ৬৭৫ খ্ৰীঃৰ পৰা ৭২৫ খ্ৰীঃ মানলৈ ৰাজত্ব কৰে। ড° চৌধুৰীয়ে অনুমান কৰিছে যে তেওঁলোকৰ দিনতে পুন্ড্ৰবৰ্ধন কামৰূপ ৰাজ্যৰ বাহিৰলৈ যায়। তেওঁলোকৰ পিছত শ্ৰীহৰ্ষদেৱ, শ্ৰীহৰ্ষবৰ্মাদেৱ বা শ্ৰীহৰ্ষ নামৰ এজন মহাপৰাক্ৰমী ৰজা কামৰূপৰ সিংহাসনত উঠে।

শ্ৰীহৰ্ষদেৱ আনুমানিক ৭২৫ খ্ৰীঃত কামৰূপৰ সিংহাসনত বহে। তেওঁ নিজ বাহুবলেৰে গৌড় (উত্তৰ-পশ্চিমবঙ্গ), ওড্ৰ (বৰ্তমান উৰিষ্যা), কলিঙ্গ (মহানদী আৰু গোদাবৰী নদীৰ মাজৰ অঞ্চল) আৰু কোশল (উত্তৰ বিহাৰ) ৰাজ্য জয় কৰি কামৰূপ ৰাজ্যৰ সীমা বঢ়াই এখন বিশাল সাম্ৰাজ্যৰ সম্ৰাট হৈছিল। তাৰ পিছত বঙ্গদেশত খোপনি পুতি লৈ তেওঁ দক্ষিণ আৰু পশ্চিম-ফালে ৰাজ্যৰ সীমা বঢ়ায়। বৰ্তমান অসম, বঙ্গদেশ, বিহাৰ আৰু উৰিষ্যা—এই আটাইকেইখন ৰাজ্যই শ্ৰীহৰ্ষদেৱৰ সাম্ৰাজ্যৰ ভিতৰত পৰিছিল। ইয়াৰ উপৰিও সম্ভৱতঃ উত্তৰ প্ৰদেশৰ পূব অংশ আৰু অন্ধ্ৰ প্ৰদেশৰ উত্তৰ অংশ তেওঁৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈছিল। গতিকে দেখা যায় যে শ্ৰীহৰ্ষদেৱৰ ৰাজত্বকালত কামৰূপ ৰাজ্যৰ সীমা উত্তৰে হিমালয়ৰ পৰা দক্ষিণ-পশ্চিমে বঙ্গোপসাগৰ আৰু উৰিষ্যা আৰু পূবে শদিয়াৰ পৰা পশ্চিমে অযোধ্যালৈকে বিস্তৃত হৈছিল। তেওঁৰ দিনতেই কামৰূপ ৰাজ্যৰ সীমাই আটাইতকৈ বেছি বিস্তৃতি লাভ কৰি সাময়িকভাৱে হলেও গৌৰৱৰ উচ্চ শিখৰত উপনীত হৈছিল। শ্ৰীহৰ্ষদেৱে তেওঁৰ জীয়েক ৰাজ্যমতীক নেপালৰ ৰজা জয়দেৱলৈ বিয়া দিছিল। জয়দেৱৰ নেপাল-লিপিত লিখা আছে যে ৰজা জয়দেৱে গৌড়, ওড্ৰ, কলিঙ্গ, কোশল আৰু আন আন ৰাজ্যৰ অধিপতি বিখ্যাত ভগদত্ত ৰজাৰ বংশধৰ শ্ৰীহৰ্ষদেৱৰ গুণৱতী কন্যা ৰাজ্যমতীক বিয়া কৰাইছিল। জয়দেৱৰ এই লিপি ৭৪৮ খ্ৰীঃৰ বুলি স্থিৰ কৰা হৈছে। শ্ৰীহৰ্ষদেৱৰ কন্যা ৰাজ্যমতী নেপালৰ মহাৰাণী হৈ নেপালৰ বিখ্যাত পশুপতিনাথ মন্দিৰ সজাইছিল।

শ্ৰীহৰ্ষদেৱৰ এই বিশাল সাম্ৰাজ্য বৰ বেছি দিন নিটিকিল। সোন-কালে কনৌজত যশোবৰ্মণ নামে এজন ৰজা তেওঁৰ প্ৰতিদ্বন্দ্বী হিচাপে থিয় হ'ল। যশোবৰ্মণে সমগ্ৰ উত্তৰ ভাৰত জয় কৰিবলৈ অভিলাষ কৰিছিল। প্ৰায় ৭৫০ খ্ৰীঃ মানত যশোবৰ্মনে গৌড়, ওড্ৰ, কলিঙ্গ আৰু কোশলৰ অধিপতি শ্ৰীহৰ্ষদেৱক আক্ৰমণ কৰে। যুদ্ধত শ্ৰীহৰ্ষদেৱ হাৰে আৰু যশো-বৰ্মণৰ হাতত তেওঁৰ মৃত্যু হয়। শ্ৰীহৰ্ষদেৱৰ মৃত্যুৰ লগে লগে তেওঁৰ

বিশাল সাম্ৰাজ্য ভাঙি চিঙি যায়। ইয়াৰ পিছত বনমালবৰ্মণে কামৰূপৰ হেৰোৱা গৌৰৱ কিছুপৰিমাণে পুনৰুদ্ধাৰ কৰে। এই বংশৰ আৰু কোনো উল্লেখযোগ্য ৰজা নাই।

## পাল বংশ

পালস্তম্ভ বংশৰ শেষ ৰজা ত্যাগসিংহৰ মৃত্যুৰ পিছত ব্ৰহ্মপাল কামৰূপৰ ৰজা হয় ( প্ৰায় ৯৯০ খ্ৰীঃ )। এই ব্ৰহ্মপালেই সম্ভৱতঃ 'হৰগৌৰী-সংবাদ' পুথিত উল্লেখ কৰা জিতাৰি ৰজা। এওঁৰ পৰাই কামৰূপত পালবংশৰ ৰাজত্ব আৰম্ভ হয়।

ব্ৰহ্মপাল এজন অসীম পৰাক্ৰমী বীৰ আছিল। ব্ৰহ্মপালৰ সময়ৰ পৰাই তান্ত্ৰিক বৌদ্ধ ধৰ্মই কামৰূপত প্ৰাধান্য লাভ কৰে। তেওঁ আনুমানিক ৯৯০ খ্ৰীঃৰ পৰা ১০১০ খ্ৰীঃলৈ ৰাজত্ব কৰিছিল। এই বংশৰ দ্বিতীয় ৰজা ৰত্নপাল ( ১০১০—১০৪০ খ্ৰীঃ ) এজন বাহুবলী আৰু দিগ্বিজয়ী পুৰুষ আছিল। দৰং জিলাৰ বৰগাওঁ মৌজাত পোৱা ৰত্নপালৰ তামৰ ফলিত উল্লেখ কৰামতে গুৰ্জৰ, গৌড়, কেৰেলা আৰু দাক্ষিণাত্যৰ ৰজাৰ লগতো ৰত্নপালৰ যুদ্ধ হৈছিল। এওঁৰ দিনতে সম্ভৱতঃ উত্তৰবঙ্গ পুনৰ কামৰূপ ৰাজ্যৰ ভিতৰুৱা হয়। ৰত্নপালে ৰাজধানী প্ৰাগজ্যোতিষপুৰ নগৰৰ সোঁমাজতে এটা শক্তিশালী দুৰ্গ নিৰ্মাণ কৰি ৰাজধানীৰ পুৰণি নাম প্ৰাগজ্যোতিষপুৰৰ সলনি নতুন নাম ৰাখিছিল 'দুৰ্জয়' অৰ্থাৎ সহজে জয় কৰিব নোৱাৰা। ৰত্নপালৰ ৰাজধানী দুৰ্জয়নগৰত বহুত ধনী সদাগৰ, বিদ্বানলোক, কবি আৰু ধৰ্মগুৰু বাস কৰিছিল। তামৰ ফলিত লিখা আছে যে তেওঁৰ ৰাজ্যৰ ভিতৰত তামৰ খনি আছিল। এই তামৰ খনি সম্ভৱতঃ গাৰো বা খাছিয়া পাহাৰত আছিল। কিয়নো ইয়াত এতিয়াও তাম পোৱা যায়। সেয়ে হ'লে এই ঠাই ৰত্নপালৰ ৰাজ্যৰ ভিতৰত আছিল। তেওঁ ১০১০ খ্ৰীঃৰ পৰা ১০৪০ খ্ৰীঃলৈ প্ৰায় ত্ৰিশ বছৰ কাল ৰাজত্ব কৰিছিল। এই বংশৰ ষষ্ঠ ৰজা ধৰ্মপালে ( ১০৯৫—১১২০ খ্ৰীঃ ) উত্তৰবঙ্গ জয় কৰি কামৰূপ ৰাজ্যৰ হেৰোৱা গৌৰৱ পুনৰুদ্ধাৰ কৰে। তেওঁৰ ৰাজত্বৰ দ্বিতীয় বছৰত দিয়া তামৰ ফলিত তেওঁ উত্তৰবঙ্গত মাটিদান কৰাৰ পৰাই এই কথাৰ প্ৰমাণ হয়। উত্তৰবঙ্গৰ উপৰিও দক্ষিণ-পূৱবঙ্গতো তেওঁ আধিপত্য বিস্তাৰ কৰিছিল। ধৰ্মপালৰ উত্তৰাধিকাৰী জয়পালৰ ( ১১২০-১১৩৮ খ্ৰীঃ ) দিনতো এই ঠাই কামৰূপ ৰাজ্যৰ ভিতৰুৱা আছিল। ধৰ্মপালৰ



সময়ত কামৰূপ ৰাজ্যৰ ৰাজধানী ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে কামৰূপ নগৰ বা উত্তৰ গুৱাহাটীত আছিল। ধৰ্মপালৰ সময়ৰ পৰা প্ৰায় ১২৬০ খ্ৰীঃ মানলৈ উত্তৰ গুৱাহাটীত কামৰূপ ৰাজ্যৰ ৰাজধানী আছিল যেন অনুমান হয়। অৱশ্যে পুৰণি ৰাজধানী প্ৰাগজ্যোতিষপুৰ একেবাৰে পৰিত্যাগ কৰা নাছিল। যুদ্ধবিগ্ৰহৰ পিছত দেশত শৃংখলা লগাই ধৰ্মপালে ধৰ্ম-চৰ্চা আৰু জ্ঞান-চৰ্চাৰ ফালে মন দিয়ে। তেওঁ নিজে এজন কবি আছিল আৰু পুষ্পভদ্ৰা তামৰ ফলিৰ প্ৰথম আঠশাৰী কবিতা তেওঁ নিজেই ৰচনা কৰিছিল বুলি জনা যায়। তেওঁ ব্ৰাহ্মণ-সজ্জনক দান-দক্ষিণা কৰিছিল। মুঠতে সকলো ফালৰ পৰাই ধৰ্মপালৰ ৰাজত্বকাল কামৰূপৰ বুৰঞ্জীৰ এক উল্লেখযোগ্য অধ্যায়। ধৰ্মপালৰ পিছত জয়পাল আৰু জয়পালৰ পিছত কুমাৰপাল ৰজা হয়। এনেকৈ এই বংশৰ ৰাজত্ব প্ৰায় ১১৩৮ চনলৈ চলে।

কুমাৰপালৰ সেনাপতি বৈদ্যদেৱে এটি নতুন ৰাজবংশ প্ৰতিষ্ঠা কৰে আৰু স্বাধীন ৰজা হিচাপে সমগ্ৰ কামৰূপ শাসন কৰিবলৈ ধৰে। কুমাৰপালৰ পিছত ক্ৰমে ৰায়াৰীদেৱ, উদয়কৰ্ণ আৰু বল্লভদেৱ কামৰূপৰ ৰজা হয়। বল্লভদেৱৰ উত্তৰাধিকাৰী কোন আছিল জনা নাযায়। মুছলমান ঐতিহাসিক মিন্‌হাজৰ 'তবকাত্-ই-নাচিৰি' আৰু বুকানন হেমিল্টনৰ বিৱৰণৰ পৰা ১২০৬ খ্ৰীঃত বখ্তিয়াৰ খিলিজীৰ কামৰূপ আক্ৰমণৰ সময়ত 'পৃথু' কামৰূপৰ ৰজা আছিল বুলি জনা যায়। পৃথুৱেই বখ্তিয়াৰ খিলিজীৰ সৈন্যবাহিনীক ধ্বংস কৰিছিল।[১] তেওঁৰ দিনতে ১২২৭ খ্ৰীঃত চুলতান গিয়াছুদ্দিনে দ্বিতীয়বাৰ কামৰূপ ৰাজ্য আক্ৰমণ কৰে। কিন্তু পৃথুৰ হাতত গিয়াছুদ্দিনৰ পৰাজয় ঘটে। পৃথুৰ নাম আছিল বিশ্বসুন্দৰদেৱ আৰু জল্লেশ্বৰ। বঙ্গদেশৰ জলপাইগুৰি অঞ্চলৰ 'পৃথুৰজাৰ গড়' আৰু জল্লেশ্বৰ শিৱমন্দিৰ তেৱেঁই সজাইছিল। দিল্লীৰ চুলতান ইলতুত্মিছৰ পুতেক নাছিৰুদ্দিনৰ হাতত ১২২৮ খ্ৰীঃত পৃথুৰ পৰাজয় আৰু মৃত্যু ঘটে। কিন্তু নাছিৰুদ্দিনে পৃথুক পৰাজয় কৰা সত্বেও কামৰূপ ৰাজ্য

---

১. এই সম্পৰ্কে উত্তৰ গুৱাহাটীত থকা বিখ্যাত কানাই-বৰশী-বোৱা শিলৰ তুৰস্ক-ক্ষয়ৰ লিপিৰ কথাখিনি উল্লেখযোগ্য ঃ

শাকে তুৰগ-যুগ্মেশে মধুমাস ত্ৰয়োদশে।
কামৰূপ সমাগত্য তুৰস্কাঃ ক্ষয়মাযযুঃ।

অৰ্থাৎ ১১২৭ শকৰ ( ১২০৬ খ্ৰীঃ ) ১৩ চ'তত তুৰুস্কসকল ( মুছলমানসকল ) কামৰূপলৈ আহিছিল আৰু ধ্বংস হৈছিল। —সম্পাদক

দিল্লীৰ মুছলমান সাম্রাজ্যৰ অন্তর্ভুক্ত কৰিব নোৱাৰিলে। পৃথুৰ পিছত তেওঁৰ বংশৰে আৰু দুজন ৰজাই কামৰূপত ৰাজত্ব কৰিছিল। তেওঁলোকৰ দিনতো উত্তৰ-গুৱাহাটীতেই কামৰূপ ৰাজ্যৰ ৰাজধানী আছিল। এই বংশৰ শেষ ৰজাজনৰ নাম আছিল সন্ধ্যা। তেওঁৰ দিনতে বঙ্গৰ চুবাদাৰ তুগ্রিলখাঁ মালিক উজ্‌বেকে ১২৫৭ খ্রীঃত চতুর্থবাৰ কামৰূপ ৰাজ্য আক্রমণ কৰে। কিন্তু কামৰূপৰাজ সন্ধ্যাৰ হাতত মালিক উজ্‌বেকৰ পৰাজয় হয়। এই আক্রমণৰ পিছতে সন্ধ্যাই ৰাজধানী উত্তৰ গুৱাহাটীৰ পৰা (কামৰূপ নগৰ) পশ্চিমফালে কমতাপুৰলৈ তুলি নিয়ে (প্রায় ১২৬০ খ্রীঃ)। তেতিয়াৰ পৰা ৰাজ্যৰ নাম হ'ল কমতা বা কামৰূপ-কমতা আৰু ৰজাৰ উপাধি হ'ল কমতেশ্বৰ বা কামেশ্বৰ।

## কমতা ৰাজ্য

ৰামচৰণ ঠাকুৰৰ গুৰুচৰিতমতে কামৰূপৰাজ সন্ধ্যাই গৌড়েশ্বৰ উপাধি লৈছিল। ইয়াৰ পৰা এইটোৱে অনুমান হয় যে সন্ধ্যা আৰু তেওঁৰ উত্তৰাধিকাৰী আটাইবোৰ ৰজাই কামৰূপ-কমতা বা কমতা ৰাজ্যত ৰাজত্ব কৰিছিল আৰু তেওঁলোকৰ ৰাজধানী আছিল কমতাপুৰত। সম্ভৱতঃ গৌড়ৰাজ্যৰ (উত্তৰ-পশ্চিমবঙ্গ) এটা অংশ তেওঁলোকৰ ৰাজ্যৰ ভিতৰত পৰিছিল আৰু সেইবাবে তেওঁলোকে গৌড়েশ্বৰ উপাধি গ্রহণ কৰিছিল, ৰাজধানী পশ্চিমফালে কমতাপুৰলৈ স্থানান্তৰ কৰাৰ পিছৰ পৰা কামৰূপ ৰাজ্যৰ পূব অঞ্চলত এই ৰজাসকলৰ ক্ষমতা যথেষ্ট কমি গৈছিল আৰু কামৰূপৰ ৰজাৰ অধীনৰ শাসনকর্তা ভূঞা বা জমিদাৰসকলে মূৰ দাঙি উঠিছিল।

কমতা ৰাজ্যৰ আটাইতকৈ উল্লেখযোগ্য ৰজাজনৰ নাম হ'ল দুর্লভ-নাৰায়ণ। তেওঁ আনুমানিক (১৩৩০ খ্রীঃৰ পৰা ১৩৫০ খ্রীঃলৈ ৰাজত্ব কৰিছিল। তেওঁ এজন বিদ্যোৎসাহী ৰজা আছিল। তেওঁৰ দিনতে চণ্ডীবৰ প্রমুখ্যে সাত ঘৰ কায়স্থ আৰু কৃষ্ণপণ্ডিত প্রমুখ্যে সাত ঘৰ ব্রাহ্মণ-এই চৈধ্য ঘৰ কনৌজৰ সম্ভ্রান্ত বংশৰ মানুহ অসমলৈ আহে। তেওঁলোকৰ ভিতৰত চণ্ডীবৰ মুখিয়াল আৰু পণ্ডিত আছিল। সেইকাৰণে দুর্লভনাৰায়ণে তেওঁক শিৰোমণি ভূঞা পাতিছিল। এই চণ্ডীবৰৰ বংশতেই মহাপুৰুষ শ্রীমন্ত শঙ্কৰদেৱৰ জন্ম হৈছিল।



কমতা ৰাজ্যৰ শেষ ৰাজবংশটোৰ নাম হৈছে খান বা খেন বংশ। নীলধ্বজ (আঃ ১৪৪০—১৪৬০ খ্রীঃ) এই বংশৰ প্রতিষ্ঠাতা আছিল। এই বংশৰ দ্বিতীয় ৰজা চক্রধ্বজৰ দিনত (আঃ ১৪৬০—১৪৮০ খ্রীঃ) বঙ্গৰ চুলতান বৰবাক ছাহে কমতা ৰাজ্য আক্রমণ কৰে। কিন্তু চক্রধ্বজে চুলতানক সোণকোষ নৈৰ পাৰত পৰাস্ত কৰে। তেৱেঁই কমতাপুৰত কমতেশ্বৰীৰ মন্দিৰ সজাইছিল। এই বংশৰ শেষ আৰু আটাইতকৈ পৰাক্রমী ৰজা আছিল নীলাম্বৰ (১৪৮০—১৪৯৮ খ্রীঃ)। তেওঁৰ দিনত কমতা ৰাজ্যৰ সীমা পূবে বৰনদীৰ পৰা পশ্চিমে কৰতোয়ালৈকে বিস্তৃত হৈছিল। তেওঁ আনকি উত্তৰবঙ্গৰো কিছু অংশ নিজ ৰাজ্যৰ ভিতৰত সুমুৱাই লৈছিল; কিন্তু বঙ্গৰ নবাব হুছেইন ছাহে ১৪৯৮ খ্রীঃত কমতা ৰাজ্য আক্রমণ কৰি ছলেৰে ৰাজধানী কমতাপুৰ দখল কৰাৰ লগে লগে খেনবংশৰ ৰাজত্বৰ অবসান ঘটে আৰু প্রাচীন কামৰূপ ৰাজ্যৰ ঐতিহ্য বহনকাৰী কমতা ৰাজ্যও ধ্বংসপ্রাপ্ত হয়।

হুছেইন ছাহে কমতা ৰাজ্য অধিকাৰ কৰি পুতেক দানিয়েলক হাজোত শাসনকর্তা পাতি গৌড়লৈ উভতি যায়। হুছেইন ছাহ উভতি যোৱাৰ কেইবছৰমান পিছতে কামৰূপৰ ভূঞা শাসনকর্তাসকলে লগ লাগি দানিয়েলৰ দুর্গ আক্রমণ কৰি ধ্বংস কৰে (প্রায় ১৫০৩ খ্রীঃ)। কামৰূপী সেনাৰ হাতত দানিয়েলৰ মৃত্যু হয়।

## প্রাচীন কামৰূপৰ ৰজাসকলৰ সাংস্কৃতিক গৌৰৱ-বর্ধনত অৰিহণা

প্রাচীন কামৰূপৰ ৰজাসকলে দেশৰ ৰাজনৈতিক গৌৰৱ-বর্ধন কৰাৰ লগে লগে সাংস্কৃতিক গৌৰৱ-বর্ধনতো যথেষ্ট অৰিহণা যোগাইছিল। অসমৰ বিভিন্ন ঠাইত ওলোৱা তাম্রলিপিবোৰেই প্রমাণ কৰে যে প্রাচীন কালত এই দেশত যথেষ্ট জ্ঞান-বিজ্ঞানৰ চর্চা হৈছিল। তামৰ ফলিবোৰ যদিও সংস্কৃতত লিখা হৈছিল, তথাপি তাত থকা বিশুদ্ধ অসমীয়া শব্দবোৰৰ পৰা এইটো অনুমান হয় যে অন্ততঃ খ্রীষ্টীয় ৭ম শতিকা (নিধনপুৰ তামৰ ফলি) বা তাতোকৈ কিছু আগতে কামৰূপী বা অসমীয়া ভাষাই এক নির্দিষ্ট গঢ় লয়। হিউয়েনচাঙৰ বিবৰণৰ পৰাই এই কথা প্রমাণ হয়। প্রাচীন কালৰ পৰাই এই দেশত নানা বিদ্যা আৰু শিক্ষাৰ চর্চা হৈছিল। অসমীয়া আৰু সংস্কৃত উভয় ভাষাতে সাহিত্য-চর্চা হৈছিল।

প্ৰাচীন কামৰূপৰ ৰজাসকলে বিদ্বান ব্ৰাহ্মণসকলক বৰ সমাদৰ কৰিছিল আৰু জ্ঞান-চৰ্চা কৰিবলৈ সহায় আৰু উদ্‌গনি দিছিল। ৰজা ভাস্কৰবৰ্মণৰ বিষয়ে হিউৱেনচাঙে লিখি থৈ গৈছে যে ৰজা বৰ বিদ্যোৎসাহী আছিল আৰু ৰজাক দেখি প্ৰজাসকলো শিক্ষাৰ প্ৰতি বৰ অনুৰাগী আছিল। বহু দূৰ ঠাইৰ পৰাও নানা লোক কামৰূপলৈ বিদ্যা শিক্ষা কৰিবলৈ আহিছিল। অষ্টম শতিকাৰ শালস্তম্ভ বংশৰ ৰজা শ্ৰীহৰ্ষদেৱ যে এজন ডাঙৰ যোদ্ধাই আছিল এনে নহয়, পণ্ডিত আৰু সুলেখক হিচাপেও তেওঁ সুখ্যাতি অৰ্জন কৰি থৈ গৈছে। বিখ্যাত সংস্কৃত নাটক 'ৰত্নাৱলী' তেৱেঁই ৰচনা কৰিছিল বুলি ঠাৱৰ কৰা হৈছে। বিশেষকৈ পালবংশৰ ৰাজত্বকালত কামৰূপত জ্ঞান-চৰ্চাৰ সুন্দৰ ব্যৱস্থা আছিল। পালবংশৰ পুৰন্দৰপাল, হৰ্ষপাল, ধৰ্মপাল আদি ৰজাসকল সুপণ্ডিত আছিল বুলি জনা যায়। জ্যোতিৰ্বিদ্যাত এই দেশ এসময়ত ভাৰতৰ ভিতৰতে অগ্ৰগণ্য আছিল। গুৱাহাটীৰ চিত্ৰাচল পাহাৰত অৱস্থিত নৱগ্ৰহ মন্দিৰে আজিও এই কথাৰ প্ৰমাণ দিয়ে। 'কালিকাপুৰাণ', 'যোগিনী-তন্ত্ৰ,' 'হৰগৌৰী-সংবাদ' আদি কামৰূপতে লিখা পুথি। কালিকাপুৰাণ সম্ভৱতঃ দশম-একাদশ শতিকামানত ৰচিত হৈছিল। যোগিনী-তন্ত্ৰ আৰু হৰগৌৰী-সংবাদ দ্বাদশ শতিকাৰ পিছত ৰচিত হোৱা পুথি ; কিন্তু এই দুখন পুথিৰ গুৰুত্ব ইয়াতেই যে অতীতৰ বহুত ঐতিহাসিক ঘটনাৱলী ইয়াত সংৰক্ষিত হৈছে। যোগিনী-তন্ত্ৰ পুথিখনি সংস্কৃতত লিখা আৰু হৰগৌৰী-সংবাদ পুথিখনি অসমীয়া আৰু সংস্কৃত উভয় ভাষাতে লিখা। কামৰূপী বৌদ্ধ পণ্ডিত মীননাথে প্ৰায় একাদশ শতিকাত 'কৌলজ্ঞান-নিৰ্ণয়', 'অকুল বীৰতন্ত্ৰ' আৰু 'কামাখ্যা-গুহ্যসিদ্ধি' নামৰ তান্ত্ৰিক গ্ৰন্থ ৰচনা কৰিছিল। ইয়াৰ উপৰিও জ্যোতিৰ্বিদ্যা, চিকিৎসাবিদ্যা আদিৰ পুথিও কামৰূপত ৰচিত হৈছিল। পালকাপ্য ঋষিয়ে 'হস্ত্যায়ুৰ্বেদ' গ্ৰন্থ কামৰূপতে ৰচনা কৰিছিল বুলি বহুতে অনুমান কৰে। 'ঘোঁৰা নিদান' নামৰ অশ্ব চিকিৎসাৰ পুথিও কামৰূপতে ৰচিত হৈছিল। প্ৰসিদ্ধ 'ডাকৰ বচন'[1] খ্ৰীষ্টীয় অষ্টম কি নৱম শতিকা মানৰ পৰাই কামৰূপত প্ৰচলিত আছিল।

ভাৰতবৰ্ষৰ অন্যান্য ঠাইৰ দৰে প্ৰাচীন কামৰূপতো গুৰুগৃহ, সংস্কৃত টোল আৰু অগ্ৰহাৰবোৰত (কেইবাখনো গাঁৱৰ সমষ্টি) ব্ৰাহ্মণসকলৰ

১. ডাকৰ বচন সম্পৰ্কে পণ্ডিতসকলৰ মাজত মতভেদ দেখা যায়।—সম্পাদক



কাৰণে পাতি দিয়া গাঁৱলীয়া পঢ়াশালিবোৰেই (টোল) লোকশিক্ষা আৰু উচ্চ জ্ঞান অনুশীলনৰ কেন্দ্ৰ আছিল।

## অসমৰ বাৰভূঞা আৰু অন্যান্য ভূঞাসকল

ভূঞা শব্দৰ অৰ্থ হৈছে মাটিৰ মালিক বা জমিদাৰ। আনহাতে ভূঞা অৰ্থে শাসনকৰ্তাও বুজাইছিল। সাধাৰণতে এই ভূঞাসকল কামৰূপ বা কমতা ৰজাৰ অধীনৰ শাসনকৰ্তা আছিল। চাৰ এড্‌ৱাৰ্ড গেইট চাহাবে কোৱামতে, প্ৰত্যেকজন ভূঞাই নিজ ৰাজ্যৰ ভিতৰত আন আন ভূঞাৰ পৰা স্বাধীন আছিল, কিন্তু উমৈহতীয়া শত্ৰুৰ বিৰুদ্ধে তেওঁলোক একেলগে থিয় হৈছিল যেন অনুমান হয়। ভূঞাসকলে শাসন কৰা মাটিৰ সীমা আৰু কামৰূপ ৰাজ্যৰ সীমা নিশ্চয় মাজে সময়ে লৰচৰ হৈছিল, শক্তিশালী ৰজাই এওঁলোকৰ বেছিভাগকে নিজৰ অধীনত ৰাখিবলৈ সমৰ্থ হৈছিল, কিন্তু ৰাজদণ্ড নিৰ্বলী শাসকৰ অধীনলৈ যোৱাৰ লগে লগেই এওঁলোক পুনৰ স্বাধীন হৈছিল। প্ৰত্যেকজন ভূঞাৰে নিজা নিজা একোখন আদালত আছিল। যেতিয়ালৈকে কামৰূপৰ ৰজাসকল যথেষ্ট শক্তিশালী আছিল তেতিয়ালৈকে ভূঞাসকলে তেওঁলোকৰ অধিস্বামিত্ব মানি চলিছিল। কিন্তু দুৰ্বল ৰজাৰ অধীনত তেওঁলোকে ছল পালেই মূৰ দাঙি উঠিছিল। সম্ভৱতঃ তেৰ শতিকাৰ আগভাগৰ পৰাই মুছলমানসকলৰ কামৰূপ আক্ৰমণৰ সুযোগ লৈ কামৰূপ ৰাজ্যৰ পূব অঞ্চলত ভূঞাসকল ক্ষমতাশালী হৈ উঠিছিল আৰু কামৰূপৰ ৰজাৰ সাৰ্বভৌমত্ব অস্বীকাৰ কৰিছিল। বিশেষকৈ কামৰূপৰাজ সন্ধ্যাই পশ্চিমফালে কমতাপুৰলৈ ৰাজধানী তুলি নিয়াৰ পিছৰ পৰা (প্ৰায় ১২৬০ খ্ৰীঃ) ৰাজ্যৰ পূব অঞ্চলত কামৰূপ কমতাৰ ৰজাসকলৰ প্ৰভাৱ তেনেই কমি গ'ল আৰু সেই সুযোগতে এই অঞ্চলত ভূঞাসকল আৰু বেছি ক্ষমতাশালী হৈ উঠিল। গোৱালপাৰা জিলাৰ পৰা ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে সোৱণশিৰী নৈলৈকে আৰু দক্ষিণে নগাঁৱৰ কপিলী নৈলৈকে এই অঞ্চলত ভূঞাসকলে স্বাধীনভাৱে ৰাজ্য শাসন কৰিবলৈ ধৰে। এই অঞ্চলত ত্ৰয়োদশ শতিকাত ৰাজত্ব কৰা কামৰূপ-কমতা ৰাজ্যৰ ৰজাসকলৰ প্ৰভাৱ প্ৰায় নাছিল বুলিয়েই কব পাৰি। চতুৰ্দশ শতিকাৰ প্ৰায় মাজ ভাগত ৰাজত্ব কৰা একমাত্ৰ কমতাৰাজ দুৰ্লভনাৰায়ণে (আঃ ১৩৩০—১৩৫০ খ্ৰীঃ) এই ভূঞাসকলক তেওঁৰ অধীনতা স্বীকাৰ কৰি

লোৱাবলৈ সমর্থ হৈছিল। তেওঁৰ পিছত আৰিমত্ত বা গজাঙক ৰজায়ো ( আঃ ১৩৬৫—১৩৮৫ খ্রীঃ ) কামৰূপ ৰাজ্যৰ পূব অঞ্চলৰ ভূঞাসকলৰ বিৰুদ্ধে যুদ্ধ কৰি তেওঁলোকক দমন কৰিছিল। কমতা ৰাজ্যৰ খান বা খেন বংশৰ ৰজাসকলে এই ভূঞাসকলৰ ওপৰত অকণো শাসন ক্ষমতা চলাব পৰা নাছিল। ১৪৯৮ খ্রীঃত বঙ্গৰ নবাব হুছেইন ছাহে কমতাপুৰ দখল কৰাত ৰজা নীলাম্বৰ পলাই যায়। তেতিয়া কমতা ৰাজ্যৰ প্ৰধান ভূঞাসকলে হুছেইন ছাহৰ বশ্যতা স্বীকাৰ কৰাত হুছেইন ছাহে পুতেক দানিয়েলক কামৰূপত থৈ বঙ্গলৈ উভতি যায়। কিন্তু হুছেইন ছাহ উভতি যোৱাৰ লগে লগেই ভূঞাসকলে পুনৰ সংঘবদ্ধ হৈ মুছলমানবিলাকক ৰাজ্যৰ পৰা খেদি দিয়ে। কমতা ৰাজ্য ধ্বংস হোৱাৰ পিছত কেন্দ্ৰীয় শাসনৰ অভাৱত কামৰূপ-কমতা ৰাজ্যৰ পশ্চিমাঞ্চলতো ভূঞাসকল ঠায়ে ঠায়ে মূৰ দাঙি উঠিল। কিন্তু কোচৰাজ্যৰ প্ৰতিষ্ঠাতা বিশ্বসিংহই গোৱালপাৰা, কামৰূপ আৰু দৰং জিলাৰ পশ্চিমাঞ্চলৰ ভূঞাসকলক ষোল শতিকাৰ আগভাগত তেওঁৰ তলতীয়া কৰে। উজনিৰ ভূঞাসকলক অৰ্থাৎ উত্তৰ লক্ষীমপুৰ আৰু দৰং জিলাৰ পূব খণ্ডৰ ভূঞাসকলক ষোল শতিকাৰ আগভাগত ৰাজত্ব কৰা আহোম ৰজা চুহুংমুং দিহিঙ্গীয়া ৰজাই তেওঁৰ কৰতলীয়া কৰে। তেওঁৰ পৰৱৰ্ত্তী চুক্লেনমুং গড়গঞা ৰজাই ( ১৫৩৯—১৫৫২ খ্রীঃ ) নগাৱঁৰ ভূঞাসকলকো যুদ্ধত ঘটুৱাই বশ কৰে।

ভূঞাসকলক সদায় বাৰভূঞা বুলিহে উল্লেখ কৰা দেখা যায়। তেওঁলোকৰ উৎপত্তি সম্পৰ্কে ভিন্ ভিন্ কাহিনী শুনিবলৈ পোৱা যায়। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে চুটীয়া ৰাজ্যৰ পশ্চিমে যিসকল ভূঞাই বসতি কৰিছিল তেওঁলোকে আৰিমত্ত ৰজাৰ মন্ত্ৰী সমুদ্ৰৰ বংশধৰ বুলি নিজৰ পৰিচয় দিছিল। আৰিমত্তৰ পুতেক ৰত্নসিংহৰ পিছত মন্ত্ৰী সমুদ্ৰ আৰু সমুদ্ৰৰ পিছত মনোহৰ কমতা ৰাজ্যৰ ৰজা হয়। মনোহৰ অপুত্ৰক আছিল। সেইকাৰণে তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ একমাত্ৰ জীয়েক লক্ষ্মীয়ে ৰাণী হৈ ৰাজ্যশাসন কৰিবলৈ ধৰে। লক্ষ্মী ৰাণীক আৰিমত্তৰ বংশৰ সূৰ্য নামে এজন কোঁৱৰে বিয়া কৰায়। কালত ৰাণী লক্ষ্মীৰ শান্তনু আৰু সামন্ত বা স্যমন্ত নামৰ দুটি যঁজা পুত্ৰ লাভ হয়। এওঁলোক দুয়োজনৰে প্ৰত্যেকৰে ১২ জনকৈ ল'ৰা জন্মে। এওঁলোককে বাৰভূঞা বোলে। শান্তনুৰ বংশধৰসকলক বৰ বাৰভূঞা আৰু সামন্তৰ বংশধৰ সকলক সৰু বাৰভূঞা বোলে। শান্তনু শাক্ত আৰু সামন্ত বৈষ্ণৱ আছিল।



এই বাৰভূঞাসকলৰ শাসন প্ৰণালী ওখ খাপৰ আছিল। ৰাজসভাত থকা সংস্কৃতজ্ঞ পণ্ডিতসকল আৰু বিচক্ষণ বিষয়াসকলে সকলো ৰাজকীয় কথা ফঁহিয়াই চাইহে ৰাজ্যখন চলাবলৈ দিছিল। বাৰভূঞাসকল যেতিয়া আহোমৰ হাতত সম্পূৰ্ণৰূপে পৰাস্ত হ'ল তেতিয়া তেওঁবিলাকৰ ৰাজসভাৰ সংস্কৃত শাস্ত্ৰত ব্যুৎপত্তি থকা ব্ৰাহ্মণ পণ্ডিতক স্বৰ্গদেৱসকলে দক্ষিণপাৰলৈ লৈ আহি ৰাজধানী গড়গাওঁ আৰু ৰংপুৰ আদি নগৰত বহুৱালে। চুহুংমুং স্বৰ্গদেৱে বৰ বাৰভূঞাসকলক বশ কৰি তেওঁলোকৰ কেইবাটিও কথা আহিঁ হিচাপে লৈছিল। ভূঞাসকলৰ গাত লোৱা বচোৱাল,[1] টঙ্গালি[2] আৰু তামোলপাণ বন্ধা হাঁচটি তেওঁলোকৰ পৰাই আহোম ৰজাই লৈছিল।

## কোচ ৰাজ্য

১৪৯৮ খ্রীঃ ত ধ্বংসপ্ৰাপ্ত কমতা ৰাজ্যৰ বুকুতেই ষোল শতিকাৰ আগভাগত কোচ ৰাজ্য স্থাপিত হয়। এই কোচসকলকো পণ্ডিতসকলে মঙ্গোলীয় গোষ্ঠীৰেই এটা ঠাল বুলি অনুমান কৰে। কালক্ৰমত এওঁলোকে হিন্দু ধৰ্ম গ্ৰহণ কৰি হিন্দু সমাজৰ অন্তৰ্ভুক্ত হয়। কোচসকলৰ বহুতে বিশেষকৈ জলপাইগুৰি, কোচবিহাৰ আৰু গোৱালপাৰাৰ কোচসকলে, আনকি কামৰূপৰো কিছুমানে আজিও নিজকে ৰাজবংশী বুলিহে পৰিচয় দিয়ে।

বৰ্তমান গোৱালপাৰা জিলাৰ খুটাঘাট পৰগণাৰ চিকনাগ্ৰাম নিবাসী হাড়িয়া মণ্ডলৰ পুত্ৰ বিশ্বসিংহ আছিল কোচ ৰাজ্যৰ প্ৰতিষ্ঠাতা। ৰজা হোৱাৰ আগতে তেওঁৰ নাম আছিল বিশু। পিতাকৰ মৃত্যুৰ পিছত মণ্ডল পদত অধিষ্ঠিত হৈ বিশুৱে সৰু-ডাঙৰ বহতো ভূঞাক যুদ্ধত পৰাস্ত কৰি পশ্চিম কৰতোয়াৰ পৰা পূবে মৰা-ধনশিৰী নৈলৈকে নিজৰ ৰাজ্য পাতি ললে। ৰজা হৈ তেওঁ বিশ্বসিংহ নাম লয়। ভূটান ৰাজ্যতো বিশুৰ যথেষ্ট প্ৰভাৱ আছিল যেন অনুমান হয়। কিয়নো ভূটীয়াসকলৰ মাজত এটা কিম্বদন্তী আছে যে বৰ্ত্তমান লাচাৰ কৰতলীয়া ভূটীয়া চৰকাৰৰ পূৰ্বে ভূটান কোচ ৰাজ্যৰ অধীনত আছিল। ৰজা বিশ্বসিংহ হিন্দুধৰ্মৰ প্ৰধান পৃষ্ঠপোষক আছিল। তেওঁ শিৱ আৰু দুৰ্গা পূজা কৰিছিল। তেওঁ

১. বচোৱাল ঃ—বৰচ'ৰালৈ যোৱা বিষয়াবিলাকে চুৰিয়াৰ ওপৰত মেৰাই ককাঁলত টঙালিৰে বান্ধি পিন্ধা আৰু আঠুলৈকে ওলোমা এবিধ কপাহী কাপোৰ।

২. টঙ্গালি ঃ—কঁকালত বন্ধা এবিধ দীঘল কাপোৰ বা পেটী।

বৈষ্ণৱসকলৰ প্ৰতিও শ্ৰদ্ধাশীল আছিল আৰু ব্ৰাহ্মণ আৰু দৈৱজ্ঞ ব্ৰাহ্মণ-সকলক দান-দক্ষিণা দিছিল। তেওঁ কামাখ্যা দেৱীৰ মন্দিৰ ন-কৈ সজাইছিল আৰু মন্দিৰৰ পূজা-সেৱা যাতে ভালমতে চলে তাৰ বন্দোবস্ত কৰি দিছিল। কাশী, কনৌজ প্ৰভৃতি বিখ্যাত শিক্ষা কেন্দ্ৰবোৰৰপৰা ভাল পণ্ডিত-ব্ৰাহ্মণ আনি তেওঁ নিজ ৰাজ্যৰ ঠায়ে ঠায়ে স্থাপন কৰিছিল। তেওঁ কোচবিহাৰত ধুনীয়াকৈ এখন নগৰ সাজি চিকনাগ্ৰামৰ পৰা ৰাজধানী তালৈকে তুলি নিয়ে।

১৫৩২—৩৩ খ্ৰীঃত মুছলমান সেনাপতি তুৰ্বকে দ্বিতীয়বাৰ অসম আক্ৰমণ কৰাত আহোম সেনাপতিদ্বয় কনচেং বৰপাত্ৰ গোহাঁই আৰু চনখাম বৰগোহাঁইৰ নেতৃত্বত আহোমসকলে তুৰ্বকক বধ কৰে আৰু মুছলমানসকলক সম্পূৰ্ণৰূপে পৰাস্ত কৰি কৰতোয়া নদী পাৰ কৰি থৈ আহে। উভতি আহোঁতে চনখাম বৰগোহাঁইয়ে বিশ্বসিংহক আক্ৰমণ কৰাত বিশ্বসিংহই বিনাযুদ্ধে আত্মসমৰ্পণ কৰে আৰু আহোম ৰজাৰ কৰতলীয়া হৈ থাকিবলৈ প্ৰতিশ্ৰুতি দিয়ে। সেইমতে বছৰি তেওঁ আহোম ৰজাক কৰ-কাটল দি আছিল। ১৫৩৭ খ্ৰীঃত কৰতলীয়া নামটো গুচাবলৈ ৰাজ্য অধিকাৰৰ মনেৰে তেওঁ ব্ৰহ্মপুত্ৰেৰে উজাই শিঙ্গৰিলৈকে আহিছিল। পিছে ৰচদ-পাতিৰ অভাৱ হোৱাত শিঙ্গৰিৰ পৰাই নিজ ৰাজ্য কোচবিহাৰলৈ উভতি যায় আৰু আহোম ৰজাৰ লগত মিত্ৰতা স্থাপন কৰে। ১৫৪০ খ্ৰীঃ ত বিশ্বসিংহৰ মৃত্যু হয়।

তেওঁৰ মৃত্যুৰ পিছত পুতেক নৰনাৰায়ণ ৰজা হয়। তেওঁ কোচ বংশৰ আটাইতকৈ উল্লেখযোগ্য ৰজা আছিল। তেওঁ ভায়েক শুক্লধ্বজ বা চিলাৰায়ৰ সহায়ত সমসাময়িক আহোম ৰজা চুখাম্‌ফা খোৰা ৰজাক ১৫৬২ খ্ৰীঃত পৰাজয় কৰি কোচ ৰজাৰ কৰতলীয়া কৰে। এই সন্ধিমতে আহোম ৰজাই ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ সমস্ত ৰাজ্য কোচ ৰজাক এৰি দিব-লগীয়া হয়। আহোম ৰজাক পৰাস্ত কৰাৰ পিছত চিলাৰায়ে দক্ষিণফালৰ কছাৰী, জয়ন্তীয়া, ত্ৰিপুৰা আৰু ছিলেটৰ ৰজাকো যুদ্ধত পৰাস্ত কৰি কোচ ৰজাৰ কৰতলীয়া কৰে। মণিপুৰৰ ৰজা আৰু খৈৰামৰ ৰজাই বিনাযুদ্ধে কোচৰ বশ্যতা স্বীকাৰ কৰে। কিন্তু ১৫৬৮ খ্ৰীঃত চিলাৰায়ে গৌড়ৰাজ্য আক্ৰমণ কৰাত গৌড়ৰ নবাব চুলেমান কৰৰাণিৰ ( ১৫৬৩—১৫৭২ খ্ৰীঃ ) সেনাপতি কালাপাহাৰৰ হাতত বন্দী হয়। মুছলমান-



সকলে কোচ ৰাজ্য দখল কৰিলেও তাত নিগাজিকৈ থাকিব নুখুজিলে। সেনাপতি কালাপাহাৰে হাজো, কামাখ্যা আদি দেৱালয়বোৰৰ মঠ-মন্দিৰবোৰ ভাঙি গৌড়লৈ উভতি গ'ল।

চিলাৰায়ে গৌড়ত বন্দী হৈ থকা অৱস্থাতে এদিন নবাবৰ মাকক সাপে খুটিলত কোনো বেজে ভাল কৰিব নোৱাৰিলে। শেষত চিলাৰায়ে ভাল কৰাত নবাবে তেওঁৰ ওপৰত সন্তুষ্ট হৈ তেওঁক বন্দীশালৰ পৰা মুকলি কৰি দিলে। ইয়াৰ পিছত ১৫৭৫ খ্ৰীঃত দিল্লীৰ বাদছাহ আকবৰক গৌড়ৰাজ্য আক্ৰমণ কৰাত মহাৰাজ নৰনাৰায়ণে সহায় কৰে। কথিত আছে যে এই যুদ্ধত চিলাৰায়ে পূবফালৰ পৰা গৌড়ৰ নবাবক আক্ৰমণ কৰিছিল আৰু কোচ আৰু মোগলৰ যুটীয়া চেষ্টাৰ ফলত নবাব পৰাস্ত হৈছিল। এই অভিযানৰ মাজতে চিলাৰায়ৰ গাত বসন্তৰোগে দেখা দিয়ে আৰু কেইদিনমানৰ ভিতৰতে গঙ্গা নদীৰ পাৰত তেওঁৰ মৃত্যু হয়। তেওঁ ৰঘু নামৰ এটি পুত্ৰ সন্তান এৰি থৈ যায়। চিলাৰায়ৰ মৃত্যুৰ পিছত নৰনাৰায়ণৰ ৰাজত্বকালত আৰু বিশেষ কোনো উল্লেখযোগ্য যুদ্ধবিগ্ৰহ হোৱা নাছিল।

নৰনাৰায়ণ এজন বৰ ধাৰ্মিক ৰজা আছিল। কালাপাহাৰে ভাঙি থৈ যোৱা কামাখ্যা মন্দিৰ তেওঁ নতুনকৈ সজাইছিল আৰু মন্দিৰৰ পূজা-পাতল চলাবৰ বাবে পশ্চিমৰ পৰা পণ্ডিত-ব্ৰাহ্মণ আনি নিজ দেশত থাপিছিল। কামাখ্যা মন্দিৰত মহাৰাজ নৰনাৰায়ণ আৰু চিলাৰায়ৰ দুটি মূৰ্ত্তি শিলত কাটি থোৱা আছে। এই মূৰ্ত্তিৰ তলত থকা লিপিয়েই প্ৰমাণ কৰে যে তেওঁলোক দুয়ো ককাই-ভাই কামাখ্যা মন্দিৰ ন-কৈ সজাইছিল। ইয়াৰ বাহিৰেও তেওঁ গোটেই ৰাজ্যত বহুত মঠ-মন্দিৰ সজাইছিল আৰু পুখুৰী খন্দাইছিল। তেওঁৰ ৰাজত্বৰ সময়তে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে তেওঁৰ সহায়ত অসমত ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। নৰনাৰায়ণৰ ৰাজসভাত শ্ৰীশঙ্কৰদেৱ বৰ সন্মান আৰু ভক্তিৰ পাত্ৰ হৈ পৰিছিল। মহাৰাজ নৰনাৰায়ণে ১৫৪০ খ্ৰীঃৰ পৰা ১৫৮৭ খ্ৰীঃলৈ সাতচল্লিশ বছৰকাল ৰাজত্ব কৰিছিল।

নৰনাৰায়ণে বিদ্বান লোকক বৰ সমাদৰ কৰিছিল আৰু তেওঁৰ ৰাজসভাত কেইবাজনো বিশিষ্ট পণ্ডিত আছিল। তেওঁ এই পণ্ডিতসকলক উৎসাহ দি সংস্কৃত আৰু অসমীয়া ভাষাত বহুত অমূল্য গ্ৰন্থ লিখাইছিল। শঙ্কৰদেৱ আৰু মাধৱদেৱে লিখা বৈষ্ণৱ ধৰ্মৰ পথিবোৰৰ বাহিৰেও নৰনাৰায়ণৰ দিনতে কবি ৰামসৰস্বতীয়ে অসমীয়া পদত মহাভাৰতৰ প্ৰায় আধা অংশ

অনুবাদ কৰে আৰু পুৰুষোত্তম বিদ্যাবাগীশে সংস্কৃত ৰত্নমালা ব্যাকৰণ লিখে। অনন্ত কন্দলিয়ে ভাগৱতৰ কিছু অংশ আৰু অন্যান্য কেইখনমান পুথি অসমীয়ালৈ তৰ্জমা কৰিছিল। নৰনাৰায়ণৰ দিনতে কোচবিহাৰ অসমীয়া ভাষা আৰু সংস্কৃতিৰ কেন্দ্ৰ হৈ পৰিছিল। অসমীয়া সাহিত্য এওঁৰ দিনতে সমৃদ্ধিশালী হয়। সাহিত্যৰ পৃষ্ঠপোষক হিচাপে নৰনাৰায়ণৰ খ্যাতি যুগ-যুগান্তৰলৈকে ৰ'ব।

নৰনাৰায়ণৰ ৰাজত্বৰ শেষৰফালে তেওঁৰ ভতিজাক ৰঘুদেৱে বিদ্ৰোহ কৰাত নৰনাৰায়ণে কাজিয়া নকৰি সোণকোষ নৈকে সীমা কৰি ১৫৮১ খ্ৰীঃত কোচ ৰাজ্যখন দুটা ভাগত ভাগ কৰি পশ্চিম খণ্ড নিজলৈ ৰাখি পূবখণ্ড ৰঘুদেৱক এৰি দিয়ে। পশ্চিম খণ্ডৰ নাম হ'ল কোচবিহাৰ আৰু পূব খণ্ডৰ নাম হ'ল কোচ-হাজো। নৰনাৰায়ণৰ মৃত্যুৰ পিছত তেওঁৰ পুতেক লক্ষ্মী-নাৰায়ণ কোচবিহাৰৰ ৰজা হয়। লক্ষ্মীনাৰায়ণ আৰু ৰঘুদেৱৰ মাজত তেতিয়া পুনৰ কাজিয়া লাগে। এই কাজিয়াৰ ফলতে সাম্ৰাজ্যবাদী মোগলে কোচবিহাৰৰ সমৰ্থনত কোচ-হাজোৰ বিৰুদ্ধে যুদ্ধত অৱতীৰ্ণ হৈ ১৬১৩ খ্ৰীঃত কোচ-হাজোৰ ৰজা পৰীক্ষিত নাৰায়ণক পৰাস্ত কৰি কোচ-হাজো অধিকাৰ কৰাত পৰীক্ষিতৰ ভায়েক বলীনাৰায়ণ পলাই গৈ আহোম ৰজা প্ৰতাপসিংহৰ আশ্ৰয় লয়গৈ। ইয়াৰ পিছত আহোমৰ লগত মোগলৰ ৰণ লগাত বলীনাৰায়ণে আহোমৰজাৰ সাহায্যত হেৰোৱা ৰাজ্য পুনৰুদ্ধাৰৰ হকে মোগলৰ বিৰুদ্ধে যুদ্ধ কৰে। ১৬১৬ খ্ৰীঃত ভৰলীনৈৰ পৰা বৰনদী-লৈকে বৰ্তমান দৰং জিলাৰ পশ্চিমাংশ বলীনাৰায়ণে মোগলৰ হাতৰ পৰা উদ্ধাৰ কৰাত প্ৰতাপসিংহই তেওঁক ধৰ্মনাৰায়ণ নাম দি দৰঙ্গত আহোমৰ কৰতলীয়া ৰজা পাতে। এওঁৰ পৰাই দৰং ৰাজবংশৰ উৎপত্তি হয়। কিন্তু পিছলৈ গৈ আহোম ৰজাসকলে ক্ৰমান্বয়ে দৰঙ্গী ৰজাৰ ক্ষমতা কমাই অন্য নীতি অৱলম্বন কৰাৰ ফলত দৰঙ্গী ৰজাসকল আহোম ৰজাৰ মিত্ৰ গুচি শত্ৰুত পৰিণত হয় আৰু ওঠৰ শতিকাৰ শেষভাগত মোৱামৰীয়া বিদ্ৰোহৰ সুযোগ লৈ দৰঙ্গী কোঁৱৰ কৃষ্ণনাৰায়ণ আহোম ৰজাৰ বিৰোধী হৈ উঠে। এই বিদ্ৰোহ দমন কৰিবৰ বাবেই স্বৰ্গদেৱ গৌৰীনাথ সিংহই পোন প্ৰথমে বিদেশী ইংৰাজৰ সহায় লবলগীয়া হৈছিল।

পশ্চিম কোচবংশী ৰজাসকলে মোগলৰ কৰতলীয়া হিচাপে কোচবিহাৰত ৰাজপাট খাই আছিল। তাৰ পিছত তেওঁলোক ভাৰতবৰ্ষ স্বাধীন হোৱালৈকে বৃটিছৰ কৰদ-মিত্ৰ ৰজা হিচাপে আছিল।



## চুটিয়া ৰাজ্য

আহোমসকলৰ বুৰঞ্জীৰ পৰা জনা যায় যে আহোমসকলে ব্ৰহ্মপুত্ৰ উপত্যকাত আহোম ৰাজ্য স্থাপন কৰা সময়ত তেওঁলোকৰ পূবে আছিল চুটিয়া ৰাজ্য। এই ৰাজ্যৰ ৰাজধানী আছিল শদিয়া। ব্ৰহ্মপুত্ৰৰ উত্তৰে সোৱণশিৰী আৰু দক্ষিণে দিচাং নৈৰ পূবে থকা প্ৰায় সমস্ত ঠাই এই ৰাজ্যৰ ভিতৰত আছিল। মাথোন দক্ষিণ আৰু দক্ষিণ-পূব ফালৰ অলপ ঠাইত কিছুমান বড়ো জাতিৰ মানুহে কোনোমতে নিজ স্বাধীনতা বজাই ৰাখিছিল। চুটিয়াসকলে নিজকে ভীষ্মক ৰজাৰ ( শ্ৰীকৃষ্ণৰ পত্নী ৰুক্মিণী দেৱীৰ পিতৃ ) বংশধৰ বুলি দাবী কৰে। তেওঁলোক ঘাইকৈ শক্তিৰ উপাসক। তেওঁলোকে শদিয়াৰ কেচাইখাঁতী গোসাঁনীৰ পূজা কৰে। অতীজতে এই গোসাঁনীৰ আগত নৰবলিও দিয়া হৈছিল। চুটিয়াসকলৰ যদিও নিজা লিখিত ভাষা আছিল, তথাপি সেই ভাষা তেওঁলোকে ৰাজ্যৰ ঘটনাৱলী লিপিবদ্ধ কৰাত ব্যৱহাৰ কৰা নাছিল। ১৫২৩ খ্ৰীঃত স্বৰ্গদেৱ চুহুংমুঙে চুটিয়া ৰাজ্য জয় কৰি আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে আৰু সিবিলাকৰ একতা ভাঙিবৰ উদ্দেশ্যে চুটিয়া ৰাজপৰিয়ালৰ জীৱিতসকলক আৰু চুটিয়া জাতিৰ নেতৃস্থানীয় মানুহবোৰক চুটিয়া ৰাজ্যৰ পৰা বহিষ্কাৰ কৰি আহোম ৰাজ্যৰ বেলেগ বেলেগ ঠাইত ( ঘাইকৈ দৰঙ্গত ) নি বহুৱায়। তাৰ পিছত তেওঁ শাদিয়াখোৱা গোহাঁই নামৰ বিষয়া এজন নিয়োগ কৰি নতুন ৰাজ্যখন শাসন কৰাৰ ব্যৱস্থা কৰে। চুটিয়া ৰাজ্য অধিকাৰ কৰাৰ ফলত আহোম ৰাজ্যৰ সীমা পূবে ব্ৰহ্মকুণ্ডলৈকে বিস্তৃত হ'ল। শদিয়াৰ ওচৰে-পাঁজৰে আবিষ্কাৰ হোৱা প্ৰাচীন যুগৰ স্মৃতি-চিহ্নবোৰে প্ৰমাণ কৰে যে অতীজতে এই অঞ্চলত থকা চুটিয়া ৰাজ্যখন যথেষ্ট শক্তিশালী আৰু উন্নত আছিল।

## কছাৰী ৰাজ্য

আহোমসকলৰ বুৰঞ্জীত উল্লেখ কৰা মতে ত্ৰয়োদশ শতাব্দীৰ আগভাগত আহোম ৰাজ্যৰ পশ্চিমে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে দিখৌৰ পৰা কলং নৈলৈকে এই সমভূমি খণ্ড অৰ্থাৎ বৰ্তমান শিৱসাগৰ জিলাৰ দুই-তৃতীয়াংশ আৰু নগাওঁ জিলাৰ দক্ষিণাংশ কছাৰী ৰাজ্যৰ ভিতৰুৱা আছিল। ধনশিৰী উপত্যকা আৰু উত্তৰ কাছাৰ পাহাৰো এই ৰাজ্যৰ ভিতৰত আছিল।

এই কছাৰী ৰাজ্যৰ ৰাজধানী আছিল ডিমাপুৰ। কছাৰী নামটো তেওঁলোকক বাহিৰা মানুহে দিয়া নামহে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ কছাৰীসকলে নিজক 'বড়োফিছা' বা বড়োৰ সন্তান বুলি কয়। উত্তৰ কাছাৰ পাহাৰৰ কছাৰী-সকলে 'ডিমাছা' বা 'ডিমা-ফিছা' বুলি নিজৰ পৰিচয় দিয়ে। ডিমা-ফিছা মানে 'ডাঙৰ নদীৰ সন্তান'। ইয়াৰ পৰাই এইটো স্পষ্ট ভাৱে বুজা যায় যে ধনশিৰী নৈৰ পাৰৰ ডিমাপুৰত ৰাজধানী পতাৰ আগতে কছাৰীসকলে বহুদিন ধৰি ব্ৰহ্মপুত্ৰ উপত্যকাত বাস কৰিছিল। ডাঙৰ নদীৰ সন্তান বুলি তেওঁলোকে ব্ৰহ্মপুত্ৰ নৈকহে বুজাইছিল। অসমৰ দীঘে-পথালিয়ে কছাৰীসকল যেনেকৈ বিস্তৃত হৈ আছে আৰু প্ৰায় একে ৰকমৰে বড়ো ভাষা কোৱা মানুহ এতিয়াও যেনেকৈ বিস্তৃত ঠাই জুৰি আছে, তাৰ পৰা চাই অসমৰ অধিকাংশ ঠাই আৰু উত্তৰ-পূব বঙ্গদেশ জুৰি এসময়ত এখন প্ৰকাণ্ড বড়ো ৰাজ্য আছিল যেন অনুমান হয়। এওঁলোকক ব্ৰহ্মপুত্ৰ উপত্যকাৰ আদিম অধিবাসী বুলি ধৰিব পাৰি। কিন্তু এওঁলোকৰ ৰাজত্বকালৰ বিষয়ে কোনো লিখিত বিৱৰণ পোৱা নাযায়। আহোমসকলৰ বুৰঞ্জীৰ পৰাহে এওঁলোকৰ বিষয়ে কিছু জানিব পৰা যায়।

কছাৰীসকলে নিজকে মহাভাৰতৰ যুগৰ পাণ্ডৱ বীৰ ভীমৰ ঔৰসত আৰু হিড়িম্বাৰ গৰ্ভত ওপজা পুতেক ঘটোৎকচৰ বংশধৰ বুলি দাবী কৰে। কুৰুক্ষেত্ৰৰ যুদ্ধত ঘটোৎকচে পাণ্ডৱসকলৰ পক্ষে যোগদান কৰিছিল। ঘটোৎকচৰ মাক হিড়িম্বাৰ নাম অনুসৰিয়েই কছাৰী ৰাজ্যৰ নাম 'হিড়িম্বা' হয়, ৰাজধানীৰ নাম 'হিড়িম্বাপুৰ' হয় আৰু কছাৰী ৰজাৰ উপাধিও 'হিড়িম্বেশ্বৰ' বা 'হিড়িম্বেশ্বৰ' হয়। কোনো কোনোৰ মতে পাছলৈ গৈ সেই হিড়িম্বাপুৰে ডিমাপুৰ নামলৈ ৰূপান্তৰিত হয়। কিন্তু উপেন্দ্ৰ চন্দ্ৰ গুহৰ মতে ডিমাপুৰ শব্দৰ অৰ্থ ডিমাছাসকলৰ দ্বাৰা স্থাপিত পুৰ বা নগৰ হে[১]।

চুকাফাৰ দিনত আহোম আৰু কছাৰীৰ মাজত কোনো যুদ্ধ হোৱা নাছিল। তেওঁৰ পুতেক চুতেওফাৰ দিনত (১২৬৮—১২৮১ খ্ৰীঃ) আহোমসকলে ছলেৰে কছাৰীসকলৰ হাতৰ পৰা দিখৌ আৰু নামদাং নৈৰ মাজৰ ঠাইখিনি অধিকাৰ কৰি লোৱাৰ পিছৰ পৰা প্ৰায় দুশ বছৰলৈ এই নামদাং নৈয়েই দুয়োখন ৰাজ্যৰ মাজত সীমা হৈ আছিল। পোন্ধৰ শতিকাৰ শেষৰকালে ১৪৯০ খ্ৰীঃত কছাৰী আৰু আহোমৰ মাজত প্ৰথম যুদ্ধখন

১. উপেন্দ্ৰচন্দ্ৰ গুহ, 'কাছাড়েৰ ইতিবৃত্ত' পুনৰ্মুদ্ৰিত সংস্কৰণ, ১৯৭১, পৃঃ ৬৫।



লাগে। এই যুদ্ধত কছাৰীসকলে জয়লাভ কৰি নামদাং আৰু দিখৌ নৈৰ মাজৰ ঠাইখিনিৰ বাহিৰেও দিখৌৰ পূব পাৰৰ ঠাইখিনিও আহোমৰ হাতৰ পৰা দখল কৰি লয়। কিন্তু কাৰছীসকলে আহোমৰ বাঢ়ি অহা শক্তিক বৰ বেছি দিনৰ কাৰণে বাধা দি ৰাখিব নোৱাৰিলে। চুহুংমুং দিহিঙ্গীয়া ৰজাই পূবফালে চুটিয়া ৰাজ্য অধিকাৰ কৰাৰ পিছত পশ্চিমফালেও আহোম ৰাজ্য বঢ়াবলৈ মন মেলিলে। সেই উদ্দেশ্যে সেনাপতি কনচেং বৰপাত্ৰ গোহাঁয়ে ধনশিৰী নৈলৈকে সমস্ত ঠাইখিনি কছাৰীসকলৰ হাতৰ পৰা অধিকাৰ কৰি ললে; তাৰ পিছত ১৫২৬, '৩১ আৰু '৩৬ চনত হোৱা তিনিখন যুদ্ধত কছাৰীসকলক পৰাস্ত কৰি ৰাজধানী ডিমাপুৰ ধ্বংস কৰে আৰু কছাৰী ৰজা ডেটচুঙক বধ কৰে। ১৫৩৬ চনৰ আক্ৰমণৰ পিছতে কছাৰী-সকলে ডিমাপুৰ এৰি দক্ষিণে ভটীয়াই গৈ কাছাৰ জিলাৰ মাইবং নামৰ ঠাইত নতুনকৈ ৰাজধানী পাতে। ১৫৩১ খ্ৰীঃত কছাৰী ৰজা ডেটচুঙক আহোম ৰজা চুহুংমুঙে কৰতলীয়া ৰজা পাতিছিল বাবে সেই সময়ৰ পৰা আহোম ৰজাসকলে কছাৰী ৰজাসকলক তলতীয়া ৰজা হিচাপে জ্ঞান কৰিছিল। কছাৰী ৰজাসকলে কিন্তু এইটো সমূলি ভাল পোৱা নাছিল। সেইকাৰণে সপ্তদশ শতিকাৰ আৰম্ভণিৰ পৰা প্ৰায় শেষলৈকে (১৬১৫-১৬৮২ খ্ৰীঃ) আহোমসকল বেছিভাগ সময় মুছলমানৰ লগত যুদ্ধত লিপ্ত থাকিবলগীয়া হোৱাত কছাৰীসকলে পুনৰ স্বাধীন ৰজাৰ স্বীকৃতি দাবী কৰিছিল। কিন্তু আহোমসকলে কছাৰীসকলৰ দাবী অগ্ৰাহ্য কৰিছিল। অৱশেষত ওঠৰ শতিকাৰ আগভাগত কছাৰী ৰজা তাম্ৰধ্বজে স্বাধীন বুলি ঘোষণা কৰাত স্বৰ্গদেৱ ৰুদ্ৰসিংহই (১৬৯৬-১৭১৪ খ্ৰীঃ) ১৭০৬ খ্ৰীঃত কছাৰী ৰাজ্য আক্ৰমণ কৰি ৰাজধানী মাইবং ধ্বংস কৰি পেলায়। পিছলৈ অৱশ্যে তাম্ৰধ্বজে আহোম ৰজাৰ বশ্যতা স্বীকাৰ কৰি যমুনা নদীলৈকে ৰাজ্য আহোমক এৰি দি বছৰি কৰ দিবলৈ মান্তি হোৱাত তেওঁক নিজ ৰাজ্যলৈ পঠিয়াই দিয়া হয়। এই সময়ৰ পৰা খাচপুৰ কছাৰী ৰাজ্যৰ ৰাজধানী হয়।

কছাৰীসকলে বাধ্য হৈ আহোম ৰজাৰ বশ্যতা স্বীকাৰ কৰিলেও আহোমসকলৰ প্ৰতি বিদ্বেষ ভাৱ পৰিত্যাগ কৰা নাছিল। ওঠৰ শতিকাৰ শেষভাগত আহোম ৰাজ্যত হোৱা মোৱামৰীয়া বিদ্ৰোহৰ সময়ত বহুতো মোৱামৰীয়া প্ৰজাই কছাৰী ৰাজ্যত আশ্ৰয় লৈছিল। তেওঁলোকে কছাৰী মানুহৰ লগ লাগি আহোম ৰাজ্যত লুটপাত কৰিছিল। কমলেশ্বৰ সিংহৰ

দিনত আশ্ৰয় প্ৰাৰ্থী মোৱামৰীয়াসকলক আহোম ৰাজ্যলৈ পঠিয়াই দিবলৈ কছাৰী ৰজা কৃষ্ণচন্দ্ৰক অনুৰোধ কৰা হয় ( ১৭৮৫-১৮১৩ খ্ৰীঃ )। কৃষ্ণচন্দ্ৰই শৰণাৰ্থীসকলক ওভতাই নপঠোৱাত আহোমৰ লগতে ৰণ লাগে আৰু এই ৰণ দুবছৰ ধৰি চলে ( ১৮০৩-১৮০৫ খ্ৰীঃ )। এই ৰণৰ ফল স্বৰূপে কছাৰী আৰু মোৱামৰীয়াসকল আহোমৰ হাতত সম্পূৰ্ণৰূপে হাৰে আৰু আহোমৰ লগত কছাৰীসকলৰ সম্বন্ধৰো ইয়াতেই ওৰ পৰে। ১৮১৩খ্ৰীঃত কৃষ্ণচন্দ্ৰৰ মৃত্যু হয়। তেওঁৰ পিছত ভায়েক গোবিন্দচন্দ্ৰ ৰজা হয়। কৃষ্ণচন্দ্ৰ আৰু গোবিন্দচন্দ্ৰ দুয়ো আনুষ্ঠানিকভাৱে হিন্দু ধৰ্ম গ্ৰহণ কৰিছিল। গোবিন্দচন্দ্ৰ সোনকালে বহু বিপদৰ সম্মুখীন হবলগীয়া হয়। এওঁ কহিদন নামৰ লগুৱা এজনক উত্তৰৰ পৰ্বতীয়া অঞ্চলৰ শাসনকৰ্তা পাতিছিল। কহিদনে সেই পৰ্বতীয়া অঞ্চলত এখন স্বাধীন ৰাজ্য পাতিবৰ মনেৰে বিদ্ৰোহ কৰাত গোবিন্দচন্দ্ৰই তেওঁক বধ কৰে। কিন্তু তেওঁৰ পুতেক তুলাৰামে গোবিন্দচন্দ্ৰৰ বিৰুদ্ধে বিদ্ৰোহ চলাই থাকি অৱশেষত কৃতকাৰ্য হয়। গোবিন্দচন্দ্ৰই অশেষ যত্ন কৰিও তেওঁক দমন কৰিব নোৱাৰিলে। ইয়াৰ কিছুদিন পিছত মণিপুৰৰ তিনিজন ৰাজকোঁৱৰ ককাই-ভাই মিলি সমগ্ৰ কাছাৰখন অধিকাৰ কৰাত গোবিন্দচন্দ্ৰ ছিলেটলৈ পলাই গৈ বৃটিছৰ সহায় ভিক্ষা কৰিলে। কিন্তু বৃটিছে সহায় কৰিবলৈ মান্তি নোহোৱাত তেওঁ ব্ৰহ্ম বা মান ৰজাৰ শৰণাপন্ন হ'ল। মানৰজাই তেওঁক সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিয়াত কাছাৰৰ মুখিয়াল বিষয়াসকলে লগ লাগি বৃটিছৰ সহায় খুজিলে। বৃটিছে তেতিয়া কাছাৰ আক্ৰমণ কৰি মান আৰু মণিপুৰীসকলক খেদি পলৰীয়া ৰজা গোবিন্দচন্দ্ৰকেই পুনৰ দক্ষিণ কাছাৰৰ ৰজা পাতিলে। এৱেঁই কছাৰী বংশৰ শেষ ৰজা। ১৮৩০ চনত এওঁ অপুত্ৰক হৈ মৰাত ১৮৩২ চনৰ ১৪ আগষ্ট তাৰিখে বৃটিছে কাছাৰ ৰাজ্য বৃটিছ ৰাজ্যৰ চামিল কৰি পেলালে।

গোবিন্দচন্দ্ৰৰ মৃত্যু পিছত তুলাৰাম সেনাপতিয়ে কছাৰী ৰাজপাট দাবী কৰিছিল। কিন্তু ইংৰাজে তেওঁৰ দাবী মানি নললে। তুলাৰামে অধিকাৰ কৰি থকা কাছাৰৰ উত্তৰ অংশতহে ইংৰাজে তেওঁক কৰতলীয়া শাসনকৰ্তা পাতি থলে। অৱশ্যে ইংৰাজে তেওঁক ৰজা উপাধি দিয়া নাছিল।

অসমৰ ৰাজনৈতিক ইতিহাসত কছাৰীসকলে যিদৰে উল্লেখযোগ্য অৱদান দি থৈ গৈছে, সেইদৰে অসমীয়া সাংস্কৃতিক জীৱনলৈকো



কেইবাজনো কছাৰী ৰজাই উল্লেখযোগ্য বৰঙণি আগবঢ়াই গৈছে। উদাহৰণ স্বৰূপে চতুৰ্দশ শতিকাৰ কছাৰী ৰজা মহামাণিক্যৰ পৃষ্ঠপোষকতাত অপ্ৰমাদী কবি মাধৱ কন্দলিয়ে অসমীয়া ৰামায়ণ ৰচনা কৰে। সেইদৰে অষ্টাদশ শতিকাত ৰাণী চন্দ্ৰপ্ৰভাৰ পৃষ্ঠপোষকতাত কবি ভুবনেশ্বৰ বাচস্পতিয়ে বৃহন্নাৰদীয় পুৰাণখনি 'নাৰদীয় কথামৃত' নাম দি অসমীয়া পয়াৰ ছন্দলৈ অনুবাদ কৰিছিল। চন্দ্ৰপ্ৰভাৰ পুত্ৰ সুৰদৰ্পনাৰায়ণৰ পৃষ্ঠপোষকতাত ব্ৰহ্মপুৰাণখনিও অসমীয়ালৈ অনুবাদ কৰা হৈছিল। অষ্টাদশ শতাব্দীতে 'কছাৰীৰ নিয়ম' বা কছাৰীসকলৰ আইন বুলি এখন আইন সম্বন্ধীয় পুথিও ৰচিত হৈছিল। এই পুথিখনি কছাৰী ৰজাসকলৰ শিক্ষা-দীক্ষা আৰু ন্যায় বিচাৰৰ প্ৰতি থকা আগ্ৰহৰ প্ৰত্যক্ষ প্ৰমাণ স্বৰূপ। কৃষ্ণনাৰায়ণৰ পাণ্ডিত্যপূৰ্ণ 'ৰাসলীলামৃত' আৰু 'বসন্ত বিহাৰ' নামৰ পুথি দুখনিয়ে তেখেতৰ চিন্তাশক্তি আৰু ৰচনা কৌশলৰ পৰিচয় দিয়ে।

## আহোম ৰাজ্য

ত্ৰয়োদশ শতাব্দীৰ আগভাগত শ্যান বা টাই জাতিৰ আহোমসকলে চুকাফা নামৰ এজন ৰাজকোঁৱৰৰ অধীনত ব্ৰহ্মদেশৰ উত্তৰাঞ্চলৰ পৰা পাটকাই পৰ্বত অতিক্ৰম কৰি ১২২৮ খ্ৰীঃত শিৱসাগৰ জিলাত আহোম ৰাজ্যৰ ভেঁটি স্থাপন কৰে। আহোমসকলৰ অসমলৈ অহাৰ পিছৰ পৰা আমি ধাৰাবাহিকৰূপে অসমৰ লিখিত বুৰঞ্জী পাওঁ। তেওঁলোকৰ নাম অনুসৰি তেওঁলোকে পতা ৰাজ্যখনৰ নাম 'অসম' হয় বুলি বহুতে অনুমান কৰে। কালক্ৰমত সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকা তেওঁলোকৰ অধীনলৈ যোৱাত এই দেশ 'অসম' নামেৰে জনাজাত হয়। চুকাফাই ১২৫৩ খ্ৰীঃত চৰাইদেওত নগৰ স্থাপন কৰিলে। চুকাফাই পিছত মৰাণ আৰু বৰাহীসকলৰ ৰজা বদৌচা আৰু খাকুম্‌থক অতি কৌশলেৰে বশ কৰে।

যোল শতিকাৰ আগভাগত চুহুংমুং দিহিঙ্গীয়া ৰজাৰ দিনত (১৪৯৭—১৫৩৯ খ্ৰীঃ ) আহোম ৰাজ্যই চাৰিওফালে বিস্তৃতি লাভ কৰে। ১৫২৩ খ্ৰীঃত পূবফাল চুটিয়া ৰাজ্য দখল কৰাৰ পিছত তেওঁ পশ্চিমফালৰ কছাৰী ৰাজ্য আক্ৰমণ কৰি যুদ্ধত কছাৰীসকলক পৰাজিত কৰি কাছাৰ জিলাৰ মাইবং নামৰ ঠাইলৈ খেদি পঠায়। চুহুংমুঙে ধনশিৰী উপত্যকাৰ নামনি অঞ্চল শাসন কৰিবৰ বাবে মৰঙ্গীখোৱা গোহাঁই নাম দি মৰঙ্গীত এজন শাসনকৰ্ত্তা পাতিলে।

চুহুংমুঙৰ দিনতে ১৫২৭ খ্ৰীঃত মুছলমানসকলে পোন প্ৰথম বাৰৰ বাবে ডুবাৰ ওপৰা ওপৰিকৈ আহোম ৰাজ্য আক্ৰমণ কৰে। কিন্তু দুয়োবাৰেই মুছলমান সেনা আহোমৰ হাতত হাৰি পলাই যাবলৈ বাধ্য হয়। ইয়াৰ পিছত ১৫৩২ খ্ৰীঃৰ এপ্ৰিল মাহত তুৰ্বক নামৰ এজন মুছলমান সেনাপতিৰ হাতত আহোমৰ শোচনীয় পৰাজয় হ'ল আৰু ফ্ৰাচেন্‌মুং বৰগোহাঁইকে আদি কৰি আঠজন আহোম সেনাপতি এই ৰণত পৰে। ফ্ৰাচেন্‌মুং বৰগোহাঁইৰ বিধবা পত্নী মূলাগাভৰুৱে স্বামী-হত্যাৰ প্ৰতিশোধ লবৰ মনেৰে অসীম সাহসেৰে মুছলমানৰ বিৰুদ্ধে যুদ্ধ কৰি অৱশেষত তুৰ্বকৰ হাতত প্ৰাণ এৰে। পিছত কন্‌চেং বৰপাত্ৰ গোহাঁইৰ হাতত তুৰ্বক নিহত হয়। মুছলমানৰ লগত হোৱা এই ৰণৰ পিছৰ পৰাই অসমত বন্দুকৰ প্ৰচলন হয়।

চুহুংমুং স্বৰ্গদেৱৰ দিনতে তৃতীয়জন আহোম মন্ত্ৰী বৰপাত্ৰ গোহাঁই পদৰ সৃষ্টি কৰা হৈছিল। তেওঁৰ দিনতে প্ৰথম মানুহ গণনা আৰম্ভ হয় আৰু প্ৰজাৰ আৰ্থিক অৱস্থাৰ বিষয়ে তদন্ত কৰা হয়। মুঠৰ ওপৰত চুহুংমুঙৰ ৰাজত্ব কাল অসম বুৰঞ্জীৰ এটি গৌৰৱময় অধ্যায়। বিয়াল্লিশ বছৰ সুখ্যাতিৰে ৰাজত্ব কৰাৰ পিছত ১৫৩৯ খ্ৰীঃত বৰপুতেক চুক্লেনমুঙৰ ষড়যন্ত্ৰত তেওঁ প্ৰাণ হেৰুৱায়।

চুক্লেন্‌মুঙৰ ৰাজত্ব কালত (১৫৩৯-১৫৫২ খ্ৰীঃ) কোচ সেনাপতি চিলাৰায়ে ১৫৪৬ আৰু ১৫৪৭ খ্ৰীঃত আহোম ৰাজ্য আক্ৰমণ কৰে। কিন্তু দুয়োবাৰেই আহোমৰ হাতত কোচৰ পৰাজয় হয়। চুক্লেন্‌মুঙৰ পিছত চুখাম্‌ফা বা খোৰা ৰজা (১৫৫২-১৬০৩খ্ৰীঃ) আৰু তেওঁৰ পিছত চুচেংফা বা প্ৰতাপসিংহ ৰাজ-সিংহাসনত বহে।

প্ৰতাপসিংহৰ ৰাজত্ব কাল (১৬০৩—১৬৪১ খ্ৰীঃ) অসম বুৰঞ্জীৰ এটি উল্লেখযোগ্য অধ্যায়। এওঁ ৰাজ্য ৰক্ষাৰ্থে কছাৰী ৰজা আৰু মোগল বাহিনীৰ লগত যুঁজিব লাগিছিল। ১৬১৫ খ্ৰীঃত মোগলে আহোম ৰাজ্য আক্ৰমণ কৰে আৰু তেতিয়াৰ পৰা ১৬৩৮ চনলৈকে এই সময়ছোৱাৰ ভিতৰত আহোম আৰু মোগলৰ মাজত ভালে কেইখন যুদ্ধ হয়। ১৬৩৯ খ্ৰীঃৰ ফেব্ৰুৱাৰী মাহত দুয়োপক্ষৰ মাজত সন্ধি হয়। এই সন্ধিমতে ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে বৰনদী আৰু দক্ষিণপাৰে অসুৰৰ আলি উভয় ৰাজ্যৰ মাজত সীমা নিৰ্ধাৰিত হয়। আঠত্ৰিশ বছৰ সুখ্যাতিৰে ৰাজত্ব কৰাৰ



পিছত ১৬৪১ চনত প্ৰতাপসিংহ স্বৰ্গী হয়। তেওঁ প্ৰজাৰ মঙ্গলৰ কাৰণে মথাউৰি বন্ধাইছিল আৰু ঠায়ে ঠায়ে পুখুৰী খন্দাই দিছিল। কিন্তু প্ৰতাপসিংহৰ আটাইতকৈ ডাঙৰ কীৰ্ত্তি হ'ল 'পচা' প্ৰথাৰ প্ৰৱৰ্তন। অঁকা, ডফলা, মিৰি আৰু চাৰিদুৱাৰৰ ভুটিয়া—উত্তৰৰ এই পৰ্বতীয়া জাতিবোৰৰ অত্যাচাৰৰ পৰা প্ৰজাক ৰক্ষা কৰিবৰ বাবে তেওঁ 'পচা' লগাই দিছিল অৰ্থাৎ পৰ্বতৰ নামনি দুৱাৰ অঞ্চলৰ কিছুমান গাওঁ এই পৰ্বতীয়া জাতি-বোৰক নিৰ্দিষ্টকৈ এৰি দিছিল। তদুপৰি সিহঁতৰ গতিবিধি লক্ষ্য কৰিবৰ বাবে বিশেষ কটকী নিযুক্ত কৰিছিল। সেইদৰে দক্ষিণৰ পৰা পাহাৰৰ নক্টে আৰু কন্যাক নগাবোৰকো পাহাৰৰ দাঁতিয়ে দাঁতিয়ে ভৈয়ামত মাটি দান কৰিছিল। এইবোৰক 'নগাখাট' বোলা হৈছিল আৰু এইবোৰ পৰিচালনা কৰিবৰ বাবে 'নগা-কটকী' নামৰ অসমীয়া বিষয়া নিযুক্ত কৰা হৈছিল। প্ৰতাপসিংহই কৰা এই ব্যৱস্থা আহোম ৰাজত্বৰ শেষলৈকে আছিল। আনকি বৃটিছেও ইয়াক উঠাব পৰা নাছিল। এওঁ বৰফুকন আৰু বৰবৰুৱা নামৰ দুটা নতুন পদবীৰো সৃষ্টি কৰিছিল। কলিয়াবৰৰ ভাটীৰ ফালে নতুনকৈ জয় কৰা ৰাজ্যখিনি বৰফুকনৰ আৰু কলিয়াবৰৰ উজনিত তিনিজনা গোহাঁইৰ ক্ষমতাৰ বাহিৰত থকা ৰাজ্যখিনি বৰবৰুৱাক শাসন কৰিবলৈ দিলে। মোমাই তামুলী প্ৰথম বৰবৰুৱা হৈছিল। প্ৰতাপসিংহৰ ৰাজত্ব কালত হোৱা ভালেমান জনহিতকৰ কামৰ গুৰিতে আছিল মোমাই তামুলী বৰবৰুৱা। এৱেঁই পাইক নিবন্ধন কৰি বৰা, শইকীয়া, হাজৰিকা, ৰাজখোৱা, বৰুৱা আৰু ফুকন আদি বিষয়া পাতিছিল আৰু বোৱা-কটা প্ৰত্যেক অসমীয়া তিৰোতাৰ কাৰণে দৈনিক কৰাটো বাধ্যতামূলক কৰি দিছিল।

প্ৰতাপসিংহৰ পিছৰ ৰজা জয়ধ্বজসিংহৰ (১৬৪৮—১৬৬৩ খ্ৰীঃ) সময়ত বঙ্গৰ শাসনকৰ্তা মীৰজুম্‌লাই ১৬৬২ খ্ৰীঃৰ জানুৱাৰী মাহত অসম আক্ৰমণ কৰে আৰু আহোমসকলৰ পৰা কোনো বাধা নোপোৱাকৈ ৰাজধানী গড়গাওঁ অধিকাৰ কৰে। জয়ধ্বজসিংহ কেইজনমান বিষয়াৰে সৈতে নামৰূপলৈ পলাই যায়। কিন্তু বাৰিষা কাল পৰাত আহোমসকলে দিনে-ৰাতিয়ে গড়গাওঁৰ ওপৰত আক্ৰমণ চলাই মুছলমানসকলক ব্যতিব্যস্ত কৰি তুলিলে আৰু জ্বৰ, গ্ৰহণী আৰু খাদ্যৰ অভাৱতো বহু সৈন্য মৰিল। মীৰজুম্‌লা নিজেও নৰিয়াত পৰিল। অৱশেষত বাধ্য হৈ মীৰজুম্‌লাই

সন্ধি কৰিলে। ঘিলাঝাৰীঘাটৰ সন্ধিমতে ( ১৬৬৩ খ্ৰীঃৰ জানুৱাৰী ) ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে ভৰলী নৈ আৰু দক্ষিণ পাৰে কলং নৈ আহোম আৰু মোগল ৰাজ্যৰ মাজত সীমা নিৰ্ধাৰিত হ'ল আৰু যুদ্ধৰ ক্ষতিপূৰণ হিচাপে আহোম ৰজাই মোগল সম্ৰাটলৈ সালংকৃতাকৈ ৰমণীগাভৰু নামৰ এগৰাকী আহোম জীয়ৰী, তিনিশ হেজাৰ তোলা সোণ, এবছৰৰ ভিতৰত ৯০ টা হাতী, ডাঙৰীয়াসকলৰ চুজন ডেকা ল'ৰা, আৰু বছৰি কুৰিটাকৈ হাতী দিবলৈ মান্তি হ'ল। উভতি যাওঁতে বাটতে ঢাকা পোৱাৰ আগতে মীৰজুমলাৰ মৃত্যু হয়।

জয়ধ্বজসিংহৰ পৰবৰ্তী ৰজা চক্ৰধ্বজসিংহই ( ১৬৬৩—১৬৬৯ খ্ৰীঃ ) কিন্তু অসমৰ হেৰোৱা গৌৰৱ পুনৰুদ্ধাৰ কৰিবলৈ সক্ষম হয়। আহোম সৈন্যই ১৬৬৭ খ্ৰীঃত গুৱাহাটী আৰু পাণ্ডু অধিকাৰ কৰি ললে। তাৰ পিছতে মুছলমানসকলক কেইবাঠাইতো পৰাস্ত কৰি মানাহ নদী পাৰ কৰি থৈ আহিল। গুৱাহাটী বৰফুকনৰ থকা ঠাই নিৰ্বাচিত হ'ল। মোগল সম্ৰাট ঔৰঙ্গজেবে এই বাতৰি পাই ১৬৬৯ খ্ৰীঃত অম্বৰৰ ৰজা ৰামসিংহৰ অধীনত এটি বিৰাট সৈন্যদল অসমৰ বিৰুদ্ধে পঠিয়ালে। ১৬৭১ খ্ৰীঃত মাৰ্চ মাহত গুৱাহাটীৰ ওচৰত বিখ্যাত শৰাইঘাটৰ নৌ যুদ্ধত অসমৰ সেনাপতি লাচিত বৰফুকনে নৰিয়া গাৰে ৰণ পৰিচালনা কৰি ৰামসিংহৰ অধীনত অহা মোগল নৌ-বাহিনীক সম্পূৰ্ণৰূপে পৰাস্ত কৰে। ৰামসিংহ ভটিয়াই গ'ল। গোৱালপাৰাৰ বিপৰীতে হাদিৰাত চকীঘাট কৰি পূৰ্বৰ সীমা মানাহ নৈকে ৰাহাল ৰাখি লাচিত বৰফুকনে অসমৰ গৌৰৱ বৃদ্ধি কৰি নিজৰ অমৰ কীৰ্তি ৰাখি থৈ গ'ল।

১৬৭০ খ্ৰীঃত চক্ৰধ্বজসিংহৰ মৃত্যুৰ পৰা ১৬৮১ খ্ৰীঃত গদাধৰ-সিংহৰ সিংহাসন আৰোহণলৈকে এই এঘাৰ বছৰকালক আহোম ৰাজত্বৰ সংকটৰ যুগ বুলিব পাৰি। কিয়নো এই সময়ছোৱাত ৰজাৰ ক্ষমতা প্ৰায় নাছিল বুলিয়েই কব পাৰি। ডাঙৰীয়াসকলেই সেই ক্ষমতা হস্তগত কৰি লৈছিল। এই সময়ছোৱাৰ ভিতৰত সাতজন আহোম ৰজাই বিষয়াসকলৰ হাতত প্ৰাণ হেৰুৱাইছিল। তিনিজন বিষয়া ঘাইকৈ এই কাৰ্যত লিপ্ত আছিল। তেওঁলোক হ'ল যথাক্ৰমে দেবেৰা বৰবৰুৱা, আতন বুঢ়াগোহাঁই আৰু লালুকসোলা। ষষ্ঠজন ৰজা চুডৈফাৰ দিনত ( ১৬৭৭—৭৯ ) ৰাজধানীত আতন বুঢ়াগোহাঁই ক্ষমতাত আছিল, গুৱাহাটীত



লালুকসোলা বৰফুকন হৈ আছিল। তেওঁ বঙ্গদেশৰ নবাবক চিঠি দি মাতি আনি ১৬৭৯ চনৰ মাৰ্চ মাহত গুৱাহাটী মুছলমানৰ হাতত গতাই দিলে। তাৰ পিছত তেওঁ উজাই আহি এদল সৈন্য গোটাই লৈ আহোম ৰজাক হত্যা কৰিলে আৰু চুলিক্‌ফা নামৰ চৈধ্যবছৰীয়া কোঁৱৰ এটিক ১৬৭৯ খ্ৰীঃত সিংহাসনত বহুৱালে। এওঁকেই ল'ৰাৰজা নামে জনা যায়। লালুক বৰফুকনে নিজৰ পাঁচ বছৰীয়া কন্যাক ল'ৰাৰজালৈ বিয়া দি নিজৰ প্ৰভুত্ব আৰু ক্ষমতা বঢ়োৱাৰ পথ সুচল কৰি ললে। বৰফুকনৰ পৰামৰ্শমতে ল'ৰাৰজাই আতন বুঢ়াগোহাঁই প্ৰমুখ্যে ভালেমান বিষয়ক হত্যা কৰালে আৰু তেওঁক ভাঙি আন ৰাজকোঁৱৰক সিংহাসনত বহুৱাৰ পথ ৰুদ্ধ কৰিবৰ বাবে বহুতো ৰাজকোঁৱৰৰ অঙ্গক্ষত কৰালে। বাকী ৰ'লগৈ মাত্ৰ তুংখুঙীয়া ফৈদৰ গোবৰ ৰজাৰ পুত্ৰ লাঙি গদাপাণি। গদাপাণি এজন বৰ বাহুবলী কোঁৱৰ আছিল। তেওঁ পতিব্ৰতা ভাৰ্যা জয়মতীৰ অনুৰোধ এৰাব নোৱাৰি নগাপাহাৰলৈ পলাই যোৱাত ৰজাঘৰীয়া চৰে গদাপাণিক নাপাই জয়মতী কুঁৱৰীকে ধৰি লৈ গ'ল। কিন্তু জয়মতীৰ মুখৰ পৰা গদাপাণিৰ কোনো বাতৰি উলিয়াব নোৱাৰি অৱশেষত তেওঁক জেৰেঙা পথাৰলৈ নি চাওদাঙৰ হতুৱাই নানা ৰকমৰ শাস্তি দিবলৈ ধৰিলে। জয়মতীয়ে সকলো যন্ত্ৰণা নীৰৱে সহ্য কৰি থাকিল, তথাপি স্বামীৰ বাতৰি নিদিলে। এইদৰে অশেষ শাস্তি ভুঞ্জি ১৬৮০ খ্ৰীঃৰ ২৭ মাৰ্চৰ দিনা ( ১৬০১ শক, ১৩ চ'ত ) মহাসতী জয়মতীয়ে সতীত্বৰ উজ্জ্বল আদৰ্শ ৰাখি স্বৰ্গধামলৈ প্ৰয়াণ কৰিলে। অসমবাসী সঁচাকৈয়ে গৌৰৱান্বিত যে দেশ আৰু স্বামীৰ হকে জীৱন আহুতি দিয়া জয়মতীৰ দৰে এগৰাকী মহিয়সী নাৰীয়ে অসম দেশত জন্মলাভ কৰিছিল। জয়মতীৰ দৰে নাৰী-চৰিত্ৰৰ আদৰ্শ পৃথিবীৰ বুৰঞ্জীতে বিৰল।

ইয়াৰ কিছুদিন পিছত অন্যান্য বিষয়াসকলে লগ লাগি লালুকসোলা বৰফুকনকো হত্যা কৰিলে ( নবেম্বৰ, ১৬৮০ খ্ৰীঃ ) আৰু ভিনীহিয়েক বদৰ বৰফুকনৰ যত্নতে গদাপাণিয়েও ১৬৮১ খ্ৰীঃৰ আগষ্ট মাহত ল'ৰাৰজাক ভাঙি গদাধৰসিংহ নাম লৈ নিজে ৰজা হ'ল। ৰজা হৈয়েই তেওঁ ১৬৮২ খ্ৰীঃত ইটাখুলিৰ ৰণত মোগলক পৰাস্ত কৰি গুৱাহাটী উদ্ধাৰ কৰে আৰু মুছলমান সৈন্যক মানাহ নদী পাৰ কৰি থৈ আহে। তেতিয়াৰ পৰা মানাহ নদীয়েই আহোম ৰাজ্যৰ পশ্চিমসীমা নিৰ্ধাৰিত হয়।

গদাধৰসিংহই কঠোৰ হাতেৰে ৰাজ্য শাসন কৰি অলপ দিনৰ ভিতৰতে ৰাজক্ষমতা পুনৰ দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰে। ১৬৯৬ খ্ৰীঃত তেওঁৰ মৃত্যু হয়।

গদাধৰসিংহৰ মৃত্যুৰ পিছত তেওঁৰ ৰৰপুতেকে ৰুদ্ৰসিংহ নামলৈ সিংহাসনত উঠে (১৬৯৬ খ্ৰীঃ)। তেওঁৰ দিনৰ আটাইতকৈ ডাঙৰ কীৰ্তি হ'ল কছাৰী আৰু জয়ন্তীয়া ৰজাক নিজৰ কৰতলীয়া কৰা। সেই উদ্দেশ্যে তেওঁ উত্তৰ গুৱাহাটীত বাহৰ পাতি দাঁতি-কাষৰীয়া সকলো ৰাজ্যৰ পৰা সহায় লৈ এটা বিৰাট ফৌজ গঠন কৰিছিল। পিছে হঠাতে নৰিয়াত পৰি ১৭১৪ খ্ৰীঃৰ আগষ্ট মাহত তেওঁৰ মৃত্যু হোৱাত সকলো আয়োজন ব্যৰ্থ হয়। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত ভালোমান সজ কাম কৰা হৈছিল। তাৰ ভিতৰত মাতৃ জয়মতীৰ নাম চিৰস্মৰণীয়কৈ ৰাখিবৰ উদ্দেশ্যে জেৰেঙা পথাৰত খন্দোৱা জয়সাগৰ আৰু তাৰ পাৰত সজোৱা জয়দ'ল উল্লেখযোগ্য। কোচবিহাৰৰ পৰা ঘনশ্যাম নামৰ এজন নিপুণ খনিকৰ আনি তেওঁ মেটেকাত ৰংপুৰ নামৰ এখন মনোৰম নগৰ পাতিছিল। তেওঁ ব্ৰাহ্মণসকলৰ ল'ৰা পঢ়িবৰ বাবে বহুত টোল পাতি দিছিল আৰু বহুতো ব্ৰাহ্মণ ল'ৰাক বঙ্গদেশৰ ডাঙৰ ডাঙৰ শিক্ষানুষ্ঠানবোৰলৈ পঢ়িবৰ বাবে পঠাইছিল। তেওঁৰ দিনতে ভাৰতৰ অন্যান্য ৰাজ্যৰ লগত অসমৰ ঘনিষ্ঠ সম্পৰ্ক স্থাপিত হয়। আনহাতে তেওঁ সাহিত্য-সঙ্গীতৰো পৃষ্ঠপোষক আছিল। এইবোৰ বহুমুখী প্ৰতিভাৰ বাবেই তেওঁক আহোম ৰজাসকলৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ বুলি কোৱা হয়।

ৰুদ্ৰসিংহৰ পৰবৰ্তী ৰজা তেওঁৰ ৰৰপুতেক শিৱসিংহৰ ৰাজত্বকাল (১৭১৪-১৭৪৪ খ্ৰীঃ) এটা বিষয়ত অসমৰ বুৰঞ্জীত বিশেষ তাৎপৰ্যপূৰ্ণ। তেওঁ সিংহাসনত উঠাৰ কেইবছৰমান পিছতে জ্যোতিষী পণ্ডিত আৰু দেওধাই পণ্ডিতসকলে ৰজাৰ ছত্ৰভঙ্গ যোগ পৰা বুলি কোৱাত ৰজাই ভয় খাই তেওঁলোকৰ উপদেশ অনুসৰি ১৭২২ খ্ৰীঃত তেওঁৰ ৰৰকুঁৱৰী ফুলেশ্বৰীক 'ৰৰৰজা' উপাধি দি শাসন ভাৰ গতাই দি নিজে নিজে উপদেষ্টা হিচাপে থাকিল। ৰাণী হৈ ফুলেশ্বৰীয়ে প্ৰথমেশ্বৰী নাম লয়। আহোম ৰাজসিংহাসন আৰোহণ কৰা এওঁৱেই প্ৰথম মহিলা। তেওঁ শাক্তধৰ্মত দীক্ষিত হৈ প্ৰজাসকলকো শাক্তধৰ্মী কৰিবলৈ মন মেলিলে। বিশেষকৈ বৈষ্ণৱসকলে দেৱী পূজা নমনা কাৰণে তেওঁ বৰ অসন্তুষ্ট হ'ল। এবাৰ তেওঁ দুৰ্গাপূজা পাতি তাত নিমন্ত্ৰিত মহন্তসকলক বলেৰে মূৰ্তিসেৱা



কৰালে, কপালত সেন্দুৰ, ৰঙা চন্দন আৰু বলিকটা তেজৰ ফোট দিয়ালে আৰু নিৰ্মালি আৰু প্ৰসাদ লোৱাই তেওঁবিলাকৰ ধৰ্মভাৱত আঘাত দিলে। এই কাৰ্যত মোৱামৰীয়া মহন্তই আটাইতকৈ বেছি অপমান পালে। ওঠৰ শতিকাৰ শেষৰফালে মোৱামৰীয়াসকল বিদ্ৰোহী হৈ উঠাৰ এইটো এটা প্ৰধান কাৰণ। ৰৰৰজা ফুলেশ্বৰী এগৰাকী বিদ্যোৎসাহী তিৰোতা আছিল। ১৭৩১ খ্ৰীঃত তেওঁৰ মৃত্যু হোৱাত শিৱসিংহই তেওঁৰ ভনীয়েক দ্ৰৌপদীক বিয়া কৰাই অম্বিকা বা মদাম্বিকা নাম দি ৰৰৰজা পাতে। ১৭৩৮ খ্ৰীঃত তেওঁৰ মৃত্যু হোৱাত সলাল গোহাঁইৰ জীয়েক অনাদৰীক বিয়া কৰাই 'সৰ্বেশ্বৰী' নাম দি ৰৰৰজা পাতে। এইদৰে কুঁৱৰীসকলক সিংহাসনত বহুৱাই ডেৰকুৰি বছৰ ৰাজত্ব কৰাৰ পিছত ১৭৪৪ খ্ৰীঃত শিৱসিংহৰ মৃত্যু হয়। তেওঁ এজন শাস্ত্ৰপ্ৰিয় লোক আছিল।

১৭৪৪ খ্ৰীঃত শিৱসিংহৰ মৃত্যুৰ পিছৰ পৰা লক্ষ্মীসিংহৰ দিনলৈকে (১৭৬৯-১৭৮০ খ্ৰীঃ) ৰাজনৈতিক দিশৰ পৰা অসমত বিশেষ উল্লেখযোগ্য কোনো ঘটনা ঘটা নাছিল। ৰাজপাটত উঠাৰ সময়ত লক্ষ্মীসিংহৰ বয়স ৫৩ বছৰ হৈছিল। বুঢ়া বয়সত ৰজা হৈ তেওঁ ৰাজ্য শাসন কৰিবলৈ টান পালে আৰু কীৰ্তিচন্দ্ৰ ৰৰবৰুৱাৰ হাতত ৰাজ্যৰ শাসনৰ ভাৰ এৰি দিয়াত ৰৰ-বৰুৱাই দেশৰ প্ৰকৃত শাসক হৈ পৰিল। এই কীৰ্তিচন্দ্ৰ ৰৰবৰুৱাৰ অত্যাচাৰৰ কাৰণেই মোৱামৰীয়াসকলে আহোম ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰে। ৰজাৰ বিৰুদ্ধে প্ৰজাৰ বিদ্ৰোহ অসম তথা ভাৰতৰ এয়ে প্ৰথম। এই বিদ্ৰোহৰ ফলতেই ৰজা লক্ষ্মীসিংহ বন্দী হয় আৰু বিদ্ৰোহীসকলে ৰংপুৰ অধিকাৰ কৰি নাহৰখোৰা মৰাণৰ পুতেক ৰমাকান্তক ৰজা পাতে। পাঁচমাহ কাল মোৱামৰীয়াই দেশ শাসন কৰাৰ পিছত ১৭৭০ চনত আহোমসকলে চক্ৰান্ত কৰি ৰাঘৱ মৰাণ, ৰমাকান্ত আৰু অন্যান্য মৰাণক হত্যা কৰি লক্ষ্মীসিংহক পুনৰ সিংহাসনত বহুৱালে। ১৭৮০ চনৰ ডিচেম্বৰ মাহত লক্ষ্মীসিংহৰ মৃত্যু হয়।

লক্ষ্মীসিংহৰ মৃত্যুৰ পিছত পুতেক গৌৰীনাথসিংহ ৰজা হল। ৰজা হৈয়েই তেওঁ মোৱামৰীয়াৰ ওপৰত নানা অত্যাচাৰ কৰাত ১৭৮২ চনত মোৱামৰীয়াসকল পুনৰ বিদ্ৰোহী হৈ উঠে। এয়ে মোৱামৰীয়াৰ দ্বিতীয় বিদ্ৰোহ। ঘনশ্যাম বুঢ়াগোহাঁই ডাঙৰীয়াই কোনোমতে এই বিদ্ৰোহ দমন কৰে। ইয়াৰ পিছতে ঘনশ্যাম বুঢ়াগোহাঁইৰ মৃত্যু হোৱাত পূৰ্ণানন্দ

বুঢ়াগোহাঁই হয়। তেওঁৰ উপদেশ নামানি ৰজাই পুনৰ মোৱামৰীয়াৰ ওপৰত অত্যাচাৰ কৰাত ১৭৮৬ চনত মোৱামৰীয়াৰ তৃতীয় বিদ্ৰোহ হয়। এইবাৰ গৌৰীনাথসিংহ কেইজনমান বিষয়াৰে সৈতে গুৱাহাটীলৈ পলাই যায়। নামনি অসমতো সেই সময়ত দৰঙী ৰাজকোঁৱৰ কৃষ্ণনাৰায়ণে দৰঙৰ ৰজা বিষ্ণুনাৰায়ণক খেদি নিজকে দৰঙৰ ৰজা বুলি ঘোষণা কৰি সসৈন্যে গুৱাহাটীলৈ আগুৱাই আহিছিল। এনে পৰিস্থিতিত গৌৰীনাথসিংহই উপায় নাপাই বৃটিছৰ সহায় ভিক্ষা কৰাত বৃটিছ গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছে কেপ্তেইন ওৱেলছ্‌ৰ অধীনত ১৭৯২ খ্ৰীঃৰ চেপ্তেম্বৰ মাহত এটা ফৌজ অসমলৈ পঠিয়াই দিলে। ওৱেলছে কৃষ্ণনাৰায়ণক দুখন যুদ্ধত শোচনীয়ৰূপে পৰাস্ত কৰি মিটমাট কৰিবলৈ বাধ্য কৰায়। আহোম ৰজাৰ আনুগত্য স্বীকাৰ কৰাত কৃষ্ণনাৰায়ণক দৰঙৰ ৰজা বুলি স্বীকাৰ কৰা হ'ল। ইয়াৰ পিছত গৌৰীনাথসিংহৰ অনুৰোধ এৰাব নোৱাৰি ওৱেলছে ১৭৯৪ চনৰ জানুৱাৰী মাহত মোৱামৰীয়াৰ বিৰুদ্ধে উজনি অভিমুখে যাত্ৰা কৰিলে। তেওঁ মোৱামৰীয়াসকলক পৰাস্ত কৰি ১৭৯৪ চনৰ মাৰ্চ মাহত ৰংপুৰ নগৰ উদ্ধাৰ কৰে আৰু গৌৰীনাথসিংহৰ হাতত ৰাজ্য ভাৰ গতাই দি বঙ্গদেশলৈ উভতি যায়। এই মোৱামৰীয়া বিদ্ৰোহেই অসমত আহোম ৰাজত্বৰ দিন চমু চপাই আনিলে। ইয়াৰ পিছতে গৌৰীনাথসিংহই ৰাজধানী যোৰহাটলৈ স্থানান্তৰ কৰিলে।

১৭৯৫ চনত গৌৰীনাথ সিংহৰ মৃত্যু হোৱাত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে গদাধৰসিংহৰ বংশৰ কিনাৰাম নামৰ কোঁৱৰ এজনক কমলেশ্বৰসিংহ নাম দি সিংহাসনত বহুৱায়। এওঁ সিংহাসনত উঠাৰ অলপদিন পিছতেই উত্তৰ কামৰূপত 'দন্দুৱা দ্ৰোহ' নামৰ এটা ভয়ঙ্কৰ বিদ্ৰোহ হৈছিল। হৰদত্ত আৰু বীৰদত্ত নামৰ বুজৰবৰুৱা বংশৰ দুজন ককাই-ভায়ে এই বিদ্ৰোহৰ নেতৃত্ব লৈছিল। গুৱাহাটীৰ কলীয়াভোমোৰা বৰফুকনে বেলতলা ডিমৰুৱা আদি ৰজাৰ সাহায্যত এই বিদ্ৰোহ দমন কৰে। পূৰ্ণানন্দ বুঢ়া গোহাঁয়ে মৰাণ আদিক বশ কৰি দেশখনত শৃংখলা লগায়।

১৮১১ চনৰ জানুৱাৰী মাহত কমলেশ্বৰ সিংহৰ মৃত্যু হোৱাত পূৰ্ণানন্দই নানা কাৰণত অসন্তুষ্ট হৈ গুৱাহাটীৰ বৰফুকন বদনক ধৰি আনিবলৈ মানুহ পঠোৱাত বদনে আগধৰি সেই খবৰ পায় আৰু সপৰিয়ালে পলাই গৈ প্ৰথমে ইংৰাজৰ আৰু শেষত মান ৰজাৰ আশ্ৰয় লয়। মানৰজা



বডোৱাপাই তেওঁক সহায় কৰিবলৈ মান্তি হ'ল। ১৮১৬ চনৰ শেষৰ ফালে বদনে ষোল হাজাৰ মানসেনা লৈ অসমলৈ আহে। ঘিলাধাৰী নামে ঠাইত মানৰ লগত হোৱা যুদ্ধত অসমীয়া সেনাৰ পৰাজয় হ'ল। এই সময়তে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰো মৃত্যু হয়। তেতিয়া তেওঁৰ পুতেক ৰুচিনাথ সপৰিয়ালে গুৱাহাটীলৈ পলাই গ'ল। মানে যোৰহাট নগৰ অধিকাৰ কৰি চন্দ্ৰকান্তকেই ৰজা ৰাখিলে আৰু বদনক বুঢ়াগোহাঁই অৰ্থাৎ প্ৰধানমন্ত্ৰী পাতি ১৮১৭ খ্ৰীঃৰ এপ্ৰিল মাহত বহুতো ধন-সোণ লৈ নিজ দেশলৈ উভতি গ'ল। ধনৰত্নৰ উপৰিও মানৰজা বডোৱাপাৰ কাৰণে হেমো আইদেউ নামৰ এগৰাকী আহোম গাভৰুক সালংকৃতাকৈ দিয়া হ'ল।

মান যোৱাৰ পিছত বদন ৰাজ্যৰ সৰ্বময় কৰ্তা হৈ দেশত শান্তি স্থাপনৰ নামত বুঢ়াগোহাঁইৰ ফলীয়া মানুহবোৰক হত্যা কৰি ধন-সম্পত্তি লুটপাত কৰিবলৈ ধৰাত ৰজাৰ মাক, ধনী বৰবৰুৱা আৰু নিৰ্ভয় নাৰায়ণ বৰগোহাঁই লগ লাগি ৰূপচিং চুবেদাৰ নামৰ এজন চিপাহীৰ হতুৱাই ১৮১৮ চনত বদনক হত্যা কৰালে। বদনৰ হত্যাৰ পিছত ৰুচিনাথ বুঢ়াগোহাঁই সপৰিয়ালে যোৰহাটলৈ ৰাওনা হ'ল আৰু হেলাৰঙে যোৰহাট অধিকাৰ কৰি পুৰন্দৰসিংহক ৰজা বুলি ঘোষণা কৰিলে ( ১৮১৮, মাৰ্চ )। তেতিয়া চন্দ্ৰকান্ত-সিংহই মান ৰজাৰ সহায় বিচাৰিলে। মান ৰজাই মিত্ৰৰজা আৰু বদনৰ দুৰ্দশাৰ কথা শুনি আলুমিঙ্গি বৰগোহাঁই নামৰ এজন সেনাপতিৰ অধীনত পুনৰ এটা মান ফৌজ অসম আক্ৰমণ কৰিবলৈ পঠালে। এই মানসেনা আহি ১৮১৯ চনৰ ফেব্ৰুৱাৰী মাহত অসম পালে। এয়ে মানৰ দ্বিতীয় আক্ৰমণ। মান সেনাই ফুলপানীছিগাত আহোম সৈন্যবাহিনীক পৰাজিত কৰি যোৰহাট অধিকাৰ কৰাত পুৰন্দৰসিংহ আৰু ৰুচিনাথ গুৱাহাটীৰ ফালে ভটীয়াই আহিল। মানে চন্দ্ৰকান্তসিংহকেই পুনৰ ৰজা পাতিলে। তেওঁ কিন্তু এইবাৰ নামতহে ৰজা হ'ল। ১৮১৯ চনৰ পৰা ১৮২৪ চনলৈ এই কালছোৱা অসমদেশ প্ৰকৃততে মানহঁতেই শাসন কৰিছিল। মান সেনাপতি আলুমিঙ্গিয়ে এদল মানসেনা ৰাজধানীত ৰাখি বাকীবোৰ দেশলৈ লৈ যোৱাত চন্দ্ৰকান্তসিংহই সেই সুযোগতে ভৱিষ্যতে যাতে মান আহিব নোৱাৰে সেই উদ্দেশ্যে পতাল বৰবৰুৱাৰ হতুৱাই জয়পুৰত মান অহা বাটৰ মুখতে এটা গড় সজালে। নতুন মান ৰজা বাগ্যীদোৱাই এই

খবৰ পাই ১৮২১ চনত মিঙিমাহা তিলোৱা আৰু সজাতি ফুকনৰ অধীনত এদল মানসৈন্য অসমলৈ পঠিয়ালে। এয়ে মানৰ তৃতীয় আক্ৰমণ। ১৮২১ চনৰ মাৰ্চ মাহত মানসেনাই জয়পুৰত আহোম কোঠ ৰক্ষা কৰি থকা পতাল বৰবৰুৱাক হত্যা কৰিলে আৰু জয়পুৰৰ কোঠ দখল কৰিলে।

চন্দ্ৰকান্তসিংহই মানসেনা এইবাৰ মিত্ৰভাৱে অহা নাই বুলি ধৰি লৈ বুঢ়াগোহাঁইক নগৰ ৰক্ষাৰ ভাৰ দি গুৱাহাটীলৈ পলাই গ'ল (১৮২১ এপ্ৰিল)। কিন্তু বুঢ়াগোহাঁইক ৰণত ঘটুৱাই মানে নগৰ অধিকাৰ কৰিলে আৰু যোগেশ্বৰ সিংহক ৰজা বুলি ঘোষণা কৰি (নৱেম্বৰ, ১৮২১) মান সেনাপতিয়েই প্ৰকৃততে অসম দেশ শাসন কৰিবলৈ ধৰিলে। মানে সমগ্ৰ অসম দেশ অধিকাৰ কৰি লৈ অসমীয়া প্ৰজাৰ ওপৰত অমানুষিক অত্যাচাৰ কৰি দেশত অৰাজকতাৰ সৃষ্টি কৰিছিল। মানৰ অত্যাচাৰৰ পৰা ৰক্ষা পাবলৈ বহুতো অসমীয়া মানুহে খাছিয়া-জয়ন্তীয়া পাহাৰ আৰু কাছাৰ জিলাত আশ্ৰয় লয়গৈ। অসম দেশ অধিকাৰ কৰি অত্যাচাৰী মান সেনাই কামৰূপ পাৰ হৈ ইংৰাজৰ অধীনৰ ঠাইবোৰত হাত দিয়াত মানৰ লগত ইংৰাজৰ কাছাৰৰ বিক্ৰমপুৰত প্ৰথম যুদ্ধখন হয় (খ্ৰীঃ ১৮২৪, ১৭ জানুৱাৰী)। এই যুদ্ধত মানহঁত বৃটিছৰ হাতত হাৰি ছেদেলি-ভেদেলি হৈ পলাই যায়। তাৰ পিছত ১৮২৪ চনৰ মাৰ্চত মানৰ হাতৰ পৰা গুৱাহাটী অধিকাৰ কৰি ১৮২৫ চনৰ জানুৱাৰী মাহৰ ভিতৰতে সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰা মানক খেদি ইংৰাজে অসম অধিকাৰ কৰে। ইফালে ব্ৰহ্মদেশতো মানৰজাৰ সৈতে ইংৰাজৰ যুদ্ধ চলি আছিল। তাতো ইংৰাজ সেনাপতি চাৰ আৰ্চিবল কেম্বেলৰ হাতত মানসৈন্য কেইবাখনো যুদ্ধত পৰাস্ত হোৱাত ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে মানৰজাই ইয়াণ্ডাবুত ইংৰাজৰ লগত সন্ধি কৰিলে। এই সন্ধিমতে ইংৰাজে মান ৰজাৰ পৰা অসম, টেনাচেৰিম আৰু আৰাকান লাভ কৰিলে। এইদৰেই অসমত ছশ বছৰীয়া আহোম ৰাজত্বৰ অন্ত পৰে আৰু বৃটিছ ৰাজত্বৰ সূত্ৰপাত হয়।

### অসমীয়া ভাষা আৰু সংস্কৃতিলৈ আহোম ৰজাসকলৰ বৰঙণি

আহোম ৰজাসকলৰ ৰাজত্বৰ কালছোৱাক অসমীয়া সাহিত্য ক্ষেত্ৰত এক বিশেষ উল্লেখযোগ্য যুগ বুলি কব পাৰি। আহোম ৰজা আৰু ডা-ডাঙৰীয়াসকলৰ পৃষ্ঠপোষকতাত অসমৰ কবি, লেখক আৰু পণ্ডিতসকলে



নানা ধৰণৰ সাহিত্য সৃষ্টি কৰিছিল। এই প্ৰসঙ্গত প্ৰথমে বুৰঞ্জী সাহিত্যৰ নাম লব লাগিব। আহোমসকলৰ অসমলৈ অহাৰ আগলৈকে ভাৰতৰ অন্যান্য ৰাজ্যৰ দৰে অসমতো বুৰঞ্জী লিখা প্ৰথা নাছিল। কিন্তু আহোম-সকলৰ মাজত এই প্ৰথা পূৰ্বৰ পৰা চলি আছিল গতিকে আহোমসকল অসমলৈ অহা দিনৰ পৰা আমি ধাৰাবাহিকভাৱে অসমৰ লিখিত বুৰঞ্জী পাওঁ। ৰাজবংশৰ বাহিৰেও উচ্চ বিষয়াসকলেও নিজ নিজ বংশৰ বিষয়ে বিশদ বিৱৰণ ৰাখিছিল। আহোম ৰাজত্বকালৰ বিষয়ে নিৰ্ভৰযোগ্য সবিশেষ বিবৰণ এই বুৰঞ্জীবোৰৰ পৰাই সংগ্ৰহ কৰিব পাৰি। বুৰঞ্জীবোৰ প্ৰথমতে আহোম ভাষাত লিখা হৈছিল; কিন্তু পিছলৈ (প্ৰায় সপ্তদশ শতাব্দীৰ আৰম্ভণিৰ পৰা) এইবোৰ অসমীয়া ভাষাতো লিখিত হবলৈ ধৰে। ছশ বছৰীয়া আহোম ৰাজত্বকালত কেইবাশও বুৰঞ্জী ৰচনা কৰা হৈছিল। ৰাজনৈতিক বুৰঞ্জীৰ উপৰিও দ'ল, দেৱালয়, কাৰেং, মৈদাম আদি নিৰ্মাণ কৰা সঁজুলি, হিচাপ আদি লিপিবদ্ধ কৰি থোৱা বুৰঞ্জীও পোৱা গৈছে। অসমীয়া বুৰঞ্জী সাহিত্যৰ বিষয়ে ভাষাতত্ত্ববিদ ড° গ্ৰীয়েৰ্ছন চাহাবে কৈছে 'অসমীয়াসকলে বাস্তৱিকতে তেওঁবিলাকৰ বুৰঞ্জী সাহিত্য লৈ গৌৰৱ কৰিব পাৰে।' নিজ ৰাজ্যৰ বাহিৰেও আহোম বুৰঞ্জীবিদে ওচৰচুবুৰীয়া ৰাজ্যৰ বুৰঞ্জীও লিখিছিল, যেনে— 'ত্ৰিপুৰা বুৰঞ্জী, 'কছাৰী বুৰঞ্জী', 'জয়ন্তীয়া বুৰঞ্জী', 'পাদশ্যাহ বুৰঞ্জী' ইত্যাদি।

বুৰঞ্জী সাহিত্যৰ উপৰিও আহোম ৰাজত্বকালত অসমীয়া ভাষাত নানা বিষয়ৰ অসংখ্য পুথি ৰচিত হৈছিল। ইয়াৰে কিছুমান সংস্কৃত ভাষাৰ পৰা অনুবাদ কৰা হৈছিল আৰু কিছুমান মৌলিক ৰচনা। আহোমসকল অসমলৈ আহোঁতে তেওঁলোকৰ স্বকীয়া ভাষা, সাহিত্য, সংস্কৃতি আৰু ধৰ্ম আছিল। কিন্তু প্ৰশাসনীয় সুবিধাৰ বাবেই হওক বা থলুৱা মানুহৰ মাজত আহোমসকল সংখ্যালঘু হোৱা বাবেই হওক, তেওঁলোকে স্বেচ্ছাই তেওঁলোকৰ আহোম ভাষা আৰু সংস্কৃতি পৰিত্যাগ কৰি লুইতপৰীয়া থলুৱা মানুহৰ অসমীয়া ভাষা আৰু সংস্কৃতি গ্ৰহণ কৰিলে। অসমীয়া ভাষা গ্ৰহণ কৰিয়েই আহোম ৰজা আৰু প্ৰজা ক্ষান্ত থকা নাছিল, অসমীয়া ভাষাৰ উন্নতিৰ হকেও তেওঁলোকে উল্লেখযোগ্য অৰিহণা যোগাইছিল। গদাধৰসিংহৰ দিনলৈকে অৱশ্যে আহোম ৰজাসকলে সাহিত্য, সঙ্গীত আদি চৰ্চাৰ প্ৰতি বিশেষ মন দিব পৰা নাছিল। কাৰণ এই সময়ছোৱাত তেওঁলোক যুদ্ধ-বিগ্ৰহ আৰু ৰাজ্য বিস্তাৰ তথা শৃংখলা লগোৱা কামতেই

ব্যস্ত আছিল। ৰুদ্ৰসিংহৰ দিনৰ পৰা কমলেশ্বৰসিংহৰ দিনলৈকে ( ১৬৯৬—১৮১১ খ্ৰীঃ ) এই সময়ছোৱাতেই আটাইতকৈ বেছি পুথি ৰচিত হয়। কবিৰাজ চক্ৰবৰ্তী ৰুদ্ৰসিংহ আৰু শিৱসিংহ দুয়োৰে ৰাজসভাৰ কবি আছিল। ৰুদ্ৰসিংহৰ আদেশত তেওঁ ৰাজকোঁৱৰসকলৰ শিক্ষাৰ বাবে 'ভাস্বতী' নামৰ জ্যোতিষ-শাস্ত্ৰ এখন ৰচনা কৰিছিল। ৰুচিনাথ কন্দলিয়ে মাৰ্কণ্ডেয় পুৰাণৰ পৰা চণ্ডী আখ্যানটি অনুবাদ কৰে। ৰজা শিৱসিংহ আৰু ৰাণী ফুলেশ্বৰীৰ আদেশত কবিৰাজ চক্ৰবৰ্ত্তীয়ে 'শংখচূড় বধ', 'গীতগোবিন্দ', 'ব্ৰহ্মবৈবৰ্ত পুৰাণ'ৰ একাংশ আৰু 'শকুন্তলা' অসমীয়া পদলৈ অনুবাদ কৰে। তদুপৰি ৰজা শিৱসিংহ আৰু ৰাণী অম্বিকাৰ আদেশক্ৰমে অনন্ত আচাৰ্যই 'আনন্দ লহৰী' পুথি লিখিছিল আৰু কবিচন্দ্ৰ দ্বিজে 'ধৰ্মপুৰাণ' অনুবাদ কৰিছিল। ধৰ্মপুৰাণখনি সচিত্ৰ আছিল। এই দুগৰাকী ৰজাৰাণীৰ পৃষ্ঠপোষকতাতেই সুকুমাৰ বৰকাথে 'হস্তী বিদ্যাৰ্ণৱ' নামৰ এখন সচিত্ৰ পুথি লিখে। ইয়াত বিভিন্ন ৰকমৰ হাতী, সিহঁতৰ স্বভাৱ, বেমাৰ আৰু ঔষধ আদিৰ বিষয়ে সুন্দৰভাৱে লিখা আছে। এই পুথিখনি পশু-চিকিৎসা সম্বন্ধীয় এখন অমূল্য গ্ৰন্থ। অলপতে অসম প্ৰকাশন পৰিষদে এইখন ছপা কৰি উলিয়াইছে ( ১৯৭৫ চন )। সেইদৰে ৰাজেশ্বৰসিংহৰ দিনতো ভালেকেইখন পুথি ৰচনা কৰা হয়।

এই যুগতে ৰজাঘৰীয়া পৃষ্ঠপোষকতাত মহাভাৰতৰ কেইবাটাও পৰ্ব অসমীয়ালৈ অনুবাদ কৰা হয়। অষ্টাদশ শতাব্দীৰ শেষভাগত ৰঘুনাথ মহন্তই ৰামায়ণৰ একাংশ চমুকৈ গদ্যত ৰচনা কৰে। সেইদৰে পুৰাণ, হিতোপদেশ, পঞ্চতন্ত্ৰ আদি পুথিৰ পৰা ভালেমান আখ্যান আৰু শৃংগাৰ ৰসাত্মক কাব্য কোনো কোনো কবিয়ে অসমীয়া ভাষাত সুৱলাকৈ ৰচনা কৰিছিল। আহোম ৰজাসকলে নাট্য সাহিত্যৰো পৃষ্ঠপোষকতা কৰিছিল আৰু মঞ্চৰ যোগে সেইবোৰ অভিনয় কৰাই তাৰ ক্ৰমোন্নতি সাধনতো প্ৰেৰণা যোগাইছিল। অষ্টাদশ শতিকাৰ শেষৰফালে সংস্কৃত ভাষাতো কেইখনমান নতুন ধৰণৰ নাটক ৰচিত হৈছিল। এইবোৰত বাদেও জ্যোতিষ শাস্ত্ৰৰ পুথি, গণনা বা মঙ্গল-ছোৱা পুথিও সংস্কৃত আৰু অসমীয়া উভয় ভাষাতে ৰচিত হৈছিল।

## শাসন-পদ্ধতি

আহোম ৰজাসকলে অসমত প্ৰায় ছশ বছৰ ৰাজত্ব কৰিছিল। ভাৰতৰ গৱৰ্ণৰ জেনাৰেল লৰ্ড উইলিয়াম বেণ্টিংকৰ মতে আহোমসকলৰ



এই সুদীৰ্ঘকাল ৰাজত্বৰ গুৰিতে নিশ্চয় তেওঁলোকৰ উন্নত শাসন-ব্যৱস্থা আছিল।

ৰজা আছিল সমস্ত ৰাজ্যৰ গুৰিয়াল। শাসন-সম্বন্ধীয় সকলো কামতে ৰজাক সহায় কৰিবৰ কাৰণে তেওঁৰ বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰ গোহাঁই নামৰ তিনিজন মন্ত্ৰী আছিল। ৰাজ্যৰ একো একো অংশৰ ওপৰত এওঁলোক শাসনকৰ্তাও আছিল। ৰজাই শাসন-সম্বন্ধীয় সকলো কাৰ্যতে এওঁলোকৰ পৰামৰ্শ লব লাগিছিল। তিনিজনা মন্ত্ৰীয়ে একেলগ হৈ ৰজা ভঙ্গা-পতাও কৰিব পাৰিছিল। এওঁলোকত বাদে আনে 'ডাঙৰীয়া' খিতাপ নাপাইছিল। অৱশ্যে ক্ষমতাশালী ৰজাই গোহাঁই তিনিজনাৰ মতামত উপেক্ষা কৰি নিজৰ ইচ্ছামতেই ৰাজ্য শাসন কৰিছিল। আনহাতে, দুৰ্বল ৰজাসকল মন্ত্ৰীসকলৰ হাতৰ পুতলা স্বৰূপ আছিল।

গোহাঁই তিনিজনাৰ পিছতে হ'ল বৰবৰুৱা আৰু বৰফুকন নামৰ বিষয়া দুজন। শদিয়া আৰু কলিয়াবৰৰ ভিতৰত গোহাঁই তিনিজনাই শাসন নকৰা ভালে মান ঠাই আছিল। বৰবৰুৱাক এই অঞ্চলৰ শাসনকৰ্তা পতা হৈছিল। তেওঁ শাসন-সংক্ৰান্ত আৰু বিচাৰৰ ঘাই বিষয়া আছিল। কিন্তু গোহাঁই তিনিজনাৰ বিনা অনুমতিত তেওঁ স্বাধীনভাৱে একো কৰিব নোৱাৰিছিল। বৰফুকন আছিল নামনি অসমৰ শাসনকৰ্তা। আদিতে তেওঁ মাত্ৰ নগাওঁৰ কলং আৰু ব্ৰহ্মপুত্ৰৰ মাজৰ ঠাইখিনি শাসন কৰিছিল আৰু তেওঁৰ সদৰ ঠাই আছিল কলিয়াবৰ। কিন্তু পশ্চিমফালে আহোম ৰাজ্য বাঢ়ি অহাৰ লগে লগে তেওঁৰ দায়িত্বও বাঢ়ি আহে আৰু অৱশেষত কলিয়াবৰৰ পৰা গোৱালপাৰালৈকে এই ঠাই খণ্ড বৰফুকনৰ শাসনাধীন হোৱাত গুৱাহাটীক তেওঁৰ সদৰ ঠাই কৰি দিয়া হয়। ৰাজধানীৰ পৰা ভালেখিনি আঁতৰত থকা বাবে বৰফুকনৰ বিষয়াবাব বৰবৰুৱাৰ বাবতকৈ বেছি গুৰুত্বপূৰ্ণ আছিল। গুৱাহাটীত বৰফুকনৰ নিজা বিচাৰ চ'ৰাও আছিল।

বৰবৰুৱা আৰু বৰফুকনতকৈ তলখাপৰ আৰু কেইজমান দাঁতিয়লীয়া বিষয়া আছিল। তেওঁলোক হ'ল—শদিয়াত শদিয়াখোৱা গোহাঁই, মৰঙ্গীত মৰঙ্গী-খোৱা গোহাঁই, সলাত সলালগোহাঁই, জাগীত জাগীয়লীয়া গোহাঁই, কাজলিত কাজলিমুখীয়া গোহাঁই আৰু ৰহাত ৰহিয়াল বৰুৱা। এওঁলোকে দাঁতিয়লীয়া জনজাতিবোৰৰ লগত সম্পৰ্ক ৰাখি দেশ শাসন কৰিব লাগিছিল। ইয়াৰ উপৰিও আহোমৰ বশ্যতা স্বীকাৰ কৰা ভালেমান সৰু সৰু ৰজা আছিল।

যেনে, দৰং, ডিমৰুৱা, বেলতলা, ৰাণী, গোভা, নেলী, খলা ইত্যাদি। এওঁলোকে আহোম ৰজাৰ কৰতলীয়া হিচাপে পুৰুষানুক্ৰমে নিজ নিজ ঠাইবোৰ শাসন কৰিছিল।

বৰবৰুৱা আৰু বৰফুকনক ৰাজ্যশাসনত সহায় কৰিবৰ কাৰণে ছজন ছজনকৈ মুঠ বাৰজন প্ৰথম শ্ৰেণীৰ ফুকন আছিল। তেওঁলোকৰ উপৰিও তলখাপৰ আৰু অসংখ্য ফুকন, বৰুৱা, ৰাজখোৱা, কটকী, কাকতি, দলৈ আদি আছিল।

ৰজাঘৰীয়া বিষয়া, পুৰোহিত, উচ্চ জাতিৰ মানুহ আৰু তেওঁলোকৰ লগুৱাবোৰৰ বাহিৰে পোন্ধৰ বছৰৰ পৰা পঞ্চাশ বছৰলৈ সকলো কাম কৰিব পৰা পুৰুষ মানুহে ৰাজ্য আৰু ৰজাৰ কাৰণে কাম কৰিব লাগিছিল। এই বনুৱাসকলক 'পাইক' বোলা হৈছিল। চাৰিজন পাইক মিলি একো একোটা গোট হৈছিল। কিন্তু ৰাজেশ্বৰসিংহৰ দিনত তিনিজন পাইকেৰে একোটি গোট হোৱা নিয়ম কৰিলে। এই পাইকবোৰে পাল পাতি ৰজাঘৰত কাম কৰিব লাগিছিল। প্ৰতাপসিংহৰ দিনত মোমাই তামুলী বৰবৰুৱাই পাইকবোৰক খেলে খেলে ভগাই দি গাওঁবোৰ শৃঙ্খলাৱদ্ধ কৰিছিল। প্ৰতিটো খেলৰ ওপৰত একোজন কৰ্মচাৰী আছিল। কুৰিজন পাইকৰ ওপৰত এজন বৰা, এশজনৰ ওপৰত এজন শইকীয়া, এহেজাৰৰ ওপৰত এজন হাজৰিকা, তিনিহেজাৰৰ ওপৰত এজন ৰাজখোৱা আৰু ছহেজাৰৰ ওপৰত এজন ফুকন আছিল। দেশৰক্ষাৰ বাবে ৰজাৰ নিয়মিত সৈন্যবাহিনী নাছিল। যুদ্ধৰ সময়ত বিষয়াসকলে নিজৰ নিজৰ মানুহ লৈ যুদ্ধলৈ যাব লাগিছিল। গৌৰীনাথসিংহৰ দিনৰ পৰাহে ইংৰাজৰ আৰ্হিৰে এটা শিক্ষিত নিয়মিত সৈন্যবাহিনী ৰখাৰ নিয়ম হয়। মুঠৰ ওপৰত আহোমসকলৰ দীৰ্ঘকাল ৰাজত্বৰ গুৰিতে হ'ল তেওঁলোকৰ এই সুশৃঙ্খল শাসন-ব্যৱস্থা।

## বৃটিছ যুগ আৰু স্বাধীনতা অন্দোলনত অসমৰ অৰিহণা

১৮২৬ চনত ইয়াণ্ডাবু সন্ধি মতে মানক আঁতৰাই ইংৰাজে নিজে অসমৰ অধিপতি হোৱা দেখি স্বাধীনচিতীয়া অসমীয়া মানুহৰ মনত অসন্তোষৰ সৃষ্টি হ'ল। আহোম ৰাজপৰিয়ালৰ লোকসকল আৰু আন আন ডা-ডাঙৰীয়াসকলে পূৰ্বৰ সামাজিক মৰ্যাদা আৰু সুবিধাবোৰ হেৰুৱাব-লগীয়া হোৱাত সকলো ইংৰাজৰ বিৰুদ্ধে জকি উঠিল। পাইক প্ৰথা



তুলি দিয়াত অসমীয়া সম্ভ্ৰান্ত পৰিয়ালবোৰ ইংৰাজৰ ওপৰত বৰ অসন্তুষ্ট হ'ল আৰু ইংৰাজক খেদিবলৈ গোপনে মন্ত্ৰণা কৰিবলৈ ধৰিলে। ইংৰাজৰ ৰাজত্ব স্থাপন হোৱাৰ তিনিবছৰৰ ভিতৰতে (১৮২৮ খ্ৰীঃ) ই আত্মপ্ৰকাশ কৰিলে। স্বাধীনতা পুনৰুদ্ধাৰৰ এই প্ৰথম চেষ্টাকাৰী হ'ল আহোম ৰাজ-পৰিয়ালৰে গোমধৰ নামৰ এজন কোঁৱৰ। কিন্তু এই বিদ্ৰোহ ব্যৰ্থ হয় আৰু ইংৰাজে তেওঁক বন্দী কৰি ৭ বছৰ কাৰাদণ্ড দিয়ে।

গোমধৰ কোঁৱৰৰ বিদ্ৰোহ ব্যৰ্থ হোৱাৰ পাছৰ পৰা উজনি অসমত সম্ভ্ৰান্ত আহোম বিষয়াসকলৰ অনেকে অসমৰ পৰা ইংৰাজক খেদিবৰ বাবে নেৰানেপেৰাকৈ ষড়যন্ত্ৰ চলাই আছিল। সিবিলাকৰ ভিতৰত জীউৰাম ডুলীয়াবৰুৱা, ৰূপচন্দ্ৰ কোঁৱৰ, দেউৰাম দিহিঙ্গীয়া ডেকা, পিয়লি বৰগোহাঁই আৰু বদন বৰফুকনৰ পুতেক পিয়লি বৰফুকন প্ৰধান আছিল। তেওঁলোকে মটকৰ বৰসেনাপতিৰ দ্বিতীয়জন পুতেককো ফুচুলাই তেওঁলোকৰ ফলীয়া কৰি লৈছিল। ১৮৩০ চনৰ আৰম্ভণিতে পূবফালে চিংফৌ আৰু দক্ষিণফালে খাছিয়াসকল বিদ্ৰোহী হৈ উঠাত অসমীয়া দলেও এই সুযোগতে ৰংপুৰত খাৰ-বাৰুদ থোৱা ঘৰত জুই দিবলৈ মনস্থ কৰি মাৰ্চ মাহৰ ২৫ তাৰিখে ৰাতি ৰংপুৰ অভিমুখে যাত্ৰা কৰে। কিন্তু এই কাৰ্যত জীউৰাম ডুলীয়া-বৰুৱা আৰু পিয়লি বৰফুকন প্ৰমুখ্যে বিদ্ৰোহী দলৰ কেইবাজনো নেতা ইংৰাজৰ হাতত ধৰা পৰিল। বিচাৰত জীউৰাম ডুলীয়াবৰুৱা আৰু পিয়লি বৰফুকনৰ ফাঁচী আৰু বাকী কেইজনৰ নিৰ্বাসন দণ্ডৰ হুকুম হ'ল। ১৮৩০ চনৰ আগষ্ট মাহত শিৱসাগৰ পুখুৰীৰ পাৰত জীউৰাম ডুলীয়াবৰুৱা আৰু পিয়লি বৰফুনক ফাঁচী দিয়া হয়।

অসমীয়া মানুহে পৰাধীন হৈ থাকিব নুখুজি বিদ্ৰোহ কৰি থকা দেখি কমিছনাৰ ডেভিদ স্কট চাহাবৰ পৰামৰ্শমতে গৱৰ্ণৰ জেনেৰেলে ১৮৩৩ চনৰ পৰা শদিয়া আৰু মটক ৰাজ্যৰ বাহিৰে ধনশিৰী নদীৰ পূবে থকা সমস্ত উজনি অসম খণ্ড পুৰন্দৰসিংহক বছৰি পঞ্চাশ হেজাৰ টকা কৰৰ বন্দোৱস্তত শাসন কৰিবলৈ দিলে। ৰাজ্য পোৱাৰ পিছত পুৰন্দৰসিংহই হৰনাথক পৰ্বতীয়া বৰুৱা পাতিলে আৰু মণিৰামক ঘাই-মন্ত্ৰী বা দেৱান পাতিলে। মণিৰাম দেৱান চাৰিঙ্গৰ ৰামদত্ত দোলাকাষৰীয়া বৰুৱাৰ পুতেক আছিল। ইংৰাজে অসম দেশ লোৱা সময়ত মণিৰাম ইংৰাজৰ সহকাৰী আছিল। তেওঁৰ ধাৰণা আছিল যে অত্যাচাৰী মানৰ

আশ্ৰয় লোৱাতকৈ ইংৰাজৰ আশ্ৰয়তহে অসমৰ সুদিন আহিব। বিশেষকৈ ইংৰাজে মানক খেদি আগৰ ৰজাৰ উপযুক্ত বংশধৰৰ হাতত অসমদেশ গতাই দি যাব বুলি কোৱা প্ৰতিশ্ৰুতিৰ ওপৰত তেওঁৰ অগাধ বিশ্বাস আছিল। সেয়েহে ন-কৈ অসম লোৱা ইংৰাজ চৰকাৰৰ অধীনত মণিৰামে চিৰস্তাদাৰৰ কাম কৰিছিল। কিন্তু ১৮৩৮ চনত কুশাসন আৰু ইংৰাজক কৰ শোধাব নোৱাৰাৰ অজুহাতত পুৰন্দৰসিংহৰ পৰা ইংৰাজে ৰাজ্য কাঢ়ি লোৱাত মণিৰামে ঘোৰ প্ৰতিবাদ কৰিছিল আৰু গৱৰ্ণৰ জেনেৰেলৰ ওচৰত আপত্তি জনাবলৈ কলিকতালৈও গৈছিল। সেই সময়ত ইংৰাজ চৰকাৰে অসমত চাহ বাগিছা খুলিবলৈ 'আসাম কোম্পানী' নাম দি এটি কোম্পানী খুলিছিল। চৰকাৰৰ অনুৰোধত মণিৰামে সেই কোম্পানীত দেৱানৰ বাব গ্ৰহণ কৰিছিল। পিছে কোম্পানীৰ চাহাবহঁতৰ লগত মনোমালিন্য ঘটাত ১৮৪৪ তেওঁ সেই চাকৰি ইস্তাফা দিয়ে। ইয়াৰ পিছত ১৮৫৩ চনত অসমত বৃটিছ শাসন পৰ্যবেক্ষণ কৰিবলৈ অহা কলিকতা সদৰ কোৰ্টৰ বিচাৰক এ, জে মোফাট মিলছ্ চাহাবক মণিৰাম দেৱানে অসমত বৃটিছ শাসনৰ কুফলবোৰ দৰ্শাই আহোক ৰজাৰ হাতত পুনৰ অসমৰ শাসনভাৰ গতাই দিবলৈ এখন আবেদন কৰিছিল। পুৰন্দৰ-সিংহৰ নাতি কন্দৰ্পেশ্বৰসিংহয়ো উজনি অসম খণ্ড তেওঁক শাসন কৰিবলৈ দিবৰ বাবে আবেদন কৰিছিল। কিন্তু বৃটিছ চৰকাৰে এইবোৰলৈ কৰ্ণপাতেই নকৰিলে।

১৮৫৭ চনত কন্দৰ্পেশ্বৰসিংহক পুনৰ ৰাজ্য দিবলৈ খাটিবৰ বাবে মণিৰাম দেৱান আকৌ এবাৰ কলিকতালৈ যায়। এই সময়তে সমগ্ৰ ভাৰতব্যাপী দেশীয় ৰজা-প্ৰজা, চিপাহী-চন্তৰী আদি সকলোৱে বৃটিছক খেদি ভাৰত স্বাধীন কৰাৰ চেষ্টা চলাইছিল। অলপদিনৰ ভিতৰতে যেতিয়া বাহাদুৰ ছাহক হিন্দুস্থানৰ সম্ৰাট বুলি ঘোষণা কৰাৰ কথা আৰু আন আন দেশীয় ৰজাবোৰেও নিজ নিজ ৰাজ্য উদ্ধাৰ কৰাৰ থকা কলিকতাত থকা মণিৰাম দেৱানৰ কাণত পৰিল, তেতিয়া তেৰোঁ সশস্ত্ৰ বিদ্ৰোহৰ দ্বাৰা বৃটিছক খেদি অসমৰ স্বাধীনতা উদ্ধাৰ কৰাৰ সংকল্প কৰিলে। কলিকতাৰ পৰাই তেওঁ বিশ্বাসী মানুহৰ হাঁত চাৰিং ৰজা কন্দৰ্পেশ্বৰ-সিংহ, তেওঁৰ পৰামৰ্শদাতা পিয়লি বৰুৱা আৰু যোৰহাটত থকা অন্যান্য বিশ্বাসী মানুহবোৰলৈ হিন্দুস্থানৰ বিদ্ৰোহৰ সকলো খবৰ দি অসমতো



বৃটিছৰ বিৰুদ্ধে সশস্ত্ৰ বিদ্ৰোহৰ বাবে সাজু হবলৈ চিঠি লিখিলে। তেনে-কুৱা চিঠি এখন হৰনাথ পৰ্বতীয়া বৰুৱাই পাই শিৱসাগৰ জিলাৰ ডেপুটি কমিছনাৰ হলৰইড চাহাবক দিলে। সেই চিঠিকে সূত্ৰ কৰি লৈ ১৮৫৭ চনৰ চেপ্তেম্বৰ মাহৰ ৭ তাৰিখে কন্দৰ্পেশ্বৰসিংহক গ্ৰেপ্তাৰ কৰি কলিকতাৰ আলিপুৰ জেললৈ পঠিয়াই দিয়া হ'ল। কলিকতাতে মণিৰাম দেৱানকো বন্দী কৰি থলে। কন্দৰ্পেশ্বৰসিংহৰ সোঁহাত স্বৰূপ পিয়লি বৰুৱা আৰু কলিকতাৰ পৰা মণিৰামে পঠোৱা মধু মল্লিক নামৰ বঙালী মুক্তিয়াৰ এজনকো গ্ৰেপ্তাৰ কৰা হ'ল। হলৰইড চাহাবক এই ষড়যন্ত্ৰৰ মামলা বিচাৰ কৰিবলৈ বিশেষ ক্ষমতা দিয়া হ'ল। কিছুদিন পিছত মণিৰাম দেৱানক বিচাৰৰ কাৰণে অসমলৈ পঠিয়াই দিয়া হ'ল। বিচাৰত ৰাজদ্ৰোহৰ অপৰাধত ১৮৫৮ চনৰ ফেব্ৰুৱাৰী মাহৰ ২৩ তাৰিখে মণিৰাম দেৱান আৰু পিয়লি বৰুৱাৰ ফাঁচীৰ হুকুম হ'ল। ১৮৫৮ চনৰ ১৬ ফেব্ৰুৱাৰী তাৰিখে যোৰহাট নগৰত এই দুজন দেশ প্ৰেমিকক ফাঁচী দিয়া হয়। দুতিৰাম বৰুৱা, মধু মল্লিক, বাহাদুৰ গাওঁবুঢ়া, ফৰমুদ আলি আৰু অন্যান্য কেইবাজনৰো বহু বছৰ জেল আৰু কলিয়াপানীৰ হুকুম হয়।

১৮৫৭ চনৰ বিদ্ৰোহৰ সময়ৰ পৰাই অসমে ভাৰতীয় ৰাজনীতিৰ লগত সমানে খোজ মিলাই গৈছিল। কুৰিশতিকাৰ আগভাগৰ পৰা ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধীনত আৰু মহাত্মা গান্ধীৰ নেতৃত্বত স্বাধীনতাৰ বাবে সৰ্বভাৰতীয় যিমানবোৰ আন্দোলন হৈছিল সেই আটাইবোৰতে অসমে উল্লেখযোগ্য অৰিহণা আগবঢ়াইছিল। প্ৰথম মহাসমৰৰ অন্তত মহাত্মা গান্ধীৰ নেতৃত্বত হোৱা অসহযোগ আন্দোলনত অসমৰ সুযোগ্য নেতা তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈ প্ৰভৃতিৰ নেতৃত্বত অসমবাসীয়েও আন্দোলনত জপিয়াই পৰিছিল। ১৯২১ চনৰ ১৮ আগষ্টৰ দিনা মহাত্মা গান্ধী সদলবলে অসমলৈ আহি গুৱাহাটী নগৰত সভা পাতি নিজে বিলাতী কাপোৰৰ দ'মত জুই জ্বলাই দিছিল। এই আন্দোলন চৰকাৰে কঠোৰ হাতেৰে দমন কৰিলে। হেজাৰ হেজাৰ মানুহে কাৰাবৰণ কৰিলে। অসমতে তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, ৰোহিণীকুমাৰ চৌধুৰী, মঃ তৈবুল্লা আদি নেতাসকলকে ধৰি প্ৰায় চাৰি হেজাৰ মানুহে কাৰাবৰণ কৰে। অসহযোগ আন্দোলনৰ মাত্ৰ কেইবছৰমান পিছতে ফুকন আৰু বৰদলৈৰ যত্নত ১৯২৬ চনৰ ডিচেম্বৰ মাহত পোন প্ৰথমবাৰৰ কাৰণে ভাৰতীয়

জাতীয় কংগ্ৰেছৰ ৪১তম অধিবেশন গুৱাহাটীৰ পশ্চিমে পাণ্ডুত বহে। ফুকন আৰু বৰদলৈ আদিৰ অক্লান্ত পৰিশ্ৰমৰ বাবে অধিবেশন সুকলমে সমাধা হৈ যায়। অসমৰ দৰে এখন পিছপৰা ৰাজ্যই কংগ্ৰেছৰ দৰে সৰ্বভাৰতীয় বৃহৎ অনুষ্ঠান এটাৰ অধিবেশন ইমান আগতীয়াকৈ পাতিব পৰাটো কম গৌৰৱৰ কথা নহয়। ইয়াৰ পিছত জাতীয় কংগ্ৰেছৰ আহ্বানত আৰু মহাত্মা গান্ধীৰ নেতৃত্বত ১৯৩০ চনৰ পৰা '৩৪ চনলৈ হোৱা আইন অমান্য আন্দোলনতো অসমে যোগ দিছিল। অসম প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি বিষ্ণুৰাম মেধিয়ে অমিয়কুমাৰ দাস আৰু হেমচন্দ্ৰ বৰুৱা প্ৰভৃতিৰ সাহায্যত দক্ষতাৰে সৈতে আন্দোলনৰ গুৰি ধৰিছিল। আইন অমান্য আন্দোলনৰ পিছত বৃটিছ চৰকাৰে ১৯৩৫ চনত এখন নতুন আইনৰ দ্বাৰা ভাৰতৰ শাসন-ব্যৱস্থাৰ কিছু সংস্কাৰ সাধন কৰি প্ৰদেশবোৰক স্বায়ত্ত শাসন দিয়ে। ১৯৩৭ চনৰ ১ এপ্ৰিলৰ পৰা এই আইন কাৰ্যকৰী হয়। এই নতুন শাসন-প্ৰণালীত সাম্প্ৰদায়িক নিৰ্বাচনৰ ব্যৱস্থা থকাত সমগ্ৰ দেশতে অশান্তিৰ সৃষ্টি হয়। এই আইনমতে প্ৰথমে মুছলিম লীগৰ নেতা ছাৰ চৈয়দ মঃ ছাদুল্লাই প্ৰথম মন্ত্ৰীসভা গঠন কৰে। কিন্তু অলপ দিনৰ পিছতে কংগ্ৰেছ দলপতি গোপীনাথ বৰদলৈয়ে অন্যান্য দলৰ সহায়ত ছাদুল্লা মন্ত্ৰীসভাৰ পতন ঘটাই 'কংগ্ৰেছ কোৱালিচন মন্ত্ৰীসভা' গঠন কৰে আৰু বৰদলৈদেৱ প্ৰধান মন্ত্ৰী হয় (১৯৩৮-৩৯)। ১৯৩৯ চনৰ চেপ্তেম্বৰ মাহত দ্বিতীয় মহাসমৰ আৰম্ভ হোৱাত কংগ্ৰেছৰ নিৰ্দেশক্ৰমে সমগ্ৰ ভাৰতৰ লগতে অসমতো বৰদলৈ মন্ত্ৰীসভাই পদত্যাগ কৰাত পুনৰাই ছাদুল্লা মন্ত্ৰীসভা গঠিত হয়।

দ্বিতীয় মহাসমৰৰ ভিতৰতে ভাৰতৰ সমস্যা সমাধাৰ অৰ্থে বৃটিছ চৰকাৰে ক্ৰীপছ্‌ক পঠায়। কিন্তু ক্ৰীপছে সমস্যাৰ সমাধান কৰিব নোৱাৰাত মহাত্মা গান্ধীৰ নেতৃত্বত কংগ্ৰেছে 'Quit India' 'ভাৰত ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰি ১৯৪২ চনৰ ৯ আগষ্ট তাৰিখে আন্দোলন আৰম্ভ কৰে। এয়ে হৈছে '৪২ চনৰ গণ আন্দোলন। অসমেও এই আন্দোলনত যোগ দান কৰে। গোপীনাথ বৰদলৈ, সিদ্ধিনাথ শৰ্মা, কংগ্ৰেছ সভাপতি তৈবুল্লা, ফখৰুদ্দিন আলি আহমেদ, বিষ্ণুৰাম মেধি, দেবেশ্বৰ শৰ্মা, প্ৰভৃতি অসম কংগ্ৰেছৰ নেতাসকল কাৰাৰুদ্ধ হয়। কংগ্ৰেৰ নেতৃবৃন্দক বন্দী কৰাৰ পিছত সমগ্ৰ ভাৰতত স্বতঃস্ফূৰ্ত্ত গণ আন্দোলনে দেখা দিলে। বহু ৰেল ষ্টেচন,



থানা আৰু পোষ্ট অফিচ ভস্মীভূত হ'ল। অসমৰ বহু বীৰ-বীৰাঙ্গনা দেশৰ স্বাধীনতাৰ কাৰণে শ্বহীদ হ'ল। দৰং জিলাৰ গহপুৰ থানাত পতাকা উত্তোলন কৰিবলৈ যাওঁতে চৈধ্যবছৰীয়া বীৰাঙ্গনা কনকলতা আৰু মুকুন্দ কাকতি পুলিচৰ গুলিত নিহত হয়। সৰুপথাৰ ৰেল দুৰ্ঘটনাত কংগ্ৰেছ কৰ্মী কুশল কোঁৱৰক মিছা অভিযোগত ফাঁচী দিয়া হয়। ইয়াৰ উপৰিও ভোগেশ্বৰী ফুকননী, ঠগীৰাম সূত, তিলক ডেকা, লক্ষ্মী হাজৰিকা, ৰাউতা কছাৰী, মদন বৰ্মণ আদিয়ে এই বিপ্লৱত আত্ম-বলিদান কৰে। তদুপৰি হাজাৰ হাজাৰ মানুহ কাৰাৰুদ্ধ হয়। কিন্তু আগষ্ট বিপ্লৱ বৃটিছ চৰকাৰে কঠোৰ হাতেৰে দমন কৰিলে। এই সময়তে ভাৰতৰ জনপ্ৰিয় নেতা সুভাষচন্দ্ৰ বসুৱে ভাৰতৰ পৰা অন্তৰ্ধান হৈ জাপানৰ সাহায্যত স্বাধীন ভাৰত গঢ়িবৰ উদ্দেশ্যে আজাদ হিন্দ ফৌজ গঠন কৰি ব্ৰহ্মদেশৰ পথেৰে মণিপুৰ আৰু অসম সীমান্তত উপস্থিত হয়। ইতিমধ্যে ১৯৪৫ চনত যুদ্ধৰ অৱসান হোৱাত সুভাষ বসুৰ অভিযান ব্যৰ্থ হ'ল।

ইফালে বৃটেনত ১৯৪৫ চনত সাধাৰণ নিৰ্বাচনত শ্ৰমিক দল ক্ষমতাত অধিষ্ঠিত হয়। যুদ্ধোত্তৰ ভাৰতত আজাদ হিন্দ ফৌজৰ নেতৃবৰ্গৰ বিচাৰৰ প্ৰতিবাদত সমগ্ৰ ভাৰততে ব্যাপক গণ-আন্দোলন আৰম্ভ হোৱাত আৰু ৰাজকীয় নৌবাহিনীত বিদ্ৰোহে দেখা দিয়াত ভাৰতত বৃটিছ শাসনৰ ভেঁটি কঁপি উঠিল। তেতিয়া বৃটিছ চৰকাৰে ৰাজনৈতিক সমস্যা সমাধানৰ বাবে কেবিনেট মিছনক পঠিয়ালে। ভাৰতীয় নেতৃবৃন্দৰ লগত আলাপ-আলোচনাৰ মাধ্যমেৰে ভাৰতৰ পৰা বৃটিছ শাসন অপসাৰিত হ'ল। ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰিলে। কিন্তু মুছলিম লীগৰ পাকিস্তান দাবীৰ পৰিণতি হিচাপে ভাৰতবৰ্ষক ভাৰত আৰু পাকিস্তান নামে দুখন দেশত ভাগ কৰা হ'ল। ছিলেট জিলা অসমৰ পৰা ফালি নি পূব পাকিস্তানৰ (বৰ্তমান বাংলাদেশ) লগত যোগ দিয়া হ'ল।

## স্বৰাজোত্তৰ যুগ

স্বাধীনতা লাভ কৰাৰ পিছত ১৯৬৩ চনলৈকে অসমৰ ৰাজনৈতিক মানচিত্ৰৰ কোনো পৰিবৰ্তন হোৱা নাছিল। ছিলেট জিলাখনত বাদে বৃটিছৰ আমোলত থকা পৰ্বত-ভৈয়ামৰ আটাইখিনি ঠাই অসম ৰাজ্যৰ

ভিতৰতে আছিল। ১৯৬৩ চনত পোন প্ৰথম নগা পাহাৰ অঞ্চল অসমৰ পৰা পৃথক কৰি 'নগাভুমি' বা 'নগাৰাজ্য' নাম দি এখন বেলেগ ৰাজ্যৰ সৃষ্টি কৰা হ'ল। তাৰ পিছত ১৯৭০ চনৰ এপ্ৰিল মাহৰ ২ তাৰিখৰ পৰা খাছিয়া-জয়ন্তীয়া পাহাৰ আৰু গাৰোপাহাৰক অসমৰ পৰা পৃথক কৰি প্ৰথমতে অসমৰ ভিতৰতে 'মেঘালয়' নাম দি এখন স্বায়ত্ব শাসিত ৰাজ্য কৰি পিছত ইয়াকো পূৰ্ণাঙ্গ ৰাজ্যৰ মৰ্যাদা দিয়া হয়। বৃটিছৰ দিনৰ উত্তৰ-পূব সীমান্ত অঞ্চলক 'আভ্যন্তৰীণ সীমা-আইন'ৰ দ্বাৰা অসমৰ ভৈয়াম অঞ্চলৰ পৰা পৃথক কৰি ৰখা হৈছিল। স্বাধীনতাৰ পৰৱৰ্ত্তী যুগতো ইয়াক অসমৰ পৰা পৃথক কৰি ৰাখি উত্তৰ-পূব সীমান্ত ভূভাগ (N.E.F.A.) নাম দি কেন্দ্ৰীয় শাসিত অঞ্চল হিচাপে ৰখা হয়। ১৯৭১ চনত মিজোৰাম (মিজো বা লুচাই পাহাৰ), মণিপুৰ আৰু অৰুণাচল (আগৰ নেফা) কেন্দ্ৰীয় শাসিত ৰাজ্যলৈ উন্নীত কৰা হৈছে। গতিকে বৰ্তমান উত্তৰ কাছাৰ পাহাৰ অঞ্চল আৰু কাৰ্বি আংলঙৰ (মিকিৰ পাহাৰ) বাহিৰে উত্তৰ, পূব আৰু দক্ষিণৰ আটাইবোৰ পাহাৰী অঞ্চল অসম ৰাজ্যৰ বাহিৰত।

স্বৰাজোত্তৰ যুগত কংগ্ৰেছী চৰকাৰৰ অধীনত অসমে সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক আদি সকলো ক্ষেত্ৰতে ভালেখিনি আগবাঢ়ি যাব ধৰিছে। জয়জয়তে বৰদলৈ মন্ত্ৰী সভাৰ দিনতে ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়, অসম হাইকোৰ্ট আৰু শিলং-গুৱাহাটী (বৰ্ত্তমান গুৱাহাটী-ডিব্ৰুগড়) অনাতাঁৰ কেন্দ্ৰ স্থাপিত হয়। ১৯৫১ চনৰ পৰা সমগ্ৰ ভাৰতবৰ্ষৰ লগে লগে অসমৰো সৰ্বাঙ্গীন উন্নতিৰ কাৰণে পাঁচবছৰীয়া পৰিকল্পনা বা যোজনাৰ আঁচনি গ্ৰহণ কৰা হয়। এতিয়ালৈকে মুঠতে চাৰিটা পৰিকল্পনাৰ কাম শেষ হৈ গৈছে; বৰ্তমান পঞ্চম পৰিকল্পনা হাতত লোৱা হৈছে। এই পৰিকল্পনা কেইটাৰ কালছোৱাত অসমে কৃষি, শিল্প, শিক্ষা আদি সকলো ক্ষেত্ৰতে অগ্ৰগতি লাভ কৰিবলৈ সক্ষম হৈছে। বিশেষকৈ ১৯৬৫-৬৬ চনত ডিব্ৰুগড়ত দ্বিতীয় বিশ্ববিদ্যালয়ৰ স্থাপন—শিক্ষাৰ ক্ষেত্ৰত এটা বলিষ্ঠ পদক্ষেপ বুলি কব পাৰি। সেইদৰে ব্ৰহ্মপুত্ৰৰ দলং, গুৱাহাটী তেল-শোধনাগাৰ, নামৰূপ থাৰ্মেল শক্তি-উদ্যোগ, যোগীঘোপাৰ অশোক কাগজৰ মিল ইত্যাদি উদ্যোগীকৰণৰ ক্ষেত্ৰত উল্লেখযোগ্য সাফল্য বুলি ধৰিব পাৰি। ইয়াৰে নামৰূপ থাৰ্মেল শক্তি-উদ্যোগ এচিয়াৰ ভিতৰতে সৰ্ববৃহৎ গেছ টাৰবাইন কেন্দ্ৰ।

# অসমৰ অৰ্থনীতি

শ্ৰীদিলীপ কুমাৰ বৰুৱা

[টোকা—অসমৰ অৰ্থনীতিৰ বিশদ আলোচনা দাঙি ধৰাটো এই প্ৰবন্ধৰ উদ্দেশ্য নহয়। ইয়াত অসমৰ অৰ্থনীতিৰ কেইটামান তাৎপৰ্যপূৰ্ণ দিশহে ব্যাখ্যা কৰিবলৈ যত্ন কৰা হৈছে থুলমূলভাৱে। আলোচনাত প্ৰসঙ্গক্ৰমে অসমৰ অৰ্থনৈতিক সমস্যাবোৰ আৰু সিবোৰৰ সমাধান-কল্পে ঠাই বিশেষে দিয়া মন্তব্যবোৰ 'অসম গৌৰৱ'' গ্ৰন্থখনৰ মূল উদ্দেশ্যৰ সৈতে সঙ্গতিপূৰ্ণ বুলি বিবেচনা কৰিহে দিয়া হৈছে।

—লিখক]

অন্যান্য দেশৰ অৰ্থনীতিৰ দৰে অসমৰ অৰ্থনীতিও বিবৰ্ত্তনৰ মাজেদিহে বৰ্ত্তমানৰ অৱস্থা পাইছে। অসমৰ অৰ্থনীতিৰ অধ্যয়নৰ বাবে অধ্যয়ন-কালছোৱাক ঘাইকৈ দুভাগত ভগাব পৰা যায়ঃ (ক) স্বাধীনতাৰ আগৰ আৰু (খ) স্বাধীনতাৰ পিছৰ কাল। অসমৰ অৰ্থনীতিৰ প্ৰাক্স্বাধীনতাৰ যুগটোক আকৌ দুভাগত ভগাব পৰা যায়ঃ প্ৰাক্বৃটিছ যুগ আৰু বৃটিছ যুগ। সেইদৰে প্ৰাক্বৃটিছ যুগটোকো দুভাগত ভগাব পাৰিঃ প্ৰাক্আহোম যুগ আৰু আহোম যুগ।

## (ক) স্বাধীনতাৰ আগৰ কাল

অসমৰ পুৰণি অৰ্থনৈতিক ব্যৱস্থা বিশেষকৈ প্ৰাক্আহোম যুগৰ অৰ্থনৈতিক ব্যৱস্থাৰ বিষয়ে বিতং আৰু প্ৰণালীবদ্ধ অধ্যয়ন সম্ভৱ নহয়। এই সময়ছোৱাৰ অধ্যয়নৰ বাবে যিমানখিনি তথ্যপাতিৰ আৱশ্যক হয় সিমানখিনি তথ্যপাতি অসমৰ অৰ্থনৈতিক বুৰঞ্জীত বিচাৰিলে নিৰাশ হ'ব লাগিব। বিশেষকৈ যজুৰ্বেদ আৰু অথৰ্ববেদ, পুৰাণ, বংশাৱলী ইত্যাদিত সিচঁৰতি হৈ থকা কিছুমান তথ্যপাতিৰ ওপৰত ভিত্তি কৰিহে এই

আলোচনা কৰিব পৰা যায়। অৱশ্যে আহোম যুগৰ অসমৰ অৰ্থনৈতিক ব্যৱস্থাৰ বিষয়ে তথ্যপাতি আপেক্ষিকভাৱে সহজেই পাব পাৰি। অসমত আহোমসকলেই বুৰঞ্জী লিখা প্ৰথা পোন প্ৰথমে প্ৰৱৰ্তন কৰিছিল। প্ৰকৃতপক্ষে বুৰঞ্জী শব্দটোৰ উৎপত্তি আহোমসকলৰ ভাষাৰ পৰাই হোৱা বুলি ঠাৱৰ কৰা হৈছে। আহোমসকলৰ সৌজন্যত ষোড়শ শতিকাৰ শেষভাগৰ পৰাই অসমীয়া ভাষাত বুৰঞ্জী লিখা প্ৰথা আৰম্ভ হয়।

অথৰ্ববেদত এই কথা উল্লেখ কৰা হৈছে যে অসমত ঘৰবিলাক বাঁহ আৰু নানান বাঁহজাতীয় সামগ্ৰীৰ সহায়ত নিৰ্মাণ কৰা হৈছিল। ইয়াৰ পৰাই অনুমান কৰিব পাৰি যে সেই সময়ত অসমৰ বনাঞ্চল যথেষ্ট চহকী আছিল আৰু অসমৰ মানুহে থলুৱা সম্পদৰ ওপৰত নিৰ্ভৰ কৰি চলিব জানিছিল।

মহাভাৰতৰ যুগৰ লগে লগে সপ্তম শতিকাৰ প্ৰতাপী ৰজা ভাস্কৰ-বৰ্মণৰ দিনলৈকে অসমৰ ঘটনাৱলীৰ কোনো ধৰণৰ প্ৰত্যক্ষ প্ৰমাণ পোৱা নাযায়। অসমৰ অৰ্থনীতিৰ আদিম পৰ্যায়ত বনৰীয়া জীৱ-জন্তু চিকাৰ, গো-পালন আৰু কৃষিকাৰ্যই প্ৰধান আছিল। পুৰণি পুথিবোৰত অসমৰ 'গোচাৰণ' ভূমিৰ উল্লেখ আছে। অসমৰ ঝুম খেতি অতি প্ৰাচীন কালৰে পৰা চলি আহিছে। আঙ্গামি নগাসকলে পাহাৰৰ উপবিভাগত খেতিৰ বাবে জলসিঞ্চনৰো ব্যৱস্থা কৰিছিল। অসমৰ নগৰ-চহৰবোৰৰ আশে-পাশে খাল আদি খান্দি পানী যোগানৰ ব্যৱস্থা কৰা হৈছিল। প্ৰাচীন কালৰ পৰাই অসমত ব্যাপকভাৱে ধান খেতি কৰা হৈছিল। যোগিনীতন্ত্ৰত দেৱ-দেৱীৰ পূজাৰ বাবে বিবিধ ধানৰ ব্যৱহাৰৰ উল্লেখ আছে। অসমত কুঁহিয়াৰ খেতিও যথেষ্ট হৈছিল। এই কুঁহিয়াৰ ৰঙা, ক'লা আৰু বগা ৰঙৰ আছিল। ৰজা ভাস্কৰবৰ্মণে সম্ৰাট হৰ্ষবৰ্ধনলৈ আগবঢ়োৱা উপহাৰ-বোৰৰ মাজত উৎকৃষ্ট জাতৰ কুঁহিয়াৰো আছিল বুলি বাণভট্টৰ হৰ্ষচৰিতত উল্লেখ আছে। ইয়াৰ উপৰিও প্ৰাচীন অসমত তৰহে তৰহে শাক-পাচলি, মাটি-কঠাল, আম, জামু, ডিমৰু, তেঁতেলি, নাৰিকল ইত্যাদি ফল-মূল প্ৰচুৰ পৰিমাণে উৎপাদন হৈছিল। ভাস্কৰবৰ্মণে বাঁহৰ চুঙাত হৰ্ষবৰ্ধনলৈ আমৰ ৰস পঠিয়াইছিল। সেই সময়ত ব্ৰহ্মপুত্ৰইদি অসমৰ পৰা জালুক, লা, পাট, হাতীদাঁত, সোণ ইত্যাদি ভাৰতৰ অন্যান্য ৰাজ্যলৈ ৰপ্তানি কৰা হৈছিল। অসমত উৎপন্ন হোৱা তেজপাতৰ পৰা গাৰো, আবৰ আৰু মিচিমিসকলে সুগন্ধি আতৰ তৈয়াৰ কৰিছিল।



নিধনপুৰ লিপিয়ে এই কথাৰ স্বাক্ষৰ বহন কৰে যে প্ৰাচীন অসমত মাটিৰ জৰীপ কৰা হৈছিল আৰু চৰকাৰী ৰাজহ আদায় কৰাৰ ব্যৱস্থা আছিল। মাটিৰ হিচাপ দ্ৰোণ বা নল-পদ্ধতিৰ মাধ্যমেৰে লোৱা হৈছিল। প্ৰায় ৪২ কিলোগ্ৰাম ধান বা এক দোণ ধান সিঁচিব পৰা অঞ্চলটোকেই দোণ বোলা হৈছিল।

বাঘ, ম'হ, হাতী ইত্যাদি জন্তুৰ চিকাৰৰ উপৰিও প্ৰাচীন অসমত মীন-ব্যৱসায় এটা লেখত লবলগীয়া ব্যৱসায় আছিল। কৈৱৰ্ত্ত শ্ৰেণীটোৱে এই ব্যৱসায়ৰ গুৰি ধৰিছিল।

শিল্প-উদ্যোগৰ ভিতৰত প্ৰাচীন অসমত ৰেচম আৰু বয়ন শিল্প, সূতাৰ কাম, কাপোৰত ৰং কৰা কাম ইত্যাদিয়েই প্ৰধান আছিল। কপাহৰ পৰা তৈয়াৰ কৰা তুলাপাত লিখা কাৰ্যত ব্যৱহাৰ কৰা হৈছিল। কালিকা পুৰাণত গছৰ বাকলিৰ পৰা বস্ত্ৰ তৈয়াৰ কৰা, গৰম কাপোৰ, পাটৰ কাপোৰ আদি তৈয়াৰ কৰাৰ কথাও উল্লেখ আছে। গছৰ বাকলিৰ পৰা তৈয়াৰ কৰা সাঁচিপাতত বহুতো পুথি পাজি লিখা হৈছিল। ৰামায়ণ, মহাভাৰত, অৰ্থশাস্ত্ৰত পুৰণি অসমৰ বস্ত্ৰৰ উল্লেখ পোৱা যায়। কাপোৰ উৎপাদনৰ ক্ষেত্ৰত বিশেষকৈ এৰি, মুগা আৰু পাট উৎপাদনৰ ক্ষেত্ৰত পুৰণি অসম চীনদেশৰ সমকক্ষ আছিল বুলি কোৱা হয়। প্ৰাচীন অসমৰ সোৱণশিৰী, দিখৌ, দিহিং, ভৰলী আদি নৈৰ বালিৰ পৰা সোণ বিচাৰি উলিওৱা হৈছিল। অৰ্থশাস্ত্ৰ, মেগাস্থানিচৰ টোকা আৰু মীৰজুমলাৰ লগত অহা ছাহাবুদ্দিনৰ টোকাত এই বিষয়ে পঢ়িবলৈ পোৱা যায়। ৰজা জয়পালে এজন ব্ৰাহ্মণক ৯০০ সোণৰ মোহৰ দান দিয়াৰ কথাও পুৰণি পুথিবোৰত পোৱা যায়। পুৰণি মঠ-মন্দিৰবোৰত থকা প্ৰকাণ্ড সোণৰ মূৰ্তিবোৰলৈ চাই অনুমান কৰিব পৰা যায় যে প্ৰাচীন অসমত যথেষ্ট পৰিমাণে সোণ পোৱা গৈছিল। আহোমসকলৰ দিনত সোণ-ধোৱা ব্যক্তিসকলক সোনোৱাল বোলা হৈছিল। শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰে অসমত তাম থকাৰ কথাকে সূচায়। খাছিয়া পাহাৰত উৎকৃষ্ট ধৰণৰ লো আৰু শিৱসাগৰ, মিকিৰ পাহাৰ, কাছাৰ আৰু মণিপুৰত লোণৰ আকৰ আছিল। ভাস্কৰবৰ্মণে হৰ্ষবৰ্ধনলৈ পঠোৱা উপহাৰৰ ভিতৰত নানান মণি-মুকুতা, ৰূপৰ টেমা আৰু বঁটা আদিও আছিল।

পুৰণি অসমৰ কাঠৰ কামৰ বিষয়ে মহাকাব্য, অৰ্থশাস্ত্ৰ আদিত উল্লেখ পোৱা যায়। সুগন্ধি চন্দন কাঠ আৰু নিপুণ হাতেৰে নিৰ্মাণ কৰা কাঠৰ নাওৰ

বাবে তেতিয়াৰ অসম বিখ্যাত আছিল। স্থাপত্য আৰু ভাস্কৰ্য, বাঁহ-বেত, চামবাৰ কামতো পুৰণি অসমত সুদক্ষ কাৰিকৰৰ অভাৱ নাছিল। পুৰণি মঠ-মন্দিৰৰ ভাস্কৰ্য আৰু স্থাপত্য এতিয়াও অসমৰ গৌৰৱৰ থল।

বেপাৰ-বণিজৰ ক্ষেত্ৰত আভ্যন্তৰীণ জল-পৰিবহনে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। মেকং, মেনাম আৰু চিন্দউইল নদীৰ যোগেদি ব্ৰহ্মদেশৰ লগত বেহা-বেপাৰ কৰিছিল। আনকি সাগৰীয় পথেদিও চীন দেশৰ লগত বণিকসকলে বেহা-বেপাৰ কৰিছিল। বিনিময় প্ৰথাৰ মাধ্যমেৰে বেহা-বেপাৰ চলাৰ উপৰিও কড়ি আৰু মুদ্ৰাও বিনিময়ৰ মাধ্যম হিচাপে ব্যৱহৃত হৈছিল।

ত্ৰয়োদশ শতিকাৰ প্ৰথম ভাগ ( ১২২৮ খ্ৰীঃ ) ৰ পৰা সোতৰ শতিকাৰ শেষলৈ অসমৰ বুৰঞ্জী বুলিলে ঘাইকৈ আহোমসকলৰ বুৰঞ্জীকেই বুজিব লাগিব। আহোমসকলৰ ৰাজত্বকালত প্ৰাচীন অসমৰ গ্ৰাম্য অৰ্থনীতিয়ে চকুতপৰাকৈ নগৰীয়া ৰূপ লয়। আহোমসকলে প্ৰশস্ত আলিবাট নিৰ্মাণ কৰি বেহা-বেপাৰৰ পথ সুচল কৰি দিয়ে। আহোমসকলে ডাক-ব্যৱস্থা প্ৰৱৰ্তন কৰে। এই যুগতেই বহুতো মঠ-মন্দিৰ নিৰ্মাণ কৰা হয়। গাওঁ পুনৰ গঠন কৰা হয় আৰু গুৱাহাটী, যোৰহাট, ৰংপুৰ, গড়গাওঁ আদি নগৰবোৰক কেন্দ্ৰ কৰি অসমত এক নব্য সমাজ ব্যৱস্থাৰ গঢ় লৈ উঠে। এই নতুন পৰিবেশৰ মাজতেই এক নতুন কলা, শিল্প, সাহিত্য আৰু সঙ্গীতৰ সৃষ্টি হয়।

উল্লেখযোগ্য যে আহোম যুগত কোনো বিষয়াই মুদ্ৰাৰ মাধ্যমত দৰমহা পোৱা নাছিল। পাইক দল একোটা বিষয়াজনক শোধাই দিয়া হৈছিল। এই পাইকসকলে খেতি কৰি দিছিল। শ্ৰমিক হিচাপে বা সৈনিক হিচাপে ৰজাঘৰত কাম কৰি দিয়া একোজন পাইকক তিনি একৰ মাটি বিনামূলীয়াকৈ দিয়া হৈছিল। একোজন পাইকক 'পোৱা পাইক', চাৰিজনক 'গোট পাইক' আৰু কুৰি 'গোট পাইক'ৰ ওপৰৰ বিষয়াজনক বৰা, এশৰ ওপৰৰ জনক শইকীয়া আৰু এহেজাৰ 'গোট পাইক'ৰ ওপৰৰ বিষয়াজনক হাজৰিকা বোলা হৈছিল। ৰাজ অভিষেকৰ সময়ত নতুন ৰজাই এক উৎসৱ মুখৰ পৰিবেশৰ মাজত নিজেই খেতি কৰি এটা আদৰ্শ দাঙি ধৰিছিল। ডা-ডাঙৰীয়সকলো কৃষি কাৰ্যত লিপ্ত হৈছিল আৰু এনে কাম কৰি শ্ৰমৰ মৰ্যাদা প্ৰতিপন্ন কৰিব পাৰিছিল। আহোম যুগত



১৬ বছৰত ভৰি দিয়া পুৰুষক পাইকৰ শ্ৰেণীত ধৰা হৈছিল। গা খাটি দিব নোৱাৰা পাইকে ৰূপ চুটকা কৰ হিচাপে ৰজাক দিব লাগিছিল।

সেই যুগত নিৰ্মাণ কৰা মহামায়া মন্দিৰ, সিদ্ধেশ্বৰী মন্দিৰ, যোগীজান বিলৰ পাৰৰ বাটচ'ৰা, কামাখ্যা মন্দিৰ, কাৰেংঘৰ, শিৱদ'ল আদিয়ে আজিও পুৰণি অসমৰ স্থাপত্য আৰু ভাস্কৰ্যৰ জীয়া সাক্ষী হিচাপে থিয় দি আছে।

আহোম যুগত আয়ুৰ্বেদ শাস্ত্ৰৰ ভালেখিনি উন্নতি সাধন হয়। অসমৰ বাহিৰত পোৱা নানা গছ-গছনি, ঘাঁহ-বনৰ পৰা নানান ঔষধ তৈয়াৰ কৰা হৈছিল। বেমাৰ-আজাৰত জীৱ-জন্তুৰ চিকিৎসাৰ ব্যৱস্থা কৰা হৈছিল। হাতী আৰু ঘোঁৰাৰ বাবে বিশেষ বিষয়া নিয়োগ কৰা হৈছিল।

কোচ ৰজা নৰনাৰায়ণৰ দিনতো গৰু, ছাগলী, কুকুৰ, মেকুৰী, চৰাই-চিৰিকতিৰ বাবে চিকিৎসালয়ৰ ব্যৱস্থা কৰা হৈছিল। নৰনাৰায়ণৰ ৰাজধানী ভ্ৰমণ কৰিবলৈ অহা ৰালফ্ ফিৎছৰ বিবৃতিত ইয়াৰ উল্লেখ পোৱা যায়। হস্তায়ুৰ্বেদ, হস্তি-বিদ্যাৰ্নৱ, ঘোঁৰা নিদান আদি বিজ্ঞান সন্মত পুথি এই কালত ৰচনা কৰালৈ চাই এইটো কব পাৰি যে পশু পালনৰ ক্ষেত্ৰতো তেতিয়াৰ অসম আগৰণুৱা আছিল।

ষোড়শ শতিকাৰ মাজভাগত অসমত ৰাজত্ব কৰা এজন মহান ৰজা আছিল নৰনাৰায়ণ। নৰনাৰায়ণক অসমৰ অশোক বুলিও অভিহিত কৰা হয়। এইজনা ৰজাৰ ৰাজত্ব কালত—

"আলি মঠ পুখুৰী কৰাইলা ঠাই ঠাই,
যত বৃক্ষ ৰোৱাইলন্ত আদি অন্ত নাই।
অন্নশালা পানীশালা কৰাই দেশে দেশে,
ভোজন কৰন্ত তাতে অতিথি নিশেষে
নাহিকে দুৰ্ভিক্ষ মৰক মাৰি
শস্য মৎস যায়, নিতান্তে বাঢ়ি
প্ৰজাৰ পিৰিতি বঢ়ায় নব
দিনে দিনে বৃদ্ধি ৰং-উৎসৱ।

ৰজা নৰনাৰায়ণৰ দিনতেই বিখ্যাত গোসাঁই কমল আলিটো সাজি উলিওৱা হয়। কথিত আছে যে ৰজা নৰনাৰায়ণে ব্ৰহ্মপুত্ৰ নদীৰ গতি

১৫

নিয়ন্ত্ৰণ কৰাৰ উদ্দেশ্যে হাজোৰ ওচৰত এটা দীঘল খাল খান্দিছিল। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে সেই যুগতেই অসমত জলনিয়ন্ত্ৰণৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছিল।

ৰজা নৰনাৰায়ণৰ নিজস্ব মুদ্ৰনশালাত মুদ্ৰা তৈয়াৰ কৰা হৈছিল। ১৫৫৫ খ্ৰীষ্টাব্দৰ মোহৰ মৰা এই মুদ্ৰা ইতিমধ্যে আবিষ্কাৰ কৰা হৈছে। এই মুদ্ৰাবোৰ ৰজা হুছেইন ছাহৰ মুদ্ৰাৰ লেখীয়া বুলি কোৱা হৈছে। আহোম ৰাজত্বৰ শেষৰ ফালে অসমৰ বুকুলৈ আন্ধাৰ যুগ নামি আহে। মান-মবাণৰ উৎপাতত উজনি অসমৰ ৰাইজৰ অৱস্থা একেবাৰে কাহিল হৈ পৰিছিল। অসম বুৰঞ্জীৰ এই সন্ধিক্ষণত বৃটিছসকলে দেশ নিজৰ হাতলৈ নিলে। কৰ-কাতলৰ বোজা বৃদ্ধি পালে। দেৱোত্তৰ, ব্ৰহ্মোত্তৰকে ধৰি সকলো শ্ৰেণীৰ মাটিৰ ওপৰত বিধে বিধে কৰ লগোৱা হ'ল। গৰু-ম'হৰ ওপৰতো কৰৰ বোজা পৰিল। এই কৰ-কাটলৰ হেঁচাতেই পিছলৈ বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহৰ অগণি জ্বলি উঠিছিল আৰু পিয়লি ফুকন, মণিৰাম দেৱান প্ৰভৃতি দেশপ্ৰেমিকসকলে সেই বিদ্ৰোহৰ গুৰি ধৰিছিল।

## স্বাধীনোত্তৰ যুগ

### ( এক )

ভাৰতৰ উত্তৰ-পূব প্ৰান্তত অৱস্থিত বৰ্তমান অসমৰ আয়তন ৭৮,৫২৩ বৰ্গ কিলোমিটাৰ। এই আয়তন ভাৰতৰ মুঠ স্থলভাগৰ শতকৰা ২·৩৯ ভাগ। অসমৰ মাটিকালি প্ৰধানকৈ দুটা ভাগত ভগাব পাৰি: ভৈয়াম অঞ্চল আৰু পাহাৰী অঞ্চল। ভৈয়াম অঞ্চল ৮ খন জিলা আৰু পাহাৰী অঞ্চল ২ খন জিলাৰে গঠিত।

১৯৭১ চনৰ লোকপিয়ল মতে অসমৰ মুঠ জনসংখ্যা হ'ল ১৪৬ লাখ। এই জনসংখ্যা ভাৰতৰ মুঠ জনসংখ্যাৰ শতকৰা ২·৬৭ ভাগ। উল্লেখযোগ্য যে এই শতিকাৰ সপ্তম দশকত অসমত হোৱা জনসংখ্যা বৃদ্ধিৰ হাৰ সৰ্বভাৰতীয় হাৰতকৈ অধিক আছিল। ১৯৬১-১৯৭১ চনৰ সময়ছোৱাত ভাৰতৰ জনসংখ্যা বৃদ্ধিৰ হাৰ আছিল ২৪·৮০ শতাংশ; কিন্তু সেই একেই সময়ছোৱাত অসমৰ-জনসংখ্যা বৃদ্ধিৰ হাৰ আছিল ৩৪·৯৫ শতাংশ। সাধাৰণতে, জন্ম-হাৰ আৰু মৃত্যু-হাৰৰ পাৰ্থক্যই জনসংখ্যা বৃদ্ধি-নিৰ্ণয় কৰাত সহায় কৰে। অসমৰ ক্ষেত্ৰত জন্ম-হাৰ আৰু মৃত্যু-হাৰৰ পাৰ্থক্যৰ উপৰিও বহিৰাগতৰ সোঁতে



অসমৰ জন্ম সংখ্যা বৃদ্ধি কৰিছে। অৰ্থাৎ অসমৰ জনসংখ্যা কেৱল স্বাভাৱিক কাৰণতেই বৃদ্ধি হোৱা নাই; অস্বাভাৱিক কাৰণতো বৃদ্ধি হৈছে বুলি কব লাগিব।

কামৰূপ জিলা অসমৰ সৰ্বাধিক ঘনবসতিৰ জিলা। এই জিলাৰ মুঠ জনসংখ্যা হ'ল ২৮,৫৪,১৮৩ জন। সবাতোকৈ কম ঘনবসতিৰ জিলা উত্তৰ কাছাৰৰ মুঠ জনসংখ্যা হ'ল ৭৬,০৪৭ জন। কামৰূপ জিলাৰ মুঠ আয়তন হ'ল ৯,৮৬৩ বৰ্গ কিলোমিটাৰ আৰু উত্তৰ কাছাৰ জিলাৰ মুঠ আয়তন ৪,৮৯০ বৰ্গ কিলোমিটাৰ। অসমৰ জিলাবোৰৰ ভিতৰত সৰ্বাধিক জনবসতিৰ ঘনত্ব থকা জিলাখন হ'ল নগাওঁ জিলা আৰু সৰ্বনিম্ন জনবসতিৰ ঘনত্ব থকা জিলাখন হ'ল উত্তৰ কাছাৰ জিলা। নগাওঁ জিলাৰ জনবসতিৰ ঘনত্ব হ'ল ৩০২ জন আৰু উত্তৰ কাছাৰ জিলাৰ মাত্ৰ ১৬ জন। সমগ্ৰ অসমৰ জনবসতিৰ ঘনত্ব হ'ল ১৮৬ জন। সৰ্ব-ভাৰতীয় জনবসতিৰ ঘনত্ব হ'ল ১৬৭ জন। গতিকে অসমৰ জনবসতিৰ ঘনত্ব সৰ্বভাৰতীয় জনবসতিৰ ঘনত্বতকৈ অধিক।

অসমৰ জনসংখ্যাৰ গঠনলৈ মন কৰিলে দেখা যাব যে অসমত প্ৰতি হাজাৰজন পুৰুষৰ বিপৰীতে ৮৯৬ গৰাকী মহিলা আছে। সৰ্বভাৰতীয় পৰ্যায়ত এই সংখ্যা হ'ব প্ৰতি হাজাৰ জন পুৰুষে প্ৰতি ৯৩০ গৰাকী মহিলা।

অসমৰ স্বাক্ষৰতাৰ হাৰ ২৮·১ শতাংশ। সৰ্বভাৰতীয় স্বাক্ষৰতাৰ হাৰ হ'ল ২৯·৪৬ শতাংশ। অসমৰ শিৱসাগৰ জিলাত স্বাক্ষৰতাৰ হাৰ সৰ্বোচ্চ—৩৬.৬ শতাংশ আৰু মিকিৰ পাহাৰ জিলাত এই হাৰ সৰ্বোনিম্ন—১৯·২ শতাংশ।

অসম গাওঁপ্ৰধান ৰাজ্য। অসমৰ মুঠ জনসংখ্যাৰ শতকৰা ৮·৯ শতাংশ নগৰত আৰু ৯১·১ শতাংশ গাৱঁত বাস কৰে। সমগ্ৰ ভাৰতবৰ্ষৰ মুঠ জনসংখ্যাৰ শতকৰা ১৯·৯ ভাগ নগৰত আৰু শতকৰা ৮০·১ ভাগ গাৱঁত বাস কৰে। অসমৰ জনসংখ্যাৰ তথা ভাৰতৰ জনসংখ্যাৰ অধিকাংশ গাওঁবাসী হোৱাৰ মূলতে হৈছে উদ্যোগীকৰণৰ অভাৱ। নগৰ অঞ্চলত শিল্প-উদ্যোগ আদি গঢ়ি নুঠিলে গাওঁ অঞ্চলৰ পৰা শ্ৰমিক নগৰ অঞ্চললৈ কৰ্মসংস্থান বিচাৰি আহিব নোৱাৰে। আনহাতেদি দ্ৰুত গতিত জনংসখ্যা বৃদ্ধি হোৱাৰ ফলত আৰু কৃষিপ্ৰধান গাওঁ অঞ্চলত কৰ্মসংস্থানৰ সা-সুবিধা বৃদ্ধি নোহোৱা বাবে গাওঁ অঞ্চলত অতিৰিক্ত শ্ৰমিকৰ সৃষ্টি হৈছে

আৰু এইদৰে নিবনুৱা সমস্যাই জটিল ৰূপ ধাৰণ কৰিছে। ১৯৫১ চনৰ পৰা ১৯৭১ চনৰ সময়ছোৱাত ১১·৫ লাখ অতিৰিক্ত শ্ৰমিকক কৃষি খণ্ডত সংযুক্ত কৰা হৈছে।

( দুই )

কৃষি অসমৰ অৰ্থনীতিৰ মেৰুদণ্ডস্বৰূপ। ৰাজ্যখনৰ শতকৰা ৭০ ভাগৰো অধিক লোক কৃষিজীৱী আৰু মুঠ কৰ্মৰত জনসংখ্যাৰ শতকৰা ৬৫·৭ ভাগেই হ'ল কৃষক। ১৯৪৮-৪৯ চনৰ মূল্যস্তৰৰ ভিত্তিত ৰাজ্যখনৰ মুঠ আয়ৰ শতকৰা ৪৬·৬ ভাগ কৃষিৰ পৰা উপাৰ্জন কৰা হয়। এই উপাৰ্জনৰ ভিতৰত প্ৰকৃত কৃষিকাৰ্য, চাহখেতি, পশুপালন, মীনমহল আৰু বনাঞ্চল পৰা সংগ্ৰহ কৰা আয় ধৰা হৈছে।

অসমৰ মুঠ খেতিৰ মাটিৰ ২।৩ অংশত ধান খেতি কৰা হয়। ধানকে ধৰি কুঁহিয়াৰ, ঘেঁহু, আলু, দাইল ইত্যাদি খাদ্য শস্য উৎপাদন কৰাৰ উপৰিও অসমে ভাৰতৰ দুটা প্ৰধান বৈদেশিক মুদ্ৰা অৰ্জন কৰি সমগ্ৰ উৎপাদন কৰাৰো গৌৰৱ অৰ্জন কৰিছে। চাহ আৰু মৰাপাট অসমত যথেষ্ট পৰিমাণে উৎপাদন কৰা হয় আৰু বিদেশৰ বজাৰলৈ এই দুটা সামগ্ৰী ৰপ্তানি কৰি ভালেখিনি বৈদেশিক মুদ্ৰা অৰ্জন কৰা হয়। ৰাজ্যখনৰ মুঠ স্থলভাগৰ শতকৰা ৮ ভাগত চাহ খেতি কৰা হয়। ডিব্ৰুগড়, লক্ষীমপুৰ, শিৱসাগৰ, দৰং আৰু কাছাৰ জিলাত প্ৰধানকৈ চাহ খেতি কৰা হয়। ১৯৭১-৭২ চনৰ চাহ ব'ৰ্ডে দিয়া হিচাপ মতে অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ ১,৫১,৩০৭ হেক্টৰ আৰু কাছাৰৰ ৩১,০১৮ হেক্টৰ মাটিত চাহ খেতি কৰা হয়। উল্লেখযোগ্য যে সমগ্ৰ পশ্চিমবঙ্গত ৮৮,৪০৯ হেক্টৰ আৰু ত্ৰিপুৰাত ৫,৪৪৪ হেক্টৰ মাটিত চাহ খেতি কৰা হয়। ১৯৭৩-৭৪ চনত প্ৰকাশিত চাহ শিল্পৰ পৰিসংখ্যা মতে ১৯৭৩ চনত ভাৰতবৰ্ষত ৪৭২ নিযুত কিলোগ্ৰাম চাহ উৎপন্ন হয় আৰু ইয়াৰে ২৫১ নিযুত কিলোগ্ৰাম অসমত, ১১১ নিযুত কিলোগ্ৰাম পশ্চিমবঙ্গত, ৬ নিযুত কিলোগ্ৰাম উত্তৰ ভাৰতৰ আন আন ৰাজ্যত ৰাজ্যত, ৫৫ নিযুত কিলোগ্ৰাম তামিলনাডুত, ৪১ নিযুত কিলোগ্ৰাম কেৰেলাত আৰু ২ নিযুত কিলোগ্ৰাম কৰ্ণাটকত উৎপন্ন হয়। আফ্ৰিকা আৰু শ্ৰীলংকাত এই পৰিমাণ হৈছে যথাক্ৰমে ১০০৭ কেজি আৰু ৪৭২ কেজি। ভাৰতৰ উত্তৰ-পূব



অঞ্চলত সমগ্ৰ ভাৰতৰ মুঠ চাহ উৎপাদনৰ শতকৰা ৫৪ ভাগ উৎপন্ন হয় আৰু অসমে অকলে ভাৰতৰ মুঠ চাহ উৎপাদনৰ শতকৰা ৫৩ ভাগ আৰু উত্তৰ-পূব অঞ্চলটোৰ মুঠ উৎপাদনৰ শতকৰা ৯৯ ভাগ চাহ উৎপাদন কৰে। অসমত উৎপাদন হোৱা শতকৰা ৭৫ ভাগ চাহ ৰপ্তানি কৰা হয়।

শ্ৰম-ভিত্তিক চাহ-উদ্যোগত অসমৰ ৩৯৭, ৩৭০ জন শ্ৰমিকৰ কৰ্মসংস্থান হৈছে। চাহ-উদ্যোগৰ উন্নতিৰ লগত আন আন বহুতো সহযোগী উদ্যোগ, যেনে—প্লাইউড উদ্যোগ, এলিউমিনিয়াম উদ্যোগ, চাহ-ৰ'লাৰ উদ্যোগ ইত্যাদিৰ উন্নতিও সাঙোৰ খাই আছে। চাহ-উদ্যোগৰ লগত উত্তৰ-পূব অঞ্চলৰ সাৰ-উদ্যোগৰ সম্পৰ্কও উল্লেখযোগ্য ; কাৰণ মুঠ সাৰ উৎপাদনৰ শতকৰা ৭৫ ভাগ চাহ-উদ্যোগে ব্যৱহাৰ কৰে। চাহ-উদ্যোগৰ উন্নতিৰ লগে লগে কয়লা আৰু জনশক্তিৰ ব্যৱহাৰো অধিক হৈ পৰে। চাহ-উদ্যোগৰ পৰা অসমে সৰ্বোচ্চ পৰিমাণৰ কৃষি আয়কৰ সংগ্ৰহ কৰে। অসমৰ চাহ-উদ্যোগৰ মুঠ আয়ৰ শতকৰা ৬০ ভাগ কৃষি আয়কৰ হিচাপে চৰকাৰৰ ঘৰলৈ যায়। তামিলনাডুত এই পৰিমাণ শতকৰা ৪৫ ভাগ, পশ্চিমবঙ্গত শতকৰা ৫০ ভাগ, কেৰেলাত শতকৰা ৫৫ ভাগ। এই প্ৰসঙ্গতেই অসমত চাহ খেতিৰ ইতিহাসলৈ মন কৰিব পাৰি।

১৮২৬ চনত উজনি অসমৰ বনাঞ্চলত চি. এ. ব্ৰুছ চাহাবে চাহগছ প্ৰথমে অসমত আবিষ্কাৰ কৰে। অসমৰ পৰা চাহৰ প্ৰথম নমুনা ইংলণ্ডলৈ পঠোৱা হৈছিল ১৮৩৪ চনত। ১৮৩৯ চনত অসম চাহ কোম্পানী গঠিত হয়। উল্লেখযোগ্য যে এই কোম্পানীতেই দেৱান হিচাপে মণিৰাম দেৱানে কিছুকাল সেৱা আগবঢ়াইছিল। ১৮৩৯ চনৰ ১০ জানুৱাৰীত অসমৰ চাহ পোন প্ৰথমবাৰৰ বাবে লণ্ডনৰ চাহ নীলাম বজাৰত বিক্ৰী কৰা হৈছিল। উল্লেখযোগ্য যে চাহ-উদ্যোগৰ উন্নতিৰ লগে লগে পিছলৈ আন আন ঠাইৰ উপৰিও কলিকতাত ১৮৬১ চনত, কলম্বোত ১৮৮৩ চনত, কোচিনত ১৯৪৭ চনত আৰু গুৱাহাটীত ১৯৭০ চনত চাহৰ নীলাম বজাৰ খোলা হয়। ভাৰতত চাহৰ নীলাম বজাৰ খোলাৰ লগে লগে ভাৰতীয় চাহৰ বাবে লণ্ডনৰ চাহ নীলাম বজাৰৰ গুৰুত্ব কমি আহিছে। বৰ্তমানৰ অসমৰ শতকৰা প্ৰায় ৫০ ভাগ চাহ গুৱাহাটী চাহ নীলাম বজাৰৰ যোগেদি বিক্ৰী কৰা হয়। ১৯৭১ চনত গুৱাহাটী চাহ নীলাম বজাৰৰ বিক্ৰীৰ পৰিমাণ ১৯৭০ চনৰ তুলনাত ১২·৯০ নিযুত কেজি অধিক হয়। দেশ

বিভাজন আৰু পিছত ১৯৬২ আৰু ১৯৬৫ চনৰ সংঘৰ্ষৰ ফলত অসম আৰু কলিকতাৰ মাজত অভ্যন্তৰীণ জলপথ বিচ্ছিন্ন হৈ যোৱাৰ ফলত অসমৰ চাহ শিল্পই যি কঠিন পৰিস্থিতিৰ সম্মুখীন হ'বলগীয়া হৈছিল তাৰেই পটভূমিত ১৯৭০ চনৰ ২৫ চেপ্তেম্বৰৰ দিনা গুৱাহাটী চাহ নীলাম বজাৰ মুকলি কৰা হৈছিল। গুৱাহাটী চাহ নীলাম কেন্দ্ৰৰ ইতিমধ্যে ৫ বছৰ পূৰ্ণ হ'ল।

অসমৰ চাহ শিল্প কেৱল অসমৰ অৰ্থনীতিৰ এটা ঘাই অঙ্গই নহয়; অসমৰ লোক সংস্কৃতি-জগতলৈও চাহ শিল্পই বহুমূলীয়া অৰিহণা আগবঢ়াইছে। অসমৰ অসংখ্য চাহ বাগান নিজৰ শ্ৰম দি জীয়াই ৰখা অসংখ্য চাহ বনুৱাৰ হাঁহি-কান্দোন, ৰং-ধেমালি সুখ-দুখ যি মুকলিমূৰীয়া নৃত্য-গীতৰ তালে তালে প্ৰকাশ পাইছে, সেই নৃত্য-গীত অসমীয়া লোক-সংস্কৃতিৰ এটা অবিচ্ছেদ্য অঙ্গ। চাহৰ দৰে মৰাপাট উৎপাদনৰ বাবেও অসম বিখ্যাত। ১৯৫০-৫১ চনত ১২৩ হাজাৰ হেক্টৰ মাটিত মৰাপাট উৎপাদন কৰা হৈছিল। ১৯৭২-৭৩ চনত ১৩৪ হাজাৰ হেক্টৰ মাটিত মৰাপাটৰ খেতি কৰা হয়। ১৯৫০-৫১ চনত চনত হেক্টৰে প্ৰতি ১,০৮৪ কিলো মৰাপাট উৎপাদন কৰা হৈছিল। ১৯৭২-৭৩ চনত এই পৰিমাণ বৃদ্ধি পালে ১,৩৫৩ কেজিলৈ।

অসম চৰকাৰে ১৯৭৩-৭৪ চনত প্ৰতিখন মহকুমাতে কৃষি-পাম নিগম গঠনৰ আঁচনি হাতত লয়। বৰ্তমান ৪ খন কৃষি-পাম নিগম স্থাপন কৰা হৈছে। ভূমিহীন দুখীয়া খেতিয়কৰ বাবে কৃষি-পাম নিগম স্থাপন কৰা হৈছে। আৰ্থিকভাবে জুৰুলা হোৱা খেতিয়ক যাতে সময়ত গৈ ভূমিহীন হৈ নপৰে আৰু ঋণগ্ৰস্ত হৈ নপৰে আৰু উন্নত কৃষি-প্ৰণালী অৱলম্বন কৰি যাতে তেনে খেতিয়ক আৰ্থিক ক্ষেত্ৰত স্বাৱলম্বী হব পাৰে সেইটো নিশ্চিত কৰিবলৈকে কৃষি-পাম নিগম গঠন কৰা হৈছে। প্ৰকৃত ভূমি-হীন খেতিয়ক এই নিগমৰ সদস্য হ'ব পাৰিব। সদস্য হোৱা প্ৰতিজন খেতিয়কে অন্ততঃ ৮ বিঘাকৈ খেতিৰ মাটি পাব আৰু লগে লগে উন্নত বীজ, সাৰ, প্ৰয়োজনীয় পানী ইত্যাদি যাবতীয় আহিলা-পাতিও খেতিয়কক যোগান ধৰা হ'ব। এইদৰে মাটি পোৱা খেতিয়কৰ মাটিৰ ওপৰত ব্যক্তিগত স্বত্ব নাথাকিব। সন্দেহ নাই, কৃষি-পাম নিগম গঠনৰ উদ্দেশ্য মহৎ। কিন্তু বাস্তৱক্ষেত্ৰত এই নিগমৰ সাফল্য বিশেষ পৰিলক্ষিত হোৱা নাই।



কৃষি-পাম নিগমৰ উপৰিও কৃষিৰ উন্নতিৰ হকে অসমত আৰু তিনিটা নিগম স্থাপন কৰা হয়। অসম কৃষি-উদ্যোগ উন্নয়ন নিগমৰ যোগেদি খেতিয়কসকলৰ বাবে সাৰ, যন্ত্ৰপাতি আদি উৎপাদনৰ আহিলা যোগান ধৰা হৈছে। অসম বীজ নিগম লিমিটেডৰ যোগেদি বীজ ফাৰ্মবিলাকত উন্নত ধৰণৰ বীজ উৎপাদনৰ বাবে চেষ্টা চলোৱা হৈছে। ১৯৪৭ চনৰ ১ চেপ্তেম্বৰত অসম ৰোপণ শস্য উন্নয়ন নিগম প্ৰতিষ্ঠা কৰা হয়। মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰ জিলাত কফি আৰু ৰবৰ খেতি কৰিবৰ বাবে এই নিগমৰ যোগেদি চেষ্টা চলোৱা হৈছে। মিকিৰ পাহাৰ জিলাত ২৬০০ হেক্টৰ মাটিত ৰবৰ আৰু ২৩০০ হেক্টৰ মাটিত কফিৰ খেতি কৰা হ'ব। ঠিক সেইদৰে উত্তৰ কাছাৰ জিলাত ৩০০ হেক্টৰ মাটিত ৰবৰ আৰু ৯২০ হেক্টৰ মাটিত কফি খেতি কৰা হ'ব। এইটো আশা কৰা হৈছে যে কফি আৰু ৰবৰ খেতিয়ে অসমৰ পাৰ্বত্য অঞ্চলত পৰম্পৰাগত-ভাবে চলি অহা ঝুম খেতিৰ অন্ত পেলাব আৰু লগে লগে ঝুম খেতিৰ প্ৰভাৱত বিনষ্ট হৈ অহা বনাঞ্চলো ৰক্ষা পৰিব।

অসমত প্ৰতি বছৰে হোৱা প্ৰলয়ংকৰী বানপানীয়ে অসমৰ বিস্তীৰ্ণ অঞ্চল বুৰাই পেলায়, হাজাৰ হাজাৰ লোকক গৃহহীন কৰে, শস্য আৰু সম্পত্তিৰ বিস্তৰ ক্ষতি সাধন কৰে আৰু বহুজনক পৃথিবীৰ বুকুৰ পৰা নিঃশেষ কৰি দিয়ে। ডিব্ৰুগড়ৰ পৰা ধুবুৰীলৈকে ৭২০ কিলোমিটাৰ জোৱা মহাবাহু ব্ৰহ্মপুত্ৰ আৰু সোৱণশিৰী, বুঢ়ীদিহিং, দিখৌ, ভোগদৈ, ধনশিৰী, কপিলী, পাগলাদিয়া, পুথিমাৰী, কলং ইত্যাদি ইয়াৰ উপনৈবোৰ আৰু কাছাৰৰ বৰাক নদীৰ বানে অসমৰ অৰ্থনীতিৰ প্ৰভূত ক্ষতি সাধন কৰে। সন্মিলিত ৰাষ্ট্ৰসংঘৰ খাদ্য আৰু কৃষি সন্থাৰ উদ্যোগত অসম চৰকাৰৰ অৰ্থনীতি আৰু পৰিসংখ্যা সঞ্চালকালয়ে চলোৱা পিয়ল অনুসৰি ১৯৬১-৭১ চনৰ দশকটোত মুঠতে ৮৬ কোটি টকাৰ শস্য, সম্পত্তি আৰু গৰু-ম'হ অসমে হেৰুৱাব লগাত পৰে। অসমত প্ৰলয়ংকৰী বানপানী হোৱা বছৰকেইটা হ'ল ১৯৫৪ চন, ১৯৬২ চন, ১৯৬৬চন, ১৯৭২ চন, ১৯৭৩ চন আৰু ১৯৭৪ চন। এই বছৰকেইটাত যথাক্ৰমে ১৬ কোটি, ২৩ কোটি, ২৫ কোটি, ২৫ কোটি, ১৭ কোটি আৰু ৪০ কোটি টকাৰ শস্য, সম্পত্তি আদি লোকচান হয়।

অসম ভূমিকম্প প্ৰধান মণ্ডলত অৱস্থিত। অসমৰ নদ-নদীয়ে সঘনে গতি সলায়। অসম অতিবৃষ্টি অঞ্চলতো অৱস্থিত। সেয়ে অসমৰ বান-

নিয়ন্ত্ৰণ সমস্যাটো জটিল সমস্যা। কেৱল ৰাজ্য চৰকাৰেই এই সমস্যাৰ সমাধান কৰিব নোৱাৰে। প্ৰকৃতপক্ষে, এই সমস্যা সমাধান কৰিবলৈ আন্তৰ্জাতিক প্ৰচেষ্টা চলিব লাগিব, কাৰণ ব্ৰহ্মপুত্ৰ এখন আন্তৰ্জাতিক নদী। অসমৰ বান নিয়ন্ত্ৰণৰ বাবে ১৯৭০ চনত কেন্দ্ৰীয় চৰকাৰে ব্ৰহ্মপুত্ৰ বান নিয়ন্ত্ৰণ ব'ৰ্ড গঠন কৰি দিয়ে। এইখিনিতে উনুকিয়াই থব পাৰি যে জলসিঞ্চন আৰু বিদ্যুৎ শক্তিৰ ক্ষেত্ৰতো ভালেখিনি সাফল্য লাভ কৰা হৈছে। ধনশিচা জলসিঞ্চন, কলডিয়া জলসিঞ্চন আঁচনি ইত্যাদি আঁচনি গ্ৰহণ কৰা হৈছে।

অসমত গঢ়ি উঠা কৃষি-ভিত্তিক উদ্যোগবোৰৰ ভিতৰত সমবায় খণ্ডৰ বছৰি ৫ লাখ টন ধান বনা ২৭৩ টা ধানকল, ১৯৫৫ চনত দেৰগাওঁত স্থাপিত প্ৰথমটো চেনিকল, চাৰগোলাত আন এটা চেনিকল, শিলঘাট, মঙ্গলদৈ আৰু বৰপেটাৰ মৰাপাট কল, যোগীঘোপাৰ কাগজ কলে প্ৰধান।

উল্লেখযোগ্য যে গাওঁ অঞ্চলৰ সমবায় আৰু বেংকৰ যোগেদি খেতিয়ক আৰু অন্যান্য শ্ৰমিকক ঋণ যোগান ধৰাৰ ব্যৱস্থা কৰা হৈছে। ১৯৭৬ চনৰ ৬ জুলাইত নলবাৰীত অসমৰ প্ৰথম আঞ্চলিক গ্ৰাম্য বেংক উদ্বোধন কৰা হৈছে। এই বেংকে কামৰূপ, গোৱালপাৰা আৰু দৰং জিলাৰ চাহিদা পূৰণ কৰিব।

## ( তিনি )

প্ৰাকৃতিক সম্পদত অসম এখন চহকী ৰাজ্য। প্ৰকৃতিয়ে খনিজ বনজ আৰু জলজ সম্পদ মুক্তহস্তে অসমক দান দিছে। এই সম্পদ-ৰাজিৰ আবিষ্কাৰ আৰু ব্যৱহাৰক কেন্দ্ৰ কৰি অসমত নানান শিল্প-উদ্যোগ গঢ়ি উঠিছে আৰু আন বহুতো শিল্প-উদ্যোগ গঢ়ি উঠাৰ উজ্জ্বল সম্ভাৱনাই দেখা দিছে। অসমৰ উত্তৰ কাছাৰ তাৰু মিকিৰ পাহাৰ জিলাত চূনশিল আছে। গোৱালপাৰাৰ অভয়াপুৰী আৰু কামৰূপৰ ৰঙ্গচাপৰ এলেকাত লোৰ আকৰ আবিস্কৃত হৈছে। গোৱালপাৰাৰ মহামায়া পাহাৰৰ গৰ্ভত তামৰ সন্ধেদ পোৱা গৈছে। উল্লেখযোগ্য যে এসময়ত লক্ষীমপুৰ, শিৱসাগৰ আৰু দৰং জিলাৰ নৈবোৰত সোণৰ চেকুৰা পোৱা গৈছিল। আহোমৰ ৰাজত্ব কালত সোৱণশিৰী নৈৰ পৰা সোণ সংগ্ৰহ কৰা হৈছিল। আনকি পিছলৈ বৃটিছসকলে সোৱণশিৰী নৈখন খান্দি পেলোৱাৰ কথাও চিন্তা কৰিছিল। মিকিৰ পাহাৰ অঞ্চলত জিপচামৰ সন্ধান পোৱা গৈছে। ১৮৩৪ চনতেই



তেতিয়াৰ অসমৰ চেৰাপুঞ্জী ( বৰ্তমান মেঘালয় ৰাজ্যত )ত কয়লাৰ খনন কাৰ্য আৰম্ভ কৰা হৈছিল। ইয়াৰ পিছত ১৮৮২ চনত অসম ৰেলৱে আৰু ট্ৰেডিং কোম্পানীয়ে উজনি অসমত কয়লা আবিষ্কাৰ কৰাৰ লগে লগেই অসমত কয়লা উৎপাদনৰ এটা উল্লেখযোগ্য দিশৰ সূচনা হয়। নাজিৰা অঞ্চলত পোৱা কয়লা উৎকৃষ্ট মানৰ বুলি ঠাৱৰ কৰা হৈছে। 'শ্ব ৱালেছ্ এণ্ড কোম্পানীয়ে' এই অঞ্চলটোত খনন কাৰ্য চলাইছে। অসমত ১৯৭৩ চনত ৪৬৩ হাজাৰ টন কয়লা উৎপাদন কৰা হৈছিল। অসমৰ কয়লা উৎপাদন নিৰ্ভৰ কৰিছে ঘাইকৈ পথ আৰু ৰেল পৰিবহন আৰু চাহ-শিল্পৰ উন্নতিৰ ওপৰত।

কয়লাৰ দৰে খাৰুৱা তেল আৰু প্ৰাকৃতিক গেছৰ ক্ষেত্ৰতো অসম চহকী। ১৯৫৮ চনত কাম্বে অঞ্চলত তেল আবিষ্কাৰ হোৱাৰ আগলৈকে ভাৰতৰ ভিতৰত অসমেই একমাত্ৰ তেল উৎপাদনকাৰী ৰাজ্য আছিল। ১৮২৫ চনতেই পোনপ্ৰথমে উজনি অসমত তেলৰ সন্ধান পোৱা হৈছিল। ১৯০১ চনত ডিগবৈ শোধনাগাৰ স্থাপন কৰা হয়। এই শোধনাগাৰত দৈনিক ৫০০ বেৰেল তেল শোধনৰ ব্যৱস্থা কৰা হয়। ১৯৭২ চনত এই শোধনাগাৰে ৫৩৪ হাজাৰ টন তেল শোধন কৰে। বৰ্তমান ডিগবৈ আৰু নাহৰকটীয়া, মৰাণ, লাকুৱা আৰু ৰুদ্ৰসাগৰ অঞ্চলত তেল পোৱা গৈছে। অসমৰ এই অঞ্চলবোৰে যোগান ধৰিব পৰা তেলৰ পৰিমাণলৈ লক্ষ্য ৰাখি বিহাৰৰ বাৰাউনিত এটা আৰু অসমৰ গুৱাহাটী আৰু বঙাই-গাৱঁত দুটা—মুঠতে তিনিটা তেল শোধনাগাৰ পতা হৈছে। ১৯৬২ চনত গুৱাহাটী শোধানাগাৰটো কাৰ্যক্ষম হৈ উঠে। গুৱাহাটী শোধনাগাৰটোৱেই ভাৰতৰ প্ৰথম ৰাষ্ট্ৰীয় শোধনাগাৰ। এই শোধনাগাৰটোৱে অন্যান্য সামগ্ৰীৰ উপৰিও মটৰ-স্পিৰিট, হাই ডিজেল তেল, বিমানৰ তেল, বগা আৰু ৰঙা কেৰাচিন, পেট্ৰলিয়াম, ক'ক আদি উৎপাদন কৰে। ১৯৭২ চনৰ পৰা বঙাইগাওঁ শোধনাগাৰ আৰু পেট্ৰ'-কেমিকেল উদ্যোগ-চক্ৰ নিৰ্মাণ কাৰ্য চলি আছে। এই শোধনাগাৰটোৱে বছৰি ১ নিযুত টন খাৰুৱা তেল শোধন কৰিব। আন আন সামগ্ৰীৰ উপৰিও এই শোধনাগাৰে নেপ্থা, কেৰাচিন, পাতল ডিজেল তেল উৎপাদন কৰি উলিয়াব। বঙাইগাওঁ উদ্যোগ-চক্ৰই পলিষ্টাৰ সূতা, কেলচাইন ক'ক, কেৰাচিন ক'ক, নাইট্ৰোজেনযুক্ত সাৰ ইত্যাদি প্ৰস্তুত কৰিব বুলি আশা কৰা হৈছে।

খাৰুৱা তেল উদঘাটনৰ লগে লগে প্ৰাকৃতিক গেছ উৎপন্ন হয়। প্ৰাকৃতিক গেছৰ ওপৰত ভিত্তি কৰি অসম ঔদ্যোগিক উন্নয়ন নিগমে নামৰূপত এটা পেট্ৰ'কেমিকেল উদ্যোগ-চক্ৰ পতাৰ কাম হাতত লৈছে। চৰকাৰী খণ্ডত ডিব্ৰুগড়ৰ দিল্লী নদীৰ পাৰত নামৰূপত এটা সাৰ কাৰখানা স্থাপন কৰা হৈছে। প্ৰাকৃতিক গেছৰ ওপৰত ভিত্তি কৰি, সাৰ উৎপাদন কৰা ১৯৬৯ চনত স্থাপন কৰা নামৰূপৰ এই কাৰখানাটোৱেই দেশৰ ভিতৰত সৰ্বপ্ৰথম উৎপাদন আৰম্ভ কৰে। ১৯৭৫-৭৬ চনত নামৰূপ সাৰ কাৰখানাই উৎপাদনৰ ক্ষেত্ৰত এটা নতুন অভিলেখ সৃষ্টি কৰিছে। এই বছৰটোত বাৰ্ষিক ৪৫ হাজাৰ টন নাইট্ৰোজেন উৎপাদন ক্ষমতাৰ বিপৰীতে ৪৫,৩৫২ টন নাইট্ৰোজেন উৎপাদন কৰা হয়। সেইদৰে ইউৰিয়া আৰু এমনিয়াম ছালফেটৰ ক্ষেত্ৰতো বাৰ্ষিক উৎপাদন ক্ষমতাতকৈ বহুত বেছি উৎপাদন কৰা হয়। ১৯৭৫-৭৬ চনত এই কাৰখানাটোৱে উৎপাদন কৰা সামগ্ৰীৰ মূল্য হ'ল ১২ কোটি টকা। ১৯৬৯ চনৰ পৰা ১৯৭৫-৭৬ চনৰ সময়ছোৱাত নামৰূপ সাৰ কাৰখানাই প্ৰায় ৮২ কোটি টকাৰ মূল্যৰ সাৰ উৎপাদন কৰিছে।

তেল আৰু সাৰ উদ্যোগৰ উপৰিও অসমৰ দুটা খনিজভিত্তিক উদ্যোগ হ'ল যোগীঘোপাৰ অশোক কাগজ কলৰ লগতে স্থাপন কৰিব খোজা কষ্টিক চদা আৰু কোৰাইন উৎপাদন গোট আৰু বোকাজানৰ ১৯৭১ চনত আধাৰশিলা স্থাপন কৰা দৈনিক ৬০০ টন বিলাতী মাটি উৎপাদন কৰিব পৰা বিলাতী মাটিৰ কাৰখানা।

খনিজ সম্পদৰ দৰে বনজ সম্পদৰ ক্ষেত্ৰতো অসম এখন লেখত লবলগীয়া ৰাজ্য। নাগালেণ্ড, মেঘালয়, অৰুণাচল আৰু মিজোৰাম সৃষ্টি হোৱাৰ পিছত অসমৰ সংৰক্ষিত বনাঞ্চলৰ পৰিমাণ হ'ল ১৫,৩৪৫ বৰ্গ কিলোমিটাৰ। এই বনাঞ্চল শাল, গমাৰি, শিৰীষ, শিশু, হোলোং, আমৰি, বনচোম, চেগুণ, শিমলু আদি বহুমূলীয়া গছ, নানা জাতীয় বাঁহ-বেত আদি নানান আপুৰুগীয়া উদ্ভিদেৰে ভৰপুৰ। এই বনাঞ্চলে ৰাজ্যখনৰ জলবায়ু নিয়ন্ত্ৰণ আৰু ভূমি সংৰক্ষণ কৰাৰ উপৰিও চৰকাৰী ৰাজহ আৰু নানা শিল্প-উদ্যোগৰ কেচাঁ সামগ্ৰীৰ উৎস হিচাবে অসমৰ অৰ্থনীতিত এক মহান ভূমিকা গ্ৰহণ কৰি আহিছে। তদুপৰি পৃথিবী বিখ্যাত এশিঙীয়া গড় (ৰাজ্য চৰকাৰৰ প্ৰতীক), হাতী, মেথোন, গৰু,



বিবিধ হৰিণ, বাঘ, নানা ৰঙৰ বনৰীয়া চৰাই আদিৰে ভৰপূৰ এই বনাঞ্চলে বন্যজন্তুপ্ৰেমী আৰু প্ৰকৃতিপ্ৰেমীলোকক সদায় আৰ্কষিত কৰি আহিছে। বিদেশী পৰ্যটকসকলৰ যোগেদি চৰকাৰে ভালেখিনি বৈদেশিক মুদ্ৰা অৰ্জন কৰিবলৈও সক্ষম হৈছে। ৪৩০ বৰ্গ কিলোমিটাৰ জোৰা শিৱসাগৰ আৰু নগাওঁ জিলাৰ মাজত অৱস্থিত ৰাষ্ট্ৰীয় উদ্যান কাজিৰঙা (লেডী কাৰ্জনৰ নাম অনুসৰি) পৃথিবীৰ এখন প্ৰথম শ্ৰেণীৰ অভয়াৰণ্য। অসমৰ আন এখন উল্লেখযোগ্য অভয়াৰণ্য হৈছে ১০৫ বৰ্গমাইল জোৰা ভূটান পাহাৰৰ নামনিত কামৰূপ জিলাত অৱস্থিত মানস অভয়াৰণ্য।

অসমত বনজ সম্পদৰ ওপৰত ভিত্তি কৰি কেইবাটাও উদ্যোগ ইতিমধ্যে স্থাপন কৰা হৈছে আৰু আন কেইবাটাও উদ্যোগ স্থাপনৰ উজ্বল সম্ভাৱনা আছে। যোগীঘোপাৰ অশোক কাগজ কলে দৈনিক ১২০ টন কাগজৰ মণ্ড আৰু ৯০ টন কাগজ উৎপাদন কৰাৰ লক্ষ্য ধাৰ্য কৰিছে। ইয়াৰ উপৰিও অসমৰ কাছাৰ জিলাকে ধৰি পশ্চিম-দক্ষিণ আৰু মধ্যম খণ্ডতো কাগজ কাৰখানা স্থাপনৰ প্ৰস্তাৱ কৰা হৈছে। টান কাঠ শাল, হলং, বনচোম ইত্যাদিৰ ওপৰত নিৰ্ভৰ কৰি হাৰ্ডবোৰ্ড, ইনচিউলেচন বোৰ্ড, প্লাইউড্ আৰু শ্লীপাৰছ্ নিৰ্মাণ কাৰখানা স্থাপনৰ বাটতো ভালেখিনি আগবাঢ়িব পৰা হৈছে। ইতিমধ্যে ১৯৬০ চনত গুৱাহাটীৰ ওচৰৰ পানীখাইতীত এটা হাৰ্ডবোৰ্ড কাৰখানা স্থাপন কৰা হয়। প্লাইউডৰ ক্ষেত্ৰত অসমে বিশেষভাৱে গৌৰৱ কৰাৰ থল আছে। ভাৰতৰ মুঠ প্লাইউড উৎপাদনৰ শতকৰা ৫৫ ভাগ অকল অসমতে উৎপাদন হয়। প্লাইউড উদ্যোগে চাহৰ বাকচ তৈয়াৰ কৰাৰ উপৰিও ৰপ্তানিৰ বাবে প্লাইউড তৈয়াৰ কৰে। ৰাজ্যখনৰ প্লাইউড উদ্যোগ প্ৰধানকৈ উজনি অসমত কেন্দ্ৰীভূত হৈছে। প্ৰথম মহাসমৰৰ পিছত ভাৰতৰ ভিতৰত অসমতেই ১৯২০-২১ চনত প্ৰথম প্লাইউড কাৰখানা স্থাপন কৰা হয়। বাৰ্ড এণ্ড কোম্পানী নামৰ বৃটিছ প্ৰতিষ্ঠান এটাই চাহ ৰপ্তানিৰ বাবে প্লাইউড উৎপাদনৰ কথা প্ৰথমে চিন্তা কৰিছিল। ১৮৮০ চনৰ পৰা যেতিয়া বহুতো চাহ বাগিচা হ'ল তেতিয়া চাহ বাকচৰ চাহিদা বৃদ্ধি পালে, ফলত ১২ টা কাঠফলা কল অসমত স্থাপন কৰা হ'ল। ইয়াৰে ১০ টাই আছিল উজনি অসমত। সেই সময়ত কলিকতাৰ ব্যৱসায়িক মহলে জাপান, নৰৱে আদি দেশৰ পৰা চাহৰ বাকচ আমদানি কৰাত অধিক গুৰুত্ব দিয়া বাবে অসমত প্লাইউড উদ্যোগে তেতিয়াই

গা কৰি উঠিব নোৱাৰিলে। বৰ্তমান অসমৰ প্লাইউড কাৰখানাই ব্যৱসায়িক ভিত্তিত প্লাইউড ইংলেণ্ড, আৰব গণৰাজ্য, ইৰাক আদি দেশলৈ ৰপ্তানি কৰে। এই ৰপ্তানিৰ মূল্য বছৰি ৫০ লাখ টকা। অসম প্লাইউড উদ্যোগে আবকাৰী কৰ, বিক্ৰী কৰ, ৰয়েল্টী, বিত্ত-কৰ আদিৰ যোগেদি ৰাজ্য চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ ৰাজহ ভঁড়াললৈ বছৰি ২ কোটি টকা যোগান ধৰি আহিছে। উল্লেখযোগ্য যে অসমৰ প্লাইউড উদ্যোগে বিদেশৰ পৰা চ'ৰা দামত প্ৰয়োজনীয় ৰাসায়নিক 'ৰেজিন' আমদানি কৰিবলগীয়া হৈছে। অৱশ্যে নামৰূপৰ পেট্ৰ'-ৰাসায়নিক প্ৰকল্পই ৰেজিন তৈয়াৰ কৰি এই সমস্যা আঁতৰ কৰিব পাৰিব বুলি আশা কৰা হৈছে।

প্লাইউড উদ্যোগৰ উপৰিও শিমলু গছৰ ওপৰত ভিত্তিকৰি অসমত জুইশলা-উদ্যোগো স্থাপন কৰা হৈছে। ১৯২৫ চনত ধুবুৰীত স্থাপিত জুইশলা-উদ্যোগটোৱে ভাৰতৰ মুঠ জুইশলা উৎপাদনৰ শতকৰা ৭ ভাগ যোগান ধৰে। কাছাৰ জিলাতো জুইশালা-উদ্যোগ স্থাপন কৰা হৈছে।

## ( চাৰি )

বৃহৎ আৰু মজলীয়া উদ্যোগৰ লগতে ক্ষুদ্ৰ আৰু কুটীৰ শিল্পয়ো অসমৰ অৰ্থনীতিত এক গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিছে। ৰেচম আৰু বয়ন শিল্প অসমৰ উল্লেখযোগ্য কুটীৰ শিল্প। অসমৰ পাট কাপোৰৰ উল্লেখ কালিকা পুৰাণতো পোৱা যায়। কোনো কোনো মহলৰ মতে চীনদেশৰ পৰা অসমলৈ পাটপলু আমদানি কৰা হৈছিল আৰু পিছত অসমৰ পৰা ই গৈ জাপানত পৰিছিল। সি যি কি নহওক, ৰেচম আৰু বয়ন শিল্প অসমৰ আটাইতকৈ পুৰণি কুটীৰ শিল্পবোৰৰ ভিতৰত অন্যতম। অসম বুৰঞ্জীৰ সোণালী অধ্যায় মধ্যযুগত অসমৰ পাট, মুগা আৰু এৰি বিদেশলৈ ৰপ্তানি হৈছিল। অসমৰ এৰি, মুগা আৰু পাটৰ কাপোৰত শিপিনীসকলৰ শিল্প নৈপুণ্য ভালদৰে প্ৰস্ফুটিত হৈছে আৰু এই কাপোৰে দেশ-বিদেশত মানুহৰ মন মুহিব পাৰিছে। উল্লেখযোগ্য যে পৃথিবীৰ আন কোনো দেশতে মুগা কাপোৰ তৈয়াৰ কৰা নহয়। গান্ধীজীৰ মন জয় কৰিব পৰা তাঁতৰ পাটত সাপোন ৰচা অসমীয়া শিপিনীগৰাকী জাতীয় চৰিত্ৰ আৰু সংস্কৃতিৰ প্ৰতীক। নিশাটোৰ ভিতৰতে কাপোৰ বৈ দি অসমীয়া শিপিনীয়ে প্ৰিয়জনক ৰণলৈ সাজু কৰাই পঠিয়াইছিল। আজি যান্ত্ৰিক সভ্যতাই দ্ৰুত অগ্ৰগতি



লাভ কৰা দিনতো দিনে-নিশাই লাগি তাঁতশালখনত বৈ দিয়া বিহুৱান-খনৰ কথা পাহৰি বিহুৰ কথা ভাবিব নোৱাৰি। তাঁতশিল্প অসমৰ গৌৰৱময় সম্পদ। কামৰূপ জিলাৰ শুৱালকুছিত মুগা আৰু পাট শিল্প গঢ়ি উঠিছে। বৰ্ত্তমান অসমত ১০০ তকৈয়ো বেছি এৰি বীজ যোগান কেন্দ্ৰ আৰু ১৪ খন পলু ফাৰ্ম আছে। নগাঁৱৰ জাগীৰোডত অৱস্থিত পাটসূতা কাৰখানাই আভ্যন্তৰীণ চাহিদা পূৰণ কৰাৰ উপৰিও বিদেশলৈ সূতা ৰপ্তানি কৰে। ১৯৭২-৭৩ চনত এই কাৰখানাই জাপানলৈ ১৯'২৫ লাখ টকা মূল্যৰ সূতা ৰপ্তানি কৰে। প্ৰাকৃতিক পাট সূতা উৎপাদনৰ প্ৰশিক্ষণ আৰু গবেষণাৰ বাবে তিতাবৰত ৰেচম প্ৰশিক্ষণ বিদ্যালয় আৰু গৱেষণা কেন্দ্ৰ স্থাপন কৰা হৈছে। এটা মুগা গৱেষণা উপকেন্দ্ৰও ঢকুৱাখানাত স্থাপন কৰা হৈছে।

কাঁহ-পিতল শিল্প অসমৰ অন্যতম ঐতিহ্যপূৰ্ণ শিল্প। যদিও প্ৰাচীন কালত উজনি অসমত কাঁহ-শিল্পৰ প্ৰচলন আছিল বৰ্তমান সৰ্থেবাৰী আৰু ইয়াৰ ওচৰে-পাজৰে থকা গাওঁ কেইখনৰ বাহিৰে আন কতো এই শিল্প দেখা নাযায়। ৰাং আৰু তামৰ ৰাসায়নিক মিলন ঘটাই তৈয়াৰ কৰা কাঁহ ধাতুৰে গঢ়া বঁটা-শৰাই, লোটা, কাঁহী আদি অসমৰ সভ্যতা আৰু সংস্কৃতিৰ বাহন। কামৰূপৰ হাজো অঞ্চল পিতল-শিল্পৰ কাৰণে প্ৰখ্যাত। ইয়াত পিতলৰ কলহ, খৰাহী আদি প্ৰস্তুত কৰা হয়। বৰ্তমান বজাৰত চীনামাটি, চেলুলয়ড় আৰু এলুমিনিয়ামৰ বাচনৰ চাহিদা বৃদ্ধি হোৱাৰ ফলত আৰু কাঁহ-পিতল শিল্পত সোমাই পৰা বেপাৰী আৰু মহাজনৰ শোষণৰ ফলত এই শিল্প জটিল সমস্যাৰ সন্মুখীন হৈছে। কিন্তু চৰকাৰে উপযুক্ত পৰিমাণে মূলধন, মাটি, কাৰিকৰী জ্ঞানৰ যোগান ধৰি এই শিল্প জীয়াই ৰাখিবলৈ চেষ্টা কৰি আহিছে।

বৰপেটাৰ হাতীদাঁত-শিল্পও অসমৰ সুবিখ্যাত কুটীৰশিল্প। এই শিল্পৰ উৎপাদন নিৰ্ভৰ কৰে সুলভ মূল্যত যোগান ধৰা হাতী দাঁতৰ ওপৰত।

মুঠতে, নতুনকৈ গঢ়ি তোলা কৃষিভিত্তিক, খনিজভিত্তিক আৰু বনজভিত্তিক উদ্যোগ আৰু ঐতিহ্যপূৰ্ণ ক্ষুদ্ৰ আৰু কুটীৰ শিল্পবোৰে অসমৰ অৰ্থনৈতিক ভেটি সুদৃঢ় কৰিবলৈ সক্ষম হৈছে আৰু ভাৰতৰ ঔদ্যোগিক মানচিত্ৰত অসমৰ স্থান ক্ৰমাৎ নিশ্চিত আৰু সুস্পষ্ট হৈ আহিব ধৰিছে।

( পাঁচ )

স্বাধীনতাৰ পিছত অসমৰ অৰ্থনৈতিক বিকাশৰ ছবিখন যদিও আপেক্ষিকভাবে উজ্বল হৈ পৰিছে তথাপিতো এইটো অনস্বীকাৰ্য যে আমাৰ দেশৰ অনুন্নত ৰাজ্যবোৰৰ ভিতৰত অসম অন্যতম। অসমৰ শতকৰা ৭৫ ভাগ লোক দৰিদ্ৰ সীমাৰেখাৰ তলত। অসমৰ জনমূৰি আয় দেশৰ ভিতৰতেই সৰ্বনিম্ন। ১৯৭৩-৭৪ চনত অসমৰ জনমূৰি আয় আছিল বছৰত ৬০১ টকা যি সময়ত পঞ্জাৱত এই আয়ৰ পৰিমাণ আছিল ১,৩৮৬ টকা। অসমৰ গাওঁবোৰৰ মাত্ৰ ৪ শতাংশই বিজুলী শক্তি পাইছে। বিহাৰ, পশ্চিমবঙ্গ, উৰিষ্যা, উত্তৰ প্ৰদেশ, পঞ্জাব আৰু হৰিয়ানাৰ ক্ষেত্ৰত এই সংখ্যা হ'ল যথাক্ৰমে ১৪·১, ২২·৬, ১৮·৫, ৫৮ আৰু ১০০ শতাংশ। সেইদৰে উত্তৰ প্ৰদেশৰ ১·৮, পশ্চিম-বঙ্গৰ ২·২ হাৰিয়ানাৰ ৩·৮ আৰু পঞ্জাবৰ ৬·৩টা বেংকৰ বিপৰীতে অসমৰ প্ৰতি লাখ জনসংখ্যাৰ বাবে মাত্ৰ ১·২টা বেংক আছে। চৰকাৰী হিচাপমতে ভাৰতৰ আন আন ৰাজ্যৰ সমকক্ষ হবলৈ অসমৰ আৰু ১৫ বছৰ লাগিব।

অসমৰ অৰ্থনৈতিক উন্নয়নৰ হাৰ মন্থৰ হোৱাৰ কাৰণ বহুতো। তাৰে ভিতৰত প্ৰধান কাৰণবোৰ হ'ল ঃ থলুৱা মূলধন গঠনৰ সমস্যা, অনুন্নত পৰিবহন আৰু যোগাযোগ ব্যৱস্থা, বছৰি হোৱা প্ৰলয়ংকৰী বানপানী আৰু জনশক্তি পৰিকল্পনাৰ অভাব। মূলধন গঠন নিৰ্ভৰ কৰে সঞ্চয়ৰ পৰিমাণৰ ওপৰত আৰু সঞ্চয় নিৰ্ভৰ কৰে আয়ৰ পৰিমাণৰ ওপৰত। যিহেতু এহাতে অসমত জনমূৰি আয়ৰ পৰিমাণ কম আৰু আনহাতেদি অসমত দ্ৰব্য মূল্য আপেক্ষিকভাবে বেছি, সেয়ে অসমত সঞ্চয়ৰ পৰিমাণ কম। অসমৰ অৰ্থনৈতিক বিকাশৰ বাবে বাহিৰৰ মূলধন নিতান্ত প্ৰয়োজনীয়। তদুপৰি ষ্টক বিনিময় বজাৰ এখনো অসমত নাই যি বজাৰৰ সহায়ত সঞ্চয় সহজে সংগ্ৰহ কৰিব পাৰি। অকল সেয়ে নহয়। অসমত থলুৱা ঔদ্যোগিক সংগঠক শ্ৰেণী এটাৰো জন্ম হোৱা নাই, যিটো শ্ৰেণীয়ে অনিশ্চয়তা নেওচি ৰাজ্যখনৰ অ'ত ত'ত সিচঁৰতি হৈ থকা সম্পদৰাজিৰ ওপৰত ভিত্তি কৰি মূলতঃ ব্যক্তিগত প্ৰচেষ্টাৰ জৰিয়তে অথচ লগতে সামাজিক দায়বদ্ধতা স্বীকাৰ কৰি নতুন নতুন উদ্যোগ স্থাপন কৰি অসমৰ ঔদ্যোগিক দিগন্ত প্ৰসাৰিত কৰিব পাৰে।

অসম তথা ভাৰতৰ সদৌ উত্তৰ-পূব অঞ্চলটোৰ ৰেল সংযোগ, পথ-সংযোগ আৰু বিমান সংযোগৰ সীমাবদ্ধতাই এই অঞ্চলটোৰ অৰ্থনৈতিক



উন্নয়নৰ বাটত অন্তৰায় হিচাপে ঠিয় দিছে। উপযুক্ত পৰিবহন আৰু যোগাযোগ ব্যৱস্থাৰ অভাবে এই অঞ্চলটোৰ সামগ্ৰীৰ বাবে ভাল বজাৰ সৃষ্টি হোৱাত বাধা জন্মাইছে। পৰিবহন ব্যয় বৃদ্ধি কৰি মূল্যস্তৰ উৰ্ধগামী কৰাত সহায় কৰিছে। উত্তৰ পূব পৰিষদৰ মতে দেশৰ মুঠ ৰেলপথৰ শতকৰা ৪ ভাগতকৈও কম ৰেলপথ অসমত আছে। তদুপৰি উত্তৰ-পূব অঞ্চলত ব্ৰডগেইজ ৰেলপথৰ মুঠ দৈৰ্ঘ হ'ল ১০৫ কিলোমিটাৰ অৰ্থাৎ দেশৰ ব্ৰডগেইজ ৰেলপথৰ মুঠ দৈৰ্ঘৰ মাত্ৰ শতকৰা ০·৩৫ ভাগ। অৱশ্যে ইতিমধ্যে বঙাইগাওঁ-গুৱাহাটী মিটাৰগেইজ পথটো ব্ৰডগেইজলৈ ৰূপান্তৰিত কৰা আৰু মেঘালয়, নাগালেণ্ড, মিজোৰাম আৰু অৰুণাচললৈ ৰেলপথ সম্প্ৰসাৰণ কৰাৰ প্ৰস্তাব কৰা হৈছে। লগে লগে অসমত ডাক আৰু টেলিসংযোগ ব্যৱস্থাৰো যথেষ্ট উন্নতি পৰিলক্ষিত হৈছে।

অসমত বছৰি হোৱা বানপানীয়ে কৃষিভিত্তিক অসমৰ অৰ্থনীতি জুৰুলা কৰি তোলে। বানপানীৰ ফলত হোৱা ক্ষয়-ক্ষতিৰ পৰিমাণ আৰু বাননিয়ন্ত্ৰণৰ ব্যৱস্থাবোৰৰ বিষয়ে আগতে উল্লেখ কৰা হৈছে।

জনশক্তি পৰিকল্পনাৰ অভাবত অসমত উদ্যোগীকৰণ হোৱা সত্বেও থলুৱা লোকৰ কৰ্মসংস্থানৰ পৰিমাণ নিৰুৎসাহজনক হৈছে। অসম চৰকাৰৰ অৰ্থনীতি আৰু পৰিসংখ্যা সঞ্চালকালয়ে প্ৰকাশ কৰা মতে নিয়োগ বিনিময় কেন্দ্ৰবোৰে দেখুৱাইছে যে অসমত শিক্ষিত নিবনুৱাৰ সংখ্যা ১৯৭২ চনৰ ৩৪,৪৪১ জনৰ পৰা ১৯৭৩ চনত ৪৪,৩৭১ জন হয়গৈ। শিক্ষাৰ সম্প্ৰসাৰণৰ সৈতে ৰাজ্যখনৰ অৰ্থনৈতিক বিকাশৰ যোগসূত্ৰ বিচাৰি পোৱাটো টান হৈ পৰিছে। যিমান দূৰ সম্ভৱ হয়, ৰাজ্যখনৰ আৰ্থিক অৱস্থাৰ চাহিদাৰ লগতে সঙ্গতি ৰাখি শিক্ষাৰ সম্প্ৰসাৰণ হোৱাটো যুগুত। অৱশ্যে ইয়াৰ বাবে ৰাজ্যখনৰ অৰ্থনৈতিক বিকাশৰ বাবে এটা সুস্পষ্ট আৰু বাস্তৱধৰ্মী আঁচনি থাকিব লাগিব বিশেষকৈ, উদ্যোগ স্থাপনৰ ক্ষেত্ৰত। আঁচনিৰ লগত কিছুদূৰলৈ হলেও সঙ্গতি ৰাখি শিক্ষা ব্যৱস্থা পৰিচালিত আৰু নিয়ন্ত্ৰিত কৰিব পাৰিলে অৰ্হতাসম্পন্ন থলুৱা ব্যক্তি অৰ্থনীতিৰ বিভিন্ন পৰ্যায়ত সময়ৰ মূৰত নিশ্চয় বিচাৰি পোৱা যাব।

# অসমৰ ধৰ্ম আৰু দৰ্শন

ড° কালীচৰণ দাস

## ধৰ্ম-দৰ্শন

অসমৰ ধৰ্ম-দৰ্শন, সভ্যতা-সংস্কৃতি আদি মূলতঃ ভাৰতীৰ ঐতিহ্য আৰু সভ্যতা-সংস্কৃতিৰেই এক অবিচ্ছেদ্য অংগ। বিশিস্ট পণ্ডিত মেক্স-মূলাৰৰ মতে ভাৰতৰ জনসাধাৰণৰ মনত ধৰ্মই এক ব্যাপক স্থান অধিকাৰ কৰি আহিছে। ধৰ্ম অকল পূজা-আৰাধনা পদ্ধতিতেই সীমিত নহয়, মানুহৰ চিন্তা আৰু কৰ্ম যি দৰে ধৰ্মৰ অনুশাসনৰ অন্তৰ্ভুক্ত, তেনেকৈ দৰ্শন, নৈতিক পদ্ধতি, আইন, ৰাজ্য-শাসন আদি সকলোবোৰৰ ওপৰতেই ধৰ্মৰ প্ৰগাঢ় প্ৰভাৱ আছে। অতি প্ৰাচীন কালৰ পৰাই ভাৰত তথা অসমৰ সাংস্কৃতিক জীৱন আৰু চিন্তাধাৰাত ধৰ্মই যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰি আহিছে। অতীতৰ পৰাই সদৌ ভাৰতৰেই চিন্তাধাৰা আৰু ধৰ্ম-সংস্কৃতিৰ উৎস বেদ বুলি প্ৰতিপন্ন হৈছে। বেদত অগ্নি, মিত্ৰ, বৰুণ, ইন্দ্ৰ, আকাশ, বায়ু, উষা আদি যিবোৰ দেৱ-দেৱীৰ উল্লেখ আছে, সেইবোৰক ক্ৰমে বিশেষ দেৱ-দেৱী ৰূপে অভিহিত কৰি পূজা-আৰাধনা কৰা হয়।

মনুসংহিতাৰ বিষয়ে আলোচনা প্ৰসংগত আচাৰ্য কুল্লুকই ধৰ্মৰ সংজ্ঞা দি লিখিছে-'শ্ৰুতি প্ৰমাণেকো ধৰ্মঃ। শ্ৰুতিশ্চ দ্বিবিধা বৈদিকী তান্ত্ৰিকী চ'। গতিকে শ্ৰুতিৰ প্ৰমাণভিত্তিক মানবীয় আচৰণ-বিধিয়ে ধৰ্ম। সেইদৰে ভাৰতীয় আৰ্য সভ্যতাই সুদূৰ অতীতৰ পৰাই আত্মজ্ঞান আৰু আধ্যাত্মিক দৃষ্টিৰ ওপৰত গুৰুত্ব দি আহিছে। হিন্দু দৰ্শনে ছটা মুখ্য দাৰ্শনিক সম্প্ৰদায়কহে বুজায়। জনজীৱনৰ ব্যক্তিগত আৰু সামাজিক পৰিবৰ্তন আৰু প্ৰগতি অনুসাৰে ধৰ্ম আৰু দৰ্শনো সংশোধিত আৰু পৰিপুষ্ট হয়। ড' ৰাধাকৃষ্ণনৰ মতে ধৰ্ম স্বতন্ত্ৰ আৰু অতুলনীয় মানবীয় উপলব্ধি। পৰম তত্ত্বৰ সৈতে জীৱন্ত সংযোগ সাধন ধৰ্মৰ সাৰমৰ্ম। ভাৰতীয় পৰম্পৰাত ধৰ্মৰ অনুপূৰক অনুশাসন হিচাবে দাৰ্শনিক চিন্তাধাৰা চলি আহিছে। ধৰ্ম আৰু দৰ্শনত মানৱ জীৱনৰ যথাৰ্থ স্বৰূপ প্ৰতিফলিত হয়। উভয়ে মানবীয় চিন্তা আৰু অনুভূতি প্ৰসূত।



এইবাবে অসমৰো আন দেশৰ নিচিনাই ধৰ্ম আৰু দৰ্শনৰ—এই দেশৰ নানা প্ৰকাৰ জনগোষ্ঠী সংমিশ্ৰণৰ অনুৰূপে বৈচিত্ৰ্য থাকিবই। শংকৰ-মাধৱ সম্পৰ্কে আলোচনা প্ৰসংগত ড° মহেশ্বৰ নেওগে অসমক 'চৌত্ৰিশ জাতিৰ দেশ' বুলিছে যদিও প্ৰকৃততে এই দেশৰ জাতি সম্বন্ধে কোনো নিশ্চিত লেখ দিয়াটো কঠিন।

অসমৰ সাময়িক ৰাজনৈতিক বিৱৰ্তনৰ লগতে জনগণৰো কম-বেছি পৰিমাণে যাতায়ত চলিছিল আৰু ধৰ্ম, সংস্কৃতি, ভাৱধাৰাৰো বিনিময় যে হৈছিল—তাৰ সম্বন্ধেও বুৰঞ্জীয়ে সাক্ষ্য দিয়ে। ড° বাণীকান্ত কাকতিৰ মতে কিৰাতসকল অসমৰ এটি আদিম জনগোষ্ঠী। এওঁলোকৰ অধিকাংশকেই শিৱভক্ত বুলি কোৱা হৈছে। মহাভাৰতত উল্লেখিত শিৱাৰ্জ্জুনৰ যুদ্ধত শিৱে কিৰাত বেশ ধৰি যুঁজিছিল বোলা উক্তিয়েও সেই কথা সমৰ্থন কৰে। মহাভাৰত আৰু ৰামায়ণত অসমক প্ৰাগজোতিষ নামেৰে অভিহিত কৰিছে। 'শৈলালয়' বা 'বিস্তৃত পাহাৰৰ ঠাই' বুলিয়েই অসমক প্ৰাগজ্যোতিষ আখ্যা দিয়া হৈছিল। আন ঠাইৰ দৰে অসমৰো ধৰ্ম আৰু দৰ্শনৰ উৎপত্তি আৰু ক্ৰম বিৱৰ্তনৰ সুদীৰ্ঘ ইতিবৃত্ত আছে।

ভাৰতৰ সৈতে চীন, তিব্বত, ব্ৰহ্মদেশ আদি দেশলৈ যিবোৰ যাতায়াতৰ পথ আছিল, সেইবোৰ অসমৰ মাজেদিয়ে আছিল কাৰণে সুদূৰ অতীত কালৰ পৰাই এই দেশত নানা জাতিৰ বসতি হোৱাৰ উপৰিও নানাভাৱে ধৰ্ম, সংস্কৃতি আৰু ভাৱৰ বিনিময় ঘটিছিল। অসমৰ অধিবাসীৰ মাজত পৰিলক্ষিত বৰ্ণাধিক্য আৰু বৈচিত্ৰ্যৰ কাৰণে কোনো কোনো পণ্ডিতে ইয়াক 'নৃতত্ত্বৰ যাদুঘৰ' বুলিও অভিহিত কৰিছে। এই দেশৰ নানা বৰ্ণৰ অধিবাসীসকলৰ মাজত যিদৰে বৈদিক, তান্ত্ৰিক, পৌৰাণিক আদি নানা ধৰ্মীয় সম্প্ৰদায় আছে, সেইদৰে অতীত কালৰ পৰাই আৰ্য-অনাৰ্য, হিন্দু-অহিন্দু আদি সকলো জাতিয়ে বহুৰ মাজত ঐক্য আৰু সংহতি ৰক্ষা কৰি অসমীয়া সভ্যতা-সংস্কৃতি, সামাজিক জীৱনৰ সমৃদ্ধি আৰু সৌষ্ঠৱ বৃদ্ধিৰ হকে সমানেই অৰিহণা যোগাই আহিছে। সমগ্ৰ ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ মাজত যিদৰে বৈচিত্ৰ্যৰ মাজত সমন্বয় আৰু ঐক্য পৰিলক্ষিত হয়, অসমৰ ক্ষেত্ৰতো সেই একে নীতিৰ সাৰ্থকতাই প্ৰতিপন্ন হয়। মানৱ সমাজৰ সভ্যতা আৰু প্ৰগতিৰ সুৰ অনুৰূপে ধৰ্ম-দৰ্শনো সমৃদ্ধ আৰু সংশোধিত হয়। অসম বা প্ৰাচীন কামৰূপৰ ধৰ্মও নানা জাতিৰ মাজত নিচেই সাধাৰণ খাপৰ লৌকিক ধৰ্ম হিচাবেই আৰম্ভ হৈছিল। ধৰ্মৰ

যাই শিপা বিশ্বাস আৰু ইহ-জীৱনৰ বাহ্যিক প্ৰতিফলন। যাদু, অলৌকিক সংঘটন, প্ৰাকৃতিক ৰহস্য, বিবিধ নৈসৰ্গিক শক্তি আদিৰ পৰা আত্ম-নিৰাপত্তাৰ পথ স্বৰূপে ধৰ্মৰ উৎপত্তি। নানা অধিবাসীৰ সংমিশ্ৰণ আৰু সমন্বয় যেনেকৈ ঘটিছে, ধৰ্মৰ ধাৰাও অনুৰূপে কম-বেছি পৰিমাণে পাৰম্পৰিক প্ৰতিক্ৰিয়া আৰু প্ৰভাৱৰ পৰা মুক্ত নহয়। জাতি আৰু ধৰ্ম-সংস্কৃতিৰ সংহতি আৰু সমন্বয় সাধনত কোনো কোনো পণ্ডিতে সংস্কৃত ভাষাকেই 'মৌলিক যোগসূত্ৰ' বুলি অভিহিত কৰিছে। এই সম্পৰ্কে এটা কথা মন কৰিবলগীয়া যে ধৰ্মৰ সম্পৰ্কত মানুহৰ যি আন্তৰিক অনুভূতি আৰু আকোঁৰগোঁজ বিশ্বাস থাকে তাক সংশোধিত কৰিবলৈ হলে মনোগত ধাৰণাৰ বাহক হিচাবে ভাষাও জনসাধাৰণৰ পক্ষে সহজ-বোধ্য হোৱা উচিত। কিন্তু বাস্তৱক্ষেত্ৰত বৰ্তমান কালতো আমাৰ দেশৰ জন-সমাজত—জনজাতিৰ কথাই নাই, আন কি অধিকসংখ্যক হিন্দুধৰ্মীৰ মাজতো সংস্কৃত সমুচিতভাৱে উপলভ্য আৰু সহজবোধ্য নহয়। অৱশ্যে সংস্কৃত ভাষাৰ প্ৰচাৰ আৰু সমাদৰ বৃদ্ধি হোৱাটো নিতান্ত প্ৰয়োজনীয়। বোধহয় ধৰ্মৰ ক্ষেত্ৰত ভাষাতকৈ ধৰ্মীয় অনুষ্ঠান, বাহ্যিক ৰীতি-বিধি, আচাৰ-প্ৰথা আদিয়ে জনসাধাৰণৰ মনত অনুপ্ৰেৰণা আৰু অনুৰাগ যোগায়। ইয়াৰ উপৰিও ৰাজনৈতিক প্ৰভাৱ, অৰ্থ নৈতিক প্ৰেৰণা আৰু শাসকবৰ্গৰ পৃষ্ঠপোষকতা আৰু প্ৰভাৱে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি ধৰ্মীয় সংহতি আৰু সমন্বয় সাধনত সহায় কৰে।

আধুনিক অসমত প্ৰচলিত হিন্দুধৰ্ম প্ৰাচীন অসমত প্ৰচলিত নানা অনাৰ্য জনজাতীয় ধৰ্ম, শৈৱ, শাক্ত, বৈষ্ণৱ, সৰ্বাত্মকবাদী বিশ্বাস, প্ৰতীক-পূজা ইত্যাদি বিবিধ ধৰ্মীয় বিশ্বাসৰ মাজতেই প্ৰতিষ্ঠিত ক্ৰমবিৱৰ্তন আৰু সংশোধনৰ পৰিণতি। অসমৰ বিভিন্ন সম্প্ৰদায়ৰ মাজত তাহানি প্ৰচলিত লিংগ-পূজা, গজ, সাপ, শিলামূৰ্তি, বিগ্ৰহাদি পূজা, প্ৰেতপূজা, যাদু-মন্ত্ৰ বিশ্বাস ইত্যাদি ঘাইকৈ প্ৰতীক পূজা আৰু সৰ্বাত্মকবাদী বিশ্বাসৰেই অন্তৰ্ভুক্ত। অসমৰ আদিম জনজাতি, উপজাতিৰ ক্ষেত্ৰৰ নিচিনাই আন সৰ্বভাৰতীয় ধৰ্মৰ ধাৰাতো অনুৰূপ বিৱৰ্তনেই পৰিলক্ষিত হয়। যোনি পূজা, লিংগ পূজা, বিগ্ৰহ পূজা আদিও প্ৰতীক পূজাৰেই নিদৰ্শন। কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰত মূৰ্তিপূজা, যোনি আৰু লিংগ পূজাৰ স্পষ্ট উল্লেখ পোৱা যায়।



প্ৰাকৃতিক নানা বস্তুৰ মাজত দিব্য-শক্তি আৰু অলৌকিক মাহাত্ম্য আৰোপ কৰি সেইবিলাকৰ ওপৰত দৃঢ় বিশ্বাস আৰু ভক্তি প্ৰতিষ্ঠা কৰি পূজা-আৰাধনা কৰাটো পৃথিৱীৰ বিবিধ জাতিৰ মাজতেই পৰিলক্ষিত হয়। মানুহৰ ধৰ্ম-বিশ্বাসৰ ঘাই ভেঁটি আত্মাৰ অমৰত্ব আৰু পৰলোক বিশ্বাস আৰু প্ৰাকৃতিক শক্তিসমূহৰ অলৌকিক শক্তিৰ ওপৰত বিশ্বাস। অসমৰ নানা ধৰ্মৰ পৌৰাণিক প্ৰবাদবোৰত প্ৰাকৃতিক শক্তিসমূহক মানবীয় দৃষ্টিৰে বা মানৱতা আৰোপ কৰি পূজা-পাতল কৰাৰ বহুতো দৃষ্টান্ত পোৱা যায়। আনকি বৈদিক ধৰ্মতো প্ৰথম বীঁজ ৰূপে প্ৰাকৃতিক আৰু প্ৰতীকৰ শক্তি আৰু মাহাত্ম্যৰ বন্দনা-অৰ্চনাৰ উল্লেখ আছে আৰু সেইবোৰ আজিও ধৰ্মীয় লোকাচাৰৰ অবিচ্ছেদ্য অংগৰূপে প্ৰচলিত আছে। সেইবাৰে বহুতো পণ্ডিতে হিন্দুধৰ্ম সৰ্বাত্মবাদ, প্ৰতীকপূজা, তন্ত্ৰ-মন্ত্ৰাদিৰ আদিম অৱস্থাৰ পৰাই ক্ৰমবিৱৰ্তিত হোৱা বুলি মতপোষণ কৰে।

অসম বা প্ৰাচীন কামৰূপৰ পাহাৰীয়া অঞ্চল আৰু প্ৰান্তভূমি ভাগৰ বিবিধ জনজাতীয় লোকৰ ধৰ্মৰ প্ৰকৃত স্বৰূপ দাঙি ধৰাটো তেনেই কঠিন। এইসকল আদিম অধিবাসীলোকৰ মাজত কুল-প্ৰতীকবাদৰ প্ৰচলন আছে। হিন্দুসকলৰ মাজত প্ৰচলিত বিষ্ণুৰ অৱতাৰবাদ আৰু কুল-প্ৰতীকবাদ দুটা সহচাৰী বিশ্বাস। বিষ্ণুৰ বৰাহ, মৎস্য, কুৰ্ম আদি অৱতাৰত বিশ্বাসেও কুল-প্ৰতীকবাদৰ ওপৰত প্ৰভাৱ পেলোৱা কথাটো সংগত যেন লাগে। এনে বিশ্বাসৰ প্ৰভাৱত কোনো গছ, পশু আদিক বিশেষ দৈৱিক শক্তিৰ প্ৰতীক বা বাহন ৰূপে পূজা কৰা প্ৰথা অতীতৰ পৰাই প্ৰচলিত আছে। কামাখ্যা পীঠকেন্দ্ৰীয় তান্ত্ৰিক বিশ্বাস, যাদুমন্ত্ৰাদি আৰু তিব্বত-বৰ্মীয় আদি লোকৰ গ্ৰহ, উপগ্ৰহ, প্ৰাকৃতিক শক্তিৰ অৰ্চনা প্ৰথাই আৰ্য-অনাৰ্য বিশ্বাসৰ সংমিশ্ৰণত সহায় কৰিছিল। এনে সংমিশ্ৰণ কাৰ্যৰ ফলত ধৰ্ম-নিৰ্বিশেষে নানা পৰম্পৰাগত কুসংস্কাৰো ধৰ্মীয় বিশ্বাসৰ মাজত সোমাই পৰে। নদী-পৰ্বত, পূৰ্বপুৰুষৰ পূজা আৰু জড়োপাসনা কেবাটাও জনজাতিৰ মাজত প্ৰচলিত আছিল।

সম্প্ৰতি অধিকসংখ্যক জন-জাতিৰ মাজতে খ্ৰীষ্টিয়ান ধৰ্ম প্ৰচলিত হৈছে, আৰু এই ধৰ্মই কিছুমান জন-জাতীয় অঞ্চলত মুখ্য ধৰ্মৰূপে পৰিগণিত হৈছে। এই ধৰ্মৰ লগতেই কেতবোৰ গোষ্ঠীৰ মাজত তেওঁ-লোকৰ পৰম্পৰাগত আদিম ধৰ্ম আৰু বিশ্বাসো লোপ নোপোৱাকৈ

বৰ্তি আছে। ভৈয়াম অঞ্চলৰ আশে পাশে থকা কিছুমান জনজাতীয় লোকৰ ধৰ্ম—সাংস্কৃতিক প্ৰভাৱ আৰু সংস্পৰ্শত প্ৰভাৱিত হলেও তেওঁলোকৰ আনুষ্ঠানিক মঠ-মন্দিৰ বিৰল। বড়োসকলৰ মুখ্য ধৰ্ম সম্প্ৰদায় চাৰিটা—আদিম ধৰ্ম, শৈৱ-শাক্ত, বৈষ্ণৱ আৰু খ্ৰীষ্টিয়ান। আদিম ধৰ্মৰ মুখ্য আৰাধ্য দেৱতা বাথৌ বা বাথৌব্ৰাই। এই দেৱতাৰ প্ৰতীক সিজু গছ। এই গছক গৃহ-দেৱতা স্বৰূপে পূজা দিয়াৰ ব্যৱস্থাও আছে। ধৰ্মৰ ক্ষেত্ৰত বড়োসকল উদাৰ যেন লাগে। আমাৰ দেশৰ জনসাধাৰণ ঘাইকৈ কৃষি-জীৱী কাৰণে মাটিৰ উৰ্বৰা শক্তি-বৃদ্ধি, অধিক শস্য লাভ, জীৱনৰ নিৰাপত্তা ইত্যাদিৰ অনুৰূপে দেৱ-দেৱীৰ পূজাৰ ব্যৱস্থাও পৰিলক্ষিত হয়। পূজাৰ ৰীতি-নীতি বেলেগ যদিও লালুং সম্প্ৰদায়ে কালী গোঁসানীৰ পূজা কৰে। কাৰ্বি সম্প্ৰদায়ৰ যদিও ৰাজহুৱা অনুষ্ঠানৰ ব্যৱস্থা নাই তথাপি তেওঁলোকৰো বিভিন্ন দেৱ-দেৱীত বিশ্বাস আৰু পূজা পাতলৰ ব্যৱস্থা আছে।

অসমৰ পাহাৰীয়া অঞ্চলৰ বিভিন্ন জনজাতীয় গোষ্ঠীৰ মাজত নানা ধৰ্ম আৰু পূজা-পাতলৰ প্ৰচলন আছে, কিন্তু সেইবোৰ ধৰ্মীয় বিশ্বাসৰ সৈতে বহুতো আদিম অন্ধবিশ্বাস আৰু লৌকিক কাহিনীও জড়িত আছে। এনেবোৰ প্ৰচলিত বিশ্বাস ঘাইকৈ ব্যক্তিগত আৰু সামূহিক স্বাৰ্থৰ ভিত্তিত প্ৰতিষ্ঠিত। দক্ষিণ অঞ্চলত অৱস্থিত মিজোৰাজ্যৰ অধিবাসীসকল প্ৰকৃত-পক্ষে একেশ্বৰবাদী। এওঁলোকে এক ঈশ্বৰতেই বিশ্বাস কৰে। এই অধিষ্ঠাতাজনক তেওঁলোকে 'পথিয়ান' বুলি অভিহিত কৰে। তেৱেঁই পৰম শক্তিমান সৃষ্টিকৰ্তা। তথাপিতো পাৰ্থিৱ জীৱনৰ নিৰাপত্তা, জাতীয় সংৰক্ষণ, সমাজ আৰু পৰিবাৰিক কল্যাণ, আৰ্থিক সমৃদ্ধি আৰু বেমাৰ-আজাৰৰ পৰা আৰোগ্য লাভ কামনাৰে বিবিধ হিতকাৰী আৰু অনিষ্টকাৰী দেৱ-দেৱীৰ অস্তিত্বও বিশ্বাস কৰি তেওঁলোকে সিসকলৰ সন্তুষ্টিৰ অৰ্থে পূজা-পাতলৰ ব্যৱস্থা ৰাখিছে। এনেবোৰ ধৰ্মীয় বিশ্বাসৰ অধিকাংশই মানবতাৰোপী (Anthropomorphic) ধৰণৰ। অৱশ্যে আধুনিক যুগত খ্ৰীষ্টিয়ান ধৰ্মৰ প্ৰৱৰ্তন আৰু সংস্পৰ্শত মিজোসকলৰ অধিকসংখ্যক লোকেই পৰম্পৰাগত অন্ধবিশ্বাস আৰু অনেকত্ববাদী ধৰ্মীয় বিশ্বাসৰ পৰা মুক্ত হোৱা বুলি জনা যায়। দেখাত একেশ্বৰবাদী ধৰ্মাৱলম্বী হলেও ব্যৱহাৰিক জীৱনত একাধিক দেৱ-দেৱী বিশ্বাস কৰাটো উচ্চ ধৰ্ম-মতাৱলম্বী লোকৰ মাজতো পৰিলক্ষিত হয়। আধুনিক জগতত বিজ্ঞানৰ প্ৰভাৱ



আৰু শিক্ষাৰ প্ৰসাৰৰ লগে লগে অসমৰ অধিবাসী নিৰ্বিশেষে আদিম কুসংস্কাৰৰ পৰা বহু পৰিমাণে মুক্ত হৈছে। সাম্প্ৰতিক কল্যাণকামী আৰু ধৰ্মনিৰপেক্ষ স্বাধীন ভাৰতৰ এখন প্ৰান্তীয় আৰু গুৰুত্বপূৰ্ণ প্ৰদেশ হিচাপে অসমতো জনসাধাৰণৰ আৰ্থিক আৰু আধ্যাত্মিক প্ৰগতিৰ অৰ্থে যিবোৰ আঁচনিমূলক ব্যৱস্থা লোৱা হৈছে, সেইবোৰৰ পৰা অসমৰ জনসাধাৰণৰো ধৰ্মীয় দৃষ্টিভংগী, জাতীয় একাত্মবোধ আৰু মানবীয় সম্প্ৰীতি সন্তোষজনক ভাৱে বৃদ্ধি পাইছে। অসমৰ পুৰণি কালৰ বহুতো শাসকেই প্ৰজাসকলৰ ঐহিক আৰু আধ্যাত্মিক সমৃদ্ধি আৰু প্ৰগতিৰ অৰ্থে তৎপৰ আছিল বুলি ঐতিহাসিক প্ৰমাণ আছে।

## অসমৰ আৰ্য বা বৈদিক হিন্দুধৰ্ম

বেদেই ব্ৰাহ্মণ্য বা আৰ্য-ধৰ্মৰ ভিত্তি। বেদত বহুতো প্ৰাকৃতিক শক্তিকেই দিব্য ৰূপত ধাৰণা কৰি সেইবোৰক বিহিত পদ্ধতিৰে বন্দনা কৰা হৈছে। এই উল্লেখিত শক্তিবোৰত ব্যক্তিত্ব আৰোপ কৰি সেইবোৰ দেৱ-দেৱীৰ প্ৰতিমূৰ্তি স্বৰূপে পৰিকল্পিত হৈছে। তথাপিও এনেবোৰ দেৱ-দেৱীৰ প্ৰশস্তি মন্ত্ৰবোৰৰ অন্তৰালত একৰ অন্বেষণ অন্তৰ্নিহিত আছিল। এই হেতুকেই শাস্ত্ৰই স্পষ্টভাৱেই কৈছে যে মূল সত্তা এক হলেও পণ্ডিতসকলে তাকেই নানাৰূপে অভিহিত কৰিছে ('একং সৎ বিপ্ৰা বহুধা বদন্তি')। একৰ অন্বেষণ কৰি বৈদিক ঋষিসকলে বহুতো স্বৰূপ উল্লেখ কৰা কাৰণেই মেক্সমূলাৰে বৈদিক ধৰ্মক অনেকত্ববাদী নুবুলি 'একৈকাধিদেৱবাদী' (Henstheism or kathenotheism) বুলি অভিহিত কৰিছে। ঐতিহাসিক তথ্যৰ ভিত্তিত কোনো কোনো ঐতিহাসিকে প্ৰাচীন কামৰূপ বা অসমত খ্ৰীঃ ৫ম-৬ষ্ঠ শতিকা বা তাৰ কিছু পূৰ্বেই আৰ্য বা বৈদিক ধৰ্মৰ প্ৰৱৰ্তন হৈছিল বুলি মত পোষণ কৰে। ব্ৰাহ্মণ্য ধৰ্ম পোনতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ অধিবাসীসকলৰ মাজতেই প্ৰচলিত হয়। ইতিহাসৰ বিৱৰণ অনুসাৰে নৰক, ভগদত্ত আদি প্ৰাচীন অসমৰ শাসকসকলে নিজে আৰ্যসকলৰ সৈতে ঘনিষ্ঠ সম্পৰ্কত থকাৰ উপৰিও আন ঠাইৰ পৰা উচ্চ কুলৰ আৰ্য পণ্ডিতলোকক এই দেশলৈ আনি সংস্থাপিত কৰিছিল। ভগদত্তই কুৰুক্ষেত্ৰ মহাসমৰত বিপুল বিক্ৰমে যুদ্ধ কৰাৰ কথা মহাভাৰতত স্পষ্ট উল্লেখ আছে। ব্ৰাহ্মণ, গৃহসূত্ৰ আৰু পৰিব্ৰাজক

হিউয়েন চাং আদিৰ বিৱৰণৰ পৰা বুজা যায় যে অসমত প্ৰায় খ্ৰীঃ সপ্তম শতিকামানৰ পৰা আৰ্য হিন্দুধৰ্মই প্ৰতিষ্ঠা লাভ কৰে। কুমাৰ ভাস্কৰবৰ্মণ আদি অসমৰ বহুতো ৰজাই সুপণ্ডিত ব্ৰাহ্মণলোকক ভূমিদান, বিবিধ মাননি আৰু ৰাজকীয় সম্মান প্ৰদান কৰি দেশৰ নানা ঠাইৰ পৰা সুযোগ্য সুধী আৰু ব্ৰাহ্মণ পণ্ডিত আনি নিজ ৰাজ্যত সংস্থাপিত কৰাৰ কথা ইতিহাসে প্ৰতিপন্ন কৰিছে। এনে ৰাজকীয় অনুপ্ৰেৰণাতে প্ৰাচীন কামৰূপ বা অসম ভাৰতৰ ভিতৰতেই এখন ব্ৰাহ্মণসকলৰ 'আশ্ৰয় স্থান' বুলি সুখ্যাত হৈছিল। বৰ্মণসকলৰ পৰৱৰ্তী পালবংশীয় ৰজা ধৰ্মপাল, জয়পাল আদি সুশাসকসকলেও ব্ৰাহ্মণ্য হিন্দুধৰ্মৰ প্ৰতিষ্ঠা আৰু প্ৰসাৰৰ অৰ্থে পণ্ডিতসকলক ভূমিদান আৰু বৃত্তি অথবা আৰ্থিক সাহায্য দি এই দেশৰ ধৰ্ম, সংস্কৃতি, অৰ্থনৈতিক সমৃদ্ধি আৰু প্ৰগতিৰ কাৰণে অশেষ প্ৰচেষ্টা চলাই যোৱাৰ সাৰ্থক প্ৰমাণ আছে।

ভূদানমূলক শাসনাৱলী, শিলালিপি আদি বিবিধ ঐতিহাসিক সাক্ষ্যৰ পৰা নিশ্চিতভাৱেই জনা যায় যে অসমত সুদূৰ অতীতৰ পৰা বৈদিক বিধি-বিহিতভাৱেই হোম, যাগ-যজ্ঞ, ৰাজ-অভিষেক ইত্যাদি ধৰ্মীয় কাৰ্যবোৰ বহুলভাৱে সম্পন্ন কৰা হৈছিল। আনকি অগ্নিহোত্ৰ, অগ্নিষ্টোম, অশ্বমেধ যজ্ঞ, সোমযজ্ঞ আদি উচ্চপৰ্যায়ৰ কৰ্মকাণ্ডী ধৰ্মও বিস্তৰভাৱে সম্পন্ন হোৱা বুলি ঐতিহাসিক বিৱৰণ আছে। এনে ঐতিহাসিক প্ৰমাণৰ পৰা সুস্পষ্ট হয় যে অসমত অতীজৰে পৰাই বিশিষ্ট পণ্ডিত, উচ্চশ্ৰেণীৰ শাস্ত্ৰজ্ঞ আৰু ব্ৰাহ্মণ পুৰোহিতসকলে বসতি কৰিছিল আৰু এইসকলৰ সহায়ত আৰু ৰাজন্যবৰ্গৰ পৃষ্ঠপোষকতা আৰু অনুপ্ৰেৰণাৰ ফলত এই দেশৰ ধৰ্ম-সংস্কৃতি আৰু কলা-কৃষ্টিয়ে অশেষ অগ্ৰগতি লাভ কৰিছিল। ব্ৰাহ্মণ সুধীবৰ্গই নীতি-ধৰ্মৰ সকলো নিত্য নৈমিত্তিক কৰ্ম যথাযথভাৱে পালন কৰা উপৰিও যজন, যাজন, অধ্যয়ন, অধ্যাপনা, আৰু প্ৰতিগ্ৰহ কৰ্মবোৰো অতিশয় নিষ্ঠাৰে পালন কৰিছিল। সেই সময়তেই বিভিন্ন ঠাইত বিবিধ পবিত্ৰ পীঠ আৰু তীৰ্থস্থানৰ প্ৰতিষ্ঠা হোৱাৰ প্ৰমাণো আছে। তপ, জপ, তীৰ্থ, স্নান, দান আদি পুণ্য কামবোৰ নিয়মিত ভাৱেই পালন কৰাৰ সমুচিত ব্যৱস্থাও আছিল। কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰত নানা পীঠ আৰু পবিত্ৰ ভূমিৰ অনেক নামৰ উল্লেখ পোৱা যায়। কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰ উভয়তে উল্লেখিত



প্ৰাগজ্যোতিষপুৰৰ আশে পাশে থকা পাহাৰবোৰত অৱস্থিত নানা মঠ-মন্দিৰ আৰু লৌহিত্য বা ব্ৰহ্মপুত্ৰৰ তীৰস্থ তীৰ্থস্থানবোৰৰ উল্লেখ কৰা হৈছে। এইবোৰ তীৰ্থক্ষেত্ৰক বৈদিক আৰু তান্ত্ৰিক ধৰ্মৰ সমন্বয়ৰ উজ্বল চানেকি যেন লাগে। পৰশুৰামকুণ্ড আৰু লৌহিত্যৰ পানীত স্নান কৰিলে পাপ-কলুষ নাশ হয় বুলি পুৰাণত উল্লেখ আছে। বুৰঞ্জীৰ পৰা জনা যায় যে পুৰণি কামৰূপৰ ৰজাসকলে বৈদিক বিধিমতে যাগ-যজ্ঞ কৰিছিল আৰু যোগ্য ব্ৰাহ্মণ পণ্ডিতসকলক উদাৰভাৱে দান-দক্ষিণা দিছিল। অসমৰ আৰ্য ধৰ্মৰ বিস্তাৰ আৰু বিৱৰ্তনত অনাৰ্য ধৰ্ম-সংস্কৃতিৰ প্ৰভাৱ পৰিলক্ষিত হয়। এই দেশৰ ধৰ্ম সম্পৰ্কে মহামহোপাধ্যায় ড° পি, ভি, কানে যি মন্তব্য কৰিছে সি অতিশয় তাৎপৰ্যপূৰ্ণ। তেওঁ লিখিছে যে হিন্দুধৰ্ম বহুতো দাৰ্শনিক সম্প্ৰদায় আৰু বৈদিক যাগ-যজ্ঞৰ পদ্ধতি, বৈদান্তিক চিন্তাধাৰা, বৈষ্ণৱ, শৈৱ, শাক্তধৰ্ম আৰু নানা আদিম ধৰ্মপন্থাৰ সমন্বয়জনিত ; এই ধৰ্ম বৌদ্ধিক আৰু আধ্যাত্মিক কৃতিত্বৰ ক্ষেত্ৰত অশেষ অসমতাবিশিষ্ট মানুহ জাতিৰ প্ৰয়োজন অনুসাৰে অনুকূলিত হৈছে (History of Dharma Shastra, vol V, Part II, p. 164)। অসমত প্ৰচলিত বৈদিক বা আৰ্য ধৰ্মতো এনে সংমিশ্ৰণ আৰু সমন্বয়ৰ প্ৰাকৃষ্ট লক্ষণ পৰিলক্ষিত হয়।

## শৈৱ আৰু শাক্ত ধৰ্ম

শৈৱ আৰু শাক্ত ধৰ্ম—হিন্দু ধৰ্মৰেই দুটা বিশিষ্ট অংগ হিচাপে অতি প্ৰাচীন কালৰ পৰাই অসমত প্ৰচলিত হৈ আহিছে। প্ৰাচীন অসমৰ কেইবাটাও ফৈদৰ ৰজাৰ ৰাজত্ব কালত শৈৱ ধৰ্মৰ প্ৰাধান্য পৰিলক্ষিত হয়। পুষ্যবৰ্মণ, শালস্তম্ভ, ব্ৰহ্মপাল, কোচৰজাসকল আৰু আহোম ৰজাসকলৰ কালত শৈৱ ধৰ্ম প্ৰবল হৈ উঠিছিল। পুৰাণ আৰু ইতিহাসৰ পৰা জনা যায় যে নৰক, বাণ, ভগদত্ত, বজ্ৰদত্ত আদি ৰজাসকল পৰম শিৱ ভক্ত আছিল।

সম্প্ৰতি অসমত যিমান সংখ্যক দেৱালয় আছে, তাৰ ভিতৰত শিৱৰ দেৱালয় বা থানৰ সংখ্যাই অধিক। আগমবোৰেই শৈৱ ধৰ্মৰ মুখ্য গ্ৰন্থ। শাস্ত্ৰানুসাৰে জ্ঞানৰ পৰাই মুক্তি আৰু সেই জ্ঞান যথাৰ্থ গুৰুৰ পৰাহে লাভ

কৰিব পাৰি। এই বাবে কোনো কোনো তন্ত্ৰত শিৱকেই উত্তম গুৰুৰূপে সংকল্প কৰা হৈছে। কামাখ্যা তন্ত্ৰত লেখা আছে—

জ্ঞানং যত্ৰ সমাভাতি স গুৰুঃ শিৱ এব হি।
অজ্ঞানিম্মং বৰ্জয়িত্বা শৰণং জ্ঞানিনাং ব্ৰজেৎ॥
মধুলুব্ধো যথা ভৃঙ্গঃ পুষ্পাৎপুষ্পান্তৰং ব্ৰজেৎ।
জ্ঞানলুব্ধস্তথা শিষ্যো গুৰোগুৰ্বন্তৰং ব্ৰজেৎ॥

আৰ্থাৰ এভেলনৰ (Arthur Avalon) মতে আদি মধ্য যুগৰ ভাৰতৰ মুখ্য ধৰ্ম আছিল তান্ত্ৰিক (Principles of Tantra)। বৈদিক কৰ্মকাণ্ডৰ বিধিসমূহ কলিযুগৰ উপযোগীৰূপে প্ৰণয়ন কৰি তন্ত্ৰ নামেৰে অভিহিত কৰা হৈছে। প্ৰাচীন শিলালিপি, ৰাজ-অনুশাসন, ভগ্নাৱশেষ আৰু ঐতিহাসিক তথ্যৰ পৰা বুজা যায় যে শৈৱ আৰু শাক্তধৰ্ম খ্ৰীঃ পঞ্চম শতিকা বা তাৰ কিছু পূৰ্বৰ পৰাই অসমৰ দুটা মুখ্য ধৰ্মপন্থাৰূপে চলি আহিছে। কিৰাত আদি তিব্বত-বৰ্মী আৰু কিছুমান অসমৰ অধিবাসীৰ মাজতো শিৱপূজাৰ প্ৰচলন আছিল। ঠাইবিশেষে শিৱৰ নাম আৰু ৰূপৰ পাৰ্থক্য আছিল। শিৱৰ লিংগ আৰু বিগ্ৰহ ৰূপত পূজা কৰাটো অধিক দেৱালয়তেই চলি আহিছে।

মাধৱাচাৰ্যই শৈৱ সম্প্ৰদায়ৰ চাৰিটা মুখ্য শাখাৰ উল্লেখ কৰিছে—নকুলীশ, পাশুপত, শৈৱ, প্ৰত্যভিজ্ঞা আৰু ৰমেশ্বৰ। অসমৰ আৰু উত্তৰ ভাৰতৰ আন ঠাইত প্ৰচলিত শৈৱ ধৰ্ম প্ৰত্যভিজ্ঞা সম্প্ৰদায়ৰ। শিৱ পূজাৰ মুখ্য আগম ওঠৰখন। শৈৱ দৰ্শন শুদ্ধাদ্বৈতবাদী। জড় আৰু চৈতন্য উভয়ে শিৱ সত্তাৰ সৈতে সমন্বিত। শৈৱ দৰ্শনৰ মতে শিৱই পৰম সত্য আৰু পতি। শিৱই বিশ্বজগতৰ পৰম কাৰণ, নিমিত্ত কাৰণ আৰু মায়া-উপাদান কাৰণ। শিৱ আৰু শক্তিৰ সম্বন্ধ অভেদ। শিৱকেই সৰ্বব্যাপী, সৰ্বশক্তিমান আৰু সৰ্বস্ৰষ্টা ৰূপে ধাৰণা কৰা হয়। জগতৰ সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ তেৱেঁই কাৰণ আৰু জীৱাত্মাৰ তিৰোধান আৰু প্ৰসাদৰ বিধাতা। তেৱেঁই মায়াবদ্ধ পশুস্বৰূপ জীৱাত্মাৰ মুক্তিৰ কাৰণ।

প্ৰাচীন অসমত শাক্ত ধৰ্মৰ সম্পৰ্কে কালিকা পুৰাণত যি বিস্তৃত বৰ্ণনা পোৱা যায়, তাকেই লেখকসকলে নিৰ্ভৰযোগ্য ঐতিহাসিক সাক্ষ্য বুলি গ্ৰহণ কৰিছে। কালিকা পুৰাণত থকা শাক্ত ধৰ্মৰ বৰ্ণনাৰ পৰা এইটো স্পষ্টকৈ বুজা যায় যে শক্তিপূজাৰ প্ৰসাৰ আৰু প্ৰচলন অসমত



শিৱপূজাতকৈ বেছি পিছৰ বা কম প্ৰসাৰী নহয়। কালিকা পুৰাণত দেৱীক প্ৰাচীন কামৰূপৰ অধিষ্ঠাত্ৰী দেৱীৰূপে প্ৰতিপন্ন কৰা হৈছে। দেৱীৰ আখ্যানত কোৱা হৈছে যে মহামায়াই মহাদেৱৰ সৈতে নীলকূট বা নীলাচল পৰ্বতলৈ সম্ভোগাৰ্থে আহিছিল বাবেই এই পীঠ কামাখ্যা নামেৰে অভিহিত হয়। এই দেৱীকেই কামাখ্যা, কামেশ্বৰী, কামৰূপা, ত্ৰিপুৰা, যোনি-মণ্ডলাও বোলা হয়, আৰু অনুৰূপেই শিৱৰো পঞ্চৰূপৰ উল্লেখ কৰা হৈছে। মাতৃৰূপিনী কামাখ্যাকেই আদ্য শক্তি, জগজ্জননী আৰু সৃষ্টিকাৰিণী ৰূপেও সংকল্প কৰা হয়। গোটেই ভাৰতবৰ্ষৰ ভিতৰতেই কামাখ্যা ধাম শক্তি পূজাৰ শ্ৰেষ্ঠ পীঠ বুলি আজিও সুখ্যাত। কালিকা পুৰাণৰ মতে পাৰ্বতী বা কামাখ্যাকেই ত্ৰিপুৰাসুন্দৰী ৰূপে সৌন্দৰ্য আৰু স্ত্ৰীৰ অধিষ্ঠাত্ৰী স্বৰূপেও কুমাৰী ৰূপত পূজা কৰা হয়। শক্তিৰ অধিষ্ঠাত্ৰী স্বৰূপে এওঁকে মহাশক্তি স্বৰূপিনী ৰূপে ধাৰণা কৰা হয়। বামাচাৰী-সকলে এই শক্তিকেই ত্ৰিপুৰাবালা, ত্ৰিপুৰাসুন্দৰী আৰু ত্ৰিপুৰাভৈৰৱী—এই তিনি ৰূপত পূজা কৰে।

ড° বাণীকান্ত কাকতিয়ে যোনি পূজাৰ ইতিহাস প্ৰসংগত যোগিনী-তন্ত্ৰত উল্লেখিত কাহিনীৰ বৰ্ণনা কৰিছে। আন এটা পৌৰাণিক কাহিনী অনুসাৰে কামৰূপ (প্ৰাচীন অসম) মহাপুণ্য ক্ষেত্ৰ আছিল আৰু ইয়াৰ অধিবাসী মাত্ৰেই মৃত্যুৰ পাছত স্বৰ্গলাভ কৰিছিল। ইয়াৰ ফলত যম ৰজাই নিজৰ প্ৰভুত্ব অক্ষুণ্ণ ৰাখিবলৈ শিৱ আৰু বিষ্ণুক নিবেদন জানোৱাত উভয়ে প্ৰসন্ন হোৱাৰ ফলত শিৱৰ আদেশক্ৰমে উগ্ৰতাৰা আৰু অপৰাজিতা দেৱীয়ে হেনো সকলো দ্বিজ আৰু চতুৰ্বৰ্ণৰ লোককেই অসমৰ পৰা বিতাৰিত কৰিছিল। শিৱভক্ত বশিষ্ঠ মুনি নিজ আশ্ৰম সন্ধ্যাচল এৰিবলগীয়া হোৱাত উগ্ৰতাৰাক অভিশাপ দিছিল হেনো এই বুলি,—'তুমি বামাচাৰ পূজাৰহে যোগ্যা হবা। তোমাৰ আৰু শিৱৰ পূজা ম্লেচ্ছইহে কৰিব।' ড° কাকতিৰ মতেও বশিষ্ঠ মুনিৰ অভিশাপৰ ফলত প্ৰাচীন অসমৰ পৰা বৈদিক বিধি আৰু চতুৰ্বৰ্ণ্য সংস্কৃতিৰ কিছুকালৰ বাবে অৱসান ঘটিছিল। আৰ্যসকল এই দেশলৈ অহাৰ পাছত তেওঁলোকে শৈৱধৰ্মক অনাৰ্য বুলি ঘিণাইছিল আৰু শক্তিপূজাকহে অনুপ্ৰেৰণা দিছিল। সেইকালত মাতৃপ্ৰধান খাছী আৰু গাৰোসকলেও মাতৃশক্তিকেই পূজা কৰিছিল। পুৰাণৰ প্ৰায়বোৰ বৰ্ণনাৰ মাজত মহামায়া, মহাশক্তি, পৰাশক্তি আদি ৰূপত পূজা কৰাৰ

উল্লেখ আছে। হৰিবংশত দুৰ্গাক বাসুদেৱ কৃষ্ণৰ ভগিনী আৰু নাৰায়ণ-প্ৰিয়া বুলি অভিহিত কৰা হৈছে। এনেবোৰ আখ্যানে দুৰ্গাক বিষ্ণুৰ অধিক সান্নিধ্যলৈ আনি বৈষ্ণৱ আৰু শাক্তৰ মাজত থকা অন্তৰ্নিহিত সংযোগ অধিক স্পষ্ট কৰি তুলিছিল। এইবোৰ ধাৰণাৰ পৰিণাম স্বৰূপে শক্তি-ধৰ্মই প্ৰাচীন অসমত বৈষ্ণৱ ধৰ্মৰ সহযোগী ধৰ্ম স্বৰূপে প্ৰৱৰ্তিত হৈছিল। নৰক বধৰ কাহিনীত বিষ্ণু আৰু কামাখ্যাৰ সহযোগত বৈষ্ণৱ আৰু শাক্ত-বিশ্বাসৰ সমন্বয়ৰ দৃষ্টান্ত প্ৰকট কৰিছে। অৱশ্যে দক্ষ-যজ্ঞৰ কাহিনীয়ে শৈৱ আৰু শাক্ত-ধৰ্মৰহে সহযোগৰ সাক্ষ্য দিয়ে।

পুৰণি কালৰ পৰা অসমত দেৱী ৰূপকেই আৰ্য আৰু অনাৰ্য ধাৰণাৰ সমন্বয়ত সেই কালৰ সাহিত্যত কেতিয়াবা পৰম ব্ৰহ্মৰ অভেদ শক্তিৰূপে অথবা ব্ৰহ্মৰ পৰাশক্তিৰূপে মহীয়সী কৰি তোলা হৈছে। হিন্দু ধৰ্মত এক অন্তৰ্নিহিত বিশ্বাস আছে যে সমগ্ৰ বিশ্বজগত এক বিৰাট, সৰ্বব্যাপী আৰু বিশ্বোত্তীৰ্ণা শক্তিৰ সৃষ্টি আৰু ইয়াৰ ওপৰতেই অধিষ্ঠিত। এই পৰাশক্তিকেই শাক্ত, শৈৱ আদি ধৰ্মত শিৱ আৰু শক্তিৰ যুগ্ম ৰূপত ধাৰণা কৰা হয়। অসমৰ পীঠ, দেৱালয় আৰু মন্দিৰবোৰক পৱিত্ৰ তীৰ্থ স্বৰূপে ধাৰণা কৰাৰ জনজীৱনত যি বিশ্বাস চলি আহিছে, সিয়ে প্ৰাচীন কালৰ পৰাই অসমৰ অধিবাসীক আধ্যাত্মিক সংযোগ সূত্ৰেৰে আধ্যাত্মিক সংহতি ৰক্ষা কৰাত প্ৰচুৰ প্ৰেৰণা যোগাই আহিছে। তাহানি কালৰ পৰাই ভাৰতত বিশেষকৈ অসমত জনসাধাৰণৰ মাজত যি একাত্মবোধ আৰু সংহতিৰ বান্ধোন পৰিলক্ষিত হয়, সিয়ে ধৰ্মীয় উদাৰতা আৰু সহনশীলতাৰ বাস্তৱ নিদৰ্শন। সাময়িক অশান্তি বা পাৰম্পৰিক বিদ্বেষ কেতিয়াবা সংঘটিত হলেও সেইবোৰ ৰাজনৈতিক বা আন বাহ্যিক কাৰণ সম্ভূতহে, ধৰ্মীয় নহয়। উপনিষদৰ অসংগ ব্ৰহ্মই শক্তিৰ পৰাশক্তি, শৈৱৰ শিৱশক্তি আৰু বৈষ্ণৱৰ কাৰণে আৰাধ্য বিষ্ণুৰূপে প্ৰতিপন্ন হয়।

## বিষ্ণুপূজা আৰু বৈষ্ণৱ ধৰ্ম

অসমত প্ৰাগৈতিহাসিক কালৰ পৰাই বিষ্ণুৰ নানা অৱতাৰৰ মূৰ্তি আৰু প্ৰতীকৰ পূজা ব্যাপকভাৱে প্ৰচলিত আছিল বুলি নানান প্ৰমাণ আছে। ৰজা ভূতিবৰ্মণৰ শাসনলিপিৰ সাক্ষ্যৰ ভিত্তিত ড° বাণীকান্ত কাকতি আৰু আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী প্ৰমুখ্যে পণ্ডিতসকলে ভৌমনৰকৰ



সমসাময়িক কালৰ পৰাই বিষ্ণুৰ পূজা অসমত প্ৰচলিত থকা বুলি দৃঢ়মত পোষণ কৰিছে। একাদশ শতিকাৰ পালবংশৰ ৰাজত্ব কালৰ ইন্দ্ৰপাল আৰু ধৰ্মপালৰ শিলালিপিত বৰাহৰূপী বিষ্ণুৰ উল্লেখ আছে। আচাৰ্য শাস্ত্ৰীৰ মতে ব্ৰহ্মোত্তৰ ভূমি দানৰ পাত্ৰ মধুসূদন নামৰ ব্ৰাহ্মণজনো বৈষ্ণৱ পণ্ডিত আছিল। অসমৰ উত্তৰ পূৱ অঞ্চলৰ পৰা বৰ্তমান বহুতো বিষ্ণুমন্দিৰ আৰু বিষ্ণুৰ মূৰ্তিৰ ভগ্নাৱশেষ উদ্ধাৰ কৰা হৈছে। ড° মহেশ্বৰ নেওগ আৰু আচাৰ্য শাস্ত্ৰী উভয়ে উত্তৰ লক্ষীমপুৰৰ মহাৰাজ লক্ষ্মীনাৰায়ণৰ (১৩২৩ শক) তাম্ৰশাসন লিপিৰ উদ্ধৃতি দি কয় যে স্বৰ্ণনদীৰ পশ্চিম অঞ্চলৰ নিবাসী ৰতিদেৱ নামেৰে ব্ৰহ্মণজনক বিহু উপলক্ষে ব্ৰহ্মোত্তৰ ভূমি দান কৰা হৈছিল। এই গৰাকী ব্ৰাহ্মণো পৰম বৈষ্ণৱ আছিল ('বাসুদেৱাৰ্চনে ৰতঃ') বুলি কোৱা হৈছে।

ড° প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে তেওঁৰ গৱেষণা গ্ৰন্থত ধাৰাবাহিকভাৱে বিষ্ণু পূজা সম্পৰ্কে আলোচনা কৰি মন্তব্য কৰিছে যে সেই কালৰ সাহিত্য আৰু ভগ্নাৱশেষ আদিৰ পৰা স্পষ্টৰূপে বুজা যায় যে বিষ্ণু আৰু তেওঁৰ অৱতাৰৰ পূজা-পাতল অসমত সুদূৰ অতীতৰ পৰাই যে চলি আহিছে তাৰ বহুতো ঐতিহাসিক প্ৰমাণ আছে। তেওঁৰ মতে প্ৰাচীন অসমত প্ৰচলিত বিষ্ণু পূজা আল্পীয় ইৰাণী আৰু যোগীয় লোকৰ সৌৰ-পূজাৰ পৰাই উৎপত্তি হৈ ক্ৰমে ব্ৰাহ্মণ্য হিন্দু ধৰ্মৰ পৰশত বিষ্ণু আৰু তেওঁৰ অৱতাৰৰ পূজা আৰু ভাগৱতী ধৰ্ম হিচাপে প্ৰৱৰ্তিত হয়গৈ। ইয়াৰ পৰৱৰ্তী বৈষ্ণৱ ধৰ্মত তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ প্ৰভাৱ থকাও পৰিলক্ষিত হয়। পৌৰাণিক উপাখ্যান অনুসাৰে প্ৰাগ্‌জ্যোতিষপুৰত বিষ্ণু-কৃষ্ণ আৰু ভৌমনকৰ যি সান্নিধ্যৰ অৱতাৰণা কৰা হৈছে তাৰ পৰা বৈষ্ণৱ, শৈৱ, আৰু শাক্তধৰ্মৰ পাৰম্পৰিক প্ৰভাৱ আৰু সমন্বয়ৰ স্পষ্ট ইংগিত পৰিলক্ষিত হয়। কোনো কোনো বুৰঞ্জীবিদৰ মতে ঋক্‌বেদৰ আদিত্যৰূপী দেৱতাই কালক্ৰমত বিষ্ণুৰূপত পৰিণত হয়, আৰু ভাৰত-ইৰাণী ধৰ্মনিহিত সূৰ্য-পূজা ভাগৱতী-ভক্তি ধৰ্মৰ সৈতে সংমিশ্ৰিত হৈ বিষ্ণু পূজাত পৰিণত হয়গৈ। বৈদিক সাহিত্যত উল্লেখিত বিষ্ণুৰ সৈতে বাসুদেৱ কৃষ্ণৰ কোনো সম্পৰ্ক নাই।

প্ৰাচীন কামৰূপ-প্ৰাগজ্যোতিষ ব্ৰাহ্মণ্য ধৰ্ম আৰু সূৰ্যপূজাৰ সমন্বয় আৰু ক্ৰমবিকাশৰ ফলত পিছলৈ বিষ্ণু-কৃষ্ণ আৰু তেওঁৰ অৱতাৰৰ পূজা

প্ৰৱৰ্তিত হয়। কালিকা পুৰাণত বিষ্ণু বাসুদেৱ আৰু তেওঁৰ অৱতাৰৰ পূজা-পাতল ব্যৱস্থা সম্বন্ধে বিৱৰণ আছে। এই পুৰাণত হয়গ্ৰীৱ মাধৱ, পাণ্ডুনাথ, বৰাহৰূপী বিষ্ণু আৰু বাসুদেৱ কৃষ্ণৰ দেৱালয়সমূহৰ নাম আৰু পূজা-বিধিৰ উল্লেখ কৰা হৈছে। ভাস্কৰবৰ্মণ, ভগদত্ত আদি অসমৰ প্ৰাচীন ৰজাসকল বিষ্ণুভক্ত আছিল বুলি জনা যায়। খ্ৰীষ্টীয় পঞ্চম শতিকা বা তাৰ কিছু আগৰ পৰাই অসমত বিষ্ণু পূজাৰ প্ৰচলন আছিল। ভূতি-বৰ্মণ, ভাস্কৰবৰ্মণ, ৰত্নপাল, হৰ্ষপাল, ধৰ্মপাল আদি প্ৰাচীন কামৰূপৰ ৰজাসকলৰ শাসনাৱলীত বিষ্ণুৰ বিবিধ নাম আৰু স্তুতিৰ উল্লেখ আছে। (শংকৰদেৱৰ প্ৰচাৰিত মধ্যযুগীয়া নৱবৈষ্ণৱ ধৰ্মৰ কথা বেলেগে আলোচনা কৰা হৈছে)।

## অসমৰ বৌদ্ধধৰ্ম

পুৰণি অসম বা কামৰূপত বৌদ্ধ ধৰ্মৰ প্ৰচলন সম্বন্ধে যথেষ্ট মতবিৰোধ আছে। ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ মতে পুৰণি কামৰূপত বৌদ্ধধৰ্ম প্ৰৱৰ্তিত হোৱা নাছিল। এই দেশত সেই ধৰ্মৰ কোনো বিশুদ্ধ প্ৰতিমূৰ্তিও পোৱা হোৱা নাই। বুৰঞ্জীবিদ ড° ৰমেশ মজুমদাৰৰ মতেও প্ৰাচীন কামৰূপত শেষ পৰ্যন্ত ব্ৰাহ্মণ্য ধৰ্মই চলিছিল। আন কেবাগৰাকী পণ্ডিতৰ মতেও কামৰূপী ৰজাই বৌদ্ধধৰ্মৰ পৃষ্ঠপোষকতা কৰা নাছিল আৰু এই দেশ বঙ্গদেশৰ সীমাৱৰ্তী হলেও বৌদ্ধধৰ্মৰ প্ৰভাৱৰ পৰা মুক্ত আছিল। ড° ভট্টাশালীয়েও একেমতেই সমৰ্থন কৰি কয় যে কামৰূপ আগৰেই পৰাই ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰধান ক্ষেত্ৰ আৰু ইয়াত বৌদ্ধধৰ্ম প্ৰচলনৰ কোনো সাক্ষ্য নাই। একে মতকেই সমৰ্থন কৰি আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীয়ে লিখিছে,—'কামৰূপীয় ৰজাৰো কোনোবাই যদি বৌদ্ধধৰ্মৰ পৃষ্ঠপোষকতা কৰিলেহেঁতেন, তেন্তে সেই কথাৰ উল্লেখ বা ইংগিত কোনো নহয় কোনো এখন ৰাজশাসনত উপনিবদ্ধ ৰাজপ্ৰশস্তিৰ ভিতৰত সন্নিৱিষ্ট হলহেঁতেন। কিন্তু এতিয়ালৈকে আৱিষ্কৃত কোনো ৰাজশাসনতো তেনে ইংগিত বা উল্লেখ ঘূণাক্ষৰেও পোৱা নাযায়। গতিকে প্ৰাচীন কামৰূপত স্বতন্ত্ৰভাৱে কোনো বৌদ্ধ সম্প্ৰদায় আছিল বুলিহে প্ৰতিপন্ন হয়।'

ড° মহেশ্বৰ নেওগে ভাস্কৰবৰ্মণৰ নিধানপুৰ তাম্ৰশাসনৰ তৃতীয় শ্লোক আৰু ৰজা ইন্দ্ৰপালৰ গুৱাহাটী তাম্ৰশাসনৰ একাংশ উদ্ধৃত কৰি আৰু



প্ৰসংগক্ৰমে ধৰ্মপালৰ পুষ্পভদ্ৰা শাসনৰ উল্লেখ কৰি তাত উল্লেখিত ধৰ্ম আৰু তথাগত শব্দ দুটাৰ তাৎপৰ্য পৰীক্ষা কৰি মন্তব্য কৰিছে যে প্ৰাচীন কামৰূপত বৌদ্ধধৰ্ম প্ৰচলিত থকাৰ কোনো স্পষ্ট ইংগিত পোৱা নাযায়। তেখেতে আলোচনাৰ সামৰণিত লেখিছে: 'মুঠতে তান্ত্ৰিক বৌদ্ধধৰ্মৰ লীলাক্ষেত্ৰৰূপে কামৰূপ বিখ্যাত হৈ পৰিছিল।' লগতে তেখেতে 'বৌদ্ধ' আৰু 'বৌদ্ধমতীয়া টাটকীয়া' লোকৰ বিৰুদ্ধে নৱবৈষ্ণৱ ধৰ্মৰ গুৰিধৰোঁতা শংকৰদেৱ প্ৰমুখ্যে গুৰুসকলে লেখা বৌদ্ধ বিৰোধী মন্তব্যৰ কথা উল্লেখ কৰি তথাকথিত বৌদ্ধসকলে লোকৰ কেনে অহিত সাধিছিল তাৰো উল্লেখ কৰিছে। এইবোৰ কথাৰ পৰা সুস্পষ্ট হয় যে প্ৰাচীন কামৰূপত প্ৰকৃত বৌদ্ধধৰ্মৰ প্ৰচাৰ বা প্ৰচলন কি জানি হোৱাই নাছিল, কেতবোৰ বিকৃত বৌদ্ধ পন্থাৰহে প্ৰচলন হৈছিল।

খ্ৰীঃ পূঃ ষষ্ঠ শতিকাত বুদ্ধদেৱে জ্ঞান, সাহস, ত্যাগ আৰু প্ৰেমৰ প্ৰতিমূৰ্তি স্বৰূপে আৱিৰ্ভূত হৈ সমগ্ৰ বিশ্বকেই আধ্যাত্মিক জ্ঞানেৰে আলোকিত কৰি তুলিছিল। সেই সত্বাৰ সংকল্প আছিল—'কলিকলুষকৃতানি যানি লোকে ময়ি তানি পতন্তু বিমুচ্যতাম্ হি লোকঃ'—কলিকালৰ কলুষ জাত জগতত যিমান পাপ আৰু দুখ আছে, সেই সকলো মোৰেই ওপৰত পৰক যাতে সমস্ত জগতবাসী সেইবোৰৰ পৰা বিমুক্ত হয়। তেওঁৰ জীৱনৰ মূলমন্ত্ৰ আছিল—'বহুজন হিতায় চ বহুজন সুখায়।' আন কি মহাপুৰুষ শংকৰ-মাধৱেও তেওঁক অৱতাৰ বুলি স্বীকৃতি দিছে।—

'মৎস্য-কূৰ্ম-নৰসিংহ বামন-পৰশুৰাম
হলিৰাম-বৰাহ-শ্ৰীৰাম।
বুদ্ধ-কল্কি নামে দশ আকৃতি ধৰিছা কৃষ্ণ
তযু পাৱে কৰোহোঁ প্ৰণাম॥' (নামঘোষা)

বুদ্ধ অৱতাৰৰ ওপৰত ইমান বিশ্বাস আৰু ভক্তি থকা সত্বেও বৌদ্ধধৰ্মৰ ওপৰত গুৰুসকলৰ ইমান বিদ্বেষ আৰু বিৰোধভাৱ থকাৰ কাৰণ কি? প্ৰাচীন বৌদ্ধমতৰ মূলতত্ত্ব আছিল—আৰ্য সত্য চত্বাৰি—দুখ, দুখ-সমুদয়, দুখ-নিৰোধ আৰু দুখ-নিৰোধ গামিনী প্ৰতিপৎ। অষ্টমাৰ্গ আছিল সম্যক দৃষ্টি, সংকল্প বাক্, কৰ্মান্ত, আজীৱ, ব্যায়াম, স্মৃতি আৰু সমাধি। মূল সিদ্ধান্ত আছিল প্ৰতীত্য-সমুৎপাদ। কাৰ্য কাৰণসূত্ৰ—'অস্মিন্ সতি ইদং ভৱতি—সেইটো থাকিলেহে এইটো হব পাৰে। প্ৰতীত্যসমুৎপাদ চক্ৰ দ্বাদশ সূত্ৰ সংযুক্ত—অবিদ্যা,

সংস্কাৰ, বিজ্ঞান, নাম-ৰূপ, ষড়ায়তন, স্পৰ্শ, বেদনা, তৃষ্ণা, উপাদান, ভব, জাতি, জৰা, মৰণ। এইবোৰ মূলতত্ত্ব সম্যক উপলব্ধি কৰি বৌদ্ধ ধৰ্মই জীৱনৰ দুখ-দুৰ্গতিৰ পৰা সম্পূৰ্ণৰূপে বিমুক্ত হোৱাৰ উপায় নিৰ্ধাৰণ কৰিছিল। এই ধৰ্মই ঘাইকৈ নৈতিকতাৰ ওপৰতেই অধিক গুৰুত্ব আৰোপ কৰিছিল। বুদ্ধদেৱৰ বাণীসমূহ তেওঁৰ পৰৱৰ্তী শিষ্যসকলে নানাভাৱে ব্যাখ্যা আৰু পৰিৱৰ্ধিত কৰাৰ ফলত মতবিৰোধ হবলৈ ধৰে। ইয়াৰ পৰিণামস্বৰূপে বৌদ্ধধৰ্মৰ দুটা ঘাই সম্প্ৰদায়ৰ অভ্যুদয় হয়—হীনযান আৰু মহাযান। হীনযানত ঈশ্বৰ মনা নহয় আৰু কৰ্মৰ ওপৰতেই অধিক গুৰুত্ব দিয়া হয়। প্ৰত্যেক ব্যক্তিয়ে নিজৰ ভাগ্য নিৰ্মাতা হিচাবে নিজৰ নিৰ্বাণ সাধন কৰিব লাগিব। দুখ নিবৃত্তিকেই নিৰ্বাণ বোলা হৈছে। মহাযান সম্প্ৰদায়ে দুখ নিবৃত্তিৰ পৰিৱৰ্তে পৰমানন্দ লাভকেই পৰমাৰ্থ লাভ বুলি ধৰে। এওঁলোকে বুদ্ধকেই পৰমেশ্বৰ ৰূপে পূজাও কৰে। তেৱেঁই অসংগ পৰমতত্ত্ব, যথাৰ্থ সৎ আৰু বিশুদ্ধ চৈতন্য। তেৱেঁই বিশ্ব প্ৰপঞ্চৰ আধাৰ আৰু জীৱাত্মাৰ মূল। যিসকলে বোধিসত্ত্ব প্ৰাপ্ত হয়, তেওঁলোকেই চিৰন্তন জ্ঞানত অধিষ্ঠিত হয় আৰু বিশ্ব-প্ৰেমাপ্লুত হৈ পৰহিতৈষণাৰে পুৰুষাৰ্থ কৰে।

স্থবিৰবাদ বা থেৰাবাদ, সৰ্বাস্তিবাদ বা বৈভাষিক, আৰু শ্ৰৌতান্তিক সম্প্ৰদায় হীনযানৰ শাখা। আনহাতে শূন্যবাদ, বিজ্ঞানবাদ, স্বতন্ত্ৰ বিজ্ঞানবাদ আদিবোৰ মহাযানৰ প্ৰধান সম্প্ৰদায়। শূন্যবাদকেই মাধ্যমিক সম্প্ৰদায় বোলা হয়। মহাযানী সম্প্ৰদায়বোৰৰ দৰ্শন, ন্যায়-মীমাংসা, জ্ঞান-মীমাংসা ইত্যাদিৰ প্ৰচুৰ সাহিত্য আছে।

অসম বা প্ৰাচীন কামৰূপত উল্লেখিত কোনোটো সম্প্ৰদায় বিশুদ্ধ ৰূপত পোৱা নাযায়। এইবাবেই বহুতে অসমত বৌদ্ধধৰ্ম প্ৰচলিত থকাৰ প্ৰমাণ নাই বুলি ভাৱে। পণ্ডিত শ্ৰীকৃষ্ণকান্ত সন্দিকৈয়ে এই সম্পৰ্কে কৰা মন্তব্য অতিশয় তাৎপৰ্যপূৰ্ণ। তেওঁ লিখিছে 'বুদ্ধদেৱৰ পাছত বৌদ্ধধৰ্মৰ নানা পৰিৱৰ্তন হয়। তাত নানা তান্ত্ৰিক মত আৰু আচাৰ সোমায়। হিন্দু তন্ত্ৰ আৰু বৌদ্ধ তন্ত্ৰৰ বৰ ঘনিষ্ঠ সম্বন্ধ। হিন্দু আৰু বৌদ্ধ তন্ত্ৰত কিছুমান আপত্তিজনক কথা আছে। এই কাৰণেই বৈষ্ণৱসকলে তান্ত্ৰিক আচাৰ ভাল নাপাইছিল। এই বামানয় পন্থাই পৰৱৰ্তী নববৈষ্ণৱ আচাৰ্যসকলৰ বিশুদ্ধ ভক্তি-ধৰ্ম প্ৰৱৰ্তনত অশেষ ব্যাঘাত ঘটাইছিল, আৰু জনসাধাৰণৰ মাজতো কুসংস্কাৰপূৰ্ণ কেতবোৰ আপত্তিকৰ আচাৰ-প্ৰথা প্ৰচলনত সহায় কৰিছিল।



ভাস্কৰবৰ্মণৰ নিধানপুৰ তাম্ৰশাসন আৰু পুষ্পভদ্ৰা শাসন লিপিৰ প্ৰশস্তিমূলক শ্লোকত 'ধৰ্ম' শব্দৰ ব্যুৎপত্তিমূলক অৰ্থই ড° প্ৰতাপ চৌধুৰীৰ মতে বৌদ্ধধৰ্মক নুবুজায় বৰং আৰ্যধৰ্মকহে বুজাইছে। দ্বিতীয়খন শাসনত উল্লেখিত ধৰ্ম শব্দই সেই কালত প্ৰচলিত 'বজ্ৰযান' বৌদ্ধৰ ধৰ্মপালৰ ওপৰত প্ৰভাৱ পেলোৱাৰ ইংগিত দিয়ে। তেওঁৰ মতে ইন্দ্ৰপাল ৰজাৰ গুৱাহাটী শাসনত উল্লেখিত 'তথাগত' শব্দই বুদ্ধক নুবুজায় সূৰ্যদেৱহে বুজায়। কিন্তু তথাপিও কামৰূপৰ ৰজা বনমালৰ সংসাৰ বৈৰাগ্য আৰু দেহত্যাগ, আৰু জয়মালৰ ৰাজ্যত্যাগ আৰু সন্ন্যাস গ্ৰহণ আদি ঐতিহাসিক তথ্যই বৌদ্ধধৰ্ম নৱম শতিকাৰ পূৰ্বেই কামৰূপ ৰাজ্যত প্ৰচলিত থকাৰ ইংগিত দিয়ে। হিউয়েন চাং এই দেশলৈ অহাৰ পূৰ্বেই বৌদ্ধধৰ্ম ইয়াত প্ৰচলিত আছিল বুলি ভবাৰ যুক্তি আছে। মহাযান সম্প্ৰদায়ৰ প্ৰসিদ্ধ লেখক আৰু সংঘনেতা অশ্বঘোষে বৌদ্ধধৰ্ম গ্ৰহণ কৰাৰ পূৰ্বেই কামৰূপলৈ আহি বৌদ্ধ বিৰোধী লোকক পৰাজিত কৰাৰ কথাৰো উল্লেখ পোৱা যায়। যদি এইটো সত্য হয়, তেন্তে পুৰণি কামৰূপত বৌদ্ধ শ্ৰমণসকলে ব্যাপক অঞ্চলত বসতি কৰি নিজৰ ধৰ্ম পালন কৰাটো বিশ্বাসযোগ্য। বিহাৰৰ কুশী নগৰত বুদ্ধদেৱৰ মহাপ্ৰয়াণ হোৱাটো ঐতিহাসিক তথ্য-পাতিৰ ভিত্তিত স্বীকাৰ কৰা হৈছে। কামৰূপত যি স্তুপ বা চৈত্য প্ৰতিষ্ঠাপিত হৈছিল সেইবোৰ বুদ্ধৰ চিতাভস্মপূৰ্ণ পাত্ৰ সঞ্চিত ঠাইতেই প্ৰতিষ্ঠা কৰা হৈছিল।

খ্ৰীঃ পঞ্চম-ষষ্ঠ শতিকাৰ পৰাই কাশ্মীৰ, তিব্বত, বাৰ্মা আদি প্ৰান্তীয় দেশবোৰৰ সৈতে পুৰণি কামৰূপৰ ধৰ্ম-সংস্কৃতিৰ যোগাযোগ থকাৰ কথা বুৰঞ্জীয়ে সাক্ষ্য দিয়ে। কল্হানৰ 'ৰাজতৰঙ্গিনী'ৰ মতে কাশ্মীৰৰ ৰজা মেঘবাহনৰ সৈতে কামৰূপ ৰাজকন্যা অমৃতপ্ৰভাৰ বিয়া হৈছিল। অমৃত-প্ৰভাই হেনো কামৰূপৰ পৰা তেওঁৰ লগতে ষ্টুংপা নামৰ এজন তিব্বতী বৌদ্ধ গুৰুকো তালৈ লৈ গৈছিল। উত্তৰ আৰু উত্তৰ-পূৰ অঞ্চলৰ বৌদ্ধ-প্ৰধান দেশৰ লোকৰ এই দেশৰ মাজেদি যি যাতায়াত চলিছিল তাৰ ফলত ধৰ্ম-সংস্কৃতিৰ কিছু আদান-প্ৰদান নোহোৱাকৈ নিশ্চয় থকা নাছিল।

অসমৰ সীমান্তৰ প্ৰদেশ কেইখনমানত আৰু আন কেবাটাও অঞ্চলত বৌদ্ধ বিহাৰ, বৌদ্ধ মূৰ্তি, বাপুচাং, গোমপা আদি আজিও দেখিবলৈ পোৱা যায়। সেইবোৰৰ ভিতৰত অৰুণাচলৰ টাৱাং, ছিয়াং, টিৰাপ, দিবং

প্ৰভৃতি ঠাইত বহুতো বৌদ্ধ বিহাৰ, গোম্‌পা, বাপুচাং আদি সংস্থাপিত হৈছে। টাৱাং বিহাৰ অসম, ভূটান আৰু তিব্বতৰ বৌদ্ধসকলৰ মিলন কেন্দ্ৰ। এইবোৰ ঠাইৰ ধৰ্ম বৌদ্ধ আৰু জনজাতীয় লোকৰ স্বকীয় পৰম্পৰাৰ সংমিশ্ৰণ যেন লাগে। এইবোৰ ঠাইত মন্‌পা, মেম্বা, খাম্বা, ছেৰডুকপেন্‌, খামতি, চিংফৌ, কাঁকিয়াল আদি বিভিন্ন জনজাতীয় বৌদ্ধধৰ্মী এতিয়াও আছে। উত্তৰ লক্ষীমপুৰৰ বৰখাম্‌তিগাওঁ আৰু গোঁসাইবাৰীত খাম্‌তিসকলৰ বৌদ্ধ বাপুচাং আছে। ইয়ালৈ আন ঠাইৰ পৰা অনেক বৌদ্ধ লোক বছৰি আহে। ইয়াৰ বাহিৰেও মাৰ্ঘেৰিটাৰ বাপুচাং বা বৌদ্ধ বিহাৰ, শিৱসাগৰৰ চলাপথাৰ দিচাংপানীৰ বাপুচাং বিহাৰ আৰু বালিজান গাওঁত বিহাৰ আছে। কামৰূপৰ উত্তৰ সীমান্তৰ দেৱানগিৰিত ভূটীয়া বৌদ্ধ বিহাৰ আৰু গাৰো পাহাৰৰ হলদিবাৰী আৰু শ্যামনগৰত বৰ্মীয় বৌদ্ধ বিহাৰ আছে। এই বিহাৰবোৰ প্ৰাচীন কালত প্ৰতিষ্ঠাপিত নে পৰৱৰ্তী কালত সংস্থাপিত কোৱা কঠিন। কিন্তু কামৰূপৰ কামাখ্যা পীঠ আৰু হাজোৰ হয়গ্ৰীৱ-মাধৱ মন্দিৰ আৰু তাৰ আশে পাশে থকা বৌদ্ধ তীৰ্থ আৰু মন্দিৰসমূহে সুদূৰ অতীতৰ পৰাই শাক্ত, তান্ত্ৰিক, শৈৱ, বৈষ্ণৱ, বৌদ্ধধৰ্মৰ উমৈহতীয়া তীৰ্থভূমি আৰু সমন্বয় কেন্দ্ৰ স্বৰূপে খ্যাতি লাভ কৰিছে।

প্ৰাচীন কামৰূপত প্ৰচলিত প্ৰধান বৌদ্ধ সম্প্ৰদায় এটা আছিল বজ্ৰযান। বৌদ্ধ মহাযানৰ মৌলিক তত্ত্ব কেইটামানৰ সৈতে শাক্ত আৰু তান্ত্ৰিক বিশ্বাসৰ সংযোগত এই বৌদ্ধ সম্প্ৰদায়ৰ উদ্ভৱ হোৱা যেন অনুমান হয়। পাৰমাৰ্থিক শক্তি আৰু পৰম চৈতন্যৰ সংহতিৰ পৰাই প্ৰজ্ঞাপাৰমিতা বা পৰম সত্যৰ স্বৰূপ বুলি ধাৰণা কৰি তাকেই 'বজ্ৰ' আখ্যা দিয়া হৈছে। শূন্য প্ৰজ্ঞাপাৰমিতা আৰু পৰমানন্দ এই তিনিওৰে অভেদ স্বৰূপেই 'বজ্ৰ' বা বোধিচিত্তৰ স্বৰূপ। কিছুমান পণ্ডিতৰ মতে অসমত বজ্ৰযান ধৰ্মৰ খ্ৰীঃ সপ্তম শতিকামানত প্ৰচলন হৈছিল। এই সম্প্ৰদায়ৰ শাখা-প্ৰশাখা ৰূপে সহজযান, মন্ত্ৰযান, কালচক্ৰযান, তন্ত্ৰযান, ভদ্ৰযান আদি কেৱাটাও বৌদ্ধ সম্প্ৰদায়ৰ উদ্ভৱ হয়। কথিত আছে যে বজ্ৰযোগিনী সাধনত কিছুমানে কামাখ্যা, শ্ৰীহট্ট, পূৰ্ণগিৰি আৰু উড্ডীয়ান পীঠক অৱলম্বন কৰিছিল আৰু আন কিছুমান সাধকে অতীন্দ্ৰিয় আৰু যৌগিক দৃষ্টিভংগীৰে অন্তৰ্দৈহিক নাড়ীচক্ৰৰ স্বৰূপত সেইবোৰ গ্ৰহণ কৰি যৌগিক সাধনা কৰিছিল। সময়ৰ লগে লগে এইবোৰ সাধনাৰ মাজত নানা



কামনা-বাসনা, সুখ-সম্ভোগৰ স্পৃহা আৰু যাদু-মন্ত্ৰৰ প্ৰভাৱত 'বৌধ টাটকীয়' প্ৰথাৰ উদ্ভৱ হয়। এনে কুপ্ৰবৃত্তিপ্ৰৱণ বামাচাৰী লোকসকলকেই নৱবৈষ্ণৱ গুৰুসকলে নানা ভাৱে নিন্দা-তিৰস্কাৰ কৰিছিল, কিয়নো এই সকলেই পৰৱৰ্তী কালত বৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তন আৰু পালনত নানা আহুকালৰ সৃষ্টি কৰিছিল।

প্ৰাচীন কামৰূপত বজ্ৰযান আৰু কৌলতন্ত্ৰৰ প্ৰৱৰ্তকসকলৰ ভিতৰত সৰহপা বা ৰাহুলভদ্ৰ আৰু মীননাথ, মৎস্যেন্দ্ৰ বা মচ্ছীন্দ্ৰ দুজন মুখ্য গুৰু। বুৰঞ্জীবিদ ড° তাৰানাথৰ মতে উপগুপ্তৰ পৰৱৰ্তী গুৰু ধীতিকই পুৰণি কামৰূপত বৌদ্ধ মহাযান প্ৰচাৰ কৰিছিল। সৰহপা আৰু মীন-নাথ উভয়ৰে জীৱন-কাহিনী নানা বিস্ময়জনক ঘটনাসম্বলিত। সৰহপাৰ শিষ্য আছিল নাগাৰ্জুন। এওঁ মাধ্যমিক সম্প্ৰদায়ৰ বিখ্যাত নাগাৰ্জুন নহয়, আন এগৰাকী সাধকহে আছিল। সৰহপাৰ বৌদ্ধ আৰু ব্ৰাহ্মণ্য শাস্ত্ৰত সমানেই পাণ্ডিত্য আছিল। তিব্বতী বৌদ্ধ বুৰঞ্জীত তেওঁৰ খ্যাতি আৰু প্ৰতিপত্তিৰ ধাৰাবাহিক বিৱৰণ আছে। নাগাৰ্জুন সিদ্ধৰ শিষ্য আছিল শবৰিপা আৰু শবৰিপাৰ শিষ্য আছিল লুইপা। তিব্বতী বুৰঞ্জীৰ মতে লুইপা আৰু মীননাথ একেজন লোক। ড° প্ৰতাপচন্দ্ৰ চৌধুৰীৰ মতে লুইপা আৰু মীননাথ একেজন লোক নহয়, আৰু মীননাথ লুইপাৰ পূৰ্বৱৰ্তী লোক। মীননাথ আছিল হঠযোগী আৰু তেওঁ 'কামশাস্ত্ৰ', 'স্মৰদীপিকা' প্ৰভৃতি গ্ৰন্থৰ প্ৰণেতা। মীননাথ আৰু তেওঁৰ শিষ্য গোৰক্ষনাথেই কামৰূপত কৌল সম্প্ৰদায়ৰ প্ৰধান প্ৰৱৰ্তক আছিল। মৎস্যেন্দ্ৰনাথ কাপালিক সিদ্ধসকলৰ ভিতৰত অন্যতম। কথিত আছে যে ৰজা ইন্দ্ৰপালে তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰিছিল। মীননাথৰ দৰেই তেওঁৰ শিষ্য গোৰক্ষনাথো হঠযোগী আছিল আৰু তেৱোঁ কামৰূপত বৌদ্ধ ধৰ্ম প্ৰচাৰত লিপ্ত আছিল। পালবংশৰ ধৰ্মপাল আৰু জয়পালৰ শাসন কালত ইন্দ্ৰভূতি আৰু পদ্মসম্ভৱই কামৰূপত ধৰ্ম প্ৰচাৰ কৰিছিল। কামাখ্যা পীঠকেই কেন্দ্ৰ কৰি প্ৰাচীন কামৰূপত হিন্দুৰ ত্ৰিমূৰ্তি আৰু দেৱী পূজাৰ সৈতে বৌদ্ধধৰ্মীয় ভাৱধাৰা আৰু আচাৰ প্ৰথাৰ সংমিশ্ৰণত বজ্ৰযান, চক্ৰযান, সহজযান, ইত্যাদি সম্প্ৰদায়ৰ উদ্ভৱ আৰু প্ৰচলন হৈছিল যেন লাগে।

## সূৰ্য আৰু গ্ৰহ-পূজা

সূৰ্য আৰু অগ্নিপূজা অসমীয়া হিন্দু সমাজৰ মুখ্য ধৰ্ম নহলেও অসমত উভয়কে দেৱতাৰূপে পূজা কৰাৰ ৰীতি নিঃসন্দেহে পুৰণিকলীয়া। গুৰুত

শৰণ লোৱাৰ পাছত দুপৰীয়া গা ধোৱাৰ সময়ত মধ্যাহ্ন সূৰ্যলৈ শৰণ প্ৰণতি জনোৱা অসমীয়া হিন্দু মাত্ৰৰেই যেন এটি আহ্নিক কৃত্য। ভোগালি বিহুৰ কেউদিনেই প্ৰাতঃস্নান কৰি গুটীয়া বা সামূহিকভাৱে মেজি প্ৰদক্ষিণ কৰি তিল-চাউল তৰ্পণ দি অগ্নি সেৱা কৰা হয়। বৈদিক যুগৰ পৰাই মিত্ৰ ( সূৰ্য ) আৰু অগ্নিক মুখ্য দেৱতা স্বৰূপে পূজা আৰাধনা কৰা প্ৰথা চলি আহিছে। হোমাগ্নিক তৰ্পণ দিয়া বৈবাহিক আৰু প্ৰেতকৰ্মৰ অৱশ্য কৃত্য।

আল্পীয়-ইৰাণী আৰু ম্যেগীয় সংস্কৃতিৰ পৰশত পুৰণি অসমত সূৰ্যপূজাৰও প্ৰচলন হয় বুলি ড° চৌধুৰীয়ে উল্লেখ কৰিছে। গোৱালপাৰা জিলাৰ সূৰ্য পাহাৰক কালিকা পুৰাণত সূৰ্যদেৱতাৰ নিবাস বোলা হৈছে। কামৰূপক সুদূৰ অতীতৰ পৰাই সূৰ্য পূজাৰ কেন্দ্ৰ বুলি গৃহ্যসূত্ৰত কোৱা হৈছে। কিছুমান পুৰাণত গুৱাহাটীৰ পূবে থকা নৱগ্ৰহ পাহাৰ আৰু উদয়াচল বা উদয়াদ্ৰি সূৰ্য পূজা আৰু গ্ৰহ পূজাৰ কেন্দ্ৰ বুলি উল্লেখ আছে।

চতুৰ্দশ-পঞ্চদশ শতিকাত নৱবৈষ্ণৱ ধৰ্ম প্ৰচলন হোৱাৰ পূৰ্বেও অসমত সূৰ্যগ্ৰহ পূজাৰ প্ৰচলন থকাৰ প্ৰমাণ নথকা নহয়। শংকৰদেৱৰ ককাক সূৰ্যবৰৰ নামৰ লগতো তেওঁৰ পূৰ্বপুৰুষে সূৰ্য পূজা কৰাৰ কথা জড়িত থাকিব পাৰে। কালক্ৰমত সূৰ্যক বিষ্ণুৰেই ৰূপান্তৰ বুলি ধাৰণা কৰা হয়। কিন্তু কিছুকাল পাছত বিষ্ণুপূজাৰ সৈতে সূৰ্য পূজাৰ কোনো সংস্পৰ্শ নোহোৱা হৈ পৰে। তাপ আৰু পোহৰৰ মূল আৰু মানুহৰ জীৱন ধাৰণ, পৰিপোষণ আদিৰ অপৰিহাৰ্য শক্তি হিচাপে লৈ সূৰ্য আৰু অগ্নিক পূজা আৰাধনা কৰা হয়। মন্দিৰ আৰু মূৰ্তিৰ অৱশেষাদিৰ ওপৰত ভিত্তি কৰিলে সূৰ্যপাহাৰ, শদিয়া, পাণ্ডু, শুক্ৰেশ্বৰ, শুৱালকুছি, দহপৰ্বতীয়া, মঙ্গলদৈ, গহপুৰ, তেজপুৰ আদি বিভিন্ন ঠাইত পোৱা মূৰ্তি আৰু অৱশেষবোৰে অসমত অতীজৰ পৰাই সূৰ্য পূজা প্ৰচলিত থকাৰ সম্ভেদ দিয়ে। গোৱালপাৰাৰ সূৰ্যপাহাৰত আন দেৱ-দেৱীৰ বিগ্ৰহৰ বাহিৰেও সূৰ্য-চন্দ্ৰাদিৰ বিগ্ৰহ আছে। ইয়াৰ পৰা অনুমান হয় যে এই পাহাৰখন ইতিপূৰ্বে গ্ৰহ-নক্ষত্ৰ পূজাৰ কেন্দ্ৰস্থল আছিল।

গুৱাহাটীৰ পূব প্ৰান্তত অৱস্থিত নৱগ্ৰহ পাহাৰখন আজিও গ্ৰহপূজাৰ আৰু জ্যোতিষ চৰ্চাৰ কেন্দ্ৰস্বৰূপ। এই পাহাৰৰ পুৰণি নাম চিত্ৰাচল। পৌৰাণিক কাহিনী মতে ব্ৰহ্মাই এই ঠাইত বহি পোনতে গ্ৰহ-নক্ষত্ৰবোৰ সৃষ্টি কৰিছিল। নৱগ্ৰহ মন্দিৰৰ ভিতৰত সৌৰমণ্ডল অৰ্থাৎ আদিত্য ( সূৰ্য ), চন্দ্ৰ, মঙ্গল বুধ, বৃহস্পতি, শুক্ৰ, শনি, ৰাহু, আৰু কেতুৰ শিলামূৰ্তি আছে। সম্প্ৰতিও ধৰ্ম নিৰ্বিশেষে মানুহৰ সৌভাগ্য আৰু আয়ুবৃদ্ধিৰ কাৰণে গ্ৰহদোষ খণ্ডাবলৈ চিত্ৰাচলত ৰাশিফল গণনা কৰা আৰু পূজা দিয়া প্ৰথা প্ৰচলিত আছে।



আন কিছুমান দেৱ-দেৱীৰ পূজাও অতীজৰ পৰাই অসমত প্ৰচলিত আছে। পুৰণি ভাস্কৰ্য আৰু প্ৰতিমূৰ্তিতো ইয়াৰ সাক্ষ্য পোৱা যায়। সৰ্পৰ দেৱী মনসা, বসন্তৰোগৰ অধিষ্ঠাত্ৰী শীতলা, বিভূতিদায়িনী লক্ষ্মী, বিদ্যাৰ অধিষ্ঠাত্ৰী সৰস্বতী, দুৰ্গাৰ পুত্ৰ কাৰ্তিকেয় আৰু গণেশ বা গণপতি, ইন্দ্ৰ, ধনপতি কুবেৰ, বিশ্বকৰ্মা ইত্যাদি দেৱদেৱীৰ পূজাও গুটীয়া বা সামূহিকভাৱে কৰা হয়।

খ্ৰীঃ দশম শতিকামানৰ পৰাই অসমত মনসা পূজাৰ প্ৰচলন হোৱাৰ প্ৰমাণ পোৱা গৈছে। পদ্ম পুৰাণৰ কাহিনীৰ সৈতে জড়িত মনসা দেৱীৰ মহিমা আৰু বন্দনা ওজাপালিৰ যোগেদিও গীতি-সাহিত্য ৰূপে অসমৰ জনসামজত সমাদৃত হৈ আহিছে। মনকৰ, দুৰ্গাবৰ আৰু সুকবি নাৰায়ণদেৱ ৰচিত বেউলা লখিন্দাৰৰ কাহিনী আৰু মনসাৰ মহিমা বন্দনাই অসমীয়া সমাজত বহুকালৰ পৰাই সমাদৰ পাই আহিছে। এই কাহিনীৰ বৰ্ণনা ওজাপালিৰ পৰা শুনিবলৈ ধৰ্মনিৰ্বিশেষে সকলোৰে ভাল পায়।

স্কন্দ পুৰাণত শীতলা পূজাৰ ব্যৱস্থা দিয়া আছে। বসন্ত ৰোগৰ পৰা মুক্তি পাবলৈ হ'লে শীতলা দেৱীক পূজিব লাগে বুলি জনবিশ্বাস আছে। শংকৰদেৱৰ শিষ্য ব্যাসকলাই ভাগৱতী ধৰ্ম গ্ৰহণ কৰিও পুতেকৰ বসন্তৰোগ হোৱাত শীতলা পূজা কৰি গুৰুৰ অপ্ৰিয় হৈছিল। শীতলা পূজা অনাৰ্য ধৰ্মৰ সংস্ৰৱত উৎপত্তি হোৱা যেন লাগে। বহুতো জন-জাতীয় লোকৰ মাজতো এই পূজাৰ প্ৰচলন আছে। লক্ষ্মী, সৰস্বতী, গণেশ, বিশ্বকৰ্মা আদিৰ পূজাও সমূহীয়া বা গৃহ দেৱতা ৰূপে কৰাৰ প্ৰথা অসমত চলি আহিছে।

## মুছলমান ধৰ্ম বা ইছলাম ধৰ্ম

অসমৰ মুছলমানসকল মোগল আক্ৰমণৰ লগতে আহি এই ৰাজ্যত থিতাপি লয় বুলি ঐতিহাসিক সাক্ষ্য আছে। এওঁলোকে এই দেশলৈ আহি একেখন অসমীয়া সমাজৰে অপৰিহাৰ্য অংগ স্বৰূপে তাহানি

কালৰ পৰাই সমিলমিলে বসবাস কৰি জাতীয় জীৱন আৰু সমূহীয়া সংস্কৃতিৰ সমৃদ্ধিৰ হকে সমুচিত সমল যোগাই আহিছে। তেওঁলোকে বৈবাহিক আৰু ভাষাগত সংযোগ স্থাপন কৰি স্থানীয় ৰীতি-নীতি, আচাৰ-প্ৰথাৰ সৈতে সমন্বয় ৰক্ষা কৰি অসমীয়া জাতিৰ সৈতে অভেদ সম্পৰ্ক স্থাপন কৰি আহিছে। ধৰ্মীয় অনুষ্ঠান, সামাজিক উৎসৱ, শিক্ষানুষ্ঠান আদিত অসমীয়া হিন্দু-মুছলমানৰ মাজত থকা আন্তৰিকতা, সম্ভাৱ আৰু সম্প্ৰীতি অতুলনীয়। বৰ্তমান যুগৰ তিনি দশকমান আগতে পূৰ্ববংগৰ পৰা বহুতো মুছলমান লোক অসমলৈ আহি নানা অঞ্চলত বসতি কৰিছে। বাংলা দেশৰ ৰাজনৈতিক অশান্তিৰ সময়তো সেই দেশৰ পৰা বহুতো শৰণাৰ্থী এই দেশলৈ আহি নিগাজীকৈ বসতি কৰিবলৈ লয়। এওঁলোকৰ প্ৰায়বোৰ মানুহেই পৰিশ্ৰমী, কষ্টসহিষ্ণু আৰু পাকৈত খেতিয়ক। এই সকল মুছলমান লোকেও থলুৱা আচাৰ-প্ৰথা, ভাষা-সংস্কৃতিৰ লগত নিজকে খাপ খুৱাই শুধ অসমীয়া জনসাধাৰণৰ সৈতে মিলা-প্ৰীতিৰে বসতি কৰিছে। এইসকল লোকৰ শ্ৰম আৰু দক্ষতাৰ ফলত অসমত বৰ্তমান কৃষিকাৰ্যৰ উৎপাদনত যথেষ্ট অগ্ৰগতি পৰিলক্ষিত হৈছে। অসমৰ বহুতো পতিত আৰু শস্য-অনুপোযোগী বুলি ভবা ঠাইকো এইসকল লোকে শস্য শ্যামলা কৃষি ক্ষেত্ৰত পৰিণত কৰিছে।

ইছলাম ধৰ্ম একেশ্বৰবাদী। পৱিত্ৰ কোৰাণ এই ধৰ্মৰ মুখ্য গ্ৰন্থ। কোৰাণৰ বাণীয়েই আল্লাৰ বাণী। পৱিত্ৰ কোৰাণ গ্ৰন্থৰ নিৰ্দেশ অনুসাৰে ধৰ্ম আৰু নৈতিক দায়িত্ব পালন কৰাটো মুছলমান মাত্ৰৰেই অৱশ্য কৰ্তব্য। গুটীয়া আৰু সমূহীয়াভাৱে প্ৰাৰ্থনা আৰু ধৰ্মীয় অনুষ্ঠান পালন কৰিবলৈ প্ৰত্যেক মুছলমান গাওঁতেই মছজিদ আছে।

পালবংশৰ ৰাজত্বৰ শেষৰ ফালে প্ৰায় দ্বাদশ শতিকামানৰ পৰা বক্তিয়াৰ খিলজীৰ আক্ৰমণ আৰু পিছৰ মোগল আক্ৰমণবোৰৰ ফলত প্ৰাচীন অসমত ক্ৰমাগতভাৱে মুছলমানলোকৰ বসতি বাঢ়িবলৈ ধৰে আৰু লাহে লাহে মুছলমান ধৰ্ম অসমৰ এটা মুখ্য ধৰ্ম হিচাপে পৰিগণিত হয়। সামাজিক আৰু স্থানীয় পৰিৱেশৰ প্ৰভাৱত হিন্দু-মুছলমানৰ সহাৱস্থিতি, সহযোগ আৰু সম্প্ৰীতিৰ ফলত অসমৰ জনগণৰ মাজত অতীতৰ পৰাই গভীৰ সংহতি আৰু সমন্বয় সূত্ৰ গঢ়ি উঠিছে। সম্প্ৰতি অসমীয়া সমাজত বৈষ্ণৱৰ বৰগীত, নাট-ভাওনা অথবা মুছলমানৰ জিকিৰ সমানেই জনপ্ৰিয়।



হিন্দুৰ মাৰৈ পূজা, ওজাপালি আদি অথবা মুছলমানৰ ঈদ মহফিল, ঈদমোবাৰক ইত্যাদি ধৰ্মনিৰপেক্ষভাৱে সমাদৃত। সকলোৰে ওপৰত মানুহ শ্ৰেষ্ঠ—এনে মানবীয় দৃষ্টিভংগীৰে ধৰ্মৰ সাৰ্বজনীন নীতিৰ ওপৰত গুৰুত্ব দি অসমৰ জন জীৱনত দেশৰ ধৰ্মনিৰপেক্ষ নীতি সাৰ্থক হোৱা পৰিলক্ষিত হৈছে।

হাজোৰ পোৱামক্কা মুছলমানসকলৰ পৱিত্ৰ তীৰ্থ। হাজোৰ মণিকূট পৰ্বতত হয়গ্ৰীৱ মাধৱ, কেদাৰনাথ, পোৱামক্কা এই সকলো তীৰ্থ অৱস্থিত। এই পুণ্যভূমি হিন্দু, মুছলমান, বৌদ্ধ আদি সকলো ধৰ্মীয় সম্প্ৰদায়ৰেই তীৰ্থ, আৰু এই স্থান অতীতৰ পৰাই ধৰ্মনিৰপেক্ষ মানৱতাৰ বাস্তৱ নিদৰ্শন।

অসমৰ বিভিন্ন ঠাইত পুৰণিকলীয়া বহুতো দৰগাহ, মছজিদ, মাজাৰ আদি সিঁচৰতি হৈ আছে, আৰু এইবোৰে বহুতো ঐতিহাসিক কাহিনী বহন কৰিছে। ডিব্ৰুগড়ৰ বগা ফকিৰৰ মাজাৰ, শিৱসাগৰৰ আশে পাশে থকা কেবাটাও পীৰৰ দৰগাহ, গোলাঘাটত থকা দৰগাহ ইত্যাদি কিছুমান মুছলমান ফকিৰ আৰু সাধকৰ জীৱন বৃত্তান্তৰ সৌৰৱণী-স্তম্ভস্বৰূপ। এই দৰগাহ বা মাজাৰবোৰে নানা সাধকৰ আধ্যাত্মিক সাধনৰ বিস্ময়জনক কাহিনী বহন কৰিছে। এই কাৰণেই এইবোৰ কীৰ্তিসৌধৰ প্ৰতি সকলো ধৰ্মৰ লোকেই সমানে বিশ্বাস আৰু শ্ৰদ্ধা কৰে।

## শিখ ধৰ্ম

শিখ সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা গুৰু নানক কামৰূপত পদাৰ্পণ কৰিছিল বুলি এই সম্প্ৰদায়ৰ লোকে বিশ্বাস কৰে। বৰ্তমান অসমত শিখ সম্প্ৰদায়ৰ ঘাইকৈ নগৰবিলাকত এক বুজন সংখ্যক লোক আছে। এওঁলোকৰ অধিক সংখ্যকেই নানা উদ্যোগ আৰু ব্যৱসায়ত লিপ্ত আৰু সমৃদ্ধ শ্ৰেণীৰ। অসমৰ প্ৰায়বোৰ চহৰতেই শিখ গুৰুদ্বাৰ নিৰ্মাণ কৰা হৈছে আৰু সেইবোৰতেই সকলো ধৰ্মীয় অনুষ্ঠান উদ্‌যাপিত হয়। গুৰুদ্বাৰবোৰত বছৰি নিয়মিতভাৱে গুৰুসকলৰ তিথি পালন আৰু দৈনন্দিন ধৰ্ম পালন কৰা হয়। এওঁলোকৰ গুৰুসকলৰ তিথি পালন আৰু আন ধৰ্মীয় অনুষ্ঠানত আন ধৰ্মৰ লোকেও আন্তৰিকতাৰে সহযোগ কৰে। অসমৰ নৱবৈষ্ণৱ ধৰ্ম আৰু শিখ ধৰ্মৰ মাজত নীতিগতভাৱে ভালেখিনি সাদৃশ্য আছে।

খ্ৰীঃ সপ্তদশ শতিকাত ৰামসিংহই অসম আক্ৰমণ কৰোঁতে গুৰু-তেগবাহাদুৰ হেনো ধুবুৰীলৈ আহিছিল। তেখেতৰ নিৰ্দেশ অনুসাৰেই গুৰু

নানকৰ পুণ্য-স্মৃতি ৰক্ষাৰ্থে সৈন্যসকলৰ সহায়ত মাটিৰ চপৰা দমাই এটি ঢিপ তৈয়াৰ কৰা হৈছিল আৰু তাৰ নাম 'দমদমা' ৰখা হয়। সেই কালৰ পৰাই ধুবুৰী আৰু অসমৰ আন আন চহৰত শিখ ধৰ্মৰ লোকে বসতি কৰিবলৈ লয়। সম্প্ৰতি অসমত শিখ সম্প্ৰদায়ৰ বহুতো লোক নগৰবোৰত আছে। নগাওঁ আদি কেইখনমান চহৰত কিছুমান পুৰণি শিখ পৰিয়াল আছে। এওঁলোকে অসমীয়া ভাষা-সংস্কৃতিৰ লগত নিজকে মিলাই দি বৈবাহিক সংযোগ সূত্ৰ স্থাপন কৰিছে।

## জৈন ধৰ্ম

অসমত যিসকল ব্যৱসায়ী মাৰোৱাৰী লোক আছে, তেওঁলোক আদিম থলুৱা লোক নহয়। এওঁলোক জৈন ধৰ্মী। এওঁলোকে ৰাজহুৱা অনুষ্ঠানতকৈ ঘৰুৱা ভাৱেই ধৰ্মীয় নিত্য-কৃত্য পালন কৰে। জৈন ধৰ্মৰ লোকৰ তুলনামূলক-ভাৱে গোড়ামি কম। মহাবীৰ প্ৰমুখ্যে তীৰ্থংকৰসকলৰ বাৰ্ষিক তিথি উদ্‌যাপনত আন ধৰ্মৰ লোকেও সহযোগ কৰে। অসমৰ কেইবাখনো চহৰত জৈন মঠ-মন্দিৰ স্থাপিত হৈছে।

তীৰ্থংকৰসকলেই জৈন ধৰ্মৰ আৰাধ্য সত্তা। এই ধৰ্মত কৰ্মৰ ওপৰত অধিক গুৰুত্ব দিয়া হৈছে। পুদগলৰ পৰশত আত্মাৰ পবিত্ৰতা যাতে কলুষিত নহয় তাৰ অৰ্থে মানুহ মাত্ৰেই কায়মনোবাক্যে সত্যনিষ্ঠ আৰু বিশুদ্ধ হোৱা উচিত। জৈন ধৰ্মত নৈতিকতাৰ ওপৰত অধিক গুৰুত্ব দিয়া হৈছে। তীৰ্থংকৰ-সকলে প্ৰদৰ্শিত পথেৰে অগ্ৰসৰ হৈ নৈতিক নীতি-বিধিসমূহ পালন কৰি নিৰ্বাণ লাভ কৰাই মানুহৰ মুখ্য পুৰুষাৰ্থ।

বৰ্তমান অসমৰ ঠাইবিশেষে ব্ৰাহ্ম ধৰ্ম, চৈতন্য পন্থী বৈষ্ণৱ আৰু গৌড়ীয় সম্প্ৰদায়ৰ আশ্ৰম আৰু অনুষ্ঠান আছে। গুৱাহাটী, ধুবুৰী আদি চহৰত ব্ৰাহ্ম মন্দিৰ আছে আৰু ইয়াত যথাবিধি উপাসনা চলে। কেইবাখনো ঠাইত ৰামকৃষ্ণ আশ্ৰম আৰু গৌড়ীয় মঠ-মন্দিৰো আছে।

## খ্ৰীষ্ট ধৰ্ম

ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ব্যৱসায়ৰ অৰ্থে ভাৰতলৈ আহি অনতিপলমে ব্যৱসায়ৰ পৰিৱৰ্তে ৰাজনৈতিক অধিকাৰ, ধৰ্ম আৰু শিক্ষা প্ৰৱৰ্তনৰ কাৰণে ব্যৱস্থা লয়। অষ্টাদশ শতিকাৰ শেষৰ ফালে ধৰ্ম প্ৰচাৰৰ কাৰ্যকৰী ব্যৱস্থা



গ্ৰহণ কৰি কোম্পানীয়ে চেইণ্ট জেভিয়াৰ্ছ প্ৰমুখ্যে কেইগৰাকীমান বিশিষ্ট লোকৰ সহায়ত বঙ্গদেশৰ শ্ৰীৰামপুৰত প্ৰচাৰ কেন্দ্ৰ স্থাপন কৰে। এই কেন্দ্ৰৰ পৰাই ১৮১৩ খ্ৰীঃত মূল ধৰ্মগ্ৰন্থ বাইবেল অসমীয়া ভাষালৈ অনুবাদ কৰা হয়। ঊনবিংশ শতিকাৰ প্ৰথম ছোৱাতে অসমৰ উত্তৰ-পূব অঞ্চলত থকা খামতি, চিংফৌ আদি জনজাতিৰ মাজত খ্ৰীষ্ট ধৰ্মৰ প্ৰচাৰ আৰম্ভ হয়। কিন্তু প্ৰাকৃতিক দুৰ্যোগ আৰু জনগণৰ বিৰোধী প্ৰতিক্ৰিয়াত ব্যতিব্যস্ত হৈ প্ৰচাৰকসকলে লাহে লাহে শিৱসাগৰ, নগাপাহাৰ আদি ঠাইলৈ ভটিয়াই আহি মিছন আৰু গীৰ্জা স্থাপন কৰিবলৈ লয়। চেইণ্ট জেভিয়াৰ্ছ, উলিয়াম্ কেৰী, মাৰ্ছমেন, উলিয়াম্ ৱাৰ্ড প্ৰমুখ্যে লোকসকলেই খ্ৰীষ্টধৰ্মৰ প্ৰচাৰৰ প্ৰধান বাটকটীয়া আছিল। এওঁলোকৰ উপৰিও নেথান্ ব্ৰাউন, অলিভাৰ কট্টাৰ, বাৰ্কাৰ, ব্ৰন্সন্ আদি কেবাগৰাকী লোকেই খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ অৰ্থে অসমত নানা কাৰ্যকৰী ব্যৱস্থা লৈছিল। সময়ৰ লগে লগে অসমৰ সমতল অঞ্চলৰ নানা ঠাইতেই মিছনৰ কেন্দ্ৰবোৰ প্ৰতিষ্ঠা কৰা হয়।

ঊনবিংশ শতিকাৰ শেষৰ ফালে অসমৰ প্ৰায়বোৰ প্ৰধান চহৰতেই ঘাইকৈ আমেৰিকান ব্যেপ্তিষ্ট মিছনৰ কাৰ্যস্থলী আৰু গীৰ্জাসমূহ স্থাপিত হয়। ধৰ্মীয় চিন্তাধাৰাৰ প্ৰচাৰ, ভাষা-সংস্কৃতিৰ আদান-প্ৰদান আৰু পাশ্চাত্য জীৱন-পদ্ধতিৰ সংযোগ সাধনৰ হকে পোনতে অসমীয়া ভাষাত অভিধান আৰু ব্যাকৰণ যুগুত কৰা হ'ল। আলোচনা আৰু প্ৰচাৰৰ বাহন স্বৰূপে থলুৱা ভাষাতেই আলোচনী, বাতৰি কাকত আদি সম্পাদনা কৰা হ'ল। বিবিধ স্তৰৰ শিক্ষানুষ্ঠান খুলি ছাত্ৰ-ছাত্ৰীক পাশ্চাত্য উন্নত পদ্ধতিৰে শিক্ষা দান কৰি শিকাৰু আৰু অভিভাৱকৰ মন আকৰ্ষিত কৰা হ'ল। কোনো কোনো ঠাইত নিচলা আৰু নিৰাশ্ৰিত শিশুৰ আশ্ৰয় আৰু প্ৰতিপালনৰ ব্যৱস্থাও কৰা হৈছিল। পাহাৰ-ভৈয়ামৰ ঠাইবিশেষে প্ৰয়োজন অনুসাৰে অনগ্ৰসৰ অঞ্চলত উদাৰভাৱে সহায়-সুযোগ আগবঢ়াই জনমনো আকৰ্ষিত কৰা হ'ল। তাহানি প্ৰচলিত ৰাজকীয় শক্তিৰ শীতল ছাঁত খ্ৰীষ্টান মিছনেৰীৰ ধৰ্মীয় আৰু শৈক্ষিক অনুষ্ঠানসমূহ অনতিপলমেই লহপহকৈ বাঢ়ি নিকপকপীয়া হ'ল।

উত্তৰ পূব অঞ্চলৰ আমেৰিকান ব্যেপ্তিষ্ট মিছন, নৰ্থবেংক ব্যেপ্টিষ্ট এছোচিয়েচন, ইংলণ্ডৰ গীৰ্জা, গোৱালপাৰাৰ বড়ো ব্যেপ্তিষ্ট সংঘ, দক্ষিণত মিজো ব্যেপ্টিষ্ট মিছন, খাছি-জয়ন্তীয়া অঞ্চলত ওৱেলছ ব্যেপ্টিষ্ট মিছন,

কাছাৰৰ জনজাতীয় ওৱেলছ, মিছন ইত্যাদি নানা মিছনেৰী সংঘই সমগ্ৰ অসম জুৰি খ্ৰীষ্টধৰ্মৰ প্ৰচাৰমূলক প্ৰয়োজনীয় অনুষ্ঠানবোৰ প্ৰতিষ্ঠা কৰিছে। বৰ্তমান অসমৰ ব্যাপক অঞ্চলৰ এক বুজন সংখ্যক লোকক প্ৰভু যীশুৰ প্ৰেমৰ বাণীয়ে সাৰ্থকভাৱে অনুপ্ৰাণিত কৰি তুলিছে। ধৰ্ম আৰু শিক্ষামূলক প্ৰভাৱৰ ফলত আৰু সংস্পৰ্শত ভাৰতীয় তথা অসমৰ জাতীয় জীৱনত উৰণ-পিন্ধন, মাত-কথা, আচাৰ-প্ৰথা আদি বিভিন্ন দিশত এক অভিনৱ প্ৰভাৱ পৰিলক্ষিত হৈছে। এই সকলো নতুনত্বক পুৰণিকলীয়া ৰক্ষণশীল মনোবৃত্তি, ত্যাগৰ প্ৰয়াস আৰু প্ৰগতিৰ পথত পদক্ষেপ বুলি লোৱাই ভাল হবলা। অৱশ্যে আধুনিক ভাৰতৰ স্বাধীনতা লাভ আৰু জাতীয় চৰকাৰ প্ৰতিষ্ঠা হোৱাৰ পাছৰ পৰা দীক্ষাপ্ৰাপ্ত লোকৰ বৃদ্ধিহাৰ বহুত কমিছে যেন লাগে। অসমৰ সমভূমি অঞ্চলৰ লোকৰ তুলনাত পাহাৰীয়া জনজাতীয় অঞ্চলৰ অসমীয়া লোকৰ মাজতেই খ্ৰীষ্টধৰ্মৰ প্ৰভাৱ অধিক দেখা যায়। সম্প্ৰতি শ্বিলং আৰু গুৱাহাটী চহৰত ৰোমান কেথলিক মিছনৰ ঘাই কেন্দ্ৰ অৱস্থিত।

খ্ৰীষ্টধৰ্মীয় মিছনেৰী অনুষ্ঠান আৰু শিক্ষানুষ্ঠান আদিৰ পৰা ঘাইকৈ অসমৰ পিছপৰা অঞ্চলৰ লোকসকলৰ কিছুমান ক্ষেত্ৰত যথেষ্ট উন্নতি হৈছে। আধ্যাত্মিক প্ৰগতিৰ কাৰণে মানসিক সংস্কাৰৰ আৱশ্যক। মিছনেৰী অনুষ্ঠান-বোৰৰ সহায়ত গুটীয়া আৰু জাতীয় জীৱনৰ বহুতো পুৰণিকলীয়া কুসংস্কাৰ, নিৰক্ষৰতা, অন্ধবিশ্বাস আৰু সংকীৰ্ণ মনোবৃত্তি সমূলি নাইকিয়া নহলেও বহুত কমিছে। সমাজৰ পিছপৰা, দুৰ্বল আৰু অৱহেলিত অনেক লোকেই যথাসম্ভৱ সহায়-সুযোগ লাভ কৰিছে।

## নববৈষ্ণৱ ধৰ্ম

মধ্যযুগীয় অসমৰ নববৈষ্ণৱ বা একশৰণ ভাগৱতী ধৰ্মৰ প্ৰৱৰ্তক হৈছে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ। খ্ৰীঃ পঞ্চদশ শতিকাৰ মাজভাগত জন্ম গ্ৰহণ কৰি শংকৰদেৱে গুৰু মহেন্দ্ৰ কন্দলিৰ টোলতেই সকলো বেদ-বেদাঙ্গ অধ্যয়ন কৰি অসাধাৰণ প্ৰতিভাৰ বলত সংস্কৃত ভাষা আৰু বিবিধ শাস্ত্ৰত অগাধ পণ্ডিত্য লাভ কৰে। তেওঁ ভাগৱত-পুৰাণৰ আৰাধ্য দেৱতা কৃষ্ণৰূপী বিষ্ণুৰ প্ৰতি অটল বিশ্বাসৰ ভেঁটিত তেওঁৰেই নাম-কীৰ্তন আৰু শ্ৰৱণ ভজনত গুৰুত্ব দিয়ে। ধৰ্মৰ আলমতেই তেওঁ পোনতে অসমীয়া জাতিৰ সংস্কাৰ আৰু প্ৰতিষ্ঠাৰ উদ্দেশ্যে ধৰ্মীয় অনুষ্ঠান, ভাষা-সাহিত্য,



আচাৰ-বিধি, গীত-নাট আৰু মানৱতাৰ মাজত সাম্যভাব আৰু সম্প্ৰীতিৰ কাৰণে এক সময়োপযোগী উদাৰ মানবীয় ধৰ্মৰ প্ৰতিষ্ঠা কৰে। সম্প্ৰতি এই ধৰ্মই অসমৰ মুখ্য ধৰ্ম।

শংকৰদেৱৰ সময়ত আৰু তাৰ পূৰ্বেও অসমত কৰ্মকাণ্ডী যাগ-যজ্ঞ আৰু বিবিধ ধৰ্মীয় সম্প্ৰদায়ৰ মাজত মূৰ্তি পূজা, প্ৰতীক পূজা আৰু আৰাধ্য দেৱতাৰ প্ৰসাদৰ অৰ্থে বলি-বিধান দিয়াৰ প্ৰথা প্ৰচলিত আছিল। ধৰ্মৰ নামত নানা ব্যভিচাৰ চলাৰ কথা বুৰঞ্জীত পোৱা যায়। শংকৰদেৱে জন-সাধাৰণক ধৰ্মৰ অনাচাৰ আৰু গ্লানিৰ পৰা মুক্ত কৰিবলৈ পোনতে মূৰ্তি পূজাৰ তীব্ৰ বিৰোধিতা কৰে। 'তীৰ্থ বুলি কৰে জলত শুদ্ধি, প্ৰতিমাত কৰে দেৱতা বুদ্ধি, বৈষ্ণৱত নাই ইসব মতি, গৰুতো অধম কৃষ্ণ বদতি।' একে কথাকেই উপনিষদৰ ঋষিয়েও কৈছিল ঃ

শিৱমাত্মনি পশ্যন্তি প্ৰতিমাসু ন যোগিনঃ।
অজ্ঞানাং ভাবনাৰ্থায় প্ৰতিমাঃ পৰিকল্পিতাঃ॥

অৰ্থাৎ যোগীসকলে শিৱক (ঈশ্বৰক) নিজ আত্মাতেই দেখে, মূৰ্তি বা প্ৰতিমাত নহয়। অজ্ঞলোকৰ মানস ধাৰণাৰ হেতুকেহে প্ৰতিমা স্থাপন কৰা হয়। শংকৰাচাৰ্যৰ উত্তৰ মীমাংসাত পৰম ব্ৰহ্মাক একমাত্ৰ সৎ বোলা হৈছে, তেওঁৰ নাম-ৰূপ বা উপাধি নাই। তেওঁ নিৰুপাধি আৰু অসংগ। তেওঁক নিৰ্ণয় বা বৰ্ণনা কৰিব নোৱাৰি। অকল অভেদ জ্ঞানৰ যোগেদি উপলব্ধি কৰি নিৰ্বিশেষ আৰু নিৰহ ভাৱে পৰমানন্দত আপ্লুত হব পাৰি। কিন্তু এনে আধ্যাত্মিক জ্ঞান আৰু অনাবিল আনন্দৰ অধিকাৰী হবলৈ সাধাৰণ লোকৰ যোগ্যতা আছে জানো? পুৰণি কালৰ পৰাই ভাৰতৰ ধৰ্ম গ্ৰহণ আৰু জ্ঞান আহৰণত যোগ্যতা বা অধিকাৰীৰ পাৰ্থক্য মানি অহা হৈছে। কলি কালত কালৰ প্ৰভাৱত মানুহ সততে তামস প্ৰধান স্বভাৱৰ হয়। এই হেতুকে যুগ অনুসাৰে মানুহৰ ধৰ্ম আচৰণতো যোগ্যতা বা অধিকাৰত্ব বিবেচনা কৰিব লাগিবই। শংকৰদেৱৰেই অনুগামী মহাপুৰুষ মাধৱে যুগ-ধৰ্মৰ নিৰ্ণয় কৰি লিখিছে ঃ

'সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ
দ্বাপৰ যুগত পূজা।
কলিত হৰিৰ কীৰ্তন বিনাই
আৱৰ নাহিকে দুজা॥' (৩৯৯, নাঃ ঘোঃ)

কলি কালত মানুহৰ যোগ্যতালৈ চাই হৰিৰ নাম-কীৰ্তন ধৰ্মতকৈ আন কোনো সহজ আৰু অধিক ফলদায়ক ধৰ্ম দ্বিতীয় থাকিব নোৱাৰে। শংকৰদেৱ ৰচিত ভক্তি-ৰত্নাকৰতো কলি কালত হৰিনাম শ্ৰৱণ-কীৰ্তনকেই একমাত্ৰ কলিৰ ধৰ্ম বুলি দৃঢ়ভাৱে কোৱা হৈছে। এই প্ৰসংগত গীততো কোৱা হৈছে ঃ

যঃ শাস্ত্ৰবিধিমুৎসৃজ্য বৰ্ততে কামকাৰতঃ।
ন স সিদ্ধিমবাপ্নোতি ন সুখং ন পৰাং গতিম্॥ (১৬।২২)

যি মানুহে শাস্ত্ৰবিধি এৰি স্বেচ্ছাচাৰী হৈ কৰ্ম কৰে, তেওঁৰ সিদ্ধিও লাভ নহয়, সুখো নহয় আৰু মোক্ষ লাভো নহয়।

অৱশ্যে জড়মূৰ্তি বা বাহ্যিক প্ৰতীক আৱশ্যক নহলেও প্ৰাথমিক উপাসনা আৰু দৃঢ় ভক্তিৰ অৰ্থে পোনতে মানস ধাৰণাৰ কাৰণে ভগবানৰ কোনো ৰূপ অৱলম্বনৰ প্ৰয়োজন। এই কাৰণে শ্ৰীমন্ত শংকৰে নানা অলংকাৰপূৰ্ণ কাব্য, নাট আৰু গীতৰ মাজত বিষ্ণু-কৃষ্ণৰ নানা লীলাৰ বৰ্ণনা দিছে। ভক্তৰ এনে মানস ধ্যানৰ অৰ্থে ভগবানৰ আকৰ্ষণীয় কল্পিত ৰূপৰ প্ৰয়োজন আছে। গতিকে সাধাৰণ লোকৰ কাৰণে মুখত ৰাম নাম আৰু হৃদয়ত নিৰাকাৰৰ আকাৰ ৰূপ ধাৰণ কৰা প্ৰয়োজন। ভক্তি-মাৰ্গত অগ্ৰসৰ হোৱাৰ পাছত আকাৰ ধাৰণাৰ কোনো প্ৰয়োজন নাথাকে। নিৰ্গুণ, নিৰাকাৰ আৰু অব্যক্ত ঈশ্বৰৰ চাক্ষুষ দৰ্শন হ'ব নোৱাৰে অথবা চিত্তৰ চাঞ্চল্যৰ কাৰণে সম্যক ধ্যান-ধাৰণাও সাধাৰণ খাপৰ লোকৰ কাৰণে কদাপি সম্ভৱ নহয়। সেইবাবেই কোৱা হৈছে ঃ

'অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাঙ্ক
ব্যাপকত কিবা বিসৰ্জন।
এতাৱন্ত মূৰ্তিশূণ্য কেনমতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন।' (৫, নাঃ ঘোঃ)

বৰগীততো একে কথাকেই কোৱা হৈছে ঃ

'নাৰায়ণ কাহে ভকতি কৰো তেৰা।
মেৰি পামৰ মন মাধৱ ঘনে ঘন,
ঘাতুক পাপ নাছোৰা।'

এই হেতুকেই কলিৰ কলুষিতমনা সাধাৰণ লোকৰ কাৰণে ভক্তি আৰু বিশ্বাসেৰে হৰিনাম কীৰ্তন কৰাৰ নিচিনা সহজ আৰু ফলপ্ৰসূ আন কি ব্যৱহাৰিক ধৰ্ম হ'ব পাৰে? বৰ্ণাশ্ৰম ধৰ্মৰো বিধি অনুসাৰেহে



পালনীয় আৰু আধিকাৰিত্ব বা যোগ্যতাৰ কথা আছে, কিন্তু হৰিনাম কীৰ্তন চৰ্তবিহীন আৰু সৰ্বজনৰ কাৰণেই বিহিত ধৰ্ম।

বৰ্ণাশ্ৰম ধৰ্ম যত যাৰ যেন বিধি আছে
তাৰে সে কেৱল অধিকাৰ।
হৰিনাম কীৰ্তনৰ নাহিকে নিয়ম একো
এতেকেসে ধৰ্ম মাজে সাৰ। (১১৯, নাঃ ঘোঃ)

শংকৰদেৱৰ ভাগৱতী ধৰ্মৰ মুখ্যপন্থা দাস্য-ভক্তি; এই ভক্তি একশৰণ ধৰ্মী, ৰসময়ী আৰু ভগৱৎপ্ৰীতি বিগলিত। ই মুক্তিৰ অভিলাষশূণ্য স্বতঃস্ফূৰ্ত।

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।

এনে ভক্তিমূলক উপাসনা বা সাধনা প্ৰাকৃতিক তিনি গুণৰ প্ৰভাৱ-মুক্ত। গীতাতো কোৱা আছে যে এনে নিষ্কলুষ আৰু অব্যভিচাৰী ভক্তি-মাৰ্গই ব্ৰহ্মত্ব লাভৰ উৎকৃষ্ট পন্থা ঃ

'মাঞ্চ যোৎব্যভিচাৰেণ ভক্তিযোগেন সেৱতে।
স গুণান্ সমতীত্যৈতান্ ব্ৰহ্মভূয়ায় কল্পতে॥ (১৪।২৬)

অৰ্থাৎ যি লোকে একনিষ্ঠ ভক্তিৰ যোগেদি মোৰ সেৱা কৰে, তেওঁ তিনিও গুণৰ প্ৰভাৱ অতিক্ৰম কৰি ব্ৰহ্মভাৱ লাভ কৰিবলৈ সমৰ্থ হয়।

শংকৰদেৱৰ সমসাময়িক আৰু তাৰ পূৰ্বৱৰ্তী কালছোৱাত অসমত কৰ্মকাণ্ডী বিধিৰ যাগযজ্ঞ, পূজা-পাতল আৰু নানা তান্ত্ৰিক আচাৰৰ পয়োভৰ আছিল। শংকৰাচাৰ্যই যি দৰে জৈমিনিৰ পূৰ্বমীমাংসাৰ কৰ্মকাণ্ডতকৈ জ্ঞানৰ উৎকৃষ্টতা প্ৰতিপন্ন কৰি উত্তৰমীমাংসা প্ৰতিষ্ঠা কৰিছিল, মহাপুৰুষ শংকৰ-দেৱেও ভক্তিমাৰ্গকেই কৰ্ম আৰু জ্ঞানতকৈ শ্ৰেষ্ঠ আৰু অধিক ফলদায়ক বুলি প্ৰতিপন্ন কৰিছে। ভক্তিৰে চিত্তৰ শুদ্ধি নহলেও জ্ঞান নহয়।

কেৱল ভকতি পুৰুষক তাৰে
সহায় কাকো নচাৱে।
জ্ঞান কৰ্ম তাৱে তাৰিতে নপাৰে
ভকতি নপাৱে যাৱে॥ (২০০, নাঃ ঘোঃ)

মহাপুৰুষৰ ভাগৱতী ধৰ্মদৰ্শনৰ অধিকাৰী ভেদে দুটা স্তৰ দেখা যায়। সাধাৰণলোকৰ কাৰণে ব্যৱহাৰিক দৰ্শন আৰু উত্তম অধিকাৰীৰ কাৰণে পাৰমাৰ্থিক বা আধ্যাত্মিক দৰ্শন। শংকৰাচাৰ্যৰ বেদান্ত দৰ্শন আছিল সাধু,

সিদ্ধ, সুধীসকলৰ বাবে নিৰংকুশ ব্ৰহ্মজ্ঞান প্ৰয়াসী। শংকৰদেৱৰ ভগৱতী দৰ্শন ব্যৱহাৰিক আৰু পৰমাৰ্থিক দৰ্শনৰ সমন্বয় প্ৰয়াসী। তেওঁৰ আৰাধ্য বিষ্ণু-কৃষ্ণ সাধাৰণৰ দৃষ্টিত গোপাল, নন্দ-দুলাল, ৰাসবিহাৰী লীলাৱতাৰী দ্বাৰকাৰ কৃষ্ণ, কিন্তু পাৰমাৰ্থিক দৃষ্টিত তেৱেঁই বেদান্তৰ পৰম ব্ৰহ্ম। নামাম্বয় প্ৰসংগত কৃষ্ণ শব্দৰ তাৎপৰ্য মাধৱদেৱে দিছে এনেদৰে ঃ

কৃষ্ হেন শব্দ ইটো পৃথিবী বাচক ভৈলা
ণ আনন্দত প্ৰৱৰ্ত্তয়।
দুইৰো এক পদ ভৈলে পৰম ব্ৰহ্মৰূপ কৃষ্ণ
নাম আনন্দক মাত্ৰ কয় ॥

আকৌ আন এক প্ৰসংগত সেই কৃষ্ণকেই বিশ্বব্ৰহ্মাণ্ডৰ আধাৰ স্বৰূপ শুদ্ধ অখণ্ড চৈতন্য বুলি ব্যাখ্যা দিয়া হৈছে ঃ

হে কৃষ্ণ তুমি মাত্ৰ চৈতন্য স্বৰূপ নিত্য
সত্য শুদ্ধ জ্ঞান অখণ্ডিত।
আৰৰ যতেক ইটো তোমাৰ বিনোদ ৰূপ
চৰাচৰ মায়াৰ কল্পিত ॥

কৃষ্ণৰ স্বৰূপ পৰম ব্ৰহ্মৰ এই ব্যাখ্যাৰ বেদান্তৰ অদ্বৈত ব্ৰহ্মৰ সৈতে কিবা পাৰ্থক্য আছে জানো? পৰমেশ্বৰৰ এনে স্বৰূপ সম্বন্ধে কোনো ধৰ্মৰ আপত্তিৰ কাৰণ থাকিব পাৰে নে?

তুমি চিত্তবৃত্তি মোৰ প্ৰৱৰ্ত্তক নাৰায়ণ
তুমি নাথ মই নাথৱন্ত।
চৰণ-ছত্ৰৰ ছাঁয়া দিয়া দূৰ কৰা মায়া
কৰা দায়া মোক ভগৱন্ত ॥ ( ১২৯, নাঃ ঘোঃ )

উল্লেখিত প্ৰাৰ্থনা সাৰ্বজনীন আৰু সকলো ধৰ্মৰ গ্ৰহণীয় ইত্যাদি। নহয় জানো? এনে ধৰ্মীয় প্ৰাৰ্থনাত কোনো নিয়ম বিধি বা উপাসকৰ ভেদাভেদ থাকিব নোৱাৰে।

তুমি সত্য ব্ৰহ্ম তোমাতে প্ৰকাশে
জগত ইটো অসন্ত।
জগততে সদা তুমিও প্ৰকাশা
অন্তৰ্যামী ভগৱন্ত ॥ ( কীৰ্তন )



এই দাৰ্শনিক চিন্তাধাৰাক বিশিষ্টাদ্বৈত নে শুদ্ধাদ্বৈত বেদান্ত বোলা উচিত, তাক সুধীসকলেই বিচাৰ কৰিব। এই কাৰণেই মহাপুৰুষীয়া ধৰ্মৰ মূলমন্ত্ৰ—'একদেৱ এক সেৱ এক বিনে নাই কেৱ।' আৰু নিষেধ বচন আছে—'অন্য দেৱী দেৱ, নকৰিবা সেৱ, গৃহকো নাযাইবা, প্ৰসাদো নাখাইবা, ভক্তি হৈব ব্যভিচাৰ।' শংকৰদেৱৰ প্ৰৱৰ্তিত অসমৰ বৈষ্ণৱ ধৰ্ম সাম্য ভাবৰ ওপৰত প্ৰতিষ্ঠিত। এই ধৰ্মৰ শিক্ষা আৰু আচাৰ নীতিৰ মাজত উপনিষদৰ বিশ্বজনীন সাম্যভাব সম্পূৰ্ণৰূপে সাৰ্থক হৈছে।

ঈশা বাস্যমিদং সৰ্বং যৎকিঞ্চ জগত্যাম্ জগৎ।
তেন ত্যক্তেন ভুঞ্জীথা মা গৃধঃ কস্যস্বিদ্ধানম্ ॥ ( ঈশোপনি. )

—এই পৰিবৰ্তনশীল জগতৰ প্ৰতিটো বস্তুতেই ঈশ্বৰেই ব্যাপি আছে। গতিকে ত্যাগৰ মাজেদিয়ে ভোগ কৰা; কাৰো ধনৰ প্ৰতি লোভ বা বিদ্বেষ নাৰাখিবা।

সমস্তৰে আত্মা নাৰায়ণ, আত্মা সুখে ৰতি সৰ্বক্ষণ
এহি হেতু হৰি সমস্ত প্ৰাণীত সম ॥

—মহাপুৰুষীয়া ধৰ্ম এটা বিশেষ ধৰ্মপন্থাই নহয়, ই মানুহৰ জীৱন আৰু সমাজৰ পূৰ্ণ সংগঠক অনুষ্ঠান হিচাপে এক অভিনৱ ধৰ্ম। ধৰ্মৰ ভেটিতেই ভাষা আৰু সাহিত্য ৰচনা, গাওঁ সংগঠন আৰু সমন্বয়ৰ কেন্দ্ৰ স্বৰূপ নামঘৰ স্থাপন, সামাজিক সংস্কাৰ আৰু আধ্যাত্মিক প্ৰগতিকল্পে ভাওনা, নাট্যাদিৰ প্ৰচাৰ, ধৰ্মমূলক বৰগীত, নানা চিত্ৰকলাৰ প্ৰৱৰ্তন ইত্যাদি মানুহৰ জীৱনৰ সকলো পৰ্যায় আৰু দিশকেই সংশোধিত আৰু সমৃদ্ধ কৰাৰ ব্যৱস্থা আন কোনো ধৰ্মত নাই। মহাপুৰুষ শংকৰদেৱৰ বহুদৰ্শিতা, অসাধাৰণ প্ৰতিভা আৰু অতুলনীয় সৃষ্টি-কৌশলৰ এই সকলোবোৰেই প্ৰাকৃষ্ট পৰিচায়ক।

অসমৰ নববৈষ্ণৱ বা মহাপুৰুষীয়া ধৰ্মৰ মাজত সংকীৰ্ণতা আৰু গোড়ামি নাই। এই ধৰ্ম ভোট, কছাৰী, গাৰো, আহোম, মুছলমান যি কোনো জাতি বা বৰ্ণৰ লোকেই গ্ৰহণ কৰিছিল আৰু গ্ৰহণ কৰাত বাধাও নাই। এই ধৰ্মৰ সমদৰ্শিতা, উদাৰতা আৰু সহনশীলতা অতিশয় আদৰ্শস্থানীয়। ভাগৱতী ধৰ্মৰ বিশাল উদাৰ বক্ষত এতিয়াও নানা ধৰ্ম প্ৰৱৰ্তিত হৈছে সঁচা, কিন্তু ধৰ্মৰ মাজত বিৰোধিতা আৰু বিদ্বেষ নাই। মহাপুৰুষসকলৰ নাম-গীত, ভাও-নৃত্য, খোলতাল, সত্ৰীয়া নাচ, কলা-কৃষ্টিবিশিষ্ট সাৰ্বজনীন সম্পদ। ইয়াক উপভোগ কৰাত কোনো ধৰ্মৰেই নিষেধ থাকিব নোৱাৰে।

শংকৰদেৱৰ বিৰচিত ভাগৱতৰ প্ৰথম, দ্বিতীয় আৰু তৃতীয় স্কন্ধৰ অনাদি পাতন, ষষ্ঠ স্কন্ধৰ অজামিলোপাখ্যান, অষ্টমৰ পৰা একাদশস্ক ন্ধ, নিমি-নৱসিদ্ধ সংবাদ, ভক্তি-প্ৰদীপ, গুণমালা, ভটিমা, বৰগীত আৰু ভক্তিৰত্নাকৰ ( সংস্কৃত ); মাধৱদেৱৰ বিৰচিত নামঘোষা, ভক্তিৰত্নাৱলী, নাম-মালিকা, জন্ম-ৰহস্য, ভটিমা আৰু বৰগীতবোৰ, ভট্টদেৱ বিৰচিত কথাগীতা, কথা-ভাগৱত, ভক্তি-বিবেক ( সংস্কৃত ) আৰু অনন্ত কন্দলিৰ ভাগৱতৰ শেষ দশম, সহস্ৰ নাম বৃত্তান্তৰ পদ, শৰণ-সংহিতা ( সংস্কৃত ) আদি গ্ৰন্থবোৰ ভাগৱতী ধৰ্মৰ উল্লেখনীয় ধৰ্মগ্ৰন্থ।

উপনিষদ, ব্ৰহ্মসূত্ৰ আৰু গীতাক সনাতন হিন্দু ধৰ্মৰ প্ৰস্থান-ত্ৰয় বোলা হয়। এই তিনিও মোক্ষ পথ প্ৰদৰ্শক দৰ্শনৰ ভিতৰত উপনিষদবোৰৰ *গ্ৰন্থকাৰ সকল ঋষি* আৰু সেইবোৰৰ জ্ঞান গুৰুৱে শিষ্যক যোগ্যতা বুজি শিকনি দিছিল। ব্ৰহ্মসূত্ৰ বেদভিত্তিক চৰম দৰ্শন আৰু তাৰ তত্ত্ববোৰ উপলব্ধি কৰি পৰম শ্ৰেয় লাভ কৰিব পাৰে অকল সাধনা সিদ্ধ জ্ঞানী সকলেহে। গীতা অমৃত প্ৰদায়িনী গাই সদৃশ। অৰ্জুনৰ নিচিনা যোগ্য দামুৰিৰ প্ৰয়োজন চাই গোপাল কৃষ্ণই আধ্যাত্মিক উপনিষদীয় জ্ঞান স্বৰূপ দুগ্ধৰ যোগান ধৰিছিল। শংকৰে ভাগৱতৰ মুখ্য তাৎপৰ্যৰ সৈতে ভাগৱত গীতাৰ সাৰ সংযোগ কৰি মূলতঃ মহাপুৰুষীয়া ধৰ্মমত প্ৰৱৰ্তন কৰিছিল। এই ধৰ্ম যথাৰ্থতেই কলি কালৰ লোকৰ যোগ্যতাৰ অনুৰূপ সৰল আৰু সাৰ্বজনীন ধৰ্ম।

শংকৰদেৱৰ প্ৰয়াণ কালত সেই বাবেই যোগ্য শিষ্য মাধৱদেৱে লিখিছিলঃ

'হৰি ভকতিৰ পাতিলন্ত হাট
শংকৰে জগত জুৰি।
হৰিনাম ৰত্ন বেহায়া জগতে
চলয় বৈকুণ্ঠ পুৰী ॥'

## অসমৰ দৰ্শনৰ ধাৰা

প্ৰাচীন অসমত শক্তি আৰু তান্ত্ৰিক দৰ্শনৰ আধিপত্য বেছি আছিল বুলি অনুমান কৰিব পাৰি। শক্তিৰ আন এটা দিশ সাধনা। এই সাধনাক আধ্যাত্মিক ৰূপত যোগ বোলাও হয়। শিৱসংহিতাৰ মতে যোগ চাৰি প্ৰকাৰৰ—মন্ত্ৰ যোগ, হঠযোগ, লয়-যোগ আৰু ৰাজযোগ। কোনো কোনো গ্ৰন্থৰ মতে শংকৰাচাৰ্যও শক্তিসাধক আছিল। 'সৌন্দৰ্য-লহৰী'ৰ মতে তেওঁৰ



প্ৰতিষ্ঠাপিত চাৰিও আশ্ৰমতে ইয়াৰ নিদৰ্শনৰূপে শ্ৰীচক্ৰ সন্নিবিষ্ট কৰি থৈছিল। যন্ত্ৰ আৰু মন্ত্ৰ এই সাধনাত সমানেই ফলদায়ক। যন্ত্ৰ বা অলৌকিক চিত্ৰ ত্ৰিভুজাকাৰ, পঞ্চভুজাকাৰ বা নব ভুজাকাৰ। যোগিক দৰ্শনত কুণ্ডলিনী শক্তিযোগ অন্যতম। সাধনাৰ যোগেদি শৰীৰত অৱস্থিত ছয় চক্ৰৰ সংযোগ সাধন কৰি কুণ্ডলিনী শক্তিৰ সাধনৰ পৰাই মোক্ষ লাভ হয় বুলি বিশ্বাস। এই চক্ৰবোৰ উৰ্দ্ধক্ৰমত—মূলাধাৰ, সাধিস্থান, অনাহত, বিশুদ্ধ, আজ্ঞাচক্ৰ আৰু সহস্ৰাৰ। এইবোৰ চক্ৰৰ মাজেদি প্ৰাণশক্তি সঞ্চাৰ কৰে। এই বিভিন্ন প্ৰকাৰ সমাধিৰ যোগেদি 'মহাভাৱ' লাভ হয়। ভাৰতীয় দৰ্শন, পূজা, বা যাগ-যজ্ঞৰ ফল স্বৰূপ চতুৰ্বৰ্গ—ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ হলেও মোক্ষই পৰম শ্ৰেয় বা পৰম পুৰুষাৰ্থ। এই মুক্তি চাৰি প্ৰকাৰৰ—সালোক্য, সামীপ্য, সাৰূপ্য আৰু সাযুজ্য। যোগৰ পৰিণতি হিচাপে যি সমাধি প্ৰাপ্তি হয়, সিও দুই প্ৰকাৰৰ—সবিকল্প আৰু নিৰ্বিকল্প সমাধি।

বামাচাৰী দৰ্শনত স্ত্ৰী শক্তিৰ ওপৰত গুৰুত্ব দিয়া হলেও সাধনা মাৰ্গত ই আংশিক ৰূপেহে প্ৰযোজ্য। বামাচাৰী পন্থাৰ ভিতৰত ব্ৰহ্মচাৰী, সাধক, নাথ আদি অন্তৰ্ভুক্ত হলেও তেওঁলোকে শক্তিপূজা নকৰে। বামাচাৰী-দৰ্শনত পঞ্চতত্ত্ব বা পঞ্চ মকাৰৰ উল্লেখ আছে, যেনে—মদ্য, মাংস, মৎস্য, মুদ্ৰা আৰু মৈথুন। এই পঞ্চ মকাৰ তত্ত্বৰ গূঢ়াৰ্থ আছে। মৈথুনৰ প্ৰকৃত তাৎপৰ্য ঈশ্বৰৰ গুণ-মাহাত্ম্য কীৰ্ত্তন কৰি অভেদ জ্ঞান উপলব্ধি কৰা।

শাক্ত তান্ত্ৰিক দৰ্শনৰ মতে পৰাশক্তি যথাৰ্থ সৎ। বিশ্বৰ আধাৰ ৰূপিনী এই পৰাশক্তি সৃষ্টিৰ পূৰ্বে বিশুদ্ধ চৈতন্য ৰূপত অৱস্থিত থাকে। এইটোকেই যোগীসকলে পৰাবাক্ বুলি অভিহিত কৰে। মহামহোপাধ্যায় গোপীনাথ কবিৰাজে শাক্ত পন্থাৰ তিনিটা যুগৰ উল্লেখ কৰিছে—প্ৰাক্‌বৌদ্ধ বা প্ৰাগৈতি-হাসিক যুগ, দ্বাদশ শতিকালৈ অনুবৌদ্ধ বা মধ্য যুগ আৰু তাৰ পৰৱৰ্তী আধুনিক যুগ। তেখেতৰ মতে মধ্য যুগতেই শাক্ত ধৰ্মীয় সাহিত্য পুৰাণ, উপপুৰাণ আৰু আগম শাস্ত্ৰবোৰ ৰচিত হৈছিল।

ঋক্‌বেদৰ দেৱীসূক্তৰ বাক্‌শক্তিকেই সৰ্বশক্তিমতী স্ত্ৰীৰূপত ধাৰণা কৰা হৈছিল। এই পৰাশক্তিয়েই জগত জননীৰ স্বৰূপ। তন্ত্ৰ আৰু পুৰাণবিলাকৰ ওপৰত বেদান্তৰ চিন্তাধাৰাৰ সম্যক প্ৰভাৱ পৰিলক্ষিত হয়।

কালিকাপুৰাণত পাৰ্বতীক শিৱৰ সহধৰ্মিনীৰূপে চিত্ৰিতা কৰি দক্ষ-যজ্ঞৰ কাহিনী বৰ্ণনা কৰা হৈছে। লগতে কামদেৱৰ জন্ম বৃত্তান্ত, শিৱৰ

বিবাহ, অৰুন্ধতীৰ বিবাহ, নৰকৰ নিধন কাহিনী আৰু বেতাল-ভৈৰবৰ তীৰ্থযাত্ৰা ইত্যাদি বৰ্ণনাও আছে। কলিকাপুৰাণক শক্তিপূজা সম্পৰ্কে নিবন্ধকাৰসকলে মুখ্য গ্ৰন্থ ৰূপেই মানে। ম্লেচ্ছসকলৰ শাসন ওফৰাই নৰকেই প্ৰাচীন কামৰূপৰ মহাবিক্ৰমী ৰজা হিচাপে শাক্তদৰ্শনৰ প্ৰভাৱ বঢ়ায়। লগে লগে স্মৃতি সম্পৰ্কীয় ধৰ্ম আৰু দৰ্শনৰো প্ৰতিষ্ঠাৰ সুযোগ উপস্থিত হয়। পুৰাণ আৰু ভাগৱত গীতাত ভগৱানৰ বিভূতিবাদৰ প্ৰভাৱত একেশ্বৰবাদৰ ভিত্তিত ঈশ্বৰ আৰু জগতৰ সম্পৰ্ক স্থাপনৰ লগতে জনগণৰ অৰ্চ্চিত দেৱ-দেৱীসকলৰ পাৰম্পৰিক সম্বন্ধ আৰু অভেদৰ ধাৰাও প্ৰবল হয়। শিৱ, শক্তি আৰু বিষ্ণুৰ অবিৰোধ আৰু অভেদৰ ধাৰণাৰ উপৰি লিংগ, যোনি, পীঠ আদি বৈদিক ব্যাপ্ত্যৰ্থত গৃহীত হবলৈ ধৰে। ধৰ্ম আৰু দৰ্শনৰ উদাৰতা আৰু সাম্যভাৱৰ এনে লক্ষণ জনজীৱনৰ উদাৰতা, প্ৰীতি আৰু সহনশীলতাৰ মূৰ্ত নিদৰ্শন। শাক্ত দৰ্শনৰ ছয়ত্ৰিশ তত্বই সাংখ্যক পঁচিশ তত্ব আৰু বেদান্তৰ মায়াকো সামৰি আন ধৰ্মদৰ্শনৰ সৈতে সমন্বয় আৰু সহযোগ ৰক্ষা কৰিবৰ প্ৰয়াস কৰা যেন প্ৰতীয়মান হয়। এই হেতুকেই বৌদ্ধ, জৈন, বৈষ্ণৱ ইত্যাদি বিভিন্ন ধৰ্মৰ মাজতো শক্তিপূজা আৰু শাক্ত দৰ্শনৰ প্ৰভাৱ পৰিলক্ষিত হয়। শাক্ত দৰ্শনৰ মতে ব্ৰহ্মৰ অনবচ্ছেদ্য সৎ, চিৎ আৰু আনন্দই শক্তিস্বৰূপা। শক্তিক পুং, স্ত্ৰী বা ক্লীব ৰূপতো ধাৰণা কৰিব পাৰি। শিৱই শুদ্ধ অনিৰ্বাচ্য ব্ৰহ্ম আৰু মায়া শক্তিৰ সংযোগত শিৱই জ্ঞান, ইচ্ছা আৰু ক্ৰিয়াশক্তি প্ৰবল হৈ ক্ৰিয়াশীল আৰু সগুণৰূপ লয়। 'সৌন্দৰ্য লহৰী'ত এইদৰে কোৱা হৈছে—শিৱ শক্ত্যা যুক্তো যদি ভৱতি শক্তঃ প্ৰভৱিতুম্। ন চেদেবং দেৱো ন খলু কুশলঃ স্পন্দিতুমপি।' শক্তিৰ সৈতে শিৱৰ সংযোগ হলেহে সৃষ্টিৰ সমৰ্থ হয়, নহলে তেওঁ স্থাৱৰ স্বৰূপ। শক্তি নহলে শিৱ শৱ যেন হয়। শক্তিৰ জ্ঞানৰ উপলব্ধি হলেহে জীৱৰ মুক্তি হয়।

শক্তি দৰ্শনৰ তিনিটা মুখ্য শাখা কৌল, সময় আৰু মিশ্ৰ। কৌল সম্প্ৰদায়ৰ যিবোৰ অনৈতিক আৰু ঘৃণনীয় আচাৰত লিপ্ত সেইবোৰক বামমাৰ্গী বোলা হয়। কুল শব্দৰ অৰ্থ শক্তি আৰু অকুলই শিৱক বুজায়। যি সাধক শক্তি আৰু শিৱৰ সমদৰ্শী হয়, তেওঁহে প্ৰকৃত কৌল। কুলাৰ্ণৱ তন্ত্ৰমতে শিৱ আৰু শক্তিৰ অভেদ ভাবেৰে পৰম ব্ৰহ্মৰ উপলব্ধিতহে জীৱৰ পৰমাৰ্থ লাভ হয়। গাত ছাই-ভস্ম সানি সন্ন্যাসী বেশত ফুৰোতে পৰমাৰ্থ লাভ হোৱা হলে ধূলি মাকতিৰে ধূসৰহৈ ফুৰা কুকুৰৰ হে মুক্তি আগেয়ে হলহেঁতেন।



তান্ত্ৰিক দৰ্শন শাক্ত দৰ্শনৰ সহযোগী দৰ্শন। তান্ত্ৰিক দৰ্শনে উপনিষদীয় দৰ্শনক শিৱ আৰু শক্তিৰ অভেদ ধাৰণাৰ দ্বাৰা একেশ্বৰবাদৰ সূত্ৰেৰে সংহত কৰি ব্যাখ্যা দিবলৈ চেষ্টা কৰিছে। শিৱ আৰু জীৱৰ ভেদ নাই, কিন্তু মায়াৰ হেতুকে জীৱই উপাধিৰে বদ্ধ বা পাশযুক্ত হয়। যোগৰ সাধনাৰে জীৱই পৰমাত্মাৰ সৈতে অভেদ স্বৰূপ উপলব্ধি কৰিব পাৰে। বেদান্তৰ দৰেই তান্ত্ৰিক দৰ্শনেও জ্ঞানকেই মুক্তিমাৰ্গ বুলি স্বীকাৰ কৰে। বেদান্তৰ দৰেই তান্ত্ৰিক দৰ্শনেও শিৱৰ সগুণ আৰু নিৰ্গুণ লক্ষণৰ উল্লেখ কৰিছে। তান্ত্ৰিক দৰ্শনে অদ্বৈত বেদান্তৰ একেশ্বৰবাদ আৰু পুৰাণৰ বিশিষ্টাদ্বৈতবাদৰ সংহতি সাধিবলৈ যত্ন কৰা দেখা যায়। আনহাতে তান্ত্ৰিক সাধনাত জ্ঞান আৰু কৰ্ম, ভক্তি আৰু যোগ, মন্ত্ৰ আৰু হোম আদিৰ মাজত ঐক্য স্থাপনৰ প্ৰচেষ্টাও আছে। তান্ত্ৰিক সাধনাৰ অন্তৰ্গত শুদ্ধি, স্থিতি আৰু অৰ্পণ নীতিবোৰ কৰ্ম, ভক্তি আৰু জ্ঞানৰ অনুৰূপ। তান্ত্ৰিক দৰ্শন মুঠতে উপনিষদ আৰু পৌৰাণিক দৰ্শনৰ যোগসূত্ৰৰ স্বৰূপ। দেৱীভাগৱতত শক্তিক 'নাদ-বিন্দু-ৰূপিনী' বুলিও অভিহিত কৰা হৈছে। এই ধাৰণাৰ যোগেদি তান্ত্ৰিক দৰ্শনে শক্তিক শব্দ-ব্ৰহ্ম আৰু মন্ত্ৰৰ লগত অভেদ স্বৰূপ প্ৰতিপন্ন কৰিবলৈ যত্ন কৰিছে।

প্ৰাচীন কামৰূপৰ নৱম শতিকাত ৰচিত অভিনৱগুপ্তৰ 'তন্ত্ৰালোক' আৰু 'তন্ত্ৰসাৰ' দুখন মুখ্য বৌদ্ধ তান্ত্ৰিক গ্ৰন্থ। ধৰ্মপাল ৰজাৰ শাসনৰ সময়তেই 'কালিকা পুৰাণো' ৰচিত হৈছিল বুলি বুৰঞ্জীয়ে সাক্ষ্য দিয়ে। খ্ৰীঃ দশম শতিকাৰ আশে-পাশে বজ্ৰযানী গুৰু সৰহে 'যোগশতক' ৰচনা কৰে। ইয়াৰ কিছুকাল পিছতেই একাদশ শতিকাত সিদ্ধ মীননাথ বা মৎস্যেন্দ্ৰনাথে 'কৌলজ্ঞান নিৰ্ণয়', 'অকুলবীৰ তন্ত্ৰ', 'কামাখ্যা গুহ্য সিদ্ধি' আদি তান্ত্ৰিক আৰু যোগিক গ্ৰন্থ ৰচনা কৰিছিল বুলি ইতিহাসে প্ৰমাণ দিয়ে। মীননাথৰ শিষ্য গোৰক্ষনাথেও 'গোৰক্ষ-সংহিতা' আৰু 'কামৰত্ন তন্ত্ৰ' নামৰ দুখন বজ্ৰযানী তান্ত্ৰিক গ্ৰন্থ ৰচনা কৰিছিল। 'যোগিনী তন্ত্ৰ' আৰু 'হৰ-গৌৰী সংবাদ' ইয়াৰ কিছুকাল পাছত কামৰূপতেই ৰচিত হৈছিল।

শিৱ পূজা অসমত অতি প্ৰাচীন কালৰ পৰাই প্ৰচলিত আছিল যদিও শৈৱ দৰ্শন পদ্ধতিগত হিচাপে প্ৰতিষ্ঠিত হয় দশম বা একাদশ শতিকামানৰ পৰাহে। শৈৱ দৰ্শনৰ মুখ্য গ্ৰন্থক শৈৱাগম বোলা হয়। কোনো কোনো শৈৱাচাৰ্যই শৈৱাগমক বেদতুল্য বুলি ভাবে। মাধৱাচাৰ্যই শৈৱ দৰ্শনৰ চাৰিটা সম্প্ৰদায়ৰ উল্লেখ কৰিছে—নকুলীশ-পাশুপত, শৈৱ, প্ৰত্যভিজ্ঞা

আৰু ৰসেশ্বৰ। ইয়াৰ বাহিৰেও কাপালিক আৰু কালামুখ নামৰ আন দুটা সম্প্ৰদায়ৰ উল্লেখ আছে। উত্তৰ ভাৰতৰ শৈৱ সম্প্ৰদায়ক মূঠতে কাশ্মীৰ সম্প্ৰদায় বা প্ৰত্যভিজ্ঞা আৰু দক্ষিণ ভাৰতৰ শৈৱ সিদ্ধান্ত সম্প্ৰদায়। শৈৱ সিদ্ধান্তই ওঠৰখন আগম গ্ৰন্থক স্বীকৃতি দিছে।

কাশ্মীৰ শৈৱ সম্প্ৰদায়ক প্ৰত্যভিজ্ঞা, ত্ৰিক বা স্পন্দ সম্প্ৰদায় বোলা হয়। এই সম্প্ৰদায় শৈৱ আগমৰ ওপৰত প্ৰতিষ্ঠিত বুলি কোৱা হৈছে। কামৰূপৰ খ্যাতিসম্পন্ন শৈৱাচাৰ্য অভিনবগুপ্তই প্ৰায় দশম শতিকাত 'পৰমাৰ্থসাৰ' নামৰ শৈৱ গ্ৰন্থ ৰচনা কৰিছিল।

শৈৱ দৰ্শনে বিশ্বজগতৰ বিকাশ সম্বন্ধে ছয়ত্ৰিশ তত্ত্বৰ কথা উল্লেখ কৰিছে। ইয়াত সাংখ্য দৰ্শনত প্ৰকৃতি আৰু প্ৰকৃতিৰ পৰিণাম স্বৰূপ তেইশ তত্ত্বৰ বাহিৰে আৰু বাৰটি তত্ত্বৰ উল্লেখ কৰা হৈছে। পাঁচোটা বিশ্বাতীত তত্ত্ব—শিৱ, শক্তি, সদাশিৱ, ঈশ্বৰ আৰু শুদ্ধবিদ্যা। এই কেইটা শক্তিৰ চিৎ, আনন্দ, ইচ্ছা, জ্ঞান আৰু ক্ৰিয়াৰ পৰা উৎপত্তি হৈছে। বেদান্তৰ ব্ৰহ্মৰ পৰিৱৰ্তে শিৱকেই পৰম তত্ত্ব ৰূপে লৈ মায়াক বিশ্বৰ সৃষ্টিৰ কাৰণ ৰূপে লোৱা হৈছে। মায়া-শক্তিৰ ফলত পথত কৃঞ্চকৰ উদ্ভৱ হৈছে—যেনে, কলা, বিদ্যা, ৰাগ, কাল আৰু নিয়ঁতি। মায়াৰ প্ৰভাৱতেই অসীম অনন্ত শিৱই সসীম জীৱ বা জীৱাত্মা ৰূপে প্ৰতিভাত হৈছে।

শিৱই একমাত্ৰ সৎ, অসীম, চিৎ আৰু একান্ত স্বাতন্ত্ৰ্য স্বৰূপ। তেওঁৰ ইচ্ছা মাত্ৰেই সৃষ্টি, আৰু তেৱেঁই একমাত্ৰ জ্ঞাতা আৰু জ্ঞেয়। তেওঁৰ তুলনাত বিশ্বজগত প্ৰপঞ্চ, আভাস মাথোন। জগতৰ অন্তৰ্যামী স্বৰূপে তেওঁ বিশ্বাত্মক, কিন্তু স্বতন্ত্ৰ বিশ্বোত্তীৰ্ণ স্বৰূপত এক মাত্ৰ সৎ। শিৱৰ অবিহনে জগতৰ অস্তিত্বই নাই, শিৱৰ পৰা পৃথকভাৱে আত্মাৰো পৃথক অস্তিত্ব নাই। জগতৰ নানাত্ব সাপেক্ষহে, চূড়ান্ত নহয়।

প্ৰকৃত সত্বাৰ পুনঃ স্মৰণ বা পৰিচিতি প্ৰত্যভিজ্ঞাই মুক্তিৰ পথ। পৰমতত্ত্বৰ সৈতে এই পৰিচিতি হলে অভেদ উপলব্ধি হয় আৰু জীৱাত্মাই মুক্ত হৈ পৰমানন্দত বিলীন হয়। এয়েই বেদান্তৰো মৰ্মবাণী—'তৎ ত্বমসি'। এই দৰ্শনে জীৱন্মুক্তিও বিশ্বাস কৰে।

আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীয়ে শৈৱ ত্ৰিক-দৰ্শন কামৰূপৰ দাৰ্শনিক পণ্ডিত সঙ্গমাদিত্যই খ্ৰীঃ ৮ম-৯ম শতিকাত কামৰূপৰ পৰা কাশ্মীৰলৈ গৈ তাত প্ৰচাৰ কৰিছিল বুলি শাসনাৱলীৰ আলমত দৃঢ়ভাৱে অভিমত



দিছে। এই প্ৰসংগত তেখেতে আকৌ লিখিছে-"...কাশ্মীৰীয় প্ৰত্যভিজ্ঞা দৰ্শন বা ত্ৰিক দৰ্শনৰ সকলোখিনি উপাদানেই কামৰূপৰ পৰা সংগৃহীত হৈছিল আৰু তাকেই অভিনৱ গুপ্তপাদ আদি কাশ্মীৰীয় শৈৱাচাৰ্যসকলে প্ৰণালীবদ্ধ ভাৱে সজাই পৰাই ত্ৰিক দৰ্শন বা প্ৰত্যভিজ্ঞা দৰ্শন নামৰ স্বতন্ত্ৰ শৈৱ দৰ্শনৰূপে প্ৰতিপন্ন কৰিছে।..." শাস্ত্ৰীদেৱৰ এই মন্তব্য গ্ৰহণযোগ্য বুলিবৰ যথেষ্ট যুক্তি আছে বুলি আমিও ভাবোঁ।

প্ৰাচীন কামৰূপৰ ঐতিহাসিক ৰাজশাসনাৱলী, প্ৰামাণ্য গ্ৰন্থাৱলীৰ প্ৰাসংগিক উল্লেখ, বিবিধ ভগ্নাৱশেষ আৰু সাহিত্যৰাজিৰ সাক্ষ্যৰ ভিত্তিত এইটো সুস্পষ্ট হয় যে খ্ৰীঃ ৫ম-৬ষ্ঠ শতিকা বা পূৰ্বৰ পৰাই প্ৰাচীন কামৰূপ প্ৰাগজ্যোতিষৰ ব্ৰহ্মপুত্ৰ ( লৌহিত্য ) উপত্যকাত ঘাইকৈ ব্ৰাহ্মণ পণ্ডিত সমাজৰ মাজত আৰ্য ধৰ্ম-সংস্কৃতি, আচাৰ-বিধি আৰু প্ৰধান বৈদিক দৰ্শন-সমূহৰ অধ্যয়ন, অধ্যাপনা, ৰচনা আৰু প্ৰচাৰ কাৰ্য সম্যক ৰূপে চলিছিল। কামৰূপৰ ৰজাসকলৰ বহুতৰেই ক্ষেত্ৰত পৰম্পৰাগতভাৱে ধৰ্মনিষ্ঠা, ধৰ্মাচাৰ, ধৰ্মৰ প্ৰতি উদাৰতা, ক্ষমতা আৰু দণ্ডনীতিৰ পৰিৱৰ্তে নৈতিক বিধি আৰু ধৰ্মীয় অনুশাসনৰ যোগেদি প্ৰজাসকলৰ প্ৰগতি, সহানুভূতি আৰু সহাৱস্থানৰ মনোবৃত্তি পৰিপুষ্ট কৰিবলৈ যত্ন কৰাৰ নানা ঐতিহাসিক সাক্ষ্য আছে। ব্ৰাহ্মণ, গৃহসূত্ৰ আৰু মহাভাৰতাদিৰ ভিত্তিত প্ৰৱৰ্তিত ব্ৰাহ্মণ্যধৰ্মই সুদূৰ অতীতৰ পৰাই কামৰূপৰ জনজীৱনৰ ধৰ্ম আৰু দৰ্শনৰ আধাৰ ৰূপে প্ৰৱৰ্তিত হৈ আহিছে। কুমাৰ ভাস্কৰ-বৰ্মণৰ নিধানপুৰ অনুশাসন লিপি, হিউৱেন চাং প্ৰমুখ্যে পৰিব্ৰাজকৰ ভ্ৰমণ কাহিনী আদিৰ পৰা জানিব পাৰি যে ৰজাসকল নিজে ধৰ্মনিষ্ঠ, সমদৰ্শী, ন্যায়পৰায়ণ, দানী আৰু বিদ্যোৎসাহী হোৱাৰ উপৰিও তেওঁলোকে লব্ধপ্ৰতিষ্ঠ পণ্ডিত সম্প্ৰদায়ক অৰ্থ-ভূমিদান, অধ্যয়ন-অধ্যাপনাৰ সুযোগ দান আৰু শিক্ষা-সংস্কৃতিৰ অগ্ৰগতিত কুণ্ঠাবিহীনভাৱে প্ৰেৰণা আৰু সহায় যোগাইছিল। নিধানপুৰ অনুশাসনৰ পৰা জনা যায় যে কুমাৰ ভাস্কৰবৰ্মণ শক্তি, গৰিমা আৰু মহান গুণৰাশিৰে উদ্দীপ্ত ভাস্কৰ প্ৰতিম আছিল আৰু তেওঁ নীতিগতভাৱে আৰ্যধৰ্ম প্ৰৱৰ্তন কৰি প্ৰজাৰ মাজত সঞ্চিত কলিযুগৰ কলুষ আঁতৰাবলৈ যথাবিহিত ব্যৱস্থা লৈছিল। নালন্দাৰ বৌদ্ধ মহাবিদ্যালয়ত হেনো বিশিষ্ট কামৰূপী ব্ৰাহ্মণ অনেকেই গৈ ধৰ্ম আৰু দৰ্শনৰ আলোচনা-বিতৰ্কত অংশ গ্ৰহণ কৰিছিল। ৰজাই উদাৰতাৰে

বৌদ্ধ পৰিব্ৰাজক হিউৱেন চাঙকো নিজ দেশলৈ আমন্ত্ৰণ কৰি আনি সমুচিত আতিথ্য-অভ্যৰ্থনা প্ৰদান কৰিছিল। ধৰ্মপাল ৰজাৰ পুষ্পভদ্ৰা শাসনে ৰজাৰ 'ধৰ্মপাল' নামৰ সাৰ্থকতাৰ স্বাক্ষৰ বহন কৰে। তেওঁ ধৰ্মৰ পৃষ্ঠ-পোষক আৰু অতিশয় বিদ্যোৎসাহী আছিল। তেওঁক গুণ, জ্ঞান আৰু আৰু শক্তিৰ কাৰণে বংশৰ দিবাকৰ আখ্যা দিয়া হৈছিল। মহান গুণ-গৰিমাৰ বাবেই ৰজা ধৰ্মপালক কবি-শিৰোমণি, কলাপাৰগ, সৰ্বধৰ্ম বিভূষিত পবিত্ৰা আৰু নৈষ্ঠিক পুৰুষ বুলি প্ৰশংসা কৰা হৈছে। এইগৰাকী মহান ৰজাক ধৰ্ম, অৰ্থ আৰু কাম—এই অভীষ্ট ত্ৰয়ৰ পৰিপালক বোলা হৈছিল। ৰজাসকলৰ গুণ-গৰিমা, শক্তি-সামৰ্থ্য, জ্ঞান-বিদ্যা, ধৰ্মনিষ্ঠা আৰু দেশহিতৈষণাৰ পৰা ৰাজ্যৰ সুখ-সমৃদ্ধি আৰু প্ৰজাসকলৰ ঐহিক আৰু আধ্যাত্মিক প্ৰগতিৰ সহজেই লেখ লব পাৰি।

কৌটিল্যৰ অৰ্থশাস্ত্ৰত ৰজাৰ কাৰণে যিবোৰ প্ৰয়োজনীয় গুণ-ধৰ্মৰ উল্লেখ কৰা হৈছে, কালিকাপুৰাণে প্ৰাচীন কামৰূপৰ সুখ্যাত ৰজাসকলো তেনেবোৰ গুণ-ধৰ্মৰে মহীয়ান্ আছিল বুলি উল্লেখ কৰিছে। কোনো ৰাজকুমাৰে জন্মস্বত্ব বা বয়সৰ কাৰণে সিংহাসন নাপায়। বুৰঞ্জীত উল্লেখ আছে বজ্ৰদত্ত বেদ-বেদাঙ্গত পাৰ্গত আৰু বিজ্ঞান, জীৱবিদ্যাত গভীৰ জ্ঞানসম্পন্ন আছিল। বৰ্মণ বংশৰ প্ৰায়বোৰ ৰজাই শাস্ত্ৰত সুপণ্ডিত আছিল। ভাস্কৰবৰ্মণ অকল ধৰ্মৰ প্ৰতিমূৰ্তিয়ে নহয়, তেওঁ জ্ঞানতো বৃহস্পতি তুল্য আছিল। ৰজা হৰ্জৰবৰ্মণ সত্যনিষ্ঠ, পৰম প্ৰতাপী, সমৰ কৌশলী আৰু সমৃদ্ধিশালী আছিল। তেজপুৰ শাসন, ডুবি শাসন আৰু নিধানপুৰ শাসনত উল্লেখিত ৰজাসকলৰ অনেক গুণ-গৰিমা আৰু ৰাজ্য শাসন-নীতিৰ পটুতাৰ কথা স্পষ্ট উল্লেখ আছে। এনেসকল গুণ-গৰিমা, জ্ঞান-বিদ্যা সম্পন্ন উদাৰ প্ৰজাপালকৰ দ্বাৰা প্ৰতিপালিত প্ৰাচীন কামৰূপ ৰাজ্যও সুপণ্ডিতসকলৰ কীৰ্ত্তিৰাজিৰে নানাভাবে এখন গৌৰৱোজ্জ্বল দেশত পৰিণত হৈছিল। ভৌম বংশৰ কেবাগৰাকী ৰজাই অশ্বমেধ যজ্ঞ কৰিছিল, আৰু সেইকালৰ পৰাই প্ৰাচীন কামৰূপত ব্ৰাহ্মণ্য ধৰ্মই প্ৰবল প্ৰভাব বিস্তাৰ কৰিছিল বুলি ইতিহাসৰ ভিত্তিত প্ৰতিপন্ন হয়। ভাস্কৰ-বৰ্মণৰ ডুবি শাসন-লিপিত বা সুস্থিতবৰ্মণৰ সম্পৰ্কে যি অলংকাৰপূৰ্ণ বৰ্ণনা আছে, সি শাস্ত্ৰীয় আৰু দাৰ্শনিক অটল আৰু অপাৰ তত্ত্বজ্ঞানৰ স্পষ্ট পৰিচায়ক। ইন্দ্ৰপাল ৰজাৰ গুৱাহাটী শাসনত ৰজাই বিশাল



জ্ঞান-সমুদ্ৰত ডুব মাৰি অনাসায়ে অতিক্ৰম কৰা বুলি সশ্ৰদ্ধে উল্লেখ কৰা হৈছে। খ্ৰীঃ পূঃ পঞ্চম শতিকাত বিশ্ববিখ্যাত গ্ৰীক দাৰ্শনিক আৰু পাশ্চাত্য দৰ্শনৰ জনকস্বৰূপ প্লেটোই ৰাজনীতি দৰ্শন সম্পৰ্কত মন্তব্য কৰিছিল—'শাসকসকল দাৰ্শনিকেই হোৱা উচিত।' প্ৰাচীন কামৰূপৰ অধিকাংশ সুযোগ্য শাসকৰ ক্ষেত্ৰতেই পাশ্চাত্য দৰ্শনৰ গুৰুজনাৰ এই মন্তব্য সমুচিতভাবেই সাৰ্থক হৈছে।

প্ৰাচীনকালৰ পৰাই ভাৰতীয় দৰ্শন ঔপপত্তিক আৰু ব্যৱহাৰিক উভয় দিশতেই যুগপৎ প্ৰৱৰ্তিত। ভাৰতীয় দৰ্শন বিষয়াত্মক ৰূপত প্ৰচলিত হোৱা নাছিল। জীৱনৰ জীৱন্ত সমস্যাৰ সমাধান বিচাৰি যিদৰে দাৰ্শনিক চিন্তাৰ উদ্ভৱ হৈছিল, সেইদৰে সেই চিন্তাৰ বেদীতেই জীৱনৰ বুনিয়াদ ৰচনা কৰি পৰমাৰ্থৰ সন্ধানত জীৱন অতিবাহিতও কৰা হৈছিল। এই কাৰণে সুদূৰ অতীতৰ পৰাই ভাৰতীয় দৰ্শন চিন্তাবিলাসী নহৈ যথাৰ্থ জীৱন দৰ্শনৰূপে প্ৰতিষ্ঠিত আৰু প্ৰচলিত হৈ আহিছে। প্ৰাচীন কামৰূপত প্ৰৱৰ্তিত দৰ্শনৰ ক্ষেত্ৰতো একে কথাই প্ৰযোজ্য।

অসমৰ কেইগৰাকীমান বিশিষ্ট পণ্ডিত আৰু বুৰঞ্জীবিদে যুক্তি-যুক্তভাবে প্ৰতিপন্ন কৰিছে যে পূৰ্বমীমাংসাৰ মহাদাৰ্শনিক ভট্টপাদ কুমাৰিলস্বামী আৰু তেখেতৰ খুৰাক সুখ্যাত বৌদ্ধ দাৰ্শনিক ধৰ্মকীৰ্তিও কামৰূপৰেই কৃতী সন্তান আছিল। অৱশ্যে দৰ্শনৰ বিশ্বকোষ আদি গ্ৰন্থত কুমাৰিল ভট্টস্বামীক বিহাৰ প্ৰদেশৰ লোক বুলিহে উল্লেখ কৰিছে। কিন্তু আমি ভাবোঁ যে কুমাৰিল ভট্টস্বামী আৰু আচাৰ্য ধৰ্মকীৰ্তিৰ নিচিনা লোকৰ জন্মস্থান আৰু পৰিবেশ অনুৰূপভাবেই দৰ্শন আৰু ধৰ্ম বিষয়ত অনুকূল হ'বই লাগিব। প্ৰাচীন প্ৰাগ-জ্যোতিষ কামৰূপৰ তাহানিৰ ধৰ্ম দৰ্শনৰ যি পৰিবেশ আৰু সমুবৰ্বৰ জনজীৱন তালৈ লক্ষ্য কৰিলে তেখেতসকল যে কামৰূপৰেই লোক আছিল এনে অনুমান অধিক যুক্তিযুক্ত যেন লাগে। কৌলাচাৰ্য অভিনৱ গুপ্তপাদ ৮ম শতিকাৰ আৰু ৯ম শতিকাৰ কৌলতান্ত্ৰিক আচাৰ্য সিদ্ধ মীননাথ বা মৎস্যেন্দ্ৰনাথ প্ৰাচীন কামৰূপৰেই বিখ্যাত দাৰ্শনিক আচাৰ্য আছিল। ভট্টপাদৰ 'শ্লোক-বাৰ্তিক' ধৰ্মকীৰ্তিৰ 'প্ৰমাণবাৰ্তিক', মীননাথৰ 'কামশাস্ত্ৰ' আৰু 'স্মৰদীপিকা' আদি এইসকল প্ৰণেতাৰ বিশাল জ্ঞান আৰু পাণ্ডিত্যৰ যুগমীয়া সৌধ।

ভাৰতীয় দাৰ্শনিক জগতত এটা পদ্ধতি সদায় প্ৰচলিত হৈ আহিছে। যি কোনো দাৰ্শনিক পদ্ধতি প্ৰতিষ্ঠা আৰু প্ৰৱৰ্তন কৰিবলৈ হলে সেই মতৰ

প্রতিষ্ঠাতা বা পৃষ্ঠপোষকসকলে আন সকলো প্রচলিত মতান্তৰবোৰ সম্যকভাবে উপলব্ধি কৰি নিজ মত প্রতিষ্ঠা কৰাৰ পূর্বে আন প্রতিযোগী মতবোৰ সযুক্তিৰে খণ্ডন কৰিবই লাগিব। এই কাৰণে প্রত্যেক দার্শনিক আৰু সম্প্রদায়ে আনবোৰ সম্প্রদায় আৰু মতান্তৰ সম্যকভাবে অধ্যয়ন আৰু উপলব্ধি কৰা অৱশ্য কর্তব্য। এই কাৰণে প্রাচীন কামৰূপৰ সুধীসকল আৰু দার্শনিক আচার্যসকল শ্রৌত আৰু স্মার্ত—সকলো প্রকাৰ ধর্ম দর্শনত সুপ্রতিষ্ঠিত পণ্ডিত আছিল। নীলাম্বৰাচার্য শ্রীধৰস্বামী আদি পৰৱর্তী কালৰ পণ্ডিতসকলো ভাগৱতাদ্বৈতবাদী সম্প্রদায়ৰ প্রসিদ্ধ ধর্ম দার্শনিক আছিল।

শালস্তম্ভ বংশৰ ৰাজত্ব কালত নৱম শতিকাত কামৰূপৰ সুখ্যাত বৌদ্ধাচার্য অভিনৱগুপ্তৰ পাণ্ডিত্যৰ খ্যাতি সুদূৰ প্রান্তলৈ বিয়পি পৰিছিল। মাধৱাচার্যৰ 'শংকৰ বিজয়'ত উল্লেখ আছে যে অদ্বৈতবাদৰ প্রতিষ্ঠাতা শংকৰাচার্যই অভিনৱগুপ্তক তর্কযুদ্ধত পৰাভূত কৰিবলৈ এই দেশলৈ আহিছিল। শংকৰাচার্যক এই কার্যত ভট্টপাদেও সহায় কৰি অভিনৱগুপ্তক পৰাজিত কৰিছিল। আনহাতে একে পৰিয়ালতেই জন্মগ্রহণ কৰিও ধর্মকীর্তি বৌদ্ধ দর্শনৰ প্রধান পৃষ্ঠপোষক আৰু প্রৱর্তকৰূপে খ্যাতি লাভ কৰে। ইয়াৰ পৰৱর্তী কালত ব্রাহ্মণ্য ধর্ম আৰু বৌদ্ধ ধর্মৰ মাজত আৰাধ্য দেৱতাসকলৰ মাজত থকা পার্থক্যৰ অৱসান হয় আৰু সমন্বয়ৰ যোগসূত্র সংস্থাপিত হয়। কামাখ্যাপীঠ আৰু হাজোৰ দেৱালয়ৰ আশে-পাশে থকা প্রাচীন স্থাপত্য শিলামূর্তি, ভগ্নাৱশেষ আদিৰ পৰা ইয়াৰ প্রমাণ পোৱা যায়।

## সামৰণি

প্রাচীন কামৰূপ বা অসমৰ ধর্মীয় ইতিহাসৰ কেতবোৰ স্বকীয় বৈশিষ্ট্যই এইদেশৰ জনজীৱনৰ কিছুমান অমূল্য জাতীয় লক্ষণ পৰিস্ফুট কৰিছে। এই দেশ প্রাচীন কালৰে পৰাই বিভিন্ন আর্য-অনার্য ধর্মৰ সংগমভূমি হলেও ইয়াৰ বিবিধ ধর্মীয় সম্প্রদায়ৰ মাজত থকা সাম্যভাব আৰু সহিষ্ণুতা অতিশয় আদৰণীয়। যুগে যুগে ধর্ম বিৰোধৰ পৰিৱর্তে ইয়াত ধর্মৰ মাজত থকা সহবর্তিতা আৰু সংযোগ মনকৰিবলগীয়া। বিভিন্ন ধর্মৰ মাজত সম্প্রীতি, সহযোগ আৰু সমদর্শিতাৰ চানেকি শাসকসকলেই নিজৰ আদর্শ আৰু কার্যপদ্ধতিৰ মাজত সম্যকভাৱে পালন কৰি আহিছে। কামাখ্যা, হাজো, তেজপুৰ আদি ঠাইত বর্তমানলৈ যি মূর্তি, পীঠ আৰু



দেৱালয় আছে, সেইবোৰে বহু ধর্মৰ মিলন-মন্দিৰৰূপে ঐতিহ্য বহন কৰি আহিছে। কামাখ্যা ধামৰ যোনিপীঠ যিদৰে মানুহৰ ধর্ম নিৰপেক্ষভাবে শ্রদ্ধা আৰু বিশ্বাসৰ প্রতীক, তেনেদৰেই হাজোৰ হয়গ্রীবধাম হিন্দু, বৌদ্ধ, আদি বিভিন্ন ধর্মৰ লোকৰ পবিত্র তীর্থভূমি। কালিকা পুৰাণেও বিষ্ণু, ব্রহ্মা আৰু শিৱৰ পূজাৰ সম্পর্কত সমানেই গুৰুত্ব দিয়া যেন অনুমান হয়।

পাহাৰ অঞ্চলত বসতি কৰা মণিপুৰী সম্প্রদায় মূলতঃ হিন্দু বৈষ্ণৱধর্মী। তেওঁলোকে নিজকে অর্জুনৰ বংশধৰ আৰু দেৱলোকসম্ভূত বুলি দাবী কৰে। প্রাচীন কামৰূপৰ ৰজাসকলেও হিন্দু দেৱ-দেৱীৰ ঔৰসত জন্ম লাভ কৰা বুলিয়ে পৰিচয় দিছিল। কোচ, কছাৰী, চুটিয়া, আহোম বংশৰ ৰজা সকলো দেৱকুলত জন্ম আৰু হিন্দু বুলিয়ে পৰিচিত। জনতাৰ এনে সমন্বয় আৰু সংহতি স্থাপন পদ্ধতিৰ ফলত হিন্দু ধর্মীয় জনসম্প্রদায় আৰু সংখ্যা ক্রমাগতভাৱে বৰ্দ্ধিত হয়। আর্য-অনার্য, ভৈয়ামবাসী-জনজাতি, আদিম আৰু বহিৰাগত ইত্যাদি নানা ধর্ম, সংস্কৃতি আৰু সম্প্রদায়ৰ লোক প্রাচীন অসমত বহুকাল পূর্বৰে পৰাই বসতি কৰি আহিলেও এইদেশৰ প্রাকৃতিক পৰিবেশ, সভ্যতা আৰু সংস্কৃতিৰ বিস্তৃত বেষ্টনীৰ মাজত আদান প্রদানৰ যোগেদি প্রত্যেকে জাতীয় ঐক্য আৰু সংহতিৰ সোঁতত নিজকে মিলাই দিব পাৰিছিল।

মহাবাহু ব্রহ্মপুত্রৰ অনুৰূপ আর্য বৈদিক ধর্মৰ বিস্তীর্ণ গতি পথেৰে প্রবাহিত চিন্তা আৰু সংস্কৃতিত আদিম আৰু নতুন সকলো ধর্ম সংস্কৃতিৰ নিজস্ব বৈশিষ্ট্যই একেটি ধাৰাতে মিলাই সংহতি আৰু সমন্বয় সংৰক্ষিত কৰি ৰাখিছিল। কামাখ্যাদেৱীপীঠকেই কেন্দ্র কৰি শিৱ আৰু শক্তিৰ সম্মিলিত ধাৰণাৰ সৈতে তান্ত্রিক আচাৰৰ মাজেদি বৌদ্ধ ধর্মও সন্নিৱিষ্ট হৈ বৌদ্ধযান, সহজযান আদি বিশ্বাসৰ উদ্ভৱ হৈছিল। আনহাতে বৌদ্ধ স্থাপত্য, ভাস্কর্য আৰু কলাকৌশলে বৈষ্ণৱ ধর্মৰ সৈতে সংমিশ্রিত হৈ নিজস্ব ৰূপ ধাৰণ কৰে। আনকি মধ্যযুগীয়া নৱ-বৈষ্ণৱ ধর্মৰ প্রবাহৰ ফলতো তান্ত্রিক শাক্ত, বৌদ্ধ ইত্যাদি ধর্মৰ অৱসান হোৱা নাই।

প্রাচীন প্রাগজ্যোতিষ-কামৰূপৰ ৰাজনৈতিক, সাংস্কৃতিক আৰু জন-জীৱনৰ ইতিবৃত্তই এই দেশৰ যি প্রতিচ্ছবি উদ্ভাসিত কৰে, সি যথার্থতে গৌৰৱোজ্জ্বল আৰু আকর্ষণীয়। আধুনিক অসমৰ প্রত্নতাত্ত্বিক গৱেষণা আৰু আবিষ্কৃত নানা তথ্য পাতিয়েও প্রাচীন কালৰ জনজীৱনৰ সংহতি, ঐক্য আৰু সম্প্রীতিৰ চানেকি নানাভাবে প্রতিপন্ন কৰিছে।

# অসমৰ উৎসৱ

[ অতি প্ৰাচীন কালৰেপৰা অসমত নানাধৰণৰ উৎসৱ চলি আহিছে। এই উৎসৱবোৰক প্ৰধানকৈ দুই শ্ৰেণীত ভাগৰ পাৰি: ধৰ্মীয় আৰু ধৰ্ম-নিৰপেক্ষ বা লৌকিক।

ধৰ্মীয় উৎসৱৰ প্ৰধান লক্ষণ হ'ল ই কোনো ধৰ্মীয় ৰীতি-নীতি, আচাৰ-অনুষ্ঠান, ব্ৰতপূজা আদিক কেন্দ্ৰ কৰি অনুষ্ঠিত হয়। ব্ৰতপূজা আদিৰ লগত উপবাস, দান-দক্ষিণা আদিৰো সম্পৰ্ক বিদ্যমান। এনে কিছুমান লৌকিক উৎসৱ আছে, যত সময়ৰ সোঁতত ধৰ্মীয় চাপ পৰিছে। ধৰ্মীয় উৎসৱবোৰৰ কিছুমান সৰ্বভাৰতীয়; যেনে—দুৰ্গাপূজা, জন্মাষ্টমী, শিৱৰাত্ৰি, বৌদ্ধ পূৰ্ণিমা, মহৰম, খ্ৰীষ্টমাছ ইত্যাদি। এনেবোৰ উৎসৱ ধৰ্মসম্প্ৰদায় বিশেষে ভাৰতৰ সকলো ঠাইৰ লোকে পালন কৰে। আনহাতে সুবচনীব্ৰত, সাথৰব্ৰত আদি কিছুমান ব্ৰত-উৎসৱ আছে যিবোৰ দেশৰ বা ৰাজ্যৰ সকলো ঠাইতে পালিত নহয়। এনেবোৰক আঞ্চলিক ব্ৰত-উৎসৱ বুলি অভিহিত কৰিব পাৰি। লৌকিক উৎসৱবোৰো কোনো এটি অঞ্চলতহে অনুষ্ঠিত হয়।

অসম হিন্দু, মুছলমান, বৌদ্ধ, জৈন, শিখ, খ্ৰীষ্টান আদি ধৰ্মীয় লোকৰ বাসস্থান। গতিকে অসমত এই লোকসকলৰ নিজ নিজ ধৰ্মীয় উছৱ চলে। তদুপৰি অসমৰ ভালেমান জনজাতিৰ মাজতো স্বকীয়াকৈ ধৰ্মোৎসৱ পালিত হয়। এই প্ৰবন্ধত অসমত প্ৰচলিত প্ৰধান ধৰ্মীয় উৎসৱ আৰু লৌকিক উৎসৱ কিছুমানৰ একোটি চমু বিৱৰণ দিয়া হৈছে। —সম্পাদক ]

## ক. ধৰ্মীয় উৎসৱ

### ১. হিন্দু ধৰ্মীয় উৎসৱ

**ড° হেমন্তকুমাৰ শৰ্মা**

অসমত হিন্দুধৰ্মৰ শাখা তিনিটা: শৈৱ, শাক্ত আৰু বৈষ্ণৱ। প্ৰতিটো ধৰ্মীয় শাখাৰ অন্তৰ্ভুক্ত ভালেমান উৎসৱ আৰু সেই উৎসৱৰ লগত ধৰ্মীয় আচাৰ-নীতি সাঙোৰ খাই আছে। মহামহোপাধ্যায় ডক্টৰ পি, ভি, কানেৰ



প্ৰখ্যাত গ্ৰন্থ History of Dharmasastra-ত (৫ম খণ্ড, ১ম ভাগ, পৃঃ ২৫৩-৪৬২) হিন্দুৰ পালনীয় এঘাৰ শমান ব্ৰত-উৎসৱৰ উল্লেখ আছে। ইয়াৰ উপৰিও অসমত পুষ্যাভিষেক, ত্ৰিনাথৰ পূজা, পচলা দলিওৱা উৎসৱ প্ৰমুখ্যে এনে কিছুমান ব্ৰতোৎসৱ আছে যিবোৰ কানেৰ গ্ৰন্থত উল্লিখিত হোৱা নাই। ই যি নহ'ক, ইয়াৰ পৰা হিন্দুৰ ব্ৰত-উৎসৱৰ বিপুলতা সম্পৰ্কে অনুমান কৰিব পাৰি। অৱশ্যে এইটোও ঠিক যে পুৰণি কালৰ ভালেমান ব্ৰতোৎসৱ বৰ্তমানে অচল হৈছে বা পূৰ্বৰ জাকজমকতা হেৰুৱাই পেলাইছে। আনহাতে সময়ৰ হাত বুলনিত কিছুমান নতুন ব্ৰতোৎসৱৰো উদ্ভৱ হৈছে।

#### শৈৱ উৎসৱ

অতি প্ৰাচীন কালৰে পৰাই অসমত শৈৱ-ধৰ্মৰ প্ৰচলন আছে। 'কালিকা পুৰাণ'ৰ মতে (৩৮।৯৬) পুৰণি কামৰূপত দেৱী-পূজাৰ প্ৰৱৰ্তক নৰকাসুৰৰ সময়ত শিৱই নিজৰ ঠাইত (কামৰূপত) গোপনে আছিল। কামৰূপৰ ৭ম শতিকাৰ ৰজা ভাস্কৰ বৰ্মা, ৯ম শতিকাৰ ৰজা বনমাল বৰ্মা আৰু ১২শ শতিকাৰ ৰজা ইন্দ্ৰপালৰ তাম্ৰশাসনৰপৰা অনুমান হয় যে সেই সময়ত কামৰূপত শৈৱধৰ্ম জনপ্ৰিয় আছিল। এই জনপ্ৰিয়তাই প্ৰাচীন কামৰূপত শিৱপূজা আৰু শৈৱ উৎসৱ-প্ৰচলনৰেই ইঙ্গিত দিয়ে। ষোড়শ শতিকাত ৰচিত যোগিনী-তন্ত্ৰৰ (১।১১।৩৬) মতে প্ৰাচীন কামৰূপত কোটি লিঙ্গ আছিল। চৰিত-পুথি আৰু বুৰঞ্জীবোৰৰ পৰা জনা যায় যে শৈৱ ধৰ্ম ষোড়শ শতিকাৰ পিছতো অৰ্থাৎ অসমত নৱ বৈষ্ণৱ ধৰ্মৰ অভ্যুত্থানৰ পৰৱৰ্তী কালতো সৰবৰহী হৈ আছিল। সপ্তদশ-অষ্টাদশ শতিকাত আহোম ৰজাসকলৰ পৃষ্ঠ-পোষকতাত নিৰ্মিত হোৱা শিৱ-দল বা মন্দিৰসমূহে শৈৱধৰ্মৰ আদৰৰ কথাকে সোঁৱৰাই দিয়ে। আজিও পুৰণিকলীয়া শিৱ-মন্দিৰ আৰু নতুনকৈ নিৰ্মিত হোৱা শিৱ-থানসমূহে (পৱিত্ৰ অসম, পৃঃ ১৯৬-২২০) এই কথাৰে জ্বলন্ত সাক্ষ্য দিয়ে। এই মন্দিৰ আৰু থানসমূহত নিয়মীয়াকৈ পূজা-সেৱা চলাৰ উপৰিও বছৰৰ বিশেষ বিশেষ দিনত মেলা আৰু উৎসৱ অনুষ্ঠিত হয়।

অসমৰ শৈৱ উৎসৱৰ ভিতৰত শিৱৰাত্ৰি ব্ৰত, ত্ৰিনাথৰ পূজা আৰু পুষ্যাভিষেক উৎসৱ প্ৰধান। সৰ্বভাৰতীয় শিৱৰাত্ৰি ব্ৰতোৎসৱ অসমৰো সকলো শিৱ-মন্দিৰ আৰু শিৱথানৰ বাহিৰেও বহুতো লোকে নিজৰ ঘৰত উপবাসে থাকি পালন কৰে। এই ব্ৰতৰ বিশেষত্ব হ'ল: ব্ৰতীয়ে শিৱৰাত্ৰিৰ

তিথিত ( মাঘী পূৰ্ণিমাৰ পিছৰ কৃষ্ণা-চতুৰ্দশী ) উপবাসে থাকে আৰু চাৰি প্ৰহৰত ক্ৰমে দুগ্ধ, দধি, ঘিউ আৰু মৌৰে শিৱলিঙ্গক স্নান কৰাই পূজা কৰে ; পিছদিনা অতিথিক সৎকাৰ কৰি ব্ৰতভঙ্গ কৰিব লাগে। এই শিৱৰাত্ৰি তিথিত গুৱাহাটীৰ উমানন্দ, তেজপুৰৰ মহা ভৈৰৱ, শিৱসাগৰৰ শিৱদ'ল আদিত বিৰাট মেলা হয়। মেলাত বিভিন্ন ঠাইৰ যাত্ৰীৰ সমাগম হয় আৰু বিবিধ সামগ্ৰীৰ কিনা-বেচা চলে।

এইটো উল্লেখনীয় যে অসমৰ কিছুমান শিৱ-মন্দিৰত নিৰামিষ ভোগ, যেনে—ভাত, দাইল, তৰ্কাৰী, গাখীৰ, ঘিউ আৰু কিছুমান শিৱ-মন্দিৰত সামিষ ভোগ অৰ্থাৎ ভাত-দাইলৰ উপৰি মাছ, মাংস আদি আগ বঢ়োৱা হয়। শিৱক লিঙ্গ ৰূপতহে পূজা কৰা হয়। যিবোৰ লিঙ্গত ( যেনে—গুৱাহাটীৰ বাণেশ্বৰ ) শিৱ অকলে বিৰাজমান তাত নিৰামিষ ভোগ আৰু যি লিঙ্গত অৰ্দ্ধনাৰীশ্বৰ অৰ্থাৎ শিৱ আৰু পাৰ্বতী একেলগে বিৰাজমান ( যেনে—উমানন্দ, হাজোৰ কেদাৰ ) বুলি কল্পনা কৰা হৈছে, তাত শিৱক পাঠা ছাগলীৰ সলনি খাহী ছাগলীহে মূচৰি মাৰি ভোগ-ৰূপে অৰ্পণ কৰা হয়। অসমৰ শিৱ পূজাৰ এই বৈশিষ্ট্যটো মন কৰিব লগীয়া।

আগেয়ে শিৱ পূজাৰ প্ৰধান অঙ্গ হিচাপে শিৱ-মন্দিৰত দেৱদাসী নৃত্য চলিছিল। ইয়াৰ উল্লেখ নৱম শতিকাৰ কামৰূপৰাজ বনমালী বৰ্মণৰ তেজপুৰ-ফলি ( শ্লোক ২৪ ), সুকুমাৰ মহন্তৰ ঘৰত পোৱা 'অসম বুৰঞ্জী' ( পৃঃ ৫৫-৫৬ ) আদিত পোৱা যায়। হাজো আৰু ডুবিৰ দেৱদাসী-নৃত্যৰ স্মৃতি এতিয়াও পাহৰণিৰ গৰ্ভত একেবাৰে মাৰ যোৱা নাই। অৱশ্যে সময়ত সমাজৰ চিন্তাধাৰা আৰু ৰীতি-নীতিৰ পৰিবৰ্তন হোৱাৰ লগে লগে দেৱদাসী-নৃত্যৰ প্ৰচলন এতিয়া একেবাৰেই উঠি গৈছে।

শিৱৰাত্ৰিৰ উপৰি শিৱক কেন্দ্ৰ কৰি সৃষ্টি হোৱা দুটি সৰু অনুষ্ঠান হ'ল—'পুষ্যাভিষেক' আৰু 'ত্ৰিনাথৰ নাম'। পুষ্যাভিষেক পুহ মাহৰ পুষ্যা নক্ষত্ৰত কামাখ্যা-মন্দিৰত অনুষ্ঠিত এটি উৎসৱ। ইয়াত হৰ-গৌৰীৰ বিবাহ সম্পাদিত হয়। এই উৎসৱ চাবলৈ কামাখ্যাত বহুলোক গোট খায়। ত্ৰিনাথৰ নাম মানুহৰ ঘৰত উদ্‌যাপিত হয়। ইয়াত ত্ৰিনাথ অৰ্থাৎ ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ নামত মাহ-প্ৰসাদৰ উপৰি পিঠাগুৰি, তিনিটা পইচা, তিনিমুখীয়া ভাঙৰ চিলিম আদি আগবঢ়োৱা হয়। অনুষ্ঠানটিত নাম-কীৰ্তনৰ উপৰি ত্ৰিনাথৰ পাঁচালি পাঠ কৰা হয়। পাঁচালিত ত্ৰিনাথ দেৱতাৰ অলৌকিক



মহিমা সম্পৰ্কে এটি এটি সাধু বৰ্ণিত হৈছে। নামৰ অন্তত ভক্তসকলে ভাং আৰু প্ৰসাদ গ্ৰহণ কৰে। এই অনুষ্ঠানত ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ ভিতৰত শিৱকেই অধিক প্ৰাধান্য দিয়া দেখা যায়। বোধকৰোঁ সেই কাৰণে ভাং অপৰিহাৰ্য। বড়োসকলৰ মাজত প্ৰচলিত বাথৌ উৎসৱতো শিৱক পূজা কৰা হয়।

## শাক্ত উৎসৱ

অসমত শাক্তধৰ্মৰ ঐতিহ্য বৰ উজ্জ্বল আৰু চমৎকাৰিত্বৰে ভৰা। কিছুমান পণ্ডিতৰ মতে শাক্ত ধৰ্মৰ উদ্ভৱ স্থান হ'ল উত্তৰ পূব ভাৰত বিশেষকৈ অসম আৰু বঙ্গদেশ ( চি, এলিয়ট ঃ হিন্দুজিম্ এণ্ড বুদ্ধিজিম্, ২য় খণ্ড, পৃঃ ২৭৮-৭৯ ; গেইট ; পৃঃ ৫৯ )। 'কালিকা পুৰাণ'ৰ মতে নৰকাসুৰে পোন প্ৰথমে অসমত দেৱী-পূজা প্ৰবৰ্তন কৰে। 'কালিকা পুৰাণ'ৰ উপৰি 'দেৱী-পুৰাণ' আৰু 'যোগিনী-তন্ত্ৰ'তো কামৰূপত দেৱী-পূজাৰ বিষয়ে উল্লেখ আছে। 'কালিকাপুৰাণ' ( ৫৮.৪২ ) আৰু 'যোগিনী-তন্ত্ৰ'ই ( উত্তৰাৰ্ধ, ৬।১৫১ ) একেটা বাক্যতে দোহাৰিছে যে দেৱী অন্য ঠাইত বিৰল যদিও কামৰূপত ঘৰে ঘৰে বিৰাজমান ( অন্যত্ৰ বিৰলাদেৱী কামৰূপে গৃহে গৃহে )।

ঐতিহাসিক দৃষ্টিকোণৰ পৰা দেখা যায় যে কামৰূপাধিপতি বনমালী বৰ্মণ ( ৯ম শতিকা ) আৰু ইন্দ্ৰপালৰ ( ১১শ শতিকা ) তাম্ৰ-শাসনতো শক্তি পূজাৰ ইঙ্গিত পোৱা যায়। পৰবৰ্তী যুগত অৰ্থাৎ ষোড়শ শতিকা-মানৰ পৰা কোচ আৰু আহোম ৰজাসকল পৃষ্ঠপোষকতাত শাক্ত ধৰ্মই বিশেষভাৱে গা কৰি উঠিছিল। কামৰূপৰ কামাখ্যা-ধাম প্ৰাচীন কালৰে পৰা শক্তিপূজাৰ কেন্দ্ৰস্থল বুলি পৰিগণিত হৈ আহিছে আৰু আজিও তাত জাকজমকতাৰে শক্তিৰ পূজাৰ্চনা চলি আছে।

শক্তিক কেন্দ্ৰ কৰি অসমত চলা পূজা-উৎসৱাদিৰ ভিতৰত দুৰ্গাপূজা, কালীপূজা, জগদ্ধাত্ৰীপূজা, বাসন্তীপূজা আদি প্ৰধান। ইয়াৰ লগতে কামাখ্যাত অনুষ্ঠিত অম্বুবাচী মেলা আৰু কুমাৰী-পূজাৰ কথাও উল্লেখযোগ্য।

### দুৰ্গাপূজা ঃ

আহিনৰ শুক্লা ষষ্ঠীৰ পৰা বিজয়া দশমীলৈ শক্তিৰ অন্যৰূপ দুৰ্গা গোসানীৰ পূজা উদ্‌যাপিত হয়। অসমত দুৰ্গা-পূজাৰ প্ৰচলনৰ প্ৰকৃত সময়

নিৰাকৰণ কৰা কঠিন যদিও অসমৰ বিভিন্ন ঠাইত পোৱা দুৰ্গামূৰ্তি আৰু কালিকা-পুৰাণৰ বিৱৰণৰ পৰা অনুমান কৰিব পাৰি যে অন্ততঃ নৱম শতিকামানৰ পৰাই অসমত দুৰ্গাপূজা চলি আহিছে। দুৰ্গাক ঘটতেই পূজা কৰা হয়।

দুৰ্গাপূজাক কেন্দ্ৰ কৰি অসমৰ কোনো কোনো ঠাইত পচলা দলিওৱা উছৱ, আইলা পূজা, বা আউলা পূজা, দেৱীৰ নাম, শাল পূজা আদি অনুষ্ঠান পালিত হয়।

দুৰ্গাদেৱীক বসন্তকালতো পূজা কৰা হয় আৰু সেই পুজা বাসন্তী পূজা বুলিয়েই খ্যাত। কথিত আছে যে ৰজা সুৰথে পোনপ্ৰথমে বসন্ত কালত দুৰ্গাপূজা কৰিছিল; পিছত ৰামচন্দ্ৰইহে শৰৎ কালত দুৰ্গাপূজাৰ প্ৰৱৰ্তন কৰাত শাৰদীয় দুৰ্গাপূজা গোটেই ভাৰততে প্ৰখ্যাত হৈ উঠে। অসমত বাসন্তী পূজা এতিয়াও একেবাৰে লোপ পোৱা নাই। কোনো কোনোৱে বাসন্তী পূজাৰ সময়ত অন্নপূৰ্ণাকো পূজা কৰে। অন্নপূৰ্ণা দুৰ্গাৰে অন্য নাম।

**কালীপূজা ঃ**

কালী বা শ্যামা শক্তিৰ অন্য এটি ৰূপ। কালীৰ আকৌ দক্ষিণাকালী শ্মশানকালী; ৰটন্তীকালী, ফলহাৰিণী কালী, ৰক্ষাকালী আদি নামত বিভিন্ন সময়ত পূজা কৰা হয়। সাধাৰণতে কালী-পূজাৰ প্ৰসিদ্ধ দিন হ'ল দেৱীপক্ষৰ পিছৰ অমাৱস্যা তিথিটো। এই তিথিত ৰাতি পীঠস্থান বা ৰাজহুৱা ঠাইত কালীক পূজা কৰা হয়। দুৰ্গাৰ দৰে কালীকো নিৰামিষ বা সামিষ ভোগ দিয়া হয়।

কালীপূজাৰ সময়ত বিৰাট পয়োভৰেৰ দেৱালী উৎসৱো পালন কৰা হয়। গতিকে দুয়োটা উৎসৱৰ মণি-কাঞ্চন সংযোগে মানুহৰ মন অতিকৈ আনন্দত মতলীয়া কৰি তোলে।

দেৱী কালীক শ্মশানত পূজা কৰা সম্পৰ্কে 'যোগিনী-তন্ত্ৰ'ই (পূৰ্বাৰ্ধ, ৫. ৬১-৭৩) বহল বিৱৰণ দিছে। অৱশ্যে বৰ্তমানে শ্মশানত কালী-পূজাৰ প্ৰথাটো নাই বুলিয়েই ক'ব পাৰি। ৰটন্তী আৰু ফলহাৰিণী কালী-পূজা কামাখ্যাত অনুষ্ঠিত হয়—ক্ৰমে মাঘৰ কৃষ্ণা চতুৰ্দশী আৰু জেঠৰ অমাৱস্যা তিথিত।



শক্তিক আৰু কেইটামান ৰূপত অসমৰ কোনো কোনো ঠাইত পূজা কৰা হয়। সেয়া হ'ল—জগদ্ধাত্ৰী (কাতিৰ শুক্লা নৱমী), মঙ্গল-চণ্ডী (বহাগৰ শেষ মঙ্গলবাৰ), উগ্ৰতাৰা, ইত্যাদি।

**কুমাৰী-পূজা ঃ**

প্ৰাচীন কালৰপৰা শক্তি কুমাৰী ৰূপতো পূজিতা হৈ আহিছে। কুমাৰী-পূজা কামাখ্যা-মন্দিৰত বিশেষভাৱে চলে যদিও আন ঠাইতো দুৰ্গা-পূজাৰ লগত কুমাৰী-পূজা অনুষ্ঠিত হয়। কামাখ্যাত অম্বুবাচীৰ সময়ত এই পূজাৰ আদৰ বেছি। সাধাৰণতে কামাখ্যাৰ কোনো পাণ্ডাৰ আঠ-দহ বছৰ বয়সীয়া ছোৱালীক দেৱী কুমাৰী হিচাপে কল্পনা কৰি ষোড়শোপচাৰেৰে পূজা কৰা হয়। পূজাৰ অন্তত কুমাৰীয়ে ব্ৰতীক "কুশল হওক, মঙ্গল হওক" বুলি আশীৰ্বাদ কৰে আৰু ব্ৰতীয়ে কুমাৰী আৰু পূজাৰীক দান-দক্ষিণা দিয়ে।

'কালিকা-পুৰাণে' (৬৩শ অধ্যায়) দেৱী কুমাৰীৰ অন্যৰূপ ত্ৰিপুৰাবালাক বিবিধ উপচাৰেৰে পূজা কৰাৰ ব্যৱস্থা দিছে। 'যোগিনী-তন্ত্ৰ'তো কুমাৰী পূজাৰ বিশেষ বিৱৰণ পোৱা যায়। এই তন্ত্ৰমতে দেৱী শক্তিয়ে এগৰাকী কুমাৰীৰ ৰূপ ধাৰণ কৰি কোলাসুৰ নামৰ এজন অসুৰক বধ কৰে আৰু তাৰ পিছত তেওঁ বিশ্বৰ পূজিতা হয়। কুমাৰী বুলিলে সাধাৰণতে অ-পুষ্পিতা আৰু অবিবাহিতা ছোৱালীকে বুজায় যদিও 'যোগিনী-তন্ত্ৰ'ৰ মতে কুমাৰী হ'ল আনৰ প্ৰভাৱমুক্তা এগৰাকী ষোড়শবৰ্ষীয়া দেৱী। এই দেৱী গৰাকীৰ ৰূপ ধ্যান কৰিবলৈ হ'লে ধ্যানীয়ে এককোটি সূৰ্যৰ উজ্জ্বলতা-বিশিষ্ট ষোল বছৰীয়া গাভৰু এজনীৰ ৰূপ কল্পনা কৰিব। তাৰ পিছত তেওঁ গাভৰুজনীৰ বিচিত্ৰ ৰূপৰ কথা এনেদৰে চিন্তা কৰিব যেন তেওঁৰ সমস্ত অঙ্গ সেই প্ৰতি-মূৰ্তিৰ সমস্ত অঙ্গৰ লগত মিলি গৈছে (পূৰ্বাৰ্ধ, ৬ষ্ঠ পটল, ৭-১২)।

কামাখ্যাত বৰ্তমানে চলা কুমাৰী পূজা-পদ্ধতিৰ লগত তন্ত্ৰ-পুথিত বৰ্ণিত কুমাৰী পূজা-পদ্ধতিৰ একেবাৰেই অমিল দেখা যায়। সমাজ-ব্যৱস্থাৰ আমূল পৰিবৰ্তনেই ইয়াৰ প্ৰধান কাৰণ বুলিব পাৰি।

প্ৰাচীন কালত শক্তিক দক্ষিণাচাৰ আৰু বামাচাৰ এই দুয়োটা পদ্ধতিৰে পূজা কৰা হৈছিল। 'কালিকাপুৰাণ' আৰু 'যোগিনীতন্ত্ৰ'ৰ মতে ষোড়শোপচাৰৰ উপৰিও পঞ্চ-মকাৰ (মদ্য, মাংস, মৎস্য, মুদ্ৰা আৰু মৈথুন) দেৱীপূজাৰ প্ৰধান অংগ আছিল। মৃগ, ম'হ, গাহৰি, নানা-

জাতীয় পক্ষী, কাছ, ঘৰিয়াল, গুইসাপ, শৰভ আদিৰে আৰু আৱশ্যক মতে পূজাৰীয়ে স্বগাত্ৰ ৰুধিৰ দান কৰি হলেও দেৱীক পূজা কৰিব লাগিছিল। শ্মশান-কালীক নৰমুণ্ড-মালাৰে পূজা কৰা হৈছিল। কিন্তু বৰ্তমানে এইবোৰ প্ৰথা উঠি গৈছে। অৱশ্যে পূজাৰ বাহ্যিক আড়ম্বৰ পুৰাদমে চলি আছে।

## বৈষ্ণৱ উৎসৱ

শৈৱ আৰু শাক্ত ধৰ্মৰ দৰে বৈষ্ণৱ ধৰ্মও অসমত পুৰণি কালৰ পৰা সমাদৃত হৈ আহিছে। মহাৰাজ ভূতি বৰ্মণৰ ( ৫৫৩-৫৫৪ ) বৰগংগা লিপি, বাণভট্টৰ 'হৰ্ষচৰিত', ৰজা ধৰ্মপালৰ ( ১২শ শতিকা ) পুষ্পভদ্ৰা লিপি, অশ্বক্লান্তৰ অনন্তশায়ী বিষ্ণুমূৰ্তি ( ১২শ শতিকা ) আদিয়ে নিঃসন্দেহে কামৰূপত বৈষ্ণৱ ধৰ্মৰ প্ৰাচীনত্ব আৰু ধাৰাবাহিক প্ৰচলনৰ কথাকে সূচনা কৰে। পুৰণি কালত বিষ্ণুক পাঞ্চৰাত্ৰ পদ্ধতিত অৰ্থাৎ গাখীৰ, মাছ, মাংস আদিৰে পূজা কৰা হৈছিল। তান্ত্ৰিক পদ্ধতিৰ মাজেদি ৰূপ লোৱা এই বৈষ্ণৱ ধৰ্মটিক তান্ত্ৰিক বৈষ্ণৱ ধৰ্মও বুলিব পাৰি।

পঞ্চদশ শতিকাত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ আবিৰ্ভাৱ হয় আৰু তেৰাই অসমত পূৰ্ব প্ৰচলিত বৈষ্ণৱ আচাৰনীতিৰ আমূল পৰিবৰ্তন ঘটাই নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰবৰ্তন কৰে। এই ধৰ্মমতে বিষ্ণু বা কৃষ্ণই হ'ল এক মাত্ৰ উপাস্য দেৱতা আৰু তেওঁক ভক্তি কৰিলেই পৰম্পদ পাব পাৰি। নৱ বৈষ্ণৱ আন্দোলনৰ ফলস্বৰূপে অসমৰ বিভিন্ন ঠাইত সত্ৰ, নামঘৰ, সচং বা সৎসঙ্গী মঠ আদি স্থাপিত হৈছিল আৰু সিবোৰত নিয়মিত-ভাৱে নাম-প্ৰসঙ্গ, উৎসৱ আদি পালিত হৈছিল আৰু এতিয়াও পালিত হৈ আছে।

বৈষ্ণৱ উৎসৱ-অনুষ্ঠানৰ ভিতৰত জন্মাষ্টমী, নন্দোৎসৱ, পঁচতি, দোলযাত্ৰা, ঝুলনযাত্ৰা, ৰাসযাত্ৰা আদি প্ৰধান। ইয়াৰ উপৰিও বিষ্ণুক হয়গ্ৰীৱ-মাধৱ, বাসুদেৱ, জগন্নাথ, সত্যনাৰায়ণ, শালগ্ৰাম আদি ৰূপতো পূজা কৰা হয়।

**জন্মাষ্টমী ঃ**

ভাৰতৰ অইন ঠাইৰ দৰে অসমতো ভাদৰ কৃষ্ণাষ্টমী তিথিত ভগৱান শ্ৰীকৃষ্ণৰ জন্মদিন উপলক্ষে জন্মাষ্টমী-ব্ৰত, পূজা আদি অনুষ্ঠিত হয়।



উল্লেখযোগ্য যে বঙ্গদেশ প্ৰমুখ্যে ভাৰতৰ কিছুমান ঠাইত এই উৎসৱ চান্দ্ৰ-শ্ৰাৱণমতে কেতিয়াবা শাওণ মাহত আৰু কেতিয়াবা ভাদ মাহত উদ্‌যাপিত হয়। কিন্তু অসমীয়া মানুহে এই উৎসৱ ভাদ মাহতহে পালন কৰে। জন্মাষ্টমী ব্ৰত-উৎসৱ সত্ৰ, নামঘৰ আৰু মানুহৰ ঘৰে ঘৰে অনুষ্ঠিত হয়। ব্ৰতীসকলে দিনত উপবাসে থাকি ৰাতি পূজা বা নাম-কীৰ্তন কৰে। ভালেমান সত্ৰত ৰাতি ভাওনাও অভিনীত হয়।

জন্মাষ্টমীৰ পিছদিনা নন্দোৎসৱ। কৃষ্ণজন্মৰ পিছদিনা হেনো গোপৰাজ নন্দই আনন্দত এটি উৎসৱ পাতিছিল। তাৰ স্মৃতি-বিজড়িত এই উৎসৱত নাম-কীৰ্তন, ধৰ্মগ্ৰন্থ-পাঠ, বোকা-ভাওনা আদি চলে।

জন্মাষ্টমীৰ পঞ্চম দিনা কিছুমান সত্ৰ আৰু নামঘৰত পাঁচতি বা পঁচতি নামৰ এটি উৎসৱ উদ্‌যাপিত হয়। এই উৎসৱক "পাঁচতি ভাওনাও" বোলে। কিয়নো ইয়াত অভিনয়ৰ যোগেদি শ্ৰীকৃষ্ণৰ বাল্যলীলা প্ৰদৰ্শন কৰা হয়। তিৰোতা মানুহে ভাওনাত অংশ লয় আৰু ভাওনাৰ উপৰি নাম-প্ৰসঙ্গ কৰে।

কিছুমান ঠাইত পাঁচতি উৎসৱ জন্মাষ্টমীৰ পঞ্চম দিনাৰ পৰিবৰ্তে অন্য সুবিধাজনক দিনতো পালন কৰা হয়।

**দোল-ঝুলন-ৰাসযাত্ৰা ঃ**

ভগবান শ্ৰীকৃষ্ণৰ পুণ্যস্মৃতি-বিজড়িত যাত্ৰানামৰ তিনিটা উৎসৱ বছৰৰ তিনিটা পূৰ্ণিমাত উদ্‌যাপিত হয়। সেই কেইটি হলঃ ফাগুনৰ পূৰ্ণিমাত দোলযাত্ৰা, শাওণৰ পূৰ্ণিমাত হিন্দোল বা ঝুলন যাত্ৰা আৰু কাতিৰ পূৰ্ণিমাত ৰাসযাত্ৰা। তিনিওটি উৎসৱ ভাৰতৰ অন্যান্য ঠাইৰ দৰে অসমতো প্ৰায় একেদৰে পালিত হয়।

**দোলযাত্ৰা ঃ**

স্কন্দ আৰু পদ্ম পুৰাণৰ পৰা অনুমান কৰিব পাৰি যে দোল-যাত্ৰা অন্ততঃ দশম শতিকাৰ পৰা ভাৰতত প্ৰচলিত হৈ আহিছে। কামৰূপীয় পণ্ডিত মহামহোপাধ্যায় দামোদৰ মিশ্ৰই 'স্মৃতি-সাগৰ-সাৰ' গ্ৰন্থত উল্লেখ কৰাৰ পৰা জানিব পাৰি যে কামৰূপত অন্ততঃ চতুৰ্দশ শতিকাৰ পৰা দোলযাত্ৰাৰ প্ৰচলন আছে। অৱশ্যে শঙ্কৰদেৱৰ সময়ৰ পৰা এই উৎসৱটো বহুলভাৱে প্ৰচলিত হয়।

দোল শব্দৰ অৰ্থ—দোলা বা ঝুলনা। দোল উৎসৱত শ্ৰীকৃষ্ণৰ প্ৰতীক দৌল-গোবিন্দ বা কলীয়া ঠাকুৰৰ বিগ্ৰহ এটি সাধাৰণতে এখন দোলা বা কোনো আসনত ওলোমাই ৰাখি পূজাৰ্চনা কৰা হয়। দোল-যাত্ৰাক দৌল বা দেউল-উৎসৱো বোলে। দৌল বা দেউলৰ অৰ্থ হ'ল মন্দিৰ বা ওখ ঢাপ। দৌল উৎসৱত সাধাৰণতে সাত-থাকযুক্ত মাটিৰ ( হাজোৰ দৌল ন-থাকযুক্ত ) বা ইটাৰ ওখ দম এটিৰ ওপৰত থকা সৰু মন্দিৰ বা পূজাঘৰত এখন দোলা ওলোমাই তাত কৃষ্ণৰ বিগ্ৰহ প্ৰতিষ্ঠা কৰা হয়। এই অনুষ্ঠান দোল পূৰ্ণিমাৰ আগদিনাখন হয়। সেইদিনটোক গোন্ধ বা অধিবাস বোলে। সিদিনা কোনো কোনো ঠাইত অধিবাসৰ সময়ত মেষদাহ বা বহ্ন্যুৎসৱ নামৰ এটি অনুষ্ঠান পালিত হয়। এই উপলক্ষে এটা জুপুৰি ঘৰত মেষ বা ছাগলী এটি ৰাখি ঘৰটোত জুই লগাই দিয়া হয় আৰু নোমত জুই লগাৰ লগে লগে ছাগলীটো ঘৰৰপৰা উলিয়াই নিয়া হয়। অৱশেষে কিছুমান সত্ৰত একুৰা ডাঙৰ জুই ধৰি তাৰ চাৰিওকালে কৃষ্ণৰ ( সাধাৰণতে দৌল-গোবিন্দ বোলে ) বিগ্ৰহ এটি সাত পাক ঘূৰাই শেষত আনুষ্ঠানিকভাৱে দৌলত স্থাপন কৰা হয়। এই বিগ্ৰহটো সিদিনাৰপৰা উৎসৱ নভঙালৈকে অৰ্থাৎ তিনি বা চাৰিদিন দৌলতেই থাকে। বৰপেটা আদি সত্ৰৰ লোকে গোন্ধৰ দিনা হাৱৈ, ফুলজাৰি, হিলৈ আদি ফুটাই গোন্ধৰ দিনটো বেছ আড়ম্বৰপূৰ্ণ কৰি তোলে। সিদিনা দূৰৈৰ-পৰা অহা যাত্ৰীক বিনামূলীয়াকৈ চাউল, দাইল আদিৰে "সিধা" দিয়া হয়।

দৌল-উৎসৱত দৌল-গোবিন্দক যথাৰীতি পূজা কৰাৰ উপৰিও নাম-কীৰ্তন, গায়ন-বায়নৰ নৃত্য-গীত, ভাওনা আদি অনুষ্ঠান চলে। উৎসৱৰ শেষৰ দিনটোক সুঁৱেৰিৰ দিন বোলে। সিদিনা দৌলগোবিন্দৰ বিগ্ৰহটো দৌলৰপৰা নমাই আনি এটি শোভাযাত্ৰা কৰি ওচৰৰ গাওঁবোৰত ঘূৰাই লৈ ফুৰোৱা হয়। প্ৰতি গৃহস্থই নিজ নিজ পদূলিত চাকি-ধূপ-নৈবেদ্য আগবঢ়াই দৌলৰ গোসাঁইক ভক্তি জনায়। বৰপেটা সত্ৰত দৌলগোবিন্দক শোভাযাত্ৰাৰ অন্ততঃ সত্ৰলৈ ওভোতাই অনাৰ সময়ত এদল লোকে সত্ৰৰ দুৱাৰমুখত এডাল বাঁহ বান্ধি দৌলগোবিন্দক সত্ৰৰ ভিতৰত প্ৰৱেশ কৰাত বাধাদি এক প্ৰকাৰ ব্যঙ্গযুদ্ধৰ আয়োজন কৰে। এই যুদ্ধত দৌলগোবিন্দৰ দলৰে জয় হয় আৰু তেওঁলোকে গোসাঁইৰ বিগ্ৰহ লৈ সত্ৰত প্ৰৱেশ কৰে। এই ব্যঙ্গ-যুদ্ধই শ্ৰীধৰ কন্দলিয়ে 'ঘুনুচা কীৰ্তন'ত বৰ্ণনা কৰামতে ঘুনুচাৰ ঘৰৰ পৰা উভতি অহাৰ পিছত কৃষ্ণৰ লগত হোৱা লক্ষ্মীৰ কাজিয়াখনৰ কথাকে সোঁৱৰাই দিয়ে।



উল্লেখযোগ্য যে দৌল পূৰ্ণিমাৰ সময়ত ল'ৰা-ডেকা আৰু কেতিয়াবা বুঢ়া-লোকেও হোলী বা ফাকু খেল খেলে। হোলীখেল বসন্তোৎসৱৰে অন্য এটি ৰূপ বুলিব পাৰি। হোলী জনপ্ৰিয় উৎসৱ যদিও বহু সময়ত ফাকু বা আবিৰৰ পৰিৱৰ্তে বোকা, গোবৰ আদি খেলি উৎসৱৰ প্ৰকৃত মূল্য হ্ৰাস কৰা দেখা যায়।

**ঝুলন-যাত্ৰা**

ঝুলনযাত্ৰা বা হিন্দোলোৎসৱ শাওণ বা ভাদ মাহত শুক্লা একাদশীৰপৰা পূৰ্ণিমালৈ চলে। এই উৎসৱত এখন দোলনাত কৃষ্ণ আৰু ৰাধাৰ মূৰ্তি একেলগে বহুৱাই ৰাখি এডাল ৰচীৰে টানি দুলাই থকা হয়। মঠ-মন্দিৰত ঝুলন উৎসৱ হলে কৃষ্ণৰ মূৰ্তিৰ আগত এভাগ পূজা দিয়া হয়। বৰ্তমানে দেখা গৈছে, ডেকা-বুঢ়াতকৈ ল'ৰা-ছোৱালীৰ মাজতহে ঝুলন উৎসৱৰ পয়োভৰ বেছি। ফলত এই উৎসৱটো ভক্তিতকৈ আনন্দ-বিনোদনৰ আহিলা হিচাপেহে লোৱা হৈছে যেন অনুমান হয়।

**ৰাস-যাত্ৰা**

ৰাসযাত্ৰা উৎসৱে ভাগৱতৰ ৰাসপঞ্চাধ্যায়ত বৰ্ণিত ভগৱান শ্ৰীকৃষ্ণৰ ৰাসক্ৰীড়াৰ স্মৃতিকে বহন কৰে। কাৰ্তিকী পূৰ্ণিমাত অনুষ্ঠিত এই উৎসৱ অসমৰ ভালেমান বৈষ্ণৱ সত্ৰৰ উপৰিও ৰাজহুৱা মন্দিৰত উদ্‌যাপিত হয়। ঠাই বিশেষে এই উৎসৱ পাঁচদিনৰপৰা পোন্ধৰ দিন পৰ্যন্ত চলে।

ৰাস-পূজাৰ কেন্দ্ৰস্থ দেৱতা শ্ৰীকৃষ্ণ যদিও কোনো কোনো ঠাইত শ্ৰীকৃষ্ণৰ লগতে ৰাধাকো পূজা কৰা হয়। এই উৎসৱৰ এটি প্ৰধান বৈশিষ্ট্য হ'ল—পূজা-মণ্ডপত ৰাস-ক্ৰীড়াত মগ্ন অৱস্থাত দেখুওৱা শ্ৰীকৃষ্ণ, ৰাধা আৰু ভালেমান গোপীৰ মূৰ্তিৰ উপৰিও অসংখ্য দেৱ-দেৱী, ঋষি-মুনি আদিৰ মূৰ্তি এনেভাৱে ৰখা হয় যেন দেৱ-দেৱী, ঋষি-মুনিসকলে "কেশৱৰ কামজয় কেলি" চাই পৰম আনন্দ লাভ কৰিছে। মূৰ্তিবোৰৰ উপৰিও পূজা-মণ্ডপৰ বাহিৰত আন কিছুমান মূৰ্তি সাজি ভগৱান শ্ৰীকৃষ্ণৰ দশাৱতাৰ আৰু আন লীলাৰ চিত্ৰ দাঙি ধৰা হয়। এই মূৰ্তিবোৰেই হ'ল ৰাস-পূজাৰ প্ৰধান আকৰ্ষণ।

ৰাস-উৎসৱত কৃষ্ণ বা ৰাধাকৃষ্ণৰ যুগল পূজাৰ উপৰি উৎসৱৰ কেউটাদিন নাম-কীৰ্তন, নাট্যাভিনয় আদি চলে। উল্লেখযোগ্য যে অসমৰ নৱবৈষ্ণৱ

ধৰ্মমতে শ্ৰীকৃষ্ণহে একমাত্ৰ উপাস্য দেৱতা; সেই কাৰণে অসমৰ নৱ বৈষ্ণৱ ধৰ্মৰ অন্তৰ্গত যিবোৰ সত্ৰত ৰাসযাত্ৰা অনুষ্ঠিত হয়, সিবোৰত কেৱলমাত্ৰ কৃষ্ণকহে পূজা কৰা হয়। আনহাতে বংগদেশৰ গৌড়ীয় বৈষ্ণৱ ধৰ্মমতে ৰাধাকৃষ্ণৰ যুগল উপাসনা চলে। গতিকে অসমৰ কোনো কোনো ঠাইৰ ৰাসযাত্ৰাত অনুষ্ঠিত ৰাধাকৃষ্ণৰ যুগল উপাসনা গৌড়ীয় বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱৰ ফল বুলি অনুমান কৰিব পাৰি।

## বিভিন্ন ৰূপত বিষ্ণুৰ পূজা-উৎসৱ

ওপৰত বিষ্ণুৰ কৃষ্ণ-অৱতাৰৰ লগত জড়িত আৰু অসমত প্ৰচলিত কেইটিমান উৎসৱৰ চমু বিবৰণ দিয়া হ'ল। মহাপুৰুষ শঙ্কৰদেৱে কীৰ্তন-ঘোষাত চতুৰ্বিংশতি অৱতাৰৰ কথা উল্লেখ কৰিছে যদিও সিবোৰৰ লগত জড়িত উৎসৱ অসমত বিৰল বুলিয়েই ক'ব পাৰি। আনকি অসমত ৰামায়ণৰ কাহিনী অতি জনপ্ৰিয় যদিও অসমীয়ালোকে ভাৰতৰ অন্য ঠাইৰ লোকৰ দৰে ৰামনৱমী, সীতানৱমী, হনুমান-জয়ন্তী আদি পৰ্ব বা উৎসৱ পালন নকৰে। আনহাতে অসমত পূজিত এনে কেইজনমান দেৱতা আছে, যাক বিষ্ণুৰ অন্যৰূপ বুলি কল্পনা কৰা হৈছে। সেই দেৱতাসকল হ'ল হয়গ্ৰীৱ-মাধৱ, জগন্নাথ, সত্যনাৰায়ণ আৰু শালগ্ৰাম।

### হয়গ্ৰীৱ-মাধৱ

হাজোৰ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰত ঘোঁৰাৰ মুখৰ আকৃতিৰ এটি বিগ্ৰহ আছে। এই বিগ্ৰহটিক হিন্দুসকলে বিষ্ণুৰ অন্যৰূপ হয়গ্ৰীৱ-মাধৱ বুলি আৰু বৌদ্ধসকলে মহামুনি বুলি পূজা কৰে।

ডেল্টন, ড° পি, চি, চৌধুৰী আদিৰ মতে হয়গ্ৰীৱ-মাধৱ মূলতঃ বুদ্ধৰ মূৰ্তি। ড° কাকতিয়েও হয়গ্ৰীৱ মাধৱ মূলতঃ হিন্দুদেৱতা নহয় বুলি মত পোষণ কৰে। কিন্তু মহাভাৰত ( শান্তি-পৰ্ব, ৩৪৭ অধ্যায়), দেৱী-ভাগৱত ( ১, ৫ ) কালিকাপুৰাণ (৪০, ৬৩, ৭৮ অধ্যায়) আৰু যোগিনীতন্ত্ৰত (উত্তৰাৰ্ধ ৯ম পটল ) হয়গ্ৰীৱক বিষ্ণুৰ অৱতাৰ হিচাপেই বৰ্ণনা কৰা হৈছে। যোগিনী-তন্ত্ৰত উল্লেখ আছে—হয়গ্ৰীৱক তান্ত্ৰিক পদ্ধতিমতে পূজা কৰা হৈছিল। সেইমতে পূজাৰ উপচাৰ আছিল, ফল-ফুল আৰু গাখীৰ-মাছৰ উপৰিও নানাজাতীয় চৰাই, ছাগলী আৰু পহুৰ মাংস। অৱশ্যে পৰৱৰ্তী কালত হয়গ্ৰীৱৰ পূজা-পদ্ধতিত



বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ পৰে। ১৬০৮ শকত ৰচিত ৰামচন্দ্ৰ বৰপাত্ৰৰ 'মণিকূট' গ্ৰন্থ আৰু অষ্টাদশ শতিকাত ৰচিত জয়নাৰায়ণৰ 'লক্ষ্মীপতি-চৰিত' গ্ৰন্থৰ পৰা জনা যায় যে হয়গ্ৰীৱ-মাধৱৰ পূজাৰ লগত অনুষ্ঠিত নাম-প্ৰসঙ্গ, গীতা-ভাগৱত পাঠ আদিত বৈষ্ণৱ সেৱা-পদ্ধতি সোমাই পৰিছিল। বৰ্তমান পূজাপদ্ধতিতো বৈষ্ণৱ প্ৰভাৱ বিৰাজমান। দেৱতালৈ নিতৌ আগ বঢ়োৱা নিৰামিষ ভোগেও এই কথাৰে প্ৰমাণ কৰে। মাজে সময়ে বৌদ্ধধৰ্মীয় লোকসকলে মহামুনি বুলি বিগ্ৰহ দৰ্শন কৰি গলেও মন্দিৰৰ পূজাৰীসকলে একো আপত্তি নকৰে। উল্লেখযোগ্য যে হয়গ্ৰীৱ-মাধৱৰ মন্দিৰত আগেয়ে দেবদাসী-নৃত্য চলিছিল যদিও বৰ্তমানে উঠি গৈছে।

### জগন্নাথ

পুৰীৰ বিখ্যাত জগন্নাথ মন্দিৰৰ প্ৰধান পূজাহ দেৱতা জগন্নাথক বিষ্ণুৰ অন্য এটি ৰূপ বুলি পূজাৰ্চনা কৰা হয়। জগন্নাথ-দেৱৰ মহিমা ভাৰতৰ অন্যান্য ঠাইৰ দৰে অসমতো সুপ্ৰচলিত। শঙ্কৰদেৱৰ 'উৰেষা বৰ্ণন', শ্ৰীধৰ কন্দলিৰ 'ঘুনুচা কীৰ্তন', সুকুমাৰ মহন্তৰ ঘৰত পোৱা 'অসম বুৰঞ্জী' আৰু দৈত্যাৰি ঠাকুৰ, ৰামানন্দ দ্বিজৰ চৰিত-পুথিৰ পৰা জগন্নাথৰ মাহাত্ম্যৰ কথা বিশেষভাৱে জানিব পাৰি। অসমত জগন্নাথৰ কাহিনী ইমান জনপ্ৰিয় যে অসমৰ কোনো কোনো ঠাইৰ তিৰোতাসকলে জগন্নাথৰ মহিমাক লৈ অকল গীত-পদ ৰচনা কৰাই নাই, আনুষ্ঠানিকভাৱে বহাগ মাহত বা অম্বুবাচীৰ সময়ত জগন্নাথৰ নাম, জগন্নাথৰ বিয়া, ঢুনী-ভঙ্গা নাম, জগন্নাথৰ সভা আদি পাতে। তদুপৰি সোণাপুৰ অঞ্চলৰ মিটনি গাঁৱত থকা জগন্নাথৰ মন্দিৰ, পানবাৰী মৌজাত থকা জগন্নাথৰ থান আৰু সিবোৰত হোৱা পূজা-উৎসৱ আদিয়ে অসমত জগন্নাথদেৱৰ জনপ্ৰিয়তাৰে ইংগিত দিয়ে।

জগন্নাথৰ উপৰি সত্যনাৰায়ণ আৰু শালগ্ৰামক বিষ্ণু বা নাৰায়ণ-ৰূপে পূজাৰ্চনা কৰা হয়। তদুপৰি কোনো কোনো ঠাইত ডাঙৰ মেলা বহুৱাই বিষ্ণু-যজ্ঞ পতা হয়। কিছুমান বৈষ্ণৱ ভক্তই মেৰুকৰণি, জলকৰণি, ফুলকৰণি, ভকতসেৱা আদি অনুষ্ঠানৰ যোগেদিও ভগবানক ভক্তি নিবেদন কৰে। কিছুমান ভক্তই সত্ৰ-নামঘৰত চৈধ্য প্ৰসঙ্গৰ বা নাম-কীৰ্তনৰ যোগেদি বিষ্ণুলৈ ভক্তি প্ৰদৰ্শন কৰে। গাঁৱত জনসাধাৰণে বছৰৰ কোনো কোনো

সমন্বত পালনাম, জেঠুৱা নাম, সভা, কাতিমহীয়া নাম আদি অনুষ্ঠানৰ যোগেদি ভগবানক ভক্তি জনায়। পুৰণি কালত অসমত পঞ্চৰাত্র পদ্ধতিমতে বাসুদেৱৰ পূজা চলিছিল; কিন্তু বর্তমানে তেনে পূজাৰ প্ৰচলন নাই বুলিয়েই ক'ব পাৰি।

**অন্য দেৱ-দেৱীৰ পূজা উৎসৱ**

শিৱ, শক্তি আৰু বিষ্ণুৰ লগতে গণেশ, কার্তিক, সূর্য, অগ্নি, ইন্দ্র, মদন, বিশ্বকর্মা, ধর্ম, নৱগ্রহ, লক্ষ্মী, সৰস্বতী, গঙ্গা, মনসা, শীতলা, অপেচৰী, সুবচনী আদিৰ পূজা-উৎসৱৰ কথাও উল্লেখনীয়। ইয়াৰ ভিতৰত গণেশ, সূর্য, অগ্নি, ইন্দ্র, মদন, ধর্ম, নৱগ্রহ, লক্ষ্মী, সৰস্বতী, গঙ্গা, মনসা, শীতলা পূজাৰ প্ৰাচীনত্বৰ আভাস শিলামূর্তি অথবা পুৰণি পুথিৰ পৰা পাব পাৰি। অৱশ্যে বর্তমানে সকলো দেৱতাৰ পূজা সমান আড়ম্বৰেৰে কৰা নহয়। অনুষ্ঠান বিশেষে কেৱল ধ্যান-প্ৰণাম মন্ত্রহে মতা হয়। গুৱাহাটীৰ ঐতিহ্যপূর্ণ চিত্ৰাচল পাহাৰৰ নৱগ্রহ মন্দিৰত দৈনিক সূৰ্যাদি নৱগ্ৰহৰ পূজা-পাতল চলাৰ লগতে বছৰি মাঘৰ সংক্রান্তিৰ পৰা তিনিদিন ব্যাপি নৱগ্রহ যজ্ঞ অনুষ্ঠিত হয় আৰু লগতে বিৰাট মেলা বহে। মাঘ-বিহুত মেজি জ্বলাই অগ্নিদেৱতাক পূজা কৰা হয়। পশ্চিম অসমত বহাগ মাহত বিশেষ পয়োভৰেৰে অনুষ্ঠিত ভঠেলি বা পাউৰাতুলি উৎসৱত প্ৰাচীন শক্ৰোত্থান বা ইন্দ্ৰপূজাৰ স্মৃতি বিজড়িত হৈ আছে। দেৱতা মদনৰ পূজাৰ প্ৰাচীনত্ব প্ৰমাণ পোৱা যায়—কালিদাসৰ 'শকুন্তলা', 'কালিকাপুৰাণ', 'ভবিষ্যপুৰাণ', 'স্মৃতি-জ্যোতিষ-সাৰ-সংগ্রহ', 'যোগিনীতন্ত্র', 'ত্রিপুৰা বুৰঞ্জী', আদি গ্রন্থত। চ'তৰ শুক্লা-ত্রয়োদশীৰ নাম মদন-ত্ৰয়োদশী। এই তিথিতেই মদন দেৱতাক পূজা কৰা হয়। ভাৰতৰ অন্যান্য ঠাইৰ দৰে অসমতো প্ৰাচীন কালত মদন দেৱতাক পূজা কৰাৰ উল্লেখ পোৱা যায়; কিন্তু বর্তমানে হাজো, শুৱালকুচি, বাইহাটা চাৰি-আলিৰ ওচৰৰ মদন-কামদেৱ মন্দিৰ আদিত মদনৰ পূজা বেচ আড়ম্বৰেৰে অনুষ্ঠিত হয়। ধর্ম দেৱতাৰ উল্লেখ 'যোগিনীতন্ত্র (উত্তৰাৰ্ধ ৫/১৯১), মনকৰ-দুৰ্গাবৰৰ 'মনসাকাব্য', 'কথাগুৰুচৰিত' আদিত পোৱা যায় যদিও এই গৰাকী দেৱতাক বর্তমানে মনসা-পূজাৰ লগতেহে পূজা কৰা হয়। প্ৰতি বছৰে ভাদৰ সংক্রান্তিত যন্ত্ৰপাতি কল-কাৰখানাক কেন্দ্ৰ কৰি বিৰাট জাক-জমকতাৰে অনুষ্ঠিত হোৱা বিশ্বকর্মাৰ পূজা-উৎসৱ অসমৰ



কাৰণেঃ তেনেই নতুন বুলিব পাৰি। কিন্তু নতুন হলেও বর্তমান দেশত উদ্যোগৰ সম্প্রসাৰণৰ লগে লগে বিশ্বকর্মা পূজাৰো পয়োভৰ বাঢ়ি অহা দেখা গৈছে।

অসমত বিভিন্ন ৰূপত শক্তিক পূজা কৰাৰ উপৰিও অন্যান্য দেৱীৰ ভিতৰত লক্ষ্মী, সৰস্বতী, গঙ্গা আৰু মনসাৰ পূজা, আৰু শীতলা, অপেস্বৰী আৰু সুবচনীৰ আনুষ্ঠানিক ভাবে নাম গোৱা বা সবাহ পতা হয়। ভাৰতৰ অন্যান্য ঠাইৰ দৰে অসমতো আহিন বা কাতিমাহত কোজাগৰী লক্ষ্মী-পূর্ণিমাত হিন্দুৰ ঘৰে ঘৰে আৰু ৰাজহুৱাভাৱে ধনৰ অধিষ্ঠাত্রী দেৱী লক্ষ্মীক যথাবিধি পূজা কৰা হয়। আয়তীসকলে লক্ষ্মীৰ গুণ গাই নাম-প্ৰসঙ্গ কৰে। সেইদৰে বিদ্যাৰ অধিষ্ঠাত্রী দেৱী সৰস্বতীক মাঘৰ শ্ৰীপঞ্চমী তিথিত বিদ্যাৰ্থীসকলৰদ্বাৰা নিজ নিজ শিক্ষানুষ্ঠানত বিশেষ জাকজমকতাৰে পূজা কৰা হয়। উল্লেখ যোগ্য যে বিশ্বকর্মা আৰু দুর্গা পূজাৰ দৰে সৰস্বতী পূজাতো পূজাৰ পিছদিনা, আকৰ্ষণীয় শোভাযাত্রাৰ মাজেদি দেৱীক বিসর্জন দিয়া হয়।

গঙ্গাদেৱীৰ প্ৰাচীন (৫ম—৬ষ্ঠ শতিকা) মূৰ্তি তেজপুৰৰ দ পৰ্বতীয়াত দেখা যায়। খুব সম্ভৱ তেতিয়া'ও গঙ্গাদেৱীৰ পূজা অসমত চলিছিল। বর্তমানে এইজনা দেৱীৰ পূজা প্ৰধানকৈ মৎস্যজীৱীসকলৰ মাজতেই চলে। পূজাৰ দিন জেঠৰ শুক্লা দশমী তিথি। মৎস্য ব্যৱসায়ৰ সমৃদ্ধি কামনা কৰিয়েই এই পূজা কৰা হয়।

সর্পৰ অধিষ্ঠাত্রী দেৱী মনসাক সৰ্পভয় নিবাৰণ আৰু ঐহিক সমৃদ্ধি লাভ এই দুই উদ্দেশ্যে ঘৰুৱাকৈ বা ৰাজহুৱাভাৱে নাগ-পঞ্চমী তিথিত বা বছৰৰ কোনো সুবিধাজনক দিনত এদিনীয়াকৈ বা একাধিক দিন ধৰি পূজা কৰা হয়। পূজাত ওজাপালি নামৰ এটি নৃত্য-গীতৰ অনুষ্ঠান আৰু হাঁহ, পাৰ, ছাগলী আদিৰ বলি একান্ত প্ৰয়োজন। কোনো কোনো মনসা-পূজাত দেওধা বা দেওধনী নৃত্য চলে। লোক-বিশ্বাসমতে দেৱ-দেৱীয়ে লম্ভা পুৰুষক দেওধা আৰু মাইকী মানুহক দেওধনী বোলে। যেতিয়া মনসা পূজাত নাচি নাচি এওঁলোকে হিতাহিত জ্ঞান হেৰুৱায়, তেতিয়া ভৱিষ্যত বাণী কৰিলে ফলে বুলি বিশ্বাস কৰা হয়। তেওঁলোকে হাঁহ, পাৰ আদি কেঁচাই কেঁচাই খায়, তীক্ষ্ণ দাৰ ওপৰত উঠি নাচে আৰু অলৌকিক শক্তি লাভ কৰা বুলি মানুহৰ মাজত বিশ্বাস জন্মায়। অৱশ্যে

মনসা পূজাৰ অন্তত তেওঁলোক আন মানুহৰ দৰেই স্বাভাৱিক অৱস্থাত থাকে। কামাখ্যা, পচৰীয়া, মঙ্গলদৈ, গেৰুৱা আদি ঠাইত ডাঙৰকৈ মনসা-পূজা বা মাৰে-পূজা অনুষ্ঠিত হয়।

ঘৰত আই বা বসন্ত ওলালে তিৰোতাসকলে এটি সবাহ পাতি আইনাম বা শীতলাৰ নাম গায়। সেইদৰে সৰু ল'ৰা-ছোৱালী শুকাই খীণাই যোৱা বেমাৰ হলে অপেস্বৰীৰ লেঠা লাগিল বুলি ভাবি তাৰ নিবাৰণৰ কাৰণে অপেস্বৰীৰ নাম বা সবাহৰ আয়োজন কৰা হয়। গৃহস্থৰ মঙ্গলৰ কাৰণে সুবচনীৰ নাম আনুষ্ঠানিকভাৱে গোৱা হয়। এই অনুষ্ঠানবোৰ তিৰোতা মানুহে চলায়। ইবোৰত কোনো আড়ম্বৰ নাথাকিলেও তিৰোতাৰ দেৱীসকলৰ প্ৰতি থকা বিশ্বাস আৰু ভক্তিৰ নিদৰ্শন পোৱা যায়।

### অন্যান্য ব্ৰত-উৎসৱ

বিভিন্ন দেৱ-দেৱীৰ পূজা-সেৱা আৰু তাৰ লগত জড়িত উৎসৱ পালনৰ উপৰিও অসমীয়া হিন্দুসকলে বিভিন্ন প্ৰকাৰৰ ব্ৰত পালন কৰা দেখা যায়। তেনে ব্ৰতসমূহক—(১) তিথি আৰু নক্ষত্ৰ-ব্ৰত, (২) বাৰ-ব্ৰত, (৩) মাস আৰু সংক্ৰান্তি-ব্ৰত—এই কেইটা ভাগত ভগাব পাৰি। অৱশ্যে কিছুমান ব্ৰতৰ লগত যে পূজা-উৎসৱ নাথাকে তেনে নহয়; কিন্তু প্ৰায়বোৰ ব্ৰত সাধাৰণতে অনাড়ম্বৰভাৱেই পালিত হয়। এনে ব্ৰতৰ ভিতৰত সাবিত্ৰী চতুৰ্দশী ব্ৰত, অশোকাষ্টমী ব্ৰত, একাদশী-ব্ৰত, অনন্ত-চতুৰ্দশী ব্ৰত, চ'ৰা-ব্ৰত, অম্বুবাচী-ব্ৰত ( সাথৰ ব্ৰত ) আদি প্ৰধান। এনেবোৰ ব্ৰত প্ৰায়ে তিৰোতা মানুহৰ দ্বাৰা উদ্‌যাপিত হয়। সংক্ৰান্তি-ব্ৰতৰ ভিতৰত চৈত্ৰ-সংক্ৰান্তি বা মহাবিষুব সংক্ৰান্তি ( বহাগ বিহু ), জলবিষুব সংক্ৰান্তি ( কাতি বিহু ) আৰু পৌষ সংক্ৰান্তি বা মকৰ সংক্ৰান্তি ( মাঘ বিহু ) প্ৰধান।

### দশ সংস্কাৰ

হিন্দুৰ গৰ্ভধান, পুংসৱন, নামকৰণ আদিকৈ যি দশ সংস্কাৰ আছে সিবোৰৰ ভালেমান আজি লুপ্তপ্ৰায় আৰু যিবোৰ প্ৰচলিত আছে তাৰ ভিতৰত বিবাহ-উৎসৱেই বিশেষ জাক্‌জমকতাৰে পালিত হয়। বিবাহ-উৎসৱৰ লগত স্মৃতি শাস্ত্ৰৰ নিবন্ধন আৰু লৌকিক আচাৰ অনুষ্ঠানৰ এক অপূৰ্ব সমন্বয় ঘটিছে।



দশ সংস্কাৰৰ উপৰি হিন্দুৰ গৃহ-নিৰ্মাণ, গৃহ-প্ৰৱেশ আদি অনুষ্ঠানো পূজা-হোম আদিৰ যোগেদি অনুষ্ঠিত হয়। অৱশ্যে এনেবোৰ অনুষ্ঠানত বিশেষ জাকজমকতা নাই বুলিয়েই ক'ব পাৰি। সেইদৰে শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ আদি মহাপুৰুষসকলৰ তিৰোধান-উৎসৱৰ উপৰি বৰ্তমানে জন্মোৎসৱো বিভিন্ন সত্ৰ, নামঘৰ আৰু ৰাজহুৱা ঠাইত জাক্‌জমকতাৰে পালন কৰা হয়। অৱশ্যে এনেবোৰ উৎসৱত আজিকালি ধৰ্মীয় বোলতকৈ সামাজিক প্ৰমূল্যহে অধিকভাৱে দিয়া দেখা যায়।

### সামৰণি

অসমত প্ৰচলিত হিন্দুৰ ব্ৰত-উৎসৱ সম্পৰ্কে কেইটিমান কথা মন কৰিব পাৰি ঃ ভাৰতৰ অন্যান্য ঠাইৰ দৰে অসমৰ হিন্দুসকলেও প্ৰাচীন কালৰেপৰা ব্ৰত-উৎসৱসমূহ পালন কৰি আহিছে। প্ৰায়বোৰ ব্ৰত-উৎসৱৰ লগতে স্মৃতি শাস্ত্ৰৰ বিধি-নিয়ম জড়িত হৈ আছে। ভালেমান ব্ৰত-উৎসৱ কৃষিক কেন্দ্ৰ কৰি উদ্ভৱ হৈছে আৰু লৌকিক আচাৰ-নীতিৰে সংস্পৃষ্ট হৈ আছে। প্ৰাচীন অসম-কামৰূপত প্ৰচলিত অগ্নিহোত্ৰ, বৈতনিক প্ৰভৃতি ধৰ্মীয় অনুষ্ঠানসমূহ বৰ্তমানে লোপ পাইছে; আনহাতে বিশ্বকৰ্মা, ঝুলন আদি ধৰ্মীয় উৎসৱ আৰু শংকৰদেৱ, দামোদৰদেৱ আদি ধৰ্মগুৰুসকলৰ জন্মোৎসৱ আজি কিছু বছৰৰপৰা মহাপয়োভৰেৰে উদ্‌যাপিত হবলৈ ধৰিছে। এসময়ৰ দুৰ্গাপূজা, শক্ৰোত্থান আদি উৎসৱ ৰাজকীয় পৃষ্ঠপোষকতাত অনুষ্ঠিত হৈছিল; কিন্তু সেইবোৰ আজি জনসাধাৰণৰ দ্বাৰা পৰিচলিত হয়। শিৱ, সত্যনাৰায়ণ, সুবচনী, শীতলা, মনসা আদি পূজাত আৰ্য-অনাৰ্যৰ বিভিন্ন সংস্কৃতিৰ সমন্বয় ঘটিছে। অৱশ্যে এইটো ঠিক যে বৰ্তমানে ভালেমান ধৰ্মীয় উৎসৱ-অনুষ্ঠানত শাস্ত্ৰীয় আচাৰ-নীতিতকৈ বাহ্যিক আড়ম্বৰে প্ৰাধান্য লাভ কৰিছে।

ধৰ্মীয় উৎসৱসমূহে হিন্দুসকলক সমূহীয়াভাৱে ধৰ্মৰ থলীত গোট খোৱাৰ এটি সুবিধা দিছে। মুছলমানসকলে জুম্মাবাৰে ( শুকুৰবাৰ ) মছজিদলৈ আৰু খ্ৰীষ্টানসকলে ৰবিবাৰে গীৰ্জালৈ গৈ সমূহীয়াভাৱে প্ৰাৰ্থনা কৰে; কিন্তু হিন্দু-সকলৰ সমূহীয়া প্ৰাৰ্থনাৰ কাৰণে তেনে কোনো ধৰা বন্ধা বাৰ নাই। ফলত বেছিভাগ হিন্দুকে প্ৰাৰ্থনাৰ প্ৰতি উদাস যেন লাগে। কিন্তু কোনো ধৰ্মীয় উছৱৰ দিন পৰিলে তেওঁলোক উছৱৰ থলীত মিলিত হৈ উপাস্য দেৱ-দেৱীক সমূহীয়াভাৱে প্ৰাৰ্থনা কৰিব পাৰে।

ভালেমান উৎসৱৰ লগতে নৃত্য-গীত ; যাত্ৰা-ভাওনা আদি সাংস্কৃতিক অনুষ্ঠানো পালন কৰা হয়। এনে অনুষ্ঠানে এফালে যেনেকৈ গাওঁবাসীৰ বৈচিত্ৰ্যহীন জীৱনত ৰংৰহইছৰ সৃষ্টি কৰে, আনহাতে তেনেকৈ সুকুমাৰ কলাৰ প্ৰতিও জনসাধাৰণক উৎসাহিত কৰে। ফলত ইয়াৰ পৰা জনসাধাৰণে সুকুমাৰ কলা চৰ্চাৰ প্ৰতি অনুপ্ৰেৰণা লাভ কৰিব পাৰে। এই দিশৰ পৰাও উৎসৱবোৰৰ বিশেষ মূল্য আছে।

দুৰ্গাপূজা, ৰাসপূজা প্ৰমুখ্যে কেইবাদিনো ধৰি চলা উৎসৱৰ লগত একোখন মেলা বহে। মেলাত থলুৱা বস্তুবিলাকৰ প্ৰদৰ্শনী হোৱাৰ উপৰিও নানা তৰহৰ বস্তু কিনা-বেচা কৰা হয়। এইদৰে দেখা যায়, উৎসৱে আৰ্থিক দিশতো প্ৰভাৱ বিস্তাৰ কৰিছে।

উৎসৱসমূহে জনসাধাৰণৰ মন সহজে আকৰ্ষণ কৰিব পাৰে। সেই কাৰণে বহুলোকে নিজৰ ধৰ্মৰ কথা এৰি দুৰ্গা, সৰস্বতী প্ৰমুখ্যে বিভিন্ন দেৱ-দেৱীৰ পূজা-উৎসৱসমূহত যোগ দি আনন্দ প্ৰকাশ কৰে। ইয়াৰ ফলত সংহতি-স্থাপনত উৎসৱসমূহে এটি বিশেষ ভূমিকা গ্ৰহণ কৰিছে। এই ফালৰ পৰাও উৎসৱসমূহৰ বিশেষ প্ৰমূল্য আছে।

## ২. ইছলাম ধৰ্মীয় উৎসৱ

**শ্ৰীনাজিমুদ্দিন আহমদ**

### মহৰ্‌ৰম

আৰবীয় বছৰৰ বাৰটা মাহৰ ভিতৰত মহৰ্‌ৰম হৈছে প্ৰথম মাহ। মহৰ্‌ৰম শব্দটো আহিছে হাৰাম শব্দৰ পৰা। ইয়াৰ অৰ্থ হৈছে নিষেধ বা পৱিত্ৰ। সেই হিচাপে মহৰ্‌ৰমৰ অৰ্থ হ'ল নিষেধমূলক বা পবিত্ৰময়। মহৰ্‌ৰম উছৱ বুলিলে মহৰ্‌ৰম মাহৰ দহ তাৰিখে কাৰবালাত ঘটা হজৰত হুছেনৰ সৈন্য-বাহিনী আৰু তেওঁ নিজে শ্বহীদ হোৱা শোকাবহ ঘটনাকে প্ৰধানকৈ বুজায়।

মুছলিম জগতৰ ছিয়া সম্প্ৰদায়ৰ লোকে এই মহৰ্‌ৰমত ক'লা পোছাক পিন্ধি গভীৰ শোক প্ৰকাশ কৰে আৰু তাজিয়া তোলে। লাঠী আৰু তৰোৱালেৰে খেল কৰে আৰু জাৰি-গীত গাই 'হায় হাছান, হায় হুছেন' বুলি কাৰবালাৰ কাহিনীটো স্মৰণ কৰে। দহ তাৰিখৰ দিনা ৰাতি কাৰবালাত তাজিয়াটো থৈ আহে। ছুন্নি সম্প্ৰদায়ৰ লোকে এই পৰ্বত উপাসনা কৰে আৰু নামাজ পঢ়ি কাৰবালাত শ্বহীদ হোৱাসকলৰ আত্মাৰ সদ্‌গতিৰ বাবে আল্লাৰ ওপৰত প্ৰাৰ্থনা জনায় ; লগতে দুখীয়া-গৰীৱক দান-দক্ষিণা কৰি পৰ্ব পালন কৰে।



এই মহৰ্‌ৰম মাহৰ দহ তাৰিখৰ দিনা হজৰত আদমে পাপ কৰাৰ কাৰণে স্বৰ্গচ্যুত হৈ পৃথিৱীত পৰে। বহু বছৰ তেওঁ পাপৰ কাৰণে আল্লাৰ ওচৰত প্ৰাৰ্থনা কৰিছিল আৰু এই দহ তাৰিখৰ দিনাই তেওঁৰ পাপ খণ্ডন হৈছিল। হজৰত মুছাই দুৰ্দান্ত ফেৰাউনৰ অত্যাচাৰৰ পৰা এই মহৰ্‌ৰম মাহৰ দহ তাৰিখৰ দিনা ৰক্ষা পাইছিল। হজৰত নবীৰ কিস্তিত (ডাঙৰ নাও) মহাপ্লাৱনত ভাঁহি গৈ গৈ শেষত জুদা পৰ্বতত এই দিনতেই লাগিছিল। হজৰত ইছা নবীও এই দিনতেই অত্যাচাৰীৰ হাতৰ পৰা স্বৰ্গ লৈ যায়। হজৰত আয়ুব নবীও ১৮ বছৰ বেমাৰ ভোগ কৰাৰ পিছত এই দিনতেই বেমাৰৰ পৰা মুক্তি পায়।

### আখেৰি ছাহাৰ চুম্বা

আখেৰি ছাহাৰ চুম্বা আৰবীয় বাৰটা মাহৰ দ্বিতীয় মাহ চফৰৰ শেষ বুধবাৰৰ দিনা পালন কৰা হয়। আখেৰি মানে শেষ আৰু ছাহাৰ চুম্বা মানে বুধবাৰ। গোটেইটোৰ অৰ্থ হ'ল শেষৰ বুধবাৰ।

উল্লেখযোগ্য যে এই দিনাখন আখেৰি নবী হজৰত মহম্মদে ( দঃ ) অত্যন্ত কঠিন বেমাৰৰ পৰা আৰাম আৰু শান্তি অনুভৱ কৰিছিল। একাদশ হিজৰীৰ চফৰ মাহত তেওঁ বেমাৰত বৰ কষ্ট ভোগ কৰিছিল আৰু এই মাহৰ শেষ বুধবাৰৰ দিনা তেওঁৰ অসুখ কম পৰাত গোচল ( স্নান ) কৰে আৰু বৰ আৰাম লাভ কৰে। মুছলমানসকলে হজৰত মহম্মদ ( দঃ )ক শেষ নবী বুলি মানে। এই নবীৰ জীৱনৰ ঘটনালৈয়ে আখেৰি ছাহাৰ চুম্বাৰ উৎপত্তি হয় আৰু ইয়াক পৰ্ব-দিন হিচাপে পালন কৰে। আজিও মুছলমানসকলে এই পৰ্ব উপলক্ষে স্নান কৰে আৰু দোৱা-দৰুদ আদি পঢ়ি পৰ্বৰ কাম সমাধা কৰে। লগতে সমূহীয়া হিচাপেও মিলাদ শ্বৰীফ পাঠ কৰা হয় আৰু বেমাৰৰ আৰোগ্যৰ কাৰণে আল্লাৰ ওচৰত মোনাজাত কৰা হয়।

### ফাতেহায়ে দোৱাজ দহম

ফাতেহায়ে দোৱাজ-দহম পৰ্বটো আৰবীয় বাৰটা মাহৰ তৃতীয় মাহ

ৰবিউল আউয়লৰ ১২ তাৰিখে পালন কৰা হয়। ফাতেহা মানে হৈছে মৃতকৰ মঙ্গলৰ অৰ্থে আল্লাৰ ওচৰত প্ৰাৰ্থনা জনোৱা ( আচল আভিধানিক অৰ্থ হৈছে খোলা বা বিজয় ) আৰু দোৱাজ দহমৰ অৰ্থ হৈছে দ্বাদশী তিথি। বিশ্বনবী হজৰত মহম্মদ ( দঃ )ৰ আৱিৰ্ভাৱ আৰু তিৰোভাৱৰ পুণ্য তিথিটোকেই ফাতেহায়ে দোৱাজ দহম নামেৰে জনা যায়।

হজৰত মহম্মদ ( দঃ ) ৰবিউল আউয়ল মাহৰ ১২ তাৰিখে মক্কা নগৰত জন্ম গ্ৰহণ কৰিছিল আৰু ৬৩ বছৰ জীয়াই থাকি ১১ হিজৰী ৰবিউল আউয়ল মাহৰ ১২ তাৰিখে মাজ নিশা মদিনা নগৰত ইহলীলা সম্বৰণ কৰিছিল। সেই হিচাপে এই দিনটো অতি পৱিত্ৰ দিন। মুছলমানসকলে এই দিনটোত দান, প্ৰাৰ্থনা আদি কৰে আৰু সভা-সমিতি পাতি পয়গম্বৰৰ জীৱনাদৰ্শ চৰ্চা কৰে।

পৃথিৱীয়ে যেতিয়া সত্যপথ হেৰুৱাই আন্ধাৰ পথেদি বাট বুলিছিল আৰু বিশ্বমানৱৰ ভিতৰত যেতিয়া ঘোৰ অন্যায়, অত্যাচাৰ আৰু অশান্তিয়ে দেখা দিছিল, তেতিয়া হজৰত মহম্মদ ( দঃ )ৰ মক্কা নগৰত জন্ম হয়। পৃথিৱীৰ এই অশান্তিবোৰ দেখি তেওঁ বৰ চিন্তাশীল হৈ পৰে আৰু ইয়াৰ তত্ত্ব বিচাৰি মক্কা নগৰৰ ওচৰত থকা হেৰা পৰ্বতৰ গুহাত একান্তমনে ধ্যানত মগ্ন হয়। অৱশেষত হজৰতে সত্যৰ সন্ধান পায় আৰু একেশ্বৰবাদী ইছলাম ধৰ্মৰ মূলমন্ত্ৰ লাভ কৰে। বিশ্বমানৱৰ কল্যাণৰ কাৰণে তেওঁ ইছলাম ধৰ্মৰ বাণীবোৰ মানুহৰ মাজত প্ৰচাৰ কৰিবলৈ দেহেকেহে লাগি যায়। অতি কম সময়ৰ ভিতৰত এই বাণীবোৰে মানুহৰ মাজত সমাদৰ লাভ কৰে আৰু ইছলাম ধৰ্ম গোটেই পৃথিৱীতে প্ৰচাৰ হৈ যায়। হজৰতৰ জৰিয়তে অহা ইছলাম ধৰ্ম আছিল এক শান্তি প্ৰতিষ্ঠাৰ বাণী। শান্তি, উদাৰতা আৰু সৎভাৱৰ সমাৱেশেই ইছলামৰ প্ৰধান সংজ্ঞা আৰু এয়েই ইছলামৰ মানৱ জাতিৰ প্ৰতি মুখ্য আৰু প্ৰাথমিক দান।

হজৰত মহম্মদ ( দঃ ) হৈছে আখেৰি বা শেষ নবী। তেখেতৰ পিছত আৰু কোনো নবী নাহিব। তেখেতৰ জীৱনীয়ে আমাক সদায় উৎসাহিত ও গৌৰৱান্বিত কৰি আছে।

## ছবে মে'ৰাজ

এই পৰ্বটো আৰবীয় বাৰটা মাহৰ সপ্তম মাহ ৰজবৰ ২৭ তাৰিখে ৰাতি পালন কৰা হয়। ছব মানে ৰাতি আৰু মে'ৰাজ মানে আৰোহণ। মুছলমান-সকলৰ কাৰণে ৰজব মাহটো বৰ পৱিত্ৰ। ৰজব মানে সন্মান আৰু সেই কাৰণে মুছলমানসকলে এই মাহটোক বৰ সন্মান কৰে। এই মাহটোক আল্লাৰ মাহ বুলিও কোৱা হয়। এই মাহৰ ২৭ তাৰিখৰ ৰাতি মে'ৰাজৰ ঘটনা ঘটে। আৰবী উৰুজ শব্দৰপৰা মে'ৰাজ শব্দৰ উৎপত্তি হৈছে। এই ৰাতি আল্লাৰ ৰছুল হজৰত মহম্মদ মোস্তাফাৰ (দঃ) মে'ৰাজ ছৰিফ হৈছিল অৰ্থাৎ তেওঁ আল্লাৰ লগত দেখা কৰিবৰ কাৰণে উৰ্ধগামী হৈছিল। তেওঁ সৌশৰীৰে বেৰাক নামে এটি বিজুলী বেগেৰে যাবপৰা বাহনত আৰোহণ কৰি গৈছিল। মক্কাছৰিফৰ পৰা এই মে'ৰাজ আৰম্ভ হৈছিল আৰু সেই একে ঠাইতে একে ৰাতিতে ই সম্পন্ন হৈছিল। প্ৰথমতে তেওঁ মক্কাছৰিফৰপৰা বেতুল মোকাদ্দছ বা জেৰুজালেমলৈ যায়। ইয়াৰপৰা তেওঁ একে বাহনতে আৰোহণ কৰি গৈ থাকে। তেওঁৰ সহযাত্ৰী আছিল স্বৰ্গৰ দূত জিব্ৰাইল। যাত্ৰা-পথত তেওঁ সকলো সৃষ্ট-বস্তুকে নিৰীক্ষণ কৰি গৈ আছিল আৰু কিছু সময়ৰ পিছত তেওঁ "ছিদৰাতুল মোনাতাহা" অৰ্থাৎ জড়-জগতৰ শেষ প্ৰান্তত গৈ উপস্থিত হ'ল। ইয়াৰ পৰা আৰু ওপৰলৈ তেওঁৰ বাহন যাব নোৱাৰা হ'ল ; স্বৰ্গদূত জিব্ৰাইলো যাব নোৱাৰা হ'ল। এই ঠাইতে "ৰফ ৰফ" নামে আন এক ধৰণৰ এটি বাহন তেওঁৰ সন্মুখত উপস্থিত হয় আৰু তাতে তেওঁ আৰোহণ কৰি ওপৰলৈ যাবলৈ ধৰিলে। ওপৰলৈ গৈ গৈ শেষত তেওঁ এখন ঠাই পালে—যি ঠাইৰ পৰা আনকি "ৰফৰফ" বাহনো ওপৰলৈ যাব নোৱাৰা হ'ল। এই ঠাইৰ পৰা সিফালে কেৱল নুৰ অৰ্থাৎ পোহৰহে দৃষ্টিগোচৰ হৈছিল। তেওঁ এই পোহৰত সোমাই যোৱাৰ লগে লগে তেওঁ পোহৰময় হৈ পৰিছিল। ইয়াতেই আল্লাতালাৰ লগত তেওঁৰ সাক্ষাৎ হয়, জ্ঞানৰ উপলব্ধি হয় আৰু গোটেই সংসাৰৰ তত্ত্ব বুজি পায়। এই কথাৰ গুৰুত্ব লৈয়েই আল্লাতালাৰ প্ৰেৰিত পুৰুষ আৰু বাৰ্তাবাহকসকলৰ ভিতৰত হজৰত মহম্মদ(দঃ) শ্ৰেষ্ঠতম। এনেকুৱা মে'ৰাজ আন কোনো নবীৰ ভাগ্যত ঘটা নাছিল।

পয়গম্বৰ চাহাবৰ ই এটা অলৌকিক ঘটনা। সকলো মুছলমানে ইয়াক আন্তৰিকতাৰে বিশ্বাস কৰি সেই তাৰিখে ৰাতি নামাজ পঢ়ে আৰু কোৰাণ পাঠ কৰে।

## ছবে বৰাত

এই পৰ্বটো আৰবীয় বাৰটা মাহৰ অষ্টম মাহ চাবানৰ ১৫ তাৰিখে ৰাতি পালন কৰা হয়। ছব মানে ৰাতি আৰু বৰাত মানে ভাগ্য। বাৰটা মাহৰ

ভিতৰত ই এটা অতি পুণ্যৰ মাহ। ছবে বৰাতত প্ৰাৰ্থনা কৰিব পাৰিলে বহুত চোতাব বা পুণ্য অৰ্জন কৰিব পৰা যায়। এই ৰাতি আল্লাৰ বিশেষ ৰহম বা কৰুণা বৰ্ষিত হয়। বছৰটোৰ ভিতৰত মানুহৰ ভাগ্যত কি কি ঘটনা ঘটে সেইবোৰ এই ৰাতিতেই নিৰূপণ কৰা হয় আৰু সেই কাৰণে ইয়াক ছবে বৰাত বা ভাগ্যৰ ৰাতি বোলা হয়। এই ৰাতি মানুহে পাপ কামৰ কাৰণে অনুতাপ কৰিলে আৰু নিজৰ মনোবাঞ্ছা পূৰ্ণ হোৱাৰ কাৰণে প্ৰাৰ্থনা কৰিলে আল্লাই কবুল বা গ্ৰহণ কৰে। এই মাহৰ ১৩, ১৪ আৰু ১৫ তাৰিখে মানুহে ৰোজা ৰাখিব লাগে। ইয়াত বৰ পুণ্য হয় আৰু ৰমজান মাহৰ পূৱা এমাহৰ ৰোজা ৰাখিবলৈ শক্তি গোটোৱা হয়।

ছবে বৰাতৰ ৰাতি মানুহে গা ধুই চাফ-চিকুণ হ'ব লাগে আৰু মানুহৰ মাজত সম্ভাৱ, সৎ আলাপ-আলোচনাৰ আদান-প্ৰদান কৰিব লাগে। তেতিয়াহে আল্লাই মানুহৰ প্ৰাৰ্থনা কবুল কৰিব আৰু সন্তুষ্ট হ'ব। মানুহে মানুহৰ দুখ মোচন কৰিব লাগে আৰু উপকাৰ সাধন কৰিব লাগে।

এই ৰাতি ভাল খাদ্য খাব লাগে ; কিন্তু ধৰ্মবিৰোধী খেল-ধেমালি আদি কৰা উচিত নহয়। এই ৰাতি যিমান পৰা যায় এবাদত বা প্ৰাৰ্থনা কৰিব লাগে আৰু কোৰাণ পাঠ কৰি ৰাতি উজাগৰে থাকিব লাগে। সকলো মৃতকৰ সদগতিৰ কাৰণে কবৰ জিয়াৰত কৰি আল্লাৰ ওচৰত প্ৰাৰ্থনা কৰিব লাগে।

### ছবে কদৰ

এই পৰ্বটো আৰবীয় বাৰটা মাহৰ অষ্টম মাহ ৰমজানৰ ২৭ তাৰিখৰ ৰাতি পালন কৰা হয়। ছব মানে ৰাতি আৰু কদৰ মানে মূল্যৱান। আচলতে ৰমজান মাহৰ ২৭ তাৰিখে ছবে কদৰ পালন কৰাটো এটা অতি মূল্যবান কাম। এই ৰাতি পৱিত্ৰ কোৰাণ ছৰিফ প্ৰথম অৱতীৰ্ণ হয় আৰু এই ৰাতিয়েই কোৰাণ ছৰিফ নাজিল শেষ হয়। আল্লাই কোৰাণত কৈছে যে ছবে কদৰৰ ৰাতিটো এক হাজাৰ মাহৰ ৰাতিতকৈও অধিক পৱিত্ৰ। এই ৰাতি কোৰাণ পঢ়ি শেষ কৰিব লাগে আৰু গোটেই ৰাতি উজাগৰে থাকি আল্লাৰ এবাদত বা প্ৰাৰ্থনাত মগ্ন হ'ব লাগে। যিসকলে এই ৰাতি আল্লাৰ এবাদত কৰে তেখেতসকলে বেহেস্ত বা যি বিচাৰে তাকে পায় বুলি কোৱা হয়।

ৰমজান মাহৰ ২০ তাৰিখৰ পৰা এই মাহৰ শেষলৈকে বিযুৰীয়া তাৰিখ-বোৰত ছবে কদৰ পালন কৰাৰ কথা আল্লাৰ ৰছুল হজৰত মহম্মদে (দঃ) কৈ



গৈছে। তেওঁৰ বাক্যৰ পৰা ২৭ তাৰিখটোত প্ৰাধান্য দিবৰ যুক্তি বিদ্বানসকলে দেখুৱাইছে। সেইমতে বৰ্তমানে ছবে কদৰ পালন কৰা হৈ আছে।

ৰমজান মাহটো মুছলমানসকলৰ কাৰণে এটা বৰ পৱিত্ৰ মাহ। এই গোটেই মাহটোত মুছলমানসকলৰ কাৰণে ৰোজা ৰখাটো বাধ্যতামূলক। ৰমজান শব্দৰ অৰ্থ হৈছে জ্বলিপুৰি যোৱা। ৰোজা ৰাখিলে মানুহৰ পাপবিলাক জ্বলি-পুৰি ছাই হৈ যায় আৰু মানুহৰ মন পৱিত্ৰ হৈ উঠে। সেই কাৰণে ৰোজা ৰখা মাহটোক ৰমজান মাহ বুলি কোৱা হয়। সকলোতকৈ শ্ৰেষ্ঠ ৰাতি হ'ল ছবে কদৰৰ ৰাতি। সিদিনা যিমান পৰা যায় পুণ্য অৰ্জনৰ কাম কৰিব লাগে।

### ঈদ-উল-ফিৎৰ

এই পৰ্বটো আৰবীয় বাৰটা মাহৰ দশম মাহ শওয়ালৰ ১ তাৰিখে পালন কৰা হয়, অৰ্থাৎ ৰমজান মাহ শেষ হোৱাৰ পিছ দিনাই ইয়াক উদ্‌যাপন কৰা হয়। ঈদ মানে আনন্দ আৰু ফিৎৰ মানে ভঙ্গ, ভিক্ষা বা দান অৰ্থাৎ ঈদ-উল-ফিৎৰ মানে ৰোজা ভঙ্গৰ উৎসৱ, ভিক্ষা দিয়াৰ উৎসৱ বা দান দিয়াৰ উৎসৱ বুলি কোৱা হয়। ঈদ-উল-ফিৎৰৰ দিনা গৰীব-দুখীয়া সকলোৱে আনন্দ পাব লাগিব ; ধনীসকলে দান-খয়ৰাত কৰি দুখীয়া-নিছলাক আনন্দিত কৰি তোলে। সমূহীয়া নামাজ বা প্ৰাৰ্থনাত সিদিনা ধনী-দুখীয়া সকলোৱে সমানে থিয় হয় আৰু ইজনে সিজনৰ লগত মিলা-মিছা কৰে। ৰোজা বা উপবাসে থাকি ঈদ-উল-ফিৎৰৰ দিনা অকল আনন্দ উপভোগ কৰিলেই নহ'ব, গৰীবসকলকো সিদিনা উৎসৱ মুখৰ কৰি তুলিব লাগিব, তেতিয়াহে প্ৰকৃত আনন্দ পোৱা যাব।

ঈদ হ'ল আধ্যাত্মিক বা ঐশ্বৰিক আনন্দ, প্ৰকৃত বা পূৰ্ণ আনন্দ, যি আনন্দৰ নামত দলাদলি, হিংসা বিদ্বেষ, উচ্চ-নীচ ভাৱ, ধনী-দুখীয়াৰ ব্যৱধান আদি সকলো দূৰ হয় আৰু সেইবোৰৰ পৰিৱৰ্তে সাম্যবাদী সমাজ, একতা আৰু শান্তি প্ৰতিষ্ঠিত হয়। ধনী-দুখীয়া সকলোৱে সিদিনা উচ্চ-নীচ ভেদাভেদ ভাব দূৰ কৰি এক ইমামৰ নিৰ্দেশমতে শাৰী হৈ আল্লাৰ নামত মূৰ দোৱাই দুই ৰাকাত নামাজ সম্পন্ন কৰে। নামাজৰ পিছত ইমামে যি বক্তৃতা দিয়ে তাত সমাজৰ আপদ-বিপদৰ কথা উল্লেখ থাকে, দেশৰ আৰু দহৰ উপকাৰৰ কথা বৰ্ণনা কৰা হয় আৰু সেইমতে মানুহ উপকৃত হয়। শেষত ইমামৰ লগত সকলোৱে আল্লাৰ ওচৰত সকলোৰে মঙ্গলৰ কাৰণে মোনাজাত কৰে।

ঈদৰ প্ৰকৃত আনন্দ সেইজনেই পায়, যিজনে এমাহ উপবাস পালন কৰে। ৰোজাৰ মাহত নিজৰ জমা ধনৰ পৰা নিৰ্ধাৰিত হাৰত গৰীব বিধৱা, এতিমক জাকাত বা দান দিয়া হয় আৰু ঈদৰ নামাজলৈ যোৱাৰ আগতেই নিৰ্ধাৰিত হাৰত ফিতৰা আদি গৰীব বিধৱা, এতিমসকলক দিয়া হয়। অৰ্থাৎ এজনক ১৬০০ গ্ৰাম ঘেহু বা চাউল বা তাৰ মূল্য দিয়া হয়।

এনেকুৱা আনন্দ পুৰুষ-তিৰোতা, ল'ৰা-বুঢ়া, ৰজা-ফকিৰ, মালিক-বনুৱা ৰাজকৰ্মচাৰী আদি সকলোৱে উপভোগ কৰিবৰ অধিকাৰ পায়। ইছলাম ধৰ্মই মানৱ সমাজৰ পৰা চৈধ্য শ বছৰৰ আগতে সঙ্কীৰ্ণতা বা ঠেক মনোবৃত্তি দূৰ কৰি বিশ্বত এখন সাম্যবাদী, গণতান্ত্ৰিক, শান্তিপ্ৰিয় আৰু এক মানৱ সমাজ প্ৰতিষ্ঠা কৰিছে আৰু ঈদ-উল-ফিৎৰ হৈছে তাৰেই এটি জ্বলন্ত প্ৰমাণ।

## ঈদুজ্জোহা বা বকৰিদ

আৰবীয় দ্বাদশ মাহ জেলহজ মাহৰ ১ তাৰিখে এই পৰ্বটো পালন কৰা হয়। আচলতে 'ইদুজ্জোহাটো হ'ব লাগে ঈদ-উল-আজহা, ঈদ মানে উৎসৱ আৰু আজহা মানে কোৰবানি বা উৎসৰ্গা; গোটেইটোৰ অৰ্থ হ'ব উৎসৰ্গাৰ উৎসৱ বা আনন্দ।

ইদুজ্জোহাৰ দিনা মছজিদত বা ঈদগাহত সমূহীয়াভাৱে দুই ৰাকাত ওৱাজিব নামাজ সম্পন্ন কৰা হয়। নামাজৰ পিছত ইমামে বক্তৃতা দিয়ে। এই বক্তৃতাত সৎ উপদেশ, ভ্ৰাতৃভাৱ আদিৰ কথা উল্লেখ থাকে আৰু কেনেকৈ এই পৰ্বটো আহিল সেইটো বৰ্ণনা কৰা হয়। নামাজ আৰু বক্তৃতা শেষ হোৱাৰ পিছত ইটোৱে সিটোৱে মিলিত হয়। গৰু, ছাগলী বা উট কোৰবানি কৰা হয়; মানুহক নিমন্ত্ৰণ দিয়া হয়। গৰীব-দুখীয়াক সহায় কৰা হয় আৰু ভাল কাপোৰ-কানি পিন্ধা হয়। এই দিনতেই ধনী মুছলমানসকলে কোৰবানি কৰে। ইয়াৰ অৰ্থ হ'ল আত্ম সমৰ্পণ বা উৎসৰ্গা আৰু আল্লাৰ নামত ছাগলী, দুম্বা, গৰু, উট আদি কোৰবান কৰাটো। এই জন্তুটো কিন্তু নিখুত হ'ব লাগিব। এই জন্তুৰ মাংসখিনি তিনিভাগ কৰা হয়। এভাগ নিজলৈ ৰখা হয় আৰু দুই ভাগ গৰীব-দুখীয়াৰ মাজত ভগাই দিয়া হয়। কেৱল কোৰবানি কৰিলেই কাম শেষ নহয়, লগতে নিজৰ কাম, ক্ৰোধ, মোহ আদি ৰিপুবোৰ দূৰ কৰিব লাগে



আৰু সৎপথত চলিব লাগে। মানুহক দেখি ধনৰ গৌৰৱ কৰি কোৰবানি কৰিলে, কোৰবানি ঠিক নহ'ব। আন্তৰিকতাৰেহে কোৰবানি কৰিব লাগিব।

## ওৰুছ

ওৰুছ বা মৃত্যু-বাৰ্ষিকী সমাৰোহ মুছলমানসকলৰ এটা ধৰ্মীয় পৰ্ব। সাধাৰণতে প্ৰত্যেক বছৰে এবাৰ মুছলমানসকলে পীৰ (আধ্যাত্মিক ভাবৰ লোক) সকলৰ কবৰ জিয়াৰত (সাক্ষাৎ) কৰি আল্লাৰ ওচৰত তেওঁ লোকৰ আত্মাৰ সদ্‌গতিৰ কাৰণে প্ৰাৰ্থনা কৰে।

ভাৰতত মুছলিম ৰাজত্বৰ আৰম্ভনিৰ লগে লগে বিদেশৰ পৰা বহুত পীৰ, আউলিয়া আহি ইছলাম ধৰ্ম প্ৰচাৰ কৰাৰ কাৰণে উঠি পৰি লাগিছিল। তেওঁলোকে জনগণৰ মাজত ইছলাম ধৰ্মৰ বাণীবোৰ বহলভাৱে বুজাই দিয়াৰ কাৰণে আৰু মানুহৰ মাজত শান্তি-সম্ভাৱ সৃষ্টি কৰাৰ উদ্দেশ্য জীৱন উৎসৰ্গা কৰিছিল। সেই সময়ত ৰেল, জাহাজ, মটৰ-গাড়ী আদি নথকা সত্ত্বেও তেওঁলোকে পদব্ৰজে নানা দুৰ্গম ঠাই ভ্ৰমণ কৰিছিল আৰু মানুহক হেদায়েৎ কৰিছিল বা মঙ্গলৰ কাৰণে সজ উপদেশ দিছিল। তেওঁলোকে নিজৰ উদ্দেশ্য সাধন কৰি নিজ দেশলৈ উভতি যোৱা নাছিল, ধৰ্মৰ বাণীবোৰ মানুহৰ মাজত প্ৰচাৰ কৰি থকা সময়ত য'তেই দেহাৰ অৱসান ঘটিছিল তাতেই তেওঁলোকক কবৰ দিয়া হৈছিল। সেই কবৰবিলাকলৈ মানুহ যায়; কবৰ জিয়াৰত কৰে আৰু তেওঁলোকৰ আত্মাৰ সদ্‌গতিৰ কাৰণে আল্লাৰ ওচৰত মোনাজাত কৰে। ভাৰতত যিসকল পীৰ-আউলিয়া আহিছিল, তেওঁলোকৰ বেছিভাগেই আছিল পাৰস্যৰ। ভাৰতত পাঠান আৰু মোগল ৰাজত্বৰ সময়ত পীৰসকলে বেছি প্ৰভুত্ব স্থাপন কৰিছিল আৰু চাৰিওফালে মানুহক হেদায়েৎ কৰাৰ কাৰণে বিয়পি পৰিছিল। পীৰসকলৰ অসম আগমনৰ সময়ত অসমত আহোমৰ ৰাজত্ব আছিল। অসমত পীৰৰ কবৰ বহুত আছে, তাৰ ভিতৰত লেখত ল'ব লগীয়া হ'ল, খিজুবাৰী (গুৱাহাটী)ত থকা ছাহ মখদুম ছাহৰ মাজাৰ, হাজোত থকা ছাহ চুলতান গিয়াজুদ্দিন তাব্ৰিজীৰ মাজাৰ, ইত্যাদি। ছাহ চুলতান গিয়াজুদ্দিন পীৰ আছিল পাৰস্যৰ তাব্ৰিজৰ মানুহ; সেই কাৰণে তেওঁক তাব্ৰিজী বোলা হয়।

সাধাৰণতে খৰালিৰ সময়ত অৰ্থাৎ মাঘ-ফাগুনৰ সময়ত পীৰৰ কবৰ জিয়াৰত কৰিবলৈ মানুহৰ সমাগম হয়। কবৰ জিয়াৰত কৰাৰ লগতে

কিছুমান মানুহৰ নিজা উদ্দেশ্যও একোটা থাকে। সেইটো হ'ল, পীৰসকল আছিল বৰ খোদাভক্ত আৰু আধ্যাত্মিক। তেওঁলোকৰ দোৱাৰ, বৰকতৰ জৰিয়তে মানুহৰ আপদ-বিপদ দূৰ হয় বুলি ধৰি বুলি লোৱা হয় আৰু ভবিষ্যৎ উদ্দেশ্য একোটাও সাধন হয় বুলি ধৰা যায়। সেই উদ্দেশ্য লৈয়েই পীৰৰ কবৰত মানুহৰ বৰ ভীৰ হয়।

ওৰুছত ভালেমান তীৰ্থযাত্ৰীয়ে নীতিৰ বাহিৰেও আন কিছুমান কাম কৰে ; এইবোৰ আচলতে বে-আইনী। যেনে, পীৰৰ কবৰত চাকি জ্বলোৱা, ছিজদা (মূৰ তললৈ নোমোৱা) দিয়া, পীৰৰ নামত বলিদান বা মিঠাই আদি দিয়া, ইত্যাদি। যি কোনো বস্তু আল্লাৰ নামতহে মান্নত কৰিব লাগে, পীৰৰ নামত নহয়। পীৰৰ কবৰত গৈ কেৱল কবৰ জিয়াৰত আৰু দোৱাদৰুদহে কৰিব পাৰে। ছেৰেক (আল্লাৰ লগত অংশীদাৰ বনোৱা) কামবোৰৰ পৰা তীৰ্থযাত্ৰী সদায় আঁতৰি থাকিব লাগে। তীৰ্থস্থানত এনেবোৰ ঘটনা কেতিয়াও হব দিব নালাগে।

ভাৰতৰ ভিতৰত আজমীৰত থকা খাজা মইনুদ্দিন চিস্তীৰ মাজাৰ-ছৰিফয়েই হ'ল আটাইতকৈ বিখ্যাত। প্ৰত্যেক বছৰে নিৰ্দিষ্ট সময়ত বিভিন্ন ঠাইৰ হাজাৰ হাজাৰ লোকে ইয়াত সমবেত হৈ কবৰ জিয়াৰত কৰে আৰু দোৱাদৰুদ পঢ়ে।

## ৩. খ্ৰীষ্ট ধৰ্মীয় উৎসৱ

**ড° হেমন্তকুমাৰ শৰ্মা**

খ্ৰীষ্টানসকলৰ ধৰ্মীয় উৎসৱৰ ভিতৰত বৰদিন বা খ্ৰীষ্টমাছ, নৱ-বৰ্ষদিবস আৰু ইষ্টাৰ উল্লেখযোগ্য।

**বৰদিন বা খ্ৰীষ্টমাছ** পঁচিশ ডিচেম্বৰ তাৰিখটো খ্ৰীষ্টানসকলৰ বৰদিন অৰ্থাৎ ডাঙৰ পৰ্বৰ দিন। বৰদিন নামটো ভাৰতীয় সকলেহে দিয়া। এই দিনটোক সাধাৰণতে খ্ৰীষ্টমাছহে বোলা হয়। প্ৰভু যীচুখ্ৰীষ্টৰ জন্ম দিন হিচাপে এইদিনতো খ্ৰীষ্টানসকলে মহাসমাৰোহেৰে পালন কৰে। খ্ৰীষ্টান-সকলৰ ধৰ্মীয় বিশ্বাসমতে এই দিনতেই বেথেলহেম নগৰৰ এজন দীন-দৰিদ্ৰৰ অশ্বশালাত ঘোঁৰাৰ আহাৰ-পাত্ৰত বিশ্বৰ ত্ৰাণকৰ্তা মহাপ্ৰভুৰ যীচুখ্ৰীষ্টই জন্ম গ্ৰহণ কৰিছিল।



খ্ৰীষ্টমাছ উৎসৱ খ্ৰীষ্টানসকলৰ অতীব পৱিত্ৰ আৰু আড়ম্বৰপূৰ্ণ উৎসৱ। তেওঁলোকে সিদিনা আনন্দত অভিভূত হৈ শিশু-যীচুক উপাসনা কৰে। খ্ৰীষ্ট-মাছৰ নিশা খ্ৰীষ্টানসকলে মিলিত হৈ বৰভোজ পাতে আৰু খ্ৰীষ্টৰ স্তুতিসূচক বিভিন্ন সুৰীয়া গীত-পদ গাই আনন্দত মতলীয়া হৈ থাকে।

খ্ৰীষ্টমাছ উপলক্ষে খ্ৰীষ্টানসকলে নিজা ঘৰ, ক্লাব নাইবা গীৰ্জাৰ কাষত একোজপা গছ ৰোপণ কৰে। উৎসৱৰ দিনা এই গছজোপাক খ্ৰীষ্টমাছ-গছ (Christmas-tree) বোলে। সেই গছজোপা ৰং-বেৰঙৰ মালা, সৰু সৰু চাকি, টিলিঙা আদিৰে ধুনীয়াকৈ সজোৱা হয়। গছজোপাত সৰু ল'ৰা-ছোৱালীলৈ দিয়া উপহাৰসমূহো আঁৰি থোৱা হয়। ইয়াৰ উপৰি অভিভাৱকসকলে খ্ৰীষ্টমাছৰ নিশা ল'ৰা-ছোৱালীবোৰ শুই থকা সময়ত সিহঁতৰ কোঠালিত ল'ৰা-ছোৱালীয়ে আগতে কোৱা মতে পুতলা, বেলুন, বন্দুক, চাইকেল আদি উপহাৰবোৰ থৈ দিয়ে, যাতে ৰাতিপুৱা শুই উঠি সিহঁতে সেইবোৰ পাব পাৰে।

খ্ৰীষ্টমাছত সকলোৱে ঘৰত একেলগে মিলি-জুলি ভোজ-ভাত খাই আনন্দ উপভোগ কৰিবলৈ ইচ্ছা কৰে। এইটোৱে প্ৰকৃত সুখ আৰু আনৰ দোষ পাহৰি যোৱাৰ সময়। সেই সময়ত দূৰ দূৰণিত থকা বন্ধু-বান্ধৱ বা আত্মীয় স্বজনলৈ খ্ৰীষ্টমাছ আৰু নৱবৰ্ষৰ সম্ভাষণ জনাই উপহাৰ স্বৰূপে কাৰ্ড পঠোৱা হয়। সেই কাৰ্ডবোৰ বৰ ধুনীয়া আৰু শিল্প-কলাসমৃদ্ধ। খ্ৰীষ্টমাছত আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱৰ লগত ভোজ-ভাত খোৱাৰ উপৰিও লগুৱা বা তলতীয়া মানুহক ধন বা বস্তু উপহাৰ দিয়াৰ প্ৰথা আছে।

এই পৰ্ব উপলক্ষে গীৰ্জাৰ ভিতৰ বা বাহিৰত কৃত্ৰিম গোহালি-ঘৰ বা ঘোঁৰাশাল সজোৱা হয়। ইয়াৰ উপৰি মাতৃসহ শিশু যিশু আৰু তেওঁক পালন কৰোঁতাৰ মূৰ্তি সাজি বা চিত্ৰ আঁকি দেখুওৱা হয়। গীৰ্জাত ২৪ ডিচেম্বৰ সন্ধিয়াৰপৰা 'বৰদিন'ৰ উদ্দেশ্যে প্ৰাৰ্থনাৰ আয়োজন কৰা হয়। সিদিনা পুৱতী নিশা যুৱকসকলে খ্ৰীষ্টধৰ্মৰ গীত গাই গাই মানুহক টোপনিৰপৰা যোগায়। পুৱা ভাল আহাৰ কৰি আৰু নতুন সাজ-পাৰ পিন্ধি ধনী-দুখীয়া সকলোৱে গীৰ্জাত একে শাৰীতে বহি বা থিয় হৈ সমস্বৰে যীশুৰ জয়গান গায়। দুপৰীয়া ঘৰত খোৱা-লোৱা কৰি গধূলি আকৌ গীৰ্জালৈ গৈ প্ৰাৰ্থনা কৰা হয়। প্ৰাৰ্থনাৰ অন্তত তেওঁলোকে দান-পাত্ৰত দান-বৰঙণি তোলে আৰু এই সংগৃহীত ধন দুখীয়াৰ মাজত বিলাই দিয়ে।

বৰদিনৰ উৎসৱে যীচুখ্ৰীষ্টৰ আবিৰ্ভাৱৰ কথা সোঁৱৰাই দিয়াৰ লগতে যেন হিংসা-দ্বেষ, সৰু-বৰ সকলো ভাব আঁতৰাই মানুহৰ অন্তৰত প্ৰেম, প্ৰীতি, ক্ষমা আৰু কৰুণাৰ সঞ্চাৰ কৰে।

**নৱবৰ্ষ দিবস ঃ** খ্ৰীষ্টান ধৰ্মমতে এক জানুৱাৰী তাৰিখটো বছৰৰ প্ৰথম দিন। প্ৰাচীন কালৰেপৰা এই দিনটো পৱিত্ৰ দিন হিচাপে ইউৰোপত গণ্য কৰা হৈ আহিছে। লেটিন গ্ৰন্থকাৰ ওবিদে কয় যে প্ৰাচীন কালত ৰোমত সেইদিনা কোনেও হাই-কাজিয়া নকৰিছিল আৰু সকলোৱে প্ৰাৰ্থনা-উপাসনা কৰি দিনটো কটাইছিল। তেওঁলোকে বগা সাজ-পাৰ পৰিধান কৰি শোভাযাত্ৰা কৰি ৰাজধানীলৈ গৈছিল। গোটেই ৰাজ্যতে এক আনন্দৰ পৰিবেশ সৃষ্টি হৈছিল। মানুহৰ মাজত খোৱা-লোৱা আদান-প্ৰদান কৰা আদি কাৰ্য চলিছিল। মুঠতে ৰোম নগৰত এই দিনটোত পূৰ্ণ পয়োভৰেৰে আনন্দ-উছৱ চলিছিল।

পৰবৰ্তী কালত খ্ৰীষ্টানসকলে এই দিনটো প্ৰভু যীচুৰ জন্মৰ অষ্টম দিন বা যীচুৰ শেষ ভোজৰ পৱিত্ৰ দিন হিচাপে ধৰি লৈ পালন কৰি আহিছে। নতুন বছৰটো যাতে বিশ্বৰ সকলোৰে কল্যাণ হয়, সেই উদ্দেশ্যে সেইদিনা গীৰ্জাত প্ৰাৰ্থনা কৰি পৰম পিতাৰপৰা আশীৰ্বাদ বিচৰা হয়। বহুতে আতুৰ-পীড়িত জনগণক সেৱা কৰিবলৈ সংকল্প গ্ৰহণ কৰে। নতুন বছৰৰ কাৰণে শুভেচ্ছা জনাই বন্ধু-বান্ধৱসকললৈ খ্ৰীষ্টমাছৰ সময়তে চিঠি বা কাৰ্ড দিয়া হয়। এনে চিঠিৰ ঘাই কথাখিনি হ'ল—

A Merry Christmas
And a Bright and Prosperous New Year.

**ইষ্টাৰ ঃ** খ্ৰীষ্টানসকলৰ বিশ্বাস যে ক্ৰুছবিদ্ধ হৈ মৃত্যু হোৱাৰ তিনি দিনৰ পিছত যীচুখ্ৰীষ্টৰ পুনৰ উত্থান হয়। এই ঘটনাটো চিৰস্মৰণীয় কৰাৰ অৰ্থে খ্ৰীষ্টানসকলে ইষ্টাৰ উছৱ পালন কৰে। এই উৎসৱত 'পাস্কেল কেণ্ডেল' নামৰ এডাল প্ৰকাণ্ড মম জ্বলোৱা হয়। ইষ্টাৰৰ সময়টোকে খ্ৰীষ্টান ধৰ্মত দীক্ষিত হোৱাৰ উৎকৃষ্ট সময় বুলি বিশ্বাস কৰা হয়। সেই কাৰণে বহু দীক্ষাৰ্থীয়ে ইষ্টাৰৰ দিনা মমবাতিডাল জ্বলাই ৰাখি দীক্ষা গ্ৰহণ কৰে। ৰোমান কেথলিক আৰু এংলিকান হাই চাৰ্চৰ খ্ৰীষ্টানসকলৰ মাজত সেইদিনা উপহাৰ বিনিময় চলে। প্ৰটেষ্টানসকলে বাহিৰৰ আড়ম্বৰতকৈ বাইবেল পাঠ বা শ্ৰৱণ



কৰি যীচুৰ পৱিত্ৰ পুনৰুত্থানৰ ঘটনা স্মৰণ কৰে আৰু তেনে কৰিলে আত্মাৰ উৎকৰ্ষ সাধিত হয় বুলি তেওঁলোকে বিশ্বাস কৰে।

ইষ্টাৰ উৎসৱৰ লগতে **গুড ফ্ৰাই ডে** বা পৱিত্ৰ শুকুৰবাৰৰ কথাও স্মৰণযোগ্য। কিয়নো এই দিনটোত মানৱৰ মুক্তিৰ হেতু প্ৰভু যীচুখ্ৰীষ্টই নিজৰ প্ৰাণ আহুতি দিছিল; তেওঁক নিষ্ঠুৰভাৱে ধৰি-বান্ধি ক্ৰুছ এটিত পেলাই গজাল মাৰি ওলোমাই থৈ বধ কৰা হৈছিল। 'গুড ফ্ৰাই ডে'ক ইষ্টাৰ উছৱৰ প্ৰথম দিন বুলি ধৰা হয়। সেইদিনা খ্ৰীষ্টানসকলে ক্ৰুছৰ কথা সুঁৱৰি যীচুলৈ শ্ৰদ্ধা, কৃতজ্ঞতা আৰু ভক্তি আগ বঢ়ায়। যীচুৰ ক্ৰুছ ধ্যান কৰোঁতে তিনিটা প্ৰধান কথা মনলৈ অনা হয় ঃ (১) মানুহৰ পাপ আৰু তাৰ পৰিণাম; (২) ঈশ্বৰ যীচু নামেৰে বলি হ'ল; আৰু (৩) ঈশ্বৰৰ মহাপ্ৰেম।

'গুড ফ্ৰাই ডে'ৰ পিছদিনাৰ শনিবাৰটো 'ইষ্টাৰ ছেটাৰ ডে' নামে জনা যায়।

## ৪. বৌদ্ধ ধৰ্মীয় উৎসৱ

**ড° হেমন্তকুমাৰ শৰ্মা**

**বুদ্ধ-জয়ন্তী ঃ** বৌদ্ধ ধৰ্মীয় উৎসৱৰ ভিতৰত বুদ্ধ-জয়ন্তীয়েই আটাইতকৈ শ্ৰেষ্ঠ। বৌদ্ধ ধৰ্মৰ প্ৰৱৰ্তক ভগৱান বুদ্ধদেৱৰ জন্ম হয় আজিৰপৰা প্ৰায় ২৬০০ বছৰ আগতে—কপিলাবস্তুৰ ওচৰৰ লুম্বিনী বননিত। সেই পৱিত্ৰ দিনটো আছিল বহাগৰ পূৰ্ণিমা তিথি। ৰাজকুমাৰ হৈও ডেকা কালত তেওঁ ৰাজসিংহাসন, প্ৰিয়তমা পত্নী, নৱজাত শিশু সকলোকে ত্যাগ কৰি মানৱৰ কল্যাণৰ হকে গভীৰ অৰণ্যলৈ গৈ কৃচ্ছ সাধনা কৰিলে। সুদীৰ্ঘ ছয় বছৰ কাল ধ্যান আৰু সাধনা কৰাৰ ফলত তেওঁ বহাগৰ এটা পূৰ্ণিমা তিথিত বুদ্ধগয়াৰ এক বিশাল অশ্বথ গছৰ তলত চৰম সত্য লাভ কৰিলে। তেতিয়াৰ পৰা তেওঁ পূৰ্বৰ সিদ্ধাৰ্থ বা গৌতম নামৰ সলনি বুদ্ধদেৱ নামে জনাজাত হয়।

ভগৱান বুদ্ধই উচ্চ-নীচ, ধনী-দুখীয়া সকলো লোকৰ মাজত প্ৰেম আৰু অহিংসাৰ বাণী প্ৰচাৰ কৰিছিল। তেওঁৰ ধৰ্মই সহজ-সৰল জীৱন যাপন কৰি মানুহে কেনেকৈ সাংসাৰিক বন্ধন আৰু মায়া-মোহৰ পৰা মুক্তি পাব পাৰি তাৰে শিক্ষা দিয়ে। পৃথিৱীৰপৰা অন্যায়-অসততা দূৰীকৰণ আৰু মানৱ জাতিৰ কল্যাণৰ হকে তেওঁ পঞ্চশীল অৰ্থাৎ মৌলিক সজ আচৰণবিলাকত গুৰুত্ব দিছিল।

ভগৱান বুদ্ধই পঞ্চল্লিশ বছৰ ধৰ্ম-বাণী প্ৰচাৰ কৰি চাৰি কুৰি বছৰ বয়সত বহাগ মাহৰ পূৰ্ণিমা তিথিত মহাপৰিনিৰ্বাণ লাভ কৰে। মন কৰিব লগীয়া যে বহাগীৰ পূৰ্ণিমা তিথিতেই তথাগত বুদ্ধই জন্ম গ্ৰহণ কৰে, পৰম সত্যৰ সন্ধান পায় আৰু মহাপৰিনিৰ্বাণ লাভ কৰে। গতিকে পৰবৰ্তী কালত বহাগী পূৰ্ণিমাটো বৌদ্ধ পূৰ্ণিমা নামে খ্যাত হয় আৰু বিশ্বৰ কাৰণে এটি শুভদিন বুলি গণ্য কৰা হয়।

এই দিনতেই বিশ্বৰ বৌদ্ধধৰ্মী লোকসকলে বুদ্ধদেৱৰ পৱিত্ৰ স্মৃতিত বুদ্ধ জয়ন্তী-উৎসৱ বৌদ্ধ বিহাৰ বা ৰাজহুৱা ঠাইত মহাসমাৰোহেৰে পালন কৰে। উৎসৱৰ বিভিন্ন কাৰ্যসূচীত সাধাৰণতে থাকে প্ৰভাত-আৰতি, বিশ্ব বৌদ্ধ পতাকা উত্তোলন, বুদ্ধ-পূজা, সমূহীয়া প্ৰাৰ্থনা, মৈত্ৰীসূত্ৰ-পাঠ, শোভা-যাত্ৰা, শীল গ্ৰহণ, ভিক্ষু সংঘক অন্নদান আদি। ইয়াৰ উপৰি ৰাজহুৱা সভা পাতি বুদ্ধদেৱৰ বাণীসমূহৰ তাৎপৰ্য ব্যাখ্যা কৰা হয়। সন্ধিয়া চাকি-বন্তি জ্বলোৱা হয়।

**ত্ৰৈমাসিক বৰ্ষাব্ৰত ঃ** ত্ৰৈমাসিক বৰ্ষাব্ৰত বৌদ্ধসকলৰ অন্যতম প্ৰধান ধৰ্মোৎসৱ। এই উৎসৱ পৱিত্ৰ আহাৰ মাহৰ পূৰ্ণিমা তিথিৰপৰা আহিনৰ পূৰ্ণিমালৈ এই তিনি মাহ ব্যাপি চলে। প্ৰধানকৈ বৰ্ষাঋতুতেই উদ্‌যাপিত হয় কাৰণে এই উৎসৱৰ নাম ত্ৰৈমাসিক বৰ্ষাব্ৰত বা বৰ্ষাবাস।

এই ব্ৰত পালনৰ তাৎপৰ্য হ'ল—এই তিনিমাহ বৰষুণৰ কাৰণে বাট-পথ দুৰ্গম হয় আৰু কৃষকসকল খেতিৰ কামত অক্লান্তভাৱে ব্যস্ত হৈ থাকে। সেই কাৰণে তথাগত বুদ্ধই ভিক্ষু-শ্ৰমণসকলক উপদেশ দিছিল যে এই তিনিমাহ কোনেও ক'লৈকো নগৈ একে ঠাইতে ব্ৰত পালন কৰিব লাগে। ভিক্ষু-শ্ৰমণৰ উপৰি উপাসক-উপাসিকাসকলেও সাধ্যানুযায়ী এই ব্ৰত পালন কৰে।

এই তিনি মাহৰ ভিতৰত পৰা পূৰ্ণিমা আৰু অমাৱস্যা তিথিকেইটা বৌদ্ধসকলে বেছ আড়ম্বৰপূৰ্ণভাৱে পালন কৰে। এই সময়ত শাৰী শাৰীকৈ থোৱা বুদ্ধ-মূৰ্তিৰ আগত বুদ্ধ-পূজা, পঞ্চশীল, অষ্টশীল আৰু দশশীল গ্ৰহণ, সন্ধ্যা-আৰতি, আলোচনা-চক্ৰ, সাংস্কৃতিক অনুষ্ঠান আদি কাৰ্য উদ্‌যাপন কৰা হয়। তদুপৰি বৌদ্ধ মন্দিৰবোৰত বিশ্বৰ কল্যাণৰ অৰ্থে সমূহীয়া প্ৰাৰ্থনা কৰা হয়। ভিক্ষু আৰু শ্ৰমণসকলে সমবেত ৰাইজক পালি গাথা, সূত্ৰ আদি পাঠ কৰি শুনায়।



এই উৎসৱৰ এটি প্ৰধান অঙ্গ হ'ল বিভিন্ন প্ৰকাৰৰ দান। এই তিনিমাহ ভিক্ষু আৰু শ্ৰমণসকল বাহিৰলৈ নেযায় বা ভিক্ষাও নকৰে। তেওঁলোকে দানত পোৱা বস্তুহে গ্ৰহণ কৰিব পাৰে। সেই কাৰণে বৌদ্ধ-সকলে নিজৰ শক্তি অনুসাৰে ভিক্ষু-শ্ৰমণসকলক দান কৰে। তেওঁলোকে এই দান-কাৰ্য পৰম পুণ্য কৰ্ম বুলি ভাবে আৰু বিশেষকৈ বৰ্ষাঋতুত উৎপন্ন হোৱা বস্তু দান কৰে। ল'ৰা-ছোৱালীৰপৰা বুঢ়া-বুঢ়ীলৈকে সকলোৱে পাৰ্যমানে পূজা-সেৱা কৰি দান-দক্ষিণা দিয়ে। এই সময়ছোৱা গৃহীসকলৰ পুণ্য অৰ্জনৰ সোণালী সুযোগ বুলি জ্ঞান কৰা হয়।

আহিনৰ পূৰ্ণিমাক 'প্ৰবাৰণা তিথি' বোলে। এই তিথিটো বৌদ্ধসকলৰ কাৰণে বৰ তাৎপৰ্যপূৰ্ণ, কিয়নো ত্ৰৈমাসিক ব্ৰতৰ অন্তত এই তিথিত ভিক্ষু-শ্ৰমণসকলে একে লগ হৈ ব্ৰত পালনৰ সময়ত যদি কিবা জ্ঞাতে বা অজ্ঞাতে দোষ কৰিছিল সেই দোষৰ কথা ব্যক্ত কৰি দোষ-মুক্ত হয়।

## ৫. জৈন ধৰ্মীয় উৎসৱ

**ড° হেমন্তকুমাৰ শৰ্মা**

জৈন ধৰ্মৰ লোকসকলে বছৰত কেইবাটিও ধৰ্মীয় উছৱ পালন কৰে। তাৰ ভিতৰত ভগৱান মহাবীৰৰ জন্ম-জয়ন্তী আৰু নিৰ্বাণ-দিৱস উপলক্ষে পালন কৰা উৎসৱ বিশেষ উল্লেখযোগ্য।

**জন্ম-জয়ন্তী ঃ** খ্ৰীষ্টপূৰ্ব ৫৫৯ চনত চ'ত মাহৰ শুক্লা এয়োদশীৰ দিনা বিহাৰ প্ৰদেশৰ কুণ্ডলপুৰ নগৰত জৈন তীৰ্থঙ্কৰ ভগৱান মহাবীৰৰ জন্ম হয়। সেই জন্ম-দিন উপলক্ষে প্ৰতি বছৰে জৈন ধৰ্মীয় লোকসকলে বিশেষভাৱে মহাবীৰৰ জন্ম-জয়ন্তী উৎসৱ পালন কৰে। উৎসৱৰ দিনা ৰাতিপুৱা তেওঁলোকে ধৰ্মমন্দিৰৰপৰা এটা সমদল উলিয়াই শোভাযাত্ৰা কৰে। সমদলটোৰ আগত এখন পতাকা থাকে। লগত বাদ্য-সঙ্গীত আৰু ভগৱান মহাবীৰৰ গুণ-কীৰ্তন চলে। সমদলটোৱে শোভাযাত্ৰাৰ অন্তত মন্দিৰলৈ উভতি আহি এঘন্টামান সময় প্ৰাৰ্থনা কৰে।

সিদিনা আবেলি আৰু এটি ডাঙৰ শোভাযাত্ৰা ওলায়। শোভাযাত্ৰা-কাৰীসকলে আগত এখন ডাঙৰ পতাকা আৰু পিছত সৰু সৰু পতাকা লৈ

আগবাঢ়ে। সমদলটোৰ শেষৰফালে এখন সুসজ্জিত ৰথত ভগৱান মহাবীৰৰ এফুট মান ওখ এটি ধাতুৰে তৈয়াৰী মূৰ্তি লৈ যোৱা হয়। বাটত ধৰ্মপ্ৰাণ লোকে মূৰ্তিটো ৰখাই ভক্তিভাৱে প্ৰদীপেৰে আৰতি কৰে। দুই-তিনি ঘণ্টাৰ অন্তত শোভাযাত্ৰাকাৰীসকল মন্দিৰলৈ উভতি আহে। মন্দিৰত মূৰ্তিটোক স্নান-আৰতি কৰি শেষত যথাস্থানত ৰখা হয়।

ৰাতি সাতমান বজাত এখন সভা বহে। তাত কোনো পণ্ডিতলোকে ভগবান মহাবীৰৰ জীৱনী আৰু বাণীৰ বিষয়ে বক্তৃতা দিয়ে।

**নিৰ্বাণ দিবস ঃ** ভগবান মহাবীৰে ৭২ বছৰ বয়সত বিহাৰৰ পাৱাপুৰ নামে ঠাইত কাতিৰ অমাৱস্যা তিথিত পুৱতী নিশা চাৰি বজাত নিৰ্বাণ লাভ কৰে। সেই কাৰণে এই দিনটো জৈন ধৰ্মীয় লোকসকলৰ মানত অতীৱ পৱিত্ৰ। সেই দিনা তেওঁলোকে জৈন মন্দিৰলৈ আহি ৰাতিপুৱা চাৰি বজাত মহাবীৰৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি আৰু নানা প্ৰকাৰ মিঠাই উপহাৰ দিয়ে ; দিনত ৰাজহুৱা সভা পাতি মহাবীৰৰ গুণ-গান গায়। গধূলি বিশেষ জাকজমকতাৰে দীপান্বিতাৰ আয়োজন কৰা হয়।

**দশ লক্ষণ পৰ্ব ঃ** ভাদমাহৰ শুক্লা পঞ্চমীৰ পৰা চতুৰ্দশী তিথিলৈ এই দশ দিন ব্যাপি জৈনসকলে দশ লক্ষণ পৰ্ব নামৰ এটি উৎসৱ-অনুষ্ঠান পালন কৰে। জৈনধৰ্মত ক্ষমা, সত্য, শৌচ, সংযম, ত্যাগ, তপ, ব্ৰহ্মচৰ্য আদিকৈ দহোটা লক্ষণ বা গুণত গুৰুত্ব আৰোপ কৰা হৈছে। সেই মৰ্মে এই উৎসৱৰ প্ৰতিদিনে গধুলি একো একোটি লক্ষণ বা গুণৰ বিষয়ে সভা পাতি ব্যাখ্যা কৰা হয়। তদুপৰি প্ৰতিদিনে পুৱা পূজা-উপাসনা আৰু গধূলি সঙ্গীত বা বিচিত্ৰানুষ্ঠানৰ আয়োজন কৰা হয়।

অনুষ্ঠানৰ শেষৰ দিনা দুইমান বজাত জৈন মন্দিৰৰ পৰা শোভা-যাত্ৰা কৰি আনুষ্ঠানিকভাৱে ওচৰৰ নদী বা জলাশয়ৰপৰা (গুৱাহাটীত ব্ৰহ্মপুত্ৰৰপৰা) জল আনি সেই জলেৰে ভগৱান মহাবীৰৰ বিগ্ৰহটিক স্নান কৰোৱা হয়। তাৰ পিছত আৰতি কৰি বিগ্ৰহটো আগৰ ঠাইত স্থাপন কৰা হয়।

**ৰতন ত্ৰয় পৰ্ব ঃ** এই পৰ্ব ভাদৰ শুক্লা ত্ৰয়োদশীৰপৰা পূৰ্ণিমালৈ চলে। জৈনসকলে পৰ্বৰ কেউদিন আড়ম্বৰেৰে মন্দিৰত পূজা, আৰতি আৰু ভক্তিমূলক সঙ্গীতানুষ্ঠানৰ আয়োজন কৰে। তদুপৰি সভা পাতি জৈন ধৰ্মৰ তত্ত্বাৱলী ব্যাখ্যাৰো আয়োজন কৰা হয়।



পূৰ্ণিমাৰ পিছ দিনা মহাবীৰৰ জল-অভিষেক আৰু আৰতি হয়। সিদিনা জৈনসকলে কাৰোবাৰ ওচৰত কিবা দোষ কৰি থাকিলে সেই দোষ স্বীকাৰ কৰি ক্ষমা খোজে আৰু তেওঁক ক্ষমা কৰা হয়।

**অষ্টানিকা পৰ্ব ঃ** প্ৰতি আহাৰ, কাতি আৰু ফাগুন মাহত শুক্লা অষ্টমীৰপৰা পূৰ্ণিমা পৰ্যন্ত এই আঠ দিন ধৰি এই পৰ্ব অনুষ্ঠিত হয়। ইয়াতো দশ লক্ষণ পৰ্বৰ নিয়মবোৰ পালন কৰা হয় ; কিন্তু শোভাযাত্ৰা নহয়। এই পৰ্বদিনৰ মাজত কাৰোবাৰ ইচ্ছা হলে পাঁচ-ছয়দিন উপবাস কৰে।

কোনো কোনো জৈন ধৰ্মীয় লোকে ভাদৰ শুক্লা পঞ্চমীৰ পৰা চতুৰ্দশী তিথিলৈ নিতৌ এবাৰকৈ জল পান কৰি উপবাসে থাকে। উপবাসৰ শেষৰ দিনা তেওঁলোকে মন্দিৰত প্ৰাৰ্থনা কৰে আৰু তেওঁলোক অভিনন্দিত হয়। ঘৰৰ মানুহও তেওঁলোকক কাপোৰ, পইচা দি অভিনন্দন জনায়। পূৰ্ণিমা তিথিত মগু তিওৱা পানী খাই উপবাস ভঙ্গ কৰা হয়।

## ৬. শিখ ধৰ্মীয় উৎসৱ

**শ্ৰীনিৰঞ্জন সিংহ**

শিখ ধৰ্মীয় উৎসৱ বুলিলে পৃথিৱীৰ শিখ ধৰ্মাৱলম্বীসকলে গোটেই বছৰটোত যিকেইটা জাতীয় উৎসৱ পালন কৰে সেইকেইটোকে মূলতঃ বুজায় যদিও ইয়াত অৱশ্যে অসমীয়া শিখ সম্প্ৰদায়ৰ লোকসকলে অতীজৰে পৰা পালন কৰি অহা প্ৰধান উৎসৱকেইটাৰ কথাহে উল্লেখ কৰা হৈছে। প্ৰত্যেক জাতি, জনজাতি আদিয়ে নিজস্ব ধৰ্মীয় উৎসৱ আদি নানা পৰিবেশৰ মাজত পুৰুষানুক্ৰমে পালন কৰি আহিছে। সেইদৰে অসমত অতীজৰে পৰা বসবাস কৰি অহা শিখ সম্প্ৰদায়ৰ লোকসকলেও তেওঁলোকৰ প্ৰধান উৎসৱকেইটা প্ৰতিবছৰে পৰম্পৰাগতভাৱে যথাৰীতিৰে পালন কৰি আহিছে।

শিখ ধৰ্মৰ প্ৰৱৰ্তক তথা আদি গুৰু শ্ৰীগুৰু নানকদেৱজীৰ জন্মোৎসৱ তিথি প্ৰতিবছৰে কাতিমাহৰ পূৰ্ণিমা তিথিত ভগৱান শ্ৰীকৃষ্ণৰ ৰাসলীলাৰ লগতে পৰে। শিখ সম্প্ৰদায়ৰ যি কেইটা গুৰুত্বপূৰ্ণ উৎসৱ উদ্‌যাপিত হয় তাৰ ভিতৰত নিঃসন্দেহে এই গুৰুজনাৰ জন্মোৎসৱ তিথি অন্যতম। উক্ত তিথি অতি আড়ম্বৰপূৰ্ণভাৱে স্বকীয় ধৰ্মানুসৰি পালন কৰা হয়। সেইদিনা ৰাতিপুৱা শিখ-মন্দিৰত (গুৰুদ্বাৰ) গুৰুজনাই ৰচনা কৰা 'আশা দি বাৰ' (ঊষা) কীৰ্তন কৰি উৎসৱৰ পাতনি মেলা হয়। তাৰ আগদিনা অৱশ্যে 'নগৰ কীৰ্তন' কৰা

হয়। 'আশা দি বাৰ' কীৰ্তন শেষ কৰি সেই মন্দিৰতে নাইবা সুবিধাজনক মুকলি ঠাইত ধৰ্মালোচনী সভাৰ আয়োজন কৰা হয়। ইয়াত সকলো ধৰ্মৰে মানুহক আমন্ত্ৰণ কৰা হয় আৰু সেইমতে যোগদান কৰে। ( 'তাত হিন্দুও নাই মুছলমানো নাই ; আছে কেৱল মানুহ।'—গুৰু নানক )। উক্ত সভাত উপস্থিত থকা সকলোৱে একেলগে বহি প্ৰীতিভোজন ( লংগৰ ) কৰি উৎসৱৰ সামৰণি মাৰে।

ইয়াৰ পাছত জেঠমাহত অনুষ্ঠিত হয় পঞ্চম গুৰু শ্ৰীগুৰু অৰ্জুনদেৱজীৰ তিৰোভাৱ তিথি। এই তিথিত গাখীৰ আৰু চেনিৰে তৈয়াৰ কৰা ঠাণ্ডা চৰবৎ খুওৱা হয়, যাতে গুৰুজনাৰ স্বৰ্গগত আত্মাই শান্তি পায়। কিয়নো অত্যাচাৰীবিলাকে এই গুৰুজনাক তপত খোলাত দি হত্যা কৰিছিল।

নৱম গুৰু শ্ৰীগুৰু তেগবাহাদুৰদেৱজীৰ 'শ্বহীদ দিৱস' পালন কৰা হয় আঘোণ-পুহমাহত। এই তিথি অসমৰ সকলো ঠাইতে পালন কৰা হয় যদিও বিশেষকৈ ধুবুৰীৰ শিখ-মন্দিৰত অতি ৰাজকীয়ভাৱে উদ্‌যাপন কৰা হয়। অসম আৰু ইয়াৰ দাঁতিকাষৰীয়া অঞ্চলৰ বাদেও ভাৰতৰ বিভিন্ন ঠাইৰ পৰা অনেক লোক আহি ধুবুৰীত সমবেত হয়। উৎসৱৰ আগদিনা ট্ৰাকৰ ওপৰত অতি বিতোপনভাৱে চালে চকুৱোৱাকৈ "গ্ৰন্থ সাহিব" সজাই-পৰাইলৈ চহৰৰ প্ৰধান আলিয়েদি যিটো দীঘল শোভাযাত্ৰা হয় সি, সঁচাকৈয়ে অতি গাম্ভীৰ্যপূৰ্ণ ; দেখিলে দৰ্শকৰ শিৰ মুহূৰ্ততে নত হয়। উক্ত শোভাযাত্ৰাত নাম-কীৰ্তন ( সৱদ্ ) কৰা হয় আৰু গুৰুজনাৰ জীৱনী ব্যাখ্যা কৰা হয়। লগতে লাঠি আৰু তৰোৱালৰ ( তিনি ফুট দৈৰ্ঘ্যৰ কৃপাণ ) খেল প্ৰদৰ্শন কৰা হয়। উৎসৱৰ দিনা মন্দিৰত গুৰুজনাৰ মহান বাণী প্ৰচাৰ কৰা হয় আৰু জাতিবৰ্ণ নিৰ্বিশেষে একেলগে বহি প্ৰীতিভোজন কৰা হয়।

দশম তথা শেষগুৰু শ্ৰীগুৰু গোবিন্দ সিংহদেৱৰ জন্মতিথি পালন কৰা হয় পুহ-মাঘ মাহত। এই তিথিও নীতিগতভাৱে পালন কৰা হয় আৰু গুৰুজনাৰ জীৱনৰ তাৎপৰ্য সম্বন্ধে আলোচনা কৰা হয়। ইয়াৰ পাছতে পহিলা বহাগত উদ্‌যাপন কৰা হয় 'বৈশাখী' উৎসৱ ; যিটো দিনত গুৰু গোবিন্দসিংহই 'খালচা' পন্থা প্ৰতিষ্ঠা কৰে। শিখ ধৰ্মীয় উৎসৱৰ ভিতৰত এইটোও এটা লেখত লবলগীয়া উৎসৱ। এই উৎসৱতো গুৰুজনাই প্ৰৱৰ্তন কৰা 'পাঁচ পিয়াৰা' সজাই নগৰ-কীৰ্তন কৰা হয় আৰু গুৰুজনাৰ জীৱন-দৰ্শনৰ বিষয়ে বিশদভাৱে আলোচনা কৰা হয়।



ইয়াৰ বাদেও অসমীয়া শিখ সম্প্ৰদায়ে পুৰুষানুক্ৰমে নিজৰ জাতীয় উৎসৱৰ হিচাপে বছৰৰ তিনিওটা বিহুকেই নিয়মিতভাৱে পালন কৰি আহিছে।

## খ. লৌকিক উৎসৱ

**শ্ৰীযোগেশ দাস**

অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা সম্পাদিত 'উছৱৰ ৰং চ'ৰা' পুথিত অসমৰ পৰ্বতে-ভৈয়ামে প্ৰচলিত অগণন উছৱ-পৰৱৰ বিৱৰণ দাঙি ধৰা হৈছে। দৰাচলতে গোটেই অসমখনকে এটা ডাঙৰ ৰং চ'ৰা বুলিব পাৰি। অসম ভূমি নানা জাতি-জনজাতিৰ মিলন কেন্দ্ৰ, নৃতত্ত্ববিদৰ স্বৰ্গ, সেই কাৰণেই ইয়াত বহু সংখ্যক উৎসৱ-পৰ্বৰ সমাৰোহ হৈছে। এইবিলাক উৎসৱৰ কিছুমান ধৰ্মমূলক, কিয়নো ব্ৰত উদ্‌যাপন, পূজা-পাতল আদিৰ লগত এইবিলাক জড়িত ; আনবিলাক উৎসৱক ধৰ্মনিৰপেক্ষ বুলিব পাৰি ; কিয়নো কোনো ধৰ্ম-কৰ্মৰ লগত সেইবিলাক সংযুক্ত নহয়। অৱশ্যে ধৰ্ম-কৰ্মৰ একেবাৰে সংস্পৰ্শ নথকা উৎসৱ নাই বুলিব পাৰি। উছৱ অৰ্থে আমি মাটিৰ পৰা আপোনা-আপুনি গছ গজি উঠাৰ দৰে জনজীৱনৰ ভিতৰৰ পৰা আপোনা-আপুনি গঢ় লৈ উঠা উছৱৰ কথা কৈছোঁ। জন-জীৱনৰ ওপৰত ধৰ্মৰ প্ৰভাৱ আবহমান কালৰে। গতিকে সাধাৰণ মানুহৰ উছৱ-পৰৱতো সেই প্ৰভাৱ অলপ নহয় অলপ পৰিবই। কেতিয়াবা হয়তো সেই প্ৰভাৱ কালক্ৰমত প্ৰক্ষিপ্ত হ'বও পাৰে। তথাপি আমি ইয়াত যিমান পাৰো সৰু-সুৰা ব্ৰতাচাৰ, পূজা-পাতালাদিৰ লগত জড়িত অনুষ্ঠান-বিলাক বাদ দি বাকীবিলাক উছৱৰ প্ৰধান প্ৰধান কেইটাৰ বিৱৰণ দিবলৈ যত্ন কৰিলোঁ।

মুগাৰ মহুৰা আৰু মহুৰা ভৰোৱা মাকোটি, এই দুটি অতিকৈ চেনেহৰ সম্পদতকৈও বেছি চেনেহৰ বহাগৰ বিহুটি অসমীয়াৰ সৰ্বপ্ৰধান জাতীয় উৎসৱ। ই যদিও আজি ঔদ্যোগিক বিকাশৰ ফল স্বৰূপে নগৰীয়া মঞ্চৰ বিহু সন্মিলনী হৈ উঠিছে, তথাপি দুই দশকমান আগলৈকে ই মুখ্যতঃ গ্ৰাম্যাঞ্চলৰ কৃষি-কেন্দ্ৰী উৎসৱ হৈয়ে আছিল, আৰু কৃষি-কেন্দ্ৰীয় উৎছৱ ৰূপেই ইয়াৰ কোনোবা সুদূৰ অতীতত পাতনি মেলা হৈছিল। বিহু

তিনিটা ঃ ব'হাগ বা ৰঙালী বিহু, কাতি বা কঙালী বিহু, মাঘ বা ভোগালী বিহু। এই তিনিটা মাহ অসমৰ প্ৰধান কৃষি-কৰ্ম শালিধানৰ খেতিৰ বিভিন্ন স্তৰৰ লগত সম্পৰ্কিত। ব'হাগ মাহ নতুন বছৰৰ কাৰণে খেতি কৰিবলৈ প্ৰস্তুতিৰ সময়। ৰং-ধেমালি কৰি গা-মনত বল বান্ধিবলৈ ৰঙালী বিহুৱে সহায় কৰে; সাহ আৰু উৎসাহ দিয়ে, কাতি মাহত শালিধানৰ থোৰ মেলে মাত্ৰ, খেতিয়কৰ ভঁৰাল এতিয়া প্ৰায় উদং; গতিকে এইটো ৰং-ধেমালিৰ সময় নহয়; গতিকে তুলসী পুলি এটা কঁই চোতালত কলপুলি পুতি চাকি দি নাম গোৱা হয় মাত্ৰ, পথাৰতো চাকি এগছি দিয়ে; ৰং নাই ভোগ নাই কাৰণেই ই কঙালী বিহু। মাঘ মাহত ধান চপোৱা হয়; খেতিয়কৰ অভাৱ-অনাটন নাই, কেৱা মাহলৈ নহ'বও; গতিকে নানান পিঠা-পনা খাব পৰা ই ভোগালী বিহু। আকাশত সূৰ্যৰ অৱস্থানৰ লগতো তিনিটা বিহুৰ সংগতি আছে ঃ চ'ত-ব'হাগৰ মহাবিষুৱ সংক্ৰান্তিত ৰঙালী বিহু পৰে, আহিন-কাতিৰ জল-বিষুৱ সংক্ৰাতিত কঙালী বিহু পৰে, পুহ-মাঘ, মকৰ সংক্ৰান্তিত ভোগালী বিহু পৰে। এই কেইটা সংক্ৰান্তিয়ে বতৰৰো বিশেষ বিশেষ পৰিৱৰ্তন সূচনা কৰে। কোনোবা দূৰ অতীতত অসমৰ খেতিয়কে খেতি আৰু বতৰৰ সৈতে সংগতি থকাকৈ এই তিনিটা বিহু পালন কৰিবলৈ ললে বুলি অনুমান কৰিলে অত্যুক্তি নহ'ব নিশ্চয়। সংক্ৰান্তিৰ কাৰণেই কামৰূপত বিহুক দোমাহী বোলে। বিহুক অসমৰ জাতীয় উৎসৱৰ আখ্যা দিয়া হৈছে।

ব'হাগ বিহুৱেই আটাইতকৈ ডাঙৰ বিহু। ই নৱবৰ্ষৰ শুভ সূচনা কৰে। এইটো বসন্ত কাল। এই সময়ত শীতৰ কুৱঁলী নাই। বৰষুণৰ পানী পৰিবলৈ আৰম্ভ কৰাত পৃথিৱী আৰু নওঠা গছ-বিৰিখ সজীৱ হৈ উঠে। বসন্তৰ এই নৱজীৱনে যেন মানুহৰ মন-প্ৰাণলৈকো নতুন ৰং, নতুন উৎফুল্লতা আনি দিয়ে। ক'ব পাৰি যে বসুমতীৰ বুকু ভেদি শইচ গজি উঠাৰ যিটো সৃষ্টিধৰ্মী প্ৰক্ৰিয়া তাকেই অসমৰ ডেকা-গাভৰুৱে নৃত্য-গীতৰ মাজেদি প্ৰতীকধৰ্মিতাৰে এটা প্ৰকাশ দিয়ে। যৌন ভাবপ্ৰকাশক নৃত্য-গীতৰ এয়ে তাৎপৰ্য বুলি ক'ব পাৰি। চ'ত মাহৰ শেষ দিনটোত ৰঙালী বিহু উৎসৱ আৰম্ভ হয়। এই সংক্ৰান্তিৰ দিনটো কৃষিকৰ্মৰ প্ৰধান সম্বল গৰুৰ কাৰণেই নিয়োজিত হয়; সেয়ে এই দিনা গৰু-বিহু। এই দিনা ৰাতি পুৱাতে গৰু-ম'হৰ শিং আৰু কপালত মাহ-হালধি ঘঁহি



দিয়া হয়, শিঙত সৰিয়হ তেলো ঘঁহা হয়। তাৰ পিছত সিহঁতক নৈ, বিল বা পুখুৰীলৈ লৈ যোৱা হয়। পিছত দীঘলতী আৰু মাখিয়তীৰে কোবাই, বাঁহৰ তিনি ডলীয়া শলাৰ চাটমাৰিত সী নিয়া লাউ-বেঙেনা-হালধিৰ টুকুৰা উলিয়াই গৰুৰ গাত মাৰি মাৰি বা খাবলৈ দি "লাউ খা, বেঙেনা খা, বছৰে বছৰে বাঢ়ি যা; মাৰ সৰু, বাপেৰ সৰু, তই হবি বৰ গৰু" বুলি গাই যায়। শেষত গা ধুৱাই গৰুবোৰক চৰিবলৈ এৰি দিয়া হয়। তাৰ পিছত গৰু খেদি নিয়া ল'ৰাহঁতেও গা-পা ধুই দুই এটুকুৰা লাউ-বেঙেনাৰে চাটমাৰিবিলাক লৈ ঘৰলৈ উলটি আহি সেইবিলাক ঘৰৰ চালত খুহি থয়হি। ঘৰখনৰ সকলোৱেই মাহ-হালধি ঘঁহি গা ধোৱে, গোসাঁই সেৱা কৰে, সৰুৱে ডাঙৰক সেৱা কৰে আৰু জা-জলপান খায়। গধূলি গৰু-ম'হ উলতি আহিলে সিহঁতক আদৰি অনা হয়, সিহঁতৰ খুৱা খুৱাই দিয়া হয়, শিং আৰু কপালত সেন্দুৰ আৰু চন্দন ঘঁহি দিয়া হয় আৰু লুণীয়া পিঠা খুৱাই দিয়া হয়। গৰুবোৰ গোহালিত সোমাৱাৰ আগতে তুঁহ আৰু অন্যান্য উৎকট গোন্ধ ওলোৱা বন-পাত জ্বলাই যাগ দি মহ-মাখি খেদি পেলোৱা হয়। ধোঁৱাবোৰ এখন নতুন বিচনীৰে বিচি চাৰিওফালে বিয়পাই দিয়া হয়। এই দিনাৰ পৰাহে নতুন বছৰত বিচনী ব্যৱহাৰ কৰিব পাৰে। পুৰণা পঘা পেলাই দি নতুন পঘাৰে গৰু-ম'হ বন্ধা হয়। যাগৰ ছাইৰ লগত তেল মিহলাই গৰুৰ কান্ধত ঘঁহি দিয়া হয়। খেতিৰ সঁজুলি নাঙলখনকো ধুৱাই-পখলাই পিঠা খাবলৈ দিয়ে। দ্বিতীয় দিনা অৰ্থাৎ ব'হাগৰ এক তাৰিখে মানুহ-বিহু ঃ এই দিনা ৰাতিপুৱাই গা-পা ধুই সৰুৱে ডাঙৰক সেৱা কৰে, নতুন কাপোৰ গাত লয়, বিহুৱান উপহাৰ লয়। পৰিয়ালৰ ঘাইজনে ঘৰখনৰ বৰ্ষফল জানিবৰ কাৰণে দৈৱজ্ঞ ব্ৰাহ্মণৰ ওচৰলৈ যায়। দেউৰে ধুমুহা-ঢেৰেকনিৰ লেখীয়া বিপদ-আপদৰ পৰা মহাদেৱে ৰক্ষা কৰিবলৈ নাহৰ পাত এখিলাত মন্ত্ৰ এটি লিখি দিয়ে। পাতখিলা আনি ঘৰৰ চালত সাৱধানে খুচি ৰখা হয়। সাধাৰণতে এই দিনাখনেই উজনি অসমৰ গাৱঁৰ নামঘৰত হুচৰি গোৱা আৰম্ভ কৰা হয়। হুচৰি গোৱা দলবিলাকে গাওঁখনৰ এমূৰৰ পৰা প্ৰত্যেক ঘৰতে ঢোল, তাল আৰু টকা বজাই ধৰ্মমূলক হুচৰি গীত গাই আৰু হুচৰিৰ পিছত বিহুগীত, বিহুনাচ কৰে। এই দিনাই ল'ৰা-ছোৱালীয়ে কণী যুঁজায়, ডাঙৰবিলাকে কড়ি খেলে। তৃতীয় দিনাটো গোসাঁই বিহুৰ দিন; এইদিনা গাৱঁৰ নামঘৰত ৰাজহুৱা নাম হয়। সাধাৰণতে সাত দিনলৈ;

ঠাইবিশেষে তাতকৈ বেছি দিনলৈ বিহু মাৰি থকা হয়। ভিতৰুৱা গাওঁ-বিলাকত ডেকা-গাভৰুৱে নিৰ্জন গছতল, জোপোহানি আদিলৈ গৈ মনৰ আনন্দত বিহু মাৰে। বিহুৰ সামৰণিক বিহু-থোৱা বা বিহু-উৰুওৱা বোলে; গাৱঁৰ পৰা অলপ আঁতৰত পথাৰলৈ বা হাবিলৈ গৈ ৰাইজে বিহুক বিদায় দিয়ে; তাৰ চিনস্বৰূপে ঢোলৰ মাৰি এডালৰ নিচিনা কিবা একোপদ বস্তু এৰি থৈ আহে, উলটি আহোঁতে উলটি নোচোৱাকৈ আহিব লাগে।

ৰঙালী বিহু পালনত ঠায়ে ঠায়ে বা সম্প্ৰদায়ে সম্প্ৰদায়ে অলপ অচৰপ লৰচৰ থকা দেখা যায়। কিছুমান ঠাইত বিহু উৎসৱ এমাহলৈকে চলি থাকে। কোনো সম্প্ৰদায়ে বুধবাৰৰ দিনাহে বিহু আৰম্ভ কৰে; কাৰণ এই বাৰটো পৱিত্ৰ বুলি ভবা হয়। আৰ্যেতৰ বা জনজাতীয় সম্প্ৰদায়সমূহৰ বিহুত আলহীক মদ যচাটো নিয়ম। ব্ৰাহ্মণসকলে সাধাৰণতে বিহু নৃত্য-গীতত অংশ গ্ৰহণ নকৰে। নামনি অসমৰ ফালে হুচৰি গোৱাৰ প্ৰথা নাই। বৰপেটা অঞ্চলত নাচ-গীতৰ অনুষ্ঠান এটা এই সময়তে পালন কৰা হয়ঃ বিহুৰ সপ্তম দিনাখন নতুন বৰষুণৰ পানী পাই গজি উঠা বিভিন্ন শাকৰ সাত বিধ ৰান্ধি খোৱাৰ নিয়ম; সেইবাবে বয়সীয়া তিৰোতাবিলাকে লগ লাগি এখন মুকলি ঠাইলৈ গৈ ৰং-ধেমালি কৰি গীত গায়, নাচে আৰু শাক বুটলে। কি গীত গায় আনক জানিবলৈ বা শুনিবলৈ নিদিয়ে, পুৰুষ মানুহৰ তাত উপস্থিতি নিষিদ্ধ; শুনা যায় যে আইসকলে এই অনুষ্ঠানৰ কাৰণে কেতিয়াবা পুৰুষৰ পৰিচ্ছদো পৰিধান কৰে। নামনি অসমৰ বড়োসকলৰ মাজত ঠিক হুচৰিৰ লেখীয়া মাগন প্ৰথা প্ৰচলিত আছে। বড়োসকলে গৰুক গা ধুৱাবলৈ খেদি নিয়াৰ আগতে ধান খুৱাই লয়। তদুপৰি তেওঁলোকে দ্বিতীয় দিনাখন তেওঁলোকৰ দেৱতা বাথৌক (মহাদেৱ) পূজা দিয়ে আৰু চিফুং বাঁহী বজাই নৱবৰ্ষৰ শুভাগমনক আদৰণি জনায়। আহোমসকলেও উপাস্য দেৱতাৰ উদ্দেশ্যে মদ উছৰ্গা কৰে।

কাতি বিহুক কঙালী বিহুও বোলে। কাৰণ এই সময়ত খেতিয়কৰ ভঁৰাল উদং হৈ থাকে। এই সময়ত ৰোৱাধানবোৰ ঠন ধৰি উঠিব ধৰেহে; গতিকে চৰাই-চিৰিকতি, কীট-পতঙ্গ, পশু-নিগনিৰ পৰা খেতিৰ অনিষ্ট হবৰ বৰ আশংকা। তাৰ প্ৰতিকাৰৰ কামনাই হৈছে কাতি-বিহুৰ প্ৰাৰ্থনা। গধূলি চোতালত তুলসী পুলি ৰুই প্ৰাৰ্থনা জনোৱা হয়ঃ তুলসী গুৰিত, চোতালতে পুতিলোৱা কলগছৰ গাত, ভঁৰালঘৰত, বাৰীত আৰু



সৰ্বোপৰি ধাননি পথাৰত একোটিকৈ মাটিৰ চাকি জলোৱা হয়। খেতিয়কে পথাৰলৈ গৈ চাকি, দি লাখুটি এডাল ধানৰ ওপৰেদি ঘূৰাই মন্ত্ৰ আওৰায়। এইদৰেই লহপহকৈ বাঢ়ি আহিব খোজা ধান-গছবোৰৰ মঙ্গল কামনা কৰা হয়।

মাঘ বিহুক ভোগালী বিহুও বোলে। এই সময়ত শালি ধান চপোৱা শেষ হয়। গতিকে খেতিয়কে সমুখৰ মাহকেইটালৈ অভাৱ নথকাকৈ বাট চাব পাৰে। ইয়াক বিভিন্ন জাতিৰ 'হাৰভেষ্ট' উৎসৱসমূহৰে লগৰীয়া বুলিব পাৰি। পুহমাহৰ সংক্ৰান্তিৰ আগৰ দিনটোক উৰুকা বোলে; এই দিনটোত তিৰোতা মানুহবিলাক ব্যস্ত হৈ পৰে পিঠা-পনাৰ যা-যোগাৰ কৰাত। পুৰুষসকলে, বিশেষকৈ ডেকা আৰু চেমনীয়াসকলে পথাৰলৈ গৈ সুবিধা হলে নৈৰ পাৰতে, নৰাৰে ভেলাঘৰ আৰু খৰি জাপি জাপি অথবা বাঁহ-নৰাৰে মেজি সাজে। দিনৰ ভাগতে মাছ মাৰি আনি ৰখা হয়, মাছেই ভোজৰ প্ৰধান বস্তু। ভোজ-ভাত খাই ওৰে নিশাটো ৰং-ধেমালি নাচ-বাগ কৰি কটাই দিয়ে। সংক্ৰান্তিৰ দিনা পূৱে ধল ফাট দিওঁতেই গা-পা ধুই আহি ঈশ্বৰৰ নাম লৈ আনুষ্ঠানিকভাৱে মেজিত জুই লগাই দিয়ে। অগ্নিলৈ আলু-পিঠা, মাহ-কড়াই, তামোল-পান আদি উছৰ্গা কৰে। ব্ৰাহ্মণ বা আন বয়সস্থজনে উপস্থিত সকলোৰে কপালত সেই মেজিৰ পোৰা ছাইৰ ফোঁট দিয়ে। সেই ঠাইতে ৰাতিপুৱা নাম গোৱা হয়। জুই জ্বলি শেষ হলে প্ৰত্যেকেই একোডালকৈ আধাপোৰা খৰি লৈ ঘৰলৈ উভতি আহে; ভাল ফল লাভৰ কাৰণে সেই অন্ধৰা-ডাল বাৰীৰ মাজলৈ দলিয়াই দিয়ে। ঘৰৰ সকলো গছ-গছনিকে নৰা বা টঙালেৰে বন্ধা হয়। তিৰোতা মানুহে ঘৰৰ সকলোকে পিঠা, আলু, জা-জলপান খাবলৈ দিয়ে। মানুহে ঘৰে ঘৰে জলপান খাই ফুৰে। এই দিনা কণী যুঁজ, হাউ, ঢোপ আদি খেল-ধেমালি হয়; ম'হ-যুঁজ তাৰ ভিতৰত ঘাই। আজিকালি ম'হ-যুঁজ কমি আহিছে যদিও ঠাই বিশেষে ইয়াক পুনৰুজ্জীৱিত কৰি তুলিবলৈ চেষ্টা কৰা দেখা গৈছে। আহোম ৰজাসকলৰ শাসনকালত হেং দাং, যাঠী, শেন-মেলা আদিৰ প্ৰতিযোগিতা পতা হৈছিল।

বিহু উৎসৱ যে কৃষিৰ লগত ওতঃপ্ৰোতভাৱে সম্পৰ্কিত এইটো দেখদেখ কথা। আদিম জনজাতীয় জীৱনতে ইয়াৰ হয়তো উদ্ভৱ হৈছিল।

আজিও মিছিংসকলৰ নিজা বিহু আছে ; তেওঁলোকে সাধাৰণ অসমীয়াৰ তিনিটা বিহুৰ উপৰিও আন দুটা বিহু পাতে—এটা আহু ধানৰ খেতি কৰাৰ আগতে, আনটো সেই খেতিৰ পিছত। গাৰোৰ উৎসৱবিলাক খেতি-আৰম্ভ কৰা আৰু খেতি চপোৱাৰ লগত ওতঃপ্ৰোতভাৱে জড়িত। আদি বা আবৰ-সকলে কাৰবীয়া ভৈয়ামবাসীৰ দৰেই তেওঁলোকৰ চলুং উৎসৱ ডিচেম্বৰ বা জানুৱাৰীত সাদিন ধৰি পালন কৰে ; আদি তিৰোতাই ভৈয়ামৰ আইহঁতৰ দৰেই তাৰ কাৰণে ঘৰ-দুৱাৰ চাফ-চিকুণ কৰে ; ভৈয়ামৰ পুৰুষে মাছ মাৰিবলৈ যোৱাৰ দৰে আদি পুৰুষে চাৰি দিন ধৰি পৰ্বতৰ হাবিত চিকাৰ কৰিবলৈ যায় ; চিকাৰত যি যি পায় সেইবোৰ গাৱঁৰ সকলোৰে মাজত ভগাই-বটাই দিয়ে ; ওৰে ৰাতি তেওঁলোকে মুচুপত (ডেকাৰ উমৈহতীয়া চাংঘৰ) মদ খাই ৰং-তামাচা কৰে। এনেকুৱা আদিম উৎসৱৰ পৰাই বিহুৰ উদ্ভৱ হ'ব পাৰে। গো-পূজা আৰু নাহৰ-পাতত মন্ত্ৰলিখাৰ নিচিনা প্ৰথা পিছৰ কালৰ আৰ্য প্ৰভাৱ হ'ব পাৰে। অসমৰ বৌদ্ধসকলে বিহুৰ সময়ত ভগৱান বুদ্ধৰ মূৰ্তি মন্দিৰৰ পৰা উলিয়াই আনি গা ধুৱায়, তেওঁলোকে পৰস্পৰৰ গালৈ পানী ছটিয়াই ৰং কৰে আৰু কিছুমানে অষ্টশীলৰ অঙ্গীকাৰ গ্ৰহণ কৰে। বিহুৰ লগত ধৰ্মৰ সম্পৰ্ক পোনপটীয়া নহয়।

ব'হাগ মাহতে পৰা ভঠেলি উৎসৱৰ লগতো সম্ভৱতঃ ধৰ্মৰ প্ৰত্যক্ষ সম্পৰ্ক নাই। ইয়াক কোনো কোনো ঠাইত স'ৰি বুলিও কোৱা হয়। ভঠেলি উৎসৱ পতা হয় কেৱল কামৰূপৰ আৰু গোৱালপাৰা জিলাত আৰু কামৰূপৰ লগলাগি থকা দৰং জিলাৰ কিছুমান অঞ্চলতহে। দৰঙত আকৌ ইয়াক দেউল বোলা হয়। দেউল আৰু দ'ল শব্দ দুটাই মন্দিৰ বুজায়। বৰপেটাত যি দোল বা হোলি উৎসৱ অতিশয় জনপ্ৰিয়। তাকো তাৰ স্থানীয় মানুহে দেউল বোলে। ভঠেলি এদিনীয়া উৎসৱ, আৰু ইয়াৰ ব'হাগ মাহৰ যি কোনো দিনতে পাতিব পাৰি। বিভিন্ন ঠাইত বিভিন্ন দিন ইয়াৰ কাৰণে স্থিৰ কৰি লোৱা হয়। ভঠেলিৰ দিনা ডেকাহঁতে ৰাতিপুৱা গা ধুই দীঘল বাঁহ এডাল কাটি আনি বৰ যত্নেৰে সেইডাল চাঁচি চাঁচি চিকুণ কৰে, তাৰ পিছত বাঁহডল ধুই ৰংচঙীয়া কাপোৰ কাগজ, কড়ি আদিৰে আকৰ্ষণীয়কৈ সজায়, সুউচ্চ আগডোখৰত চোঁৱৰ এডাল বান্ধি দিয়ে। এইখিনি সাজ-সজ্জাৰ অন্তত শংখ-ঘন্টা-কাঁহ বজাই বাঁহডাল নামঘৰৰ সমুখৰ মুকলি বাকৰিত আনুষ্ঠানিকভাৱে থিয়কৈ পুতি



দিয়া হয়। এনেকুৱা দুডাল বাঁহ পোতা হয়। ইয়াক পাৰ বা পাৰা বোলে। যিখন গাৱঁত ভঠেলি পতা হয় সেইখনে দীৰ্ঘতৰ বাঁহডাল স্থাপন কৰাৰ অধিকাৰ পায় ; ইয়াৰ নাম বৰ (দৰা) পাৰ ; আন এখন গাৱেঁ কইনা পাৰ বুলিবৰ ইডাল বাঁহ আনি পোতেহি। পাৰাৰ অলপ দূৰৈত কলপটুৱা বা কলপাতেৰে সৰুকৈ ভঠেলি ঘৰ এটি সাজি তাত গোসাঁইক স্থাপন কৰা হয় ; এই দেৱতাৰ আগত পইচা, নৈবেদ্য আদি দিয়া হয়। ৰাইজে বাঁহবিলাকক ভক্তিভাৱে স্পৰ্শ কৰি সেৱা জনায়। কেতিয়াবা সিংহাসনত অধিষ্ঠিত বিগ্ৰহক লৈ সমদল যাত্ৰা কৰা হয়, তাত বহুলোকে যোগ দিয়ে। ওচৰ-পাজৰৰ গাওঁবিলাকৰ মানুহে ভাল ভাল কাপোৰ-কানি, অয়-অলংকাৰ পিন্ধি উৎসৱলৈ আহে ; আহোঁতে ওৰে বাটে ছোৱালী-বিলাকে খিচা-গীত গাই গাই আহে। উৎসৱ-থলী গমগম, আনন্দমুখৰ হৈ উঠে। এখন সৰু-সুৰা মেলায়েই বহি যায়। তাত খোৱাবস্তু, পুতলা আৰু আন সৰু-সুৰা বস্তুৰ দোকান বহে। কোনো কোনো ঠাইত সৰু সৰু ল'ৰা-ছোৱালীয়ে গোপ-গোপীৰ বেশত দধিমথনৰ প্ৰক্ৰিয়া এটা প্ৰদৰ্শন কৰে। ভঠেলিত উৎসৱত দুপৰীয়া হয়। প্ৰত্যেকখন ইচ্ছুক গাৱেঁই নিজৰ বৰীয়াকৈ গোবিন্দৰ বিগ্ৰহৰ সৈতে একোখনি সিংহাসন ভঠেলি পতা ঠাইলৈ আনিব পাৰে আৰু নৈবেদ্যসহ উছৱ-থলীত স্থাপন কৰিব পাৰে। গধূলি ভঠেলি ঘৰটো লাঠীৰে মৰিয়াই মৰিয়াই ভাঙি পেলোৱা হয় আৰু 'ভঠেলিৰ ওৰ পৰিল' বুলি চিঞৰি চিঞৰি উৎসৱৰ সামৰণি পেলোৱা হয়। প্ৰত্যেকখনি সিংহাসনকে তেতিয়া কান্ধত লৈ নিজ নিজ গাৱঁলৈ ঘূৰাই লৈ যোৱা হয় ; বাটত পদূলিয়ে পদূলিয়ে দলটোক ৰখাই গৃহস্থই চাকি, মাহ-চাউলৰ নৈবেদ্য আগবঢ়ায় ; মাহ-চাউলবিলাক পিছত গাৱঁৰ ল'ৰা-ছোৱালীৰ মাজত ভগাই দিয়া হয়।

ভঠেলিৰ ৰং-ৰহইছত মুছলমানসকলেও যোগদান কৰে। উত্তৰ কামৰূপৰ কিছুমান মুছলমানলোকে ভঠেলি উৎসৱৰ নিচিনাকৈ বাহঁ-বিয়া পাতে[১]। ভঠেলি শব্দটো আকাশ বুজোৱা ভস্থলিকা শব্দৰপৰা আহিব পাৰে। সুউচ্চ বাঁহডালে আকাশক বুজাব পাৰে। মহাভাৰতত উল্লিখিত এটা উৎসৱত কোৱা আছে যে আহিনৰ পূৰ্ণিমাৰ সাদিন আগতে ইন্দ্ৰৰ ধ্বজা উত্তোলন কৰা হয় আৰু পূৰ্ণিমাৰ দিনা অৱনমিত কৰা হয়, যাতে ইন্দ্ৰই বৰষুণ দিবলৈ বাধ্য হয় ; কিন্তু শ্ৰীকৃষ্ণই ইয়াক গোবৰ্দ্ধন পূজাত পৰিণত কৰিলে। কোচবিহাৰত

---

১. আজিকালি এনে প্ৰথা অচল হৈছে। —সম্পাদক।

চ'তৰ পূৰ্ণিমাৰ দিনা থিয়কৈ পুতি লোৱা বাঁহ এডালৰ গুৰিত কামদেৱৰ পূজা কৰা হয় ; ইয়াকে মদন-কাম পূজা বা বাঁহ-বিয়া বোলে। উত্তৰ কামৰূপৰ বজালী অঞ্চলত এজোপা গছত এডাল বাঁহ আওজাই থৈ তাকে মদনমোহন-ৰূপে পূজা কৰা হয়। ইন্দ্ৰৰ ধ্বজা আৰু গোবৰ্দ্ধনধাৰীৰ কল্পনা দুয়োটা—সাধাৰণ লোকৰ জনমানসত সোমাই পৰিব পাৰে, আৰু কামৰূপী খেতিয়ক ৰাইজে ব'হাগত খেতিৰ কাৰণে বৰকৈ প্ৰয়োজন হোৱা বৰষুণৰ বাবে ভঠেলি পাতি প্ৰাৰ্থনা জনাবলৈ ললে বুলি অনুমান কৰা যায়। ঋগ্বেদত জল, আকাশ, বৰষুণৰ দেৱতা ইন্দ্ৰক পক্ষীৰ ৰূপত পূজা কৰাৰ কথা আছে ; অসমীয়া খেতিয়কৰ কল্পনাত বাঁহডালক পাৰ বুলি ধৰাৰ হয়তো এয়েই কাৰণ। প্ৰাচীন কামৰূপত ইন্দ্ৰ পূজা হৈছিল ; কালিকা পুৰাণত ৰজাই নিজৰ উন্নতিৰ কাৰণে ইন্দ্ৰক পূজা কৰাৰ কথা আছে[২]।

মহ'হো উৎসৱৰ লগতো ধৰ্মৰ সম্পৰ্ক নাই। নামনি অসমৰ গাৱঁৰ চেমনীয়াহঁতে আঘোণ মাহৰ পূৰ্ণিমাৰ দিনা মহ খেদাৰ আনুষ্ঠানিক নামেই হল মহ'হো। এই কামত ল'ৰাহতৰ বৰ উছাহ। পূৰ্ণিমাৰ দিনা গধূলি তেওঁলোকে দল বান্ধি গাৱঁৰ ঘৰে ঘৰে হুচৰি গোৱাৰ নিচিনাকৈ, মহ'হো গীত গাই ফুৰে। গৃহস্থৰ চোতালত তেওঁলোকে গীতৰ তালে তালে টোকোনেৰে শব্দ কৰি চক্ৰাকাৰে ঘূৰি ঘূৰি মহ খেদোৱা নাম গায় ; নামৰ অন্তত সাধাৰণতে সিকিটো বা আধলিটো পোৱাৰ আশা ব্যক্ত কৰা হয়। সেই ফেৰা পইচা গৃহস্থই নিদিয়াকৈ নেথাকে। চাউলো দিয়ে। কোনো কোনো ঠাইত এটা ল'ৰাই শুকান কলাপাত বা কলঠহুৰা গাত মেৰিয়াই লৈ এটা ভালুক সাজে আৰু সেই বেশেৰেই মহ'হো গাবলৈ যায়। পিছে এইটো কৰাৰ এটা বিপদ আছে ; ল'ৰা ভালুকক দেখি সঁচা ভালুকে খেদি আহিবও পাৰে। নাইবা কোনো দুষ্ট লোকে নকল ভালুকক কুমন্ত্ৰও কৰিব পাৰে। সেইবাবে মহ'হো গোৱা শেষ হ'লেই ভালুক হোৱা ল'ৰাটোৱে কলঠহুৰাবোৰ একুৱাই পেলাই নিজান ঠাইলৈ নি পুতি থৈ আহে। ল'ৰাহঁতে মহ'হো গাই সংগ্ৰহ কৰা পইচা-পাতিৰে ভোজ ভাত খায়।

ধৰ্মৰ সম্পৰ্কৰপৰা কোনোমতেই একুৱাই চাব নোৱাৰা উৎসৱৰ ভিতৰত প্ৰথমে অম্বুবাচীৰ কথা উল্লেখ কৰিব লাগিব। কামাখ্যা ধামত ইয়াৰ কাৰণে

২. কালিকাপুৰাণ মতে ভাদমাহৰ শুক্লাদ্বাদশীৰপৰা এই উৎসৱ পতা হৈছিল, ইয়াৰ নাম "শক্ৰোত্থান"।



পতা মেলাখনৰ বাবেহে ইয়াক উৎসৱৰ আখ্যা দিয়া হৈছে। নহলে ব্ৰতাচাৰেই ইয়াৰ মূল কথা। সংস্কৃতত অম্বু মানে পানী, বাচী শব্দই প্ৰকাশ বা প্ৰস্ফুটন বুজায়। অম্বুবাচীৰ দিনকেইটা বসুমতী আই হেনো ঋতুমতী, গতিকে অশুচি হৈ থাকে। আহাৰৰ সাতদিন যোৱাৰ পিছত সূৰ্য মিথুন ৰাশিত প্ৰৱেশ কৰিলে "ভৱেৎ পৃথ্বী ৰজস্বলা" ; এই অৱস্থা তিনিদিন এৰাতি বা ৮৪ ঘন্টামান থাকে। এই সময় ছোৱাত খেতিয়কে হাল নেবায়, কোৰ নেমাৰে, কাৰণ মাটি কটা নিষেধ। কোনো পূজা-পাতলো নহয়। অম্বুবাচীৰ সময়ত কিছুমানে মাটিত পৰা বস্তু নাখায়। বহুতো গাৱঁলীয়া মানুহে এই সময়ত পেৰা-পেটাৰি নোখোলে। ব্ৰহ্মচাৰী আৰু বিধৱাই বন্ধা-আহাৰ গ্ৰহণ নকৰে, ফল-মূল আৰু গাখীৰ খাই থাকে। অম্বুবাচীত গাখীৰ খালে বোলে সাপে নোখোটে। এই সময়ছোৱা পাৰহৈ গলে ঘৰ-দুৱাৰ মচি-কাচি চফা কৰা হয় ; কাপোৰ-কানি ধুই পেলোৱা হয়। নামনি অসমত অম্বুবাচীক আমতী আৰু উজনি অসমত সাত বোলে। অম্বুবাচীও কৃষি উৎসৱ-ৰূপেই আৰম্ভ হৈছিল বুলিব পাৰি। এতিয়াও অসমৰ ঠাইবিশেষে মাটিৰ পাত্ৰ এটাত পানী ভৰাই শস্য ৰখা হয় ; তাৰ পৰা সময়ত গজালি ওলায় ; অম্বুবাচীৰ পিছত সেই পাত্ৰটো নি নৈত উটুৱাই দিয়া হয়। অম্বুবাচীৰ কেইদিন কামাখ্যা-মন্দিৰৰ দুৱাৰ বন্ধ কৰি ৰখা হয় ; কোনো লোকক তাত সোমাবলৈ দিয়া নহয়। অম্বুবাচী শেষ হোৱাৰ দিনা মন্দিৰ খোলা হয়। সিদিনা কামাখ্যাত ডাঙৰ আকৰ্ষণীয় মেলা হয়। তাত গান-বাজনা চলে ; নানান বস্তুৰ কিনা-বেচা হয়। যাত্ৰীসকলে মন্দিৰত পূজা দিয়েগৈ। পূজা দিলে কামাখ্যাৰ পৱিত্ৰ স্মৃতি-ৰূপে একো টুকুৰাকৈ ৰঙা কাপোৰ যাত্ৰীক দিয়া হয়।

কামাখ্যাৰ এটা উল্লেখযোগ্য উৎসৱ দেৱধ্বনি ( দেওধনি ) শাওনৰ শেষ দিনৰ পৰা ভাদৰ দ্বিতীয় দিনলৈকে চলে। ইয়াৰ সম্বন্ধ মনসা বা মাৰৈ পূজাৰ লগত। গোৱালপাৰা, কামৰূপ, দৰং আৰু নগাওঁ জিলাত সৰ্পদেৱী মনসাৰ পূজা প্ৰচলিত আছে। শুৱালকুছি, গেৰুৱা আৰু পচৰীয়া গাৱঁত এই পূজা পাঁচ দিন ব্যাপি চলে। কিছুমানে বছৰৰ যি কোনো দিনত এই পূজা পাতে। এইগৰাকী দেৱীয়ে সন্তান, ধন-সম্পত্তি আদি দিব পাৰে বুলি বিশ্বাস কৰা হয়। তেওঁ মাৰি-মৰকৰ অধিষ্ঠাত্ৰী দেৱী। দক্ষিণ ভাৰতত মাৰাম্মা বা মাৰি আম্মা দেৱী হাইজা আৰু বসন্তৰ দেৱী বুলি খ্যাত। কথিত আছে যে মনসা দেৱীয়ে প্ৰথমে শক্তিশালী কামাখ্যা দেবীৰ পৰা প্ৰশ্ৰয় পোৱা নাছিল।

কামাখ্যা-নিবাসী কবি দুৰ্গাবৰে মনসাৰ বিষয়ে এখন পুথি লিখি তেওঁৰ পূজা প্ৰচাৰ কৰে। এই পুথিখন দেৱধ্বনি উৎসৱৰ তিনি দিনে পাঠ কৰা হয়। মাৰৈ পূজাৰ নানান জটিল প্ৰক্ৰিয়া আছে। এই পূজাত ব্ৰাহ্মণ পুৰোহিত নিয়োগ কৰা হয়। পূজাত ওজাপালি বা ঢুলীয়া উঠে। তিৰোতা মানুহে বিয়া এখনত কৰাৰ দৰেই পানী তোলা আদি কাম কৰে। ঢোল, কালি, শংখ, ঘণ্টা বজোৱা হয়; কেতিয়বা হিলৈও মৰা হয়। প্ৰথমে ধৰ্মক পূজা কৰা হয়; তাৰ পিছত পঞ্চদেৱতাৰ আৰু অষ্টনাগৰ পূজা হয়। অন্যান্য স্থানীয় দেৱ-দেৱীবো পূজা ইয়াৰ লগতে দিয়া হয়। কামাখ্যাত অষ্টনাগৰ মূৰ্তি ভক্তসকলেই দান কৰে। কিন্তু মনসাৰ মূৰ্তি নেথাকে। মাত্ৰ পূজাৰীয়ে মনসা দেৱীৰ নামত সকলো পূজা কৰি যায়। দেওধাইসকলৰ নাচ এই উৎসৱৰ আটাইতকৈ উল্লেখযোগ্য বিষয়। তেওঁলোকে জঁক উঠি নৃত্য কৰে। ৰাইজৰ মাজৰ পৰা অহা দেওতাসকল এটা পৃথক শ্ৰেণীৰ লোক বুলিয়ে পৰিগণিত হয়। উৎসৱৰ এমাহমান আগৰে পৰা তেওঁলোকৰ গাতেই দেৱ-দেৱীয়ে ভৰ কৰে বুলি বিশ্বাস। প্ৰত্যেক দেৱতা আৰু প্ৰত্যেক দেৱীৰে একেজন দেওধাই থাকে। তেওঁক জঁকি বা ঘোঁৰা বোলে। দেৱ-দেৱীয়ে ভৰ কৰা বাবে জঁক উঠে কাৰণেই হয়তো জঁকি বোলে। একেই অৰ্থত তেওঁক ঘোঁৰা বোলা হয়, অৰ্থাৎ মানুহ ঘোঁৰাত উঠাৰ দৰে তেওঁৰ গাতো দেৱতাই ভৰ কৰে। এমাহ কাল তেওঁ শুদ্ধ-শুচি জীৱন-যাপন কৰে। পূজাৰ সময়ত ঢোলৰ শব্দ আৰু কালিৰ মাত শুনা মাত্ৰকে তেওঁ ঘৰৰ পৰা দৌৰি ওলাই আহে পূজাথলীত নাচিবলৈ। মনসা-পূজাৰ প্ৰথম দিনা সকলো দেওধাই শিৱৰ ঘোঁৰাৰ নেতৃত্বত মহাদেৱৰ মন্দিৰত নৃত্য কৰে। বাকী দুদিন কামাখ্যা মন্দিৰৰ নৈমিত্তিক পূজাৰ অন্তত বাদ্যধ্বনি শুনি তেওঁলোক ওলাই আহি নৃত্য কৰে। কিছু সময় নচাৰ পিছত দেওধাইসকলে নিজ নিজ দেৱ-দেৱীৰ নিচিনাকৈ বস্ত্ৰ পৰিধান কৰে, তেওঁলোকৰ নিচিনাকৈয়ে মাল্যধাৰণ কৰি তেওঁলোকৰ মন্দিৰলৈ গৈ পূজা-সেৱা কৰে। পূজাৰীসকলে তেওঁলোকক সহায় কৰে। এই অৱস্থাত তেওঁলোকে ভৱিষ্যদ্বাণী কৰিব পাৰে। ভক্ত সকলে পাৰ, ছাগলী, কাপোৰ-কানি আদি আগবঢ়াই ভাগ্য গণনা কৰাই লয়। দেওধাইসকলে বলিকটা দাব ওপৰত উঠি নচা, জ্বলন্ত জোৰ মুখত ভৰাই দিয়া, পাৰ-ছাগলীৰ তেজ পিয়া, কেঁচা মাংস খোৱা আদি যি কোনো অদ্ভুত কৰ্মকে কৰিব পাৰে। নাচিবৰ সময়ত দেওধাই হাতত তৰোৱাল,



লাঠি, ঢাল আদি লয়। তেওঁলোকে ওৰেটো ৰাতি নাচি নাচি কটাই দিব পাৰে।

ফাগুন মাহৰ কৃষ্ণা চতুৰ্দশীক সাধাৰণতে শিৱ চতুৰ্দশী বা শিৱ-ৰাত্ৰি বোলে। শিৱৰাত্ৰি উৎসৱ অসমৰ অ'ত-ত'ত সিচঁৰতি হৈ থকা শিৱ-মন্দিৰবিলাকত ব্যাপকভাৱে উদ্‌যাপন কৰা হয়। অসমৰ দেৱালয়ৰ ভিতৰত শিৱ মন্দিৰৰ সংখ্যাই বেছি। গুৱাহাটীৰ উমানন্দ, তেজপুৰ মহকুমাৰ মহাভৈৰৱ, শিঙৰি, বিশ্বনাথ আৰু নাগশংকৰ, আৰু শিৱসাগৰৰ শিৱদ'লত হোৱা বিৰাট মেলা প্ৰধানকৈ উল্লেখনীয়। এই দিনা হাজাৰ-বিজাৰ ভক্তই এই বিলাক মন্দিৰলৈ গৈ বেলপাত, ফুল, নাৰিকল, দৈ, মৌ, ঘিউ, গাখীৰ বা পানী উছৰ্গা কৰি ভোলানাথক পূজা কৰে।

বৰপেটাৰ দেউল হৈছে দৌলোৎসৱ, হোলিৰে সৈতে একে। সত্ৰ-চহৰ বৰপেটাৰ ওপৰত শ্ৰীমন্ত শংকৰ-মাধৱৰ বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ বৰ গভীৰ। ইয়াৰ বিখ্যাত কীৰ্তনঘৰত নিত্য-নৈমিত্তিক নাম প্ৰসঙ্গ হয়। দেউল উৎসৱৰ প্ৰথম দিনটোক গোন্ধ বোলে। সেই দিনা গধূলি মহাপ্ৰভু কলীয়া ঠাকুৰ (শ্ৰীকৃষ্ণ) ঘুনুচাৰ (গুণ্ডিচা) বাড়ীলৈ যাবলৈ ওলায়। তেওঁৰ ভক্তসকলে, মানে বৰপেটাবাসীয়ে, ইকৰা-খাগৰি গোটাই আনি কীৰ্তন-ঘৰৰ সমুখত এটা প্ৰকাণ্ড মেজি কৰে। বাহিৰত যথাৰীতি অৰ্চনাদি কৰাৰ পিছত গধূলি সময়ত মেজিত জুই দি কলীয়া ঠাকুৰক বাদ্যভাণ্ড আৰু হাৰৈবাজি সহকাৰে মেজি পুৱাবলৈ অনা হয়। পাছে পাছে আহে অগণন প্ৰজা। মেজিৰ চাৰিওফালে এখন খাটোলাত গোসাঁইক তুলি সাত পাক ঘূৰাই নি দৌল বা বেদীত প্ৰতিষ্ঠা কৰা হয়। উৎসৱ চাৰি দিন চলে। সেই কেইদিন কীৰ্তন-ঘৰৰ সকলো নৈমিত্তিক নাম-প্ৰসঙ্গৰ অনুষ্ঠান এই দৌলৰ সমুখতে হয়। নিয়মীয়া প্ৰসঙ্গৰ উপৰি এই কেইদিন গুণমালা-লীলামালা পাঠ, ভটিমা, কীৰ্তন আদি পাঠ, ভাওনা, ঢুলীয়া, ওজা-পালি, গায়ন-বায়ন-অনুষ্ঠান, আৰু যাত্ৰাভিনয় হয়। চতুৰ্থ দিনটো শেষদিন, ইয়াক সুৰেঁৰি বোলে[১]; এই দিনা গোসাঁই ঘুনুচাৰ ঘৰৰ পৰা লক্ষ্মী আইৰ ঘৰলৈ উলটি অহাৰ দিন। প্ৰজাসকলে কলীয়া ঠাকুৰক ৰং বিৰং ফাকুগুৰিৰে ওপচাই দি দৌলৰ পৰা নমাই এখন দোলাত স্থাপন কৰে। সেই সময়তে বাৰাদি সত্ৰৰ ভক্ত বৈষ্ণৱগণে তেওঁলোকৰ নিজা

১. 'সুৰেঁৰি' শব্দটো সং 'স্মৰণ' শব্দৰ লগত সম্পৰ্কিত। পৌৰাণিক কাহিনী এটি স্মৰণ কৰাই দিয়ে বাবেই হবলা এই উৎসৱক সুঁৰেৰি বোলা হৈছে।—সম্পাদক

দোলা লৈ আহি বৰপেটাত উপস্থিত হয়। কীৰ্তন-ঘৰ অঞ্চল, ক'ব পাৰি যে গোটেই বৰপেটা চহৰেই, এখন জনসমুদ্ৰত পৰিণত হয়। শংখ, খোল, তাল আৰু হোলি গীতেৰে আকাশ মুখৰিত হয়। ল'ৰা-ডেকা-বুঢ়াই মুঠিয়ে মুঠিয়ে ফাকুগুৰি পৰস্পৰৰ গালৈ ছটিয়াই ছটিয়াই সেই আকাশ ৰঙীণ কৰি তোলে। সকলোৱে সমদল যাত্ৰা কৰি গোসাঁইক লৈ আধা মাইল আঁতৰৰ কনৰিয়ালৈ যায়। মানুহৰ ইমানে হেঁচা আৰু দলদপ-হেন্দোলদোপ হয় যে সেই আধা মাইল যাবলৈ সমদলটোৰ তিনি ঘণ্টা সময় লাগে। কনৰিয়া গৈ পালে মহাপ্ৰভুক দোলাৰ পৰা নমাই হেকতীয়া মাহ খাবলৈ দিয়া হয়। বৰপেটাৰ সত্ৰাধিকাৰে উৎসৱৰ তাৎপৰ্য সম্বন্ধে তাতে দুআষাৰ কয়। তাৰ পিছত মহাপ্ৰভুক লৈ পুনৰ বৰপেটালৈ উলটি অহা হয়। কিন্তু তেওঁ আহি দেখিব যে এডাল প্ৰকাণ্ড বাঁহ বান্ধি কীৰ্তন-ঘৰৰ দুৱাৰ তেওঁলৈ বন্ধ কৰি ৰখা হৈছে। লক্ষ্মী আইৰ খং যে কলীয়া ঠাকুৰ এইকেইদিন ঘুনুচাৰ বাড়ীত আছিলগৈ; তেওঁৰ নিৰ্দ্দেশমতে তেওঁৰ অনুগামীসকলে প্ৰবেশ-পথ আগুৰি আছে। প্ৰভুৰ প্ৰজাসকলে প্ৰভুৰ হৈ ক্ষমা প্ৰাৰ্থনা কৰে, কিন্তু সকলো মিছা, দুৱাৰ এৰি দিয়া নহয়। উভয় পক্ষৰে বাক্‌যুদ্ধ লাগে। মূৰকত একপ্ৰকাৰ হতাহতিয়েই হয়গৈ। উৎসাহী ডেকাসকলে এই আমোদজনক প্ৰতিদ্বন্দ্বিতাত মাত্ৰাধিক্য ঘটালে দুই-এজন আহতো হ'বলগীয়া হয়। বাঁহৰ হেঙাৰ ভাঙি প্ৰভুৱে প্ৰৱেশ কৰে, আৰু বাহিৰে বাহিৰে কীৰ্তন-ঘৰৰ চাৰিওফালে সাত বাৰ ঘূৰি জিৰণি লয়। শান্ত অৱস্থাৰ সুযোগ লৈ লক্ষ্মীৰ প্ৰজা এজনে তেওঁক ভৰ্ৎসনা কৰে। মহাপ্ৰভুৰ ভক্ত এজনে তাৰ উত্তৰ দিয়ে। আকৌ তুমুল বাক্-বিতণ্ডাৰ সৃষ্টি হয়। শেষত কলীয়া ঠাকুৰে হাৰ মানে আৰু এজন শান্তিপ্ৰিয় স্বামীৰ দৰে পা-পইচা আৰু অন্যান্য বস্তু দি আইক সন্তুষ্ট কৰে। তেতিয়াহে তেওঁ মন্দিৰত প্ৰৱেশ কৰিব পাৰে। ইয়াতে দেউলৰ পৰিসমাপ্তি ঘটে।

মাঘৰ বৰদোমাহীৰ দিনাও ঘাটসেৱা বুলিবৰ ডাঙৰ নাম-কীৰ্তন সুন্দৰীদিয়াৰ কলীয়া কীৰ্তন-ঘৰত হয়। কলীয়া বিলৰ পাৰতে এই ঠাই। মহাপুৰুষ মাধৱদেৱে অন্যান্য আতাসকলৰ লগত এই ঠাইতে হেনো এবাৰ একেবাহে সাত দিন সাত ৰাতি সমাজ-সংসাৰ পাহৰি অখণ্ড নাম-কীৰ্তন কৰিছিল। তেতিয়াৰে পৰা এই ঘাটসেৱা চলি আহিছে। বহুতো গাৱঁৰ



পৰা অগণন পুৰুষ-তিৰোতাই এই নামত যোগ দিয়েহি। নামত যোগ দিলে বোলে নিৰ্ধনৰ ধন হয়, অপুত্ৰকৰ পুত্ৰ হয়, বেমাৰ-আজাৰো গুচে।

অশোকাষ্টমীৰ স্নানৰ সম্পৰ্কতো মেলা আৰু উৎসৱ হয়। পাপ-পংকিলতা প্ৰক্ষালন কৰাৰ বাবে অশোকাষ্টমীৰ স্নান। শদিয়াৰ পৰা ধুবুৰীলৈ ব্ৰহ্মপুত্ৰৰ উদ্দেশ্যে দুয়ো পাৰে পৱিত্ৰ স্নানৰ কাৰণে ব্ৰহ্মপুত্ৰাতে দলে দলে যাত্ৰীসকলে কৰা যাত্ৰাৰ দৃশ্য কল্পনা কৰি চালে আচৰিত হ'ব লাগে। দক্ষিণপাৰে শিলঘাটত আৰু উত্তৰপাৰে শুৱালকুছিত বিৰাট মেলা বহে। মাতৃহন্তা পৰশুৰামে পিতাকৰ উপদেশমতে ব্ৰহ্মকুণ্ডলৈ গৈ তাত স্নান কৰি পাপমুক্ত হৈ তাৰ পৰা পবিত্ৰ ব্ৰহ্মপুত্ৰ নদীখন কাটি উলিয়ালে। ব্ৰহ্মপুত্ৰ বৈ যাবলৈ ধৰিলে; কিন্তু সেই সোঁতে অশোক মুনিৰ আশ্ৰমখনো উটুৱাই নিয়াত মুনিয়ে শাপ দিলে যে ব্ৰহ্মপুত্ৰৰ পৱিত্ৰতা নোহোৱা হ'ব। ভয় খাই ব্ৰহ্মপুত্ৰই মুনিৰ ওচৰত কৰযোৰে ক্ষমা খুজিলে। সামান্যভাৱে কোমল হৈ মুনিয়ে বিধান দিলে যে বছৰটোৰ ভিতৰত মাত্ৰ এদিনলৈ নৈখন পবিত্ৰ হ'ব। সেই দিনটো হ'ল চ'ত মাহৰ শুক্লাষ্টমী তিথি। অশোক মুনিৰ নামানুসাৰে তাকেই অশোকাষ্টমী ৰূপে পালন কৰি অহা হৈছে। এই তিথিক সীতাষ্টমীও বোলে, কাৰণ এই দিনাই সীতাৰো জন্ম হৈছিল। পৱিত্ৰ গঙ্গা নদী আৰু অশোক ফুল এই পৰবৰ সৈতে সম্পৰ্কিত হৈছে। অশোকাষ্টমীৰ দিনা ব্ৰহ্মপুত্ৰত স্নান কৰিলে গঙ্গাস্নান কৰাৰ পুণ্য লাভ হয়। কোনো কোনো লোকে গঙ্গাত লগাবলৈ ৰখা মৃতকৰ অস্থি এই দিনা ব্ৰহ্মপুত্ৰতে লগায়। নিৰ্দিষ্ট মন্ত্ৰ ফাঁকি—"ব্ৰহ্মপুত্ৰো মহাবাহো শান্তনুকুলনন্দন। অমোঘাগৰ্ভসম্ভূত পাপং লৌহিত্য মে হৰ॥" —গাই পানীত জোবোৰা এটা মাৰি, অশোকৰ কলি কেইটামান খালে সকলো পাপ দূৰ হৈ যায়, দুখ-কষ্ট পাহৰি যাব পাৰি, আনকি ব্ৰহ্মত্বও লাভ কৰিব পাৰি বুলি বিশ্বাস কৰা হয়।

এইদৰে বছৰটোৰ বাৰটি মাহৰ ওপৰত চকু ফুৰাই গলে ব'হাগৰ বিহু আৰু ভঠেলি, আহাৰৰ অম্বুবাচী, শাওণ-ভাদৰ দেৱধ্বনি, আঘোণৰ মহ'হো, মাঘৰ ভোগালী দোমাহী, ফাগুনৰ দেউল আৰু শিৱৰাত্ৰি, চ'তৰ অশোকাষ্টমীৰে সৈতে অসম ভূমিক এখনি উছৱৰ ৰং-চ'ৰাই বুলিব পাৰি নিশ্চয়।

# সত্ৰৰ উৎপত্তি, ইতিহাস আৰু অৱদান

ড° সত্যেন্দ্ৰনাথ শৰ্মা

অসমৰ ধৰ্মীয় আৰু সাংস্কৃতিক জীৱনত বৈষ্ণৱ সত্ৰসমূহে চাৰিশ বছৰৰো অধিক কাল বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে। ধৰ্ম আৰু সংস্কৃতিৰ ক্ষেত্ৰ চেৰাই সময় বিশেষে কোনো কোনো সত্ৰই ৰাজনৈতিক বুৰঞ্জীতো প্ৰভাৱ পেলোৱা দেখা যায়। বৰ্তমান সময়ত আধুনিকতাৰ প্ৰভাৱত জনসাধাৰণৰ সত্ৰৰ প্ৰতি আগৰ আনুগত্য আৰু নিষ্ঠা নাই যদিও সত্ৰসমূহ অচল হৈ যোৱা নাই। প্ৰাচীন, ঐতিহ্যসম্পন্ন সত্ৰসমূহে এতিয়াও জনসাধাৰণৰ শ্ৰদ্ধা আৰু ভক্তি আকৰ্ষণ কৰি আছে। ত্ৰিশ-চল্লিছ বছৰমান আগলৈকে প্ৰায় অসমীয়া ঘৰ-গৃহস্থীৰ লগত নিজ নিজ সত্ৰৰ সম্পৰ্ক অতিশয় ঘনিষ্ঠ আছিল আৰু গৃহস্থীৰ প্ৰত্যেক ব্যক্তিয়ে সত্ৰত গৈ ধৰ্মবস্তু লৈ সদাচাৰ শিকি উভতি আহি সত্ৰীয়া গোসাঁইৰ নিৰ্দ্দেশ মানি সংসাৰ অতিবাহিত কৰিছিল। সাম্প্ৰতিক কালত পাশ্চাত্য শিক্ষা আৰু সভ্যতাৰ প্ৰভাৱৰ ফলত ধৰ্মৰ বান্ধোন শিথিল হৈ মানুহৰ মন অধিক পৰিমাণে ঐহিকমুখী আৰু জড়বাদী হৈ পৰিছে আৰু সত্ৰসমূহেও কালৰ অগ্ৰগতিৰ লগত সমানে খোজ মিলাব নোৱাৰি জনসাধাৰণৰ লগত পূৰ্বৰ গাঢ় সম্বন্ধ ৰক্ষা কৰিব নোৱাৰা হৈছে। তথাপি চাৰিশ বছৰীয়া সংযোগৰ সূত্ৰ ছিন্ন হোৱা নাই।

অসমত পাঁচ শৰো অধিক সত্ৰৰ নাম পোৱা যায় যদিও মূল সত্ৰৰ সংখ্যা ইমান বেছি নহয়। মূল সত্ৰ একোখনৰপৰা শাখা-প্ৰশাখা বাঢ়ি গৈ সংখ্যাত কেবা শৰো অধিক হৈছে। বিশেষকৈ গৃহী সত্ৰবোৰৰ ক্ষেত্ৰত সতি-সন্ততি, পো-নাতিসকলে মূল সত্ৰৰপৰা আঁতৰি গৈ স্বকীয়া সত্ৰ পাতি শিষ্য ভজাই সত্ৰৰ সংখ্যা বৃদ্ধি কৰাৰ উদাহৰণ যথেষ্ট আছে। এনে ধৰণে সংখ্যা বাঢ়ি গৈ সদিয়াৰপৰা কোচবেহাৰলৈকে গাঁৱৰ চুকে-কোণে বহুতো সত্ৰ অনুষ্ঠান গঢ়ি উঠে। সত্ৰসমূহ বৈষ্ণৱ ধৰ্মপ্ৰচাৰৰ কেন্দ্ৰই কেৱল নাছিল, ই একেধাৰে শিক্ষা আৰু কলাচৰ্চ্চাৰো কেন্দ্ৰ আছিল। অসমৰ সাংস্কৃতিক জীৱনৰ বিকাশলৈ



সত্ৰসমূহৰ দান অপৰিসীম। সেই বিষয়ে আলোচনা কৰাৰ আগতে সত্ৰ অনুষ্ঠানৰনো উদ্ভৱ আৰু বিকাশ কেনেকৈ হ'ল সেই বিষয়ে চমুকৈ আলোচনা কৰা সমীচীন হ'ব।

**সত্ৰৰ উৎপত্তি আৰু বিকাশঃ** 'সত্ৰ' শব্দটো সংস্কৃত 'সত্ৰ' শব্দৰ অসমীয়া ৰূপান্তৰ। সংস্কৃতত 'সত্ৰ' মানে দীৰ্ঘকালীন যজ্ঞ (Sacrificial Session) আৰু অন্ন-জলাদি বিতৰণৰ স্থান (তু. অন্নসত্ৰ, জলসত্ৰ)। বৈদিক সাহিত্যত যিবোৰ যজ্ঞ একে দিনতে সম্পন্ন হৈছিল তাক 'একাহ' যজ্ঞ বোলা হৈছিল, যিবোৰ যজ্ঞত এদিনতকৈ বেছি কিন্তু বাৰ দিনতকৈ কম দিন লাগিছিল সেই যজ্ঞক 'অহীন' যজ্ঞ বোলা হৈছিল আৰু যিবোৰ যজ্ঞ বাৰ দিনতকৈ অধিক কালব্যাপি অনুষ্ঠিত হৈছিল সেইবোৰক বোলা হৈছিল 'সত্ৰ যজ্ঞ'। কিন্তু যজ্ঞাৰ্থক 'সত্ৰ' শব্দটোৰে কেনেকৈ বৈষ্ণৱসকলৰ আবাসিক ধৰ্ম-চৰ্চ্চাৰ কেন্দ্ৰ, য'ত যজ্ঞৰ কোনো সম্পৰ্ক নাই, অনুষ্ঠানক বুজাবলৈ ধৰিলে সেইটোও বিচাৰ্য বিষয়। দৰাচলতে বৌদ্ধ যুগৰ আগতে ধৰ্মচৰ্চ্চা তথা তপস্যাৰ আবাসিক কেন্দ্ৰ আছিল ঋষিৰ আশ্ৰমসমূহ। এই আশ্ৰমবোৰ শিক্ষা, তপস্যা আৰু ধৰ্মালোচনাৰ আবাসিক কেন্দ্ৰ আছিল। বৌদ্ধ আৰু জৈন ধৰ্মৰ অভ্যুত্থানৰ সময়ত বিহাৰ বা সংঘাৰামসমূহ শ্ৰমণসকলৰ বাসস্থান আৰু ধৰ্মচৰ্যাৰ কেন্দ্ৰ (চৰ্চ্চা!) হৈ পৰিল। ভিক্ষু বা শ্ৰমণসকলে বিনয়পিটকত নিৰ্দ্দিষ্ট নীতি-নিয়ম পালন কৰি বৌদ্ধ বিহাৰসমূহত ধৰ্মীয় জীৱন যাপন কৰিছিল। বৌদ্ধ আৰু জৈন বিহাৰবোৰৰ পতনৰ পাছত মধ্যযুগত মঠবোৰৰ উদ্ভৱ হয়। কিন্তু যজ্ঞাৰ্থক 'সত্ৰ' শব্দটো কোনো সম্প্ৰদায়ৰে ধৰ্মাচৰণাৰ্থে ভক্তসকল বাস কৰা ধৰ্মীয় অনুষ্ঠান বুজাবলৈ ব্যৱহাৰ কৰা নাই। তেন্তে, অসমীয়া নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তকসকলে এই 'সত্ৰ' শব্দটো কি প্ৰসঙ্গত, ক'ৰ-পৰা তেখেতসকলৰ ধৰ্মাচৰণৰ কেন্দ্ৰ বা অনুষ্ঠানক বুজাবলৈ প্ৰয়োগ কৰিলে?

উত্তৰটো সহজ। অসমীয়া বৈষ্ণৱসকলৰ পৱিত্ৰতম গ্ৰন্থ হ'ল 'ভাগৱত-পুৰাণ'। এই ভাগৱত পোনপ্ৰথমে শুক মুনিয়ে মৃত্যুৰ ক্ষণ গণি থকা ৰজা পৰীক্ষিতক পাঠ কৰি শুনায়। তাৰ পাছত নৈমিষাৰণ্যত সৌনকাদি মুনি-সকলে সহস্ৰবৰ্ষব্যাপি সত্ৰানুষ্ঠান কৰোঁতে অৰ্থাৎ যজ্ঞ কৰোঁতে সূত উগ্ৰশ্ৰবা তাত উপস্থিত হোৱাত ঋষিসকলে তেওঁক শ্ৰীকৃষ্ণৰ লীলা প্ৰকাশক ভাগৱত কবলৈ অনুৰোধ কৰে। ঋষিসকলৰ অনুৰোধ ৰক্ষা কৰি সূতে সমস্ত ভাগৱত যজ্ঞানুষ্ঠানৰ অৱসৰত তেওঁলোকক ব্যাখ্যা কৰি শুনায়। যি হেতুকে সত্ৰক

( যজ্ঞ , উপলক্ষ্য কৰি ভাগৱত চৰ্চ্চা হৈছিল আৰু হৰিভক্তিৰ মাহাত্ম্য প্ৰকাশ হৈছিল, সেই কাৰণে অসমীয়া বৈষ্ণৱসকলে নৈমিষা সত্ৰৰ লাক্ষণিক অৰ্থকে প্ৰধানভাৱে গ্ৰহণ কৰি বৈষ্ণৱভক্তিৰ কেন্দ্ৰ আৰু ভক্তসকলৰ সংযোগ-স্থল অৰ্থত সত্ৰ শব্দটো প্ৰয়োগ কৰিবলৈ ধৰে। যজ্ঞ অৰ্থ ভক্ত সমাজত কালক্ৰমত লোপ পায় আৰু সত্ৰৰ ঠাইত পাছলৈ সত্ৰ বুলি পৰিগণিত হয়।

বৈষ্ণৱভক্তি চৰ্চ্চাৰ কেন্দ্ৰস্বৰূপে অসমত 'সত্ৰ' শব্দটো কিমান প্ৰাচীন এই বিষয়ে সন্দেহৰ অৱকাশ নথকা নহয়। আমবাৰীৰ শিলালিপিৰ পাঠোদ্ধাৰ কৰি ড' প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে 'সত্ৰ' শব্দটো ত্ৰয়োদশ শতিকাৰপৰা প্ৰচলিত থকা বুলি মত প্ৰকাশ কৰিছে। তেওঁৰ মতে 'সাবাসিক সত্ৰ' ত্ৰয়োদশ শতিকাৰ পৰাই অসমত আছিল, ই বৈষ্ণৱযুগৰ সৃষ্টি নহয়। কিন্তু আমবাৰীৰ শিলালিপি ইমান জৰাজীৰ্ণ যে ড' চৌধুৰীৰ পাঠ কিমান দূৰ শুদ্ধ আৰু প্ৰামাণিক হৈছে সেই বিষয়েও সন্দেহৰ থল নথকা নহয়। তাৰ পাছত আমি বৈষ্ণৱসকলৰ ধৰ্মালোচনাৰ স্থান হিচাপে স্পষ্টৰূপত অনন্ত কন্দলিৰ আত্ম-পৰিচয় প্ৰসঙ্গত 'বৃত্ৰাসুৰ বধ' কাব্যত পাওঁ। তাত তেওঁ পিতাক ৰত্ন পাঠকে হাজোত 'সত্ৰ' প্ৰৱৰ্ত্তাই ভাগৱত ব্যাখ্যা কৰাৰ কথা উল্লেখ কৰিছে। কিন্তু ৰত্ন পাঠকৰ দিনত স্বকীয় বিশেষত্বৰ সৈতে সত্ৰ অনুষ্ঠান গঢ় লোৱা নাছিল। অনন্ত কন্দলিয়ে 'সত্ৰ' শব্দটোৰ দ্বাৰা বৈষ্ণৱসকলে বা ভক্তিপ্ৰাণলোকৰ ভাগৱত শ্ৰৱণ কৰাৰ সমাজ এখন, অৰ্থাৎ ভক্তসকলে ৰত্ন পাঠকৰপৰা ভাগৱত শুনিবলৈ সমবেত হোৱা সমাজখনকহে উল্লেখ কৰিছে। মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনাত বা আত্মপৰিচয় প্ৰসঙ্গত 'সত্ৰ'ৰ উল্লেখ নাই। মাধৱদেৱৰ ৰচনাতো আমি তাৰ উল্লেখ নাপাওঁ। অনন্ত কন্দলিৰ সমসাময়িক বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্যই তেওঁৰ 'শৰণ-সংগ্ৰহ' নামৰ গ্ৰন্থত সত্ৰৰ এটা বৈষ্ণৱজনোচিত সংজ্ঞা দিছে। সম্ভৱতঃ অসমৰ 'সত্ৰ' সম্পৰ্কে এইটোৱেই প্ৰাচীনতম সংজ্ঞা। ভাগৱত ভট্টাচাৰ্যৰ বা ভট্টদেৱৰ সংজ্ঞাটো এনে ঃ

যত্ৰাচৰন্তি সদ্ধৰ্মান্ কেৱলা ভগৱদ্প্ৰিয়া
নৱধা ভগবদ্ভক্তিঃ প্ৰত্যহং যত্ৰ ৱৰ্ততে।
তদ্-সত্ৰমুত্তমং ক্ষেত্ৰং বৈষ্ণৱসুৰবন্দিতম্,
তত্ৰস্থা বৈষ্ণৱাঃ সৰ্ব্বে হৰিনামপৰায়ণাঃ ॥

ওপৰৰ সংজ্ঞাটোৰ পৰা এই কথা বুজিব পাৰি যে ভট্টদেৱৰ 'সত্ৰ' একনিষ্ঠ ভক্তসকলে নৱধা ভক্তি আচৰণ কৰাৰ সংযোগস্থলেই নহয়, সেই সত্ৰ



ভক্তসকলৰ নিবাসস্থানো আছিল। ভট্টদেৱৰ সমসাময়িক চৰিতকাৰ দ্বিজ ভূষণে শংকৰদেৱে প্ৰথম তীৰ্থযাত্ৰাৰ পৰা উভতি আহি 'সত্ৰ-গৃহ' নিৰ্মাণ কৰি ভক্তি চৰ্চা কৰাৰ কথা উল্লেখ কৰিছে। এই 'সত্ৰ-গৃহ' কেনে আছিল তাৰ কোনো বিৱৰণ ভূষণ দ্বিজে দিয়া নাই। সম্ভৱতঃ শঙ্কৰদেৱে নাম-প্ৰসঙ্গ, ভাগৱত-পাঠ আৰু হৰিকথা চৰ্চাৰ কাৰণে প্ৰথমে যি গৃহ নিৰ্মাণ কৰি লৈছিল তাকে দ্বিজ ভূষণ, ৰামচৰণ আদিয়ে দেৱ-গৃহ বা সত্ৰ-গৃহ বুলিছে, বিগ্ৰহ থকা 'মণিকূট' শব্দটোও পৰৱৰ্ত্তী চৰিতকাৰৰ ৰচনাতহে পাওঁ। বিগ্ৰহৰ অৱস্থিতি শঙ্কৰদেৱৰ ধৰ্মপ্ৰচাৰৰ আৰম্ভৰপৰা ধৰি ললেও, নাইবা শাস্ত্ৰ-থাপনাৰ প্ৰথমৰ পৰাই নামঘৰৰ অতিৰিক্ত আন এটি ঘৰত থকা বুলি ধৰি ললেও আমি মহাপুৰুষৰ জীৱন কালত নামঘৰ আৰু মণিকূটৰ অস্তিত্বহে ধৰি লব পাৰোঁ। হাটী, বিষয়ববীয়া, গুৰু-কৰ, গাৱঁৰ লগত সম্বন্ধৰক্ষী সত্ৰীয়া বিষয়া, সত্ৰ-সঞ্চালনৰ বিভিন্ন বিভাগ আদি মহাপুৰুষৰ দিনত হোৱা নাই ; আন কথাত সত্ৰৰ আনুষ্ঠানিক দিশৰ তেতিয়া বিকাশ ঘটা নাছিল। শঙ্কৰদেৱৰ দিনত সত্ৰৰ আনুষ্ঠানিক দিশটোৰ বিকাশ হোৱাহেঁতেন তেখেতৰ তিৰোধানৰ পাছত মাধৱদেৱ তেখেতৰ ধৰ্মৰ উত্তৰাধিকাৰী হিচাপে পাটবাউসী সত্ৰৰ কৰ্তৃত্বত সংস্থাপিত হ'লহেঁতেন। কিন্তু প্ৰথমতে গণককুছিৰ পৰা আৰু পাছত সুন্দৰীদিয়াৰ পৰাহে মাধৱদেৱে মহাপুৰুষীয়া ধৰ্মৰ গুৰি ধৰা ধৰি বৈষ্ণৱ আন্দোলন পৰিচালনা কৰিছিল। তদুপৰি পাটবাউসীত মহাপুৰুষ শঙ্কৰদেৱৰ এখন সম্পূৰ্ণাঙ্গ সত্ৰ থকাহেঁতেন মহাপুৰুষৰ তিৰোধানৰ পাছত তেৰাৰ পত্নী আৰু পৰিয়ালবৰ্গ যি আৰ্থিক আৰু অন্যান্য অসুবিধাত পৰিছিল তেনে অস্বচ্ছল অৱস্থাৰ সৃষ্টি নহ'লহেঁতেন।

এই কথা নিশ্চিত যে মহাপুৰুষ শঙ্কৰদেৱৰ দিনত কীৰ্ত্তনঘৰৰ বাহিৰে সত্ৰৰ অন্যান্য অঙ্গই বিকাশ লাভ কৰা নাছিল। মহাপুৰুষৰ পাছত মাধৱদেৱে বৰপেটা সত্ৰখন নিৰ্মাণ কৰি প্ৰসঙ্গৰ নিয়ম নিৰ্ধাৰণ কৰে আৰু উদাসীন বা কেৱলীয়া আৰু গৃহী ভক্ত থকাৰ ব্যৱস্থা কৰে। আনকি খৰিঘৰ, চাউল ভড়াল, সিধা-ভোজন ৰখাৰ ব্যৱস্থা কৰি সত্ৰৰ স্থায়ী সংস্থানৰ বাট মুকলি কৰে। বৰপেটাৰ কীৰ্ত্তনঘৰটো চালে চকুৱোৰাকৈ পুনৰ নিৰ্মাণ কৰায় আৰু গণতান্ত্ৰিক ভিত্তিত সমূহ ভকতৰ ওপৰত তাৰ প্ৰৱৰ্ত্তনৰ দায়িত্ব অৰ্পণ কৰে। মথুৰাদাস বুঢ়া আতাক সমূহ ভকতৰ নেতাস্বৰূপে প্ৰতিষ্ঠা কৰে। এইখিনিতে সত্ৰ অনুষ্ঠানৰ বিকাশত দামোদৰদেৱৰ অৱদানো লেখত লবলগীয়া। দামোদৰ-

দেৱৰ প্ৰসিদ্ধ চৰিতকাৰ ৰামৰায়ৰ 'গুৰুলীলা' দামোদৰদেৱৰ তিৰোধানৰ ত্ৰিশ বছৰমানৰ পাছত ৰচনা কৰা। তেওঁ দামোদৰদেৱৰ বৈকুণ্ঠপুৰ সত্ৰৰ যি বিৱৰণ দিছে তাৰপৰা জনা যায় সেই সত্ৰ নামঘৰ, মণিকূট, ভকতৰ চাৰি-হাটীৰে সম্পূৰ্ণ আছিল। সত্ৰৰ চাৰিওফালে ওখ ঢাপ মাৰি চাৰিসীমা নিৰ্বন্ধ কৰা হৈছিল। সত্ৰৰ বাহিৰত গৃহী বা সংসাৰী ভকত থকা ঠাই নিৰ্ণয় কৰি দিয়া আছিল। সত্ৰলৈ সোমাই যোৱা পদূলিত সুন্দৰ বাট-চ'ৰা বা তোৰণ আছিল। 'গুৰুলীলা'ৰ মতে দামোদৰদেৱৰ লগত কামৰূপৰ পৰা কোচবেহাৰলৈ ছকুৰি উদাসীন ভকত গৈছিল। দামোদৰদেৱ পাটবাউসীত থাকোঁতেও নামঘৰ, হাটী-বাটী ইমান শৃঙ্খলাবদ্ধ আৰু জাকতজিলিকাকৈ সজাইছিল যে তেওঁৰ সত্ৰলৈ মানুহৰ লানি লাগিছিল। সেই কাৰণেই নাৰায়ণ ঠাকুৰে মাধৱদেৱক বৰপেটা সত্ৰখন চকুত লগাকৈ নিৰ্মাণ কৰিবলৈ বাৰে বাৰে সকিয়াই থাকিব লগা হৈছিল, যাতে বৰপেটা সত্ৰৰ প্ৰতি জনতাৰ মন আকৃষ্ট হয়। দামোদৰদেৱে গুৰু-কৰ প্ৰথাও প্ৰৱৰ্তন কৰে।

সত্ৰ অনুষ্ঠানৰ বিকাশৰ তৃতীয় স্তৰটো পাওঁ সপ্তদশ শতিকাৰ চতুৰ্থ দশকত। আহোম ৰাজ্যত নানা বাধা পোৱা সত্বেও আৰু বুঢ়াৰজা প্ৰতাপ-সিংহৰ ক্ৰোধদৃষ্টি সহ্য কৰিও বংশীগোপালদেৱে গুৰু-আজ্ঞা শিৰত লৈ উজনি ৰাজ্যত ধৰ্ম প্ৰচাৰ কৰোঁতে ভালেকেইখন সত্ৰ স্থাপন কৰে। চৰিতকাৰ ৰমানন্দৰ মতে প্ৰথম অৱস্থাত স্থাপন কৰা কলাবাৰী সত্ৰত ৰত্নাকৰ কন্দলিক ভাগৱতী, অনিৰুদ্ধ ভূঞাক পাঠক, আঠজন পালিৰে সৈতে যদুমণিক গীতৰ ওজা আৰু ছজন পালিৰে সৈতে মুৰাৰিক কীৰ্ত্তনৰ ওজা নাম লগোৱা, পাঁচজন শ্ৰৱণী, ১২ জন পালি বা সহায়কাৰীৰ সৈতে এজনক বিগ্ৰহ-পূজাৰ বৰদেউৰী আৰু তিনি প্ৰসঙ্গৰ বিভিন্ন কাৰ্যতালিকা চলাবৰ কাৰণে তিনিজন মুখ্য কাৰ্যাধিকাৰী নিয়োগ কৰিছিল। তদুপৰি খাদ্যভাণ্ডাৰ, শিষ্যই দিয়া সিধা-পাতি, পা-পইচাৰ তত্বাৱধান লোৱা দুগৰাকী বিষয়ববীয়া আৰু ব্যৱহাৰৰ কাৰণে সত্ৰৰ ভাণ্ডাৰৰ পৰা উলিয়াই দিয়া বস্তুৰ হিচাপ ৰখা তৃতীয় এজন বিষয়ববীয়া নিয়োগ কৰাৰ উল্লেখ উক্ত চৰিতপুথিত পোৱা যায়। সত্ৰ নিয়াৰিকৈ চলাবলৈ বিভিন্ন বিভাগৰ ওপৰত একোজন বিষয়ববীয়া নিযুক্ত কৰাৰ পৰা বংশীগোপালদেৱৰ সংগঠন-প্ৰতিভা আৰু সত্ৰৰ আনুষ্ঠানিক বিকাশত তেখেতৰ অৱদান অনস্বীকাৰ্য। বংশীগোপালদেৱৰ কুৰুৱাবাঁহী সত্ৰ পাঁচ শ উদাসীন ভকত থাকিব পৰাকৈ নিৰ্মাণ কৰিছিল বুলি ৰমানন্দৰ চৰিত পুথিৰ পৰা জনা যায়।



ৰজাঘৰৰ স্বীকৃতি আৰু পৃষ্ঠপোষকতা দান, সত্ৰৰ বিকাশত শেহতীয়া স্তৰ বুলিব পাৰি। ৰজাঘৰে স্বীকৃতিদান কৰা বহুত সত্ৰকে দেৱোত্তৰ সম্পত্তি, পাইক আদি দান কৰি আৰ্থিক অৱস্থা স্বচ্ছল কৰি তোলাত সত্ৰবোৰৰ চাল-চলন, ধৰণ-কৰণতো কিছু ৰাজসিকতা সোমাল যদিও বহুতো ফালৰপৰা সুবিধাও নোহোৱাকৈ নাথাকিল। গতিকে সত্ৰ অনুষ্ঠানে প্ৰাৰম্ভতে বৰ্তমান ৰূপ লোৱা নাছিল। ই ক্ৰমবিকাশৰহে পৰিণতি। অৱশ্যে ইয়াৰ বীজটো মহাপুৰুষ শঙ্কৰদেৱেই বপণ কৰে।

**সত্ৰৰ প্ৰকাৰভেদ ঃ** সকলো সত্ৰৰ গৃহ-সংস্থাপন (structural pattern) ৰীতি, সাংগঠনিক প্ৰক্ৰিয়া (organisational system) আৰু প্ৰশাসন-ৰীতি একে নহলেও কিছুমান সাধাৰণ বৈশিষ্ট্য লক্ষ্য কৰা যায়। গৃহী, অৰ্ধগৃহস্থী আৰু সম্পূৰ্ণ উদাসীন সত্ৰৰ প্ৰকৃতিভেদে গৃহ-সংস্থাপন পদ্ধতি, সাংগাঠনিক প্ৰক্ৰিয়া আৰু প্ৰশাসন ৰীতিৰ প্ৰভেদ ঘটাটো স্বাভাৱিক কথা। কিন্তু সত্ৰৰ গৃহ-গঠন-নিৰ্মাণ ক্ষেত্ৰত এটা সাধাৰণ বৈশিষ্ট্য হ'ল নামঘৰ আৰু মণিকূটৰ অৱস্থান; এই মণিকূট-নামঘৰৰ উপৰিও সত্ৰৰ মৌলিক প্ৰকৃতি অনুসৰি ভকতসকল থকা হাটী আৰু সত্ৰাধিকাৰ আৰু ডেকা-অধিকাৰ থকা ঘৰৰ ব্যৱস্থা। এইখিনিতে এটা কথা মনত ৰাখিব লাগিব যে সকলো সত্ৰ একে প্ৰকৃতিৰ নহয়। প্ৰকৃতি অনুসৰি সত্ৰবোৰক তিনিটা ভাগত বিভাগ কৰিব পাৰি পাৰি ঃ (১) উদাসীন, (২) অৰ্ধ-উদাসীন (semi-monastic), আৰু গৃহস্থী। যিবোৰ সত্ৰ কেৱল উদাসীন বা কেৱলীয়া ভকতৰ বাসস্থান, যিবোৰৰ চৌহদত গৃহস্থী-জীৱন যাপন কৰিবলৈ দিয়া নহয়, য'ত নাৰীৰ ৰাত্ৰিবাস নিষেধ, আৰু য'ত ঈশ্বৰচিন্তা, উপাসনা আদিয়েই ভকতসকলৰ দৈনন্দিন জীৱনৰ প্ৰধান কাৰ্য্যসূচী সেই-বোৰক উদাসীন বা বিহাৰ-সম সত্ৰ বুলি ক'ব পাৰি। যিবোৰ সত্ৰৰ নিৰ্দিষ্ট দিশত গৃহী বা গৃহস্থীসকলৰ আৰু তাৰ বিপৰীতে নিৰ্দিষ্ট দিশত উদাসীনসকলৰ হাটীৰ ব্যৱস্থা কৰা আছে, য'ত সত্ৰাধিকাৰ, ডেকা-সত্ৰাধিকাৰ আদি প্ৰধান সত্ৰীয়াসকলে উদাসীন জীৱন যাপন কৰে, তেনে সত্ৰক অৰ্ধ-উদাসীন সত্ৰ বুলিব পাৰি। কিন্তু যিবোৰ সত্ৰৰ সত্ৰীয়াসকলে গৃহস্থী জীৱন যাপন কৰি সমাজৰ আন দহজনৰ দৰেই সাংসাৰিক জীৱন অতিবাহিত কৰি তাৰ মাজতে শিষ্য ভজাই, ধৰ্মীয় আচাৰ-অনুষ্ঠান পালন কৰি ধৰ্মপ্ৰচাৰ আৰু পালনত বৰঙণি যোগাই আহিছে তেনেবোৰ সত্ৰই

হ'ল গৃহস্থী সত্ৰ। প্ৰথম শ্ৰেণীৰ উদাহৰণ হ'ল—আউনীআটী, দক্ষিণপাট; দ্বিতীয় শ্ৰেণীৰ উদাহৰণ বৰপেটা আৰু বাকী সৰহভাগ সত্ৰই তৃতীয় শ্ৰেণীত পৰে। প্ৰথম শ্ৰেণীত উদাসীন আৰু সম্পূৰ্ণ ধৰ্মীয় জীৱন যাপন কৰাৰ ব্যৱস্থা থকা কাৰণে এইবোৰ সত্ৰক প্ৰাচীন বৌদ্ধ বা জৈন বিহাৰৰ লগত তুলনা কৰিব পাৰি। কিন্তু বিহাৰৰ লগত সাদৃশ্য থাকিলেও সামূহিক আহাৰ পৰিবেশনৰ ব্যৱস্থাৰ পৰিৱৰ্তে গাইগুটীয়া আহাৰ পৰিৱেশনৰহে ব্যৱস্থা এই উদাসীন সত্ৰকেইখনত দেখা যায়। শিখ ধৰ্মৰ লঙ্গৰ ব্যৱস্থাও ইয়াত নাই।

সত্ৰসমূহক মূল, আজ্ঞাপৰ আৰু শলাবান্তি—এই তিনিটা শ্ৰেণীত প্ৰাচীন চৰিতকাৰ কোনো-কোনোৱে ভাগ কৰাও দেখা যায়। যেতিয়া কোনো শিষ্য বা ভকতে গুৰুৰ আজ্ঞালৈ বা আদেশক্ৰমে নতুন সত্ৰ প্ৰতিষ্ঠা কৰে তেতিয়া সেই সত্ৰক আজ্ঞাপৰ সত্ৰ আখ্যা দিয়া হয়। কোনো ধৰ্মাচাৰ্যৰ বা মূল সত্ৰ-প্ৰতিষ্ঠাতাৰ সতি-সন্ততিসকলে মূলসত্ৰৰ পবিত্ৰ বুলি গণ্য কৰা কোনো এপদ বা অধিক বস্তু নি সেই সত্ৰৰ নামতে বা ভিন্ন নামত নতুন সত্ৰ স্থাপন কৰে তেনে সত্ৰক শলাবন্তি সত্ৰ বা শাখা সত্ৰ বোলা হয়। বহু সত্ৰই এই শ্ৰেণীৰ সত্ৰ।

**সত্ৰৰ বিভিন্ন পক্ষ :** সত্ৰসমূহত প্ৰধানকৈ তিনিটা পক্ষ ঘনিষ্ঠভাবে জড়িত থাকে, (১) অধিকাৰ বা বুঢ়া সত্ৰীয়া, ডেকা অধিকাৰ বা ডেকা সত্ৰীয়া, (২) সত্ৰৰ ভকত আৰু বিষয়ববীয়া, আৰু (৩) শিষ্য। অধিকাৰক সত্ৰৰ প্ৰধান বিষয়ববীয়া বুলিব পাৰি। খ্ৰীষ্টিয়ান মনাষ্টেৰিৰ এব্বট্ বা হিন্দু মঠৰ মহন্তৰ লগত তেওঁক তুলনা কৰিব পাৰি। তেওঁ সত্ৰৰ সকলো ধৰ্মকাৰ্যৰ প্ৰধান তত্বাৱধায়ক আৰু প্ৰধান গুৰু। তেওঁ 'শৰণ', 'ভজন', 'মালা', 'মন্ত্ৰ'—আদি আধ্যাত্মিক সাধনাত শিষ্যসকলক দীক্ষিত কৰি ধৰ্মৰ পথ চিনাই দিয়ে। অধিকাৰৰ পাছতে ডেকা অধিকাৰৰ স্থান আৰু বহু সময়ত অধিকাৰৰ সলনি তেৱেঁই অধিকাৰৰ কাৰ্য সম্পন্ন কৰে। অধিকাৰৰ মৃত্যুত তেওঁ সাধাৰণতে সত্ৰৰ মূৰব্বী বা অধিকাৰ-পদত অভিষিক্ত হয়। সত্ৰত বাস কৰা দ্বিতীয় পক্ষ হ'ল উদাসীন বা কেৱলীয়া ভকত-সমূহ। এওঁলোকে বিয়া-বাৰু নকৰাই সত্ৰৰ ধৰ্মীয় অনুষ্ঠানসমূহৰ লগত ঘনিষ্ঠভাৱে জড়িত থাকি আৰু বহু ক্ষেত্ৰত সত্ৰৰ বিষয়বাব গ্ৰহণ কৰি ঈশ্বৰসেৱাত কাল অতিবাহিত কৰে। সাধাৰণতে সত্ৰৰ চৌহদতে এওঁলোকে



স্বকীয় হাটীত বাস কৰে। বহুতো গৃহস্থীলোকেও জীৱনৰ শেষ বয়সত ঘৰ-সংসাৰ এৰি বানপ্ৰস্থ অৱলম্বন কৰি, সত্ৰৰ সান্নিধ্যত ভকতীয়া জীৱন-যাপন কৰি পৰকালৰ হিত চিন্তাত কাল কটায়। উদাসীন সত্ৰবোৰত কেৱলীয়া ভকতসকলেই সত্ৰ-প্ৰশাসনৰ বিভিন্ন বিভাগৰ বিষয়বাব গ্ৰহণ কৰি সত্ৰ চলোৱাত অধিকাৰ বা সত্ৰীয়াক সহায় কৰে। সত্ৰৰ তৃতীয় পক্ষ হ'ল গৃহস্থী শিষ্যসমূহ। এওঁলোকৰ লগত সত্ৰৰ সম্পৰ্ক বৰ ঘনিষ্ঠ নহয়। গুৰু বা অধিকাৰৰ ওচৰত শৰণ বা দীক্ষা লৈ সদাচাৰ শিক্ষা কৰি গাৱঁত বা নগৰত নিজৰ ঘৰ-সংসাৰ চলাই গৃহস্থী জীৱন যাপন কৰে। বিশেষ বিশেষ উপলক্ষ্যতহে এওঁলোকৰ লগত সত্ৰৰ আৰু অধিকাৰৰ সম্পৰ্ক ঘটে।

**সত্ৰ-প্ৰশাসন :** সত্ৰৰ প্ৰকৃতি অনুসৰি প্ৰশাসন বা পৰিচালনা পদ্ধতি নিৰ্ভৰ কৰে। সম্পূৰ্ণ গৃহস্থী সত্ৰত সত্ৰ প্ৰশাসনৰ পূৰ্ণৰূপ দেখা পোৱা নাযায়। নাম-প্ৰসঙ্গ আৰু ধৰ্মীয় অনুষ্ঠান চলাবৰ কাৰণে নামঘৰ-মণিকূটক কেন্দ্ৰ কৰি কেইজনমান বিষয়ববীয়া থাকে আৰু গাঁৱৰ শিষ্যসকলৰ লগত সম্পৰ্কৰক্ষী দুই-এজন বিষয়ববীয়া থাকে। হাটী পৰিচালনা, কেৱলীয়া ভকত-সমূহ প্ৰৱৰ্ত্তনৰ সমস্যা এনে গৃহস্থী সত্ৰত সাধাৰণতে চকুতে নপৰে। সৰহভাগ সত্ৰতে কেৱলীয়া হাটী নাই, আৰু বাৰটা মাহত তেৰটা পৰ্বও এনেবোৰ গৃহস্থী সত্ৰত অনুষ্ঠিত নহয়। আনকি চৈধ্য বা দ্বাদশ প্ৰসঙ্গও তিথি-পৰ্বতহে এইবোৰ সত্ৰই পালন কৰে। এই পৰ্যায়ৰ সৰহভাগ সত্ৰত প্ৰশাসনীয় বা পৰিচালনা ক্ষমতা সত্ৰাধিকাৰৰ ওপৰত ন্যস্ত থাকে। সত্ৰৰ অন্যান্য বিষয়ববীয়াও অধিকাৰৰ নিৰ্দেশ মতেই পৰিচালিত হয়। কিন্তু উদাসীন সত্ৰৰ পৰিচালনা গৃহী সত্ৰৰ পৰা বহু ক্ষেত্ৰত প্ৰভেদ; ইয়াৰ ধৰ্মীয় নিত্য আৰু নৈমিত্তিক কাৰ্যসূচীও বিশদ আৰু ব্যাপক। ইয়াৰ প্ৰশাসনীয় আৰু পৰিচালনা-পদ্ধতিত স্বকীয়তা লক্ষ্য কৰা যায়। স্বাভাৱিকতে এই ধৰণৰ সত্ৰ-পৰিচালনা গৃহী সত্ৰতকৈ কিছু পৃথক হোৱাটো একো আচৰিত নহয়। এনে ধৰণৰ বিহাৰ-লক্ষণ-সম্পন্ন সত্ৰৰ বিভাগ পৰিচালনা কৰিবৰ কাৰণে প্ৰধান, দুৱলীয়া আৰু পালি বিষয়ববীয়া থাকে, যি সকলে সত্ৰাধিকাৰৰ কৰ্তৃত্বাধীনত স্ব-স্ব বিভাগৰ কাম নিয়াৰিকৈ চলাই আহিছে। তলত বিভিন্ন বিভাগ আৰু বিষয়ববীয়াৰ এটা নমুনা দাঙি ধৰা হ'ল :

(১) **মণিকূট বিভাগ :** সত্ৰৰ বিগ্ৰহৰ পূজা-অৰ্চনা সম্পৰ্কীয় সকলো কাম এই বিভাগৰ বিষয়ববীয়াসকলৰ হাতত ন্যস্ত থাকে। বৰ দেউৰী ( বৰ

পূজাৰী ) এই বিভাগৰ প্ৰধান বিষয়ববীয়া। তেওঁক সহায় কৰিবৰ কাৰণে দুৱলীয়া দেউৰী, পালি দেউৰী প্ৰয়োজন অনুসাৰে এক বা একাধিক থাকে।

(২) **নামঘৰ বিভাগ ঃ** নাম-প্ৰসঙ্গ, ভাগৱত পাঠ, পদ-পুথি পাঠ, ভকতীয়া গীত-মাত, গায়ন-বায়ন আদি যিবোৰ ধৰ্মীয় অনুষ্ঠান নামঘৰত হয় সেইবোৰৰ দায়িত্বত দুজন বা অধিক প্ৰধান বিষয়ববীয়া থাকে। বৰ ভাগৱতী, বৰ নামলগোৱা আদি প্ৰধান বিষয়ববীয়াৰ উপৰিও দুৱলীয়া ভাগতী, পালি ভাগতী, সৰু নামলগোৱা, পাঠক, নটুৱা, গায়ন, বায়ন, সূত্ৰধাৰ আদি ভালেখিনি বিষয়ববীয়াৰ নামঘৰৰ বিভিন্ন নিত্য আৰু নৈমিত্তিক কাৰ্য সম্পন্ন কৰাত প্ৰয়োজন হয়।

(৩) **ধন-ভড়াল ঃ** সত্ৰৰ মূল্যবান সম্পদ, শিষ্যই দিয়া কৰ-পঁচা, মাননি আৰু দান, মাটি-বৃত্তিৰ আয় আদি যাবতীয় আয়-ব্যয়ৰ হিচাপ ধনভড়ালীৰ দায়িত্বত থাকে। তেওঁক বৰ মজিন্দাৰ বা বৰকাকতিও বোলে। তেওঁৰ সহায়কাৰী পালি বিষয়ববীয়া ডাঙৰ সত্ৰবোৰত থাকে।

(৪) **খাদ্য ভাণ্ডাৰ ঃ** সত্ৰৰ যাবতীয় খাদ্য ভাণ্ডাৰ, যেনে ধান-চাউল, লোণ, তামোল-পান, মাহ-প্ৰসাদৰ উপায়ন দ্ৰব্য আদিৰ তদাৰক আৰু হিচাপ ৰাখিবৰ কাৰণে এজন মুখ্য ভড়ালী থাকে। শিষ্যই দিয়া ভাৰ-ভেটি, সত্ৰৰ নিজা মাটি-বাৰীৰ পৰা পোৱা শস্য, সত্ৰৰ নিষ্কৰ বা নিস্পিখেৰাজ মাটি ভোগ-দখল কৰি থকা ৰায়তৰ পৰা পোৱা খাদ্যসম্ভাৰ, আৰু ৰজাৰৰ পৰা কিনি মজুত ৰখা লোণ-তেল আদি দিয়া-থোৱাৰ হিচাপ এই বৰ ভড়ালী বা চাউল ভড়ালীয়ে ৰাখে। তেওঁৰ সহায়কাৰী ৰূপে ভেটিধৰা, মিঠৈ-ভড়ালী, গুৱা-ভড়ালী, লোণ-ভড়ালী, পৰিচাৰক আদি ভালে কেইজন বিষয়ববীয়া থাকে।

আউনীআটী, দক্ষিণপাট, কমলাবাৰী আদি সত্ৰত বিভিন্ন বিভাগৰ মুখিয়াল কেইজন বিশেষ সন্মানৰ পাত্ৰ। সেই কাৰণে তেওঁলোকক বৰ মানোৰৈ বোলে। আউনীআটীত তেনে সন্মানৰ পাত্ৰ সাতজন কাৰণে সাতমানভগীয়া বোলে। সত্ৰাধিকাৰে এওঁলোকৰ লগত সততে পৰামৰ্শ কৰি সত্ৰ পৰিচালনা কৰে। গতানুগতিক খৰচৰ মঞ্জুৰি অধিকাৰে নিজেই দিয়ে। ব্যয়বহুল বিশেষ অনুষ্ঠানৰ ক্ষেত্ৰত অধিকাৰে প্ৰধান বিষয়ববীয়াসকলৰ লগত পৰামৰ্শ কৰি খৰচ মঞ্জুৰ কৰে।

**শিষ্যৰ লগত সম্বন্ধৰক্ষী বিভাগ ঃ** প্ৰত্যেক সত্ৰৰ শিষ্যসমূহ বিস্তৃত অঞ্চলত বিয়পি থাকে। অৱশ্যে সৰু সৰু নাম-নাচ সত্ৰবোৰৰ শিষ্যসমূহ



বহুক্ষেত্ৰত একে অঞ্চলতে থুপ খাই থাকে। কিন্তু যিবোৰ সত্ৰৰ শিষ্য সৰহ আৰু নানা অঞ্চলত বিস্তৃত হৈ থাকে সেইবোৰ সত্ৰই শিষ্য থকা প্ৰত্যেক অঞ্চলক একোটা সমষ্টিত (diocese) ভাগ কৰি একোজন ৰাজমেধি বা বৰমেধিক নিয়োগ কৰি সেই অঞ্চলৰ শিষ্যৰ লগত সত্ৰৰ সম্পৰ্ক ৰক্ষা কৰে। ৰাজমেধিৰ লগত পাথিমেধি আৰু পাঁচনি থাকে। সত্ৰাধিকাৰ ভকতসহ চহৰ ফুৰিবলৈ আহিলে এওঁলোকেই সত্ৰাধিকাৰ আৰু ভকতসকল থকাৰ সকলো দিহা কৰি দি শিষ্যবৰ্গৰ লগত গোঁসাইৰ সম্পৰ্ক ঘটায়। ৰাজমেধিৰ তত্বাৱধানত থকা চহৰ অঞ্চলৰ ( শিষ্য থকা একোটা অঞ্চলক সত্ৰীয়া ভাষাত চহৰ বোলে ) শিষ্যৰপৰা গুৰুকৰ, পঁচা আদি তোলাৰ দায়িত্ব ৰাজমেধি আৰু তেওঁৰ সহযোগীসকলৰ ওপৰত ন্যস্ত থাকে।

**ৰজাঘৰৰ লগত সম্পৰ্ক ঃ** ষোড়শ শতাব্দীৰ শেষৰপৰা যেতিয়া সত্ৰৰ সংখ্যা ক্ৰমে বাঢ়ি গৈ সপ্তদশ শতিকাত কেবা শত পৰিণত হ'ল আৰু সত্ৰৰ ভকত বোলাই ৰাজকীয় কামৰপৰা অব্যাহতি বিচৰা হ'ল তেতিয়া আহোম স্বৰ্গদেউ ৰুদ্ৰ সিংহই সত্ৰৰ এটা পিয়ল কৰাই সত্ৰসমূহৰ সংখ্যা নিৰ্দ্দিষ্ট কৰি দিয়ে। ৰজাই স্বীকৃতি দিয়া সত্ৰসমূহৰ গোঁসাইক এটকা মহন্তৰূপে জনা যায়। এটকাই দৰাচলতে কিমান সত্ৰ সামৰি লৈছিল সঠিক ভাৱে জনা না যায়। কড়ি হিচাপে ( তেতিয়াৰ দিনত কড়িহে চলিছিল ) সত্ৰৰ সংখ্যা হ'ব ১২৮০, কাৰণ সিমান সংখ্যক কড়িয়ে এটকা হয়। পইচা বা পাই হিচাপে ললে অৱশ্যে সংখ্যা বহুত কমে, কিন্তু পাই বা পইচাৰ চলতি তেতিয়া নাছিল। তেতিয়াৰপৰাই সম্ভৱতঃ নতুন অধিকাৰ গাদীত বহিলে ৰজাঘৰৰো অনুমোদন প্ৰয়োজন হৈ পৰিল আৰু ৰজাৰ অভিষেক-উৎসৱতো সত্ৰাধিকাৰসকল গৈ মান্যানুক্ৰমে নতুন ৰজাক আশীৰ্বাদ কৰিব লগা হ'ল। ৰজাঘৰৰ লগত সম্পৰ্ক ৰাখিবৰ কাৰণে ডাঙৰ ডাঙৰ সত্ৰবোৰে খাটনিয়াৰ, মুক্তিয়াৰ আদি বিষয়ববীয়া ৰাখিছিল। সত্ৰবোৰৰ লগত সম্পৰ্ক ৰাখিবৰ কাৰণে আহোম ৰজাসকলে পাছলৈ দেৱলীয়া বৰুৱা আৰু সত্ৰীয়া বৰুৱা নিয়োগ কৰিছিল।

**সত্ৰৰ আয় ঃ** সত্ৰসমূহৰ আয়ৰ প্ৰধান উৎস আছিল আহোম ৰজাসকলে দান কৰা দেৱোত্তৰ মাটি। যিবোৰ ৰায়তে সেই মাটি ভোগ কৰিছিল তেওঁলোকে উৎপন্নৰ এটা অংশ সত্ৰক দিছিল। বৃটিছ চৰকাৰেও আহোম ৰজাই দি যোৱা নিষ্কৰ-নিস্পিখেৰাজ মাটিক প্ৰমাণ সাপেক্ষে স্বীকৃতি দিছিল। আঢ্যৱন্ত সত্ৰবোৰৰ এনে স্থাৱৰ মাটি-বৃত্তি যথেষ্ট আছিল। জিলা

গেজেটিয়াৰৰ মতে আউনীআটী, দক্ষিণপাট, কমলাবাৰী আৰু বেঙেনাআটী সত্ৰৰ ক্ৰমে ২১,০০০, ১০,০০০, ৫,৯০০ আৰু ২,৫০০ একৰ নিষ্কৰ মাটি আছিল। এতিয়া অৱশ্যে চৰকাৰে অধিগ্ৰহণ কৰাৰ ফলত আৰু ৰায়তবোৰেও সংৰক বিশেষ একো নিদিয়াৰ ফলত মাটি সম্পত্তিৰপৰা সত্ৰৰ উৎপন্ন নোহোৱা হৈছে। গৃহীসত্ৰ সৰহভাগৰে নিষ্কৰ মাটি নাছিল আৰু যি আছিল সিও পৰিমাণত কম। সত্ৰৰ দ্বিতীয় আয়ৰ বাট হ'ল—(ক) শিষ্যই দিয়া গুৰুকৰ, (খ) দৰ্শন কৰোঁতে দিয়া প্ৰণামী, (গ) বিশেষ উৎসৱ বা কাৰ্যোপলক্ষে সংগ্ৰহ কৰা পাঁচা, (ঘ) দান আৰু (ঙ) শিষ্যভকতে শ্ৰাদ্ধ-বিবাহ আদি উপলক্ষে গুৰু-ঘৰলৈ উছৰ্গা কৰা টকা আৰু বস্তু। সময়ৰ গতিত গুৰুসকলৰ প্ৰতি শিষ্যসকলৰ শ্ৰদ্ধাভক্তি হ্ৰাস পোৱাত সত্ৰসমূহৰ আয় নোহোৱাৰ দৰেই হৈছে। সেই কাৰণে অন্য উপায়ে আয়ৰ বাট উলিয়াই লবলৈ গৃহী সত্ৰবোৰ বাধ্য হৈছে।

**সত্ৰাধিকাৰ-বাছনি:** সকলো সত্ৰতে সত্ৰাধিকাৰৰ বাছনি একে পদ্ধতিত নহয়। উদাসীন সত্ৰসমূহত সৰুতে সুলক্ষণীয়া বালক গৃহী সত্ৰৰপৰা আনি সত্ৰত শিক্ষা-দীক্ষা দি, সদাচাৰ শিকাই ভৱিষ্যতে ডেকা-অধিকাৰ বা অধিকাৰ হবৰ যোগ্য কৰি তোলে। প্ৰত্যেক উদাসীন সত্ৰৰ লগত এক বা একাধিক গৃহীসত্ৰৰ সম্পৰ্ক থাকে আৰু সেই গৃহী সত্ৰৰ পৰাই ভৱিষ্যতৰ ডেকা অধিকাৰ আৰু শেষত সত্ৰৰ অধিকাৰ হবৰ কাৰণে ল'ৰা বাছি লয়। সাধাৰণতে অধিকাৰৰ ওপৰতে এই বাছনিৰ ক্ষমতা থাকে। সেই কাৰণে অধিকাৰ, ডেকা অধিকাৰৰ উপৰিও এজন বা দুজন অতিৰিক্ত কিশোৰ শিক্ষা-দীক্ষা দি সত্ৰতে ৰাখে। অধিকাৰৰ মৃত্যুত তাৰে এজন ডেকা অধিকাৰ হয়। বিশেষ প্ৰতিকূল কাৰণ নাথাকিলে ডেকা অধিকাৰকে সাধাৰণতে সত্ৰাধিকাৰে মৃত্যুৰ আগতে অধিকাৰ হবৰ কাৰণে নিৰ্মালি দি যায়। কোনো কোনো সত্ৰত বিশেষকৈ গৃহী সত্ৰত, বংশৰ জ্যেষ্ঠানুক্ৰমে অধিকাৰ—ডেকা অধিকাৰ হয়। কোনো কোনো সত্ৰত গুণ-বিদ্যানুসাৰে অধিকাৰ নিৰ্বাচন কৰে। কোনো সত্ৰত সমূহ ভকতে ভোটৰ দ্বাৰা ডেকা অধিকাৰ নিৰ্বাচন কৰে। বৰপেটা সত্ৰত এই প্ৰথা পুৰণি কালৰপৰাই প্ৰচলিত হৈছে।*

**সত্ৰ সম্পত্তিৰ স্বত্বাধিকাৰ:** সত্ৰৰ নামত স্থাৱৰ-অস্থাৱৰ সম্পত্তি

* ১৯৮।৩৫ তাৰিখৰ নামনি অসমৰ জিলা-ছেছন জজৰ হুকুম অনুসৰি বৰপেটা সত্ৰৰ পৰিচালনাৰ ভাৰ এখন কাৰ্যনিৰ্বাহক সমিতিৰ ওপৰত ন্যস্ত হয়। এই সমিতিৰ সভাপতি বুঢ়া সত্ৰীয়া। —লেখক



থাকে। প্ৰায়বোৰ গৃহী সত্ৰতে বংশানুক্ৰমে সেই সম্পত্তিৰ মালিক হয়। বহু সত্ৰত সত্ৰৰ প্ৰধান বিগ্ৰহৰ নামত সেই সম্পত্তি থাকে; অধিকাৰ, ডেকা-অধিকাৰ আদিয়ে সেই সম্পত্তিৰ ন্যাসৰক্ষী হিচাপে কাম কৰে। উদাহৰণ স্বৰূপে আউনীআটীৰ বিগ্ৰহ গোবিন্দৰ নামত নিষ্কৰ মাটি, সেৱায়ত আদি দিয়া হৈছিল। অধিকাৰে সত্ৰৰ যাবতীয় কাৰ্য বিগ্ৰহৰ নামত চলায়। দুই-এখন সত্ৰত, বিশেষকৈ বৰপেটা সত্ৰত সমূহ ভকত সত্ৰ-সম্পত্তিৰ অধিকাৰী। অধিকাৰে স্ব-ইচ্ছাৰে সত্ৰৰ সম্পত্তিত হাত দিব নোৱাৰে বা হস্তান্তৰ কৰিব নোৱাৰে।

**সত্ৰৰ ধৰ্মীয় আচাৰ-কৃত্য:** সত্ৰৰ ধৰ্মীয় আচাৰ বা কৃত্যসমূহ প্ৰধানকৈ দুই ভাগে ভগাব পাৰি, নিত্য আৰু নৈমিত্তিক। নিত্য-কৃত্যৰ ভিতৰত পৰে দৈনন্দিন প্ৰসঙ্গ। এই প্ৰসঙ্গৰ সংখ্যা মহাপুৰুষীয়া সত্ৰত চৌধ আৰু দামোদৰীয়া সত্ৰত বাৰ। সত্ৰ কোন সংহতিৰ অন্তৰ্ভুক্ত সেই লৈয়ো দৈনন্দিন প্ৰসঙ্গৰ আগ-পিছ বা ইফাল-সিফাল হয়। পুৱা, বিয়লি আৰু সন্ধ্যা—এই তিনি বেলাত অনুষ্ঠেয় বিভিন্ন কাৰ্যসুচীৰ সমষ্টিয়েই হ'ল চতুৰ্দশ বা দ্বাদশ প্ৰসঙ্গ। এই প্ৰসঙ্গসমূহৰ ভিতৰত নাম-কীৰ্তন, ঘোষা-পাঠ, বৰগীত বা অন্য গীত গোৱা, ভটিমা, কীৰ্তন, ভাগৱত-পাঠ, পদ-পাঠ আদিয়েই প্ৰধান। সকলো সত্ৰতে একে ক্ৰম বা পদ্ধতি অনুসৰণ নকৰে। সংহতি কেইটাৰ মাজতো কাৰ্যক্ৰমৰ যথেষ্ট প্ৰভেদ লক্ষ্য কৰা যায়। কোনো কোনো সত্ৰত স্বকীয় গীত-মাতকো প্ৰসঙ্গৰ ভিতৰত স্থান দিয়া দেখা যায়। সকলো সত্ৰতে বিশেষকৈ গৃহীসত্ৰত দিনৌ চৌধ বা বাৰ প্ৰসঙ্গ নহয়,বিশেষ উপলক্ষ্যেহে সম্পূৰ্ণ চৌধ বা বাৰ প্ৰসঙ্গ কৰে।

নৈমিত্তিক কৃত্যৰ ভিতৰত বৈষ্ণৱ উৎসৱ আৰু পৰ্বসমূহ তিথি অনুসৰি পালন কৰে। জন্মাষ্টমী, ৰাসযাত্ৰা, ফল্‌গুৎসৱৰ উপৰিও সত্ৰবিশেষে ঝুলনযাত্ৰা, ৰথযাত্ৰা আদিও পালন কৰে। দামোদৰী বা ব্ৰহ্ম-সংহতিৰ সত্ৰত নাৰায়ণৰ শয়ন, পাৰ্শ্বপৰিৱৰ্তণ আৰু উত্থান তিথিও পালন কৰে। বৰপেটাৰ দোল-উৎসৱ, দক্ষিণপাটৰ ৰাস, আউনীআটীৰ পালনাম অসম বিখ্যাত। তদুপৰি মহাপুৰুষ কেইজনৰ, সত্ৰ-প্ৰতিষ্ঠাতাসকলৰ আৰু সংহতি-প্ৰতিষ্ঠাতাসকলৰ তিৰোধান তিথি সত্ৰসমূহ বিশেষ ধূমধামেৰে পালন কৰে। বৰপেটা সত্ৰত শঙ্কৰদেৱৰ তিৰোধান তিথি ৭ দিন ব্যাপি আৰু মাধৱদেৱ তিৰোধান তিথি ১০ দিনীয়াকৈ পালন কৰে।

ব্ৰহ্ম-সংহতিৰ সত্ৰসমূহত নাৰায়ণ বা বিষ্ণুবিগ্ৰহৰ পূজা দৈনন্দিন কাৰ্য-সূচীৰ বিশেষ অঙ্গ। চৌধ বা বাৰ প্ৰসঙ্গৰ ভিতৰত ই নপৰে। এই বিগ্ৰহৰ পূজাৰ নিমিত্তে পূজাৰী, দেউৰী, পৰিচাৰক, মলীয়া, ফুল যোগনীয়া আদি বিষয়ববীয়া থাকে। বিগ্ৰহক সন্মুখ কৰিহে সাধাৰণতে শৰণ-ভজন দিয়া হয়। কিন্তু অন্য কেইটা সংহতিৰ সত্ৰত বিগ্ৰহ থাকিলেও বিগ্ৰহৰ স্থান গৌণ। গুৰু-আসন বা সিংহাসন বা থাপনাত ৰখা মহাপুৰুষ দুগৰাকীৰ কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলী এই চাৰিখনৰ এখনক আগত ৰাখিহে সকলো ধৰ্মীয় কৃত্য সম্পন্ন কৰা হয়।

সকলো সত্ৰতে ধৰ্মত দীক্ষিত কৰিবলৈ প্ৰথমতে গুৰু বা অধিকাৰে শিষ্যক শৰণ দিয়ে। উপাস্য দেৱতা, নাম, গুৰু আৰু ভকতৰ চৰণত একান্ত-ভাৱে আত্মসমৰ্পণ কৰাই উপাসনা আৰু সদাচাৰৰ পথ নিৰ্দেশ কৰাই হ'ল শৰণৰ প্ৰধান উদ্দেশ্য। শৰণৰ পাছত ঐকান্তিক ভক্তি-সাধনমাৰ্গত আগবঢ়াসকলক গুৰুৱে মালা, মন্ত্ৰ আদি দিয়ে। দামোদৰী সত্ৰত পৌৰাণিক আৰু তান্ত্ৰিক বৈষ্ণৱ-দীক্ষা দিয়া ৰীতিও প্ৰচলিত আছে। দামোদৰী সত্ৰত অষ্টাক্ষৰী, দ্বাদশাক্ষৰী বা অন্য বিষ্ণুমন্ত্ৰ দিয়াৰ প্ৰথা প্ৰচলিত আছে। মহাপুৰুষীয়া সত্ৰত শৰণাগত শিষ্যত উপাস্য দেৱতাৰ চাৰি নাম আৰু চাৰি নামৰ তত্ত্ব প্ৰকাশ কৰে।

**সত্ৰৰ সামাজিক অৱদান:** অসমীয়া সমাজলৈ চাৰিশ বছৰৰো কিঞ্চিৎ অধিক কাল সত্ৰ অনুষ্ঠানে বিশেষ অৱদান যোগাই আহিছে। অসমৰ এটা মূৰৰপৰা আনটো মূৰলৈ গাৱঁৰ চুকে-কোণে সত্ৰবোৰ সংস্থাপন হৈ সমস্ত অসমবাসীক এটা ধৰ্মৰ ডোলেৰে বান্ধি সংহতি আৰু ঐক্য প্ৰতিষ্ঠাত প্ৰভুত বৰঙণি যোগাইছে। ১৯০৫ চনৰ জিলা গেজেটিয়াৰৰ পৰি-সংখ্যা অনুসৰি হিন্দু জনসংখ্যাৰ শতকৰা ৯০, ৯৮, ৭২, ৯০, ৬৮, ৬২ জন যথাক্ৰমে গোৱালপাৰা, কামৰূপ, দৰং, নগাওঁ, শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাৰ অধিবাসী বৈষ্ণৱ। মধ্যযুগত, আনকি এতিয়াও ধৰ্মৰ বান্ধোনে ঐক্যভাৱ অনাত যথেষ্ট সহায় কৰা দেখা গৈছে। সত্ৰ-প্ৰতিষ্ঠাৰ ফলত সমস্ত ব্ৰহ্মপুত্ৰ উপত্যকাত মহাপুৰুষসকল আৰু বৈষ্ণৱ কবিসকলৰ ৰচনাৱলীৰ যোগেদি অসমীয়া ভাষা আৰু সাহিত্যই জনসমাজত দৃঢ়ভাৱে প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হয়। সত্ৰবোৰেই বৈষ্ণৱ সাহিত্যৰ বিকিৰণ কেন্দ্ৰ আছিল। সত্ৰবোৰে অসমৰ জনসাধাৰণক নৈতিক আৰু



আধ্যাত্মিক শিক্ষা দান কৰি উন্নত জীৱনযাপনৰ পথ নিৰ্দেশ কৰিছিল। পৰিষ্কাৰ-পৰিচ্ছন্নতা, সদাচাৰ, সুপ্ৰবৃত্তিৰ কৰ্ষণ আৰু কু-প্ৰবৃত্তিৰ দমন, পৰি-মাৰ্জিত ব্যৱহাৰ, ভগৱদ্ভক্তিৰ প্ৰণালী, ঈশ্বৰতত্ত্ব, দেহতত্ত্ব, জীৱতৰণৰ উপায়—এই গোটেইবোৰ কথা সত্ৰৰ যোগেদি জনসাধাৰণে লাভ কৰিছিল। সেই কাৰণে পুৰণি সমাজখনৰ নৈতিক আৰু আধ্যাত্মিক উন্নতিত সত্ৰৰ বিশেষ বৰঙণি আছে। সমাজত বহুদিন অৱহেলিত হৈ অহা বহুতো তথাকথিত নিম্ন বৰ্ণৰ জাতি আৰু জনজাতিক বৈষ্ণৱ সত্ৰৰ গুৰুসকলে ধৰ্মত দীক্ষিত কৰি তেওঁলোকক সংযত ধৰ্মীয় জীৱনৰ পথ মুকলি কৰি দিয়ে। এই কাৰ্যই হিন্দু সমাজৰ পৰিপুষ্টি সাধন কৰাৰ লগে লগে অসমীয়া জাতি গঠনতো প্ৰকাৰান্তৰে বৰঙণি নোযোগোৱাকৈ থকা নাই। সমাজৰ দ্বাৰা অৱহেলিত উপজাতিসমূহক ধৰ্মৰ আলোক দান কৰি ওপৰলৈ তুলি অনা মহৎ প্ৰচেষ্টাত কাল-সংহতিৰ সত্ৰসমূহৰ অৱদান লেখত লবলগীয়া।

ভাৰতৰ অন্য প্ৰদেশ বা ৰাজ্যৰ তুলনাত অসমত অস্পৃশ্যতাৰ বদ-প্ৰভাৱ বৰ কম। কেৱল বিয়াবাৰুৰ ক্ষেত্ৰত জাতিভেদৰ কটকটীয়া নিয়ম মানিছিল, অন্য সামাজিক লেনদেনত বৰ্ণগত শুচি-অশুচিৰ ভাব বিশেষ দেখা নাযায়। তুলনামূলকভাৱে এই উদাৰ দৃষ্টি সম্ভৱ হৈছিল সত্ৰসমূহৰ সাম্যমূলক দৃষ্টিৰ ফলত। সত্ৰসমূহে আগৰ পৰা চলি অহা কিছুমান আচাৰ সহজভাৱেই গ্ৰহণ কৰিছিল, যদিও অন্য ঠাইৰ বৈষ্ণৱৰ পক্ষে তেনে আচাৰ বৰ্জনীয়। উদাহৰণ স্বৰূপে অসমৰ বৈষ্ণৱ ধৰ্মত মাছ-মাংস নিষিদ্ধ নহয়; কিন্তু অন্য ৰাজ্যৰ বৈষ্ণৱে এই দুয়োটা বস্তু গ্ৰহণ নকৰে। তেনেকৈ জনজাতিসকলৰ মাজত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰোঁতে তেওঁলোকৰ মাজত আগৰপৰাই চলি অহা ৰীতি বৈষ্ণৱ সন্ত-মহন্তসকলে উদাৰভাৱেৰে মানি লৈছিল।

সত্ৰৰ গোঁসাইসকলে আগতে সকলো সামাজিক দায়-বিবাদ মীমাংসা কৰি গাওঁবোৰত শৃঙ্খলা ৰক্ষা কৰাত সহায় কৰিছিল। বিশেষকৈ ধৰ্ম সম্পৰ্কীয় বিৰোধ, দায়-বিবাদ, যৌন-ব্যভিচাৰ আৰু আচাৰ-ভ্ৰংশ আদি বিবিধ সামাজিক কন্দলৰ শেষ বিচাৰৰ স্থল আছিল সত্ৰসমূহ। গাৱঁৰ নামঘৰত গাৱঁৰ মুখিয়ালসকলে যিবোৰ সামাজিক বিবাদৰ সুনিষ্পত্তি কৰিব নোৱাৰে সেই-বোৰৰ শেষ বিচাৰ আৰু ৰায়ৰ কাৰণে সত্ৰৰ গোঁসাইলৈ প্ৰেৰণ কৰা হৈছিল আৰু সত্ৰৰ গোঁসায়ে চহৰ ফুৰিবলৈ যাওঁতে অথবা সত্ৰত থাকিয়ে সেই বিবাদৰ নিষ্পত্তি কৰিছিল। বৃটিছ ন্যায়পদ্ধতি প্ৰৱৰ্ত্তণ হোৱাত বহুতো এনে ধৰণৰ

বিবাদ আদালতলৈ যাবলৈ ধৰে আৰু অধুনা প্ৰচলিত পঞ্চায়ত পদ্ধতিৰ ফলত গাওঁ-পঞ্চায়তবোৰে এনে বিবাদ আদালতলৈ বা সত্ৰলৈ যাবলৈ নিদি মীমাংসা কৰাৰ পন্থা গ্ৰহণ কৰিছে। তথাপি ধৰ্মীয় আৰু আচাৰ-বিচাৰ সম্পৰ্কীয় কিছু দায়-বিবাদ এতিয়াও কোনো কোনো প্ৰতিপত্তিশীল সত্ৰই মীমাংসা কৰিবলগা হৈ আছে।

**সত্ৰৰ শৈক্ষিক অৱদান ঃ** পুৰণি কালত সত্ৰসমূহ আছিল শিক্ষাৰ একোটা সৰু সৰু কেন্দ্ৰস্থান। প্ৰত্যেক প্ৰতিষ্ঠাশীল সত্ৰত ভকত আৰু ভকত-পোৱালি (novices) সমূহক শিক্ষা দিয়াৰ ব্যৱস্থা আছিল। অভিজ্ঞ আৰু বয়োজ্যেষ্ঠ ভকতসকলৰ তত্ত্বাৱধানত গাৱঁৰ শৰণ প্ৰাৰ্থী শিষ্য আৰু সত্ৰৰ ভিতৰুৱা কোমল বয়সীয়া অনভিজ্ঞ কেৱলীয়া ভকতসকলক ধৰ্ম-তত্ত্ব, ধৰ্মীয় আখ্যান, সদাচাৰ-সুনীতি, আহ্নিক কৃত্য—ইত্যাদি বিষয়ে শিক্ষা দিয়াৰ ব্যৱস্থা আছিল। বহুতো সত্ৰত ছাত্ৰশালা বা টোল আছিল য'ত পণ্ডিত অধ্যাপকৰ তলত ব্যাকৰণ, জ্যোতিষ, ধৰ্মশাস্ত্ৰ, কাব্য আদি অধ্যয়ন কৰাৰ ব্যৱস্থা আছিল। এই টোল বা ছাত্ৰশালাবোৰ প্ৰধানকৈ সত্ৰীয়া ছাত্ৰসকলৰ নিমিত্তে প্ৰতিষ্ঠিত হলেও অন্য ঠাইৰ ছাত্ৰয়ো পঢ়িব পাৰিছিল। প্ৰত্যেক সৰু-বৰ সত্ৰতে একোটা গ্ৰন্থাগাৰ আছিল ; ডাঙৰ প্ৰতিষ্ঠাশীল সত্ৰসমূহে ধৰ্মীয় গ্ৰন্থৰ উপৰিও বিবিধ বিষয়ক গ্ৰন্থ-সংৰক্ষণ কৰিছিল। উদাহৰণস্বৰূপে নৃত্যৰ গ্ৰন্থ 'শ্ৰীহস্তমুক্তাৱলী' আৰু হাতীবিষয়ক সচিত্ৰ পুথি 'হস্তিবিদ্যাৰ্ণৱ' আউনী-আটী সত্ৰত সংৰক্ষিত আছিল। সাঁচি গছৰ বাকলিৰ পৰা বিশেষ প্ৰণালীত পুথিৰ পাত তৈয়াৰ কৰা আৰু পুথি যত্ন-সহকাৰে নকল কৰা পুণ্যৰ কাম বুলি বিবেচিত হৈছিল। সত্ৰৰ গন্ধিয়া ভঁড়ালত পুথিবোৰ মাজে সময়ে ৰ'দত দি, পৰিষ্কাৰ কৰি সংৰক্ষণৰ দিহা কৰিছিল। পণ্ডিত হেম গোস্বামীয়ে সংগ্ৰহ কৰা সৰহভাগ পুথিয়েই আছিল সত্ৰৰ। এই কাৰণে সত্ৰবোৰক আগৰ কালৰ একো একোটা গাঁৱলীয়া পুথিভঁড়াল বুলিব পাৰি।

দৃশ্য-শ্ৰব্য শিক্ষাৰ ক্ষেত্ৰতো (audio-visual education) সত্ৰৰ বৰঙণি উল্লেখযোগ্য। প্ৰত্যেক সত্ৰতে ভাগৱতকে প্ৰমুখ্য কৰি বিভিন্ন ধৰ্মশাস্ত্ৰৰ পঠন আৰু ব্যাখ্যা দৈনন্দিন কাৰ্যসূচীৰ অন্তৰ্ভুক্ত। শাস্ত্ৰৰ পাঠ আৰু ব্যাখ্যাৰ ফলত নিৰক্ষৰ জনতাই পৌৰাণিক আখ্যান, নৈতিক আদৰ্শ আৰু ধৰ্মীয় তত্ত্বৰ লগত পৰিচয় হবলৈ সুবিধা পাইছিল। ডক্টৰ সূৰ্যকুমাৰ ভূঞাই কোনোবা এঠাইত লেখা মনত পৰে যে অসমীয়া গাঁৱলীয়া সমাজ নিৰক্ষৰ হ'লেও



অশিক্ষিত নহয়। এই কথাষাৰ একেবাৰে সঁচা। তদুপৰি অঙ্কীয়া নাটৰ ভাওনাৰ যোগেদি ভাৰতীয় আদৰ্শ, নীতি, ধৰ্মীয় বিশ্বাস আৰু পৰম্পৰাৰ লগত জনসাধাৰণক পৰিচয় কৰি দিছিল। ধৰ্মৰ জয় আৰু অধৰ্মৰ শোচনীয় পৰিণতি, সৎ জীৱন যাপনত সৃষ্টি হোৱা বাধা আৰু সেই বাধা-বিপত্তি অতিক্ৰম কৰাৰ উপায় প্ৰদৰ্শন কৰি জনসাধাৰণক আদৰ্শ জীৱন যাপন কৰিবলৈ অনুপ্ৰেৰণা আৰু শিক্ষা দিছিল। হৰিশ্চন্দ্ৰৰ সত্যৰক্ষা, দধীচিৰ ত্যাগ, কৰ্ণৰ বদান্যতা, ৰামৰ পিতৃভক্তি, সীতা-সাবিত্ৰীৰ সতীত্ব, ভৰত-লক্ষ্মণৰ ভ্ৰাতৃপ্ৰেম, ৰাৱণৰ দৰ্প, দুৰ্যোধনৰ অভিমান আদিৰ ৰূপায়ন ভাওনাত দেখা পাই দৰ্শকবোৰে বহুতো কথা শিকিব পাৰিছিল। তদুপৰি বিবিধ ধৰণৰ নৃত্য আৰু গায়ন-বায়ন পদ্ধতিয়ে জনসাধাৰণৰ মনত সুকুমাৰ বৃত্তিবোৰ উজ্জীৱিত কৰি নৃত্যগীতানুৰক্ত কৰাতো সহায় কৰিছিল।

**কাৰুকলা-চাৰুকলাৰ প্ৰতি অৱদান ঃ** অসমৰ কাৰু আৰু চাৰু শিল্পলৈ সত্ৰসমূহৰ দান উপেক্ষণীয় নহয়। সত্ৰৰ কেৱলীয়া ভকতে আজৰি সময়ত নানা ধৰণৰ শিল্পকৰ্মত আত্মনিয়োগ কৰি নিজৰ চাউল কঠা মুকলি কৰাৰ উপৰিও সেইবোৰৰ যোগেদি নামঘৰ, মণিকূট, আৰু হাটী-বাটীৰ সৌন্দৰ্য বৰ্ধন কৰিছিল। সিংহাসন, কাঠৰ বিভিন্ন দেৱ-দেৱী আৰু ভক্তৰ মূৰ্ত্তি, কাঠৰ ঠগি-শৰাই, হাতীদাঁতৰ কৰ্ম, ভাওনাৰ পোছাক, মুখা, অস্ত্ৰ-শস্ত্ৰ, বেত-বাঁহৰ নানা ধৰণৰ ধুনীয়া প্ৰয়োজনীয় আৰু অলংকৰণীয় বস্তু সত্ৰক কেন্দ্ৰ কৰি নিৰ্মিত হৈছিল। বৰপেটা সত্ৰৰ হাতী দাঁতৰ কাম, বহু বন্তিধাৰক লোহাৰ গছা, আউনীআটী সত্ৰৰ বেতৰ বিচনি এতিয়াও সজীৱ শিল্প হৈ আছে। ভকতসকল যাতে পৰোপজীৱী হৈ থাকিব নালাগে সেই উদ্দেশ্যে উপকৰা পৰিশ্ৰমেৰে প্ৰয়োজনীয় সমল সাজি লোৱা প্ৰথা উদাসীন সত্ৰ কেইখনত পুৰণি কালৰ পৰাই চলি আহিছে। অৱশ্যে কেৱলীয়া ভকতে প্ৰয়োজনতকৈ অতিৰিক্ত অৰ্থোপাৰ্জনত দৃষ্টি নিক্ষেপ কৰাৰ উদাহৰণো বিৰল নহয়।

কোনো কোনো সত্ৰত পুথিৰ চিত্ৰাঙ্কন কলাও অনুশীলন হোৱাৰ যথেষ্ট প্ৰমাণ পোৱা যায়। পুৰণি অসমত, বিশেষকৈ সপ্তদশ অষ্টাদশ শতিকাত পুথিত বৰ্ণিত বিষয়বস্তুক চিত্ৰৰূপ দিয়া শিল্পৰীতিয়ে বিশেষ জনপ্ৰিয়তা লাভ কৰা যেন লাগে। মূলতঃ অসমৰ এই স্বল্লায়তনী চিত্ৰায়ন পদ্ধতি একোটা গোষ্ঠীৰ বা শৈলীৰ হলেও দুটা ঠাঁচ পৰিলক্ষিত হয়। এটা ৰাজকীয় পৰিবেশত

গঢ় লোৱা ঠাঁচ আৰু আনটো সত্ৰীয়া পৰিবেশত গঢ় লোৱা ঠাঁচ। নগাওঁৰ বালি সত্ৰৰ পৰা উদ্ধাৰ কৰা 'চিত্ৰ ভাগৱত'কে মুখ্য কৰি ভালেখিনি চিত্ৰত পুথি সত্ৰসমূহত থকাৰ প্ৰমাণ পোৱা গৈছে। ৰাজকীয় পৰিবেশত গঢ় লোৱা ঠাঁচত মোগল চিত্ৰকলাৰ প্ৰভাৱ অধিক পৰিস্ফুট আৰু বেছি sophisticated ; আনহাতে সত্ৰীয়া চিত্ৰশৈলী ধৰ্মীয় বিষয়বস্তুক কেন্দ্ৰ কৰি ৰূপ লৈছে আৰু চিত্ৰায়ন ৰীতিও অধিক সবলতৰ। ৰং আৰু ৰেখাৰ সুন্দৰ প্ৰয়োগ এই চিত্ৰপুথিবোৰত লক্ষ্য কৰা যায়। স্থিতিশীল আৰু গতিশীল বস্তুৰো সুন্দৰ প্ৰতিফলন লক্ষ্য কৰা যায়।

সঙ্গীত আৰু নৃত্যৰ ক্ষেত্ৰত সত্ৰৰ অৱদান সকলোতকৈ লেখত লবলগীয়া। পুৰণি অসমৰ ধ্ৰুপদী সঙ্গীতৰ পৰম্পৰা বৰগীত, অঙ্কৰ গীত, সত্ৰীয়া সন্তসকলে ৰচনা কৰা বৰগীতৰ আৰ্হিৰ গীত আৰু বিয়াহৰ গীতৰ যোগেদি সংৰক্ষিত আৰু সংবৰ্ধিত হৈছে। শাস্ত্ৰীয় ৰাগ আৰু তালৰ ব্যৱহাৰ গীতসমূহত লক্ষ্য কৰা যায় আৰু গায়নপদ্ধতিৰো স্বকীয় বৈশিষ্ট্য আছে। বৰগীতত তালৰ উল্লেখ সাধাৰণতে নাথাকে, কিন্তু অঙ্কৰ গীত আৰু অন্য গীতত তালৰো উল্লেখ থাকে। স্বৰলিপি নথকাৰ দিনত সত্ৰীয়া গায়ন-ওজাই যত্নসহকাৰে মুখ-পৰম্পৰাই গীতসমূহৰ ৰাগ পদ্ধতি অবিকৃত ৰাখিবলৈ যত্ন কৰিছিল, অৱশ্যে কিমান দূৰ অবিকৃতভাৱে ৰাখিছে সেইটো বেলেগ আলোচনাৰ বিষয়। শাস্ত্ৰীয় সঙ্গীতৰ ধাৰাৰ উপৰিও অৰ্ধ-শাস্ত্ৰীয় (quasi-classical) আৰু লোক-সঙ্গীতৰ চৰ্চাও সত্ৰবোৰত বিভিন্ন প্ৰকাৰ নামৰ প্ৰচলনৰ যোগেদি প্ৰচলিত হৈ আহিছে। বৰাগী নাম, থিয় নাম, ঘোষা, ধুৱা, বানা, টোকাৰি গীত, কাকুতি, হিৰানাম আদি বিভিন্ন প্ৰকাৰ গীত আৰু নামৰ বিভিন্ন সুৰত লোক-সঙ্গীতৰ বৈচিত্ৰ্য সত্ৰত সংৰক্ষিত হৈছে আৰু এই সুৰে গাওঁবোৰ এতিয়াও সঞ্জীবিত কৰি ৰাখিছে।

গীতৰ দৰে মাৰ্গীয় নৃত্যৰ ধাৰাও সত্ৰৰ এটা আপুৰুগীয়া সম্পদ। ওজাপালিৰ নৃত্যৰ ধাৰাটো প্ৰাক্ শঙ্কৰী যুগৰ পৰাই প্ৰচলিত হৈ আহিলেও সত্ৰীয়া পৰিবেশত পৰিপুষ্টি হোৱা ওজাপালি নৃত্যই এক স্বকীয় ঠাঁচ লাভ কৰে। শঙ্কৰী প্ৰভাৱত গঢ়ি উঠা সত্ৰীয়া নৃত্যসমূহৰ ভিতৰত সূত্ৰধাৰী নাচ, নটুৱা নাচ, ৰাস-নৃত্য চালি নাচ, ঝুমুৰা নাচ, দশাৱতাৰ নৃত্য ইত্যাদি। তদুপৰি ভাওনাত বিভিন্ন চৰিত্ৰৰ প্ৰৱেশৰ নৃত্য, ৰণ-নৃত্য আদিও এই প্ৰসঙ্গত উল্লেখযোগ্য। ভাওনাত প্ৰৱেশৰ নৃত্য বা ৰণ-নৃত্যৰ বাহিৰে



সৰহভাগতে হস্তমুদ্ৰা আৰু পদচালনাত শাস্ত্ৰীয় পৰম্পৰাৰ ঐতিহ্য এই নাচ সমূহে বহন কৰি আহিছে। এই নৃত্যসমূহ সঙ্গত কৰা হয় খোল আৰু তালৰ দ্বাৰা। বিভিন্ন সত্ৰত প্ৰচলিত হৈ অহা নৃত্যসমূহৰ মাজত স্থানীয় পৰিবেশিক প্ৰভেদ নথকা নহয়, কিন্তু বহলভাৱে সেইবোৰৰ সৌসাদৃশ্য স্পষ্টৰূপত লক্ষ্য কৰা যায়। সকলো সত্ৰতে যে নৃত্যৰ পৰম্পৰা চলি আহিছে এনে কথা ক'ব নোৱাৰি। কিন্তু ঐতিহ্যসম্পন্ন সত্ৰ কেইখনত নৃত্য-গীতৰ অনুশীলন বিশেষভাৱে হৈ আহিছে। এই ঐতিহ্যসম্পন্ন সত্ৰসমূহত গায়ন, বায়ন, ওজা, সূত্ৰধাৰ আদি কলাকুশলী বিষয়ববীয়াৰ যোগেদি কলাত্মক দিশটো প্ৰৱাহমান কৰি ৰাখিছে। অঙ্কীয়া নাটৰ অভিনয়ৰ পৰম্পৰা সত্ৰবোৰে সংচালনিকৈ ৰক্ষা কৰে আৰু আহাৰ্য অভিনয়ৰ সকলোবোৰ আহিলা, সা-সৰঞ্জাম সত্ৰৰ ভকতসকলে তৈয়াৰ কৰি লয়।

**সত্ৰৰ সাহিত্যিক বৰঙণি ঃ** পুৰণি অসমীয়া সাহিত্যলৈ সত্ৰৰ বৰঙণি ৰাজকীয় পৃষ্ঠপোষকতাতকৈ কোনোগুণে হীন নহয়, বৰং কোনো কোনো দিশত অধিক বুলিয়েই ক'ব লাগিব। পুৰণি অসমীয়া সাহিত্য সৃষ্টিৰ অনুপ্ৰেৰণাৰ উৎস প্ৰধানকৈ দুটা—সত্ৰ আৰু ৰজাঘৰ। ব্যক্তিগত প্ৰচেষ্টাত যে সাহিত্য সৃষ্টি হোৱা নাছিল এনে নহয়, কিন্তু তুলনামূলক-ভাৱে তাকৰীয়া। মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ৰচনাৰাজিক আমি সত্ৰীয়া সাহিত্য বুলি গ্ৰহণ কৰি নল'লেও (লোৱাৰ যুক্তিয়েই বোধ-কৰোঁ অধিক), তেখেতসকলৰ পাছত যি ধৰ্মীয় সাহিত্য গঢ়ি উঠিল সেই সাহিত্যৰ সৃষ্টিত সত্ৰ অনুষ্ঠানৰ প্ৰত্যক্ষ আৰু পৰোক্ষ প্ৰভাৱ অনস্বীকাৰ্য। চৰিত সাহিত্য, নাট সাহিত্য আৰু গীত-সাহিত্যৰ সৃষ্টিৰ ক্ষেত্ৰত ঈৰ্ষা কৰিবলগীয়া স্থান সত্ৰই অধিকাৰ কৰি আছে। ৰামচৰণ, দৈত্যাৰি, ৰামৰায়, নীলকণ্ঠ, দ্বিজভূষণ, ৰামানন্দকে প্ৰমুখ্য কৰি শত সংখ্যক চৰিতকাৰৰ বিষয়বস্তু হ'ল ধৰ্মগুৰুসকলৰ জীৱনী আৰু কাৰ্যাৱলী। সত্ৰীয়া গোঁসাই-মহন্তসকলৰ জীৱনী, কাৰ্যাৱলী, চাৰিত্ৰিক মহত্ব আৰু গুণ-গৰিমাৰ বিশদ বিৱৰণ চৰিত পুথিসমূহত পোৱা যায়। ভক্তৰ দৃষ্টিভঙ্গীৰে ৰচনা কৰা কাৰণেই ধৰ্মগুৰুসকলৰ মানবীয় দুৰ্বলতা, পাৰিবাৰিক জীৱনৰ খুটিনাটি এই ৰচনাসমূহত লিপিবদ্ধ কৰা নাই। কিন্তু ধৰ্মীয় দিশটোৰ পূৰ্ণাঙ্গ চিত্ৰ এইবোৰত পোৱা যায়। সমসাময়িক অসমৰ সামাজিক ৰাজনৈতিক অৱস্থাৰো

ভালেখিনি সম্ভেদ চৰিত-পুথিবোৰে দিয়ে। এতিয়ালৈকে সম্ভেদ পোৱা এনে সত্ৰীয়া চৰিত-পুথিৰ সংখ্যা শতাধিক হ'ব।

সত্ৰসমূহৰ দ্বিতীয় উল্লেখযোগ্য সাহিত্যিক অৱদান হ'ল অঙ্কীয়া নাটসমূহ। মহাপুৰুষ দুগৰাকীৰ বাৰ নাটৰ আৰ্হিত পৰৱৰ্ত্তী বৈষ্ণৱ সন্ত-মহন্তসকলে অলেখ নাট ৰচনা আৰু অভিনয় কৰি গৈছে। সকলো সত্ৰত সঞ্চিত হৈ থকা নাটসমূহ সংগ্ৰহ কৰিলে পুৰণি নাটৰ এটা সৰু গ্ৰন্থাগাৰ হৈ যাব। অৱশ্যে সৰহভাগ নাটেই গতানুগতিক আৰু মৌলিকতা বৰ্জিত। কিন্তু কেইটমান পৰিৱৰ্ত্তণো লক্ষ্য নকৰাকৈ থকা নাযায়। সংস্কৃত শ্লোক আৰু ব্ৰজাৱলী ভাষা-প্ৰয়োগৰ ক্ৰমাল্পতা, পদ-পুথিবোৰৰ বৰ্ণনাৰ নাট্যৰূপতা, বিলাপ গীতৰ আধিক্য আৰু যুদ্ধ বিগ্ৰহ থকা ঘটনাৰ জনপ্ৰিয়তা এই সত্ৰীয়া নাটবোৰৰ চকুত লগা বিশেষত্ব। অঙ্কীয়া ভাওনাৰ পৰিৱেশন ধৰ্মীয় পৰিৱেশতে আৱদ্ধ নাথাকি পাছলৈ ৰজাঘৰতো ঠাই উলিয়াই লৈছিল। ৰজাঘৰীয়া আমোদ-উৎসৱত সত্ৰৰ পৰা ভাওনাৰ দল নিয়াই অভিনয় কৰাইছিল আৰু বিদেশী ৰাজপুৰুষ আৰু ৰাষ্ট্ৰদূত আদিক আপ্যায়ন কৰিবৰ কাৰণে অঙ্কীয়া ভাওনাৰ আয়োজন কৰিছিল। সত্ৰতবোৰত পাছলৈ প্ৰত্যেক অধিকাৰে নাট ৰচনা আৰু তাৰ অভিনয় কৰাই নিজৰ নাট্য প্ৰতিভাৰ পৰিচয় দিবলৈ চেষ্টা কৰিছিল আৰু ইয়ে শেষত গৈ গতানুগতিক ৰীতিত (convention) পৰিণত হৈছিল। নাট ৰচনা আৰু অভিনয়ৰ উপৰিও নাট্যমঞ্চৰ সকলো সা-সৰঞ্জাম, যেনে পোছাক-পৰিচ্ছদ, প্ৰলেপ অস্ত্ৰ-শস্ত্ৰ, মুখা, পৰিবেশ সৃষ্টিৰ কাৰণে প্ৰয়োজনীয় সাজ-সজ্জা, নৃত্যগীত এই সকলোবোৰ সত্ৰৰ ভকতসকলেই তৈয়াৰ কৰি লৈছিল।

মহাপুৰুষ দুগৰাকীৰ বৰগীতৰ আৰ্হিত পাছৰ বৈষ্ণৱ সন্ত-মহন্তসকলে বহুতো গীত ৰচনা কৰি গৈছে। সেইবোৰ গোটালে গীতৰ সংখ্যা হেজাৰৰো অধিক হব। মহাপুৰুষ দুজনে প্ৰয়োগ কৰা ৰাগ সমূহৰ উপৰিও পাছৰ দুই-এজন গীতৰচকে অন্য ৰাগো ব্যৱহাৰ কৰা দেখা যায়। মহাপুৰুষ দুগৰাকীৰ বৰগীতৰ দৰেই জীৱনৰ ক্ষণভঙ্গুৰতা, ভক্তিবাদৰ মাহাত্ম্য, বৈষয়িক মোহৰ মৰীচিকা, কৃষ্ণলীলা বিশেষকৈ তেওঁৰ বাল্যলীলাৰ বিবিধ চিত্ৰ গীত বোৰত প্ৰদৰ্শন কৰিছে। বৰ্ণনা শৈলীতো এই গীতবোৰ বৰগীতৰ অনুগামী। কিন্তু গীতৰ প্ৰকাশভঙ্গী আৰু বিষয়বস্তুত বিশেষ নতুনত্ব লক্ষ্য কৰা নাযায়। সৰহ ভাগ গীত কৃষ্ণ বিষয়ক, কিন্তু দুই চাৰিটা গীতত ৰাম-সীতা, ৰাধা-



ৰুক্মিণীয়েও স্থান লাভ কৰিছে। অষ্টাদশ শতিকামানত ৰচিত অতি কম-সংখ্যক গীতত ব্ৰহ্মবৈৱৰ্ত-পুৰাণ, গীতগোৱিন্দ আদিৰ প্ৰভাৱত ৰাধাক নায়িকাস্বৰূপে লৈ বিৰহ-মিলনৰ চিত্ৰ আঁকিছে। গীতৰচনাৰ ক্ষেত্ৰত মায়ামৰীয়া সত্ৰৰ অনিৰুদ্ধ, দিহিং শাখাৰ বৰযদুমণি আৰু তেওঁৰ বংশৰ মহন্তসকল, আহঁতগুৰি শাখাৰ শ্ৰীৰাম-ৰামানন্দ আদি, পুৰুষ-সংহতিৰ পুৰুষোত্তম ঠাকুৰকে প্ৰমুখ্য কৰি কেবাজনেও যথেষ্টসংখ্যক গীতৰচনা কৰি গৈছে। অন্যান্য ঐতিহ্যসম্পন্ন সত্ৰৰ গোসাঁইসকলেও গীতৰচনা কৰাৰ উল্লেখ চৰিত পুথিবোৰত পোৱা যায়। তথাপি এই কথা নিঃসন্দেহে ক'ব পাৰি যে কালসংহতিৰ অন্তৰ্ভুক্ত সত্ৰসমূহৰ গীত-সাহিত্যলৈ অৱদান সকলোতকৈ বেছি।

ৰামায়ণ, মহাভাৰত, পুৰাণ আৰু অন্যান্য ধৰ্মমূলক গ্ৰন্থৰ অনুবাদৰ ক্ষেত্ৰত সত্ৰীয়া সন্ত-মহন্তসকলৰ বৰঙণি উপেক্ষণীয় নহয়। ভট্টদেৱ, গোপালচৰণ দ্বিজ, ৰামচৰণ ঠাকুৰ, দৈত্যাৰি ঠাকুৰ, গোবিন্দ মিশ্ৰ, গোপাল মিশ্ৰ, কেশৱ কায়স্থ, অনিৰুদ্ধ কায়স্থ, বৰযদুমণি, অনন্ত দাস বা হৃদয়ানন্দ, ৰত্নাকৰ কন্দলী, ৰঘুনাথ মহন্ত, গোপাল আতা, কংসাৰিকে প্ৰমুখ কৰি সৰহভাগ পুৰাণ-ভাৰত ৰচনা কৰা পুৰণি অসমীয়া কবি হয় সত্ৰৰ অধিকাৰ আছিল, নহয় সত্ৰীয়া পৰিবেশত থাকি তেওঁলোকে কাব্য ৰচনা কৰিছিল। কোন সত্ৰৰ কোনজন কবিয়ে কি কাব্য ৰচনা কৰিছিল তাৰ তালিকা দিয়া এটা চমু প্ৰবন্ধত সম্ভৱ নহয়। কিন্তু এটা কথা অনস্বীকাৰ্য যে পুৰণি অসমীয়া সাহিত্যৰ আধাতকৈয়ো সৰহ গ্ৰন্থ সত্ৰীয়া প্ৰভাৱত গঢ়ি উঠিছিল।

**সামৰণি ঃ** আজি সত্ৰৰ আগৰ মান-মৰ্যাদা নাই, জনসাধাৰণৰ ওপৰত অখণ্ডনীয় প্ৰভাৱো নাই। ইয়াৰ কাৰণে আংশিকভাৱে সত্ৰসমূহ নিজে দায়ী আৰু আংশিকভাৱে আধুনিক সমাজ-পৰিৱেশ দায়ী। বহুত ক্ষেত্ৰত সত্ৰীয়া গোসাঁইসকলে স্বকীয় মান-মৰ্যাদাৰ ফালে দৃষ্টি ৰাখি ব্যৱসায়িক দৃষ্টিভঙ্গীৰে সত্ৰ পৰিচালনা কৰাৰ ফলত শিষ্যসকলৰ আস্থা হেৰুৱাব লগাত পৰে। ধৰ্ম প্ৰসাৰতকৈ ধন-সম্পত্তি প্ৰসাৰত অধিক মনোনিবেশ কৰাত পাৰমাৰ্থিক আৰু আধ্যাত্মিক দিশত যিমান গুৰুত্ব আৰোপ কৰিব লাগিছিল, সিমান গুৰুত্ব দিয়া নহ'ল। তদুপৰি বহুতো সত্ৰীয়া গোসাঁইৰ শাস্ত্ৰজ্ঞান নথকাত শিষ্যসকলৰ আস্থা হেৰুৱাব লগাত পৰে। খ্ৰীষ্টিয়ান মিছনেৰী গোষ্ঠীৰ দৰে ধৰ্মপ্ৰসাৰ আৰু মানৱসেৱা দুয়োটা কাৰ্যৰ সংযোগ ঘটাই সত্ৰবোৰ পৰিচালনা কৰিব

পৰাহেঁতেন আজি সত্ৰৰ নিম্নমুখী গতি নহ'লহেঁতেন। অৱশ্যে এইটোও সমানেই সঁচা যে বৰ্তমান যুগ ধৰ্মত আস্থাহীনতাৰ যুগ, পাৰলৌকিক তথা পাৰমাৰ্থিক তত্ত্বত অবিশ্বাসৰ যুগ। চাৰ্ব্বাক নীতিৰহে আজিৰ যুগত আদৰ বেছি। গতিকে এনে এটা যুগ-পৰিবেশত সত্ৰবোৰৰ আগৰ গৌৰৱ হ্ৰাস পোৱাটো স্বাভাবিক। তাক পুনৰুদ্ধাৰ কৰিবলৈ হ'লে সত্ৰবোৰে মধ্যযুগীয় দৃষ্টিভঙ্গী পৰিহাৰ কৰি ধৰ্মৰ লগত মানৱ-সেৱাও জড়িত কৰি আগবাঢ়িব পাৰিলে আৰু প্ৰত্যেকখন সত্ৰকে একোটা সৰু সাংস্কৃতিক কেন্দ্ৰলৈ ৰূপান্তৰিত কৰিব পাৰিলে হৃতগৌৰৱ বহু পৰিমাণে ঘূৰি আহিব বুলি যুক্তিসংগতভাবে আশা কৰিব পাৰি।

# অসমৰ শিক্ষা

**ডক্টৰ লক্ষ্মীৰা দাস**

প্ৰাচীন অসম বা কামৰূপত শিক্ষা ব্যৱস্থাৰ ৰূপ কেনে আছিল, তেনে শিক্ষাৰ উদ্দেশ্য, বিষয় সূচী ইত্যাদি কি আছিল সেই সম্পৰ্কে ঐতিহাসিক সমল পৰ্যাপ্ত নহ'লেও তৎকালীন ভাৰতবৰ্ষৰ শিক্ষা-সংস্কৃতিৰ মানচিত্ৰত যে অসমে এক গৌৰৱোজ্জ্বল স্থান অধিকাৰ কৰিছিল সেই কথাত সন্দেহ নাই। অতি পুৰণি কালতো অসমীয়া সমাজে উন্নতিৰ শিখৰত উপনীত হৈছিল। চীন পৰিব্ৰাজক হিউৱেনচাঙৰ বিৱৰণীৰ পৰা জনা যায় যে সপ্তম শতিকাত কামৰূপৰ বিদ্যোৎসাহী ৰজা ভাস্কৰবৰ্মণে প্ৰজাৰ মাজত শিক্ষামূলক কাৰ্যত বিশেষ মনোযোগ দিছিল। পৰৱৰ্তী কামৰূপীয় ৰজাসকলৰ তাম্ৰশাসনবোৰতো শাস্ত্ৰজ্ঞ পণ্ডিত অসমত থকাৰ উল্লেখ পোৱা গৈছে। তদুপৰি এই কথাও সম্প্ৰতি প্ৰমাণিত হৈছে যে অন্য প্ৰদেশৰ ৰজায়ো কামৰূপৰ পৰা বিদগ্ধ সংস্কৃত পণ্ডিতসকলক আহবান কৰি নি নিজৰ ৰাজ্যত বসতি কৰাৰ সুবিধা দিছিল। প্ৰাগজ্যোতিষপুৰ, হাৰুপ্পা, দুৰ্জয়া আদি স্থানসমূহৰ শিক্ষাকেন্দ্ৰ হিছাপে বিশেষ খ্যাতি আছিল। ভাস্কৰবৰ্মণৰ নিধনপুৰ তাম্ৰ-শাসনত উল্লেখ থকা বিভিন্ন গোত্ৰ আৰু বেদ শাখাৰ ২০৫ গৰাকী বিদগ্ধ ব্ৰাহ্মণ-পণ্ডিতৰ অৱস্থানৰ কথাইও ইয়াকে প্ৰমাণ কৰে যে অসম বা কামৰূপতো প্ৰাচীন ভাৰতীয় শিক্ষা ব্যৱস্থাৰ অনুৰূপ শিক্ষাদান ব্যৱস্থা আছিল। সংস্কৃত ভাষা আৰু সাহিত্য সুপ্ৰতিষ্ঠিত আছিল। ৰজাঘৰৰ পৰা মাটিবৃত্তি লাভ কৰা অগ্ৰহাৰী ব্ৰাহ্মণ পণ্ডিতসকলে নিজাকৈ "ছাত্ৰশালা" বা "টোল" পাতি শিক্ষাদান কৰাৰ প্ৰমাণ পোৱা গৈছে। ৰজাই ব্ৰাহ্মোত্তৰ ভূমিদান কৰি ৰাজভঁৰালৰ পৰা ব্ৰাহ্মণ-পণ্ডিতৰ বৃত্তিৰ ব্যৱস্থা কৰি জ্ঞান-বিস্তাৰত অৰিহণা যোগাইছিল। ফলত প্ৰত্যেকজন ব্ৰাহ্মণ-পণ্ডিতৰ অধীনত একোখন চতুষ্পাঠী বা বিদ্যালয় গঢ় লৈ উঠিছিল। অৱশ্যে এই শিক্ষা আৰ্যধৰ্মানুকূল হোৱাৰ কাৰণে ই অভিজাত

আৰু উচ্চ বৰ্ণৰ মাজতে সীমাবদ্ধ আছিল, সৰ্বসাধাৰণ প্ৰজাৰ বাবে বিদ্যা-মন্দিৰৰ দুৱাৰ উন্মুক্ত নাছিল। আনহাতে ব্ৰাহ্মণ বিদ্যালয়বোৰত ব্ৰাহ্মণ ছাত্ৰৰ বাহিৰেও অন্যান্য জাতিৰ ছাত্ৰসকলে শিক্ষালাভ কৰিছিল আৰু ৰজাই ব্ৰাহ্মণ-পণ্ডিতসকলক ৰাজকোষৰ পৰা যেনে ধৰণৰ সা-সুবিধা দিছিল, অন্যান্য বিদ্বান লোককো তেনে সুবিধা দান কৰিছিল।

'কামৰূপ শাসনাৱলী' আৰু প্ৰাচীন কামৰূপীয় গ্ৰন্থসমূহৰ পৰা নিশ্চিতভাৱে জানিব পৰা গৈছে যে প্ৰাচীন কামৰূপত 'গুৰুকুল' প্ৰথা অনুযায়ী ছাত্ৰই শিক্ষা লাভ কৰিছিল আৰু এই ব্যৱস্থাত অন্তৰ্ভুক্তি পোৱা বিষয়সমূহ হ'ল—চাৰিবেদ, বেদাঙ্গ, স্মৃতি বা ধৰ্মশাস্ত্ৰ, পুৰাণ, তন্ত্ৰ কাব্য, ভাস্কৰ্যবিদ্যা, যুদ্ধবিদ্যা ইত্যাদি। বনমালদেৱৰ তেজপুৰ তাম্ৰ-শাসন, ৰত্নপালদেৱৰ শোৱালকুছি তাম্ৰশাসন, ধৰ্মপালৰ শুভংকৰ পাটৰ লিপি, বলবৰ্মণৰ তাম্ৰ-শাসন ইত্যাদি ভালেমান উৎসৰ পৰা এই কথা প্ৰতীয়মান হৈছে যে প্ৰাচীন কামৰূপত বেদ, অৰ্থ শাস্ত্ৰ, ধনুৰ্বেদ, মীমাংসা, ন্যায়, বেদাঙ্গ ( শিক্ষা, কল্প, নিৰুক্ত, জ্যোতিষ, ব্যাকৰণ আৰু ছন্দ ) আদিৰ চৰ্চা হৈছিল।

স্মৃতিশাস্ত্ৰ, তন্ত্ৰ, পুৰাণ, দৰ্শন, চিকিৎসা বা আয়ুৰ্বেদশাস্ত্ৰ, জ্যোতিষ শাস্ত্ৰ, বাস্তুবিদ্যা, গন্ধৰ্ববিদ্যা অৰ্থাৎ সঙ্গীত, নৃত্য আদি বিষয়ৰ জ্ঞান আৰু সম্যক চৰ্চাও যে প্ৰাচীন আৰু মধ্যযুগীয় অসমত হৈছিল সেই সম্পৰ্কে বহু তথ্য-পাতি পোৱা গৈছে। লিপি প্ৰচলন হোৱাৰ আগতে পুৰুষানুক্ৰমে শিক্ষা মৌখিকভাৱে সঞ্চাৰিত হৈছিল। সুৰেন্দ্ৰবৰ্মণৰ উমাচল লিপিৰ পৰা জানিব পৰা যায় যে খ্ৰীষ্টীয় ৫ম শতিকাৰ পৰা অসমত লিপিৰ প্ৰচলন হয়। পিছত সাঁচিপাতত পুথি আৰু বাঁহপাত, মাচুৰিবনৰ দৰে দীঘল আৰু বহল এবিধ পাত, তালপাত ইত্যাদিতো বিশেষ প্ৰয়োজনীয় বাক্য লিপিবদ্ধ কৰা হৈছিল। ভুটীয়াসকলে অন্য ভূৰ্জপত্ৰতো মন্ত্ৰাদি লিপিবদ্ধ কৰি তাবিজত সুমুৱাই লোৱাৰ কথা পোৱা যায়। 'যোগিনীতন্ত্ৰ'ত মাটি, গছৰ বাকলি, সোণ, ৰূপ আদিত লিখন আৰু মুদ্ৰণ প্ৰথা প্ৰচলিত থকাৰ বিষয়ে উল্লেখ আছে। সাঁচিপাতত লিখিবৰ উপযোগী কৌশল জনা মানুহ অসমতহে আছে। তদুপৰি তুলাৰে কাগজ তৈয়াৰী কৰা ব্যৱস্থা যে এসময়ত ভাৰতত প্ৰচলিত আছিল সেইকথা অসমীয়া 'তুলাপাত' শব্দটোৱেহে জীয়াই ৰাখিছে।

খাগৰি, হাঁহৰ পাখি, জন্তুৰ শিং, বাঁহ, লোহা, পিতল আৰু সোণেৰে লিখনী বা কলম তৈয়াৰী কৰা হৈছিল। সেই সময়ত লিখা সঁজুলিবোৰৰ



নাম আছিল কাপ, মহীচুঙা, কুটনী, আকঁমাৰি আৰু বিন্ধনা। লিখিবৰ কাৰণে "মহী" অৰ্থাৎ চিয়াঁহী প্ৰস্তুত কৰা হৈছিল শিলিখাৰ ৰস আৰু গৰুৰ মূতৰ সংমিশ্ৰণ ঘটাই। ইয়াৰ বাহিৰেও পুৰণি পুথিত উল্লেখ আছে যে চৰুৰ ছাই, কেঁহৰাজৰ ৰস, লোৱাচুৰ, গৰুৰ মূত, শিলিখা, আম-গছৰ ছাল, জামগছৰ ছাল একেলগে সিজাই মাটিৰ চৰুত নিয়ঁৰ পৰাকৈ থৈ দিয়া হৈছিল; চৰুৰ বাহিৰত নিগৰি নিগৰি চিয়াঁহী ওলাইছিল। গোপনীয় তথ্যপাতি লিপিবদ্ধ কৰিবৰ কাৰণে কেঁচুৰ ৰস ব্যৱহৃত হৈছিল। ৰাজতহবিলৰ পৰা আৰ্থিক সাহায্য পোৱাৰ হেতুকে পণ্ডিতসকলে সেই সময়ত শিক্ষাদান কাৰ্যত আন্তৰিকতাৰে সৈতে আত্মনিয়োগ কৰিব পাৰিছিল। বহু পণ্ডিতে নিজৰ ঘৰতে ছাত্ৰৰ ভৰণ-পোষণৰ ব্যৱস্থা কৰি একোখন বিদ্যালয় চলাইছিল। কিছু সংখ্যক ছাত্ৰই অৱশ্যে এনে বিদ্যালয়ত খোৱা বোৱাৰ ব্যয় নিজেই বহন কৰিছিল। তদুপৰি সৰ্বসাধাৰণ ৰাইজেও বিদ্যালয় সমূহৰ পৰিচালনাৰ কাৰণে সততে সহায় আগবঢ়াইছিল। সেইসময়ৰ বিদ্যালয়ত উচ্চ শ্ৰেণীৰ ছাত্ৰই নিম্ন শ্ৰেণীৰ ছাত্ৰক শিক্ষা দান কৰা এটি সুন্দৰ ব্যৱস্থা প্ৰচলিত আছিল। আজিকালিৰ দৰে তেতিয়া কোনো লিখিত পৰীক্ষাৰ ব্যৱস্থা নাছিল। কিন্তু শিক্ষা কাৰ্য চলি থকা অৱস্থাত আৰু অন্ত হোৱাৰ সময়ত ছাত্ৰৰ জ্ঞানৰ পৰিমাপ কৰিবৰ কাৰণে তৰ্ক, আলোচনা আৰু অন্য ধৰণৰ প্ৰতিযোগিতাৰ ব্যৱস্থা কৰা হৈছিল।

সাধাৰণতে নাৰীসকলৰ কাৰণে শিক্ষানুষ্ঠানৰ দুৱাৰ মুকলি নাছিল। অৱশ্যে গৃহ শিক্ষক নিযুক্ত কৰি পিতৃ-মাতৃ আৰু শহুৰ-শাহুৰ তত্ত্বাৱধানত ছোৱালী আৰু বোৱাৰীক লিখা পঢ়া আৰু অন্যান্য প্ৰয়োজনীয় বিষয়ৰ শিক্ষা দান কৰা হৈছিল। অৱশ্যে এই ব্যৱস্থা বৰ ব্যাপক নাছিল।

ত্ৰয়োদশ শতিকাৰ পৰা এইদেশত ৬০০ বছৰ কাল ৰাজত্ব কৰা আহোম ৰজাসকল অতি সংস্কৃতিসম্পন্ন, বিদ্যোৎসাহী আৰু দেশপ্ৰেমিক আছিল। তেওঁলোকে সংস্কৃত শিক্ষা আৰু ভাৰতীয় সংস্কৃতিৰ পৃষ্ঠপোষকতা কৰাৰ দৃষ্টান্ত আছে। আহোমসকলৰ ৰাজত্বকালত দেওধাই, বাইলুং, মহন প্ৰধানকৈ এই তিনিপ্ৰকাৰ পুৰোহিতৰ দ্বাৰাই ৰাজ্যত সীমিতভাৱে শিক্ষা প্ৰচাৰৰ কাৰ্য সম্পাদিত হৈছিল। আহোম স্বৰ্গদেউসকলৰ পৃষ্ঠপোষকতাত কবিৰাজ চক্ৰৱৰ্তী, ধৰ্মদেৱ কবি প্ৰমুখ্যে পণ্ডিতসকলে সংস্কৃত আৰু অসমীয়া ভাষাত নানা আপুৰুগীয়া পুথি ৰচনা কৰিছিল। মহাপুৰুষ

শ্ৰীমন্ত শংকৰদেৱ আৰু তেওঁৰ প্ৰিয় শিষ্য মাধৱদেৱৰ দ্বাৰা প্ৰচাৰিত নাম ধৰ্মৰ স্নায়ুকেন্দ্ৰ সত্ৰবোৰৰ শিক্ষাই জনতাৰ জীৱনত অসীম প্ৰভাৱ বিস্তাৰ কৰিছিল। আহোম স্বৰ্গদেউসকলে পাছলৈ বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰাত সত্ৰসমূহৰ ধৰ্ম আৰু শিক্ষাকাৰ্যৰ কাৰণে ৰাজকোষৰ পৰা অৰ্থ সাহাৰ্য আৰু মাটিবাৰী দান কৰিছিল। পুৰণি আপুৰুগীয়া পুথি সংগ্ৰহ কৰি, থলুৱা গীত-নৃত্যৰ চৰ্চা কৰি ভাওনা-সবাহৰ মাধ্যমত সত্ৰসমূহে অনাখৰী ৰাইজৰ মাজত শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত প্ৰভূত বৰঙণি যোগাইছিল। নামঘৰবোৰেও বৈষ্ণৱ-আন্দোলনৰ সময়ত আৰু পৰৱৰ্তী কালত শিক্ষা প্ৰচাৰত যথেষ্ট অৰিহণা যোগাইছিল। প্ৰত্যেকটো নামঘৰেই গীৰ্জাবোৰৰ দৰে গাঁৱলীয়া অঞ্চলত একোখন সংসদ, বিচাৰালয় আৰু বিদ্যালয়ৰ কাম কৰিছিল। আঢ্যৱন্ত জমিদাৰ আৰু ধনী-মানী লোকসকলৰ হাউলীৰ ভিতৰতো একোখনকৈ সংস্কৃত বিদ্যালয় থকাৰ উল্লেখ বহু ঠাইত আছে। কালক্ৰমত অসমত ৰাজ-পৃষ্ঠপোষকতাত ঠন ধৰি উঠা শিক্ষানুষ্ঠানসমূহৰ অৱস্থা মৃতপ্ৰায় হৈ পৰিছিল। দেশৰ অতিশয় বিশৃঙ্খল আৰু অস্বস্তিকৰ আভ্যন্তৰীণ পৰিস্থিতিৰ মাজতো কিন্তু এই শিক্ষানুষ্ঠনসমূহে টিমিক টামাককৈ হলেও জ্ঞানৰ বন্তিগছি জ্বলি থকাত সহায় কৰি দেশৰ পুৰণি ঐতিহ্যৰ ধাৰা নিৰৱচ্ছিন্ন ভাৱে প্ৰৱাহিত কৰি ৰাখিছিল। এনে শিক্ষানুষ্ঠান সমূহ হ'ল ঃ (ক) হিন্দুসকলৰ পাঠশালা, (খ) মুছলমানসকলৰ মক্তাব-মাদ্ৰাছা, (গ) ব্ৰাহ্মণসকলৰ টোল আৰু (ঘ) বৈষ্ণৱসকলৰ সত্ৰ।

অসম ইংৰাজৰ শাসনাধীন হোৱাৰ পাছত উত্তৰ পূৱ অঞ্চলৰ গৰ্ভনৰ জেনেৰেলৰ প্ৰতিনিধি ডেভিদ স্কটে দেশত প্ৰচলিত সমাজ-ব্যৱস্থা, ভূমি-সমস্যা, ৰাজহ ইত্যাদিৰ ক্ষেত্ৰত কোনো পৰিৱৰ্তন আনি অসমীয়া ৰক্ষণশীল সমাজৰ অপ্ৰিয়ভাজন হবলৈ ইচ্ছা কৰা নাছিল। জনজাতীয়সকলৰ ক্ষেত্ৰতো স্কটে প্ৰাচীন বিশ্বাস আৰু চিৰাচৰিত ব্যৱস্থাৰ বিৰোধিতা কৰা নাছিল। শিক্ষাৰ ক্ষেত্ৰতো থলুৱা শিক্ষানুষ্ঠান যেনে টোল, পাঠশালা, সত্ৰ, মাদ্ৰাছা আদিৰ শিক্ষামূলক কাৰ্য অব্যাহত ৰখা আৰু তেনে ধৰণৰ শিক্ষানুষ্ঠান পুনৰ প্ৰতিষ্ঠা কৰা, লগতে তেনে অনুষ্ঠানৰ কাৰণে পূৰ্বৰ দৰে মাটিবাৰী, টকা-পইছাৰ সহায় আগবঢ়োৱা আদি বিভিন্ন ব্যৱস্থা গ্ৰহণ কৰিছিল। কোম্পানীৰ অনুমতি সাপেক্ষে স্কটে ১৮২৬ চনত গুৱাহাটী, নীলাচল, পাতিদৰং, হাজো, বজালী, শিলা, বিশ্বনাথ, নগাওঁ, দেশদৰঙত একোখনকৈ আৰু নচুৱাৰত দুখন স্কুল



স্থাপন কৰিছিল। সেই সময়ৰ শিক্ষানুষ্ঠানবোৰত কোনো নিৰ্দিষ্ট পাঠ্যক্ৰম আৰু পাঠ্যপুথি নাছিল বুলি জনা যায়। ভাগৱত, ৰামায়ণ, গণিত, আদি বিষয়বোৰ তাত পঢ়োৱা হৈছিল। ১৮৩৮ চনত গুৱাহাটীৰ ভাৰপ্ৰাপ্ত কলেক্টৰ মেথিউ চাহাবে 'পৰগনা স্কুলৰ' আঁচনি কোম্পানীক দাখিল কৰিছিল। এই আঁচনিমতে তেওঁ দেশীয় স্কুলবোৰৰ পুনৰ সংস্কাৰ সাধন কৰি সেইবোৰৰ পৰিচালনাৰ ভাৰ স্থানীয় লোকৰ হাতত অৰ্পণ কৰিবলৈ আৰু কামৰূপত এখন Anglo Vernacular স্কুল স্থাপন কৰিবলৈ বিচাৰিছিল। সেই সময়ত কিন্তু কোম্পনীৰ বৰমূৰীয়া সকলে শিক্ষাৰ ক্ষেত্ৰত 'নিম্নপৰিস্ৰাৱণ নীতি' অনুসৰণ কৰাৰ কাৰণে মেথিউ চাহাবৰ সেই আঁচনিয়ে কোম্পানীৰ অনুমোদন লাভ কৰিব নোৱাৰিলে। আনহাতে কেপ্টেইন জেনকিন্সে মেকলেৰ ঘোষিত নীতি অনুসৰি অসমত ইংৰাজী শিক্ষা প্ৰৱৰ্তনৰ কাৰণে কোম্পানীৰ অনুমতি লাভ কৰিছিল। সেয়েহে ১৮৩৫ চনত গৌহাটী চেমিনাৰী ( বৰ্তমান কটন কলেজিয়েট স্কুল ) নামেৰে অসমৰ প্ৰথম ইংৰাজী স্কুলখন স্থাপন কৰি অসমত ইংৰাজী শিক্ষাৰ পাতনি মেলা হৈছিল। ১৮৫৮ চনৰ পৰা এই স্কুলে কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত এণ্ট্ৰেন্স পৰীক্ষা দিবলৈ অনুমতি পায় আৰু ১৮৬১ চনত পোন প্ৰথমবাৰৰ কাৰণে দুজন ছাত্ৰ এই পৰীক্ষাত উত্তীৰ্ণ হয়। উল্লেখযোগ্য যে ১৮৬৪ চনত এই স্কুলৰ পৰা উত্তীৰ্ণ হোৱা চাৰিগৰাকী ছাত্ৰৰ ভিতৰত আছিল পণ্ডিত আনন্দৰাম বৰুৱা, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ পিতৃ মাধৱচন্দ্ৰ বৰদলৈ, কৰ্ণেল শিৱৰাম বৰুৱা আৰু আৰু ভাৰতৰ ভূতপূৰ্ব ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমদৰ পিতৃ কৰ্ণেল জালনুৰ আলি আহমদ। ইয়াৰ পাছত ক্ৰমে ১৮৪১ আৰু ১৮৬৫ চনত শিৱসাগৰ আৰু নগাওঁত দুখন ইংৰাজী স্কুল পতা হৈছিল।

ইংৰাজৰ শাসনাধীন হোৱাৰ পাছত ১৮৭৪ চনলৈকে আসমৰ শাসন-কৰ্ম কলিকতাৰ পৰাই চলি থকাৰ কাৰণে বৃটিছ চৰকাৰে অসমৰ শিক্ষামূলক উন্নয়ণৰ প্ৰতি সিমান মনোযোগ দিব পৰা নাছিল ; কিন্তু ১৮৭৪ চনত এজন চীফ কমিচনাৰৰ তলত অসম এক স্বকীয়া শাসনৰ গোট হোৱাৰ পাছত শিক্ষামূলক কাৰ্যাৱলীৰ নিয়ন্ত্ৰণ আৰু পৰিচালনাৰ কাৰণে এটি শিক্ষা বিভাগ স্থাপন কৰা হৈছিল। শিক্ষা সংগঠনৰ ক্ষেত্ৰত এটি বলিষ্ঠ পদক্ষেপ লোৱা হলেও সেই সময়ৰ নানা আসোঁৱাহৰ কাৰণে অসমে শিক্ষা সম্প্ৰসাৰণ আৰু উন্নয়ণৰ ক্ষেত্ৰত আশানুৰূপ ফলাফল দেখুৱাব পৰা নাছিল। ইয়াৰ ঘাই

কাৰণবোৰ হ'ল—(ক) সেই সময়ত স্কুল আদি বহাৰ কোনো নিৰ্ধাৰিত সময় নাছিল, (খ) ছাত্ৰৰ কোনো হাজিৰা বহী ৰখাৰ নিয়ম প্ৰৱৰ্তন কৰা হোৱা নাছিল, (গ) স্কুল কৰ্তৃপক্ষই ছাত্ৰ সংখ্যাৰ কোনো তালিকা ৰখা নাছিল, (ঘ) স্কুলত নিৰ্দিষ্ট কোনো পাঠ্যপুস্তক আৰু পাঠ্য তালিকা নাছিল, (ঙ) স্কুলৰ কৰ্তৃপক্ষ আৰু অভিভাৱকৰ মাজত সহযোগিতাৰ ভাব নাছিল, (চ) বিশ্ববিদ্যালয়ৰ ফাইনেল পৰীক্ষাৰ কাৰণে ছাত্ৰক প্ৰস্তুত কৰাটোৱে আছিল স্কুলবোৰৰ শেষ লক্ষ্য, (ছ) অসমে কেন্দ্ৰীয় চৰকাৰৰ অৰ্থভাণ্ডাৰৰ পৰা অতি কম পৰিমাণৰ অৰ্থ সাহায্য লাভ কৰিছিল, (জ) স্কুল পৰিদৰ্শনৰ কাৰণে স্কুল-পৰিদৰ্শকৰ সংখ্যা আছিল, (ঝ) সৰ্বোপৰি সাধাৰণ ৰাইজৰ মাজত শিক্ষা-সম্পৰ্কে কোনো সচেতনতা নাছিল।

অসমত বৃটিছ চৰকাৰৰ শাসন প্ৰৱৰ্তন হোৱাৰ লগে লগেই অসমৰ শিক্ষা ক্ষেত্ৰত এক গুৰুতৰ সমস্যাৰ উদ্ভৱ হৈছিল। ইংৰাজী শিক্ষাৰ অৰ্থে পতা স্কুলবোৰত বঙলা ভাষাৰ প্ৰৱৰ্তনৰ ফলতেই এই সমস্যাই মূৰ দাঙি উঠিছিল; অসমীয়া ভাষা পুনঃ প্ৰতিষ্ঠাৰ কাৰণে হোৱা আন্দোলনত আমেৰিকান বেপ্টিষ্ট মিছনাৰীসকলৰ যি অবিস্মৰণীয় অৱদান সেই সম্পৰ্কে বিবৰি কোৱাৰ সকাম নাই। অসমীয়া ভাষাত প্ৰথম বাতৰি কাকত, আলোচনী আৰু অভিধান উলিওৱাৰ উপৰিও পাঠ্যপুথি প্ৰণয়নৰ ক্ষেত্ৰত এওঁলোকৰ অসীম বৰঙণি আছে। উনৈশ শতিকাত অসমৰ পৰ্বত ভৈয়াম জুৰি বহুতো স্কুল প্ৰতিষ্ঠিত হৈছিল যদিও সেইবোৰত ছাত্ৰক শিক্ষা দিবলৈ উপযোগী পাঠ্যপুথিৰ অত্যন্ত অভাৱ পৰিলক্ষিত হৈছিল। স্কুলীয়া পাঠ্যপুথি প্ৰণয়নৰ ক্ষেত্ৰত মিছনাৰী সকলেই বাটকটীয়া ৰূপে বহুমূলীয়া অৱদান আগবঢ়োৱাৰ কথা অসমৰ শিক্ষাৰ ইতিহাসত সোণালী আখৰেৰে লিখা থাকিব।

১৮৭২ চনৰ পিছত স্কুলীয়া পাঠ্যপুথিৰ ক্ষেত্ৰত অৱস্থাৰ কিছু উন্নতি পৰিলক্ষিত হৈছিল আৰু কেইজনমান লোকৰ উদ্যোগত ভালেকেইখন স্কুলীয়া কিতাপ প্ৰকাশ হৈ ওলাইছিল।

বৰ্তমান শতিকাৰ আৰম্ভণিৰ লগে লগে ভাৰতীয় ৰাইজৰ মাজত শিক্ষাসম্পৰ্কে এই নতুন সচেতনতাৰ সৃষ্টি হোৱা দেখা গৈছিল। জাতীয়তাবাদী নেতা সকলে ভাৰতীয় লোকৰ মাজত শিক্ষাৰ ব্যাপক প্ৰচাৰৰ উদ্দেশ্যে বাধ্যতামূলক আইন প্ৰণয়নৰ কাৰণে চৰকাৰৰ ওপৰত হেচা দিছিল।



ফলত অন্যান্য প্ৰদেশবোৰৰ দৰে অসমৰ বাধ্যতামূলক শিক্ষা আইনখন ১৯২৬ চনত গৃহীত হৈছিল। কিন্তু দুখৰ বিষয় বহুবোৰ কাৰণত এই আইন অসমত কাৰ্যকৰী হৈ উঠা নাছিল। ইয়াৰ পিছত গৃহীত হোৱা আন এখন শিক্ষা আইন হ'ল ১৯৪৭ চনৰ বাধ্যতামূলক প্ৰাথমিক শিক্ষা-আইন। পূৰ্বৰ শিক্ষা-আইনখনৰ দৰেই এই আইনৰো বাস্তৱ প্ৰয়োগ হোৱা নাছিল। স্বাধীনতাৰ আগৰ কালছোৱাত প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত দেখা দিয়া মূল সমস্যাবোৰ আছিল ঘাইকৈ এনে ধৰণৰ—(১) অভিভাৱকৰ নিৰক্ষৰতা আৰু উদাসীন মনোভাৱ (২) আৰ্থিক দুৰৱস্থা (৩) অনুপযুক্ত পাঠ্যক্ৰম (৪) সামাজিক কুসংস্কাৰ আৰু অনুন্নত অৱস্থা (৫) অৰ্হতা সম্পন্ন শিক্ষকৰ অভাৱ (৬) বৃটিছ চৰকাৰৰ সাধাৰণ শিক্ষাৰ প্ৰতি উদাসীনতা (৭) ৰাস্তাঘাট আৰু অন্যান্য সা-সুবিধাৰ অভাৱ ইত্যাদি।

১৯৫৪ চনত অসম চৰকাৰে বুনিয়াদী শিক্ষা আইন গ্ৰহণ কৰি প্ৰাথমিক স্কুলৰ সাংগঠনিক দিশৰ পৰিবৰ্তন সাধন কৰিবলৈ চেষ্টা কৰে আৰু বহু সংখ্যক প্ৰাথমিক স্কুল বুনিয়াদী স্কুললৈ ৰূপান্তৰিত কৰে। কিন্তু দুৰ্ভাগ্যৰ বিষয় বুনিয়াদী শিক্ষাৰ আঁচনি অসমত ফলৱতী নহল; সেয়েহে এই আইন বাতিল কৰি ১৯৬২ চনত আন এখন প্ৰাথমিক শিক্ষা আইন প্ৰবৰ্তন কৰা হৈছিল। এই আইনৰ ৰাজ্যিক পৰিষদৰ যোগেদি প্ৰাথমিক শিক্ষাৰ দায়িত্ব সামূহিকভাৱে গ্ৰহণ কৰা, শিক্ষা পৰিচালনাৰ ক্ষেত্ৰত স্থানীয় কৰ্তৃপক্ষক কৰ্তৃত্ব দিয়া, অষ্টমমান শ্ৰেণীলৈ বিনামূলীয়া শিক্ষা দান, ছাত্ৰ-ছাত্ৰীক স্কুললৈ পঠিয়াবলৈ অভিভাৱকক বাধ্য কৰা, ইত্যাদি ব্যৱস্থাবোৰ বিশেষভাৱে উল্লেখযোগ্য।

১৮৩৫ চনৰ মেকলেৰ প্ৰতিবেদন আৰু ১৮৪৪ চনৰ হাৰ্ডিঞ্জৰ ঘোষণাত স্পষ্টভাৱে কোৱা হৈছিল যে ভাৰতবৰ্ষত পাশ্চাত্য শিক্ষা-সংস্কৃতি বিস্তাৰ কৰা আৰু চৰকাৰী চাকৰিৰ ক্ষেত্ৰত পাশ্চাত্য শিক্ষাৰে শিক্ষিত ব্যক্তিক অগ্ৰাধিকাৰ দিয়া হ'ব। এই ঘোষণাৰ ফলত ভাৰতৰ বিভিন্ন প্ৰদেশত মাধ্যমিক স্কুল স্থাপিত হৈছিল। ১৮৩৫ চনত গুৱাহাটীত স্থাপিত হোৱা প্ৰথম মাধ্যমিক স্কুলখনৰ পিছতে ক্ৰমাগত ভাৱে কেবাখনো ইংৰাজী স্কুল স্থাপিত হ'ল আৰু ইংৰাজী শিক্ষাৰ অৰ্হতা লৈ অসমীয়া ডেকাই কোম্পানীৰ অধীনত চাকৰি পোৱাত ইংৰাজী শিক্ষাৰ প্ৰতি সমাজৰ আগ্ৰহ বাঢ়িল। ১৮৭৩—৭৪ চনত অসমৰ সৰ্বমুঠ হাইস্কুলৰ সংখ্যা আছিল ৬ খন আৰু ১৮৭৪ ৭৫ চনত ১০ খন (৯ খন চৰকাৰী আৰু ১ খন বেচৰকাৰী)।

সেই সময়ৰ মাধ্যমিক স্কুলবোৰক নিম্নোক্ত শ্ৰেণীত শ্ৰেণীভুক্ত কৰা হৈছিল ঃ (ক) মধ্য ইংৰাজী স্কুল ঃ—ইয়াত ষষ্ঠমান শ্ৰেণীলৈ শিক্ষা দিয়া হৈছিল আৰু ইয়াত ইংৰাজী পঢ়োৱাৰ ব্যৱস্থা আছিল। (খ) মধ্য অসমীয়া স্কুল ঃ—ইয়াতো ষষ্ঠ শ্ৰেণীলৈ পঢ়োৱাৰ ব্যৱস্থা আছিল যদিও ইংৰাজী শিক্ষা দিয়া নহৈছিল। (গ) হাইস্কুল ঃ—হাইস্কুলবোৰত ইংৰাজী মাধ্যমেৰে দশম শ্ৰেণীলৈ শিক্ষা দি ছাত্ৰসকলক মেট্ৰিকুলেচন পৰীক্ষাৰ কাৰণে সাজু কৰা হৈছিল। বহু সংখ্যক মাধ্যমিক স্কুলত 'ক' 'খ' শ্ৰেণীও যুক্ত আছিল। হাইস্কুলৰ পাঠ্যক্ৰমত ইংৰাজী, বুৰঞ্জী, গণিত, ভূগোল, এটি দ্বিতীয় ভাষা অন্তৰ্ভুক্ত কৰা হৈছিল আৰু ড্ৰইং বিষয়টো আছিল ঐচ্ছিক। ১৯২১-২২ চনত অসমত থকা ৪৪ খন মাধ্যমিক স্কুলৰ সংখ্যা বাঢ়ি ১৯৪১-৪২ চনত ১৬৫খন হৈছিল গৈ। স্কুলৰ লগে লগে ছাত্ৰ সংখ্যাও বৃদ্ধি পাইছিল। এই খিনিতে ১৯১২ চনৰ পৰা ১৯৪৭ চনলৈ অসমৰ মাধ্যমিক স্কুল আৰু ছাত্ৰ সংখ্যা বৃদ্ধিৰ এটি খতিয়ান দাঙি ধৰা হ'ল—

| বছৰ | মাধ্যমিক স্কুলৰ মুঠ সংখ্যা | মাধ্যমিক স্কুলৰ মুঠ ছাত্ৰসংখ্যা |
|---|---|---|
| ১৯১২ | ১৬৭ | ২৩৩৪০ |
| ১৯১৭ | ২৮৬ | ৩৯৬১০ |
| ১৯২২ | ৩৩৬ | ৩৫৩২২ |
| ১৯২৭ | ৩৮২ | ৫০৪৭৩ |
| ১৯৩২ | ৫১১ | ৭১৩০৫ |
| ১৯৩৭ | ৬২০ | ৯৪৩২০ |
| ১৯৪২ | ৮৬৫ | ১২১৭১৩ |
| ১৯৪৭ | ১০৯৫ | ১৭৬৫৮৬ |

স্বাধীনতাৰ আগৰ আৰু পিছৰ কালছোৱাত অসমৰ মাধ্যমিক শিক্ষাৰ ক্ষেত্ৰত অনুভূত হোৱা কেইটিমান সমস্যা হ'ল—

(১) মাধ্যমিক শিক্ষাৰ ওপৰত পৰীক্ষা ব্যৱস্থাৰ অত্যধিক প্ৰভাৱ; (২) এনে স্কুলত কাৰিকৰী আৰু বৃত্তিমূলক শিক্ষাৰ অভাৱ; (৩) অৰ্হতা সম্পন্ন আৰু প্ৰশিক্ষণ-প্ৰাপ্ত শিক্ষকৰ অভাৱ; (৪) শিক্ষকৰ দৰমহাৰ ক্ষেত্ৰত ত্ৰুটিপূৰ্ণ ব্যৱস্থা; (৫) ছাত্ৰ অনুপাতে শিক্ষকৰ নাটনি; (৬) অপচয় আৰু অনুন্নয়ণ; (৭) ঘৰদুৱাৰ আৰু সা-সৰঞ্জামৰ অভাৱ; (৮) ছাত্ৰই নিজ



ৰুচি আৰু সামৰ্থ্য অনুসৰি ল'ব পৰা ঐচ্ছিক বিষয়ৰ অভাৱ; (৯) জীৱনৰ লগত সংগতিহীন শিক্ষা; (৮) শিক্ষকতাৰ চাকৰিৰ বাবে প্ৰয়োজনীয় আগ্ৰহৰ অভাৱ; (১০) পাঠ্যক্ৰমৰ অনুপযুক্ততা আৰু ত্ৰুটী; (১১) সমাজৰ নিৰ্লিপ্ত মনোভাৱ ইত্যাদি। কেৰাণী গঢ়া শিক্ষাই যে প্ৰগতিবাদী গণ-তান্ত্ৰিক দেশ এখনৰ চাহিদা পূৰণ কৰিব নোৱাৰে তেনে এক উপলব্ধিৰে মাধ্যমিক শিক্ষা সংস্কাৰৰ কাৰণে ১৯৫২ চনত নিযুক্ত কৰা হৈছিল ভাৰতৰ মাধ্যমিক শিক্ষা আয়োগ এখনি। এই আয়োগৰ পৰামৰ্শ মতে মাধ্যমিক স্কুলৰ শিক্ষাকাল ১১ বছৰীয়া আৰু মাধ্যমিক শিক্ষাৰ স্তৰত বহুমুখী পাঠ্যক্ৰমৰ ব্যৱস্থা প্ৰবৰ্তন কৰা হৈছিল। অসমৰ ভালেকেইখন হাইস্কুল উচ্চতৰ আৰু বহুমুখী স্কুললৈ পৰিবৰ্তিত কৰা হৈছিল। ১৯৭৩ চনৰ পৰা পুনৰ অসমত বাৰবছৰীয়া স্কুলীয়া পাঠ্যক্ৰম প্ৰবৰ্তন কৰা হৈছে। ১৯৬৪ চনৰ কোঠাৰী আয়োগৰ পৰামৰ্শ মতে সম্প্ৰতি অসমৰ বহুকেইখন স্কুলত এই বাৰবছৰীয়া পাঠ্যক্ৰমৰ প্ৰচলন কৰা হৈছে।

১৮৬৫ চনত গোহাটী চেমিনাৰীত আৰম্ভ হৈ ১৮৭৬ চনত বন্ধ হৈ যোৱা কলেজীয়া শ্ৰেণীৰ পিছত উনৈশ শতিকাত অসমত উঁচ্চশিক্ষাৰ কোনো ব্যৱস্থা নাছিল বুলিলেও হয়। অৱশ্যে ১৮৯২ চনত ছিলেটত মুৰাৰিচাঁদ কলেজ স্থাপিত হৈছিল। মাণিকচন্দ্ৰ বৰুৱা প্ৰমুখ্যে দেশহিতৈষী নেতাসকলৰ প্ৰচেষ্টাত ১৯০১ চনত বিপুল উছাহ-উদ্দীপনাৰ মাজেদি চাৰ হেনৰী কটনৰ নামেৰে নামাকৰণ কৰি অসমৰ প্ৰথম উচ্চশিক্ষাৰ অনুষ্ঠান কটন কলেজৰ ভেটি স্থাপন কৰা হৈছিল। এই কলেজৰ প্ৰথম অধ্যক্ষ ফ্ৰেডাৰিক উইলিয়াম ছুডমাৰ্ছন আৰু অধ্যাপক হিচাবে আছিল—ইন্দুভূষণ ব্ৰহ্মচাৰী (অংক আৰু তৰ্ক শাস্ত্ৰ), চুণীলাল দে (পদাৰ্থ আৰু ৰসায়ন বিদ্যা), পৰেশ নাথ লাহিড়ী (সংস্কৃত আৰু বুৰঞ্জী) আৰু মৌলবী আবু লছেৰ মহম্মদ ওহিদ (আৰবী, পাৰ্চি, হিন্দুস্থানী)।

১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হোৱাৰ পাছত কলা আৰু বিজ্ঞানৰ শিক্ষাদান কৰিবৰ কাৰণে অসমত দ্ৰুতগতিত কলেজৰ সংখ্যা বৃদ্ধি হবলৈ ধৰিলে। ইয়াৰ পিছত ১৯৬৫ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয় আৰু ১৯৬৮ চনত যোৰহাটত কৃষি বিশ্ববিদ্যালয় প্ৰতিষ্ঠিত হয়। তিনিওখন বিশ্ববিদ্যালয়ৰ অধীনত সম্প্ৰতি বহু সংখ্যক কলা, বিজ্ঞান আৰু বৃত্তিমূলক কলেজৰ কাৰ্য্য পৰিচালনা হৈ আছে।

বৃটিছৰ শাসন কালত অসমত স্ত্ৰী-শিক্ষায়ো সিমান গা কৰিব পৰা নাছিল। কিন্তু স্বৰাজোত্তৰ কালছোৱাত এই ক্ষেত্ৰত উল্লেখযোগ্য উন্নতি পৰিলক্ষিত হৈছে। ১৯৭১ চনৰ লোকপিয়ল মতে অসমৰ মুঠ শিক্ষিত লোকৰ সংখ্যা হ'ল—৪১,১৬,৭৭১। ইয়াৰে শিক্ষিত পুৰুষ ২৮,২৯,২৪২ জন আৰু শিক্ষিতা নাৰী হ'ল ১২,৮৭,৫২৯ গৰাকী। পুৰুষৰ শিক্ষিতৰ হাৰ হ'ল শতকৰা ৩৭·১৯ আৰু স্ত্ৰীৰ শতকৰা হাৰ ১৯·২৭। ১৯৭০ চনৰ হিচাপমতে অসমৰ ছোৱালী স্কুল আৰু কলেজৰ পৰিসংখ্যা এনে ধৰণৰ—

(১) প্ৰাথমিক আৰু বুনিয়াদী স্কুল—৬৪০ খন; (২) মধ্য অসমীয়া, মধ্য ইংৰাজী আৰু উচ্চ বুনিয়াদী স্কুল—২৩৮ খন; (৩) হাইস্কুল, উচ্চতৰ মাধ্যমিক স্কুল—১৬৩ খন; (৪) কলেজ—১০ খন; (৫) পলিটেক্‌নিক—১ খন।

সাধাৰণ স্কুল-কলেজত ছাত্ৰী সংখ্যাৰ বৃদ্ধিৰ উপৰিও বৰ্ত্তমান স্ত্ৰী শিক্ষাৰ ক্ষেত্ৰত এটি উল্লেখযোগ্য ঘটনা হ'ল চিকিৎসা মহাবিদ্যালয়, ইঞ্জিনিয়াৰিং, বাণিজ্য, কৃষি আৰু আইন মহাবিদ্যালয়ত ছাত্ৰীৰ সংখ্যা ক্ৰমাগতভাৱে বাঢ়ি অহাটো। তদুপৰি স্ত্ৰী-শিক্ষা বিস্তাৰ আৰু উন্নতিৰ কাৰণে চৰকাৰক পৰামৰ্শ দিবলৈ স্ত্ৰী-শিক্ষাৰ এখনি ৰাষ্ট্ৰীয় পৰিষদ গঠিত হৈছে।

কাৰিকৰী আৰু বৃত্তিমূলক শিক্ষাৰ ক্ষেত্ৰত স্বাধীনতাৰ পাছত অসমে উল্লেখযোগ্য অগ্ৰগতি লাভ কৰিছে। সম্প্ৰতি অসমত তিনিখন ইঞ্জিনিয়াৰিং কলেজ, তিনিখন মেডিকেল কলেজ, এখন পশু চিকিৎসাৰ কলেজ, এঘাৰখন আইন কলেজ, সাতখন শিক্ষক-প্ৰশিক্ষণ কলেজ আৰু বহুকেইখন বাণিজ্য কলেজ আছে। এইবোৰৰ উপৰিও আছে কেবাখনো পলিটেক্‌নিক, ঔদ্যোগিক প্ৰশিক্ষণ কেন্দ্ৰ, ইঞ্জিনিয়াৰিং স্কুল, পাট-পলু অনুষ্ঠান, বয়ন-শিক্ষানুষ্ঠান, তাঁতবোৱা প্ৰশিক্ষণ কেন্দ্ৰ, জৰীপ স্কুল, বন প্ৰশিক্ষণ স্কুল, সুকুমাৰ কলাৰ স্কুল, বাণিজ্য স্কুল, ইত্যাদি।

দেশে স্বাধীনতা পোৱাৰ পাছত জাতীয় চৰকাৰে নিৰক্ষৰ দেশবাসীৰ জীৱনদৰ্শন, আচাৰ-ব্যৱহাৰ, জীৱনধাৰণৰ মানদণ্ড, সামাজিক আৰু ৰাজনৈতিক দৃষ্টিভঙ্গী সলনি কৰাৰ গধুৰ দায়িত্ব মূৰপাতি ল'বলগীয়া হয়। অসমতো সেই উদ্দেশ্যে সামাজিক শিক্ষাবিভাগ সংগঠিত কৰা হৈছে। অৱশ্যে ইয়াৰ আগতে ১৯৩৯ চনত বেচৰকাৰী অনুষ্ঠানৰ উদ্যোগত প্ৰাপ্ত-বয়স্কৰ শিক্ষা দেশত আৰম্ভ হৈছিল। সামাজিক শিক্ষা সম্প্ৰসাৰণ কৰা কাৰ্যত নিম্নোক্ত উপায়বোৰ ব্যৱহৃত হয়:—(ক) নিৰক্ষৰ লোকক সাক্ষৰতা দান আৰু



কৰিবৰ অৰ্থে বয়স্ক শিক্ষাৰ কেন্দ্ৰ (খ) গ্ৰন্থাগাৰ স্থাপন; (গ) পুস্তক আৰু আলোচনী প্ৰকাশ; (ঘ) সমাজ কল্যাণ কেন্দ্ৰ স্থাপন; (ঙ) সাংস্কৃতিক কাৰ্যসূচী গ্ৰহণ; (চ) জনতা কলেজৰ দ্বাৰা শিক্ষা সম্প্ৰসাৰণ আৰু প্ৰশিক্ষণ; (ছ) বিভিন্ন সংঘ, সমিতি, অনুষ্ঠানৰ সহযোগত সামাজিক শিক্ষা সম্প্ৰসাৰণ আৰু উন্নয়ণমূলক আঁচনি গ্ৰহণ।

সামাজিক শিক্ষাৰ ঘাই সমস্যাবোৰ হ'ল—(১) বয়স্ক শিক্ষাৰ্থীৰ শিক্ষাৰ প্ৰতি ধাউতিৰ অভাৱ; (২) এনে শিক্ষাৰ প্ৰতি শিক্ষিত লোকৰ উদাসীনতা; (৩) ৰক্ষণশীল মনোভাৱ (৪) উপযুক্ত কিতাপৰ অভাৱ; (৫) এই ক্ষেত্ৰত কাম কৰিবৰ কাৰণে যোগ্য কৰ্মীৰ অভাৱ; (৬) প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষকৰ অভাৱ; (৭) পিছপৰা অঞ্চলত বয়স্ক শিক্ষাৰ্থীৰ বাবে পৰিবহন ব্যৱস্থাৰ অভাৱ (৮) প্ৰচাৰৰ অভাৱ ইত্যাদি।

১৯৭০ চনৰ হিচাপমতে অসমত সৰ্বমুঠ ৫৯৬টা জনশিক্ষাৰ কেন্দ্ৰই কাৰ্য্যপৰিচালনা কৰি আছিল।

# অসমীয়া লিপি আৰু ভাষাৰ ক্ৰমবিকাশ

শ্ৰীবিশ্বেশ্বৰ হাজৰিকা

ভাৰতত ব্যৱহৃত হোৱা আটাইতকৈ প্ৰাচীন লিপি হৈছে ব্ৰাহ্মী। এই লিপি খ্ৰীঃ পূঃ ৪ৰ্থ শতিকাৰ পৰা ভাৰতত ব্যৱহৃত হয়। শুঙ্গ বংশৰ ৰজাসকল, কুষাণ ৰজাসকল আৰু গুপ্ত ৰজাসকলৰ দিনত এই লিপিয়ে পূৰ্ণতা লাভ কৰে। এই লিপিৰ পৰাই ভাৰতীয় প্ৰায়বোৰ লিপিৰ বিকাশ হৈছে। অসমীয়াও তাৰে এটা।

আৰ. ডি. বেনাৰ্জীয়ে "The Origin of the Bengali Script" কিতাপত পূব ভাৰতৰ লিপিবোৰৰ মূল কুটিল লিপি বুলি উল্লেখ কৰে। সৰ্বেশ্বৰ কটকীয়ে "অসমীয়া প্ৰাচীন লিপি"ত ( ১৯৩৬ ) লিখে, "গুপ্ত যুগৰ পূব ভাৰতীয় লিপিৰ পৰিবৰ্তন আৰু সংমিশ্ৰণ ঘটি কুটিল লিপিৰ পৰা কামৰূপ-লিপি বা পুৰণি অসমীয়া লিপিৰ উৎপত্তি হৈছে।" ( পৃঃ ১৭-১৮ )। ডঃ সত্যেন্দ্ৰনাথ শৰ্মা ( অসমীয়া সাহিত্যৰ ইতিবৃত্ত ১৯৭১, ২৫ পৃষ্ঠাত ) আৰু ডঃ মহেশ্বৰ নেওগে ( অসমীয়া সাহিত্যৰ ৰূপৰেখা ১৯৬৪, ৩৬১ পৃষ্ঠাত ) এই মত সমৰ্থন কৰিছে।

ডিম্বেশ্বৰ নেওগে এই মত সমৰ্থন নকৰি "Growth of the Asamiya Language"ৰ ( ১৯৬৪ ) ৯৭ পৃষ্ঠাত লিখিছে, "From what we have since gathered in our latest studies on the subject, we are now of opinion that............the notion that the Asamiya script........developed through Deva-nagari or through Gupta and Kutil varieties is really not borne by facts."

বেনাৰ্জী, কটকী, ডঃ শৰ্মা আৰু ডঃ নেওগে ব্যৱহাৰ কৰা কুটিল লিপি নামটোৰ ক্ষেত্ৰতো লিপিবিদৰ আপত্তি আছে। গুণাকৰ মুলেই "ভাৰতীয় লিপিয়োঁ কী কহানী"ত ( ১৯৭৪ ) লিখিছে, "ছঠী সদী সে হম উত্তৰ ভাৰত কে লেখোঁ কে অক্ষৰোঁ মেঁ অধিক কলাত্মকতা দেখতে হৈঁ। ...ছঠী সে



নৌৱীঁ সদী তক ইস প্ৰকাৰ কী লিপি মেঁ লিখে গয়ে উত্তৰ ভাৰত সে অনেক লেখ মিলতে হৈঁ। ...ছূঁকি ইস লিপি-শৈলী কে অক্ষৰোঁ কী খড়ী ৰেখাওঁ কে নীচে ছোটে ন্যূনকোণ বনতে হৈঁ, ইসলিএ কুছ পুৰা-লিপিৱিদোঁ নে ইসে 'ন্যূনকোণীয় লিপি' কা নাম দিয়া হৈঁ। কুছ অন্য পুৰালিপিৱিদোঁ নে ইস শৈলী কো 'কুটিল লিপি' য়া 'কুটিলাক্ষৰ' নাম দিয়া হৈঁ। ...পৰন্তু ইনকা প্ৰয়োগ কালান্তৰ কী শৈলী কে লিএ হুআ হৈঁ। ইসলিএ প্ৰস্তুত শৈলী কে লিএ 'কুটিল লিপি' নাম ভী উচিত নহী জঁচতা।" (পৃঃ ৮০)।

৬ষ্ঠ শতিকাৰ পৰা ৯ম শতিকালৈ প্ৰচলিত এই লিপিটোৰ নাম মুলেৰ মতে "সিদ্ধমাতৃকা"। কিন্তু সিদ্ধমাতৃকাৰ পৰা অসমীয়া লিপিৰ উদ্ভৱ হোৱা বুলি কোৱাত অসুবিধা আছে। তাৰ কাৰণ হল—

(১) সিদ্ধমাতৃকা লিপি ৬ষ্ঠ শতিকাৰ পৰাহে পোৱা যায়, কিন্তু অসমীয়া লিপি ৫ম শতিকাৰ পৰা পোৱা যায়।

(২) অসমীয়া লিপিত সিদ্ধমাতৃকাতকৈ আগৰ আখৰ পোৱা যায়; যেনে—সুৰেন্দ্ৰ ৱৰ্মাৰ (৪৫০-৪৮৫) লিপিৰ ই, ক, গ, জ, ধ, ন, ভ, ম, য, ৰ, ল, ৱ আৰু স।

(৩) ৭ম-৯ম শতিকালৈকে অসমীয়া লিপিত প্ৰাচীন আখৰ পোৱা যায়, যিবোৰ সিদ্ধমাতৃকাত ৬ষ্ঠ শতিকাতে বেলেগ ৰূপ লৈছে; যেনে—ভাস্কৰ ৱৰ্মাৰ ( ৫৯৪-৬৫০ ) ভুমি লিপিৰ ই, ক, গ, জ, ণ, ত, দ, ধ, ন, প, ভ, ম, ৰ, ল, ৱ আৰু স; হৰ্জৰ ৱৰ্মাৰ ( ৮১৫-৮৩৫ ) জ, ড, ণ, দ, ন, প, ম আৰু ৰ।

এই তথ্যৰ পৰা প্ৰমাণিত হয় যে সিদ্ধমাতৃকা তথা কুটিল লিপিৰ পৰা অসমীয়া লিপিৰ উদ্ভৱ হোৱা নাই।

অসমৰ প্ৰাচীনতম লিপিখন হ'ল সুৰেন্দ্ৰ ৱৰ্মা ওৰফে মহেন্দ্ৰ ৱৰ্মাৰ (৪৫০-৪৮৫) উমাচল লিপি। এই লিপিখনত মুঠ ৩৩টা আখৰ আছে। পুনৰুক্ত হোৱা আখৰ বাদ দিলে ২৩টা আখৰ হয়। তাৰে গোট আখৰ ১৭টা, যুক্ত আখৰ ৫টা আৰু হলন্ত ১টা। গোট আখৰ ১৭টাৰ ভিতৰত ই, ক, জ, ত, ন, ভ, ম, ৰ আৰু ৱ—এই ৯টা আখৰ গুপ্ত যুগত প্ৰচলিত আখৰৰে সৈতে মিলে। বাকী ৮টা আখৰ নিমিলে। ইয়াৰ পৰা সিদ্ধান্ত কৰিব পাৰি যে গুপ্ত যুগৰ আগতে অসমলৈ ব্ৰাহ্মী লিপি আহে।

প্ৰাক্-গুপ্ত যুগত অসমলৈ অহা ব্ৰাহ্মী লিপিৰ পৰা অসমীয়া লিপিৰ বিকাশ হয়। অসমীয়া লিপিৰ বিকাশৰ ছটা স্তৰ পোৱা যায়—(১) প্ৰাচীন

কামৰূপী লিপি—৫ম শতিকাৰ পৰা ৮ম শতিকালৈ ; (২) নব্য কামৰূপী লিপি—৯ম শতিকাৰ পৰা ১১ শতিকাৰ প্ৰথম চাৰি দশকলৈ ; (৩) প্ৰাক্-অসমীয়া লিপি—১১শ শতিকাৰ শেষ ছয় দশকৰ পৰা ১২শ শতিকালৈ ; (৪) প্ৰাচীন অসমীয়া লিপি—১৩শ শতিকাৰ পৰা ১৪শ শতিকালৈ ; (৫) মধ্য যুগীয় অসমীয়া লিপি—১৫শ শতিকাৰ পৰা ১৯শ শতিকাৰ প্ৰথম চাৰি দশকলৈ ; (৬) আধুনিক অসমীয়া লিপি—১৯শ শতিকাৰ শেষ চাৰি দশকৰ পৰা বৰ্তমানলৈকে। তলত প্ৰত্যেক স্তৰৰ বৈশিষ্ট্যসমূহ আলোচনা কৰা হ'ল।

## (১) প্ৰাচীন কামৰূপী লিপি

এই লিপি পোৱা যায় সুৰেন্দ্ৰ বৰ্মা ওৰফে মহেন্দ্ৰ বৰ্মাৰ ( ৪৫০-৪৮৫ ) উমাচল লিপি, ভূতি বৰ্মাৰ ( ৫১০-৫৫৫ ) বৰগঙ্গা লিপি, ভাস্কৰ বৰ্মাৰ ( ৫৯৪-৬৫০ ) ডুবি আৰু নিধনপুৰ লিপিত।

গ-ৰ মাত্ৰাৰ ফালে দুটা সমকোণ, ঘ-ৰ ৰূপ ইংৰাজী W-ৰ দৰে, জ ইংৰাজী E-ৰ দৰে, ত-ৰ মাত্ৰাৰ পৰা থিয় আঁচ এডালত তললৈ মেলা-মুখীয়া এটা অৰ্দ্ধবৃত্ত, থ-ৰ মাজত কটা প্ৰায় ষ-ৰ দৰে, দ-ৰ তলত থিয় আঁচডাল নাই, ধ ওলোটা D-ৰ দৰে, ন নেজাল, ভ প্ৰায় গুপ্ত যুগৰ দৰে, ম-ৰ প্ৰথম থিয় আঁচডাল সামান্য সোঁফালে হালি বাওঁফালে মাত্ৰাৰ সমান্তৰাল হৈ আগবঢ়া, ৰ মাত্ৰাযুক্ত থিয় আঁচ, স-ৰ আগফালে এটা সৰু বৃত্ত আছে।

## (২) নব্য কামৰূপী লিপি

হৰ্জৰ বৰ্মা ( ৮১৫-৮৩৫ ), বনমাল বৰ্মাদেৱ ( ৮৩৫-৮৬৫ ), তৃতীয় বলবৰ্মা ( ৮৮৫-৯১০ ) আৰু ৰত্নপালৰ ( ১০১০-১০৪০ ) তামৰ ফলিত এই লিপিৰ নিদৰ্শন পোৱা যায়।

ঘ-ৰ শেষত দীঘল নাল, চ তিনিকোণীয়া, জ-ই আধুনিক ৰূপ লবলৈ আৰম্ভ কৰি পূৰ্ণতা লভিছে, ট টিকনিহীন ভাঁজ থকা, ণ-ৰ মাজৰ আঁক দুডাল এডাল হৈ গৈছে আৰু শেষলৈ তৃতীয় আঁকডাল দীঘলিছে, থ-ৰ মুখ মেল খাইছে, দ-ৰ নেজ বাঢ়িছে, ধ মাত্ৰাৰ ফালে মেল খাইছে, ন-ৰ নেজডাল ছিগিছে, প-ৰ নাল বাঢ়িছে, ৰ-ৰ তলৰ পৰা বাওঁফালে ওপৰলৈ থিয় আঁচ এডাল প্ৰায় ৪৫° ডিগ্ৰী কোণ কৰি বাঢ়িছে, ল আৰু স-ই প্ৰায় আধুনিক ৰূপ লৈছে।



## (৩) প্ৰাক্-অসমীয়া লিপি

এই লিপিৰ নিদৰ্শন পোৱা যায় ইন্দ্ৰপাল ( ১০৪০-১০৬৫ ) আৰু ধৰ্মপালৰ ( ১০৯৫-১১২০ ) তামৰ ফলিত। আচল অসমীয়া লিপি হওঁ হওঁ অৱস্থাৰ ৰূপ ইয়াত দেখা যায়।

বৈশিষ্ট্যসমূহ এনে ধৰণৰ—এ-ই প্ৰায় পূৰ্ণতা লভিছে, অনুস্বাৰে আধুনিক ৰূপ লৈছে, ত-ই আধুনিক ৰূপ লবলৈ আৰম্ভ কৰিছে, ধ, শ আৰু হ বিকাশৰ পথত, থ, দ, ম, য প্ৰায় আধুনিক।

## (৪) প্ৰাচীন অসমীয়া লিপি

ইতিমধ্যে লিপি প্ৰায় বিকশিত ৰূপ পাইছে। এই সময়ৰ লিপিৰ নিদৰ্শন পোৱা যায় কানাই বৰশী শিলালিপি ( ১২০৫ ) আৰু ৰাউতকুছিৰ তামৰ ফলিত ( ১৩৩৯ )। নীলাচলত পোৱা মাধৱ ৰজাৰ তামৰ ফলিত তাৰিখ সং ২৫ বুলি লিখা আছে। কি চন বুজাইছে সং ২৫-এ জনা নাযায়। কিন্তু আখৰৰ গঢ়ৰ পৰা এই লিপি ৰাউতকুছিতকৈ আগৰ হব লাগিব। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত শ্ৰীমদ্ভগৱদগীতাৰ ৫০৯ নং প্ৰতিলিপিৰ লিপিও এই সময়ৰে।

এই সময়ৰ লিপিৰ বৈশিষ্ট্যসমূহ এনেকুৱা—অ প্ৰায় নেজহীন ক্ষ-ৰ দৰে, ই জী-ৰ দৰে, উ ড-ৰ মাত্ৰাৰ দুইটা মূৰ ওপৰলৈ উঠি যোৱা, ঊ ওপৰলৈ উঠি যোৱা মূৰ দুটাৰ মাজত এটা বিন্দু-যুক্ত, ঋ ঝ-ৰ ওপৰ ভাগত ী-কাৰৰ দৰে, এ-ৰ তলৰ আঁচডাল ৪৫° ডিগ্ৰী কোণত বঢ়া, ঐ-ৰ পাছত ঝ-কাৰৰ পাছৰ আঁচডাল ী-কাৰৰ দৰে বঢ়া, ঙ-ৰ ওপৰত এটা সৰু বৃত্ত, ট কুঁজ-লগা, ধ বৃত্ত এটাৰ তলত আঁচ-লগা, ঢ কুঁজ-লগা, ভ আৰম্ভণি অংশ মাত্ৰাৰ পৰা আঁতৰি অহা আৰু ঠোঁটটো মাত্ৰাত লগা, ৰৰ তলত ফুট, হ ইয়াৰ আগৰ ৰূপৰ পৰা বিকশিত, ঢ় কুঁজ লগা, ৎ সৰু ে-কাৰৰ পাছত হসন্ত চিন লগা। কানাই বৰশী শিলালিপিৰ আখৰ অলপ বেলেগ। ইয়াৰ গ-টো শুঁৰ-লগা, ধ-টো মাত্ৰাহীন য-ৰ দৰে, শ-টো শুঁৰ-লগা। লক্ষ্য কৰিবলগীয়া কথা, শ্ৰীমদ্ভগৱদগীতাৰ ইটো স্বাভাৱিক বিকশিত ৰূপ নহয়, ক'ৰবাৰ পৰা ধাৰ কৰা। পাছৰ যুগত ইয়াক ক'ৰবাত ক'ৰবাত পোৱা গলেও সমসাময়িক ই-ৰ ৰূপ বেলেগ আছিল। ৰ প্ৰথমতে ব-ৰ দৰে, পিছলৈ পেট কটা।

নেপালত উদ্ধাৰ হোৱা চৰ্যাচৰ্যবিনিশ্চয়ৰ আখৰৰ গঢ় এই ক্ষেত্ৰত লক্ষ্য

কৰিবলগীয়া। এই লিপি ১৫ শ শতিকাৰ বুলি অনুমান কৰা হৈছে যদিও ইয়াৰ আখৰৰ গঢ় এই সময়ৰ যেনহে লাগে। পেট কটা ৰ-ৰ উপস্থিতিৰ কাৰণে এই লিপি অসমীয়া হয় বুলি ধৰি লব পাৰি।

### (৫) মধ্য-যুগীয় অসমীয়া লিপি

এই যুগৰ লিপিৰ নিদৰ্শন অলেখ। কামতাপুৰৰ কামতেশ্বৰী মন্দিৰৰ শিলৰ ফলি (১৬৬৫), গদাধৰ সিংহৰ দিনৰ মনুষ্য ক্ৰয়-বিক্ৰয়ৰ পত্ৰ (১৬৮৫), ৰুদ্ৰসিংহৰ লেপেটকটাৰ তামৰ ফলি (১৭০১), শিৱসিংহৰ দিনৰ যৌতুক স্বৰূপ ব্ৰহ্মোত্তৰ তামৰ ফলি (১৭২৬), শিৱসিংহৰ দিনৰ কোঁৱৰভাগ ব্ৰহ্মোত্তৰ-ধৰ্মোত্তৰ তামৰ ফলি (১৭৪১), বজালী পৰগণাৰ বিসিকুছি তামৰ ফলি (১৭৪২) আদিত ইয়াৰ নিদৰ্শন পোৱা যায়। ইয়াৰ উপৰিও অনেক হাতেলিখা পুথিত এইলিপি পোৱা যায়।

এই লিপিয়েই অসমীয়া লিপিৰ পূৰ্ণ বিকশিত ৰূপ। বৈশিষ্ট্যবোৰ তলত আলোচনা কৰা হ'ল ঃ—

ই হ্ৰ-ৰ দৰে, কিন্তু টিকনি-লগা, উ টিকনিহীন উ-ৰ দৰে, কিন্তু প্ৰাচীন-গঢ়ো পোৱা যায়, ঘ-ৰ প্ৰথম ঘোৰটোতকৈ দ্বিতীয়টো সৰু, চ টিকনিহীন ঠ-ৰ দৰে, ট-ৰ টিকনি মাত্ৰাৰ তলৰ পৰা আৰম্ভ, ঠ প্ৰথমে বৃত্তৰ তলত থিয় আঁচ, পিছলৈ চ-ৰ তলত থিয় আঁচ-লগা, ণ প্ৰথমে মাত্ৰাহীন ল-ৰ দৰে, পিছলৈ আধুনিক ৰূপ, ত-ৰ ওপৰৰ আঁকডাল চুটি হৈ আহিছে, শ শুঁৰ লগা, ৱ আঁচ-লগা বা ফুট-লগা।

### (৬) আধুনিক অসমীয়া লিপি

১৭৭৮ খ্ৰীষ্টাব্দত হলহেড চাহাবে "The Grammar of the Bengal Language" ত পোন প্ৰথমে বঙলা আখৰৰ টাইপ কটাই ব্যৱহাৰ কৰে। ১৮১৩ চনত প্ৰথম অসমীয়া বাইবেল ছপাওঁতে বঙলা আখৰেৰে ছপোৱা হয়। পিছলৈ ৰ-টো স্থুমুৱাই অসমীয়া কৰি লোৱা হয়। ১৮৩৯ চনত ডব্লিউ ৰবিঞ্চনে "Grammar of Assamese Language" ত 'ৱ' ব্যৱহাৰ কৰিলেও ১৮৪৬ চনৰ পৰা প্ৰকাশ হোৱা 'অৰুনোদই'ত তাৰ ব্যৱহাৰ নাছিল। এই বঙলা আখৰেৰে ছপা হোৱা অসমীয়াকে শিক্ষাৰ বাহন হিছাপে প্ৰচলন কৰাত এই লিপিয়ে জনপ্ৰিয়তা লভে।



১৮৭৩ চনৰ ১৯ এপ্ৰিল তাৰিখে বেঙ্গলৰ লেফ্‌টেনান্ট গৱৰ্ণৰ মিঃ চি, বাৰ্নাৰ্ডৰ নিৰ্দেশমতে অসমীয়া ভাষা অসমৰ শিক্ষা আৰু আদালতৰ ভাষা হয়। সেই বছৰতে অসমীয়া পাঠ্যপুথিত হেমচন্দ্ৰ বৰুৱাই ৱ আখৰৰ প্ৰচলন কৰে।

এই প্ৰসঙ্গতে দুজন বঙালী পণ্ডিতে অসমীয়া লিপিৰ সম্পৰ্কে কৰা মন্তব্য আলোচনা কৰা উচিত হব। "The Origin of Bengali Script" ত (1973) R. D. Banerji এ লিখিছে, "But in the north-east the Bengali alphabet was adopted in Assam, where not only in the Kamauli grant of Vaidyadeva, but also in other inscriptions, Bengali characters have been exclusively used……The modern cursive Odiya script was developed out of the Bengali after the 14th century A. D. like modern Assamese". (P. 5-6)

ওপৰত কৰি অহা আলোচনাৰ পৰা প্ৰমাণিত হয় যে বেনাৰ্জীৰ মত শুদ্ধ নহয়। বঙ্গদেশত পোৱা শিলৰ ফলি বা তামৰ ফলিৰ আখৰৰ পৰা বঙলা আখৰৰ বিকাশ দেখুৱাব নোৱাৰি উক্ত পুথিত তেওঁ উৰিষ্যা, বিহাৰ আদিৰ ফলিৰ সহায় লৈছে। বঙলা আখৰৰ পূৰ্ণ বিকাশ বোলে আহোম ৰজা প্ৰমত্ত সিংহই (১৭৪৪- ৭৫১) নীলাচলৰ আম্ৰাতকেশ্বৰ মন্দিৰত লিখোৱা শিলৰ ফলিতহে হৈছে। সমগ্ৰ বঙ্গদেশত বঙলা আখৰৰ নিদৰ্শন নোলাল, ওলালগৈ আহোম ৰজা প্ৰমত্তসিংহৰ ফলিত। এয়ে তেওঁৰ তথ্য পৰিবেশনৰ নমুনা।

কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক ডঃ অসিতকুমাৰ বন্দ্যোপাধ্যায়ে "বাংলা সাহিত্যের সম্পূর্ণ ইতিবৃত্ত"ত ( বাং চন ১৩৭৮ ) লিখিছে, "ওড়িয়া, মৈথিলী ও অসমীয়া লিপিতে বাংলা লিপির প্রভাব অনস্বীকার্য। তার মধ্যে অসমীয়া ও বাংলা অক্ষরের মধ্যে কোনই পার্থক্য নেই, দু'শতাব্দী পূর্বে অসমীয়া লিপি বলে কোন পৃথক লিপিই ছিল না।" ( পৃঃ ১৮-১৯ )।

ডঃ বন্দ্যোপাধ্যায়ে দেখুৱাব পৰা নাই কেনেকৈ অসমীয়া লিপিত বঙলা লিপিৰ প্ৰভাৱ পৰে। দুই শতাব্দীৰ আগৰে পৰা অসমীয়া লিপি নাছিল বুলি তেওঁ সপোন দেখিছে, কিন্তু দুই শতাব্দী নহয় ১৫ শতাব্দীৰ পূৰ্বেও অসমীয়া লিপি আছিল, বঙলা লিপিহে নাছিল।

বঙালী পণ্ডিতৰ ভ্ৰমাত্মক উক্তিৰ কথা ইমানতে সামৰি অসমীয়া লিপিৰ ক্ৰমবিৱৰ্তনৰ এটি চানেকি আগবঢ়োৱা হ'ল ঃ—

## ভাষাৰ ক্ৰমবিকাশ

প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ পৰাই আধুনিক ভাৰতীয় আৰ্যভাষাবোৰ হৈছে। অসমীয়া ভাষাও প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ পৰা উদ্ভৱ হৈছে।

খ্ৰীষ্টাব্দ আৰম্ভণিৰ সময়ত বা তাতকৈ আগতে প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ পৰা উদ্ভৱ হোৱা মধ্য ভাৰতীয় আৰ্যভাষাৰ আদি স্তৰৰ উপভাষা কোৱা লোকসকলৰ সৰহীয়া দল এটা প্ৰাচীন কামৰূপলৈ আহে। সুৰেন্দ্ৰ ৱৰ্মা ওৰফে মহেন্দ্ৰ ৱৰ্মা (৪৫০-৪৮৫), ভূতি ৱৰ্মা (৫১০-৫৫৫) আৰু ভাস্কৰ ৱৰ্মা (৫৯৪-৬৫০) আদিয়ে ব্ৰাহ্মীৰ পৰা উৎপন্ন প্ৰাচীন কামৰূপী লিপিত সংস্কৃত ভাষাৰে দান-পত্ৰ দিয়া কথাই প্ৰমাণ কৰে যে পঞ্চম শতিকাৰ আগৰে পৰা অসমত সংস্কৃত ভাষা চৰ্চা কৰা হৈছিল আৰু সংস্কৃত ভাষা বুজা একশ্ৰেণী লোক কামৰূপত আছিল।

ভাস্কৰ ৱৰ্মাই নতুনকৈ দিয়া নিধনপুৰ লিপিখন ভূতি ৱৰ্মাই (৫১০-৫৫৫) দিয়া লিপিখন ঘৰ জুই লাগোঁতে পুৰি যোৱা বাবে নতুনকৈ লিখাই দিয়া। এই লিপিখনত ঋক্‌বেদৰ বাহ্বৃচ্য শাখা, যজুৰ্বেদৰ বাজসনেয়ী, চাৰক্য আৰু তৈত্তিৰীয় শাখা, আৰু সামবেদ ছান্দোগ শাখাৰ অন্তৰ্গত ৩৮ টা গোত্ৰৰ ২০৫ জন বামুণক মাটিদান কৰাৰ কথা আছে। ইয়াৰ দ্বাৰা প্ৰমাণিত হয় ষষ্ঠ শতিকাৰ আৰম্ভণিৰ পৰাই অসমত ঋক্, যজুঃ আৰু সাম এই তিনিওখন বেদৰ চৰ্চা হৈছিল আৰু এটা নহয়, দুটা নহয়, ৩৮টা গোত্ৰৰ বামুণ অসমত আছিল। এই ৩৮টা গোত্ৰৰ ২০৫ জন বামুণক ৰজাই বিশেষ কাৰণত মাটিদান কৰিছিল। আচলতে বাস কৰা বামুণৰ সংখ্যা নিশ্চয় ইয়াতকৈ বেছি আছিল।

২০৫ ঘৰ বামুণৰ পৰিয়ালে প্ৰতি ৫ জনকৈ লোক আছিল বুলি ধৰিলেও ভূতি ৱৰ্মাৰ দিনত থকা বামুণৰ সংখ্যা ১০২৫ জন হয়গৈ। এহেজাৰৰ ওপৰ বামুণ থকা দেশখনত আৰ্যভাষা কোৱা লোকৰ সংখ্যা নিশ্চয় বহুতো বেছি হ'ব।

এই আৰ্য্যভাষা-ভাষীসকলৰ কথিত ভাষা মধ্য ভাৰতীয় আৰ্যভাষাৰ আদি স্তৰৰ কোনোবা এটা উপভাষা আছিল। এই আদি স্তৰৰ মধ্য



ভাৰতীয় আৰ্যভাষাই কামৰূপত স্থানীয় গঢ় লয়। সেই কাৰণে হিউৱেন চাঙে ৭ম শতিকাত কামৰূপৰ ভাষাৰ বিষয়ে ক'ব লগাত পৰিছিল, "এওঁ লোকৰ ভাষা মধ্য ভাৰতৰ ( মাগধী ) ভাষাতকৈ অলপ বেলেগ।"

সেই সময়ত অসমত প্ৰচলিত মধ্য ভাৰতীয় আৰ্যভাষাৰ কোনো নিদৰ্শন বৰ্তমানে পোৱা নাযায়। কিন্তু পঞ্চম শতিকাৰ পৰা দ্বাদশ শতিকালৈ অসমৰ ৰজাসকলে দিয়া দানপত্ৰত সংস্কৃত ভাষাৰ মাজত অনেক প্ৰাকৃত শব্দ পোৱা যায়। এইবোৰৰ পৰা প্ৰমাণ হয়, সেই সময়ত অসমত এক প্ৰকাৰৰ প্ৰাকৃত প্ৰচলিত আছিল, যাৰ নাম হ'ব পাৰে কামৰূপী প্ৰাকৃত।

ড° জৰ্জ আব্ৰাহাম গ্ৰিয়াৰ্চনে অসমীয়া, বঙালী আৰু উৰিয়া ভাষা মাগধী অপভ্ৰংশৰ পৰা হোৱা বুলি কৈছে। কিন্তু ড° গ্ৰিয়াৰ্চনে মাগধী অপভ্ৰংশ শব্দেৰে কি বুজাইছে, তাৰ অৰ্থ স্পষ্ট নহয়। ইয়াৰ এটা অৰ্থ হ'ব পাৰে—(১) মাগধী প্ৰাকৃতৰ পৰা উদ্ভৱ হোৱা অপভ্ৰংশ ভাষা, আন এটা অৰ্থ হ'ব পাৰে (২) মগধ অঞ্চলত প্ৰচলিত অপভ্ৰংশ ভাষা। যদি মাগধী প্ৰাকৃতৰ পৰা উদ্ভৱ হোৱা অপভ্ৰংশ বুলি ড° গ্ৰিয়াৰ্চনে বুজাইছে, তেন্তে সেই সিদ্ধান্ত ভুল; কাৰণ মাগধী প্ৰাকৃতৰ কোনো কামৰূপী অপভ্ৰংশ নাই। তদুপৰি মাগধী অপভ্ৰংশৰ যি কেইটা উপবিভাগ আছে, কোনোটোৱে কোনো লক্ষণ অসমীয়া ভাষাত নাই।

যদি মগধ অঞ্চলত প্ৰচলিত অপভ্ৰংশ ভাষাৰ পৰা উদ্ভৱ হোৱা বুলি বুজাইছে, তেন্তে সেই সিদ্ধান্তও ভুল। অপভ্ৰংশ ভাষাবোৰৰ সৃষ্টি আৰু প্ৰচলনৰ সময় খ্ৰীষ্টাব্দ পঞ্চম শতিকাৰ পৰা দশম শতিকালৈ। খ্ৰীষ্টীয় ৫ম শতিকাৰ পৰা ১০ম শতিকালৈ কোনো কাৰণতে কামৰূপ ৰাজ্য মগধ ৰাজ্যৰ অন্তৰ্ভুক্ত নাছিল। মগধ ৰাজ্যৰ ভিতৰুৱা নোহোৱাকৈ কি কাৰণত অসমত মাগধী লোকে কোৱা অপভ্ৰংশৰ প্ৰচলন হ'ল সেই প্ৰশ্নৰ উত্তৰ ডঃ গ্ৰিয়াৰ্চনে দিয়া নাই। কামৰূপ অঞ্চলত আৰ্যভাষাৰ প্ৰচলন মগধৰ পৰা হয়, তাৰ আগতে ইয়াত আৰ্য্যভাষা নাছিল, এই কল্পনাৰ পৰাহে ডঃ গ্ৰিয়াৰ্চনে এই মন্তব্য কৰিছিল। অসমত ইয়াৰ বহুতো আগৰে পৰা আৰ্যভাষাৰ প্ৰচলন হোৱাৰ বুৰঞ্জীমূলক তথ্য উদ্ধাৰ হোৱাৰ পাছত, তেওঁৰ এই কাল্পনিক মন্তব্যৰ কোনো মূল্য নাই। কাৰণ, বুৰঞ্জী যেনেকৈ তথ্যৰ ওপৰতহে প্ৰতিষ্ঠিত হয়, ভাষাৰ বুৰঞ্জীও তথ্যৰ ওপৰতহে প্ৰতিষ্ঠিত হ'ব লাগে, উপকৰুৱা কল্পনাৰ ওপৰত নহয়।

ডঃ সুনীতিকুমাৰ চেটাৰ্জীয়ে ডঃ গ্ৰিয়াৰ্চনৰ প্ৰাচ্য মাগধী প্ৰাকৃত আৰু অপভ্ৰংশৰ কল্পনা মানি লৈ সেই অপভ্ৰংশক চাৰি ভাগত ভগাইছে—ৰাঢ়, ৰাৰেন্দ্ৰ, বঙ্গ আৰু কামৰূপ নামেৰে। কিন্তু বুৰঞ্জীৰ তথ্য-পাতি ইমান নিষ্ঠুৰ যে ই ডঃ চেটাৰ্জীৰ নিচিনা পণ্ডিতৰ কল্পনাৰ সপোনো ভাঙি চূৰমাৰ কৰে। ডঃ চেটাৰ্জীৰ কল্পনাও কল্পনাই, সি বাস্তৱ নহয়।

এই ক্ষেত্ৰত ডিম্বেশ্বৰ নেওগৰ মন্তব্য গ্ৰহণযোগ্য। তেওঁ কৈছে, "A Magadhi origin for Asamiya....was concocted by Grierson and had been followed by Suniti Kumar Chatterji and other scholars making it an orthodox theory.... . It did not stand analysis and scrutiny....". (Growth of Asamiya Language, P. 44.)

এই কামৰূপী প্ৰাকৃতৰ কথা ড° বেণী মাধৱ বৰুৱাই এনেকৈ কৈছে, "The pre-Ahom inscriptions of Kamarupa contain few other instances of Prakritism that may be taken to indicate the nature and form of the dialect as current in those times, say from the 6th to 12th century A. D. I mean the Prakrit language in the historical background of Assamese." (Indian Historical Quarterly, Sept, 1947., quoted by D. Neog in His G.A.L. P. 44.)

বঙলা আৰু অসমীয়া ভাষাৰ উৎপত্তি সম্পৰ্কে ডঃ সুনীতিকুমাৰ চেটাৰ্জীয়ে অইন ঠাইত অইন কথা ক'লেও আৰু কোনো কাৰণ নোহোৱাকৈয়ে অসমত ৭ম শতিকাত প্ৰচলিত ভাষাক মাগধীৰে এটা ভিন্ন ৰূপ বুলি মানি ললেও, সেই সময়ত অসম আৰু বঙ্গত অন্ততঃ ৰূপতত্ত্বৰ ফালৰ পৰা একেটা ভাষাই চলিছিল বুলি স্বীকাৰ কৰিছে। তেওঁ লিখিছে, "Now one would expect one and identical language to have been current in North Central Bengal (Pundra-Vardhana) and North Bengal and West Assam (Kamarupa) in the 7th century..."—O. D. B. L., P. 78-79. হিউৱেন চাঙে মগধৰ ভাষাৰ পৰা অলপ বেলেগ বুলি কোৱা ভাষাটোৰ লক্ষণখিনি তিব্বত-বৰ্মী ভাষা-ভাষী সৰহকৈ থকা কামৰূপতে পোন-প্ৰথমে সৃষ্টি হয়। তেওঁৰ মতে,



"and these phonetic modifications very likely were first brought about in the Magadhi Prakrit or Apabhramsa dialect current in Kamarupa, with its predominantly Tibeto-Burman population, as noticed by the observant Hiuen Thsang. (Ibid). সেই লক্ষণখিনি কামৰূপৰ পৰা বঙ্গদেশলৈ যায়, "from Kamarupa the... pronunciations might have spread into the contiguous tracts of Bengal" (Ibid).

বঙ্গদেশলৈ কামৰূপৰপৰা যোৱা উচ্চাৰণৰপৰা বঙলা ভাষাই উৎপত্তি হ'ল নে আন কিবা ভাষাই উৎপত্তি হ'ল, ড° চেটাৰ্জীয়ে স্পষ্টকৈ কোৱাৰ আৱশ্যকতা বোধ কৰা নাই। কিন্তু তেওঁ লিখিছে, "The common dialect current in North Bengal and Assam continued as one speech, as a member of the Bengali-Assamese (Assamese-Bengali) group of dialects. In the 15th century it split up into two sections, Assamese and North Bengali." (Quoted from ODBL by Hem Baruah, in Assamese Literature, P. 14.)

৭ম শতিকাৰ কামৰূপী প্ৰাকৃতৰপৰা ( ড° চেটাৰ্জীৰ মতে মাগধী প্ৰাকৃতৰ পৰা ) ১০ম শতিকাৰ আশে-পাশে নব্য ভাৰতীয় আৰ্যভাষা অসমীয়াৰ উদ্ভৱ হয়। ইয়াৰ নিদৰ্শন "চৰ্যাচৰ্যবিনিশ্চয়"ৰ ভাষা। অসমীয়া ভাষাত এতিয়াও প্ৰচলিত হৈ থকা আজি, কি, কুঠাৰ, খাল, গোহালী, ঘৰ, ঘিণ, চকা, ডাল, তুলা, উঠ, উজা, এড়, কৰ, কান্দ, খা, খেল, যা ( জা ), গাজ, জান ( জাণ ), তই, মই, মোৰ, উজু, পূৰা, বহল, ভৰ, আগলি, সহজে, উপায়ে, এক, দুই, তিনি, চাৰি, দহ আদি শব্দ তেতিয়াই উৎপন্ন হয়। এই ভাষা ১০ম শতিকাৰ পৰা ১২শ শতিকালৈ প্ৰচলিত আছিল।

১৩শ শতিকাৰ হেম স্বৰস্বতী আদিৰ হাতত এই ভাষাই সাহিত্যিক ৰূপ পায়। "The oldest Assamese writer seems to have been Hema Saraswati (late 13th century)", (Languages and Literatures of Modern India by S. K. Chatterji, P. 194.) তাৰ পাছত মাধৱ কন্দলীৰ হাতত ১৪শ শতিকাত ই ফলে-ফুলে জাতিষ্কাৰ হৈ উঠে।

১৫শ আৰু ১৬শ শতিকাত শঙ্কৰদেৱ, মাধৱদেৱ আদি বৈষ্ণৱ কবিসকলে এই ভাষাতে ভাৰতীয় সাহিত্যৰ ভিতৰত প্ৰাদেশিক ভাষাত সৰ্বশ্ৰেষ্ঠ সাহিত্য সৃষ্টি কৰে।

নব্য ভাৰতীয় আৰ্যভাষাবোৰৰ ভিতৰত শঙ্কৰদেৱৰ হাততেই অসমীয়া ভাষাত প্ৰথম নাটক আৰু অসমীয়া গদ্যৰ সৃষ্টি হয়। ১৭শ শতিকাত ভাৰতীয় আৰ্যভাষাৰ ক'তো নথকা বুৰঞ্জী সাহিত্য আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাত ৰচিত হয়। ১৭শ-১৮শ শতিকাত নব্য ভাৰতীয় আৰ্যভাষাবোৰৰ ভিতৰতে অনুপম চৰিত পুথিবোৰ ৰচিত হয়।

১৯শ শতিকাত ১৮১৩ চনত এই ভাষাতে পোনপ্ৰথম বাৰৰ বাবে বাইবেল ছপা হয়। ১৮৪৬ চনৰ পৰা 'অৰুনোদই'ৰ যোগেদি এফালে নতুন যুগৰ বা-বতাহ প্ৰচাৰ হয়, আনফালে নতুন সাহিত্যৰ সৃষ্টি হয়। সেই ভাষাই বিংশ শতিকালৈকে নতুন সাহিত্য সৃষ্টিৰ যোগেদি জগতৰ চিন্তাধাৰালৈ বৰঙণি যোগাই আহিছে। মাইলচ্ ব্ৰঞ্চনে কোৱাৰ দৰে অসমীয়া ভাষা "ব্ৰহ্মপুত্ৰ নদিৰ সোঁতৰ নিচিনাকৈ ৰাজ্যৰ মাজত এফেদৰে চলি আছে আৰু আগলৈকো চলিব।"

## উত্তৰ কালৰ অসমীয়া ভাষা আৰু সাহিত্য

ড° উপেন্দ্ৰনাথ গোস্বামী

অসমীয়া ভাষাটো অতি প্ৰাচীন ভাষা। মগধ-বিদেহ অঞ্চলৰ পৰা আহি উত্তৰ বঙ্গৰ মাজেৰে আৰ্য-ভাষাই প্ৰাচীন কামৰূপত প্ৰৱেশ কৰে আৰু সপ্তম শতিকামানৰে পৰা পশ্চিম অসমৰ স্বকীয়া ভাষাৰূপে গঢ় ল'বলৈ উপক্ৰম কৰে। হিউয়েনচাঙৰ (৬৪৩ খৃঃ) বিৱৰণীয়ে ইয়াৰ প্ৰমাণ। হিউয়েনচাঙে কোৱা মতে প্ৰাচীন কামৰূপৰ লোকসমাজৰ "ভাষা মধ্য ভাৰতৰ ভাষাতকৈ অলপ বেলেগ।" গতিকে প্ৰাচীন কামৰূপৰ ভাষাটোৰ বা অসমীয়া ভাষাটোৰ আঁতি-গুৰি বিচাৰি আমি সপ্তম শতিকাৰ আগ ভাগত উপস্থিত হওঁগে। (কোনো কোনো পণ্ডিতে অসমীয়া ভাষাৰ লগত প্ৰাক্‌বৈদিক আৰু বৈদিক ভাষাৰ সম্বন্ধৰ কথাও ক'ব খোজে)। হিউয়েনচাঙৰ উক্তিয়ে অসমীয়া ভাষা সম্পৰ্কীয় প্ৰথম উক্তি।



অসমীয়া ভাষাৰ প্ৰথম নিদৰ্শন পোৱা যায় ষষ্ঠ-সপ্তম শতিকাৰ পৰা দ্বাদশ শতিকালৈ ৰাজত্ব কৰা হিন্দু ৰজাসকলৰ তামৰ ফলিবোৰতহে। সংস্কৃত ভাষাত ৰচিত হলেও এইবোৰত কিছুমান ঠাইৰ নাম, গছৰ নাম, ব্যক্তিৰ নাম আৰু আন শব্দৰ প্ৰয়োগে অসমীয়া ভাষাৰ গঠন-কালৰ কিছু ধাৰণা স্পষ্ট কৰি তোলে। সেইবোৰৰ ৰূপ আৰু অৰ্থও বৰ্তমানৰ অসমীয়াৰে সৈতে একে। তামৰ ফলিবোৰত স্বৰ্ণদাৰু (সোণাৰু), ওড়িঅম্ (উৰিআম), জল্টি (জৰী), পাকটী (পাকৰী), জোঁন, ৱিল্ল (বিল), মাক্‌খিযান ৱিল্ল (মাখীজান বিল), শনি (শনি), ঢনি (ধনি), অনি (অনি), হস্তি (হাথী, হাতী), কালিআ (কালিয়া), কূআ (কুঁৱা), জান, ৱেঙ্ক (বেঁকা) লোচন, হিজল আদি শব্দ পোৱা যায়। অসমীয়া ভাষাৰ বৈশিষ্ট্যসূচক ধ্বনিমূলক নিদৰ্শন কিছুমানো এই তামৰ ফলিবোৰত সংৰক্ষিত হৈছে। উদাহৰণস্বৰূপে স্বৰধ্বনিৰ হ্ৰস্ব-দীৰ্ঘ ৰূপৰ পাৰ্থক্যহীনতা, ৱ আৰু ব, য় আৰু জ, ড় আৰু ৰ, শ, ষ, স ৰ এটাৰ ঠাইত আনটোৰ প্ৰয়োগ অৰ্থাৎ সেইবোৰৰো পাৰ্থক্যহীনতা, ক্ষ'ৰ 'খ' ৰূপত ব্যৱহাৰ আদি উনুকিয়াব পাৰি।

সংস্কৃতৰ শুদ্ধ ৰূপৰপৰা ফালৰি কটা এনে প্ৰয়োগবোৰক কোনো কোনোৱে অশুদ্ধ, ভুল নাইবা লেখকৰ দোধোৰ-মোধোৰ বুলি ক'বলৈ বিচাৰে। প্ৰকৃতপক্ষে সেইবোৰক সেই সময়ৰ মানুহৰ কথিত ভাষাৰ প্ৰভাৱ বুলি ধৰাটোহে সমীচীন। এনেকৈ এই তামৰ ফলিবোৰত কামৰূপী প্ৰাকৃতৰ নিদৰ্শন ৰক্ষিত হৈছে আৰু সেইবোৰে অসমীয়া ইতিহাসৰ প্ৰাচীনতাৰ প্ৰমাণ দাঙি ধৰিছে। কামৰূপী প্ৰাকৃত সম্পৰ্কে বেণীমাধৱ বৰুৱাই লেখিছে: "প্ৰাক্ আহোম যুগৰ কামৰূপৰ তামৰ ফলি আৰু শিলালেখবোৰত প্ৰাকৃতৰ নিদৰ্শন আছে। সেইবোৰে খ্ৰীষ্টীয় ষষ্ঠ—দ্বাদশ শতিকাত প্ৰচলিত উপভাষাৰ ৰূপ আৰু প্ৰাকৃতৰ আভাস দাঙি ধৰে বুলি ধৰিব পাৰি। ৰাজকীয় ভূমি-দান সম্পৰ্কীয় ফলিবোৰক বিশুদ্ধ সংস্কৃত ভাষাত লেখিবলৈ যত্নৰ ত্ৰুটী নকৰা সত্ত্বেও কিছুমান অপ্ৰচলিত ৰূপ সোমাই পৰিছিল। ই হয়তো স্থানীয় লেখক-সকলৰ নাইবা তক্ষকাৰসকলৰ নাইবা দুয়োৰে অসাৱধানতাৰ ফল। অসমীয়া ভাষাক মাগধী অপভ্ৰংশৰপৰা উদ্ভৱ হোৱা বুলি কোৱাৰ কোনো যুক্তি নাই। অপভ্ৰংশ আৰু অপভ্ৰষ্টৰ সময় দশম শতিকালৈ ধৰা হৈছে। তাৰ পিছত উদ্ভৱ হোৱা বুলি কলে অসমীয়া ভাষাৰ জন্ম-কাল বহুখিনি

পিছুৱাই যায়। য'ত তামৰ ফলিবোৰে ফটুফটীয়াভাৱে দৃষ্টান্ত দাঙি ধৰিছে, তেনে স্থলত আমাৰ নিজৰ ঠাইৰ প্ৰমাণক এৰি ফালৰি কাটি যোৱাটো কোনোপধ্যে সমীচীন হ'ব নোৱাৰে।"

কিছুমান অসমীয়া শব্দ আৰু অসমীয়া ধ্বনিতত্ত্বৰ আভাস দাঙি ধৰিলেও অসমীয়া ভাষাৰ ৰূপতত্ত্বমূলক নিদৰ্শন তামৰ ফলিবোৰত পোৱা নাযায়। তাৰ কাৰণে আমি বৌদ্ধ সিদ্ধাচাৰ্যসকলৰ দ্বাৰা ৰচিত চৰ্যাপদবোৰৰ (৮ম —১২শ শতিকা) ওচৰ চাপিব লাগিব। চৰ্যাপদবোৰ মহাযানী বৌদ্ধ ধৰ্মৰ অন্তৰ্গত সহজযান মতাৱলম্বী তেইশজন সিদ্ধাচাৰ্যই ৰচনা কৰা পঞ্চাশটা গীতৰ সমষ্টি। ধৰ্ম সম্বন্ধীয় বিধি-নিষেধক লৈ এই গীতবোৰ ৰচনা কৰা হৈছিল।

চৰ্যাপদবোৰত অসমীয়া ভাষাৰ এটা সুন্দৰ ৰূপ পোৱা গৈছে। পদবোৰৰ ৰচকসকলৰ কেইজনমানক কামৰূপৰ লোক বুলি সিদ্ধান্ত কৰা হৈছে। তেওঁলোকৰ ভিতৰত সৰহপাদৰ (৮ম শতিকা) নাম বিশেষভাৱে উল্লেখ কৰিবলগীয়া। সৰহপাদৰ দ্বাৰা ৰচিত মাত্ৰ চাৰিটা চৰ্যাৰ ভাষাত প্ৰাচীন অসমীয়া, অসমীয়া মান্যভাষা আৰু কামৰূপী উপভাষাৰ চানেকি কেনেদৰে সংৰক্ষিত হৈছে তলৰ উল্লেখবোৰৰপৰা বুজিব পৰা যাব: মুকল (কামৰূপী-মুকাল, মান্য অসমীয়া-মুকলি), উজু, লোউ (কাম-লৌ), বাপা (কাম-বাপা), থিৰ কৰি, আন উপায়, টানঅ (টাং) মেলি, সহজ, খান্ট (প্ৰাচীন অসমীয়া-খান্টচোৰ) খৰ, সোন্ত (সোঁত) ইত্যাদি। সৰহপাদৰ উপৰি আন লেখকসকলৰ চৰ্যাবোৰৰ ভাষা অনুধাৱন কৰিলে সেইবোৰৰ ভাষাৰ লগত অসমীয়া ভাষাৰ ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, শব্দমালা আৰু বাক্যবিন্যাস আদি সকলো ক্ষেত্ৰতে নিগূঢ় সম্পৰ্ক ৰক্ষিত হোৱা দেখা যায়। সেইবোৰ অবিচ্ছিন্নভাৱে প্ৰাচীন অসমীয়াৰ মাজেৰে আধুনিক অসমীয়াত সোমাই পৰিছেহি। চৰ্যাপদৰ সৈতে অসমীয়া ভাষাৰ সম্বন্ধক আধুনিক অসমীয়াৰ মান্যভাষা আৰু উপভাষাৰ মাজেৰে, প্ৰাচীন অসমীয়াৰ বৈষ্ণৱ আৰু অনাবৈষ্ণৱ সাহিত্যৰ মাজেৰে ভগাই ৰিজাই চাব পাৰি।

অসমীয়া মান্যভাষাৰ চৰ্যাপদৰ সৈতে ধ্বনিতত্ত্বৰ ক্ষেত্ৰত থকা সাদৃশ্য কিছুমান এনে ধৰণৰ:

(ক) কোনো শব্দত ওচৰাউচৰিকৈ দুটা অক্ষৰত থকা আ-ধ্বনিৰ পূৰ্বৱৰ্তী অক্ষৰৰ আ-ধ্বনি—অ-ধ্বনিত পৰিণত হয়, যেনে— চকা (চৰ্যা), চকা (মা অা), বপা (চৰ্যা), বপা (প্ৰা অ), বোপা (মা অ)।



(খ) প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ অযুগ্ম উষ্ম বৰ্ণ তিনিটা অসমীয়াত কণ্ঠ্য উষ্ম ধ্বনিলৈ ৰূপান্তৰিত হৈছে। চৰ্যাপদতো এই ধ্বনি তিনিটাৰ স্বকীয়া ৰূপবোৰ নাইকিয়া হোৱা দেখা গৈছে: শৱৰ, ষৰবাণী, সবৰ (চৰ্যা ৫০)।

(গ) অসমীয়া ভাষাৰ আন এটা বৈশিষ্ট্য হৈছে প্ৰা-ভা আৰ্য ভাষাত থকা দন্ত্য আৰু মূৰ্ধন্য ধ্বনিৰ মাজৰ পাৰ্থক্যৰ লোপ। চৰ্যাপদত ইয়াৰ আভাস আছে, যেনে—মণ, মন (চৰ্যা ২০, ৩০)।

অসমীয়া ভাষাৰ চৰ্যাপদৰ সৈতে ৰূপগত সাদৃশ্য ধ্বনিগত সাদৃশ্যবোৰতকৈ বহুত বেছি ওচৰৰ আৰু নানা বিষয়ৰ। অসমীয়াৰ প্ৰায় আটাইবোৰ শব্দ-বিভক্তি চৰ্যাপদত আছে। উদাহৰণ:

(ক) প্ৰথমাৰ-এ: কুম্ভীৰে খাঅ, চোৰে নিল (চৰ্যা ২), (খ) দ্বিতীয়াৰ-ক: ঠাকুৰক পৰিনিবিতা (চৰ্যা ১২), (গ) প্ৰথমাৰ-এ বিভক্তিৰ কৰণ আৰু অধিকৰণত ব্যৱহাৰ: জে জে উজুবাটে গেলা (চৰ্যা ১৫), চঞ্চল চীএ পইঠা কাল (চৰ্যা ১), (ঘ) চতুৰ্থীৰ-লৈ (চৰ্যা লই): মেৰু শিখৰ লই (চৰ্যা ৪৭), (ঙ) ষষ্ঠীৰ-ৰ: হৰিণীৰ নিলঅ (চৰ্যা ৬), (চ) সপ্তমীৰ-ত: হাড়ীত ভাত নাহি (চৰ্যা ৩৩)।

চৰ্যাপদ আৰু অসমীয়াৰ মাজত থকা ৰূপতত্ত্বমূলক আন সাদৃশ্য কিছুমান তলত দিয়া ধৰণৰ:

(ক) বৰ্তমান কালৰ কৃদন্ত-ওঁতে (চৰ্যা অন্তে), যেনে—যাওঁতে, উজুবাট জাঅন্তে (চৰ্যা ১৫), (খ) ভূত কালৰ ক্ৰিয়া বিভক্তি—ইলো, যেনে— আছিলোঁ, আচ্ছিলোঁ স্বমোহেঁ (চৰ্যা ৩৫), (গ) ভৱিষ্যত কালৰ ক্ৰিয়া-বিভক্তি-ইব, যেনে—কৰিব, কৰিব নিবাস (চৰ্যা ৭), (ঘ) নাস্ত্যৰ্থক ৰূপাংশৰ ক্ৰিয়াৰ আগত প্ৰয়োগ, যেনে—নাযায়, ণ জাই (চৰ্যা ৩৮), (ঙ) স্ত্ৰী বাচক-ঈ আৰু-নী, শবৰ শবৰী, শিআলা, শিআলী (চৰ্যা ৩৩, ৫০)।

শব্দমালাৰ ক্ষেত্ৰত অসমীয়া ভাষাত সচৰাচৰ ব্যৱহাৰ হোৱা অনেক শব্দ চৰ্যাপদত পোৱা যায়। সেইবোৰৰ ভিতৰত বিশেষ্য, বিশেষণ, সৰ্বনাম, সংখ্যাবাচক শব্দ, ধাতু, ক্ৰিয়া আদি সকলো আছে। উদাহৰণ: বাট, ভাত, খাট, ঘৰ, ঘাট, পাত, পানী, ভাল, সৰু (সৰুই), মই, তই, মোৰ, এক, দুই, তিনি, আজি, উতি, কৰি (কৰিআ), উজা, গল্ ইত্যাদি। কামৰূপী উপভাষাতো ওপৰত উল্লেখ কৰা ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্বমূলক বৈশিষ্ট্যবোৰৰ

কিছুমান পোৱা যায়। কামৰূপীত চতুৰ্থী বিভক্তিৰ কোনো স্বকীয়া চিন নাই। দ্বিতীয়া বিভক্তিৰ ৰূপকে ব্যৱহাৰ কৰা হয় নাইবা তাৰ পাছত লেগি বা গেলি পৰসৰ্গ যোগ দিয়া হয়, যেনে মোক লেগি বা মোক গেলি (মোলৈ), ঘৰোক, ঘাৰোক লেগি (ঘৰলৈ)। চৰ্যাপদত লাগি পোৱা যায়, যেনে—গঅণ টাকলি লাগি (চৰ্যা ১৬), তু ঘৰ লাগি যাঞ (লৱ-কুশৰ যুদ্ধ), নিবাক লাগি (মাধৱ কন্দলী)। কামৰূপী শব্দ কিছুমানৰ চৰ্যা পদৰ শব্দৰ সৈতে থকা নিচেই ওচৰৰ সম্বন্ধখিনিও চাবলগীয়াঃ কুৰ্মা (কুড়ম্বা), গল, গাতা (গাতী) গেল, ক্রু মু মোই (মুমই), ছু, বুন্, হোই, হোউ, বাদা, ৰূপা, লাউ, ভেল (ভেলা), বেং (বেঙ্গ) ইত্যাদি।

প্রাচীন অসমীয়াৰ অসমীয়া আৰু ব্রজবুলি (বৰগীত আৰু অংকীয়া নাটৰ গন্থ) দুয়ো ধৰণৰ ভাষাতে চৰ্যাপদৰ শব্দমালা আৰু ৰূপতত্ত্বমূলক বৈশিষ্ট্য কিছুমান হুবহুৰূপে পোৱা কথাটো যথেষ্ট গুৰুত্বপূৰ্ণ। ব্রজবুলিৰ সৈতে চৰ্যাপদৰ সম্বন্ধ বেছি ওচৰৰহে। তলৰ উদাহৰণবোৰে তাৰ সাক্ষ্য প্রদান কৰিব ঃ

(১) ষষ্ঠী বিভক্তিৰ-ক, ছান্দক বান্ধ (চৰ্যা ১)ঃ তুহু ৰামক চৰিত্র কিছু জানয়ে নাহি (ৰামবিজয় নাট), (২) সপ্তমী বিভক্তি-এ আৰু হিঁ, নেউৰ চৰণে (চৰ্যা ১১), হিঅহি ন পইসই (চৰ্যা ৬)ঃ মেৰি ঘৰে (কা. দ. না), ঘৰহি ঘৰহি সব ফিৰত চকোৰা (বৰগীত—মাধৱদেৱ)। (৩) বৰ্তমান কালৰ প্রথম পুৰুষৰ হুঁ আৰু তৃতীয় পুৰুষৰ এ, যেনে—অম্হে ভাল দান দেহুঁ (চৰ্যা ১৩), লবএ মুক্তাহাৰ (চৰ্যা ১১)ঃ মঞি সেবহুঁ ৰাম চৰণ দুজা (বৰগীত—মা), জীৱন নাৰহে মোৰ (বৰগীত-শ), (৪) অতীত কালৰ তৃতীয় পুৰুষৰ-ল, যেনে—কানেট চোৰে নিল (চৰ্যা ২), বিষ জল পানে প্রাণে ছাড়ি মৰল (কা. দ. না), (৫) বৰ্তমান কালৰ অনুজ্ঞাত ব্যৱহাৰ হোৱা দ্বিতীয় পুৰুষৰ—উ, তু, হ, হু, যেনে—জাউ ণ আনে (চৰ্যা ৩৮), বাহতু কামলি (চৰ্যা ৮), বিন্ধহ পৰম নিবানে (চৰ্যা ২৮), মা লেহু ৰে বংক (চৰ্যা ৩২), গোবিন্দ দুধ পিউ (বৰগীত—মা), ধৰতু হৰি চৰণা (বৰগীত—শ), তা দেখহ শুনহ (ৰুক্মিণীহৰণ নাট), পামৰ মন ৰাম চৰণে চিত্ত দেহু (বৰগীত-শ), (৬) সৰ্বনাম সম্পৰ্কীয় আৰু আন আন ৰূপ ঃ



| চৰ্যাৰ ৰূপ | | অসমীয়া ব্রজবুলিৰ ৰূপ |
|---|---|---|
| অইসন | ঃ | ঐচন পৰম সন্তাপে (কা. দ. না) |
| এহু | ঃ | শংকৰ এহু অভিলাষি (বৰগীত-শ) |
| খান্ট | ঃ | যেন পায়া খণ্ট চোৰ (বৰগীত-মা) |
| ছাড়ি | ঃ | ৰামক ছাড়ি ছাড়ি হামাক নিয়া যায় (ৰা. বি. না) |
| তা | ঃ | তা শুনহ (ৰু. হ. না) |
| নাহি | ঃ | নাসাত বায়ু খেলে নাহি (কা. দ. না) |
| পেখু | ঃ | পেখু পেখু দোহো ৰাক্ষস আৰে (ৰাঃ. বিঃ নাঃ.) |
| মেৰি | ঃ | জৰা মৰণ মেৰি (বৰগীত-শ) |
| হেৰি | ঃ | তাহে নাহেৰি ৰহব নাহি প্রাণে (ৰা. বি. না) |

অসমীয়া বজ্রবুলিৰ সন্দৰ্ভত ওপৰত উল্লেখ কৰা ৰূপতত্ত্বমূলক বৈশিষ্ট্য কিছুমান আৰু শব্দৰাজি প্রাক-বৈষ্ণৱ আৰু অনাবৈষ্ণৱ লেখক কিছুমানৰ ৰচনাতো সংৰক্ষিত হৈছে। চৰ্যাপদৰ আন কিছুমান ৰূপো সেইবোৰত আছে। এনেকুৱা কিছুমান শব্দ আৰু ৰূপতাত্ত্বিক বৈশিষ্ট্য প্রাক-বৈষ্ণৱ যুগৰ শ্রেষ্ঠ কবি মাধৱ কন্দলী, মনসা-কবি মনকৰ, মহাভাৰতীয় কবি ৰাম সৰস্বতী আদিৰ ৰচনাত পোৱা হৈছে। শব্দমূলক সাদৃশ্য কিছুমান তলত দিয়া ধৰণৰ ঃ

| চৰ্যাৰ ৰূপ | অসমীয়া ৰূপ |
|---|---|
| উজাঅ | উজাহা (মাধৱ কন্দলি) |
| এৱেঁ | এবে " |
| কেহো | কেহো " |
| তোৰা | তোৰা (ৰাম সৰস্বতী) |
| তোহোৰি | তোহোৰী (মা. ক.) |
| ফাড়িঅ | ফেড়িয়া (মা. ক.) |
| বহুড়ি | বোহাৰি (মা. ক.) |
| | বহাৰি (মনকৰ) |
| বাপুড়ী | বাপু ( " ) |
| | বাহুড়া (মনকৰ) |

ৰূপতত্ত্বমূলক বৈশিষ্ট্য কিছুমানো প্রাচীন অসমীয়া আৰু চৰ্যাপদত একে ধৰণে পোৱা হৈছে ঃ

(ক) ভূতকালৰ তৃতীয় পুৰুষৰ-ল বিভক্তি, যেনে—কানেট চোৰে নিল (চৰ্যা ২), কন্যাসবে পাবিল বাটত নেত পাট (মা. ক.), বিশ্বকৰ্মে জানিল গোসাই চিন্তে কি কাৰণ (মনকৰ)।

(খ) বৰ্তমান কালৰ তৃতীয় পুৰুষৰ—অন্তি বিভক্তি, যেনে, ভমন্তি, হোন্তি (চৰ্যা ২২), ভয়ে অতি চমকন্তি, ৰাম ৰাম উচ্চৰন্তি (মা. ক.)।

ওপৰৰ আলোচনাৰ পৰা এইটো স্পষ্টৰূপে বুজিব পাৰি যে চৰ্যাপদৰ ভাষাত নানা ৰূপৰ সংমিশ্ৰণ ঘটিছে। এই ভাষাটো পূৰ্ব ভাৰতৰ কথিত আৰু লিখিত দুয়োটা ৰূপতে প্ৰয়োগ হৈ আহিছিল। সাহিত্যিক ভাষাৰূপে ইয়াৰ মৰ্যাদা বহু শতাব্দী পিছলৈকে ৰক্ষিত হৈছিল। সেই কাৰণে পূৰ্ব ভাৰতৰ বৈষ্ণৱ লেখকসকলে এই ভাষা বৈদিক লিখিত ভাষাৰ উপযুক্ত হ'ব বুলি ভাবি নিজৰ ৰচনাত স্বীকৃতি দিছিল। কথিত ভাষা হিচাপে ই শতাব্দীৰ বাগৰতে বাগৰি আহি আজিলৈকে প্ৰচলিত হৈ আছে।

চৰ্যাপদৰ পাছত অসমীয়া ভাষাৰ লিখিত নিদৰ্শন প্ৰাচীন অসমীয়া সাহিত্যৰ মাজেৰে পোৱা যায়। হেম সৰস্বতীৰ (তেৰ শতিকা) 'প্ৰহ্লাদ চৰিত'ৰ সময়ৰপৰা অবিচ্ছিন্নভাৱে অসমীয়া সাহিত্য বৰ্তমানলৈকে সংৰক্ষিত হৈছে। হেম সৰস্বতীৰ অলপ পাছৰ কবি মাধৱ কন্দলিৰ ৰামায়ণতে অসমীয়া ভাষাৰ এটা নিটোল ৰূপ সংৰক্ষিত হ'ল। মাধৱ কন্দলিৰ ভাষাৰ কথা উল্লেখ কৰাৰ লগতে বঙলা ভাষাৰ দ্বিতীয় নিদৰ্শন স্বৰূপ (প্ৰাচীন নিদৰ্শন চৰ্যাপদৰ ভাষা) শ্ৰীকৃষ্ণ কীৰ্তনৰ ভাষাৰ বিষয়ে ক'বলগীয়া হয়। বঙালী পণ্ডিতসকলে শ্ৰীকৃষ্ণ কীৰ্তনৰ লেখক অনন্ত বড়ু চণ্ডীদাসক চৈধ্য শতিকাৰ লোক বুলি থিৰ কৰিছে। শ্ৰীবসন্তৰঞ্জন ৰায় বিদ্বদ্বল্লভে সম্পূৰ্ণ নিৰপেক্ষভাৱে শ্ৰীকৃষ্ণ কীৰ্তনৰ ৰূপবোৰৰ যথাসম্ভৱ মাধৱ কন্দলি, বিদ্যাপতি, শংকৰদেৱ, জগন্নাথ দাস প্ৰভৃতি পাৰিপাৰ্শ্বিক কবিসকলৰ ভাষাৰ সৈতে সাদৃশ্য দেখুৱাইছে।

মাধৱ কন্দলিৰ ৰামায়ণৰ ভাষাৰ লগত শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষাৰ ঘনিষ্ঠ সম্পৰ্ক আছে। এই সম্পৰ্কই (শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষাৰ লগত চৰ্যাপদৰ ভাষাৰো সম্পৰ্ক আছে) অসমীয়া ভাষাৰ পূৰ্বভাৰতৰ একেবাৰে মিথিলাৰ ভাষাৰ সৈতে যোগসূত্ৰডালি আৰু দৃঢ় কৰি তোলে (চৰ্যাপদৰ ভাষাক মৈথিলি ভাষাৰ উত্তৰ-পূৰ্বীয় উপভাষা বুলি কোৱা হয়)। অকল মাধৱকন্দলিৰ ভাষাৰ সৈতেই নহয়, শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষাৰ অসমীয়া মান্যভাষা, অসমীয়া উপভাষা, প্ৰাচীন অসমীয়া আৰু অসমীয়া ব্ৰজবুলি ভাষাৰ ধ্বনিতত্ত্ব আৰু শব্দমালা আদি



সকলো ক্ষেত্ৰতে মিল আছে। মান্যভাষা আৰু শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষা দুয়ো ঠাইতে স্বৰ-ভক্তিৰ জৰিয়তে তৎসম শব্দবোৰে অৰ্ধতৎসম ৰূপ লোৱা নিদৰ্শন আছে, যেনে—

| শ্ৰীকৃষ্ণকীৰ্তন | অসমীয়া |
|---|---|
| তপত | তপত |
| পৰাণ | পৰাণ |
| অলপ | অলপ |

দুয়ো ঠাইৰ ৰূপতত্ত্বমূলক সাদৃশ্য কিছুমান তলত দিয়া ধৰণৰ :

(ক) প্ৰথমা-এ বিভক্তিৰ অপাদান, কৰণ আৰু অধিকৰণত ব্যৱহাৰ : তোৰ মুখে, শকতিএ, শবদে, যমুনা তীৰে, ৰাহুলেৰ ঘৰে। অসমীয়াতো তোৰ মুখে, হাতে (কটা), ঘৰে ঘৰে আদি নিত্য ব্যৱহৃত ৰূপ, (খ) ষষ্ঠী-ৰ : সাধুৰ, অস, সাউদৰ, (গ) সপ্তমী-ত : হিআত, অস. হিয়াত, (ঘ) অসমাপিকা-ই : সুনি, অস, শুনি, (ঙ) ভূতকালৰ ক্ৰিয়া-বিভক্তি-ইলোঁ : আছিলোঁ, অস. আছিলোঁ, (চ) বৰ্তমান কালৰ-ওঁ : ধৰোঁ, যাওঁ, অস. ধৰোঁ, যাওঁ, (ছ) নঞৰ্থক ৰূপাংশৰ ক্ৰিয়াৰ আগত প্ৰয়োগ : নাপাওঁ, নাজানো, অস. নাপাওঁ, নাজানো, (জ) ষষ্ঠী-ৰৰ পাছত পৰসৰ্গৰ ব্যৱহাৰ : তোমাৰ কাৰণে, অস. তোমাৰ কাৰণে।

শব্দমালাৰ ক্ষেত্ৰত অসমীয়াত ব্যৱহাৰ হোৱা অনেক শব্দ শ্ৰীকৃষ্ণকীৰ্তনত হুবহুৰূপে পোৱা গৈছে; যেনে—আজি, উজান, গৰু, ঠাই, দীঘল, বুঢ়া, বেজ, বিচনি, ভাল, মেলানি (মেলানী), ধেমালি ইত্যাদি। কামৰূপী উপভাষাৰ সুকীয়া ৰূপ কিছুমানো শ্ৰীকৃষ্ণকীৰ্তনত ৰক্ষিত হৈছে। মান্য অসমীয়াৰ তুলনাত উপভাষাৰ ৰূপৰ নিদৰ্শন শ্ৰীকৃষ্ণকীৰ্তনত বৰং বেছিহে। সেইবোৰে অসমীয়া ভাষাৰ পূৰ্ব ভাৰতীয় প্ৰাচীন ভাষাৰ লগত যোগসূত্ৰডালি বেছি দৃঢ় কৰাৰ ফলত অসমীয়া ভাষাৰ প্ৰসাৰতাৰ দিক নিৰ্ণয়ৰ পথ সুচল হৈ উঠিছে। ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্বৰ ক্ষেত্ৰত শ্ৰীকৃষ্ণকীৰ্তন আৰু কামৰূপী উপভাষাৰ সাদৃশ্যবোৰৰ কিছুমান এনে ধৰণৰ :

(ক) প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ শ, খত পৰিণত হৈছে; যেনে—সংস্কৃত আদেশ, কৃষ্ণকীৰ্তন আদেখ, কামৰূপী আদেখ, প্ৰাচীন অসমীয়া আদেখ (হেম সৰস্বতী)।

(খ) প্ৰা. ভা. আ. ভাষাৰ ক্ষ, খত পৰিণত হৈছে, যেনে—সং. চক্ষু, কৃ. কী. চখু, কাম. চখু।

(গ) শ্ৰীকৃষ্ণকীৰ্তন আৰু কামৰূপী দুয়ো ঠাইতে মহাপ্ৰাণ ধ্বনিৰ প্ৰচলন বেছি, যেনে—কৃ. কী. ভোখ, কাম. ভুখ।

(ঘ) কামৰূপীত চতুৰ্থী বিভক্তিৰ কোনো চিন নাই। দ্বিতীয়া বিভক্তিৰ ৰূপকে ব্যৱহাৰ কৰা হয়, যেনে—ঘৰোক যাহ, কৃ. কী. ঘৰোক যাহ, মা. অ. ঘৰলৈ যায়। মাধৱ কন্দলিত আছে ঃ মাধৱ থানক চাহিবাক গৈলা। নিমিত্ত অৰ্থ প্ৰকাশ কৰিবলৈ দ্বিতীয়া বিভক্তিৰ চিন—ক সংযোগৰ পাছত লেগি যোগ দিয়া কামৰূপীৰ নিয়ম, যেনে—ঘৰোক লেগি, তাক লেগি, মা. অ. ঘৰলৈ, তালৈ, কৃ. কী. তাক লাগি, প্ৰা. অ. কিষ্কিন্ধাক লাগি ( মা. ক. ), তোমাক লাগি ( ৰা. বি. না )।

(ঙ) কামৰূপীৰ ভূত কালিক কৃদন্ত আৰু তুমুনন্ত—বোৰ, ইবাৰ,—ইবাক ( কাম-ইবা,—ইবাক লেগি ) আদি শ্ৰীকৃষ্ণকীৰ্তনৰ সৈতে একে ; যেনে—কৃ. কী. জীবাৰ উপাএ, পানী আনিবাৰ ছলে, ফুল তুলিবাক লাগিল, পৰণে দিবাক পাৰোঁ। প্ৰাচীন অসমীয়াত পাওঁ ঃ তাংক মাৰিবাক লাগি ( হে. স. ), সুবৰ্ণৰ খাট দিলা লখাই ঘুমাবাৰ ( নাৰায়ণদেৱ )।

শব্দমালাৰ দৃষ্টিৰে চালে শ্ৰীকৃষ্ণকীৰ্তন আৰু কামৰূপীৰ বহুতো শব্দ একে ; যেনে—গেল, বাছা, ভোজপাত, লাউ, সাতে পাচে ( পাঁচ সাতে ) ইত্যাদি।

প্ৰাচীন অসমীয়া আৰু ব্ৰজবুলি ভাষাৰ লগতো শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষাৰ সম্বন্ধ ওচৰৰ। প্ৰাচীন অসমীয়াত পঞ্চমী বিভক্তিৰ কোনো চিন নাই। শব্দৰ পাছত পৰসৰ্গ ব্যৱহাৰ কৰি অপাদান অৰ্থ প্ৰকাশ কৰা হয়। শ্ৰীকৃষ্ণকীৰ্তনত পাওঁ ঃ আজি হঁতে, শয্যা হন্তে ( মা. ক. ), ফণা হন্তে ( কা. দ. না )। ভূত কালৰ তৃতীয় পুৰুষৰ—ল বিভক্তি ঃ সভা পাতিল ( কৃ. কী ), কানেট চোৰে নিল ( চৰ্যা ), জানকীক ৰক্ষা দিল ( মা. ক. ), বিষ জল পানে প্ৰাণে ছাড়ি মৰল ( কা, দ. না. )। ভূত কালৰ তৃতীয় পুৰুষৰ নান্ত বিভক্তি ঃ কহিলান্ত ( কৃ. কী. ), কহিলন্ত, ধৰিলন্ত ( মা ক. ) ৰূপাংশৰ প্ৰয়োগ, যেনে, নাবোল নাবোল ( কৃ কী. ) নাবোল নাবোল শুনা দশগ্ৰীৱ ( দুৰ্গাবৰ )। আন বিবিধ শব্দ আৰু ৰূপ ঃ



| **শ্ৰীকৃষ্ণকীৰ্তন** | **অসমীয়া** |
|---|---|
| আচুক | আছোক ( মা. ক ) |
| উপেখিআ | উপেখিয়া " |
| খড়িপাড় | খৰি পাড়ি ( দুৰ্গাবৰ ) |
| গোআৰে | গঞাৰে " |
| ঝাঁট | ( ঝান্ট ) ( মা. ক. ) |
| বাহুড়িআঁ ( চৰ্যা-বাহুড়ই ) | বাহুড়ায়া, বাহুৰাৰা ( মা. ক. ) |
| বখানে ( চৰ্যা-বখানী ) | বখান ( মা. ক. ) |
| ৰূপা ( " ৰূপা ) | ৰূপা ( " ) |
| সাতেসৰী হাৰ | সাতেসৰী হাৰ ( মা. ক. ) |

অসমীয়া ব্ৰজবুলি আৰু শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষাৰ ধ্বনিতত্ত্ব আৰু ৰূপ-তত্ত্বমূলক সাদৃশ্য কেইটামান তলত দিয়া ধৰণৰ ঃ

(ক) স্বৰভক্তিৰ সহায়েৰে যুক্ত ব্যঞ্জনধ্বনিৰ বিভাজন ঃ শ্ৰীকৃষ্ণ কীৰ্তন আৰু অসমীয়া ব্ৰজবুলি দুয়ো ঠাইতে কিছুমান একে ৰূপ পোৱা যায়, যেনে, দৰশন, পৰভাত, পৰাণ ইত্যাদি। (খ) ষষ্ঠী বিভক্তিৰ কঃ কৃ. কী.-যমুনাক তীৰে, চৰ্যা. ছান্দক বান্ধ, অ ব্ৰজ, ৰামক চৰিত্ৰ ( ৰাঃ বি. নাট ) (গ) সপ্তমীৰ—এ ঃ কৃ. কী. বসুলেৰ ঘৰে, চৰ্যা. নেউৰ চৰণে, অ. ব্ৰজ. মেৰি ঘৰে ( কা. দ. না )। (ঘ) পৰসৰ্গৰ ব্যৱহাৰত অপাদানৰ ভাৱ প্ৰকাশ ঃ কৃ. কী. আজি হতেঁ, অ. ব্ৰজ. ফণা হন্তে ( কা. দ. না )।

আন আন ৰূপ ঃ

| **শ্ৰীকৃষ্ণ কীৰ্তন** | **অসমীয়া ব্ৰজবুলি** |
|---|---|
| আগু | কৃষ্ণক আগু ( কা. দ. না ) |
| আম্হে ( চৰ্যা অম্হে ) | আম্হাৰ চঞ্চল মন ( বৰগীত-মা ) |
| গেল ( চৰ্যা গেল ) | ভাট নিজ দেশে গেল ( ৰু. হ. না ) |
| গেলি ( চৰ্যা গেলি ) | কৃষ্ণ বাপ, কাহা গেলি ( কা. দ. না ) |
| শ্চাড় ( চৰ্যা শ্চাড়ি ) | ৰামক ছাড়ি হামাক নিয়া যাব (বা. বি না) |
| তোহাৰ ( চৰ্যা তোহাৰি ) | তোহাৰি চৰণে ( কা. দ. না ) |

চৰ্যাপদৰ ভাষা আৰু শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষাৰ সৈতে অসমীয়া ভাষাৰ বিভিন্ন স্তৰত পোৱা সাদৃশ্যৰ বিশ্লেষণৰপৰা বৰ্তমানৰ পূৰ্বীয় নব্য ভাৰতীয়

আৰ্য-ভাষাবোৰৰ মূলত এটা ভাষাৰ প্ৰচলনৰ আভাস স্পষ্ট হৈ উঠে। সেই ভাষাটোত নানা ভাষা-উপভাষাৰ সংমিশ্ৰণ ঘটি ভাষাটোক শক্তিশালীৰূপ প্ৰদান কৰিছিল। সময়ত সিয়ে সাহিত্যিক ভাষাৰূপে পূৰ্ব ভাৰতৰ এটা আদৰ্শনীয় ভাষা হিচাপে পৰিগণিত হৈছিল। যুগ-পৰিবৰ্তনৰ লগত স্থান বিশেষে বিবিধ ভাষা-উপভাষাৰ প্ৰভাৱত সেই ভাষাটোৱে কেইবাটাও আঞ্চলিক ৰূপ ল'লে গৈ। এনে দৃষ্টিৰে চালে চৰ্যাপদ আৰু শ্ৰীকৃষ্ণকীৰ্তনক পূৰ্ব ভাৰতৰ উমৈহতীয়া সম্পদ বুলি কলেহে বেছি সমীচীন হ'ব যেন লাগে। ৰামাই পণ্ডিতৰ শূন্য পুৰাণখনক পণ্ডিতসকলে চৰ্যাপদ আৰু শ্ৰীকৃষ্ণকীৰ্তনৰ মধ্যৱৰ্তী বুলি অভিমত দিয়ে। শূন্য পুৰাণখনৰ ভাষাৰ লগতো অসমীয়া ভাষাৰ ওচৰৰ সম্পৰ্ক। হাত পাতি, হৰ, হল, পানী, সেৱকৰ, ৰাতিত আদি ৰূপ সম্পূৰ্ণ অসমীয়া।

চৰ্যাপদ, শ্ৰীকৃষ্ণকীৰ্তন, প্ৰাচীন অসমীয়া আৰু আধুনিক অসমীয়া ভাষাৰ ওপৰৰ আলোচনাৰপৰা এই কথাটো স্পষ্ট হয় যে অসমীয়া ব্ৰজবুলি ভাষাটো মিথিলাৰপৰা অনা এটা সম্পূৰ্ণ কৃত্ৰিম ভাষা নহয়, নতুবা বঙ্গদেশৰ মাজেদিও ই অসমত প্ৰৱেশ কৰা নাই। অসমীয়া ব্ৰজবুলিৰ ভিত্তি হৈছে চৰ্যাপদৰ ভাষাই প্ৰতিনিধিত্ব কৰা পূৰ্ব প্ৰচলিত সাহিত্যিক ভাষাটোহে। তাৰ পৰম্পৰা পূৰ্বৱৰ্তী লেখকসকলৰ ৰচনাৰ মাজেৰে চলি আহিছিল। শংকৰদেৱে আৰু তেওঁৰ অনুসৰণকাৰীসকলে ইপিনে স্থানীয় ঘৰুৱা জতুৱা ঠাচযুক্ত অসমীয়া প্ৰয়োগবোৰকো ইয়াৰ মাজত স্থান দিছিল। অসমীয়া ব্ৰজবুলিৰ ঘাই শিপাডাল অসমৰ মাটিতে আছে। সেই কাৰণে ইয়াক সহজভাষা বুলি কোৱাৰ উপৰিও 'গ্ৰামী লোকেও বুজি পাইছিল' বুলি জনশ্ৰুতিৰ প্ৰচলন হৈছিল ( ব্ৰজবাসী ভাষাক বুজিবে গ্ৰামী লোক )। আমবাৰীৰ শিলালিপি ( ১২৩২ চন ) আৰু গছতলৰ স্তম্ভলিপিৰ ( ১৩৬২ চন ) পাঠোদ্ধাৰে বৈষ্ণৱ লেখক শংকৰদেৱৰ আৱিৰ্ভাবৰ আগতে ব্ৰজবুলি ভাষাৰ প্ৰচলন আৰু ইয়াক ৰাজহুৱা কাৰ্যত ব্যৱহাৰ কৰা কথাৰ সম্ভেদ দিয়ে।

অসমীয়া ভাষাটো মগধীয় ভাষা হিচাপে অসমৰ পশ্চিম পিনেৰে অসমত সোমায় আৰু অসমৰ নামনি-অঞ্চলতে স্বকীয়া অসমীয়া ভাষাৰূপে গঢ় লয়। পিছত ভাষাটো ক্ৰমে উজনি-অঞ্চলতো বিয়পি পৰে। সোতৰ শতিকাৰ আগৰ কালছোৱাত অসমৰ নামনি-অঞ্চলতে সাহিত্য-কলাৰ কেন্দ্ৰ গঢ়ি উঠিছিল। কবি আৰু লেখকসকলো এই অঞ্চলৰ পৰাই ওলাইছিল আৰু এই



অঞ্চলৰ ভাষাৰো মৰ্যাদা বাঢ়িছিল। কমতাপুৰ, জয়ন্তাপুৰ আৰু কোচবিহাৰৰ ৰজাসকলৰ পৃষ্ঠপোষকতাত প্ৰাচীন অসমীয়া সাহিত্যৰ এই অঞ্চলতে সৃষ্টি হৈছিল। প্ৰথম অসমীয়া কবি হেম সৰস্বতী, অপ্ৰমাদী কবি মাধৱকন্দলি, মনসা-কবি মনকৰ, দুৰ্গাবৰ, নাৰায়ণদেৱ, আনকি শংকৰদেৱ, মাধৱদেৱ, অসমীয়া গদ্য-সাহিত্যৰ জনক ভট্টদেৱ আদিৰ ৰচনাত নামনি-অঞ্চলৰ বিশেষকৈ কামৰূপ আৰু গোৱালপাৰা জিলাত এতিয়াও কোৱা ভাষাৰ সুন্দৰ চানেকি পোৱা যায়। সোতৰ শতিকাত কোচ-ৰাজত্ব ধ্বংস হোৱাৰ পিছত সাহিত্য-কলাৰ কেন্দ্ৰ নামনি-অসমৰপৰা আহোমসকলৰ ৰাজধানীলৈ স্থানান্তৰিত হয়। তেতিয়াৰপৰা আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাত জীৱ পোৱা উজনি-অসমৰ উপভাষাটোৱে ইংৰাজ-আমোলত মিছনেৰিসকলৰ সাহায্যত পুষ্ট হৈ সাহিত্যিক আৰু সাংস্কৃতিক মৰ্যাদা পাইছে। এনেকৈ নানা স্তৰৰ মাজেৰে অসমীয়া ভাষাটোৱে গতি কৰিলেও ই অসমৰ সামূহিক কাৰ্য চলোৱাৰ একমাত্ৰ বাহনৰূপে প্ৰাচীনকালৰপৰা চলি আহিছে। অসমীয়া ভাষা মূলতঃ আৰ্য-ভাষা হ'লেও ইয়াৰ গঠন আৰু বিকাশত অনাৰ্য ভাষাৰ উপাদানে যথেষ্ট বৰঙণি যোগাইছে। প্ৰাচীন কালৰপৰা এই ভাষাটোৱে বৰাহী-কছাৰী-কমতা-কোচ-আহোম আদি ৰজাসকলৰ পৃষ্ঠপোষকতাত বিকশিত আৰু পৰিপুষ্ট হৈ বিভিন্ন যুগত অসমৰ ৰাজ্যিক ভাষাৰ স্থান অধিকাৰ কৰি আহিছে। এই ভাষাটো পৰ্বত আৰু ভৈয়ামৰ সকলো লোকৰে আদৰৰ উমৈহতীয়া সম্পত্তি আৰু সকলোৰে সংহতিৰ প্ৰতীক।

সাহিত্যৰ দৃষ্টিৰে চালে অসমীয়া সাহিত্যৰ প্ৰথম নিদৰ্শনস্বৰূপে হেম সৰস্বতীৰ 'প্ৰহ্লাদ-চৰিত'খনৰ কথাকে সচৰাচৰ কোৱা হয়। ইয়াৰ অলপ পাছৰ 'পদবন্ধে' নিবন্ধন কৰা 'অপ্ৰমাদী কবি' মাধৱ কন্দলিৰ ৰামায়ণখন অসমীয়া সাহিত্যৰ এটা অতি উন্নত স্তৰৰ সাক্ষী স্বৰূপে প্ৰতিষ্ঠিত হৈ আছে। অৰ্থাৎ তেৰ-চৈধ্য শতিকাৰ আগতে অসমীয়া সাহিত্য যথেষ্ট আগবঢ়া যে আছিল কন্দলি ৰামায়ণখনে তাৰ প্ৰমাণ। এইখিনিতে কুমাৰ ভাস্কৰ বৰ্মাই সম্ৰাট হৰ্ষবৰ্ধনলৈ পঠোৱা উপহাৰৰ ভিতৰত কেইবাখনো ভাল গ্ৰন্থ থকা কথাটো গুৰুত্বপূৰ্ণ। ৮ম—১২শ শতিকাত ৰচিত চৰ্যাপদৰ ৰচনা-ৰীতি আৰু চৰ্যাপদত উল্লেখ কৰা ৰাগ-ৰাগিণী কিছুমানো পৰবৰ্তী অসমীয়া সাহিত্যত সুৰক্ষিত হৈছে।

অসমীয়া দেহ বিচাৰৰ গীত আৰু টোকাৰী গীত কিছুমানো প্ৰাচীন।

এই গীতবোৰত বৌদ্ধ সহজীয়া, নাথ আৰু ধৰ্ম বা নিৰঞ্জন সম্প্ৰদায়ৰ প্ৰভাৱ সুস্পষ্ট।

সকলো সাহিত্যৰ আৰম্ভণি মৌখিক সাহিত্য বা লোক-সাহিত্য। লোক-সাহিত্য গীতিপ্ৰধান। অসমীয়া লোক-সাহিত্য যথেষ্টৰূপে চহকী। বৰ্তমান সময়ত সংগ্ৰহ হোৱা উজনি অসমৰ লোক-সাহিত্যৰ উপৰিও কামৰূপী আৰু গোৱালপৰীয়া লোকগীতবোৰে অসমীয়া লোক-সাহিত্যৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। এই লোকগীতবোৰৰ আটাইবোৰবে ভাষাক যদিও প্ৰাচীন বুলি ক'ব নোৱাৰি, তথাপি বিষয়-বস্তু, সামাজিক চিত্ৰ আৰু ভাষা আদি সকলো দৃষ্টিৰে চাই কিছুমানক প্ৰাচীন ৰচনা বুলি কোৱাত কোনো ধৰণৰ অসুবিধা নহয়।

এখন দেশৰ প্ৰবাদ-বচনবোৰো লোক-সাহিত্যৰ অন্তৰ্ভুক্ত। জন-সাধাৰণৰ জীৱনত লাভ কৰা অভিজ্ঞতাবোৰ যুগে যুগে সঞ্চিত হৈ মানুহৰ মুখে মুখে চলি থাকে। কোনো এটা সময়ত সেইবোৰ কোনো এক ব্যক্তিৰ জৰিয়তে প্ৰথমে প্ৰচাৰিত হয়। ভাষাৰ ফালৰ পৰা বিচাৰ কৰি প্ৰবাদ-বচনবোৰৰ আটাইখিনিকে প্ৰাচীন বুলিব নোৱাৰি যদিও কোনো এখন সমাজৰ ব্যক্তিগত আৰু সামূহিক জীৱনৰ সমগ্ৰ ৰূপ এটাৰ আভাস দাঙি ধৰা হেতুকে সেইবোৰৰ জন্ম-কাল প্ৰাচীন বুলি ক'ব পাৰি। এই ক্ষেত্ৰত অসমীয়া লোক-সাহিত্যত ডাকৰ বচনবোৰৰ গুৰুত্ব যথেষ্ট আছে। অসমীয়া সমাজত ডাকৰ বচনবোৰ যিদৰে 'বেদৰ বাণী' বা 'বেদৰ ৰেখা', সেইদৰে তামিল সমাজত তিৰুৱল্লুৱৰৰ ৰচনা 'তিৰুক্কুৰল' খণ 'তামিল-বেদ' নামে জনাজাত।

সমালোচকসকলৰ বহুতে তিৰুৱল্লুৱৰৰ সময় খৃঃ পূঃ প্ৰথম শতিকা বুলি নিৰ্ধাৰিত কৰিছে। তিৰুক্কুৰলত ছন্দোবদ্ধ দুশাৰীৰ দহোটা বচনযুক্ত ক্ষমা, দান, আতিথ্য, সমাজৰ প্ৰতি মানুহৰ কৰ্তব্য, দেশ, দুৰ্গ, শত্ৰু, বন্ধুত্ব, স্ত্ৰৈণতা, কৃষি, বিদ্যা, দাৰিদ্ৰ আদি ১৩৩ টা বিষয়ক লৈ ১৩৩০টা বচন আছে। জন্ম-বৃত্তান্তৰ ফালৰ পৰা তিৰুৱল্লৰৰ আৰু ডাক-পুৰুষৰ মাজত আচৰিত ধৰণৰ সাদৃশ্য আছে। বৰপেটা অঞ্চলৰ লেহিডঙৰা গাৱঁত ডাকৰ জন্ম বুলি পোৱা যায়ঃ..."লেহিডঙৰা ডাকৰ গাওঁ, তিনি শ পুখুৰীৰ তিনি শ নাও...।" উপজিয়েই হেনো ডাকে এন্ধাৰ কোঠাটোত পোহৰ নেদেখি দুজনী মাইকী মানুহে তুঁহৰ জুই ফুৰাই ফুৰাই থকা দেখি খঙতে মাতিলে। উপজিয়ে মতাৰ কাৰণে—ল'ৰাৰ নাম 'ডাক' হ'ল।



ডাক-পুৰুষৰ নিচিনা তিৰুৱল্লুৱৰৰ জন্ম হয় নাও থকা গাওঁ এখনত। তেওঁ জন্মৰ লগে লগে এটা গীত গায়। কোনো কোনো ঐতিহাসিকে তেওঁৰ সময় ষষ্ঠ শতিকা বুলি কয়। তেওঁৰ পিতৃসকলৰ ভাই-ককাই সাতজন। ব্যৱসায়ৰ পিনৰপৰা তেওঁলোক তাঁতী। তিৰুৱল্লুৱৰৰ ৱল্লুৱৰ উপাধিটোৰ অৰ্থ হৈছে ৰাজ-আজ্ঞা প্ৰচাৰ কৰি ঢোল বজাই মানুহক মতাজন। জনশ্ৰুতি অনুসৰি এজন ব্ৰাহ্মণৰ জাতিভ্ৰষ্ট হোৱা তিৰোতা এজনীৰ সৈতে অবৈধ মিলনৰ ফল স্বৰূপে তিৰুৱল্লুৱৰৰ জন্ম হয়।

'তন্ত্ৰ-মন্ত্ৰৰ দেশ' অসমত প্ৰাচীন কালৰে পৰা নানা ধৰণৰ মন্ত্ৰৰ প্ৰচলন আছে। এই মন্ত্ৰবোৰে অসমীয়া সাহিত্যৰ গঠন পূৰ্বকালৰ নিদৰ্শন দাঙি ধৰে। মন্ত্ৰবোৰৰ ভাষাত এতিয়াও প্ৰাচীনতাৰ চিহ্ন বৰ্তমান। কিছুমান মন্ত্ৰত নাম আৰু নিৰঞ্জন সম্প্ৰদায়ৰ সাধনা-পদ্ধতিৰ স্পষ্ট উল্লেখো পোৱা যায়ঃ

ইয়াত আমাৰ কোন মিত্ৰবতী নাই ॥
কৰে লটি ঘটি যেন শত্ৰুজন পাই ॥
.... ... ...
যৈসানি ত্ৰিদশ দেৱতাৰ বৰ পাইলি।
অনেক লোকক তক্ৰি মাৰি মাৰি খাইলি ॥
... ... ...
বিষালী বোলে মই বিষ মুখী।
তেজৰ হন্তে ভৈলোঁ উৎপত্তি ॥ ( বিষালী মন্ত্ৰ )
.... ... ....
ইঙ্গলা, পিঙ্গলা সুষুম্নাদি নাড়িত
যত বিষ ব্যাধি আছে
মোৰ পাশুপত্ৰ মন্ত্ৰ হানো পাছে ॥ ( সৰ্বঢাক মন্ত্ৰ )

ওপৰৰ আলোচনাৰ পৰা দেখা গ'ল যে চৰ্যাপদ, দেহবিচাৰৰ গীত, টোকাৰী গীত, ডাকৰ বচন, বিবিধ মন্ত্ৰ আৰু লোক-গীত আদিয়ে অসমীয়া সাহিত্যৰ উত্তৰ-কালৰ সুন্দৰ চিত্ৰ এটা দাঙি ধৰিবলৈ সমৰ্থ হয়।

## খ. অসমীয়া মৌখিক সাহিত্য

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

মানুহৰ অন্তৰৰ সুখ-দুখ, আবেগ-অনুভূতি, আশা-আকাঙ্ক্ষা আৰু জীৱনৰ বিচিত্ৰ অভিজ্ঞতাৰ সহানুভূতিৰে ৰূপ দি চিৰকালৰ কাৰণে আকৰ্ষণীয় ভাষাত গাঁথি ৰাখিলেই সাহিত্যৰ সৃষ্টি হয়। সেই সাহিত্য জনসাধাৰণৰ সহজ সৰল ভাষাত ৰচিত হৈ মুখে মুখে প্ৰচাৰ লভিলে সি হয় মৌখিক সাহিত্য। ই গণ-সাহিত্য, জন-সাহিত্য বা লোক সাহিত্যৰে এটা প্ৰকাৰ বা ৰূপ। এই সাহিত্যৰ প্ৰকৃত মূল্যায়ণ কৰিব লাগে সংবেদনশীল মনৰ অনুৰাগপূৰ্ণ মাপকাঠিৰ সহায়ত ঃ ইয়াৰ বিচাৰ সাহিত্য-বিচাৰৰ নিৰ্দিষ্ট সূত্ৰৰ সহায়ত হ'ব নোৱাৰে। সি তেনে নিৰ্দিষ্ট সূত্ৰৰ কোনোবা খাপত উঠিবও পাৰে, নুঠিবও পাৰে। গীতগোৱা চৰায়ে সঙ্গীতৰ কোন সুৰত, কোন মূৰ্চ্ছনাত তাৰ গীত উঠিছে সেইটো নাভাবে আৰু ভবাৰো প্ৰয়োজন অনুভৱ নকৰে। লোক-সাহিত্যৰ স্ৰষ্টাসকলো প্ৰকৃতিৰাজ্যৰ বিহগৰ দৰে। তেওঁলোকে নিজৰ অন্তৰ খুলি নিজৰ খুচিতে গায়, তাৰ বাবে মাননি বা বঁটা আহিলে সেইটো হয় তেওঁলোকৰ ওপৰঞ্চি তৃপ্তি বা লাভ। তেনে লাভেই কোনো কোনো ক্ষেত্ৰত তেওঁলোকৰ উপজীব্য গঢ়ি তোলে। দৰবাৰী বা ৰাজসভাৰ কবি আৰু চাৰণ কবিৰ পাৰ্থক্যও ইয়াতেই। এজন জানিবা সযত্নৰক্ষিত পুষ্প-উদ্যানৰ এপাহ বিতোপন পুষ্প, আনজন হাবিত কাঁইটৰ মাজত ফুলি থকা এটি জকমকীয়া সুগন্ধি ফুল। দৰবাৰী সাহিত্যৰ উপমা-অলংকাৰ, ভাষা-সাহিত্য বা প্ৰকাশ-ভঙ্গীৰ গাম্ভীৰ্য ইয়াত সতকাই পোৱা নাযায়। আন কথাত ক'বলৈ গ'লে ৰাজ-দৰবাৰৰ নৃত্যপটীয়সী ৰাংঢালী নৰ্ত্তকী আৰু গাঁৱৰ অল্লাম্বৰী নোদোকা দেওধনী-দেৱদাসীৰ পাৰ্থক্যই ইয়াৰো পাৰ্থক্য। সহজ-সৰল ভাব-ভাষা আৰু প্ৰাঞ্জল প্ৰকাশ-শৈলীয়ে ইয়াৰ বৈশিষ্ট্য। শিক্ষা-দীক্ষাৰ আওভাও নুবুজা, তথাকথিত ভদ্ৰতা-কৌলিন্যৰ ভু-ভা নোপোৱা সাধাৰণ লোকমানসৰ নিবিড় ক্ষেত্ৰই এই সাহিত্যৰ জন্মভূমি।

মৌখিক সাহিত্য মূলতে কাব্যধৰ্মী। ই মানুহৰ মুখে মুখে ওঠ-বাগৰি যাতায়ত কৰে। ইয়াৰ সৃষ্টিকৰ্ত্তাসকলেও নিজৰ নাম-ধামৰ স্বীকৃতি ইয়াত দিবলৈ নিবিচাৰে। ইয়াৰ ভাষাও জনসাধাৰণৰ কথিত ভাষা, সেয়েহে



ইয়াৰ বুকুৰপৰা ৰচনাৰ কাল উদ্ধাৰ কৰা কঠিন হৈ পৰে। কাৰণ মুদ্ৰা বা মোহৰৰ পিঠিৰ কথাবোৰ ঘহোঁতে-হাতবাগৰোতে ক্ৰমে নিঃচিহ্ন হৈ যোৱাৰ দৰে এই সাহিত্যৰ ভাষাত থকা শব্দবোৰেও ব্যৱহাৰৰ সোঁতত পৰি মোট সলাই নতুন ৰূপ পৰিগ্ৰহ কৰে। এনে ধৰণৰ গতি-চঞ্চল মৌখিক সাহিত্যক সাধাৰণতে দুটা ভাগত ভগাব পাৰি ঃ ধৰ্মীয় আৰু লৌকিক। ধৰ্মভাবৰ ওপৰত ভিত্তি কৰি যিবোৰ গীত-মাত, প্ৰবচন আদি গঢ়ি উঠে সেইবোৰক ধৰ্মীয় আৰু কৰ্মজীৱনৰ জ্ঞান-অভিজ্ঞান, আশা-আকাংক্ষা, হৃদয়বাৰ্ত্তা আদি যিবোৰত স্পষ্ট হৈ উঠে সেইবোৰক লৌকিক সাহিত্য বোলে। আইনাম, গোপিনী নাম, মালচী, জাগৰ-গীত, নানা প্ৰকাৰ তুতি-নতি, সদাশিৱৰ নাম, বৃন্দাবনী নাম আদি ধৰ্মীয় ভাগৰ মৌলিক সাহিত্য আৰু ডাকৰ বচন, বিজ্ঞোক্তি, জনশ্ৰুতি, সাধুকথা, ধাই নাম, নিচুকনি গীত, নাওবোৱা গীত, বিহুগীত, বৰফুকনৰ গীত, জনাগাভৰুৰ গীত আদি লৌকিক সাহিত্য। জনসাধাৰণৰ স্মৃতিমন্দিৰেই এই সাহিত্যৰ নিবাস, প্ৰাঞ্জলতাই তাৰ ধৰ্ম।

লোক-সাহিত্য সৃষ্টিৰ কাৰণে তাৰ অনুকূল পৰিমণ্ডল বা আবেষ্টনীৰ প্ৰয়োজন। এটা সাধাৰণ উদাহৰণ ঃ ডাকৰ বচন মাতি কোৱা হয়— 'আহু চাবি গধূলি, শালি চাবি পুৱা, জাকৈ বাওতে ছোৱালী চাবি কোন কেনেকুৱা।' এই বচনটো চহৰৰ ল'ৰা-ছোৱালীয়ে বুজিবলৈ টান পাব ; কাৰণ আহুধান কি, শালিধান কেনেকুৱা, জাকৈ বোৱা বা জাকৈয়া ছোৱালীকে বা দেখাত কেনেকুৱা দেখি তাৰ এটা ধাৰণা চহৰৰ ল'ৰা-ছোৱালীয়ে সহজে কৰিব নোৱাৰে। সাধুকথাৰ ক্ষেত্ৰতো দেও-ভূতৰ সাধুকথা কৈ জংঘলৰ এন্ধাৰ চেচুঁকীয়া ঠাইত থকা ঘোৰা-বাক বা বুঢ়া-ডাঙৰীয়াৰ কথা উলিয়ালে গাঁৱৰ ল'ৰাই যি ব্যগ্ৰতাৰে কাণ পাতিব, বিজুলী বাঁতিৰ জলমলীয়া পোহৰত সদায় নিশা কটোৱা চহৰৰ ল'ৰা-ছোৱালীয়ে তাক তেনেভাবে লবলৈ নিশ্চয় টান পাব। লোক-সাহিত্য, বিষয়-বস্তু আৰু ভাষাই সেইবাবেই সময়ৰ গতিত ন-ন ৰূপ লয়, সেইবাবেই ই নিত্য নিৰ্মীয়মান। ইয়াৰ বহুত মাত-কথা, আৰু মাত-কথা কিয়, কেতিয়াবা সমস্ত বিষয়-বস্তুৰে ক্ৰমে গৈ পাহৰণিৰ অটল গৰ্ভত প্ৰবেশ কৰে। মণিৰাম দেৱানৰ গীত, হৰদত্ত-বীৰদত্তৰ গীত, চিকণ সৰিয়হৰ গীত, বৰফুকনৰ গীত আদি গীতবোৰ একো একোটা সাময়িক কাহিনীক ভিত্তি কৰি মুখে

মুখে ৰচিত হৈ মুখে মুখে বাগৰি ফুৰিছিল। এসময়ত এইবোৰেই মানুহৰ তৃপ্তি সাধনতো হয়তো প্ৰথম স্থান অধিকাৰ কৰিছিল। সেই ঘটনাবোৰ বুৰঞ্জীৰ ঘটনাহৈ ক্ৰমে-ক্ৰমে দূৰ অতীতত মাৰ গৈ অহাৰ লগে লগে সেইবোৰকে কেন্দ্ৰ কৰি বাটত হোৱা গীত-মাতবোৰেও আগৰ সেই জনপ্ৰিয়তা হেৰুৱালে। তেনেকৈ আকৌ কালক্ৰমত ন-ন ঘটনাৰ উদ্ভৱ হোৱাত সেইদৰে ন-ন গীতো ৰচিত হ'ল। তাৰে এটা নমুনা, যেনে হুচৰিত এসময়ত গোৱা হৈছিল—

'শিৱসাগৰ শিৱদৌল-চীনা যুদ্ধ লাগি গ'ল-টোৱাঙলৈ যাবলৈ পাহাৰেদি বাস্তা হ'ল।' কিন্তু আজি আৰু সেই গীতৰ আদৰ নাই। তেনেকৈয়ে স্বৰাজ আন্দোলনৰ সময়ত মানুহে গাইছিল—

'ঘুন ঘুন যঁতৰে মাতে-ঘুন ঘুন যঁতৰে মাতে,
মহম্মদ আলি-চৌকত আলি-গান্ধী সূতা কাটে॥

লোক-সাহিত্যৰ গাত দেখ-দেখকৈ শাস্ত্ৰসম্মত ৰস শাস্ত্ৰোক্তভাবে নাথাকিব পাৰে, কিন্তু তাৰ সৌন্দৰ্য, তাৰ লাবণ্যৰ এনে এটা বৈশিষ্ট্য আছে যে তাক পাহৰা নাযায় আৰু সি তাৰ গুণতে স্বে মহিম্নি এটা উজ্জ্বল সাহিত্য-সামগ্ৰীৰূপে দেখা দিয়ে। নিচুকনি গীতত আছে—'জোনবাইএ' এটি তৰা দিয়া-এটি তৰা নালাগে, দুটি তৰা দিয়া' ইত্যাদি, নাইবা 'জোন বাই এ' বেজী এটা দিয়া, বেজীনো কেলেই-মোনা সীবলৈ', ইত্যাদি। এইবোৰত দেখাত একো ছন্দ, একো সাহিত্য নাই, কিন্তু যথাৰ্থতে ইয়াৰ ছন্দ, ইয়াৰ ভাষাৰ সৰলতা আৰু ৰচনা-শৈলী ব্যাখ্যাৰ অতীত। ৰবীন্দ্ৰনাথে তেনে নিচুকনি গীত সম্পৰ্কে 'লোক সাহিত্য' গ্ৰন্থত কৈছিল, হাল বাওতে নতুন মাটিত হাল লাগিলে সেই মাটিৰপৰা যি সৌৰভ বাহিৰ হয়, নতুবা লৱণুসদৃশ কোমল শৰীৰৰপৰা যেনে এটা মৰমলগা আকৰ্ষণীয় বাচ ওলায়, তাক ফুল-চন্দন-গোলাপজল-আতৰ বা ধূপ-ধূনা একোৰে সুগন্ধৰ লগত ৰিজাব নোৱাৰি। সমস্ত সুগন্ধৰ ওপৰত ইয়াৰ স্থান। ইয়াৰ সুগন্ধ এটা বিশিষ্ট সুগন্ধ, ইয়াৰ গাত এটা অপূৰ্ব আদিমতা আছে। ঠিক তেনেকৈয়ে শিশু-নিচুকনি গীততো তেনে এটা আদিম সৌকুমাৰ্য্য আছে। সেই মাধুৰ্য্যটোক বুলিলে বাল্যৰস বুলি পাৰি। সি তীব্ৰ নহয়, অতিশয় স্নিগ্ধ, সৰস আৰু যুক্তি সদৃশবিহীন।'

মৌখিক সাহিত্য সকলো সাহিত্যৰ আদি বা প্ৰাথমিক ৰূপ। শিশুৱে কথা কবলৈ আৰম্ভ কৰাৰ আগতে অবুজ ভাষাত কলকলাই থাকি ভাৱ



প্ৰকাশৰ ব্যগ্ৰতা প্ৰকাশ কৰাৰ দৰে যি কোনো ভাষাৰ সাহিত্যয়ো পোনতে মৌখিক গীত-মাতৰ মাজেদি নিজৰ স্বৰূপ প্ৰকাশ কৰিবলৈ বিচাৰে। এনে মৌখিক সাহিত্য চিৰ প্ৰবহমান, চিৰ চঞ্চল। ইয়াক এটি উৰি ফুৰা চিত্ৰ-বিচিত্ৰ পখিলাৰ লগত তুলনা কৰা যায়। এই পখিলাটিৰ ঘাই পাখি দুখনৰ এখন হ'ল গীতমাতৰ, আনখন কথা-বচনৰ ঃ এখন সুৰদী সুৰীয়া মধুৰ গীতৰ, আনখন জ্ঞানগৰ্ভ গদ্যময় কথা আৰু সাধুকথা-কাহিনী-জনশ্ৰুতিৰ। প্ৰত্যেকখন পাখিতে আকৌ দুটাকৈ ঘাই ৰং আছে, তাৰে এটা ৰং ধৰ্মীয় কথাৰ—আনটো ধৰ্মভিন্ন অন্য কথাৰ।

গদ্য-পদ্য, ধৰ্মীয়-ধৰ্মভিন্ন সকলো বিষয়ৰ, সকলো প্ৰকাৰৰ মৌখিক অসমীয়া সাহিত্যক প্ৰধানকৈ তিনিটা শ্ৰেণীত বিভক্ত কৰা যায়। যেনে (১) লোকগীত (২) ফকৰা-যোজনা আৰু প্ৰবচন, (৩) কাহিনী, সাধুকথা আৰু জনশ্ৰুতি।

লোকগীতবোৰকো তিনিটা ঘাই ঘাই শ্ৰেণীত ভগাব পাৰি ঃ (১) অনুষ্ঠানমূলক—যেনে, আইনাম, বিয়ানাম, জন্মাষ্টমীৰ গীত, বিহুগীত ইত্যাদি, (২) আখ্যানবাহী গীত বা মালিতা (বেলাড)—যেনে, জনাগাভৰুৰ গীত, ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীত, বৰফুকনৰ গীত, বাখৰ বৰাৰ গীত ইত্যাদি, (৩) বিবিধ বিষয়ৰ গীত। ভাষাৰ সৰলতা, ভাবৰ স্বচ্ছন্দ গতি, দৈনন্দিন জীৱনৰ ঘৰুৱা ছবি, মনৰ সৰল বিশ্বাস, অলৌকিকতাৰ প্ৰভাব—এই গীতবোৰৰ উজ্জ্বল বিশেষত্ব।

অসমীয়া লোকগীতবোৰৰ এটা বুজন অংশকে 'নাম' আখ্যাৰে জনা যায়। গীতেই নাম আখ্যা লোৱাটো অসমৰ নামধৰ্মপ্ৰধান বৈষ্ণৱ ধৰ্মৰ নাম-মাহাত্ম্যৰে প্ৰভাব। কোনো কোনো ক্ষেত্ৰত গীত আৰু নাম—দুয়োটা আখ্যা সমানে চলি আছে, যেনে বিয়াগীত বা বিয়ানাম, বিহুগীত বা বিহুনাম, কিছুমানত নামে নিকপকপীয়াকৈ গীতৰ স্থান অধিকাৰ কৰি ৰহিছে, যেনে আইনাম, ধাইনাম, থিয় নাম, অপেচৰী সবাহৰ নাম, শীতলানাম ইত্যাদি।

মালিতা, বেলাড বা আখ্যানগীতৰ লগত একোটা গল্প বা কাহিনী সোমাই থাকে। সেই কাহিনী বুৰঞ্জীৰ সত্য ঘটনাৰো হ'ব পাৰে, কাল্পনিক জনশ্ৰুতিৰো হ'ব পাৰে ঃ সাধুকথাও হ'ব পাৰে ধৰ্মীয়, কাহিনীও হ'ব পাৰে। ভিতৰত গল্পবস্তু থকা হেতুকে ইয়াত দুতৰপীয়া আকৰ্ষণ থাকে, গীতৰ আৰু কাহিনীৰ। ভাটী-ৰংপুৰৰ ফালে এনে ধৰণৰ গীতি-কবিতাক 'গান' বোলে,

যেনে মাণিকচন্দ্ৰৰ গান, ময়নামতীৰ গান ইত্যাদি। অসমীয়াত জনাগাভৰুৰ গীত, কমলা কুঁৱৰীৰ গীত, ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীত আদি সেই শ্ৰেণীৰ কিম্বদন্তী বা জনশ্ৰুতিমূলক গীত। বুৰঞ্জীৰ কাহিনী থকা গীতবোৰ সাধাৰণতে করুণ ৰসাত্মক। ইতিহাস-প্ৰসিদ্ধ ব্যক্তিবিশেষৰ অৱস্থাৰ করুণ পৰিণতি চিত্ৰণ কৰি শ্ৰোতাৰ মনত কারুণ্যৰ সৃষ্টি কৰাই এই গীতবোৰৰ উদ্দেশ্য। বৰফুকনৰ গীত, মণিৰাম দেৱানৰ গীত, হৰদত্ত-বীৰদত্তৰ গীত, চিকণ সৰিয়হৰ গীত, নাহৰৰ গীত আদি গীতবোৰ ঐতিহাসিক মালিতা। তেনেকৈ ঐতিহাসিক বীৰঙ্গনা-সকলৰ দুই-এগৰাকীক লৈ ৰচিত মালিতা জয়মতী কুঁৱৰীৰ গীত, পদুম কুঁৱৰীৰ গীত আদি। এই গীতবোৰ টোকাৰীৰ মধুৰ ধ্বনিৰ লগত গীতৰ কাহিনীৰ কারুণ্য মিলাই দি আকৰ্ষণীয় আৰু শ্ৰুতিমধুৰ কৰি তোলা হয়।

পুৰণি কালত চাৰণ-কবিসকলে টোকাৰী বজাই আখ্যান গীত বা মালিতা গাই ভিক্ষা মাগি ফুৰিছিল। কোনোবা অজ্ঞাতনামা অখ্যাত কবিয়ে কোনো এক শুভক্ষণত ইয়াৰ ৰচনা হাতত লৈছিল। এই কবিসকল হয়তো নিৰক্ষৰ আছিল। কিন্তু প্ৰকৃত অৰ্থত তেওঁলোক আছিল স্বভাৱ কবি আৰু তেওঁলোকৰ জ্ঞান আৰু অভিজ্ঞতাৰ পৰিসৰ আছিল বিশাল। তেওঁলোকৰ ৰচিত গীতি-কবিতাবোৰ সকলোৱে ওচৰত বিপুলভাৱে সমাদৃত হৈছিল।

শিক্ষা বিস্তাৰৰ লগে লগে শিক্ষিত আৰু নিৰক্ষৰ নাইবা চহৰীয়া আৰু গঞা জীৱনৰ ব্যৱধান বাঢ়ি অহাত এই গীত-মাতবোৰো শিক্ষিত সমাজৰ আমোদ-ঔৎসুক্যৰ সামগ্ৰীত পৰিণত হ'ল। সাহিত্য ক্ষেত্ৰত এই গীতি-কবিতাবোৰৰ বিশেষত্ব এয়ে যে এইবোৰৰ ভাষা নৈ-নিজৰাৰ পানীৰ দৰে কথিত চলতি থলুৱা ভাষাৰ প্ৰবহমান সুঁতিৰ ভাষা, সংস্কৃতৰ তৎসম শব্দপূৰ্ণ 'পণ্ডিতীয়া' ভাষা নহয়। তাৰ উপৰি মৌখিক সাহিত্যৰ কবি নৈৰ্ব্যক্তিক আৰু বিনয়ী ; বৰ্ণনাৰ অমায়িকতা তাৰ প্ৰধান গুণ।

মালিতা শ্ৰেণীৰ আখ্যানবাহী গীতবোৰত প্ৰায়ে দুই একোশাৰী অপ্ৰাসঙ্গিক অপ্ৰয়োজনীয় বাক্যাংশ ওপৰত পাতি লৈ তাৰ তলত বক্তব্য বিষয়ৰ ছন্দোবদ্ধ কথা এশাৰী মিলাই দি টোকাৰীৰ সুৰত গীতটো খেও খোৱাকৈ গঢ়ি তোলা হয়, যেনে—

হাই দি তুলিবৰ লাই মোৰ গাভৰু
হাই দি তুলিবৰ লাই।



এই ফুলমালা গাঁথিছিল কোঁৱৰে
তোমাৰে খোপালে চাই। (ফুলকোঁৱৰৰ গীত)

ইয়াত 'হাই দি তুলিবৰ লাই মোৰ গাভৰু, হাই দি তুলিবৰ লাই' এই বাক্যাংশ দেখাত অপ্ৰাসঙ্গিক আৰু নিৰৰ্থক।

মালিতাৰ বীৰ-বীৰাঙ্গনাৰ দৰে নহলেও ভঙুৱা সদাশিৱ গোঁসায়েও অসমীয়া মৌখিক গীতি-সাহিত্যত এখন বিশিষ্ট আসন অধিকাৰ কৰি আছে। তেওঁক কেন্দ্ৰ কৰি অসমীয়াত এক শ্ৰেণীৰ পৃথক গীতৰে সৃষ্টি হৈছে। সুকনান্নী গোৱা ওজাপালিৰ গোসাঁইৰ বিয়া বুলি 'এখান' পৃথক পদেই আছে। ইয়াক সুকনান্নী গীতৰ ৰং ৰহইচপূৰ্ণ ৰহঘৰা বুলি ধৰা হয়। তাৰ বাহিৰেও 'ঝুনা' নামৰ মৌখিক গীতত এইজনা দেৱতাৰ জীৱনৰ নানা কাহিনী ওজাপালিয়ে ৰং লগাকৈ গায়। গঞা লোকৰ মৌখিক গীততো তেওঁৰ জীৱনকে কেন্দ্ৰ কৰি ৰচনা কৰা অনেক গীত-মাত আছে, যেনে (১) কি খাই পগলা হ'ল মহাদেউ, ভাং খাই পগলা হ'ল ইত্যাদি।

কন্যা বাৰমাহী গীত, জয়ধন বণিয়াৰ গীত আৰু ডুবলা শান্তিৰ গীতো আখ্যানমূলক মালিতা গীতৰ সৈতে একে পৰ্য্যায়ৰে। বাৰমাহী গীতবোৰত পতিবিৰহত কাতৰ সাধ্বী নাৰীৰ অন্তৰ্বেদনাৰ স্বৰূপ প্ৰকট হৈ পৰিছে। এনে প্ৰোষিতভৰ্তৃকাৰ দুঃসহ বিৰহ-বেদনা অতি পুৰণি কালৰ পৰাই বিভিন্ন ভাৰতীয় সাহিত্যত ৰূপায়িত হৈ আহিছে। বণিজলৈ যোৱা গৃহ-পতিৰ বিচ্ছেদত তেওঁৰ পত্নীয়ে বছৰৰ বেলেগ বেলেগ ঋতুত আঙুলিৰ মূৰত দিন গণি স্বামীৰ প্ৰত্যাগমন অপেক্ষা কৰি থকাৰ ছবি এই বাৰমাহী গীতবোৰৰ উপজীব্য।

ভূত-প্ৰেতৰ বিশ্বাস, অলৌকিকতাৰ প্ৰভাৱ আৰু ঠায়ে ঠায়ে প্ৰকাশৰ নাটকীয় সংলাপন-ভঙ্গী এই গীতবোৰৰ অন্যতম আকৰ্ষণ। গীতত কেতিয়াবা নায়কে কাঠৰ ঘোঁৰাত উঠি আকাশেদি উৰা মাৰিছে, কেতিয়াবা কাঠৰ কুঠাৰেৰে শিলৰ খুবলি কাটিছে, মুখৰ এষাৰি কথাৰেই কেতিয়াবা শুকান গছ-গছনিত ফল-ফুলৰ সৃষ্টি কৰিছে, কেতিয়াবা আকৌ কালিন্দী ভোমোৰাৰ বেশত নায়িকাৰ শয়ন-প্ৰকোষ্ঠত প্ৰৱেশ কৰিছে। আনকি বুৰঞ্জীমূলক মালিতাবোৰতো তেনেধৰণৰ অলৌকিকতাই অ'ত ত'ত স্পষ্টৰূপে কাম কৰিছে। মণিৰাম দেৱানৰ ফাঁচিত সাত দিন সাত ৰাতি ভূমিকম্প হৈছিল বুলি গীতত উল্লেখ আছে, বৰফুকনৰ গীততো এঠেঙীয়াৰ দেশ আৰু কুলাকণীয়া দেশৰ

কথা পোৱা যায়। এই গীতবোৰৰ 'দুখৰে উপৰি দুখ পাবেৰতী, দুখৰে উপৰি দুখ, কুকুৰে কামোৰে, ছৱালে দলিয়ায়, ক'তো নাই ধকৱাৰ সুখ'—এনে ধৰণৰ গীতাংশবোৰ আজিও গীতৰ ধ্বনিত মানুহৰ মুখে মুখে সঞ্চৰণশীল হৈ আছে।

মৌখিক গীতি-সাহিত্যৰ অন্যতম শ্ৰেষ্ঠ সম্পদ হ'ল বিয়াগীত বা বিয়ানাম আৰু বিহুগীত। বিয়া মানৱ জীৱনৰ শ্ৰেষ্ঠতম উৎসৱ। এই উৎসৱকে কেন্দ্ৰ কৰি বিয়াগীতৰ জন্ম। বিয়াগীতক দুভাগত ভগাব পাৰি। এভাগত গীতমাতবোৰে পৌৰাণিক কাহিনী কিছুমানকে গয়না লৈ আপোনা আপুনি স্বকীয়া সাঁচত গঢ় লৈছে, আন ভাগত আধুনিকতাৰ পৰশত ভাবে-ভাষাই এই গীতবোৰে নতুন যুগৰ ধ্যান-ধাৰণা, চাল-চলন, কথা-বাৰ্তাৰ একপ্ৰকাৰ 'মুখপত্ৰ' হৈ পৰিছে। উষা-অনিৰুদ্ধ, অৰ্জুন-সুভদ্ৰা, হৰ-পাৰ্বতী, কৃষ্ণ-ৰুক্মিণী, ৰাম-সীতা—এনেবোৰ পৌৰাণিক বিয়াৰ কাহিনীয়ে প্ৰথম বিধৰ অবলম্বন। আধুনিক গীতবোৰ জাতেপাতে আধুনিক, যেনে—

১। পান খালে ধৰিব, চূণ খালে দাঁকিব, আমাৰ আইদেউক নিবলৈ এৰোপ্লেন লাগিব।

২। এৰোপ্লেনৰ পাইলট, এৰোপ্লেনৰ পাইলট, বোপাদেউ বহি আছে মিনিষ্টাৰৰ ষ্টাইলত।

হিন্দু বিয়াৰ ধৰ্মীয় অনুষ্ঠানৰ প্ৰতিটো পৰ্য্যায়কে সাঙুৰি নামতীসকলে বিয়াগীত গায় আৰু সেইবোৰ গীতৰ ভিন ভিন অংশত সাহিত্যৰ উল্লেখযোগ্য অনেক সম্পদ লুকাই থকা দেখা যায়। দৰা-কইনা নোওৱা, কইনাক ঘৰৰ পৰা উলিয়াই ৰভাৰ তললৈ অনা, হোম পোৰা, লগুণ-গাঁঠি বন্ধা ইত্যাদি প্ৰতিটো প্ৰসঙ্গতে খাপখোৱাকৈ গীত আছে। নামতীৰ পদত লুকাই থকা দুই-একোপদ সাহিত্যসম্পদৰো এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি, যেনে - 'কেলেই ঘঁহিছা কেতুৰী হালধি, আপুনি কেতেকীৰ পাহি।'

খিচা গীত আৰু দৰঙত নিন্দাপদ বোলা এক শ্ৰেণীৰ গীত ভোজনৰ জলকীয়া বা ভোজন-ঠেলাৰ দৰে বিয়াৰ আনন্দৰ তৃপ্তিবৰ্ধক সামগ্ৰী। তেনে জোৰানাম দিব নাপালে নামতীয়ে যেন বিয়াৰ প্ৰকৃত আনন্দকে ভোগ কৰিবলৈ নাপায়। সেয়েহে গোৱা হয়—

শিঙৰা মাছৰ কণী, হৰি হৰি শিঙৰা মাছৰে কণী,
জোৰানাম একাষাৰ গাবকে নোৱাৰি
বাপুদেউ ( বা দেউতাক বা ককায়েক ) বহিছে শনি।



তেনেকৈ দৰাঘৰৰ নামতীয়ে দৰাক সোণামুৱা, তিয়হৰ জালি আদি বুলি কইনাক দাঁতলী, যখিনী আদি আখ্যা দি গীত গায়, উত্তৰত আকৌ কইনাঘৰৰ নামতীয়ে কইনাক 'কোনোবা জনমত তপস্যা কৰিলা, সীতাহেন সুন্দৰী পালা' বুলি কৈ দৰাক আওপাকে নিন্দা কৰে। এনেদৰে গীতৰ উখনা-উখনি, কটা-কটি কৰি থাকি শেষত লগুণ-গাঁঠি বন্ধাৰ পৰত মিঠা জোৰা নামেৰে নামতীয়ে গায়—

আইদেউৰ আঁচলত কিবা মধু আছে,
মধুলোভী বোপাদেৱে ফুৰে পাছে পাছে—ইত্যাদি।

এইদৰেই বিয়াৰ নিশা পাৰ হয়। বিয়াৰ কইনা উলিয়াই দিয়া প্ৰসঙ্গটো যেনে করুণ আৰু বেদনাদায়ক, সেই প্ৰসঙ্গৰ গীতবোৰো তেনে মৰ্মস্পৰ্শী।

বিহুগীতবোৰ যৌৱনৰ উদ্দাম বাসনাৰ উন্মুক্ত প্ৰকাশ। বসন্ত উৎসৱ বা ৰঙালি বিহু উৎসৱকে উপলক্ষ্য কৰি এই গীতবোৰৰ সৃষ্টি আৰু নৃত্যৰ লগত সঙ্গতি ৰাখি গোৱাটোৱেই ইয়াৰ বিশেষত্ব। 'কমোৱা তুলাৰ দৰে' উৰি ফুৰিব খোজা ডেকা মনৰ চঞ্চল ৰূপটো ইয়াত স্পষ্ট হৈ উঠিছে। যুৱক-যুৱতী উভয়ে দলে দলে ওচৰা-ওচৰিকৈ প্ৰতিযোগিতা চলাই নৃত্য-বাদ্যৰ সহায়ত মুকলি মনেৰে মুকলি আকাশৰ তলত বা গছৰ শীতল ছাঁত এই গীত গায়।

বিহুগীত বুলিলে হুচৰি গীত আৰু বনগীত দুয়োবিধ গীতকে বুজা যায়। হুচৰি গীত আগৰ দিনত ডা-ডাঙৰীয়াসকলৰ আগ-চোতালতো গোৱাৰ নিয়ম আছিল। এইটো শাখাৰ গীতবোৰ বহু পৰিমাণে সংযত-সুৰীয়া আৰু ধৰ্মগন্ধী।

বিহুগীত আৰু বিহুনৃত্যৰ প্ৰত্যক্ষ উদ্দেশ্য যৌৱনসুলভ প্ৰেম-প্ৰীতি নিবেদন, আৰু পৰোক্ষ উদ্দেশ্য কৃষিজীবী মানুহৰ শস্যসম্ভবা প্ৰকৃতিৰ প্ৰতি স্বাগত সম্ভাষণ জ্ঞাপন। ৰঙালি বিহু এফালে যেনেকৈ এটা ঋতু উৎসৱ আনফালে তেনেকৈ প্ৰজনন বা উৰ্বৰতা উৎসৱো। এই উৎসৱত নৃত্য-গীতেৰে নতুন বছৰক ওলগনি জনোৱা হয়। পেটৰ জুইৰ পোৰণি আৰু যৌন মিলনৰ উদ্দাম বাসনা এই দুটা দুৰন্ত ক্ৰিয়াৰ মধুৰ মিলন এই গীতবোৰৰ বিভিন্ন স্তবকত প্ৰকট হৈ পৰিছে। 'চাইনো চাই থাকিলে হাবিয়াহ নপলায়, নাখালে নুগুচে ভোক'—এনে ভাবৰ তাড়নাত উটি-বুৰি গৈ কেতিয়াবা গায়ক-গায়িকাই কবলগীয়া হয়—'হাঁহ হৈ চৰিম গৈ

তোমাৰে পুখুৰীত, পাৰ হৈ চৰিমগৈ চালত, ঘাম হৈ সোমাম গৈ তোমাৰে শৰীৰত, মাখি হৈ চুমা দিম গালত।'

আকৌ 'তোৰো মনে গলে, মোৰো মনে গলে, কি কৰিব কলিতা কুলে' নাইবা 'তোমাৰে লগতে, মৰো যদি মৰিম ঐ, এৰি যাম নিজৰে কুল'। মুঠতে যৌৱন-উদ্দীপ্ত মানৱ-প্রকৃতিৰ বিভিন্ন স্তৰৰ হুবহু চিত্র এই গীতমাতবোৰে দাঙি ধৰিছে। এইবোৰ এহাতে যেনেকৈ থলুৱা, আনহাতে তেনেকৈ বিশ্বজনীন। গীতবোৰ ত্রিপদী ছন্দত ৰচিত আৰু প্রতিটো স্তবক স্বয়ংসম্পূর্ণ। এই প্রসঙ্গতে উল্লেখযোগ্য কথা এই যে এই একে ছন্দতে মুছলমানসকলৰ জিকিৰ কিছুমানত বিহুগীত আৰু ব'ৰাগী গীতৰ ভাব প্রকাশ হোৱা দেখা যায়। কিছুমান জিকিৰ আকৌ অসমীয়া দেহবিচাৰৰ গীতৰ প্রতিধ্বনি মাত্র, যেনে—

ধনে ধনে কৰি ধনকে ঘটিলা
পৰমে যতনে কৰি,
ধনে থাকিল পৰি দেহা যাব চলি
লগত যাব চপৰা দলি।

এই স্তবকটোৰ 'চপৰা দলি'ৰ ঠাইত দেহবিচাৰৰ গীতত 'দুচলি খৰি' বুলি গোৱা হয়। গীতমাতৰ মাজেদি ঘটা হিন্দু-মুছলমানৰ সাংস্কৃতিক মিলনৰ ইয়ো এটা নিদর্শন।

বিহুগীতৰ দৰে ধৰ্মৰ লগত সংস্রৱ নথকা আৰু তেনে বহুত গীত আছে ; যেনে—ভেকুলী বিয়াৰ গীত, নাওখেলৰ গীত, মহোহো বা মহখেদা গীত, ঢেপাঢুলীয়াৰ গীত, নানান বিষয়ৰ ঝুনা গীত, কুঁহিয়াৰ পেৰা গীত, বাম্বোলিপিটা গীত, নাঙেলী গীত ইত্যাদি। ধৰ্মীয় অনুষ্ঠানৰ লগত সম্পর্ক থকা মৌখিক গীতো অসমীয়া সাহিত্যত অলেখ আছে, যেনে—আইনাম, লখিমী-সবাহৰ নাম, সদাশিৱৰ নাম, থিয় নাম, শীতলা নাম, অপেচৰী সবাহৰ নাম, আউলা পূজাৰ নাম, সুবচনী নাম, গোপীকৃষ্ণৰ নাম, গোপিনী সবাহৰ নাম, বাঁহপূজাৰ গীত, দুর্গাপূজাৰ নাম, লক্ষ্মীপূজাৰ নাম। দেহবিচাৰৰ গীত, ব'ৰাগী গীত, আদি কিছুমান গীত ধৰ্মগন্ধী হ'লেও ধৰ্মানুষ্ঠানৰ লগত সংস্রৱ ৰহিত।

সৰহখিনি ধৰ্মীয় গীততে তুতি-নতিয়ে প্রাধান্য লভিছে। একোটা ভাবকেই বিভিন্ন গীতত প্রতিধ্বনিত হোৱাও লক্ষ্য কৰা যায়, যেনে,— আইনামত তিৰোতাসকলে ভক্তিভাৱে গায় :



'ফুলেশ্বৰী অ' আই ফুলৰে বৰণ,
কি দিয়া পূজিম আই, তোমাৰে চৰণ।

*　*　*

কলেদি পূজিম আই বান্দৰে আগে খায়,
চাউলেদি পূজিম আই অ' কুলাৰ আগে যায়।' ইত্যাদি।

প্রকৃতিৰ লগত থকা নিবিড় সম্বন্ধ বা একাত্মবোধ এই গীতমাত-সাধুকথা আদি সাহিত্যৰ প্রাণকেন্দ্র। এইবোৰত গছ-লতায়ো কথা কয়, অজগড় সাপেও ৰাণীক সহায় কৰে (চম্পাৱতীৰ সাধু)। কথাটো অলপ ভাঙি কৰলৈ প্রথমে ধাই নামৰ কথাকে উল্লেখ কৰা যাওক। এই ধাই নামক নামনিত·কেঁচুৱা ঘুমটি নিওৱা বা ছলি ভুৰুকোৱা ওমলা গীত বোলে। কান্দি থকা কেঁচুৱাক কাণখোৱাৰ কাহিনী বা শিয়ালীৰ কথা কৈ গীত গাই ভয় খুউৱা হয়। 'শিয়ালী-এ নাহিবি ৰাতি - তোৰে কাণে কাটি লগাই থম বাতি' গীত গাই লাগবান্ধ নথকা অদ্ভূত কথাবোৰ সাঙুৰি কৈ ভয় খুৱাই কান্দি থকা কেঁচুৱাক নিচুকোৱা হয়। আকৌ কেতিয়াবা নকন্দা কেঁচুৱাকো গাত হাত বুলাই টোপনি নিয়াবলৈ গোৱা হয়—'আমাৰে মইনা শুব এ-বাৰীতে বগৰী ৰুবএ'—ইত্যাদি।

নিচুকনি গীতৰে এটা ভাগক ওমলা গীত বোলা হয়। এইবোৰ ৰংধেমালি বা তামাচাৰ গীত, কান্দি থকা কেঁচুৱাক শান্ত কৰা নিচুকনি গীত নহয়। গীতৰ দুই চাৰিটা নমুনা বা দিহা উল্লেখ কৰিলে কথাটো স্পষ্ট হব, যেনে— ১। তাই মাই—বৰ ঘৰৰ মেকুৰী সৰু ঘৰলৈ যায়—ঢাকোন পেলাই পইতা খায়—ভা কুটু কুটু। ২। ৰ'দ দিছে বৰষুণো দিছে, খঁৰা শিয়ালৰ বিয়া — ঘনচিৰিকাই তামোল কাটিছে—আমাকো এখন দিয়া।

জন-সাহিত্যৰ অন্য ভাগটো যদিও দেখাত গদ্যময় তথাপি তাত পদ্যৰ গীতিময়তা নথকা নহয়। অন্ততঃ ডাকৰ বচন, ফকৰা-যোজনা-প্রবচন আদিত সেই কথা দেখ দেখকৈ প্রযোজ্য। অসমীয়া সাহিত্যৰ গতিশীল গীতিময় মৌখিক যুগটোৰ পাছতে সাহিত্যৰ যুগ পৰিৱর্তনৰ লগে লগে মন্ত্র, ডাকৰ বচন, ফকৰা, সাঁথৰ, যোজনা-পটন্তৰ, সাধুকথা, জনশ্রুতি আদিৰ উৎপত্তি হয়। মন্ত্রবোৰ গদ্য পদ্যৰ সংমিশ্রণ। অনেক ঠাইত এইবোৰ গদ্যও নহয়, পদ্যও নহয়, নিৰৰ্থক শব্দৰ ধ্বনি মাথোন। মন্ত্রত নিহিত থকা কাহিনীবোৰো প্রায়ে এৰা-ধৰা, ছেগা-চোৰোকা বিধৰ, স্বয়ংসম্পূর্ণ নহয়। উদাহৰণস্বৰূপে

সাপৰ বিষ-জৰা মন্ত্ৰত আছে—'কালী সাপ তই আছিলি কালিৰ হ্ৰদে। গৰুড়ৰ ভয়ত পলাইছ তিৰ্ তিৰ্। তই খালি ছলে, মই ঝাৰো বলে, যা বিষ তই পাতলি পুৰে ওং হ্ৰিং ফট্ স্বাহা।' ইত্যাদি।

ডাকৰ বচনবোৰ জ্ঞানৰ ভঁৰাল। গঞাসকলৰ কাৰণে এইবোৰ বেদৰ বাণীৰ দৰে পবিত্ৰ আৰু অলঙ্ঘ্য। ভাষাৰ মিতব্যয়ৰ চূড়ান্ত নিদৰ্শন এইবোৰত পোৱা যায়। অনেক সময়ত এই বচনবোৰ আকৌ সাঁথৰ সাঁথৰ যেন লাগে। উদাহৰণ—জালুকত গোবৰ, পাণত মাটি, কলাপুলি ৰুৱা তিনিবাৰ কাটি।' এই বচনটিৰ 'তিনিবাৰ কাটি' কথাই অজ্ঞ শ্ৰোতাক বিমোৰত পেলায়। তিনিবাৰ কাটি মানে ইয়াত নতুন কল এজোপা ৰুলে তাৰপৰা তিনিথোক কল পৰাৰ পাছত পুলি খান্দি নি আন ঠাইত ৰুব লাগে।

যোজনা-ফকৰা-পটন্তৰ মৌখিক সাহিত্যৰ অন্য এটা শাখা। ডাকৰ বচনৰ দৰেই বাক-সংযমেই ইয়াৰো উজ্জ্বল বৈশিষ্ট্য; যেনে—খাব জানিলে চাউলেই চিৰা, বহিব জানিলে মাটিয়েই পীৰা।' 'মাজমূৰত নাই চুলি, পৈয়েকে মাতে ৰূপহী বুলি'। এই ফকৰা-যোজনাবোৰৰ কিছুমানত সাঁথৰৰ ৰহস্য নিহিত আছে। ফকৰাবোৰ পাৰমাৰ্থিক অৰ্থবোধক কথা। ভকত-মহন্তসকলৰ মাজত এইবোৰৰ প্ৰচলন বেছি। কথাবোৰৰ অৰ্থ আগধৰি নাজানিলে বুজা কঠিন। ইয়াৰ ভাষাত কুকুৰাক বোলা হয় ৰামপাৰ, কুচিয়াক—পুখুৰীপৰীয়া গোবিন্দাই, জলকীয়াক—ভোজনঠেলা, ভাতক—চাউল মুঠি বা চাউল সিজোৱা ইত্যাদি। ফকৰাৰ অৰ্থ সাঁথৰতকৈও আও-পকীয়া; দেখাত যি দেখা যায় অৰ্থত প্ৰায়ে তাৰ বিপৰীত ঘটে, যেনে—

গুৰুক মাৰিবা, ভকতক মাৰিবা, মাৰিবা সোদৰৰ ভাই,
লগৰ সঙ্গী ভকতক, মৰিয়াই মাৰিবা, তেবেসে নিজ গুৰুক পায়।

ইয়াত গুৰু—মন, ভকত—বাসনা, সোদৰৰ ভাই—হাত ভুখন, ইন্দ্ৰিয়, লগৰ সঙ্গী ভকত—ৰিপুসমূহ, মাৰিবা - দমন কৰিবা, নিজ গুৰু—পৰম পদ। এই ফকৰাবোৰ ভকতীয়া সম্প্ৰদায়ৰ সম্পত্তি। তেওঁলোকেহে তাৰ অৰ্থ বুজে। ই অসমীয়া ভাষাৰ একপ্ৰকাৰ সংৰক্ষিত সম্পদ।

যোজনা আৰু পটন্তৰৰ ভিতৰতো একেবাৰে পাৰ্থক্য নোহোৱা নহয়। যোজনাবোৰৰ শেষৰ ফালে অৰ্থৰ ইঙ্গিত দিয়া থাকে, যেনে, 'শালক শিঙিয়ে হাঁহে, তয়ো কাজী, ময়ো কাজী, ভালেতো গৰাকী নাহে।'

সাঁথৰবোৰ অন্য এক প্ৰকাৰৰ মৌখিক সাহিত্য। পানীত পৰি



ককবকাই সাঁতুৰি পাৰ পাবলৈ কৰা যত্নৰপৰাই এই বিধৰ সাহিত্যৰো নামকৰণ সাঁথৰ হৈছে বুলি 'হেমকোষে' কয়। মহাভাৰতৰ যুগত যুধিষ্ঠিৰক ধৰ্মই যিকেইটা প্ৰশ্ন সুধিছিল তাৰ প্ৰত্যেকটোৱে আছিল একোটা সাঁথৰ। সাঁথৰবোৰ ইমানেই আকৰ্ষণীয় আছিল যে আগৰ দিনত বহুত অঙ্ক, বিশেষকৈ মৌখিক অঙ্ক আছিল সাঁথৰৰ দৰে পদ্যত ৰচনা কৰা প্ৰশ্ন। যেনে, 'এটা বুঢ়াৰ নজনী তিৰী, ন নকৈ হ'ল ছলি, ন নকৈ দিলে কল, বুঢ়া-বুঢ়ী, তিৰী-ছলি, কল-বাকলি সবেও মিলি কিমান হ'ল?' কোনো কোনো সময়ত আকৌ প্ৰশ্নৰ উত্তৰ দিয়াত সাঁথৰৰ অবতাৰণা কৰা হৈছিল, যেনে—'তিনি তেৰ, মধ্যে বাৰ, নদি যোগ কৰ, তাৰ পাছত লগাই ৰাম, পাৰ কৰা ঘৰলৈ যাম।' অৰ্থাৎ ষাঠী ৰাম। শুনাত অংকৰ দৰে লগা তেনে আৰু এটা সাঁথৰ যেনে, দা-কটাৰী বাইছখন, তাৰে নিলে বাইছখন, বাকী থাকিল কেইখন? বাইছ মানে ইয়াত চাচ। এনেবোৰ সাঁথৰ গঞা শিশুসকলৰ জহকালিৰ সন্ধিয়াৰ চোতালত জিৰণি লোৱাত আমোদ-কৌতুহলৰ সামগ্ৰী।

সাধুকথা মৌখিক সাহিত্যৰ অন্যতম অঙ্গ। অসমীয়া মানুহৰ মাজত প্ৰচলিত অনেক সাধুকথা কছাৰী, খাচীয়া, গাৰো, নগা আদি জনজাতীয় লোকসকলৰ মাজতো অলপ অন্য ৰূপত হ'লেও চলি থকা পোৱা গৈছে। ইয়াৰ কিছুমান সাধু আকৌ ভাৰতৰ অন্যান্য ৰাজ্যতো চলি আছে। এনেবোৰ চলন্তিয়ে এসময়ত এই জনগোষ্ঠীসমূহৰ মাজত থকা আহ-যাহ বা সহাৱস্থানৰ ইঙ্গিত দিয়ে।

বান্দৰ-শিয়াল-ঘৰিয়াল, শহা-কাছ আদিৰ নীতিগৰ্ভ আৰু আমোদ-জনক সাধুকথাৰ উপৰিও দেও-ভূতৰ সাধুকথাৰ সংখ্যাও অসমীয়াত কম নহয়। কিছুমান সাধুত গীতমাত মিহলি হৈ আছে। কমলাকুঁৱৰী, তেজীমলা তেনে দুটা বিখ্যাত সাধুকথা। কমলাকুঁৱৰীত কুঁৱৰী যেতিয়া পানীত নামে তেতিয়া বিনাই বিনাই গায়—'মোৰে প্ৰাণেশ্বৰ এ'—পানী মোৰ একাঠু হ'ল' ইত্যাদি। তেজীমলাতো তেনেকৈ 'হাতো নেমেলিবি ফুলো নিছিঙিবি—তেজীমলাহে মই'—ধৰণৰ বচনৰ গীত সাধুটোৰ ভিতৰত খাজি দিয়া আছে।

'অ' ফুল, অ' ফুল নুফুল কিয়'ৰ ধৰণৰ প্ৰশ্নোত্তৰৰ সাধুৱে ল'ৰা ছোৱালীৰ কল্পনাত সহায় কৰে। পকৰাৰ কঁকাল চিঁয়া হ'ল কেনেকৈ আৰু ভেকুলীৰ পিঠি খহুৱা কিয়—অন্য এটা তেনেধৰণৰ দীঘল সাধু।

টুনী আৰু কাউৰীৰ সাধুটোতো সেইদৰে কাউৰীয়ে 'দে পানী ধোও ঠোঁট, ভোজন কৰো টুনী গোট'ৰ বাঢ়নীয়া কাহিনীটো পোৱা যায়। এনেকুৱা সাধুকথা বৰ উপাদেয়।

সাধুকথাবোৰ মুখ-বাগৰি বিয়পি পৰা কাহিনী। মূলত কিবা এটা সাধু থাকিলে তাকে সজাই পৰাই কওঁতে কওঁতে সি অন্য ৰূপ লৈ মূলৰ লগত নাম মাত্ৰ সাদৃশ্য ৰাখি বাঢ়ি যায়। সেয়েহে একেটা সাধুকে বিবিধ জনগোষ্ঠীৰ মাজত নানা ৰূপত পোৱা যায়। পণ্ডিতসকলে কয় যে ছেক্সপীয়েৰৰ ভেনিচৰ সাউদৰ এক পাউণ্ড বুকুৰ মঙহ দাবী কৰা কাহিনীৰো মূলটো আছিল হেনো ভাৰতীয় সাধুৰ শিবি-জাতকৰ কাহিনী।

জনশ্ৰুতিও অন্য এবিধ ৰসাল মৌখিক সাহিত্য। সামান্য সত্য ঘটনা বা কাল্পনিক কথাৰ ৰঙতে ৰহন চৰাই এই জনশ্ৰুতিবোৰ গঢ়ি উঠে। অসমৰ এনে এখন ঠাই নাই, এনে এটা পুৰণি পুখুৰী নাই, যাৰ নামৰ লগত এটা নহয় এটা জনশ্ৰুতি মানুহৰ মাজত প্ৰচাৰ হোৱা নাই। ৰামায়ণ আৰু মহাভাৰতৰ কাহিনীবোৰো সৰহখিনিয়ে এনে জনশ্ৰুতিকে আশ্ৰয় কৰি জন্ম লভিছিল। অসমীয়া বৈষ্ণৱ কবি ৰামসৰস্বতীয়ে বনপৰ্বত তেনে অলেখ জনশ্ৰুতিৰ কাহিনী মূল ঘটনাৰ লগত সাঙুৰি দি সেইবোৰক জীৱন্ত কৰি থৈ গৈছে।

পুৰণি পুথিৰ কথাৰ মাজত পোৱা মৌখিক সাহিত্যৰ কিছুমান বচন মানুহৰ মুখৰ পৰা পুথিলৈ গ'ল নে পুথিৰপৰাহে মানুহৰ মুখলৈ আহিল, বুজিব পৰা নাযায়। যেনে, 'আপদ কালত বুদ্ধি হয় হত, উগ্ৰসেনে বুধি নুসুধিলে মাধৱত।' তাকে ভাগৱতত এইদৰে পোৱা যায়—'বুদ্ধিহত ভৈল যেন নাশন কালত, উগ্ৰসেনে বুধি নুসুধিলে মাধৱত'।

'শুভস্য শীঘ্ৰম্', 'অল্পবিদ্যা ভয়ংকৰী' আদি সংস্কৃত বচনো অসমীয়া কথা-বতৰাত ব্যৱহাৰ হৈ অসমীয়া হৈ পৰিছেহি। চহৰমুখী সভ্যতা বৃদ্ধি পোৱাৰ লগে লগে গঞা মৌখিক সাহিত্যৰ বহুত আপুৰুগীয়া গীতমাত-বচন-সাধুকথা আদি কালৰ গ্ৰাসত লোপ পাব ধৰিছে। এইবোৰৰ বাণী-বন্ধকৰণৰ প্ৰয়োজন উপস্থিত হৈছে।

## ঘ. অসমীয় লিখিত সাহিত্য

অধ্যাপক **শ্ৰীৰামমল ঠাকুৰীয়া**

ৰোমান্টিক যুগৰ আৰম্ভণিৰপৰা অসমীয়া সাহিত্যৰ ধাৰাবাহিক আলোচনাৰ সূত্ৰপাত হয়। অনেক কেইজন সাহিত্যিক আৰু পণ্ডিতে অসমীয়া সাহিত্যৰ ওপৰত বিভিন্ন ধৰণৰ আলোচনা কৰি অনেকবোৰ প্ৰবন্ধ আৰু বহুকেইখন সাহিত্যৰ বুৰঞ্জী প্ৰণয়ন কৰিছে। সেই প্ৰবন্ধ আৰু বুৰঞ্জীসমূহত অসমীয়া সাহিত্যক বিভিন্ন যুগত বিভক্ত কৰা হৈছে। সেই যুগবিভাগবোৰৰ মাজত মতানৈক্য পৰিলক্ষিত হয়। পোনপ্ৰথমে হেমচন্দ্ৰ গোস্বামী দেৱে অসমীয়া সাহিত্যক ছটা ভাগত বিভক্ত কৰে। কিন্তু নানা কাৰণত তেওঁৰ সেই যুগবিভাগ গ্ৰহণযোগ্য নহ'ল। বেজবৰুৱাই অসমীয়া সাহিত্যক থূলমূলকৈ তিনিটা ভাগত বিভাগ কৰিছে—আদিযুগ, মধ্যযুগ আৰু আধুনিক যুগ। অসমীয়া সাহিত্যৰ প্ৰথম বুৰঞ্জী লেখক দেবেন্দ্ৰ নাথ বেজবৰুৱাৰ যুগবিভাগো বৰ্তমানে অপ্ৰচলিত।

ড° বাণীকান্ত কাকতিয়ে বৌদ্ধ সিদ্ধাচাৰ্য্যসকলৰ ৰচনা আৰু শ্ৰীকৃষ্ণ কীৰ্তনক প্ৰাক্ অসমীয়া বুলি ধৰি আদি, মধ্য আৰু আধুনিক যুগত অসমীয়া সাহিত্যক বিভাগ কৰিছে। আদি যুগক তেওঁ প্ৰাক্-বৈষ্ণৱ আৰু বৈষ্ণৱ এই দুটা উপভাগত বিভক্ত কৰিছে। আনহাতে মধ্যযুগ ধৰা হৈছে সপ্তদশ শতিকাৰ পৰা উনবিংশ শতিকাৰ প্ৰাৰম্ভলৈ। তাৰ পিছৰ পৰাই আৰম্ভ হৈছে আধুনিক যুগৰ। প্ৰথিতযশা সাহিত্যৰ বুৰঞ্জী-বিদ ডিম্বেশ্বৰ নেওগৰ যুগবিভাগ এনে ধৰণৰ :—আদিযুগ, প্ৰাক্‌বৈষ্ণৱযুগ, বৈষ্ণৱযুগ, বিস্তাৰ যুগ আৰু বৰ্তমান যুগ।

ড° মহেশ্বৰ নেওগৰ যুগবিভাগ হ'ল :—বৌদ্ধযুগ, প্ৰাক্‌শঙ্কৰ যুগ, শঙ্কৰী যুগ, শঙ্কৰোত্তৰ যুগ, আধুনিক যুগ—আদি বৃটিছ যুগ, হেমচন্দ্ৰ বৰুৱাৰ কাল, ৰোমান্টিক যুগ, বৰ্তমান সাহিত্য। ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ সাহিত্যৰ ইতিবৃত্তৰ যুগবিভাগো প্ৰায় একে ধৰণৰ। ওপৰুক্ত সাহিত্যৰ বুৰঞ্জী বিশেষজ্ঞসকলৰ আদৰ্শৰে এই প্ৰবন্ধতো এনেদৰে যুগবিভাগ কৰা হৈছে :

১। আদি যুগ—আৰম্ভণিৰ পৰা দ্বাদশ শতিকাৰ শেষলৈ ;

২। মধ্যযুগ (ক) প্ৰাক্‌শংকৰ যুগ ১২০০—১৪৪৯, (খ) শংকৰী যুগ—১৪৪৯—১৫৬০, (গ) শংকৰোত্তৰ যুগ—১৫৬০ ১৮২৬ ;

৩। আধুনিক যুগ ঃ -(ক) প্ৰাক্‌ৰোমান্টিক সাহিত্য—১৮২৬-১৮৮৮, (খ) ৰোমান্টিক সাহিত্য ১৮৮৯-১৯৩৯, (গ) উত্তৰ ৰোমান্টিক বা বৰ্তমান সাহিত্য—১৯৪০—বৰ্তমানলৈ।

## আদি যুগ

আদিযুগৰ অসমীয়া সাহিত্যকে কিছুমানে আকৌ উদ্ভৱযুগৰ সাহিত্যও বোলে। পণ্ডিতসকলৰ মতে প্ৰায় অষ্টম শতিকামানতে লিখিত অসমীয়া সাহিত্যৰ উদ্ভৱ হয় আৰু তাৰ প্ৰথম লিখিত নিদৰ্শন হিচাপে চৰ্য্যাপদ-সমূহকে ধৰা হয়। এই চৰ্য্যাপদসমূহ ৮ম-১২শ শতিকাৰ ভিতৰত ৰচিত হৈছিল বৌদ্ধ সিদ্ধাচাৰ্য্যসকলৰ দ্বাৰা। মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে নেপাল ৰাজদৰবাৰৰ পৰা সেই গীতবোৰ আনি হাজাৰ বছৰৰ পুৰণা বাংলা সাহিত্যৰ নিদৰ্শন হিচাপে প্ৰকাশ কৰে। কিন্তু চৰ্য্যাপদবোৰৰ ৰূপতাত্ত্বিক আৰু ধ্বনি-তাত্ত্বিক সাদৃশ্য অসমীয়া ভাষাৰ লগতো যথেষ্ট। সেইকাৰণে চৰ্য্যাপদক অসমীয়া ভাষাৰো লিখিত নিদৰ্শন বুলি ধৰা হয়। অসমীয়াৰ দৰেই উৰিয়া, হিন্দী, মৈথিল আদি ভাষায়ো চৰ্য্যাপদক সেই সেই ভাষাৰ প্ৰথম নিদৰ্শন বুলি দাবী কৰে। কিন্তু এই আটাইবোৰৰ ভিতৰত অসমীয়াৰ দাবীয়েই বেছি যুক্তিযুক্ত।

১। চৰ্য্যাপদৰ লেখকসকল আছিল বৌদ্ধ সিদ্ধাচাৰ্য্য, বিশেষকৈ বজ্ৰযানী বৌদ্ধধৰ্মী। ভাৰতৰ ভিতৰত তান্ত্ৰিক বৌদ্ধসকলৰ মহাপীঠস্থান হ'ল চাৰিখন—কামাখ্যা, শ্ৰীহট্ট, পূৰ্ণগিৰি আৰু উড্ডীয়ান। ইয়াৰ কামাখ্যা আৰু শ্ৰীহট্ট দেখদেখকৈ প্ৰাচীন কামৰূপৰ অন্তৰ্গত। ড° বিনয়তোষ ভট্টাচাৰ্য্যকে আদি কৰি কিছুমান পণ্ডিতে বাকী দুখন পীঠো (পূৰ্ণগিৰি আৰু উড্ডীয়ান) প্ৰাচীন কামৰূপৰ ভিতৰতে আছিল বুলি ভাবে। বজ্ৰযান, সহজযান, কাল-চক্ৰযান আদি তান্ত্ৰিক বৌদ্ধ আৰু হিন্দু তান্ত্ৰিকতা, সকলোৰে অবিসম্বাদিত কেন্দ্ৰস্থলি আছিল কামৰূপ-কামাখ্যা। গতিকে কামৰূপী ভাষাতেই যে চৰ্য্যাগীতবোৰ ৰচিত হৈছিল, সেইকথা সহজে অনুমান কৰিব পাৰি।

২। প্ৰখ্যাত হিন্দী পণ্ডিত ৰাহুল সংকৃত্যায়নে প্ৰমাণ সহকাৰে দেখুৱাই গৈছে যে চৰ্য্যাগীতি ৰচনাকাৰী সিদ্ধাচাৰ্য্যসকলৰ কেবাজনো প্ৰাচীন কামৰূপৰ লোক আছিল। তিব্বতীয় গ্ৰন্থমতে সৰহপা বা ৰাহুলভদ্ৰ প্ৰাচ্যদেশৰ ৰাজ্ঞী নামৰ মহানগৰৰ লোক আছিল। সেই ৰাজ্ঞীয়ে হ'ল



বৰ্ত্তমানৰ দক্ষিণ কামৰূপৰ ৰাণী। সৰহপাৰ শিষ্য নাগাৰ্জুনো কামৰূপৰে লোক আছিল বুলি বহুতে ভাবে। কনকলাল বৰুৱাৰ মতে সেই নাগাৰ্জুনেই গুৱাহাটীৰ উগ্ৰতাৰা পীঠ স্থাপন কৰে। সিদ্ধ মীননাথো কামৰূপৰ কৈৱৰ্ত্ত সম্প্ৰদায়ৰ লোক আছিল। তেওঁৰ পুত্ৰ মচ্ছীন্দ্ৰ নাথো সিদ্ধাচাৰ্য্য আছিল। এওঁলোকৰ উপৰিও সিদ্ধাচাৰ্য্যসকলৰ হয়তো আৰু অনেক কেইজন প্ৰাচীন কামৰূপৰে লোক আছিল। সেই ফালৰপৰাও চৰ্য্যাপদৰ ভাষা প্ৰাচীন কামৰূপী হোৱাটোৱেই স্বাভাৱিক।

৩। চৰ্য্যাপদৰ ৰচনাভঙ্গীৰ ঐতিহ্য পৰৱৰ্ত্তী অসমীয়া সাহিত্যত ৰক্ষিত হৈছে, কিন্তু বঙালী বা হিন্দী সাহিত্যত ৰক্ষিত হোৱা নাই। চৰ্য্যাপদবোৰত ৰাগৰ উল্লেখ আছে, ধ্ৰুং বা ধূৰা আছে আৰু ভণিতাত ৰচকৰ নামৰ উল্লেখ আছে। এই বৈশিষ্ট্যবোৰ পূৰ্ণভাৱে বৰগীতত আৰু আংশিকভাৱে কীৰ্ত্তনত ৰক্ষিত হৈছে।

এইবোৰ নিদৰ্শনৰপৰা প্ৰমাণিত হয় যে চৰ্য্যাপদৰ ভাষা আচলতে অসমীয়া ভাষাৰহে প্ৰথম লিখিত নিদৰ্শন। চৰ্য্যাপদৰ উদ্ধাৰকাৰীজন বঙালী লোক নহৈ অসমীয়া হোৱা হলেতো বঙালী, হিন্দী আদিয়ে চৰ্য্যাপদৰ ভাষাক তেওঁলোকৰ ভাষাবোৰৰ আদি স্তৰৰ নিদৰ্শন বুলি দাবী উত্থাপন কৰাৰ অৱকাশে নাপালেহেতেঁন। সেইবোৰ যি হ'ক, পণ্ডিতসকলৰ মতে চৰ্য্যাপদৰ ৰচনাকাল অষ্টমৰপৰা দ্বাদশ শতিকা পৰ্য্যন্ত।

চৰ্য্যাপদৰ পিছতে এই যুগৰ আন এখন উল্লেখযোগ্য গ্ৰন্থ হ'ল বড়ু চণ্ডীদাসৰ 'শ্ৰীকৃষ্ণকীৰ্তন। এইখনো বঙালী পণ্ডিতৰ দ্বাৰা আবিষ্কৃত আৰু প্ৰকাশিত হৈছে আৰু বঙলা সাহিত্যৰ আদি-মধ্যযুগত ইয়াক স্থাপন কৰা হৈছে। কিন্তু শ্ৰীকৃষ্ণ-কীৰ্তনৰ ভাষাও যে বঙলা নহয়, প্ৰাচীন অসমীয়াহে, সেই কথা বিভিন্ন নিদৰ্শনৰ পৰা জনা যায়।

ৰামাই পণ্ডিতৰ 'শূণ্য পুৰাণ'কো আদি যুগৰ সাহিত্যৰ ভিতৰত ধৰা হয়। মনকৰৰ 'মনসা-কাব্য' আৰু শংকৰদেৱৰ 'অনাদি পাতন'ৰ লগত শূণ্য-পুৰাণৰ চকুতলগা সাদৃশ্য বিৰাজমান। স্বৰ্গীয় ডিম্বেশ্বৰ নেওগদেৱে সঞ্জয় মহাভাৰত, গোপী চন্দ্ৰৰ গীত আদিকো এই যুগৰ অন্তৰ্ভুক্ত কৰিছে।

## মধ্যযুগ

অসমীয়া সাহিত্যৰ বিভিন্ন যুগৰ ভিতৰত মধ্যযুগটোৱে হ'ল সৰ্ববৃহৎ

আৰু সবাতো সমৃদ্ধিশালী যুগ। খ্ৰীষ্টীয় ত্ৰয়োদশ শতিকাৰ পৰা ১৯শ শতিকালৈ প্ৰায় ছশ বছৰ জুৰি এই যুগটো ব্যাপ্ত। এই যুগৰ সাহিত্যক বহলভাৱে তিনিটা উপভাগত ভাগ কৰিব পাৰি—প্ৰাক্‌শংকৰ সাহিত্য, শংকৰী সাহিত্য আৰু শংকৰোত্তৰ সাহিত্য।

## প্ৰাক্‌শংকৰ সাহিত্য

এই স্তৰৰ কবিসকলে ৰাজকীয় পৃষ্ঠপোষকতাত সংস্কৃতৰ পৰা, বিশেষকৈ ৰামায়ণ, মহাভাৰত আৰু পুৰাণৰপৰা বিভিন্ন গ্ৰন্থ ৰচনা কৰিবলৈ লয়। এই স্তৰত বৰ্তমানলৈ পাঁচজন কবিৰহে সম্ভেদ পোৱা গৈছে। তেওঁলোক হ'ল—হেমসৰস্বতী, কবিৰত্ন সৰস্বতী, ৰুদ্ৰ কন্দলি, হৰিবৰ বিপ্ৰ আৰু মাধৱ কন্দলি।

**হেম সৰস্বতী ঃ** ওপৰত উল্লেখ কৰা কবিসকলৰ এজনৰো উদ্ভৱকাল সঠিকভাৱে নিৰ্ণয় হোৱা নাই। তথাপি হেমসৰস্বতীকে এই স্তৰৰ প্ৰথম কবি বুলি সাধাৰণতে ধাৰণা কৰা হয়। তেওঁ ত্ৰয়োদশ শতিকাৰ কমতাৰ ৰজা দুৰ্লভ নাৰায়ণৰ ৰাজত্বকালত 'প্ৰহ্লাদ চৰিত্ৰ' ৰচনা কৰে। ইয়াত হিৰণ্যকশিপু আৰু প্ৰহ্লাদৰ তৰ্ক-বিতৰ্কৰপৰা আৰম্ভ কৰি হিৰণ্যকশিপুৰ বধলৈকে বৰ্ণনা কৰা হৈছে। 'হৰগৌৰী সম্বাদ' হেম সৰস্বতীৰ ভণিতাযুক্ত আন এখন গ্ৰন্থ। নৰসিংহ বিষ্ণুৰ হাতত হিৰণ্যকশিপুৰ নিধন, তাৰকাসুৰৰ যুদ্ধ, হৰৰ কোপাগ্নিত কামদেৱ ভস্ম, কাৰ্ত্তিক কুমাৰৰ জন্ম আদি ইয়াৰ বিষয়বস্তু।

**হৰিবৰ বিপ্ৰ ঃ** দুৰ্লভ নাৰায়ণৰ ৰাজত্বকালৰে আন এজন উল্লেখযোগ্য কবি হ'ল হৰিবৰ বিপ্ৰ। এওঁ 'লৱ-কুশৰ যুদ্ধ', 'বভ্ৰুবাহণৰ যুদ্ধ' আৰু 'তাম্ৰধ্বজৰ যুদ্ধ' ৰচনা কৰিছে। তিনিয়োখনৰে মূল 'জৈমিনিয়াশ্বমেধ'। অৰ্জুন আৰু বভ্ৰুবাহণৰ যুদ্ধৰ বৰ্ণনা-প্ৰসঙ্গতে লৱ-কুশৰ যুদ্ধৰ কথা বৰ্ণনা কৰা হৈছে। ৰাৱণক বধ কৰাৰপৰা আৰম্ভ কৰি ৰাম-সীতাৰ অযোধ্যা প্ৰত্যাৱৰ্ত্তন, সীতাৰ বৰ্জন, লৱ-কুশৰ জন্ম, ৰামৰ লগত লৱ-কুশৰ যুদ্ধ আদি কবিয়ে সাধাৰণ পাঠক-শ্ৰোতাৰ ৰুচি অনুযায়ী ৰচনা কৰিছে। 'বভ্ৰুবাহণৰ যুদ্ধ'ত মণিপুৰ অধিপতি বভ্ৰুবাহণৰ অৰ্জুনকে আদি কৰি পাণ্ডৱসকলৰ লগত হোৱা যুদ্ধৰ কথা নিপুণভাৱে বৰ্ণনা কৰিছে। পাৰিতপক্ষে মূলক অনুসৰণ কৰিও কবিয়ে নিজাভাৱে বহুকথা সংযোজন কৰি নিজ প্ৰতিভাৰ



পৰিচয় দিছে। 'তাম্ৰধ্বজৰ যুদ্ধ'ৰ আখ্যানভাগ অৰ্জুনৰ দিগ্বিজয়ৰ সম্প্ৰসাৰণ মাত্ৰ। ইয়াত ময়ূৰধ্বজ ৰজাৰ পুত্ৰ তাম্ৰধ্বজৰ লগত পাণ্ডৱসকলৰ যুদ্ধৰ কথা বৰ্ণনা কৰা হৈছে।

হৰিবৰৰ ভাষা সহজ আৰু ওজস্বী। জতুৱা ঠাঁচ আৰু খণ্ডবাক্যৰ প্ৰয়োগে তেওঁৰ প্ৰকাশভঙ্গী ৰমণীয় কৰি তুলিছে।

**কবিৰত্ন সৰস্বতী ঃ** এই স্তৰৰ আন এজন কবি হ'ল কবিৰত্ন সৰস্বতী। তেওঁ কমতাৰাজ্যত ইন্দ্ৰনাৰায়ণৰ দিনত মহাভাৰতৰ দ্ৰোণ পৰ্বৰপৰা 'জয়দ্ৰথ বধ' ৰচনা কৰে। তেওঁৰ কৈলাসৰ বৰ্ণনা মনোৰম।

**ৰুদ্ৰ কন্দলি ঃ** এই সময়ৰ আন এজন কবি হ'ল ৰুদ্ৰ কন্দলি। তেওঁ তাম্ৰধ্বজ ৰজাৰ ৰাজত্বকালত মহাভাৰতৰ দ্ৰোণপৰ্বৰ জয়দ্ৰথ বধ অনুপৰ্বৰপৰা 'সাত্যকি প্ৰবেশ' ৰচনা কৰে।

**মাধৱ কন্দলি ঃ** প্ৰাক্‌শংকৰ যুগৰ সৰ্বশ্ৰেষ্ঠ কবি হ'ল মাধৱ কন্দলি। এওঁ বৰাহী ৰজা মহামাণিক্যৰ পৃষ্ঠপোষকতাত অসমীয়া ৰামায়ণ ৰচনা কৰে। সময়ৰ ফালৰপৰা মাধৱ কন্দলিক শংকৰদেৱৰ প্ৰায় এশমান বছৰ আগত স্থাপন কৰা হয়। তেতিয়াহ'লে মাধৱ কন্দলিৰ আৱিৰ্ভাৱকাল হব চতুৰ্দ্দশ শতিকাৰ মাজভাগ।

মহাপুৰুষ শংকৰদেৱে মাধৱ কন্দলিক 'অপ্ৰমাদী কবি' বুলি অভিহিত কৰিছে। মাধৱ কন্দলি যে আগশাৰীৰ পণ্ডিতহে আছিল সেইটো নহয়, তেওঁ যি সময়ত ৰামায়ণ ৰচনা কৰিছিল, সেই সময়ত উত্তৰ ভাৰতৰ কোনো প্ৰাদেশিক ভাষাতে ৰামায়ণ ৰচিত হোৱা নাছিল। তেওঁৰ ডেৰ-দুশ বছৰ পিছতহে কৃত্তিবাসে বঙলাত আৰু তুলসী দাসে হিন্দীত ৰামায়ণ ৰচনা কৰে। গতিকে উত্তৰ ভাৰতীয় ৰামায়ণী সাহিত্যত মাধৱ কন্দলিয়েই হ'ল সৰ্বাগ্ৰণী কবি। ই সঁচাকৈ গৌৰৱৰ কথা।

মাধৱ কন্দলিৰ ৰামায়ণৰ পাঁচটা কাণ্ডহে পোৱা যায়। বাকী আদিকাণ্ড আৰু উত্তৰা কাণ্ড নষ্ট হৈ যোৱা বুলি ভবা হয়। পৰৱৰ্তী বৈষ্ণৱ যুগত শংকৰদেৱে উত্তৰাকাণ্ড আৰু মাধৱদেৱে আদি কাণ্ড লিখি আৰু সমগ্ৰ গ্ৰন্থখনতে ভক্তিৰ আচুফুল বাচি কন্দলিৰ ৰামায়ণকো ভক্তিশাস্ত্ৰৰ মৰ্য্যাদা দান কৰে।

শংকৰদেৱকে আদি কৰি পৰৱৰ্তী কবিসকলৰ ওপৰত মাধৱ কন্দলিৰ প্ৰচুৰ প্ৰভাৱ পৰিদৃষ্ট হয়। কন্দলিৰ ৰামায়ণৰ ওপৰত নিৰ্ভৰ কৰি অসমীয়া সাহিত্যত ৰামায়ণ-সাহিত্যৰ এটা শ্ৰেণীৰ সৃষ্টি হয়। শংকৰদেৱৰ উপৰি

দুৰ্গাবৰৰ 'গীতি ৰামায়ণ', অনন্ত কন্দলিৰ 'ৰামায়ণ', ৰঘুনাথ মহন্তৰ 'কথা ৰামায়ণ' আদি গ্ৰন্থবোৰ কন্দলিৰ ৰামায়ণৰ চাঁত গঢ়ি উঠা। এনেকৈ মাধৱ কন্দলিৰ ব্যক্তিত্বই সমগ্ৰ অসমীয়া ৰামায়ণ-সাহিত্যকে প্ৰভাৱিত কৰিছে।

মাধৱ কন্দলিৰ ভণিতাযুক্ত 'দেৱজিত', 'তাম্ৰধ্বজৰ যুদ্ধ' আৰু 'পাতালী কাণ্ড' নামৰ আন তিনিখন পুথিও পোৱা গৈছে। কিন্তু এই তিনিখন পুথি অপ্ৰমাদী কন্দলিৰ ৰচিত নহয় বুলি পণ্ডিতসকলে ভাবে। এই তিনিখন গ্ৰন্থ ৰচনা কৰা মাধৱ কন্দলিজনক শংকৰদেৱৰ পৰৱৰ্ত্তীকালৰ লোক বুলি অনুমান কৰা হয়।

## পাঁচালী সাহিত্য

প্ৰাক্‌শংকৰ, শংকৰী আৰু শংকৰোত্তৰ যুগৰ সমসাময়িকভাৱে আন একশ্ৰেণীৰ সাহিত্য ৰচিত হয়। লক্ষণৰ ফালৰপৰা এই শ্ৰেণীৰ সাহিত্য প্ৰাক্‌শংকৰ আৰু শংকৰী সাহিত্যতকৈ বেলেগ। এই সাহিত্যৰ ৰচকো মাত্ৰ চাৰিজন— মনকৰ, দুৰ্গাবৰ, পীতাম্বৰ আৰু সুকবি নাৰায়ণদেৱ। এওঁলোকৰ ভিতৰত মনকৰ, দুৰ্গাবৰ আৰু পীতাম্বৰ শংকৰদেৱৰ সমসাময়িক আৰু সুকবি নাৰায়ণ দেৱঁ শংকৰোত্তৰ যুগৰ। এওঁলোকৰ ৰচিত সাহিত্যৰাজিক পাঁচালী সাহিত্য বুলি কোৱা হয়। লৌকিক সাহিত্যৰ পৰম্পৰা এওঁলোকৰ হাতত ৰক্ষিত হৈছে।

পাঁচালী সাহিত্য ৰাজি ৰচিত হৈছিল প্ৰধানকৈ ওজাপালিৰ চাহিদা পূৰণৰ অৰ্থে। অসমীয়া ওজাপালি অনুষ্ঠান স্বকীয় বৈশিষ্ট্যমণ্ডিত। ইয়াৰ উদ্ভৱ অতি পুৰণি। কালিৰাম মেধি ডাঙৰীয়াৰমতে অসমীয়া সাহিত্যই লিখিত ৰূপ পৰিগ্ৰহ কৰাত পূৰ্বপ্ৰচলিত 'ভাৰৰীয়া' অনুষ্ঠানেই 'ওজাপালি'ত পৰিণত হয়। তেতিয়াহলে ওজাপালি অনুষ্ঠানৰ উদ্ভৱকালো দশম-একাদশ শতিকামানলৈ আগবাঢ়ি যায়। প্ৰাক্‌শংকৰ যুগত যে ওজাপালি অনুষ্ঠানৰ প্ৰচলন আছিল, সেই কথা শংকৰ-চৰিতৰপৰাই জনা যায়।

অসমীয়া পাঁচালী সাহিত্যবোৰ মধ্যযুগীয় ইউৰোপীয় ৰোমান্সবোৰৰ সমপৰ্য্যায়ৰ। ইউৰোপীয় ৰোমান্সবোৰৰ দৰেই পাঁচালী সাহিত্যৰাজিও আদি ৰসাত্মক বৰ্ণনা, সঃসাহিকতা আৰু অলৌকিকতাৰে ভৰপূৰ।

পাঁচালী সাহিত্যৰাজি ৰাগ-সঙ্গীতৰ ফালৰপৰাও বিশেষ গুৰুত্বপূৰ্ণ।



ভাৰতীয় মাৰ্গ-সঙ্গীতৰ অনেকবোৰ ৰাগ-ৰাগিণী পীতাম্বৰৰ উষা-পৰিণয় আৰু দুৰ্গাবৰৰ গীতিৰামায়ণত উল্লেখিত হৈছে।

পাঁচালী সাহিত্যৰাজি দুটা শাখাত বিভক্ত—মনসা শাখা আৰু বৈষ্ণৱ শাখা। মনকৰ আৰু সুকবি নাৰায়ণদেৱ মনসা শাখাৰ কবি, দুৰ্গাবৰে মনসা আৰু বৈষ্ণৱ দুয়ো শাখাৰে পদ ৰচনা কৰিছে, পীতাম্বৰ বৈষ্ণৱ শাখাৰ কবি।

**মনকৰ ঃ** মনসা-শাখাৰ কবিসকলৰ ভিতৰত প্ৰথম হ'ল মনকৰ। এওঁ জল্পেশ্বৰ বা কমতাৰ ৰজা বিশ্বসিংহৰ ৰাজত্বকালত মনসাৰ গীত ৰচনা কৰে। এওঁ কমতা অঞ্চলৰে লোক বুলি অনুমান কৰা হয়। এওঁৰ ভাষা লোকগীতৰ দৰে সৰল আৰু প্ৰাঞ্জল। গাওঁলীয়া জনসাধাৰণৰ মনোৰঞ্জনৰ উদ্দেশ্য সন্মুখত ৰাখিয়ে তেওঁ মনসাৰ গীত ৰচনা কৰিছিল। সেই কাৰণে তেওঁৰ গীতৰ মাজে মাজে ইতৰতা, অশ্লীলতা আৰু গ্ৰাম্য ৰুচিৰ ছাপ সুস্পষ্ট।

**দুৰ্গাবৰ কায়স্থ ঃ** মনকৰৰ পৃষ্ঠপোষক বিশ্বসিংহৰ ৰাজত্বকালতেই দুৰ্গা-বৰেও 'গীতিৰামায়ণ' আৰু 'বেউলা-লখীন্দাৰ'ৰ পদ ৰচনা কৰে। মনকৰে ৰচনা কৰিছিল কেবল বেউলা আখ্যান। দুৰ্গাবৰে এহাতে বেউলা-লখীন্দাৰৰ আখ্যান ৰচনা কৰি মনসা-কাব্য সম্পূৰ্ণ কৰে আৰু আনহাতে গীতি-ৰামায়ণ ৰচনা কৰি বিয়াহ গোৱা ওজাপালিৰ চাহিদা পূৰণ কৰে।

দুৰ্গাবৰক কিছুমানে হাজো আৰু কিছুমানে নীলাচলৰ লোক বুলি ভাবে। তেওঁৰ পিতৃৰ নাম চন্দ্ৰধৰ আৰু পৃষ্ঠপোষকৰ নাম বাহুবল শিকদাৰ। দুৰ্গাবৰৰ ৰচিত গ্ৰন্থ দুখনৰ ভিতৰত বেউলা-লখীন্দাৰৰ আখ্যানে আগতে ৰচিত হোৱা বুলি ভবা হয়। শিৱ-ভক্ত চান্দ সদাগৰৰ লগত পদ্মা বা মনসাৰ বিৰোধ, সদাগৰৰ ছয়পুত্ৰৰ বিনাশ, বেউলা-লখীন্দাৰৰ জন্ম আৰু বিবাহ, সৰ্প-দংশনত লখীন্দাৰৰ মৃত্যু, বেউলাৰ সাগৰ-যাত্ৰা, চান্দোৰ সাতপুত্ৰক পুনৰ্জীবিত কৰি বেউলাৰ প্ৰত্যাগমন, পদ্মাৰ সন্থিস্থাপন—থূলমূলকৈ এয়েই কাব্যৰ বিষয়বস্তু। দুৰ্গাবৰে অতি চমু আৰু পোনপটীয়াভাৱে কথাবোৰ বৰ্ণনা কৰা কাৰণে মনকৰৰ মনসা-গীতৰ আকৰ্ষণ বেউলা-লখীন্দাৰত পোৱা নাযায়।

'গীতি-ৰামায়ণ' দুৰ্গাবৰৰ শ্ৰেষ্ঠ সৃষ্টি। মাধৱ-কন্দলিৰ ৰামায়ণৰ দৰে দুৰ্গাবৰৰ গীতি-ৰামায়ণৰ কাণ্ডও পাঁচটা—অযোধ্যাকাণ্ডৰ পৰা আৰম্ভ কৰি লংকাকাণ্ডৰ শেষলৈ। গীতি-ৰামায়ণৰ অধিক অংশত মাধৱ কন্দলিৰ প্ৰভাৱ বিৰাজমান। কেবল অৰণ্য কাণ্ডতহে দুৰ্গাবৰে মূলৰপৰা আঁতৰি আহি

মৌলিক প্ৰতিভাৰ পৰিচয় দিছে। গয়াৰ কাশীত সীতাই দশৰথক হাতে হাতে পিণ্ড দিয়া, সীতাৰ লগত পাশা খেলি থাকোতে ৰামৰ অযোধ্যাৰ কথা মনত পৰা, সীতাৰ মায়া-আযোধ্যা সৃষ্টি আৰু মায়া প্ৰজা-পাত্ৰৰ লগত ৰাম-লক্ষ্মণ-সীতাৰ মোট খেলাৰ বৰ্ণনা, ৰতি-ৰূপিণী শূৰ্পণখাৰ চিত্ৰ, নাক-কাণ হেৰুৱাই শূৰ্পণখাই পোনে পোনে ৰাৱণৰ ওচৰলৈ যোৱা, সীতাৰ লগত পাশাত হাৰি ৰামৰ বন্দীত্ব গ্ৰহণ আদি দুৰ্গাবৰৰ মৌলিক সৃষ্টি।

**পীতাম্বৰ :** পাঁচালী কবিসকলৰ ভিতৰত আন এজন কবি হ'ল পীতাম্বৰ। এওঁ শংকৰদেৱৰ সমসাময়িক। কমতাপুৰৰ ওচৰে-পাজৰে এওঁৰ ঘৰ আছিল বুলি অনুমান কৰা হয়। এওঁৰ ৰচিত গ্ৰন্থসমূহ হ'ল—ভাগৱতৰ প্ৰথম আৰু দশম স্কন্ধ, ঊষা-পৰিণয়, মাৰ্কণ্ডেয় পুৰাণ ( চণ্ডী আখ্যান ) আৰু নল-দময়ন্তী।

চিলাৰায় বা সমৰসিংহৰ আজ্ঞাক্ৰমে পীতাম্বৰে 'মাৰ্কণ্ডেয় আখ্যান' ৰচনা কৰিছিল। ইয়াত তেওঁ মাৰ্কণ্ডেয় পুৰাণৰপৰা চণ্ডীৰ অসুৰ-বধ আখ্যানৰ মুকলি অনুবাদ কৰে। পীতাম্বৰৰ সৰ্বশ্ৰেষ্ঠ ৰচনা হ'ল 'ঊষা-পৰিণয়' কাব্য। এই কাব্যখনত তেওঁৰ ৰোমাণ্টিক কল্পনা-বিলাস মূৰ্ত হৈ উঠিছে। পীতাম্বৰে সৰ্বসাধাৰণৰ ৰুচিৰ উপযোগী কৰি এই কাব্যখন ৰচনা কৰিছে। বীৰ আৰু শৃঙ্গাৰ ৰসৰ যোগেদি কাব্যখনত লৌকিকতাই প্ৰভাৱ বিস্তাৰ কৰিছে।

ঊষা-পৰিণয় কাব্যৰ আধাৰ-গ্ৰন্থ হ'ল হৰিবংশ। হৰিবংশত বাণৰ চৰিত্ৰই কেন্দ্ৰীয় শক্তি। পীতাম্বৰৰ হাতত বাণৰ চৰিত্ৰই সেই গুৰুত্ব লাভ কৰা নাই। তথাপি কবিয়ে যথেষ্ট সহানুভূতিৰে সৈতে বাণৰ চৰিত্ৰ অঙ্কন কৰিছে। বাণৰ উপৰি মন্ত্ৰী কুম্ভাণ্ড, চিত্ৰলেখা আৰু নাৰদ কাব্যখনৰ আন তিনিটা উল্লেখযোগ্য চৰিত্ৰ। ঊষাৰ সখী চিত্ৰলেখা ইয়াত হৰিবংশৰ দৰেই অতিমানবী অপ্সৰা। চিত্ৰলেখা আৰু নাৰদৰ কাৰ্য্যক্ৰম অতিপ্ৰাকৃতিক। পীতাম্বৰৰ ৰচিত 'নল-দময়ন্তী' কাব্যত নিষধৰাজ নল আৰু তেওঁৰ পত্নী দময়ন্তীৰ কৰুণ-কাহিনী বৰ্ণিত হৈছে। দময়ন্তীৰ কৰুণ উক্তি, দেৱস্তুতি আৰু বিৰহ-কাতৰ অৱস্থা বিশেষ মৰ্মস্পৰ্শী হৈ উঠিছে।

**সুকবি নাৰায়ণদেৱ :** সুকবি নাৰায়ণদেৱ মনকৰ, দুৰ্গাবৰ, পীতাম্বৰ আদিতকৈ বহুত পিছৰ লোক। তথাপি মনসা-শাখাৰ কবিসকলৰ ভিতৰত সুকবি নাৰায়ণদেৱেই সৰ্বশ্ৰেষ্ঠ। তেওঁৰ পদ্মা পুৰাণ এখন বৃহত গ্ৰন্থ। শোৱালকুছিৰ বাসস্তৱীয়া ব্ৰাহ্মণসকলে সুকবি নাৰায়ণদেৱৰ বংশধৰ বুলি দাবী কৰে। আনহাতে, মঙ্গলদৈৰ ব্যাসপাৰাৰ ব্ৰাহ্মণসকলেও সুকবিনাৰায়ণদেৱক তেওঁলোকৰ পূৰ্বপুৰুষ বুলি ভাবে। সেইবোৰ যি হ'ক, সুকবিনাৰায়ণদেৱে দৰঙী ৰজা ধৰ্মনাৰায়ণৰ আজ্ঞাত পদ্মাপুৰাণ ৰচনা কৰে। তেওঁৰ নামৰপৰাই মনসা-পূজাত গোৱা ওজাপালি আৰু গীত 'সুকনান্নী' বুলি অভিহিত হয়।



পদ্মাপুৰাণত পুৰাণৰ পঞ্চলক্ষণ নাই যদিও বিষয়বস্তুৰ বিস্তৃতিৰ ফালৰপৰা ই পুৰাণৰ প্ৰকৃতিৰ। ইয়াত অনাদি পাতনৰপৰা আৰম্ভ কৰি পদ্মা-চন্দ্ৰধৰৰ বিবাদ, সৰ্পদংশনত লখীন্দাৰৰ মৃত্যু, বেউলাৰ স্বামীৰ প্ৰাণৰ অন্বেষণ আদিৰ বহল বৰ্ণনা দিয়া হৈছে। শেষত চন্দ্ৰধৰক ঘটুৱাই মনসাৰ বিজয় ঘোষণা কৰা হৈছে। চন্দ্ৰধৰ, মনসা, শিৱ, নাৰদ আদিৰ চৰিত্ৰবোৰ স্পষ্ট আৰু আকৰ্ষণীয়। সকলোতকৈ আকৰ্ষণীয় হ'ল ভাটিয়ালী খণ্ড।

পদ্মাপুৰাণৰ ওপৰত বৈষ্ণৱ-প্ৰভাৱ বিশেষ লক্ষ্য কৰিবলগীয়া কথা। ইয়াৰ আটাইবোৰ দিহা বৈষ্ণৱ ভাৱাপন্ন। মনসা দেৱীৰ মাহাত্ম্য বৰ্ণাবলৈ গৈ কবিয়ে দিহাত ভগৱানৰ গুণানুকীৰ্তন কৰিছে। এই কথাটোৱে বৈষ্ণৱ ধৰ্মৰ সৰ্বংসহা প্ৰভাৱৰে নিদৰ্শন দাঙি ধৰে। পাঁচালী-সাহিত্যৰ ক্ষীণ সুঁতিটো বৈষ্ণৱ-সাহিত্যৰ বহল সুঁতিত কেনেকৈ বিলীন হৈ গ'ল তাৰেই স্বৰূপ নিদৰ্শন দাঙি ধৰিছে সুকবি নাৰায়ণদেৱৰ পদ্মাপুৰাণে।

## শংকৰী যুগৰ সাহিত্য

শংকৰী যুগটোৱে অসমীয়া সাহিত্যৰ স্বৰ্ণযুগ। অসমত নৱবৈষ্ণৱ আন্দোলনৰ সূত্ৰপাত হোৱাৰ লগে লগে অসমীয়া সাহিত্যতো নৱজাগৰণৰ সূত্ৰপাত হয়। প্ৰসাৰ আৰু গভীৰতাৰ ফালৰপৰা এই যুগৰ অসমীয়া সাহিত্যৰ লগত সমসাময়িক ভাৰতৰ কোনো প্ৰাদেশিক সাহিত্যই ফেৰ মাৰিব নোৱাৰে। ঐতিহ্যৰ ফালৰপৰা এই যুগৰ সাহিত্য প্ৰাক্‌শংকৰ যুগৰ সাহিত্যৰ উত্তৰাধিকাৰী হলেও উদ্দেশ্য, লক্ষ্য আৰু অনুপ্ৰেৰণাৰ ফালৰপৰা দুয়োটা স্তৰৰ সাহিত্যৰ মাজত অনেক পাৰ্থক্য বিৰাজমান। প্ৰাক্‌শংকৰ যুগৰ সাহিত্য পুৰাণ, মহাভাৰত, ৰামায়ণ আদিৰ ভাঙনিৰে আৰম্ভ হলেও ধৰ্ম প্ৰচাৰ সেই যুগৰ সাহিত্যৰ উদ্দেশ্য নাছিল। কিন্তু শংকৰীযুগৰ সাহিত্য বা নৱবৈষ্ণৱ যুগৰ সাহিত্যৰ মূল উদ্দেশ্য হ'ল ধৰ্ম প্ৰচাৰ। প্ৰাক্ শংকৰ যুগৰ সাহিত্য ৰচিত হৈছিল ৰাজকীয় পৃষ্ঠপোষকতাত, কিন্তু এই যুগৰ সাহিত্য ৰচিত হৈছিল প্ৰধানভাৱে সত্ৰৰ পৃষ্ঠপোষকতাত।

**শংকৰদেৱ ঃ** শংকৰদেৱৰ আৱিৰ্ভাৱৰ কালকে নৱবৈষ্ণৱ-সাহিত্যৰো আৱিৰ্ভাৱৰ কাল বুলি ধৰিব পাৰি। ছাত্ৰ অৱস্থাতে ৰচনা কৰা শংকৰদেৱৰ 'হৰিশ্চন্দ্ৰ উপাখ্যান'কে বৈষ্ণৱ-সাহিত্যৰ প্ৰথম পুথি বুলি ধৰি লোৱা হয়। মাৰ্কণ্ডেয় পুৰাণৰপৰা বিষয়বস্তু গ্ৰহণ কৰি শংকৰদেৱে ভক্তিধৰ্মৰ চাবিখুটি মাৰি হৰিশ্চন্দ্ৰ উপাখ্যান ৰচনা কৰা বুলি কথা-গুৰু চৰিতত উল্লেখ আছে। ৰাজসূয় যজ্ঞাৰ্থী হৰিশ্চন্দ্ৰ ৰজাই বশিষ্ঠৰ উপদেশৰ বিপৰীতে নাৰায়ণক পূজা কৰি কেনেকৈ গণেশৰ কোপত পৰে আৰু ৰাজ্য, স্ত্ৰী-পুত্ৰ হেৰুৱাই নিজেও চণ্ডালত্ব প্ৰাপ্ত হৈ অৱশেষত কেনেকৈ স্বৰ্গগমন কৰে, তাকে কাব্যখনত বৰ্ণনা কৰা হৈছে।

'ভক্তি-প্ৰদীপ' শংকৰদেৱৰ ৰচিত দ্বিতীয় গ্ৰন্থ বুলি ধৰা হয়। ইয়াৰ মূল গড়ুৰ পুৰাণ। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞক অৱলম্বন কৰি শ্ৰীকৃষ্ণ আৰু অৰ্জুনৰ কথোপকথনৰ জৰিয়তে গীতাৰ ঠাঁচত ৰচনা কৰা ভক্তি-প্ৰদীপত ভক্তসকলক বেদবিহিত কৰ্ম কৰিবলৈ কঠোৰভাৱে বাৰণ কৰা হৈছে। অন্য দেৱ-দেৱতাৰ পূজাও সম্পূৰ্ণৰকমে নিষেধ কৰা হৈছে।

'ৰুক্মিণী-হৰণ' শংকৰদেৱৰ তৃতীয় গ্ৰন্থ আৰু এখন প্ৰথম শ্ৰেণীৰ কাব্য। এই কাব্যখনত কবিৰ যৌৱন-সুলভ কল্পনাই পূৰ্ণ বিকাশ লাভ কৰিছে। প্ৰধানভাৱে হৰিবংশ আৰু কিছুপৰিমাণে ভাগৱতৰ মূলৰ অৱলম্বনত নিজস্বভাৱে অনেক ঘটনা আৰু চৰিত্ৰ সংযোজন কৰি, অসমীয়া জাতীয় জীৱনৰ সাঁচত ঢালি, ঘৰুৱা জতুৱা ঠাঁচ, প্ৰবচন, আপ্তবাক্য, খণ্ডবাক্য আদিৰ প্ৰচুৰ প্ৰয়োগ কৰি শংকৰদেৱে অতি উপাদেয়ভাৱে ৰুক্মিণী হৰণ কাব্য ৰচনা কৰিছে।

'কীৰ্ত্তন' মহাপুৰুষ শংকৰদেৱৰ সৰ্বশ্ৰেষ্ঠ সৃষ্টি আৰু 'অসমীয়া সাহিত্যৰ মৌচাক'। বৈষ্ণৱ ধৰ্মৰ চাৰিপুথিৰ ভিতৰৰ অন্যতম পুথি। ৰচনাভঙ্গিৰ ফালৰপৰা কীৰ্ত্তন গীতি-সাহিত্যৰ পৰ্য্যায়ভুক্ত। নাম-প্ৰসঙ্গত গোৱাৰ উপযোগী কৰি কীৰ্ত্তন ৰচনা কৰা হৈছে। ইয়াত ২৭টা স্বয়ংসম্পূৰ্ণ খণ্ড আছে। ইয়াৰ বিভিন্ন খণ্ডৰ বিভিন্ন বিষয়বস্তু বিভিন্ন মূলৰপৰা সংগ্ৰহ কৰা হৈছে। "ভাষাৰ লালিত্য, শব্দৰ ঝঙ্কাৰ, সুৰৰ লাৱণ্য, ভাবৰ মাধুৰ্য্য, ভক্তিৰ দৃঢ়তা, চিন্তাৰ উচ্চতা আদিৰ সমষ্টিৰে শংকৰদেৱৰ কীৰ্ত্তন ৰচিত" বুলি বেজবৰুৱাই কৈ গৈছে।

ব্যক্তিগত প্ৰসঙ্গৰ উপযোগী কৰি ৰচনা কৰা 'গুণমালা' পুথিত শংকৰদেৱে "কোটমণি এধাৰিৰ দৰে খুদ খুদ বাক্যেৰে (কুসুমমালা ছন্দত) নিৰ্গুণ কৃষ্ণৰ গুণৰ মালা গুঠিছে"।[১]

ড' নেওগ—সাহিত্যৰ-ৰূপৰেখা।



শংকৰদেৱ প্ৰবৰ্ত্তিত বৈষ্ণৱ ধৰ্মৰ আকৰ-গ্ৰন্থ হ'ল ভাগৱত। কীৰ্ত্তনত ভাগৱতৰ বিভিন্ন স্কন্ধৰ সাৰ সংগ্ৰহ কৰাৰ উপৰিও শংকৰদেৱে ভাগৱতৰ বিভিন্ন স্কন্ধৰো ভাঙনি কৰিছে। তদুপৰি ভাগৱতৰ কোনো কোনো স্কন্ধৰ কোনো একোটা আখ্যানক লৈ তেওঁ একোখন স্বকীয়া গ্ৰন্থও ৰচনা কৰিছিল— ষষ্ঠ স্কন্ধৰপৰা 'অজামিল উপাখ্যান', অষ্টম স্কন্ধৰপৰা 'গজেন্দ্ৰোপাখ্যান', 'অমৃত মন্থন', 'বলিছলন' আদি। 'অনাদি পাতন'ত আকৌ ভাগৱতৰ তৃতীয় স্কন্ধৰ বিষয়বস্তুৰ লগত বামণ পুৰাণৰ কথা মিহলাইছে।

শংকৰদেৱে সম্পূৰ্ণকৈ বা আংশিকভাৱে ৰচনা কৰা ভাগৱতৰ স্কন্ধবোৰ হ'ল—১ম, ২য়, ৩য়, ৭ম, ৮ম, ১০ম, ১১শ আৰু ১২শ স্কন্ধ। ভাগৱতৰ ভাঙনিত শংকৰদেৱে শ্ৰীধৰী টীকাৰ সাহায্য লৈছে আৰু অনেক ক্ষেত্ৰত মূল পাঠৰ লগতে ভাষ্যৰ কথাবো পদ কৰা কাৰণে শংকৰদেৱৰ ভাগৱতে মূল আৰু ভাষ্য দুয়োটা কামেই সম্পাদন কৰিছে।

শংকৰদেৱে 'উত্তৰাকাণ্ড' ৰচনা কৰি আৰু মাধৱদেৱৰ হতুৱাই আদি কাণ্ড ৰচনা কৰাই মাধৱ কন্দলিৰ ৰামায়ণৰ পুনৰ প্ৰচলন সাধন কৰে। উত্তৰা কাণ্ডৰ ৰচনাতো শংকৰদেৱে অনেক কথা চমুৱাইছে আৰু কিছু নিজা কথাও সংযোজন কৰি ৰচনাৰ জেউতি চৰাইছে।

অতীজৰ পৰাই অসমীয়া জাতি আনন্দোচ্ছল আৰু কল্পনাপ্ৰৱণ আছিল। সেইহেতু অসমত অতি পুৰণিকালৰপৰাই অনেক গীত-পদ ৰচিত হৈ আহিছিল। অসমীয়া লৌকিক গীতি-সাহিত্যৰ মেটমৰা ভঁৰালেই তাৰ সাক্ষী দিয়ে। কিন্তু সিমানবোৰ লৌকিক গীত-পদৰ মাজতো শংকৰদেৱে একশ্ৰেণীৰ ভক্তি-মূলক গীত ৰচনা কৰি তাক জনপ্ৰিয় কৰি তোলে। এই গীতবোৰকে 'বৰগীত' বোলা হয়। ডঃ বাণীকান্ত কাকতিয়ে বৰগীতক 'Noble Numbers', দেবেন্দ্ৰনাথ বেজবৰুৱাই 'Holy Songs' আৰু কালিৰাম মেধিয় 'Song Celestial' বুলিছে। অসমীয়া গীতি-সাহিত্যত বৰগীতবোৰে এক বিশিষ্ট স্থান অধিকাৰ কৰি আছে। ব্ৰজাৱলী ভাষাৰ প্ৰয়োগ, বিষয়বস্তুৰ ৰক্ষণশীলতা, সুৰৰ বৈশিষ্ট্য, চৈধ্য প্ৰসঙ্গৰ পৰিক্ৰমাত সিবোৰৰ স্থান আৰু সীমাবদ্ধতা এইবোৰেই বৰগীতৰ কিছুমান বিশিষ্ট লক্ষণ।

বৰগীতবোৰক বৌদ্ধ চৰ্য্যাপদবোৰৰ প্ৰকৃত উত্তৰাধিকাৰী বুলিব পাৰি, বিশেষকৈ ৰচনাৰ গঢ়ৰ ফালৰপৰা। বৰগীতবোৰৰ ক্ষুদ্ৰ কলেবৰৰ বিপৰীতে 'ভটিমা'বোৰ হ'ল দীঘলীয়া বৰ্ণনামূলক প্ৰশস্তি। ভটিমাবোৰ ৰচিত হৈছিল

নাটৰ কাৰণে। 'গুৰু ভটিমা, 'দেৱ ভটিমা', 'ৰাজ-ভটিমা' আদি নামবোৰেই তাৰ বিষয়বস্তুৰ নিৰ্দেশক।

অসমীয়া নাটকৰ জন্মদাতা হ'ল মহাপুৰুষ শ্ৰীশংকৰদেৱ। তেওঁৰ পূৰ্বত অসমীয়া নাটক থকাৰ সম্ভেদ পোৱা নাযায়। প্ৰাক্ শংকৰ যুগত ভাৱৰীয়া অনুষ্ঠান, পুতলা নাচ, ওজাপালি, ঢুলীয়া অনুষ্ঠানেই নাট্যানুষ্ঠানৰ অভাৱ পূৰণ কৰিছিল। মহাপুৰুষ শংকৰদেৱেই ধৰ্মপ্ৰচাৰৰ বাহন হিচাপে নাট্যানুষ্ঠানৰ প্ৰচলন কৰে। গুৰুচৰিত মতে শংকৰদেৱে ১৯ বছৰ বয়সতেই কুমাৰৰ হতুৱাই খোল গঢ়াই, তুলাপাতত সপ্ত বৈকুণ্ঠৰ পট অঙ্কন কৰি চিহ্নযাত্ৰা অভিনয় কৰে। চিহ্ন-যাত্ৰা সম্ভৱ গীতি-নাট্যাভিনয় আছিল। তাৰ পিছত তেওঁ ছয়খন নাটক ৰচনা কৰে। পত্নী প্ৰসাদ, কালিদমন, কেলিগোপাল, ৰুক্মিণী হৰণ, পাৰিজাত হৰণ আৰু ৰাম-বিজয়।

বৈষ্ণৱ কবিৰ নাটকবোৰক অংকীয়া নাট বোলা হয়। কাৰণ সেই নাটবোৰ এক অঙ্কযুক্ত। কিন্তু এক অঙ্কযুক্ত হলেও শংকৰদেৱৰ প্ৰায়বোৰ নাটেই পূৰ্ণাঙ্গ আৰু তাত পঞ্চসন্ধিকে আদি কৰি প্ৰায়বোৰ নাটকীয় আঙ্গিক লক্ষণ বিৰাজমান।

বৰগীতৰ দৰে অংকীয়া নাটৰ ভাষাও ব্ৰজাৱলী। এই নাটবোৰতে মহাপুৰুষ শংকৰদেৱে প্ৰথম অসমীয়া গদ্যৰ প্ৰৱৰ্তন কৰে। সময়ৰ ফালৰ-পৰা মহাপুৰুষ শংকৰদেৱ সমগ্ৰ উত্তৰ ভাৰতৰ আটাইবোৰ প্ৰান্তীয় ভাষাৰ ভিতৰতে প্ৰথম নাট্যকাৰ। তেওঁৰ পিছতহে মৈথিল কবি উমাপতিয়ে 'পাৰিজাত হৰণ' নাটক ৰচনা কৰে। আনফালে, যি সময়ত শংকৰদেৱে সপ্ত বৈকুণ্ঠৰ পট অঙ্কন কৰি চিহ্নযাত্ৰাৰ অভিনয় কৰিছিল, সেই সময়ত ভাৰতত কিয় সমগ্ৰ পৃথিৱীৰ মঞ্চ-কৌশলতে নিয়মিয়া দৃশ্যপটৰ আৱিৰ্ভাৱ হোৱা নাছিল। ই জানো অসমীয়াৰ কাৰণে কম গৌৰৱৰ কথা ?

**মাধৱদেৱ :** শংকৰদেৱৰ একান্ত ভক্ত আৰু শংকৰী ধৰ্মৰ উত্তৰাধিকাৰী মহাপুৰুষ মাধৱদেৱো অসাধাৰণ প্ৰতিভাশালী লোক আছিল। শংকৰদেৱৰ ধৰ্ম আৰু সাহিত্যৰ আন্দোলনত মাধৱদেৱৰ বৰঙণি সকলোতকৈ বেছি।

শংকৰদেৱৰ দৰেই মাধৱদেৱো উচ্চ কবি-প্ৰতিভাৰ অধিকাৰী আছিল যদিও তেওঁ নিজ ইচ্ছাত কোনো গ্ৰন্থ ৰচনা কৰা নাছিল। তেওঁৰ প্ৰায়বোৰ সাহিত্য-কৃতিয়েই গুৰু-নিৰ্দেশৰ ফল। মাধদেৱৰ ৰচিত প্ৰথম পুথি হ'ল 'জন্ম-ৰহস্য'। এই প্ৰায় ৩০০ পদৰ সৰু পুথিখনত সৃষ্টি আৰু প্ৰলয়ৰ কথা বৰ্ণনা



কৰি ঈশ্বৰৰ মাহাত্ম্য প্ৰচাৰ কৰা হৈছে। মাধৱদেৱৰ দ্বিতীয় গ্ৰন্থ হ'ল বৈষ্ণৱ ধৰ্মৰ চাৰি পুথিৰ অন্যতম পুথি 'ভক্তি ৰত্নাৱলী'। একশৰণ, শ্ৰৱণ-কীৰ্তন, সৎসঙ্গ, ভক্তিধৰ্ম আদিয়েই ৰত্নাৱলীৰ বিষয়বস্তু।

মাধৱদেৱৰ ৰচিত তৃতীয় গ্ৰন্থ হ'ল 'আদিকাণ্ড' ৰামায়ণ। ইয়াত তেওঁ মূলৰ কথাখিনি গ্ৰহণ কৰি চমু ৰূপত প্ৰকাশ কৰিছে। আদিকাণ্ড ৰচনা কৰাৰ উপৰিও মাধৱদেৱে আটাইখন ৰামায়ণতে 'ভক্তিৰ আচুফুল'দি কন্দলিৰ ৰামায়ণক ধৰ্মগ্ৰন্থৰ মৰ্য্যাদা প্ৰদান কৰে। গুৰুৰ নিৰ্দেশত ৰচনা কৰা মাধৱদেৱৰ আন এখন গ্ৰন্থ হ'ল 'ৰাজসূয় কাব্য'। ইয়াত যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞ উপলক্ষে শ্ৰীকৃষ্ণৰ ইন্দ্ৰপ্ৰস্থ গমন, ভীমৰ দ্বাৰা জৰাসন্ধ নিধন আৰু বন্দী ৰজাসকলৰ উদ্ধাৰ সাধন, যজ্ঞস্থলিত শিশুপাল নিধন আদি কথাবোৰ অতি মৌলিকভাৱে ৰচনা কৰা হৈছে। বিৰূপাক্ষ কাজীৰ অনুৰোধক্ৰমে মাধৱদেৱে অনিচ্ছাসত্বেও ৰচনা কৰে 'নাম-মালিকা'। ইয়াত পদ্ম-পুৰাণৰ স্বৰ্গখণ্ডৰ নামাপৰাধ বিষয়ক শ্লোক খিনিৰ বহলভাৱে ভাঙনি কৰা হৈছে।

'নামঘোষা' মাধৱদেৱৰ ভক্ত-জীৱনৰ সৰ্বস্ব, সাহিত্যিক জীৱনৰ কীৰ্ত্তিস্তম্ভ। ভাৰতৰ প্ৰাদেশিক কোনো সাহিত্যতে নামঘোষাৰ সমপৰ্য্যায়ৰ গ্ৰন্থ নথকা হেতুকে আচাৰ্য্য বিনোৱা ভাৱেই নামঘোষাৰ দৰে এখন অমূল্য গ্ৰন্থ প্ৰত্যেক ভাৰতীয়ৰ ঘৰতে থকাটো উচিত বুলি কৈ হিন্দীত নামঘোষা সংকলন কৰি উলিয়াইছে। ই অসমীয়া সাহিত্যৰে গৌৰৱৰ কথা।

নামঘোষাৰ এহেজাৰ শ্লোকৰ ভিতৰত ভাগৱত পুৰাণৰ শ্লোকৰ সংখ্যাই অধিক। ভাগৱতৰ উপৰি ৰামায়ণ, মহাভাৰত, বৃহন্নাৰদীয় পুৰাণ, পদ্মপুৰাণ, ব্ৰহ্মপুৰাণ, স্কন্দ পুৰাণ, ব্ৰহ্মাণ্ড পুৰাণ, গৰুড় পুৰাণ, মৎস্য পুৰাণ আদি বিভিন্ন পুৰাণৰ শ্লোক সংগ্ৰহ কৰি নামঘোষা ৰচনা কৰা হৈছে।

ড° বাণীকান্ত কাকতিদেৱে নামঘোষাক মাধৱদেৱৰ 'মহাপ্ৰাস্থানিক গীত' বুলি অতিহিত কৰি, পুণ্যশ্লোক শংকৰ-স্মৃতিও নামঘোষাৰ এটা বৈশিষ্ট্য বুলি কৈছে। কিন্তু নামঘোষাৰ ডাঙৰ বৈশিষ্ট্য হ'ল, দাৰ্শনিক তত্ত্বক সাঙ্গিতীক সৌন্দৰ্য্য দান কৰাটো।

শংকৰদেৱৰ আদৰ্শতে মাধৱদেৱেও কেবাখনো অংকীয়া নাট ৰচনা কৰে —'অৰ্জুন ভঞ্জন', 'চোৰ ধৰা', 'পিম্পৰা গুচোৱা', 'ভোজন ব্যৱহাৰ', 'ভূমি লুটিয়া', 'ৰাস-ঝুমুৰা', 'কোটোৰা খেলোৱা' আদি। কিন্তু শংকৰদেৱৰ নাটকৰ লগত মাধৱদেৱৰ নাটৰ অনেক পাৰ্থক্য আছে। শংকৰদেৱৰ

আটাইকেইখন নাটকেই পূৰ্ণপৰ্য্যায়ৰ, কিন্তু 'অৰ্জুন ভঞ্জন'ৰ বাহিৰে মাধৱদেৱৰ বাকীকেইখন নাট পূৰ্ণপৰ্য্যায়ৰ নহয়। সেই কাৰণে মাধৱদেৱৰ নাটবোৰক ঝুমুৰা বোলা হয়।

শংকৰদেৱৰ বাৰকুৰি বৰগীত পুৰি যোৱাত গুৰুৰ আজ্ঞামতে মাধৱদেৱে ১৫৭ টা ( কোনো কোনোৰ মতে ১৯১ টা ) বৰগীত ৰচনা কৰে। শংকৰদেৱৰ বৰগীতবোৰ তত্ত্বমূলক, কিন্তু মাধৱদেৱৰ বৰগীতৰ প্ৰায়খিনিয়ে শ্ৰীকৃষ্ণৰ শিশুলীলা-বিষয়ক। মাধৱদেৱৰ বৰগীতবোৰক জাগনৰ গীত, খেলনৰ গীত, বিৰহৰ গীত আদি বিভিন্ন ভাগত বিভাগ কৰা হয়। বৰগীতবোৰৰ মাজেৰে শ্ৰীকৃষ্ণৰ দৈনন্দিন জীৱনৰ কাৰ্য্যক্ৰম সুন্দৰকৈ ৰূপায়িত কৰা হৈছে।

মাধৱদেৱৰ ভটিমাকেইটিও বৰ উচ্চ স্তৰৰ। বেছিভাগ ভটিমাই শ্ৰীকৃষ্ণৰ গুণানুকীৰ্ত্তনমূলক। গুৰুভটিমাৰ মাজেৰে শংকৰদেৱৰ মানসমূৰ্ত্তি অতি আকৰ্ষণীয়ভাৱে অংকিত কৰা হৈছে।

**অনন্ত কন্দলি :** শংকৰদেৱৰ সমসাময়িক অনন্ত কন্দলিয়ে সংস্কৃতত অগাধ পাণ্ডিত্য থকা সত্ত্বেও 'সৰ্বজনবোধে' কেবাখনো গ্ৰন্থ অসমীয়া ভাষাতে ৰচনা কৰি গৈছে। তেওঁ শংকৰদেৱৰ উচ্ছিষ্ট স্বৰূপে মধ্য আৰু শেষ দশমৰ পদ কৰিবলৈ গুৰুৰ অনুমতি লাভ কৰিছিল। অনন্ত কন্দলিৰ ভাগৱতৰ ভাঙনিৰ ওপৰত শংকৰদেৱৰ ৰুক্মীণী হৰণ কাব্য, কীৰ্তন, হৰিবংশ আৰু মহাভাৰতৰ প্ৰভাৱ যথেষ্ট। মাধৱ কন্দলিৰ অঙ্কিত ৰামৰ চৰিত্ৰত সন্তুষ্ট নহৈ অনন্ত কন্দলিয়ে ৰামৰ গাত ভজনীয় গুণ আৰোপ কৰি আন এখন 'ৰামায়ণ' ৰচনা কৰে। মাধৱ কন্দলিৰ ৰামায়ণৰ দৰে অনন্ত কন্দলিৰ ৰামায়ণো পাঁচকাণ্ডযুক্তহে।

অনন্ত কন্দলিৰ সৰ্বশ্ৰেষ্ঠ সৃষ্টি হ'ল 'কুমাৰ হৰণ' কাব্য। এই কাব্য-খনত কবিৰ ৰোমাণ্টিক কল্পনা-বিলাস মূৰ্ত্ত হৈ উঠিছে। ঊষাৰ ৰূপ-যৌবন, কাম-স্বপ্ন আৰু ঊষা-অনিৰুদ্ধৰ কামকেলি বৰ্ণনাত কবিৰ প্ৰতিভাই চৰম স্ফূৰ্ত্তি লাভ কৰিছে। শংকৰদেৱৰ ৰুক্মিণী হৰণ কাব্যৰ দৰে কুমাৰ হৰণো হৰিবংশ আৰু ভাগৱতৰ কথা মিহলাই লিখা হৈছে। জনপ্ৰিয়তাৰ ফালৰপৰাও কুমাৰ হৰণৰ স্থান ৰুক্মিণী হৰণৰ পিছতে। ষষ্ঠ স্কন্ধ ভাগৱতৰ পৰা লিখা 'বৃত্ৰাসুৰ বধ'ত কন্দলিয়ে দধীচিৰ আত্মত্যাগৰ কাহিনী সুন্দৰকৈ বৰ্ণনা কৰিছে।

**ৰামসৰস্বতী :** বৈষ্ণৱ যুগৰ আন এজন শ্ৰেষ্ঠ কবি হ'ল ৰামসৰস্বতী। তেওঁ ৰাজকবিৰূপে কোচৰজা নৰনাৰায়ণৰপৰা আৰম্ভ কৰি সুন্দৰ নাৰায়ন



লৈকে কেবাজনো কোচৰজাৰ চাউল খাইছিল। নৰনাৰায়ণে ৰামসৰস্বতীক 'মহাভাৰত' ৰচনা কৰিবলৈ আজ্ঞা কৰি তেওঁৰ ঘৰলৈ 'বলধি জোৰাই' টীকা-ভাষ্য পঠাই দিছিল। ৰামসৰস্বতীয়ে অকলেই মহাভাৰতৰ আধাৰো বেছি অংশৰ পদ ৰচনা কৰে। মহাভাৰতৰ অন্যান্য পৰ্বত তেওঁ মূলকে অনুসৰণ কৰিছিল যদিও বনপৰ্বত তেওঁ মূলৰপৰা আঁতৰি গৈ অন্যান্য মূলৰ পৰা আৰু নিজস্বভাৱে অনেক কথা সংযোগ কৰিছে। তাৰ ফলত ৰাম-সৰস্বতীৰ বনপৰ্বটো অকলেই এখন মহাভাৰতৰ সমান হৈছে। বনপৰ্বৰ আলমতে তেওঁ একশ্ৰেণীৰ ৰোমাঞ্চ ৰচনা কৰিছে যিবোৰক ড° কাকতিয়ে বধকাব্য বুলি অভিহিত কৰিছে। খটাসুৰ বধ, জংঘাসুৰ বধ, কালকুঞ্জশোষক বধ, অশ্বকৰ্ণৰ যুদ্ধ আদি বধ-কাব্যবোৰৰ মাজেৰে ভকতৰ পৰীক্ষা আৰু শ্ৰীকৃষ্ণৰ মাহাত্ম্য ৰূপায়িত কৰা হৈছে। বধকাব্যবোৰৰ সমপৰ্য্যায়ৰে যদিও 'ভীম চৰিত' ৰামসৰস্বতীৰ এক অনুপম সৃষ্টি। ইয়াত কৃষক মহাদেৱৰ চৰিত্ৰ আৰু কৃষকৰ বন্ধা হিচাপে ভীমৰ 'ছৱাল কালৰ' কথা অতি মনোৰম-ভাৱে বৰ্ণনা কৰা হৈছে।

জয়দেৱৰ 'গীত-গোবিন্দ'ৰ কোমলকোমলাকান্ত পদবোৰৰ আকৰ্ষণত পৰি ৰামসৰস্বতীয়ে গীত গোবিন্দৰ অসমীয়া ভাঙনি কৰে। কিন্তু ইয়াত তেওঁ বিশেষ সফল হব নোৱাৰিলে। গৌড়ীয় বৈষ্ণৱ আদৰ্শক অসমীয়া বৈষ্ণৱ আদৰ্শৰ সাঁচত ঢালিবলৈ যোৱাত কাব্যৰ সংহতি নষ্ট হৈছে আৰু চৰিত্ৰ-বোৰৰো উজ্জলতা কমি গৈছে। 'ব্যাসাশ্ৰম' নামৰ গ্ৰন্থখনত ৰামসৰস্বতীয়ে ভীষ্ম আৰু পৰশুৰামৰ যুদ্ধৰ কথা বৰ্ণনা কৰিছে। মুঠৰ ওপৰত মধ্যযুগৰ অসমীয়া সাহিত্য-ভঁৰাললৈ ৰামসৰস্বতীৰ অবদান অসীম।

**ভট্টদেৱ :** সংস্কৃত সাহিত্যত জয়দেৱৰ দৰে অসমীয়া বৈষ্ণৱ সাহিত্যৰো ভট্টদেৱ অন্তৰাগমনি। ভট্টদেৱৰ পিছত আৰু উল্লেখযোগ্য বৈষ্ণৱ সাহিত্যিকৰ আৱিৰ্ভাৱ হোৱা নাই। পিছে ভট্টদেৱৰ গুৰুত্ব অন্তৰাগমনি হিচাপে নহয়, অসমীয়া গদ্য সাহিত্যৰ প্ৰবৰ্ত্তক বা জনকস্বৰূপেহে। মহাপুৰুষ শংকৰদেৱে তেওঁৰ নাটবোৰত ব্যৱহাৰ কৰা ব্ৰজাবুলীয়া গদ্যক আঁতৰাই থৈ ভট্টদেৱৰ কথা-ভাগৱতৰ গদ্যকে অসমীয়া গদ্যৰ প্ৰথম নিদৰ্শন বুলি ধৰা হয়। ভট্টদেৱে যি সময়ত কথা-ভাগৱত আৰু কথা-গীতা ৰচনা কৰিছিল, সেই সময়ত ভাৰতৰ প্ৰাদেশিক ভাষাত কিয় পৃথিৱীৰ কোনো ভাষাতে নিয়মিয়া গদ্যৰ প্ৰৱৰ্ত্তন হোৱা নাছিল। কথা-গীতাৰ গদ্য দেখি বঙ্গীয় ঋষি আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ

ৰায়ে বিস্ময় বিমিশ্ৰিত আনন্দেৰে কৈছিল, "Assamese prose literature developed to a stage in far distant sixteenth century, which no other literature of the world reached except the writings of Hooker and Latimer in England."

ই অসমীয়া ভাষা-সাহিত্যৰ গৌৰৱৰ আন এটা কীৰিটি। কথা ভাগৱতৰ কেইবছৰমান পিছত ৰচনা কৰা 'কথা-গীতা'ৰ গদ্য বেছি পূৰঠ, গম্ভীৰ আৰু ওজস্বী। ইয়াত সংস্কৃত শব্দৰ প্ৰয়োগো বহু পৰিমাণে কমি গৈছে। ভক্তি-বিবেক, শৰণমালা, বিষ্ণু সহস্ৰ নাম আদি গ্ৰন্থবোৰো ভট্টদেৱে ৰচনা কৰিছিল।

**অন্যান্য ঃ**

এইবোৰৰ উপৰিও ৰত্নাকৰ কন্দলিৰ 'সহস্ৰ নাম বৃত্তান্ত'; শ্ৰীধৰ কন্দলিৰ 'ঘুনুচা কীৰ্ত্তন', 'অশ্বমেধ পৰ্ব', 'কানাই খেমেলীয়া'; কংসাৰি কায়স্থৰ 'বিৰাট পৰ্ব,' 'কিৰাট অনুপৰ্ব'; শংকৰদেৱৰ মুছলমান শিষ্য চান্দসাইৰ গীত; কলাপচন্দ্ৰৰ 'সতী চৰিত্ৰ', 'পৃথুৰ চৰিত্ৰ'; গোপাল চৰণ দ্বিজৰ তৃতীয় স্কন্ধ আৰু অষ্টম স্কন্ধৰ ভাঙনি, 'হৰিবংশ', 'ভক্তিৰত্নাকৰ কথা'; হৰিদেৱৰ 'পঞ্চম স্কন্ধ ভাগৱত'; নাৰায়ণ দাস ঠাকুৰ আতাৰ গীত; ভবানীপুৰীয়া গোপাল আতাৰ 'জন্ম-যাত্ৰা', 'নন্দোৎসৱ', 'উদ্ধৱযান' নাট; গোপাল মিশ্ৰৰ 'ঘোষা ৰত্ন'; ৰামচৰণ ঠাকুৰৰ 'ভক্তি-ৰত্নাকৰৰ ভাঙনি', 'কংসবধ' আদি এই সময়ৰ উল্লেখযোগ্য সৃষ্টি।

## শংকৰোত্তৰ সাহিত্য

শংকৰোত্তৰ অসমীয়া সাহিত্য দুটা ভাগত বিভক্ত হৈ পৰে—সত্ৰীয়া সাহিত্য আৰু ৰজাঘৰীয়া সাহিত্য। সত্ৰীয়া সাহিত্যত বৈষ্ণৱ-ঐতিহ্যই ৰক্ষিত হয় যদিও তাৰ সোঁত অনেক পৰিমাণে নৰম হৈ পৰে। চৰিত-সাহিত্য সত্ৰীয়া-সাহিত্যৰ এটা বিশিষ্ট অঙ্গ। ৰজাঘৰীয়া পৃষ্ঠপোষকতাত প্ৰধানভাৱে দুই শ্ৰেণীৰ সাহিত্যৰ উদ্ভৱ হয়—বুৰঞ্জী সাহিত্য আৰু শাক্ত সাহিত্য।

এই কালৰ সত্ৰীয়া সাহিত্যৰাজিৰ ভিতৰত গোবিন্দ মিশ্ৰৰ 'কৃষ্ণ গীতা', ভট্টদেৱৰ 'ভক্তি-বিবেকৰ ভাঙনি'; ভাগৱত মিশ্ৰৰ 'বিষ্ণুপুৰাণ' আৰু 'সাত্বত তন্ত্ৰ'ৰ পদ ভাঙনি; ভাগৱতাচাৰ্য্যৰ 'কথা-সূত্ৰ'; পুৰুষোত্তম ঠাকুৰৰ 'ন ঘোষা'; কেশৱ চৰণ কায়স্থৰ দ্বিতীয় আৰু পঞ্চম স্কন্ধৰ পদ ভাঙনি; 



দামোদৰ দাসৰ শল্য পৰ্ব মহাভাৰতৰ পদ; কলাপ চন্দ্ৰ দ্বিজৰ 'ৰাধাৰ বিজয়'; হৃদয়ানন্দ বা অনন্ত কায়স্থৰ 'শ্ৰীৰাম কীৰ্ত্তন'; দৈত্যাৰি ঠাকুৰৰ 'গুৰু চৰিত', নৃসিংহ লীলা যাত্ৰা', 'স্যমন্ত হৰণ নাট'; ভূষণ দ্বিজৰ 'গুৰু-চৰিত', 'অজামিল উপাখ্যান', 'স্যমন্ত হৰণ নাট'; বৈকুণ্ঠ দ্বিজৰ 'সন্তমালা'; অনিৰুদ্ধ দেৱৰ চতুৰ্থ আৰু পঞ্চম স্কন্ধ ভাগৱতৰ ভাঙনি, ভক্তি-মঙ্গল ঘোষা আৰু বৰগীত আৰু ভটিমাৰ দৰে গীতৰ পুথি; যদুমণিদেৱৰ সাতকুৰি গীত, একুৰি ঘোষা আৰু ঝুমুৰা, 'ফল্গু যাত্ৰা' নাট; বিষ্ণু ভাৰতীৰ চতুৰ্থ স্কন্ধ ভাগৱতৰ ভাঙনি আৰু 'ভাগৱত ৰত্ন'; ৰামানন্দ দ্বিজৰ 'শ্ৰীগুৰু-চৰিত' আৰু অনেকবোৰ গীতৰ উল্লেখ কৰিব পাৰি।

**ৰঘুনাথ মহন্ত ঃ**

সত্ৰীয়া সাহিত্যত ৰঘুনাথ মহন্তই এখন বিশিষ্ট স্থান অধিকাৰ কৰি আছে। 'শত্ৰুঞ্জয়' নামৰ কাব্যত এওঁ বালীৰ দিগ্বিজয়ৰ কাহিনীৰ আহল-বহলকৈ বৰ্ণনা কৰিছে। তেওঁৰ আন এখন গ্ৰন্থ হ'ল 'অদ্ভুত ৰামায়ণ'। কিন্তু ইয়াৰ আখ্যান ভাগ বাল্মীকি ৰামায়ণ বা সংস্কৃত অদ্ভুত ৰামায়ণৰ লগত নিমিলে। পাতালত থকা সীতাৰ অনুৰোধক্ৰমে সৰ্পৰাজ বাসুকীয়ে লব-কুশক কেনেকৈ পাতাললৈ নিলে আৰু হনুমানে কেনেকৈ তেওঁলোকক উদ্ধাৰ কৰিলে, সেই কথাই অদ্ভুত ৰামায়ণৰ বিষয়বস্তু। কিন্তু ৰঘুনাথ মহন্তৰ সৰ্বশ্ৰেষ্ঠ কীৰ্ত্তি হ'ল 'কথা-ৰামায়ণ'। ইয়াত তেওঁ বৈষ্ণৱ-গদ্যৰ ষোড়শ শতিকাৰ ঐতিহ্যৰ পুনৰুত্থান ঘটাবলৈ চেষ্টা কৰিছে। গদ্যশৈলীত ভট্টদেৱৰ আদৰ্শৰ অনুকৰণ আছে যদিও তেওঁৰ ভাষা ভট্টদেৱতকৈ অনেক সহজ আৰু তাৰ ওপৰত ব্ৰজাৱলীৰ ঢং এটাও নিপতিত হৈছে। কথা-ৰামায়ণৰ 'কিষ্কিন্ধা কাণ্ড'টো শিষ্ট ভট্টাচাৰ্য্য নামৰ এজনে ৰচনা কৰিছে।

ইয়াৰ উপৰি বলোৰাম দ্বিজৰ ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণৰ আংশিক পদভাঙনি; ৰামানন্দ দ্বিজৰ 'মহামোহ কাব্য'; বিষ্ণুদেৱ গোস্বামীৰ চতুৰ্থ স্কন্ধ ভাগৱতৰ পদ ভাঙনি; অনিৰুদ্ধ দাসৰ 'গুৰু বৰ্ণনা'; সাৰ্বভৌম ভট্টাচাৰ্য্যৰ 'সৰু স্বৰ্গ-খণ্ড'; দামোদৰ দাসৰ 'গুৰু চৰিত্ৰ'; ৰামৰায়ৰ 'গুৰুলীলা'; ৰামানন্দ দ্বিজৰ 'বংশী গোপালদেৱৰ চৰিত্ৰ'; নীলকণ্ঠ দাসৰ 'দেৱ-দামোদৰ চৰিত্ৰ'; শ্ৰীকৃষ্ণ মিশ্ৰৰ 'দামোদৰ চৰিত'; বিদ্যানন্দ দ্বিজৰ 'ঠাকুৰ চৰিত' আদিও এই যুগৰে সম্পদ।

**কথা গুৰু চৰিত ঃ**

সত্ৰীয়া-সাহিত্যৰ বুকুত গদ্যত ৰচিত গুৰু চৰিতৰ উদ্ভৱ বিশেষ তাৎপৰ্য্য-পূৰ্ণ। ই মৌখিক সাহিত্য হিচাপে জন্মলাভ কৰি পোনতে মুখে মুখে হে প্ৰচলিত হৈ আহিছিল। শংকৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পিছত সত্ৰসমূহত চৰিত্ৰ-তোলা প্ৰথা এটাৰ প্ৰৱৰ্ত্তন হয়। দৈনন্দিন প্ৰসঙ্গৰ অন্তত একোজন ভকতে মুখে মুখে গুৰুৰ চৰিত্ৰ কীৰ্ত্তন কৰে। "এনে ধৰণে চৰিত তোলাৰ ভিতৰত বিচিত্ৰ এয়েহে—গুৰুসকলৰ অনেক উক্তি বেদ-বাণীৰ দৰে লৰ-চৰ নোহোৱাকৈ অনেক কাল সত্ৰ-থানত একে ধৰণে আবৃত্তি কৰা হৈ আহিছে আৰু এনেকৈয়ে গুৰু-কথাৰ ঐতিহ্যৰ এটি শকত সোঁত চাৰি-পাচশ বছৰে বৈ আহিছে। কথাচৰিতবিলাক এই ঐতিহ্যৰ সুঁতিৰ ধুনীয়া ধুনীয়া একোটা জান বা বালিচাপৰিহে"।[১]

আমাৰ গুৰু-চৰিতবোৰৰ দৰে গদ্য-চৰিত সেই সময়ত ভাৰতৰ কোনো প্ৰাদেশিক ভাষাতে ৰচিত হোৱা নাছিল। অসমীয়া গদ্যই যে সুদূৰ মধ্যযুগতে কি প্ৰাচুৰ্য্য আৰু বৈচিত্ৰ্য লাভ কৰিছিল, তাৰো নিদৰ্শন বহন কৰিছে এই চৰিতবোৰে।

বৰ্তমানলৈ মাত্ৰ দুখন গুৰু-চৰিতহে প্ৰকাশ হৈ ওলাইছে। এখন বেজবৰুৱাৰ দাঁহীত প্ৰকাশ হোৱা 'বৰদোৱা চৰিত' আৰু আনখন ড° কাকতিৰ দ্বাৰা সংগৃহীত আৰু উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৰ দ্বাৰা সম্পাদিত 'কথা-গুৰু-চৰিত'।

কথা-চৰিত দুখনৰ উপৰিও গোবিন্দ দাসৰ 'সন্ত-সম্প্ৰদায় কথা', বৰ এলেঙি সত্ৰৰ পৰা সংগ্ৰহ কৰা 'পদ্ম পুৰাণ', মনোহৰ পণ্ডিতৰ 'সাত্বত তন্ত্ৰ', কৃষ্ণানন্দ দ্বিজৰ 'পূৰ্ণ ভাগৱত' আদি অসমীয়া গদ্য-সাহিত্যৰ উল্লেখযোগ্য নিদৰ্শন।

**নাট্য সাহিত্য ঃ**

শংকৰদেৱে অংকীয়া নাট ৰচনা কৰি ধৰ্মপ্ৰচাৰ আৰু লোকসংগ্ৰহৰ ক্ষেত্ৰত ইমান সফল হৈছিল যে পিছলৈ অংকীয়া নাট বৈষ্ণৱ ধৰ্মৰ এটা অবিচ্ছিন্ন অঙ্গ হৈ পৰিল আৰু সত্ৰৰ অধিকাৰৰ পদপ্ৰাৰ্থীবোৰে তেওঁলোকৰ যোগ্যতা প্ৰতিপন্ন কৰিবলৈ এখন নহয় এখন নাট লিখিবলগীয়া হৈছিল।

১। ড° নেওগ—সাহিত্যৰ ৰূপ ৰেখা, ১৮২



সেই আদৰ্শৰ ফলতে পৰৱৰ্ত্তী সন্ত-মহন্ত আৰু অধিকাৰসকলে অন্ততঃ একোখন নাট ৰচনা কৰিবলৈ চেষ্টা কৰিছিল। তেনেকৈ লিখা নাটবোৰ হ'ল ৰামানন্দ দ্বিজৰ 'ৰুক্মিণীৰ প্ৰেম-কলহ'; ৰামগোপালৰ 'কুমাৰ হৰণ'; হৰিৰাম দেৱৰ 'কংস বধ', 'অজামিল উপাখ্যান'; নিত্যানন্দ দেৱৰ 'মাৰিচ-বধ'; কৃষ্ণকান্ত দেৱৰ 'জৰাসন্ধ বধ'; অজ্ঞাত লেখকৰ 'স্যমন্ত হৰণ'; গোপালৰ 'জৰাসন্ধ বধ', 'সীতা হৰণ', সীতাৰ পাতাল প্ৰবেশ'; ৰমাকান্তৰ 'স্যমন্ত হৰণ নাট'; লক্ষ্মীদেৱৰ 'ৰাবণ বধ'; ৰামচন্দ্ৰ আতাৰ 'কংস বধ'; শম্ভু দাসৰ 'গোবৰ্দ্ধন যাত্ৰা', 'অমৃত মথন'; বিশ্বম্ভৰ দাসৰ 'কংস বধ', 'বালী বধ'; ৰমাকান্তৰ 'ৰাবণ বধ', 'প্ৰলম্ব বধ'; বাপুকৃষ্ণ দাসৰ 'কুমাৰ হৰণ'; শ্ৰীৰামৰ 'সুভদ্ৰা হৰণ'; ভৱকান্ত বিপ্ৰ মহন্তৰ 'সম্বৰাসুৰ বধ'; পূৰ্ণকান্তৰ 'হৰিশ্চন্দ্ৰ উপাখ্যান'; কমলৰ 'কুলাচল বধ'; কেশৱ কান্তৰ 'জন্ম-যাত্ৰা; লক্ষ্মীনাথ দাসৰ 'নৃসিংহ যাত্ৰা'; লক্ষ্মীকান্ত দাসৰ 'হৰমোহন'; জগজীৱনৰ 'অজামিল'; পুৰুষোত্তম আৰু চিৰঞ্জীৱ দাসৰ 'সীতাৰ পাতাল গমন'; কৃষ্ণ দাসৰ 'বভ্ৰুবাহনৰ যুদ্ধ'; জয়দেৱৰ 'ৰাম বনবাস'; গোপীকান্তৰ পুত্ৰৰ 'কৰ্ণবধ যাত্ৰা'; পূৰ্ণকান্তৰ 'সিন্ধু যাত্ৰা' আদি।

**সঙ্গীত শাস্ত্ৰ ঃ**

ওপৰত উল্লেখ কৰি অহা হৈছে যে অসমীয়া জাতি অতীজৰ পৰাই বৰ প্ৰাণোচ্ছল আছিল। পুৰণি কালৰ পৰাই অসমত প্ৰচুৰ নৃত্য-গীতৰ প্ৰচলন হৈ আহিছিল। লৌকিক গীতৰ লগে লগে ইয়াত শাস্ত্ৰীয় নৃত্য-গীতৰো বিশেষ চৰ্চ্চা হৈছিল। শাস্ত্ৰীয় নৃত্য-গীত চৰ্চ্চাৰ নিদৰ্শন হিচাবে দুখন অসমীয়া সঙ্গীত শাস্ত্ৰ পোৱা গৈছে। এখন হ'ল শুভঙ্কৰ কবিৰ 'শ্ৰীহস্ত মুক্তাৱলী'ৰ গদ্য ভাঙনি আৰু আনখন হ'ল 'বাদ্য-প্ৰদীপ' তালৰ পুথি।

## ৰজাঘৰীয়া সাহিত্য

সত্ৰীয়া সাহিত্যৰাজিৰ সমকালীনভাৱে আহোম ৰজাঘৰৰ পৃষ্ঠ-পোষকতাতো বিভিন্ন সাহিত্য ৰচিত হবলৈ ধৰে। ৰজাঘৰীয়া সাহিত্যৰাজিক আকৌ তিনিটা ভাগত ভাগ কৰিব পাৰি—ধৰ্মমূলক সাহিত্য, বুৰঞ্জী সাহিত্য আৰু ব্যৱহাৰিক সাহিত্য। ধৰ্মমূলক সাহিত্য মানে প্ৰধানভাৱে শাক্ত-সাহিত্য। অৱশ্যে তাৰ মাজতে দুই-চাৰিখন যে বৈষ্ণৱ গ্ৰন্থও ৰচিত হোৱা

নাছিল, তেনে নহয়। জয়ধ্বজকে আদি কৰি কেবাজনো আহোম ৰজাই বৈষ্ণৱ ধৰ্মত শৰণ ললেও পিছলৈ আহোম ৰাজমহলত শাক্ত-ধৰ্মইহে প্ৰাধান্য বিস্তাৰ কৰে। গতিকে সেই সুবিধাতে এক শ্ৰেণীৰ শাক্ত-সাহিত্যও ৰচিত হয়।

### ধৰ্মমূলক সাহিত্য ঃ

ধৰ্মমূলক সাহিত্যৰ তিতৰত ৰামমিশ্ৰৰ 'হিতোপদেশ', ভীষ্ম পৰ্বৰ একাংশ, 'পুতলা চৰিত্ৰ', 'বৃন্দাবন চৰিত্ৰ'; ৰামচন্দ্ৰ বৰপাত্ৰৰ 'হয়গ্ৰীৱ মাধৱৰ উদ্ভৱ কাহিনী'; ৰুদ্ৰসিংহৰ গীত; শিৱসিংহৰ গীত; কবিৰাজ চক্ৰবৰ্ত্তীৰ 'শকুন্তলা কাব্য', 'শঙ্কচূৰ বধ', ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণৰ কৃষ্ণ-জন্ম খণ্ডৰ ভাঙনি; অনন্ত আচাৰ্য্যৰ 'আনন্দ লহৰী'; কবিচন্দ্ৰ দ্বিজৰ 'ধৰ্ম পুৰাণৰ পদ'; ভোলানাথ দ্বিজৰ শল্য পৰ্বৰ ভাঙনি; দ্বিজ ৰামানন্দৰ 'উষা গীত', উদ্যোগ পৰ্বৰ পদ ভাঙনি; দুৰ্গেশ্বৰ দ্বিজৰ ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণৰ প্ৰকৃতি-খণ্ডৰ পদ; ৰাজেশ্বৰ সিংহৰ 'কীচক বধ নাট'; ৰুচিনাথ কন্দলিৰ মাৰ্কণ্ডেয় চণ্ডীৰ পদ, 'কল্কি পুৰাণ'; লক্ষ্মীনাথ দ্বিজৰ শান্তিপৰ্বৰ অনুবাদ; বিদ্যাচন্দ্ৰ কবিশেখৰৰ 'হৰিবংশ'; বাগীশৰ গদ্যপুথি 'নীতি-লতাঙ্কুৰ'; শ্ৰীকান্ত সূৰ্য্যবিপ্ৰৰ ৰামচৰিত মানসৰ অসমীয়া ভাঙনি; পৃথুৰাম দ্বিজৰ মহাভাৰতৰ পদ আদিৰ উল্লেখ কৰিব পাৰি।

### বুৰঞ্জী সাহিত্য ঃ

অসমীয়া সাহিত্যলৈ আহোমসকলৰ গৌৰবোজ্বল অৱদান হ'ল বুৰঞ্জী সাহিত্য। যিকালত ভাৰতৰ কোনো প্ৰাদেশিক ভাষাতে বুৰঞ্জী লিখা পদ্ধতিৰ প্ৰৱৰ্ত্তন হোৱা নাছিল, সেই সময়তে অসমীয়া সাহিত্যত অজস্ৰ বুৰঞ্জী প্ৰণীত হৈছিল। আহোমসকলৰ মাজত অতি পুৰণি কালৰপৰাই বুৰঞ্জী প্ৰণয়ন প্ৰথা প্ৰচলিত আছিল। পোনতে বুৰঞ্জীবোৰ টাই ভাষাতহে ৰচিত হৈছিল, পিছলৈহে অসমীয়াত ৰচিত হবলৈ ধৰে। বুৰঞ্জীসমূহৰ সত্যবাদিতাত বিস্মিত আৰু সংখ্যাগৰিষ্ঠতাত চমৎকৃত হৈ স্বনামধন্য গ্ৰীয়াৰ্ছন ছাহাবে কৈছিল, "Assamese are justly proud of their national literature. In no department have they been more successful than in a branch of study, in which India, as a rule, is curiously defficient. The historical works or



Buranjis are numerous and voluminous. A knowledge of history is an indispensable qualification to an Assamese gentleman".[১]

এই বুৰঞ্জীসমূহ গদ্যত ৰচিত। ভট্টদেৱক যদিও অসমীয়া গদ্যৰ জনক বুলি কোৱা হয়, তথাপি তেওঁৰ সংস্কৃতীয়া গদ্যও সেই কালৰ কথিত ভাষাৰ পৰা অনেক আঁতৰত আছিল। ডক্টৰ বেণীমাধৱ বৰুৱাই ভট্টদেৱৰ গদ্যক ছন্দ-স্পন্দ-যুক্ত ৰচনা বুলি কৈ বুৰঞ্জীৰ গদ্যকহে সেইকালৰ কথিত অসমীয়া ভাষাৰ নিদৰ্শন বুলি ধৰিছে। ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱায়ো আধুনিক অসমীয়া গদ্য বুৰঞ্জীৰ গদ্যৰপৰাহে উদ্ভৱ হোৱা বুলি ভাবে। বুৰঞ্জীৰ গদ্য সৰল, প্ৰত্যক্ষ আৰু প্ৰাঞ্জল।

যোড়শ শতিকাৰ মাজভাগ মানৰপৰাই অসমীয়া ভাষাত বুৰঞ্জী ৰচিত হবলৈ ধৰে। মধ্যযুগৰ অসম বুৰঞ্জী ৰচিত হৈছিল দুঠাইত—অসমত আৰু দিল্লীত। মোগলে সোতৰবাৰ অসম আক্ৰমণ কৰিছিল। সেই বিভিন্ন আক্ৰমণৰ কালত বিভিন্ন মোগল বুৰঞ্জীবিদে অসমৰ বুৰঞ্জী ৰচনা কৰিছিল। অসমীয়া বুৰঞ্জীত নথকা অনেক কথাও মোগলে লেখা বুৰঞ্জীত পোৱা যায়।

'পুৰণি অসম বুৰঞ্জী', 'বাহগড়ীয়া বুঢ়াগোহাইৰ বুৰঞ্জী', 'কামৰূপৰ বুৰঞ্জী', 'অসম বুৰঞ্জী', 'তুংখুঙীয়া বুৰঞ্জী', 'সাতসৰি অসম বুৰঞ্জী' আদি বৰ্তমানলৈ প্ৰকাশিত হৈ ওলাইছে। গদ্যৰ উপৰি পদ্যতো অসম বুৰঞ্জী ৰচিত হৈছিল। দুতিৰাম হাজৰিকাৰ 'কলিভাৰত' তেনে এখন বুৰঞ্জী। বুৰঞ্জীসমূহে অসমীয়া গদ্যক বহল-বিস্তাৰ আৰু সাৰ্বজনীন ৰূপ দান কৰিছে।

### ব্যৱহাৰিক সাহিত্য ঃ

সুদূৰ মধ্যযুগৰ পৰাই অসমীয়া ভাষাত ব্যৱহাৰিক গ্ৰন্থও ৰচিত হবলৈ ধৰে। এই গ্ৰন্থবোৰত চিকিৎসা-পদ্ধতি, জ্যোতিষ, গণিত, নৃত্য, কাৰিকৰি আদিৰ বিষয়ে বহলাই আলোচনা কৰা হৈছে। এই গ্ৰন্থবোৰৰ বেছিভাগেই সংস্কৃতৰ পৰা অনুদিত হোৱা হেতুকে তাৰ ভাষাত সংস্কৃতৰ প্ৰভাৱ বিৰাজমান। তথাপি ইয়াৰ ভাষা দুৰ্বোধ্যতা আৰু অস্পষ্টতাৰ পৰা সম্পূৰ্ণ মুক্ত।

বকুল কায়স্থৰ পদ্যত লিখা 'গণিতৰ পুথি' সংস্কৃত লীলাৱতীৰ আংশিক ভাঙনি আৰু 'কিতাবত মঞ্জৰী'য়ে পুৰণি কালৰপৰাই অসমত গণিত চৰ্চ্চাৰ

১। Linguistic survey of India.

পৰিচয় দান কৰে। তেনেকৈ 'খণ্ডসাধ্য' নামৰ জ্যোতিষৰ পুথিয়েও অসমৰ নিজস্ব জ্যোতিষ গণনাৰ নিদৰ্শন দাঙি ধৰে। ব্যৱহাৰিক সাহিত্যৰ শ্ৰেষ্ঠ নিদৰ্শন হ'ল অলপতে প্ৰকাশ হৈ ওলোৱা সুকুমাৰ বৰকাথৰ প্ৰকাণ্ড 'হস্তীবিদ্যাৰ্ণৱ' গ্ৰন্থ। এই গ্ৰন্থখনৰ প্ৰতিটো পাতৰে একাষে হাতীৰ বিভিন্ন চিত্ৰ আৰু আনকাষে তাৰ ৰোগ আৰু তাৰ চিকিৎসাৰ কথা বিবৃত হৈছে। হস্তীবিদ্যাৰ্ণৱৰ বিষয়বস্তু শস্তুনাথৰ গজেন্দ্ৰ চূড়ামণি গ্ৰন্থৰপৰা আহৰণ কৰা। ইয়াৰ চিত্ৰবোৰ আঁকে দিলবৰ আৰু দোচাই নামৰ দুজন মোগল শিল্পীয়ে। পালকাপ্য ঋষিৰ নিবাসভূমি অসমত যে অতি পুৰণি কালৰপৰাই হাতীৰ বিষয়ে নানা ধৰণৰ চৰ্চ্চা-গৱেষণা হৈছিল, তাৰে সুন্দৰ পৰিচয় দান কৰে হস্তীবিদ্যাৰ্ণৱ গ্ৰন্থই। হস্তীবিদ্যাৰ্ণৱৰ দৰে গ্ৰন্থ এখন ভাৰতৰ আন ভাষাত পোৱা নাযায়। সেই হেতুকেই প্ৰয়াত ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমদে প্ৰকাশিত হস্তীবিদ্যাৰ্ণৱ গ্ৰন্থখন দিল্লীত আনুষ্ঠানিকভাৱে উন্মোচন কৰি তাক যথোচিত মৰ্য্যাদা দান কৰিছিল। ইয়ো অসমৰ অতি গৌৰৱৰ বিষয়।

হাতীৰ উপৰি ঘোঁৰাৰ বিষয়েও যে অসমত পুৰণি কালৰপৰাই নানা ধৰণৰ চৰ্চ্চা হৈছিল, তাৰ সাক্ষ্য বহন কৰিছে 'ঘোঁৰা নিদান' নামৰ গ্ৰন্থই। ইয়াত ঘোঁৰাৰ ৰোগৰ আৰু চিকিৎসাৰ বিধান আছে। চাং ৰুং ফুকনৰ বুৰঞ্জীবোৰত দ'ল-দেৱালয়, কাৰেং-মৈদাম আদি সজাৰ জোখ-মাখ আছে।

## চুফী ৰোমান্স

ওপৰত উল্লেখ কৰি অহা হৈছে যে মোগলে অসম সোতৰবাৰ আক্ৰমণ কৰে। সেই আক্ৰমণৰ লগত অহা অনেক মুছলমান লোক অসমতে স্থায়ী বাসিন্দা হিচাবে ৰৈ যায় আৰু অসমীয়া জাতীয় জীৱনৰ লগত মিলি পৰে। সেই ভাটীৰ ফালৰপৰা অহা মুছলমানসকলে তেওঁলোকৰ লগত ফাৰ্চী মূল সম্ভূত একশ্ৰেণীৰ সাহিত্যও লৈ আহে। সেইবোৰকে ৰোমান্স বুলি অভিহিত কৰিব পাৰি। দ্বিজৰামৰ 'মৃগাৱতী চৰিত' বা 'চাহাপৰী উপাখ্যান' আৰু অজ্ঞাত লেখকৰ 'মধুমালতী' এই শ্ৰেণীৰ দুখন উল্লেখযোগ্য গ্ৰন্থ। ডঃ নেওগৰ মতে, "মৃগাৱতী আৰু মধুমালতীৰ প্ৰেমে এক মধুৰ পৰম্পৰাৰ সৃষ্টি কৰে। অসমো তাৰপৰা আঁতৰি নাথাকিল। অসম আক্ৰমণ আৰু আন আন কাৰণত পছিমৰপৰা চামে চামে অসমত আহি বসতি কৰা মুছলমান বা আনসকলে কি ৰোমাণ্টিক কাহিনী নিজ নিজ ঠাইৰপৰা লৈ আহিছিল



জনা নাযায়। কিন্তু চাহাপৰী আৰু মধুমালতীৰ আখ্যান এনে লোকৰ মুখতে বা হাততে অহা অসম্ভৱ নহয়।"[১] মৃগাৱতী চৰিত আৰু মধুমালতী বৈষ্ণৱ গ্ৰন্থৰ আদৰ্শত ৰচনা কৰা। আন এখন ৰোমান্স হ'ল দ্বিজ পশুপতিৰ 'চন্দ্ৰাৱলী-বিশ্বকেতু'।

## আধুনিক সাহিত্য

মধ্যযুগৰ শেষৰ ফাললৈ অসমীয়া ভাষা-সাহিত্য বিৰাট বিপৰ্যয়ৰ সম্মুখীন হয়। সেই বিপৰ্যয় দুই ধৰণৰ—ৰাজনৈতিক আৰু ভাষিক। ৰাজনৈতিক বিপৰ্য্যয় হ'ল মোৱামৰীয়াৰ বিদ্ৰোহ আৰু মানৰ আক্ৰমণ। দুয়োটাই তিনিবাৰকৈ সংঘটিত হৈছিল। সেই বিদ্ৰোহ আৰু আক্ৰণৰ ফলত অসমীয়া জাতি একেবাৰে থান্ বান্ হৈ পৰে। তাৰ লগে লগে অসমীয়া ভাষা সাহিত্যও নিশ্চিহ্নপ্ৰায় হ'য়। ভাষিক বিপৰ্য্যয়টো আৰম্ভ হয় ইংৰাজৰ আমোলত। ১৮২৬ চনত ইয়াণ্ডাবু সন্ধিৰ সৰ্ত্তমতে অসমখন বৃটিছৰ তললৈ গ'ল। আৰম্ভণিতে ইংৰাজে অসমত অসমীয়া ভাষাৰেই সকলো কাজ-কাম চলাইছিল। কিন্তু চৰকাৰৰ কাম চলাবলৈ অহা বঙালী কেৰাণীসকলৰ প্ৰৰোচনাত ১৮৩৬ চনত অসমৰ স্কুল-কাছাৰীত অসমীয়াৰ সলনি বঙলা ভাষাৰ প্ৰচলন হয়। অসমীয়া ভাষা-সাহিত্যৰ এই বিপৰ্য্যয়টো ৰাজনৈতিক বিপৰ্যয়তকৈ অনেক গুণে বেছি প্ৰচণ্ড। মোৱামৰীয়া আৰু মানে জুকলা কৰি থোৱা নিৰ্বাণোন্মুখ অসমীয়া ভাষা-সাহিত্যৰ বন্তিগছি বঙলা ভাষাৰ প্ৰচলনে একেবাৰে নুমাই পেলালে। ১৮৩৬ চনৰ পৰা ১৮৭২ চনলৈ এই ছয়ত্ৰিশ বছৰ কাল অসমীয়া ভাষা সাহিত্যৰ 'অন্ধকাৰ যুগ।'

সেই অন্ধকাৰৰ বুকুত পোহৰৰ ৰেঙনি সিচি দিলেহি আমেৰিকান বেপ্টিষ্ট মিছনাৰীসকলে। যি বছৰত অসমীয়া ভাষা অসমৰপৰা আঁতৰি পৰে, ঠিক সেই বছৰতে মিছনাৰীসকলে 'খ্ৰীষ্টধৰ্মৰ জোৰ হাতত লৈ' অসমলৈ আহে আৰু অসমীয়া ভাষা পুনৰ্প্ৰতিষ্ঠাৰ কাৰণে যত্নপৰ হয়। তেওঁলোকৰ চেষ্টাতেই অসমীয়া ভাষা-সাহিত্যই পুনৰ্জীৱন লাভ কৰে। কিন্তু এই আধুনিক সাহিত্যৰ লগত মধ্যযুগীয় সাহিত্যিক ঐতিহ্যৰ কোনো সম্বন্ধ নাথাকিল ; সি সম্পূৰ্ণ পশ্চিমীয়া ঠাচঁত গঢ়ি উঠি বিলাতী সুৰ লাভ কৰিলে।

১। সাহিত্যৰ ৰূপৰেখা—২৪০

আধুনিক অসমীয়া সাহিত্যকো তিনিটা ভাগত বিভাগ কৰিব পাৰি— প্ৰাক্ ৰোমান্টিক সাহিত্য, ৰোমান্টিক সাহিত্য আৰু উত্তৰ ৰোমান্টিক বা বৰ্তমান সাহিত্য।

## প্ৰাক্‌ৰোমান্টিক সাহিত্য

আধুনিক অসমীয়া ভাষা-সাহিত্যৰ জন্ম, স্থিতি আৰু ক্ৰমবিকাশত মিছনাৰীসকলৰ অৱদানৰ কথা বুৰঞ্জীৰ পাতত চিৰদিনলৈ সোণালী আখৰেৰে জিলিকি ৰব। "তেওঁলোকে অসমীয়া ব্যাকৰণ, অভিধান, পঢ়াশলীয়া পুথি, জ্ঞান-বিজ্ঞানৰ পুথি লিখি আৰু প্ৰকাশ কৰি, আলোচনী তথা খবৰৰ কাগজৰ উৎকৃষ্ট নিদৰ্শন 'অৰুণোদই' সাতত্ৰিশ বছৰ কাল চলাই, পঢ়াশালি আদালতত অসমীয়া ভাষাৰ হেৰোৱা ঠাই পুনৰুদ্ধাৰৰ যুঁজত প্ৰথম আৰু শক্তিশালী যুঁজাৰু হৈ, অসমীয়া লেখকক নতুন অসমীয়া ভাষা লেখাত কলম ধৰাই, অসমীয়া শব্দাৱলীত ইংৰাজীৰ সম্ভাৰ আৰু অসমীয়া বাক্য-ৰীতিত ইংৰাজী প্ৰভাৱ সুমুৱাই, অসমীয়া ভাষাক মৃতসঞ্জীৱনীৰে নতুন জীৱন দিলে, আধুনিক সাহিত্য সৃষ্টিৰ বাবে অসমীয়া ভাষাৰ পথাৰত প্ৰথম নাঙল চোঁচোৰালে, আৰু আটাইতকৈ ডাঙৰ, অসমীয়া মানুহক আত্ম প্ৰত্যয় শিকালে"।[১]

মিছনাৰীসকলৰ ভিতৰত প্ৰথমে নাম লব পাৰি ড° নেথান ব্ৰাউনৰ। তেওঁ এটা ছপাকল লগত লৈ ১৮৩৬ চনত শদিয়াত পদাৰ্পন কৰে। ড° ব্ৰাউনে নিউটেস্টামেণ্টৰ অসমীয়া ভাঙনি 'আমাৰ ত্ৰাণকৰ্ত্তা যীশুখ্ৰীষ্টৰ নতুন নিয়ম,' মাথি মাৰ্ক লুক য়োহান, এই চাৰিখন পুথিৰ পৰা লিখা 'খ্ৰিষ্টৰ বিৱৰণ আৰু শুভ যাত্ৰা' আৰু কেইটান স্তুতি-গীত ৰচনা কৰে। অসমীয়া ভাষা পুনৰ্প্ৰতিষ্ঠাৰ হকে দাবী তুলি তেওঁ ৰচনা কৰে Gramatical Notes on the Assamese Language আৰু অৰুণোদই প্ৰকাশত আগভাগ লয়। ডুবছৰমান তেওঁ সম্পাদনাৰ ভাৰো লয়। কাশীনাথ তামুলী ফুকনৰ 'আসাম বুৰঞ্জী পুথি', বকুল কায়স্থৰ 'গণিতৰ পুথি' ডুভাগ আৰু 'চুটিয়া বুৰঞ্জী' প্ৰকাশ কৰি উলিয়ায়। মুঠৰ ওপৰত অনুবাদক, গ্ৰন্থকাৰ, প্ৰকাশক, মুদ্ৰক, সম্পাদক, শিক্ষক আৰু ধৰ্ম প্ৰচাৰক ৰূপে ব্ৰাউনে অসমক যি দি গৈছে তাৰ তুলনা নাই। তেওঁৰ সহধৰ্মিনী

১। সাহিত্যৰ ৰূপৰেখা—২৪০



এলিজা ব্ৰাউনেও ল'ৰাৰ বাবে এখন সাধু, এখন গণনাৰ পুথি ৰচনা কৰে আৰু 'ভূগোলৰ বিৱৰণ' প্ৰকাশ কৰে।

ডক্টৰ ব্ৰাউনৰ লগত অহা অলিভাৰ কট্টাৰে অৰুণোদইৰ মুদ্ৰণ-সম্পাদনৰ দায়িত্ব বহন কৰিছিল। তেওঁৰ ঘৈণীয়েক শ্ৰীমতী কট্টাৰে ইংৰাজী অসমীয়া 'Vocabulary and Phrases' ৰচনা কৰে। ড° মাইলছ্ ব্ৰঞ্চনে 'অসমীয়া ইংৰাজী অভিধান' ৰচনা কৰে। নিধিলেবি ফাৰৱেলে অৰুণোদয়ৰ বাবে বিভিন্ন কবিতা আৰু প্ৰবন্ধ ৰচনা কৰিছিল।

এ, কে, গাৰ্ণী নামৰ আন এজন মিছনাৰী অৰুণোদয় পত্ৰিকাৰ সম্পাদক আছিল। তেওঁ 'য়িহুচুৱা আৰু বিচাৰকৰ্তাৰ পুথি আৰু ৰূথৰ বিবৰণ', 'জোছেফৰ কাহিনী', 'পুৰণি নিয়ম', 'এলোকেশী বেশ্যাৰ বিষয়', 'কনি-বেহেৰুৱাৰ সাধু', আৰু 'কামিনী কান্ত' উপন্যাস ৰচনা কৰে। শ্ৰীমতী গাৰ্ণীয়ে 'ফুলমতি আৰু কৰুণা'ৰ অনুবাদ কৰে। এ, এইচ, ডেনফোৰ্থৰ তদাৰকত অনূদিত 'যাত্ৰিকৰ যাত্ৰা' আন এখন উল্লেখযোগ্য গ্ৰন্থ। এইবোৰৰ উপৰি অনেক পঢ়াশলীয়া পুথি আৰু বাহিৰা বিষয়ৰ পুথিও এই সময়তে ৰচিত হয়।

হলিৰাম ঢেকিয়াল ফুকনৰ পুত্ৰ আনন্দৰাম ঢেকিয়াল ফুকন অসমীয়া ভাষাৰ ত্ৰাণকৰ্তা। তেওঁ অসমীয়া ভাষাৰ পুনৰপ্ৰতিষ্ঠাত যথেষ্ট বৰঙণি যোগায়। তেওঁ অৰুণোদয়ত নিয়মিয়াকৈ লিখিবলৈ ধৰে আৰু 'অসমীয়া লৰাৰ মিত্ৰ' নামৰ পঢ়াশলীয়া পুথি এখন ৰচনা কৰে। অসমীয়া ভাষাৰ প্ৰতিষ্ঠাৰ হকে ৰচনা কৰা 'A few Remarks on the Assamese Language and on Vernacular Education in Assam' নামৰ পুস্তিকাই অসমীয়া ভাষা পুনৰপ্ৰতিষ্ঠাৰ বাট সুগম কৰি দিয়ে।

সেই সময়তে বলৰাম ফুকনে 'হৰ্ষ-বিষাদ বিষয়ক ৰচনা' আৰু 'যোগবাশিষ্ঠ ৰামায়ণ' ৰচনা কৰে। কিনাৰাম সত্ৰিয়া, দয়াৰাম চেটিয়া, ধৰ্মকান্ত বুঢ়াগোহাঁই, গোবিন্দৰাম ভূঞা আদিয়ে অৰুণোয়ত গদ্য-পদ্য উভয়বিধ ৰচনা লিখিছিল।

মিছনাৰীসকলে বিভিন্ন গ্ৰন্থ আৰু গদ্য-পদ্য নানাবিধ ৰচনা লিখিছিল যদিও তেওঁলোকৰ ভাষাই পূৰ্ণ বিশুদ্ধিতা লাভ কৰিব পৰা নাছিল। বানানৰ ক্ষেত্ৰতে হ'ক বা উচ্চাৰণৰ ক্ষেত্ৰতে অথবা শব্দ আৰু বাক্যবিন্যাস প্ৰণালীতে হ'ক, তেওঁলোকৰ ভাষা অনেক পৰিমাণে হেনাহুচা আছিল। কিন্তু ভাষাৰ সেই দোষ আৰু বেছিদিন টিকিবলৈ দিয়া ন'হল। কবলৈ গলে হেমচন্দ্ৰ বৰুৱাৰ গাইগুটীয়া প্ৰচেষ্টাৰ বলতে অসমীয়া ভাষাই শুদ্ধ ৰূপ পৰিগ্ৰহ কৰে।

গতিকে ১৮৭২ চনত অসমীয়া ভাষাৰ পুনৰপ্ৰচলনৰপৰা ১৯৮৯ চনত জোনাকী কাকত ওলোৱালৈকে এই কালছোৱাক আধুনিক অসমীয়া ভাষা-সাহিত্যৰ প্ৰস্তুতিৰ কাল বুলিব পাৰি।

আন এটা বিশেষ উল্লেখযোগ্য কথা হ'ল, আধুনিক অসমীয়া-সাহিত্য প্ৰধানভাৱে আলোচনী-কেন্দ্ৰিক। অৰুণোদয়ইৰ আদৰ্শত এইছোৱা কালত কেবাখনো আলোচনী ওলায় আৰু সিবোৰে অসমীয়া ভাষা-সাহিত্যৰ চৰ্চ্চা আৰু সংবৰ্ধনত যথেষ্ট অৰিহণা যোগায়। আউনিআটী সত্ৰাধিকাৰৰ 'আসাম বিলাসিনী', হেমচন্দ্ৰ বৰুৱাৰ 'আসাম নিউচ', গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধু', বলিনাৰায়ণ বৰাৰ 'মৌ', শ্ৰীধৰ বৰুৱাৰ 'আসাম তৰা', কৰুণাভিৰাম বৰুৱাৰ শিশু আলোচনী 'লৰা-বন্ধু' আদি সেই সময়ৰ উল্লেখযোগ্য আলোচনী। এইছোৱা কালতে আধুনিক অসমীয়া গদ্য-শৈলীৰ ভেটি প্ৰতিষ্ঠিত হয় আৰু নতুন নতুন ক্ষেত্ৰত কথা-সাহিত্যই বিকাশ লাভ কৰে। আনফালে সমাজ সচেতন ব্যঙ্গ-সাহিত্যৰ উদ্ভৱো এই সময়তে হয়।

**হেমচন্দ্ৰ বৰুৱা (১৮৩৬-১৮৯৭):** এওঁ অসমীয়া বৰ্ণবিন্যাস প্ৰণালী স্থিৰ কৰিবলৈ একাগ্ৰপতীয়াভাৱে লাগি যায় আৰু সেই কামত তেওঁ কৃতকাৰ্য্য হয়। তেওঁ এলানি পঢ়াশলীয়া পাঠ্যপুথি ৰচনা কৰে—'আদি পাঠ' 'পাঠমালা' 'অসমীয়া ল'ৰাৰ ব্যাকৰণ' 'অসমীয়া ব্যাকৰণ' 'পঢ়াশলীয়া অভিধান' আদি। তেওঁৰ জীৱনৰ কীৰ্তিস্তম্ভ হ'ল 'হেমকোষ'। হেমকোষে অসমীয়া ভাষা আৰু আখৰ-জোটনিৰ স্থায়ী ৰূপ দিয়ে। তদুপৰি 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' আৰু 'কানীয়া-কীৰ্ত্তন', এই দুখন ব্যঙ্গাত্মকভাৱে ৰচনা কৰা গ্ৰন্থৰ মাজেৰে বৰুৱাৰ সমাজ-সংস্কাৰকামী মনটো সুন্দৰভাৱে জিলিকি উঠিছে।

**গুণাভিৰাম বৰুৱা (১৮৩৯-১৮৯৪):** গুণাভিৰাম বৰুৱাই প্ৰথম সামাজিক নাটক 'ৰাম-নৱমী' ৰচনা কৰে। ইয়াত তেওঁ বিধবা বিবাহৰ সপক্ষে ওকালতি কৰিছে। তেওঁৰ 'বিবাহ ৰহস্য' নামৰ আন এখন নাটকৰ দুটি দৃশ্য 'আসাম বন্ধু'ত প্ৰকাশ হৈছিল। 'আনন্দ ৰাম ঢেকীয়াল ফুকনৰ চৰিত্ৰ' 'অসাম বুৰঞ্জী' অসমীয়া জীৱনী আৰু বুৰঞ্জী সাহিত্যৰ আপুৰুগীয়া সম্পদ। গুণাভিৰাম বৰুৱাই প্ৰথম বুৰঞ্জীমূলক প্ৰবন্ধ লেখক। 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' পুথিত গুণাভিৰামৰ উইট বা বুদ্ধিদীপ্ত হাস্যৰস সুন্দৰভাৱে ফুটি ওলাইছে।



**ৰমাকান্ত চৌধুৰী (১৮৪৬-১৮৮৯):** ৰমাকান্ত চৌধুৰীয়ে বঙ্গীয় কবি মাইকেল মধুসূদন দত্তৰ আদৰ্শত অসমীয়া সাহিত্যত অমিত্ৰাক্ষৰ ছন্দৰ প্ৰথম প্ৰবৰ্তন কৰি 'অভিমন্যু বধ' কাব্য ৰচনা কৰে। এই কাব্যতে অসমীয়া কবিতাই ছন্দৰ জিঞ্জিৰি ছিঙি মুকলি মনে বিহাৰ কৰাৰ প্ৰথম আস্বাদ পায়। তেওঁ 'সীতাহৰণ' আৰু 'ৰাবণ-বধ' নাটক লিখি অসমৰ মঞ্চ আন্দোলনতো আগভাগ লৈছিল।

**ভোলানাথ দাস (১৮৫৮-১৯২৯):** ভোলানাথে অসমীয়া সাহিত্যত অমিত্ৰাক্ষৰ ছন্দ আৰু গীতি-কবিতাৰ প্ৰচলন কৰে। তেওঁৰ 'সীতাহৰণ কাব্য' অমিত্ৰাক্ষৰ ছন্দত ৰচিত। দাসৰ খণ্ডকবিতাৰ পুথি হ'ল 'কবিতামালা' আৰু 'চিন্তা তৰঙ্গিনী'। কিন্তু তেওঁৰ শব্দচয়ন বৰ বঙলুৱা ঠাঁচৰ আছিল। তেওঁৰ 'সুভদ্ৰা হৰণ' কাব্য আৰু 'প্ৰসঙ্গ-মালা' অপ্ৰকাশতে ৰৈ গ'ল।

**কমলাকান্ত ভট্টাচাৰ্য্য (১৮৫৩-১৯৩৬):** অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য্যই প্ৰথম অসমীয়া দেশপ্ৰেমমূলক কবিতা ৰচনা কৰে। তেওঁৰ 'চিন্তানল' আৰু 'চিন্তা তৰঙ্গ'ৰ কবিতাবোৰ একো একোটা অগ্নিস্ফুলিঙ্গ সদৃশ। কমলাকান্তই যি দেশপ্ৰেমমূলক ভাৱধাৰাৰ প্ৰৱৰ্তন কৰিলে বেজবৰুৱা আদিৰ মাজেৰে গৈ অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ হাতত সি পূৰ্ণপৰিণতি লাভ কৰিলে। তেওঁৰ কবিতাত ছন্দৰ সমতা নাথাকিলেও তাৰ দাহিকাশক্তি যথেষ্ট। তেওঁ ওজস্বী গদ্য-শৈলীৰো অধিকাৰী আছিল। 'গুটিদিয়েক চিন্তাৰ ঢৌ' আৰু 'কঃ পন্থা'ত তেওঁ তাৰ সুন্দৰ পৰিচয় দিছে। তেওঁৰ 'মেগ্নাম ওপাছ', 'অষ্টাবক্ৰ সংহিতা', 'টুপীৰ দোকান', 'কছাৰী জাতিৰ বুৰঞ্জী', 'মোৰ মনত পৰা কথা' আদি প্ৰকাশ হৈ নোলাল।

**লম্বোদৰ বৰা (১৮৬০-১৮৯২):** লম্বোদৰ বৰা অতি সচেতন গদ্য-শিল্পী আছিল। মনোৰম শব্দচয়ন, গতিশীল বাক্যৰীতি আৰু আলঙ্কাৰিক সৌন্দৰ্যৰে তেওঁৰ গদ্য জকমকীয়া আৰু আকৰ্ষণীয়। তেওঁৰ 'ল'ৰাবোধ' আৰু 'জ্ঞানোদয়' পঢ়াশলীয়া পুথি। কালিদাসৰ 'শকুন্তলা'ৰ ভাঙনিত মূলৰ সৌন্দৰ্য বহু পৰিমাণে অব্যাহত ৰাখিব পাৰিছে। 'সদানন্দৰ কলা-ঘুমটি' মধুৰ ব্যঙ্গাত্মক ৰচনা। বিভিন্ন আলোচনীত প্ৰকাশ হোৱা তেওঁৰ 'গান', 'অলঙ্কাৰ আৰু দৰ্কাৰ', 'আনন্দৰাম বৰুৱাৰ জীৱন চৰিতৰ পাতনি', 'কালিদাস আৰু শকুন্তলা', প্ৰবন্ধবোৰ বৰ উচ্চাঙ্গৰ। মূঠৰ ওপৰত আধুনিক গদ্য-সাহিত্যলৈ লম্বোদৰ বৰাৰ দান অনন্যসাধাৰণ।

**অন্যান্য** : এইবোৰৰ উপৰিও বলদেৱ মহন্তৰ 'উজুপাঠ' ; বলি-নাৰায়ণ বৰাৰ 'ডাঙৰীয়া', 'অসমীয়া বাবু' আদি ব্যঙ্গাত্মক কবিতা ; পদ্মাৱতী দেৱী ফুকননীৰ 'সুধৰ্মাৰ উপাখ্যান', 'হিতসাধিকা', ৰুদ্ৰৰাম বৰদলৈৰ 'বঙাল বঙালনী নাটক', কেফায়ৎ উল্লাৰ 'বঙ্গিনীৰ পুথি', পূৰ্ণকান্ত দেৱশৰ্মাৰ 'হৰধনুভঙ্গ', 'হৰিশ্চন্দ্ৰ', হৰেশ্বৰ শৰ্মাৰ 'অভিমন্যু বধ' নাটক আদি এই সময়তে ৰচিত হয়।

এই সময়তে অনেকবোৰ বৈষ্ণৱ-সাহিত্যও প্ৰকাশ হৈ ওলায়। স্বনাম-ধন্য হৰিবিলাস আগৰৱালাই 'কীৰ্তন-ঘোষা', ভাগবতৰ দশম, একাদশ স্কন্ধ', 'ৰামবিজয় নাট', 'ভটিমা', 'ভক্তি ৰত্নাবলী', 'বৰগীত', দৈত্যাৰি আৰু ৰামানন্দৰ 'গুৰুচৰিত' আদি প্ৰকাশ কৰি উলিয়ায়। মাধৱচন্দ্ৰ বৰদলৈয়েও মাধৱ কন্দলিৰ 'ৰামায়ণ' আৰু 'দীপিকা-ছন্দ' প্ৰকাশ কৰি উলিয়ায়। কালিৰাম বৰুৱাই 'কীৰ্তন', 'দশম'ৰ উপৰি ৰামসৰস্বতীৰ 'গীত-গোবিন্দ' প্ৰকাশ কৰে।

এনেকৈ অসমীয়া সাহিত্যত এটা নবজাগৰণৰ সূত্ৰপাত হয়। সেই নব জাগৰণৰে অমৃতময় ফল হ'ল ৰোমান্টিক সাহিত্য।

## ৰোমান্টিক-সাহিত্য

১৮৭২ চনত অসমৰ স্কুল-কাছাৰীৰপৰা বঙালী ভাষা আঁতৰি গ'ল যদিও তাৰ আক্ৰোহ কিন্তু বৈ গ'ল আৰু বঙ্গ-ভাষাপ্ৰেমীসকলে বিভিন্ন উপায়ে অসমত বঙালী ভাষাৰ প্ৰভাৱ অব্যাহত ৰাখিবলৈ চেষ্টা কৰিব ধৰিলে। তেনে সময়তে সিপিনে কলিকতাৰ বুকুত আধুনিক অসমীয়া সাহিত্যৰ পুলিটি লহ্‌পহ্‌কৈ বাঢ়ি উঠিব ধৰে। সেই বৰ্দ্ধনত সহায়তা কৰিছিল কলিকতাৰ কলেজত পঢ়িবলৈ যোৱা এমুঠিমান ছাত্ৰই। ১৮৮৮ চনত কলিকতাত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ জন্ম হয়। তাৰ পিছৰ বছৰতে চন্দ্ৰকুমাৰ আগৰৱালাৰ পৃষ্ঠপোষকতাত ১৮৮৯ চনত 'জোনাকী' কাকতৰ জন্ম হয়। সেই জোনাকী কাকতৰ জৰিয়তেই অসমীয়া সাহিত্যলৈ ইংৰাজী ৰোমান্টিক ভাৱাদৰ্শ প্ৰবাহিত হৈ আহে।

অসমীয়া সাহিত্যলৈ ৰোমান্টিক ভাবাদৰ্শ প্ৰবাহিত হয় দুটা পথেদি— ইংৰাজী সাহিত্য আৰু বঙলা সাহিত্যৰ মাধ্যমেদি।

আগৰৱালা, বেজবৰুৱা আৰু হেম গোস্বামীয়ে ৰোমান্টিচিজমৰ বাট কাটি আগভাগ লোৱা কাৰণে তেওঁলোকক 'ৰোমান্টিক যুগৰ ত্ৰিমূৰ্তি' বোলা হয়।



## কৰিতা

**চন্দ্ৰকুমাৰ আগৰৱালা ( ১৮৬৭-১৯৩৮ )** : হৰিবিলাস আগৰৱালাৰ পুত্ৰ চন্দ্ৰকুমাৰ আগৰৱালাই হ'ল অসমীয়া ৰোমান্টিক কবিতাৰ প্ৰথম স্থষ্টি-কৰ্তা। 'জোনাকী', 'অসমীয়া', 'সাদিনীয়া অসমীয়া', 'তিনিদিনীয়া অসমীয়া' আদি কাকত তেওঁৰ প্ৰযত্নতে ওলাইছিল। বেজবৰুৱাৰ 'বাঁহী' কাকতৰ লগতো তেওঁ জড়িত আছিল। তেওঁৰ কবিতাৰ পুথি মাত্ৰ দুখন—'প্ৰতিমা' আৰু 'বীণ-বৰাগী'। আগৰৱালাৰ কবিতাৰ সংখ্যা সৰহ নহ'লেও ৰোমান্টিচিজমৰ অনেকবোৰ লক্ষণ তেওঁৰ কবিতাত প্ৰকাশ পাইছে।

**লক্ষ্মীনাথ বেজবৰুৱা ( ১৮৬৮-১৯৩৮ )** : ৰোমান্টিক ত্ৰিমূৰ্তিৰ অন্যতম মূৰ্তি বেজবৰুৱাৰ প্ৰকাশিত একমাত্ৰ কবিতাৰ পুথি হ'ল 'কদমকলি'। কদম কলিৰ বাহিৰেও বিভিন্ন আলোচনীত প্ৰকাশ পোৱা তেওঁৰ কবিতাবোৰ সংগ্ৰহ কৰি 'পদুমকলি' নামেৰে বেজবৰুৱা-গ্ৰন্থাৱলীত সন্নিবিষ্ট কৰা হৈছে। বেজবৰুৱাই 'কবিতা হয় যদি হ'ক, নহ'য় যদি নহক' বুলি লিখিছিল যদিও তেওঁৰ কবিতাবোৰ আলোচনা কৰিলে দেখা যায় আধুনিক কবিতাৰ প্ৰায়বোৰ শ্ৰেণীৰে কৰিতা তেওঁ ৰচনা কৰি গৈছে।

**হেমচন্দ্ৰ গোস্বামী ( ১৮৭২-১৯২৮ )**: ৰোমান্টিক ত্ৰিমূৰ্তিৰ তৃতীয় মূৰ্তি হ'ল হেমচন্দ্ৰ গোস্বামী। কিন্তু তেওঁ আগবয়সতহে কবিতা ৰচনা কৰি পিছলৈ প্ৰত্নতত্ত্বৰ জগততে সোমাই পৰে। তেওঁৰো কৰিতাৰ পুথি মাত্ৰ একেখন— 'ফুলৰ চাকি'। কিন্তু কমসংখ্যক কৰিতা ৰচনা কৰিলেও তেওঁৰ কৰিতাবোৰৰ এটা স্বকীয়া মূল্য আছে। বিশেষকৈ তেওঁ অসমীয়াত প্ৰথম চতুৰ্দ্দশপদী কবিতা বা ছনেটৰ প্ৰৱৰ্ত্তন কৰে। তেওঁৰ 'প্ৰিয়তমাৰ চিঠি' ইটালীয় গঢ়ত ৰচিত এটা উৎকৃষ্ট ছনেট।

**মফিজুদ্দিন আহমদ হাজৰিকা ( ১৮৭০-১৯৫৮ )**: ৰোমান্টিক আন্দোলনৰ লগত জড়িত নোহোৱাকৈ ডিব্ৰুগড়ৰ মফিজুদ্দিন আহমদ হাজৰিকাই 'জ্ঞান-মালিনী' ৰচনা কৰে। 'মালিনীৰ বীণ' নামৰ আন এখন কৰিতাৰ পুথি ৰচনা কৰিছিল যদিও সি জ্ঞান-মালিনীৰ সমপৰ্য্যায়ৰ নহ'ল। হাজৰিকাৰ ভাষা ঘৰুৱা আৰু প্ৰাঞ্জল ; ছন্দৰ গতিও সাৱলীল।

**পদ্মনাথ গোহাঁই বৰুৱা ১৮৭১-১৯৪৬ )** : বেজবৰুৱাৰ সাহিত্যিক প্ৰতিদ্বন্দ্বী পদ্মনাথ গোহাঁইবৰুৱাৰ কবিতাৰ পুথি তিনিখন—'জুৰণি', 'লীলা' আৰু 'ফুলৰ চানেকী'। কিন্তু গোহাঁইবৰুৱাৰ কবিতাত ৰোমান্টিক ভাৱা-

দৰ্শতকৈ ব্ৰাহ্মিকেল ভাৱাদৰ্শৰ প্ৰভাৱ হে অধিক। তেওঁৰ প্ৰথমা পত্নীৰ মৃত্যুৰ উপলক্ষত ৰচনা কৰা 'লীলা' কাব্য শ্ৰেষ্ঠ সৃষ্টি নহ'ল। অৱশ্যে 'ওৰণী'কে আদি কৰি তেওঁৰ কেইটামান সফল ৰোমান্টিক কবিতাও আছে।

**আনন্দ চন্দ্ৰ আগৰৱালা (১৮৭৪-১৯৪০)**: ভাওনি-কোঁৱৰ আনন্দ চন্দ্ৰ আগৰৱালাই পুলিছৰ চাকৰি কৰিও অসমীয়া সাহিত্যৰ গভীৰ চৰ্চ্চা কৰা কথাটো বৈশিষ্ট্যপূৰ্ণ। পঢ়া-জীৱনৰপৰাই তেওঁ জোনাকী আন্দোলনত সহযোগ কৰি ধুনীয়া ধুনীয়া কৱিতা ৰচিবলৈ লয়। অনুবাদমূলক কৱিতাত আনন্দ চন্দ্ৰ আগৰৱালা অসমীয়া সাহিত্যত চিৰদিনলৈ অপ্ৰতিদ্বন্দ্বী হৈ থাকি গ'ল। তেওঁৰ একমাত্ৰ কৱিতাৰ পুথি 'জিলিকনি'ৰ অন্তৰ্ভুক্ত 'জীৱন-সঙ্গীত', 'চহা আৰু পণ্ডিত', 'সুখৰ ঠাই' আদি এনে সুন্দৰ কৱিতা যে তাক অনুবাদমূলক কৱিতা বুলি ভাবিবই নোৱাৰি।

**চন্দ্ৰধৰ বৰুৱা (১৮৭৪-১৯১১)**: চন্দ্ৰধৰ বৰুৱাই ভগ্ন আমিত্ৰাক্ষৰ বা গৈৰিশ ছন্দত 'মেঘনাদ বধ' নাটক আৰু 'কামৰূপ জীয়ৰী' আৰু 'বিদ্যুৎ বিকাশ' কাব্য ৰচনা কৰে। কামৰূপ জীয়ৰীত বেউলা-লখীন্দাৰৰ আখ্যান আৰু বিদ্যুৎ বিকাশত দধীচিৰ আত্মত্যাগৰ কাহিনী বৰ্ণিত হৈছে। তেওঁ ৰোমান্টিক ধৰ্মী আৰু ব্যঙ্গাত্মক কবিতাওঁ ৰচনা কৰি গৈছে।

**হিতেশ্বৰ বৰবৰুৱা (১৮৭১-১৯৩৯)**: খণ্ড-কাব্য আৰু চতুৰ্দ্দশপদী কৱিতাৰ ৰচনাৰ ক্ষেত্ৰত হিতেশ্বৰ বৰবৰুৱাই অসমীয়া সাহিত্যত এখন বিশিষ্ট আসন লাভ কৰিছে। 'কমতাপুৰ ধ্বংস বা সাদৰী' আৰু 'বিৰহিনী বিলাপ' কাব্য দুখনেই বৰবৰুৱাৰ কবিতাসমূহক সুপ্ৰতিষ্ঠিত কৰে। 'তিৰুতাৰ আত্মদান' কাব্য, 'আভাসকাব্য', 'যুদ্ধ ক্ষেত্ৰত আহোম ৰমণী' বা 'মূলাগাভৰু' কাব্য, 'ডেচডিমোনা' কাব্য আৰু 'অঙ্গিলা' আদি বিভিন্ন কাব্যৰে তেওঁ অসমীয়া সাহিত্য সুসমৃদ্ধ কৰি থৈ গৈছে। তেওঁৰ খণ্ড কবিতাৰ পুথি 'ঢোপাকলি'ৰ কৱিতাবোৰতো তেওঁৰ প্ৰতিভাৰ বিদ্যুৎ স্পৰ্শ বিৰিঙি উঠিছে। ইয়াৰ উপৰি বৰবৰুৱাৰ বিশেষ কৃতিত্ব নিৰ্ভৰ কৰিছে ছনেটৰ ক্ষেত্ৰত। অসমীয়া সাহিত্যত তেওঁৰে একমাত্ৰ ছনেটৰ পুথি 'মালচ আৰু চকুলো' লিখি ছনেট-সম্ৰাটৰূপে অভিহিত হ'ব পাৰিছে।

**ৰঘুনাথ চৌধুৰী (১৮৭৮-১৯৬৮)**: বিহগী-কবি ৰঘুনাথ চৌধুৰীয়ে অসমীয়া সাহিত্যত এখন অপ্ৰতিদ্বন্দ্বী আসন লাভ কৰি গৈছে। এওঁ আছিল একপ্ৰকাৰ স্বভাৱ কবি (Bornpoet)। আনুষ্ঠানিক শিক্ষাৰ



ৰৰমূধচত নুঠাকৈয়ো তেওঁ যিখিনি কৱিতা ৰচনা কৰি থৈ গ'ল, সি তেওঁৰ মৌলিক প্ৰতিভাৰ স্বৰূপ পৰিচায়ক। তেওঁৰ ৰচিত পুথিবোৰ হ'ল—'সাদৰী', 'কেতেকী', 'কাৰবালা', 'দহিকতৰা' আৰু 'নৱমল্লিকা'। ড° কাকতিয়ে ঊনৈশ শতিকাৰ ভাবাদৰ্শৰ শ্ৰেষ্ঠ কৱি বুলি চৌধাৰীক অভিহিত কৰি গৈছে। চৌধাৰীৰ কৱিতাবোৰ প্ৰধানভাৱে বৰ্ণনামূলক বা বস্তুধৰ্মী, তাৰ ওপৰত পাতলভাৱে পৰা আত্মনিষ্ঠতাৰ চিটিকনিয়ে কবিতাবোৰক বিশেষ ঐশ্চৰ্য দান কৰিছে। চৌধাৰীৰ কৱিতাৰ মূল বিহাৰক্ষেত্ৰ হ'ল প্ৰকৃতি। প্ৰকৃতি ৰাজ্যৰ শ্ৰেষ্ঠ উপাদান ফুল আৰু চৰাইয়ে চৌধাৰীৰ কৱিতাৰ মুখ্য উপজীৱ্য। অসমীয়া কাব্যৰ বুৰঞ্জীত চৌধাৰীদেৱৰ স্থান অবিসম্বাদীভাৱে অতি উচ্চত।

**অম্বিকাগিৰী ৰায়চৌধুৰী: (১৮৮৫-১৯৬৭)** অম্বিকাগিৰী ৰায়চৌধুৰী অসমীয়া কাব্য-সাহিত্যৰ সকলোতকৈ মৌলিক কৱি। তেওঁৰ প্ৰধান পৰিচয় দেশ-প্ৰেমিক হিচাপেহে। কিন্তু এহাতে যেনেকৈ তেওঁ আত্মভোলা সমাজ-কৰ্মী, আনহাতে তেনেকৈ গভীৰ প্ৰেমৰ কৱি বুলি ড° কাকতিয়ে উল্লেখ কৰি গৈছে। ঋষিকৱি কমলাকান্ত ভট্টাচাৰ্যতে আৰম্ভ হোৱা দেশ-প্ৰেমৰ আদৰ্শই ৰায়চৌধুৰীতে পূৰ্ণ পৰিণতি লাভ কৰিছে। এওঁৰ 'বন্দিনী ভাৰত' নাটক আৰু 'শতধাৰ' পুথি তেতিয়াৰ চৰকাৰে বাজেয়াপ্ত কৰিছিল। 'বীণা', 'অনুভূতি' তেওঁৰ খণ্ড কবিতাৰ পুথি। 'তুমি' কাব্য অসমীয়া সাহিত্যৰ ভিতৰতে এখন অদ্বিতীয় গ্ৰন্থ। ইয়াত তেওঁ মিষ্টিকৰ দৃষ্টিভঙ্গিৰে ক্ৰমবৰ্ধমান ভগৱৎ-দৰ্শন দান কৰিছে। 'বন্দো কি ছন্দেৰে', 'তই স্থাপন কৰ স্থাপন কৰ' আদি এক প্ৰকাৰ ৰাজনৈতিক কৱিতা। 'মই বিপ্লৱী মই তাণ্ডৱী' আদি কৱিতাত কৱিৰ বিদ্ৰোহাত্মক অভিব্যক্তি মূৰ্ত্ত হৈ উঠিছে। তেওঁৰ ৰচিত গীতবোৰো বেছ উদ্দীপনামূলক। মুঠৰ ওপৰত অম্বিকাগিৰী ৰায়-চৌধুৰীয়ে অসমীয়া জাতিক আলোড়িত, সচেতন কৰি তুলি অসমীয়া সাহিত্যক মিষ্টিক আৰু বিদ্ৰোহাত্মক ভাৱাদৰ্শৰে সমৃদ্ধ কৰি তুলিছে।

**দুৰ্গেশ্বৰ শৰ্মা (১৮৮৫-১৯৬১)**: 'অঞ্জলি' আৰু 'নিবেদন'ৰ কৱি দুৰ্গেশ্বৰ শৰ্মাৰ ওপৰত ৱৰ্ডছৱৰ্থৰ প্ৰভাৱ অধিক। তেওঁৰ ৱৰ্ডচৱৰ্থৰ 'লুচি' কৱিতাৰ অনুবাদ অতি আকৰ্ষণীয় আৰু প্ৰাঞ্জল। ছেলীৰ কৱিতাও তেওঁ অসমীয়ালৈ অনুবাদ কৰিছে। 'বিশ্ব-ভাৱনা', 'মৰাৰ পাছত' আদি কৱিতাৰ মাজেদি ভাৰতীয় চিন্তাধাৰাও মূৰ্ত্ত হৈ উঠিছে। এনেভাৱে দুৰ্গেশ্বৰ শৰ্মাৰ হাতত ভাৰতীয় আৰু পাশ্চাত্য চিন্তাধাৰাৰ এক সুসমন্বয় সাধিত হৈছে।

**যতীন্দ্ৰনাথ দুৱৰা ( ১৮৯২–১৯৬৪ ) :** ৰোমাণ্টিক যুগৰ সৰ্বশ্ৰেষ্ঠ কৱি হ'ল যতীন্দ্ৰনাথ দুৱৰা। ডঃ কাকতিৰ মতে কুৰি শতিকাৰ নানা বৰণীয়া ভাবৰ সমাবেশেৰে পুষ্ট হোৱা আদৰ্শ আমাৰ আগত দাঙি ধৰোঁতাসকলৰ ভিতৰত আদি শ্ৰেষ্ঠ কৱি হ'ল যতীন্দ্ৰনাথ দুৱৰা। বিভিন্ন প্ৰভাৱেৰে পুষ্ট হোৱা দুৱৰাৰ প্ৰতিভাই বিচিত্ৰ প্ৰকৃতি লাভ কৰিছে। ইংলণ্ডৰ প্ৰাক্ ৰোমাণ্টিক কৱি গ্ৰে, ৰোমাণ্টিক ছেলি, নব্য-ৰোমাণ্টিক টেনিছন, জাৰ্মান কৱি হেইনৰিখ হেইন, কথা-কৱিতাৰ ৰুছ কৱি টুৰ্গেনেভ আৰু পাৰস্যৰ মহাকৱি ওমৰখায়াম, হাফেজ আদিৰ প্ৰভাৱে দুৱৰাৰ প্ৰতিভাৰ জেউতি চৰাইছে। দুৱৰাই অনেক বছৰধৰি ওমৰ খায়াম চৰ্চ্চা কৰিছে আৰু তাৰে ফলস্বৰূপে 'ওমৰ-তীৰ্থ' ৰচনা কৰিছে। কিন্তু ওমৰ খায়ামৰ ভোগলিপ্সাবাদ, সমাজ-বিদ্ৰোহৰ কঠোৰতা দুৱৰাৰ হাতত কুমলি পৰিছে। 'আপোন সুৰ' আৰু 'বনফুল'ৰ গীতিকৱিতাবোৰ ৰোমাণ্টিক কৱিতাৰ উৎকৃষ্ট নিদৰ্শন। একে যুগৰ কৱি যদিও ৰঘু চৌধাৰী আৰু দুৱৰাই দুটা বিপৰীত বিন্দুত অৱস্থান কৰিছে। চৌধাৰীৰ কবিতা যেনেকৈ বস্তুধৰ্মী, বৰ্ণনামূলক, দুৱৰাৰ কবিতা তেনেকৈ মন্ময়-ধৰ্মী আৰু আত্মনিষ্ঠ। নিভৃত অন্তৰৰ অব্যক্ত ভাৱাবেগ ব্যক্ত কৰিবলৈ যোৱাৰ ফলতে দুৱৰাৰ কৱিতাত প্ৰতীক, ৰূপক, ইঙ্গিত, নিৰ্দেশনাৰ প্ৰচুৰ প্ৰয়োগ হৈছে। 'কথা-কৱিতা' ৰচনা কৰি দুৱৰাই অসমীয়া সাহিত্যত কৱিতাৰ এটা নতুন ধাৰাৰ প্ৰবৰ্তন কৰে।

**দণ্ডিনাথ কলিতা ( ১৮৯০-১৯৫০ ) :** দণ্ডিনাথ কলিতাৰ 'ৰহঘৰা', 'বগৰ', 'বহুৰূপী' আদি আটাইকেইখন কিতাপৰ কৱিতাই ব্যঙ্গাত্মক, কৌতুক-ধৰ্মী, ৰগৰপূৰ্ণ। 'ৰিফৰ্ম সুন্দৰী' কৱিতা ছেটায়াৰ বা বিদ্ৰূপাত্মক কৱিতাৰ উৎকৃষ্ট নিদৰ্শন। তেওঁৰ 'অসম-সন্ধ্যা' বুৰঞ্জীমূলক খণ্ডকাব্য। অসম-সন্ধ্যাৰ অমিত্ৰাক্ষৰ ছন্দৰ গতি সাৱলীল, ভাষাত কাব্যসুলভ গাম্ভীৰ্য বিৰাজমান।

**পদ্মধৰ চলিহা ( ১৮৯৫-১৯৬৮ ) :** পদ্মধৰ চলিহাই গীত আৰু কৱিতাৰ সমন্বয়ত 'ফুলনি', 'স্বৰাজ-সঙ্গীত', 'গীতিলহৰী', 'শৰাই' আদি পুথি ৰচনা কৰে।

**ৰত্নকান্ত বৰকাকতী ( ১৮৯৭-১৯৬৩ ) :** ৰোমাণ্টিক ভাৱাদৰ্শৰ আন এজন শ্ৰেষ্ঠ কৱি হ'ল ৰত্নকান্ত বৰকাকতী। তেওঁৰ কৱিতা পুথি দুখনৰ নাম হ'ল 'শেৱালি' আৰু 'তৰ্পণ'। তেওঁক সাধাৰণতে 'শেৱালিৰ কৱি' বুলিয়ে জনা যায়। শেৱালিৰ কৱিতাসমূহক কৱিৰ প্ৰেম আৰু সৌন্দৰ্যৰ



স্তুতিগীত বুলিব পাৰি। 'মোৰ পূজাত' কৱিৰ দৃষ্টিভঙ্গি ৰহস্যধৰ্মী হৈ পৰিছে আৰু মিষ্টিচিজমৰ ডাঠ কুঁৱলীৰ মাজত যেন তেওঁৰ লক্ষ্য হেৰাই গৈছে। বৰকাকতীৰ ওপৰত ৰবিঠাকুৰৰ প্ৰভাৱ স্পষ্ট—বিষয়বস্তু আৰু আঙ্গিক—দুয়ো ক্ষেত্ৰতে। বৰকাকতীৰ শ্বাসাঘাতপূৰ্ণ ছন্দৰ প্ৰয়োগে তেওঁৰ কৱিতা-বোৰক এক স্বকীয়া মৰ্যাদা দান কৰিছে।

**নীলমণি ফুকন ( ১৮৮০— ) :** 'Grand old man of Assam' নীলমণি ফুকন ককাই জীৱনৰ পৰাৰ্দ্ধতহে কৱিতা ৰচিবলৈ লয়। তিনিকুৰি বছৰ বয়সৰ পিছত লিখা 'জ্যোতিকণা', 'মানসী', 'গুটিমালী', 'জিঞ্জিৰি' 'অমিত্ৰা', 'সন্ধানী' আদি পুথি কেইখনে ফুকনৰ অসমীয়া কাব্য-সাহিত্যত এখন বিশিষ্ট আসন দান কৰিছে। 'জ্যোতিকণা'ৰ কৱিতাবোৰ যেনেকৈ চিন্তাপ্ৰধান, 'মানসী'ৰ কবিতাবোৰ তেনেকৈ ৰহস্যধৰ্মী। 'গুটিমালী' ক্ষুদ্ৰ জীৱনৰ মহিমা-কীৰ্তনেৰে মুখৰ হৈ উঠিছে।

**নলিনী বালা দেৱী ( ১৮৯৮— ) :** কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ কন্যা অতীন্দ্ৰিয়বাদী কৱি নলিনী বালা দেৱীয়ে কোনো আলোচনীৰ লেখক-থূলত যোগ নিদিয়াকৈয়ে কৱিতা ৰচিবলৈ লয়। অকাল-বৈধব্য আৰু সন্তান শোকে তেওঁক কৱিতাৰ জগতত আশ্ৰয় লবলৈ বাধ্য কৰি তোলে। 'সন্ধিয়াৰ সুৰ' প্ৰকাশ হোৱাৰ পিছতে নলিনী বালা সুকৱি বুলি প্ৰতিষ্ঠিত হয়। 'সন্ধিয়াৰ সুৰ'ত অন্তৰ্ভূক্ত 'অনাহুত', 'শেষ অৰ্ঘ্য', 'পৰম তৃষ্ণা', 'জনমভূমি' আদি কৱিতাবোৰে কৱি প্ৰতিভাৰ উৎকৃষ্ট নিদৰ্শন দাঙি ধৰে। তেওঁৰ আন কবিতাৰ পুথি 'সপোনৰ সুৰ', 'পৰশমণি', 'যুগদেৱতা' আৰু 'অলকানন্দা'। নলিনী বালা দেৱীৰ কৱিতাত অতীন্দ্ৰিয় জগতখনে ৰূপ-ৰস-সৌন্দৰ্যৰে প্ৰতিভাত হৈ উঠিছে। তেওঁৰ ওপৰত ৰবিঠাকুৰৰ প্ৰভাৱো বিৰাজমান।

**ধৰ্মেশ্বৰী দেৱী বৰুৱানী ( ১৮৯২-১৯৬০ ) :** ধৰ্মেশ্বৰী দেৱী বৰুৱানী আন এগৰাকী ধৰ্মপ্ৰাণা মহিলা কৱি। জীৱনৰ আগবয়সতে বাতৰোগত পৰি বিকলাঙ্গ হৈ আৰু কিছুদিন পিছতে দৃষ্টিশক্তিও হেৰুৱাই তেওঁ কৱিতাৰ সাধনাতে নিমগ্ন হয়। তেওঁৰ কৱিতাৰ পুথি দুখন—'ফুলৰ শৰাই' আৰু 'প্ৰাণৰ পৰশ'। ভগৱত-শক্তিৰ আবেগিক প্ৰকাশেই তেওঁৰ কৱিতাৰ মূল বস্তু।

**ডিম্বেশ্বৰ নেওগ ( ১৯০০-১৯৬৬ ) :** সাহিত্যৰ বুৰঞ্জীবিদ ডিম্বেশ্বৰ নেওগৰ অনেকখিনি কৱিতাও আছে। তেওঁৰ কৱিতাৰ পুথিবোৰ হ'ল—'মালিকা', 'সফুৰা', 'থুপিতৰা', 'মালতী', 'ইন্দ্ৰধনু', 'মুকুতা', 'শ্বহীদে কাৰবালা',

'মেঘদূত', 'অসমা', 'বিচিত্ৰা', 'থাপনা' আদি। প্ৰেম আৰু দেশপ্ৰেমেই নেওগৰ কৱিতাৰ মূল সুৰ।

এওঁলোকৰ উপৰিও শৈলধৰ ৰাজখোৱাৰ 'নিজৰা'; লক্ষ্মীনাথ ফুকনৰ 'সোণালী সপোন'; ড° সূৰ্যকুমাৰ ভূঞাৰ 'নিৰ্মালি'; দৈবচন্দ্ৰ তালুকদাৰৰ 'প্ৰেমপট', 'কুহিমলা', 'সৌন্দৰ্য'; ধ্বনিকৱি বিনন্দচন্দ্ৰ বৰুৱাৰ 'শঙ্খধ্বনি', 'প্ৰতিধ্বনি'; অতুলচন্দ্ৰ হাজৰিকাৰ 'মণিমালা', 'মুকুতামালা', 'পাঞ্চজন্য', 'দীপালী'; প্ৰসন্নলাল চৌধুৰীৰ 'অগ্নিমন্ত্ৰ'; পাৰ্বতীপ্ৰসাদ বৰুৱাৰ 'গুণগুণনি', 'ভগাটোকাৰীৰ সুৰ', 'লুইতী', 'সোণৰ সোলেঙ'; কমলেশ্বৰ চলিহাৰ 'সংসাৰী', 'ধূলি', 'বনমৌ', 'গুণগুণ', 'লতা', 'ছন্দিতা'; ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ 'চন্দ্ৰমল্লিকা', 'ৰণ-জেউতি'; যমুনেশ্বৰী খাটনিয়াৰৰ 'কৱিতা লহৰী', 'গীতিমালিকা', 'ৰেণু'; উমেশচন্দ্ৰ চৌধুৰীৰ 'ত্ৰিবেণী', 'অমৃতমন্থন'; জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'কনকলতা', 'অসমীয়া ল'ৰাৰ উক্তি', 'কুম্পুৰ সপোন' আদি কৱিতা এই যুগৰ উল্লেখযোগ্য সৃষ্টি। বকুল-বনৰ কৱি আনন্দচন্দ্ৰ বৰুৱাৰ 'হাফিজৰ সুৰ'ত পাৰস্যৰ অমৰ কৱিজনাৰ দৰ্শনত উদ্বুদ্ধ হৈ পৰিছে। অকালতে মৰহি যোৱা গণেশ গগৈয়ে কৱি-প্ৰতিভাৰ উজ্জ্বল স্বাক্ষৰ এৰি যাবলৈ সমৰ্থবান হৈছে। 'পাপৰি', 'স্বপ্ন-ভঙ্গ' আৰু 'ৰূপজ্যোতি'—এই তিনিখনেই তেওঁৰ কৱিতাৰ কিতাপ। ৰোমান্টিক ভাৱাদৰ্শৰ আতিশয্যতা গগৈৰ কবিতাত বিৰাজমান। দেৱকান্ত বৰুৱাৰ 'সাগৰ দেখিছা'ৰ কৱিতাবোৰ কলাপুষ্ট আৰু বিশেষ বৈশিষ্ট্যপূৰ্ণ। ইংৰাজ কৱি ব্ৰাউনিঙৰ নাটকীয় একোক্তিৰ সফল অনুকৰণত বৰুৱাই কেবাটাও উৎকৃষ্ট কৱিতা ৰচনা কৰিছে। 'সাগৰ দেখিছা', 'অপ্ৰকাশ', 'দেৱদাসী', 'লাচিত ফুকন', আদি কৱিতাবোৰ বৰুৱাৰ অনুপম সৃষ্টি। দেৱকান্ত বৰুৱা ৰোমান্টিক আকাশৰ অস্তগামী সূৰ্য। ৰোমান্টিক ভাৱাদৰ্শই তেওঁতে পৰিসমাপ্তি লাভ কৰিছে আৰু আনহাতে তেওঁৰ পৰাই নতুন কৱিতাৰ উদ্ভৱ হৈছে। তেওঁৰ 'আমি দুৱাৰ মুকলি কৰোঁ' কৱিতাত তেওঁ নতুন কৱিতাৰ প্ৰথম শঙ্খধ্বনি কৰিছে। সেইকাৰণেই তেওঁক যথাৰ্থভাৱে 'ক্ৰান্তিৰ কৱি' বুলি অভিহিত কৰা হয়।

## নাট্য-সাহিত্য

প্ৰাক ৰোমান্টিক যুগত হেমচন্দ্ৰ, গুণাভিৰাম আৰু ৰুদ্ৰৰাম বৰদলৈ আদিয়ে বিভিন্ন নাটক ৰচনা কৰিছিল যদিও সেইবোৰ প্ৰধানভাৱে সাহিত্যিক



নাটকহে আছিল, মঞ্চোপযোগী নাটক নাছিল। সেইফালৰপৰা কলিকতাত এ এছ. এল ক্লাবে অভিনয় কৰা ছেক্সপীয়েৰৰ Comedy of Errorsৰ অনুবাদ 'ভ্ৰমৰঙ্গ'কে প্ৰথম আধুনিক অসমীয়া নাটক বুলিব পাৰি। বৈষ্ণৱ যুগটো নাট্য-সাহিত্যৰে সমৃদ্ধিশালী আছিল যদিও আধুনিক অসমীয়া নাট অংকীয়া ভাওনাৰ পৰম্পৰাৰপৰা গঢ়ি উঠা নাই, পাশ্চাত্য প্ৰভাৱতহে গঢ়ি উঠিছে। পাশ্চাত্য নাটকৰ প্ৰভাৱ প্ৰথমে বঙালী নাটকৰ ওপৰত পৰে। বঙালী নাটকৰ আদৰ্শতে আধুনিক অসমীয়া নাটকো পাশ্চাত্য নাটকীয় কলা-কৌশলেৰে ৰচিত হবলৈ ধৰে। অসমৰ বিভিন্ন স্থানত স্থায়ী ৰঙ্গমঞ্চবোৰ গঢ়ি উঠাৰ লগে লগে সিবোৰত অসমীয়া নাটকৰ অভিনয় হবলৈ ধৰে। কিন্তু অসমত স্থায়ী মঞ্চ গঢ়ি উঠাৰ আগৰপৰাই কামৰূপ অঞ্চলত যাত্ৰাপাৰ্টিৰ প্ৰচলন হ'বলৈ ধৰে। সেই যাত্ৰাপাৰ্টিবোৰ বঙালী যাত্ৰাপাৰ্টিৰ আদৰ্শত গঢ়ি উঠা আৰু সেই যাত্ৰাদলবোৰে সাধাৰণতে বঙালী নাটকৰ অনুবাদ কৰি অভিনয় কৰিবলৈ ধৰে। তাৰ কাৰণ অসমীয়া নাটকবোৰ মঞ্চৰহে উপযোগী, যাত্ৰাৰ উপযোগী নহয়। বৰ্তমানে আধুনিক পদ্ধতিৰে গঢ়ি উঠা ভ্ৰাম্যমান থিয়েটাৰবোৰেও বেছিভাগ অনূদিত নাটকৰে অভিনয় কৰে। তাৰ লগে লগে দুই চাৰিখন অসমীয়া নাটকৰো অভিনয় নকৰা নহয়। প্ৰফুল্ল বৰাৰ নাটকবোৰে বৰ্তমান সময়ত বেছ সমাদৰ লাভ কৰা দেখা গৈছে।

**দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা:** উনৈশ শতিকাৰ শেষ দশকত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাই ৰচনা কৰা 'মহৰি' আৰু 'নিগ্ৰো' নামৰ সামাজিক নাটক দুখনত সমাজৰ বিসঙ্গতিপূৰ্ণ চিত্ৰ অঙ্কন কৰিবলৈ চেষ্টা কৰিছে। তেওঁৰ 'গুৰু দক্ষিণা' আৰু 'বৃষকেতু' পৌৰাণিক বিষয়বস্তুৰ নাটক। বেণুধৰ ৰাজখোৱাৰ সৈতে লগহৈ তেওঁ 'কলিযুগ' নামৰ নাটিকা এখনো ৰচনা কৰিছিল।

**বেণুধৰ ৰাজখোৱা:** মঞ্চ-আন্দোলনৰ লগত নিজকে সংলিপ্ত ৰাখি বেণুধৰ ৰাজখোৱাই কেবাখনো নাটক ৰচনা কৰি অসমীয়া নাট্য-সাহিত্যৰ ভঁৰাল টনকিয়াল কৰি গৈছে। গোহাঞি বৰুৱাৰ লগত লগহৈ যুটীয়াভাৱে ৰচনা কৰা 'ডেকা-গাভৰু' নামৰ নাটকৰ পিছতে ৰাজখোৱাই 'সেউতি-কিৰণ', পৌৰাণিক নাটক 'উৰুভঙ্গ' আৰু 'দক্ষযজ্ঞ', সামাজিক নাটক 'কুৰি শতিকাৰ সভ্যতা', 'লখিমী তিৰোতা', 'অশিক্ষিতা ঘৈণী' আৰু 'যমপুৰী', ধেমেলীয়া নাটক 'দৰবাৰ', 'কলিযুগ', 'তিনিঘৈণী', 'চোৰৰ সৃষ্টি' আৰু 'টোপনিৰ পৰিণাম' ৰচনা কৰে।

**পদ্মনাথ গোহাঞি বৰুৱা ঃ** গোহাঞি বৰুৱাই বেণুধৰ ৰাজখোৱাৰ সৈতে যুটীয়াভাৱে ‘ডেকা-গাভৰু’ ৰচনা কৰি নাট্য-সাহিত্যত হাত দিয়ে। তাৰ পিছত তেওঁ ক্ৰমে ‘গাওঁবুঢ়া’, ‘টেটোন-তামুলী’, ‘ভূত নে ভ্ৰম’ আদি সামাজিক আৰু ধেমেলীয়া নাটককেইখনত সমাজৰ নানা কুসংস্কাৰৰ সমালোচনা কৰে। গোহাঞি বৰুৱাৰ চাৰিখন বুৰঞ্জীমূলক নাটক—‘জয়মতী’, ‘গদাধৰ’, ‘সাধনী’ আৰু ‘লাচিত বৰফুকন’ আৰু পৌৰণিক নাটক ‘বাণৰজা’। অসমীয়া নাট্য-সাহিত্যলৈ গোহাঞি বৰুৱাৰ বৰঙণি উল্লেখযোগ্য।

**লক্ষ্মীনাথ বেজবৰুৱা ঃ** বেজবৰুৱাই প্ৰথমেই প্ৰহসন বা লঘু নাটক ৰচনা কৰিবলৈ লয়। তেওঁৰ প্ৰহসন কেইখন হ’ল ‘লিতিকাই’, ‘পাঁচনি’, ‘নোমল’ আৰু ‘চিকৰপতি নিকৰপতি’। আটাইকেইখন প্ৰহসন সাধুকথাৰ ৰূপান্তৰ। বেজবৰুৱাৰ বুৰঞ্জীমূলক নাটককেইখন হ’ল—‘চক্ৰধ্বজ সিংহ’, ‘জয়মতী কুঁৱৰী’ আৰু ‘বেলিমাৰ’। ‘চক্ৰধ্বজ সিংহ’ নাটকত বুৰঞ্জীৰ সফল ৰূপায়ণ কৰাৰ উপৰি মহাকৱি চেক্সপীয়েৰৰ King Henry IV নাটকৰ প্ৰিন্স হ’ল আৰু জ’ন ফলষ্টাফৰ আদৰ্শত প্ৰিয়ৰাম, গজপুৰীয়া, গজপুৰিয়ানী আদি আমোদ জনক চৰিত্ৰ সৃষ্টি কৰে। ‘জয়মতী’ কুৱৰী নাটকৰ ‘ডালিমী’ চৰিত্ৰ বেজবৰুৱাৰ অনুপম সৃষ্টি।

**চন্দ্ৰধৰ বৰুৱা ঃ** এওঁ মাইকেল মধুসূদন দত্তৰ ‘মেঘনাদ বধ’ কাব্যৰ আদৰ্শত ‘মেঘনাদ বধ’ নাটক ৰচনা কৰে। গৈৰিশ ছন্দতে ৰচনা কৰা মেঘনাদ বধ এখন সফল নাটক। আৱৰ্য্য উপন্যাসৰ ‘ছাদ-ছাদী’ৰ সাধুকথাটোৰ নাট্যৰূপ দান কৰিছে ‘ভাগ্য-পৰীক্ষাত’। তাৰ পিছত মাইকেলৰ ‘তিলোত্তমা-সম্ভৱ’ কাব্যৰ আদৰ্শত ৰচনা কৰে ‘তিলোত্তমা সম্ভৱ’ নাটক। হৰিশ্চন্দ্ৰৰ আখ্যানটো লৈ ৰচনা কৰে ‘ৰাজৰ্ষি’ নাটক।

**দুৰ্গেশ্বৰ শৰ্মা ঃ** দুৰ্গেশ্বৰ শৰ্মাই গৈৰিশ ছন্দত ৰচনা কৰা পৌৰাণিক নাটক ‘পাৰ্থ-পৰাজয়’ আৰু ‘বালী বধ’ দুয়োখনেই মঞ্চসফল নাটক। এই দুখনৰ উপৰিও চেক্সপীয়েৰৰ As You Like Itৰপৰা ‘চন্দ্ৰাৱলী’ আৰু Cymbelinৰপৰা ‘পদ্মাৱতী’ নামৰ নাটক ভাঙি উলিয়াইছিল।

**অন্যান্য ঃ** এওঁলোকৰ উপৰি পূৰ্ণকান্ত দেৱশৰ্মাই ‘হৰিশ্চন্দ্ৰ’ আৰু ‘হৰধনুভঙ্গ’ ; হৰেশ্বৰ শৰ্মাবৰুৱাই ‘অভিমন্যু বধ’ আৰু ‘শকুন্তলা’ ; দেবনাথ বৰদলৈয়ে ‘বৈদেহী-বিচ্ছেদ’ আৰু ‘হেমপ্ৰভা’ ; বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্য্যই ‘ৰমণী গাভৰু’ ; কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে ‘গৃহলক্ষ্মী’, ‘কৃষ্ণলীলা’, ‘দন্দুৱী দমন’,



‘বিষাদ-কাহিনী’ আৰু ‘তৰুণ-কাঞ্চন’ ; অম্বিকা প্ৰসাদ গোস্বামীয়ে ‘তাৰা’ ; দুঃখনাথ খাউণ্ডে ‘সীতা হৰণ’ ; ধনীৰাম দত্তই ‘উৰ্ব্বশী উদ্ধাৰ’ ; বলৰাম পাঠকে ‘লৱ-কুশ’ আদি নাটক ৰচনা কৰে।

**অম্বিকাগিৰী ৰায়চৌধুৰী ঃ** জাতীয় আন্দোলনত আগভাগ লোৱা অসম-কেশৰী ৰায়চৌধুৰীৰ ‘বান্দিনী ভাৰত’ নামৰ নাটকখন গুৱাহাটীত অভিনীত হৈ থকা অৱস্থাতে পুলিছে আটক কৰি নষ্ট কৰি পেলায়। তাৰ পিছত তেওঁ ‘জয়দ্ৰথ-বধ’ আৰু ‘ভক্ত গৌৰৱ’ নামৰ দুখন পৌৰাণিক নাটক যাত্ৰাপাৰ্টিৰ উপযোগীকৈ ৰচনা কৰি, বঙালী যাত্ৰা নাটকৰ প্ৰভাৱ আতৰোৱাত যথেষ্ট অৰিহণা যোগায়। জাতীয় জাগৰণৰ বোল সানি ৰায়চৌধুৰীয়ে ‘কল্যাণময়ী’ নামৰ আন এখন নাটকো ৰচনা কৰিছিল।

**পদ্মধৰ চলিহা ঃ** সু-অভিনেতা চলিহাই শিৱসাগৰ নাট্যসমাজৰ লগত ঘনিষ্ঠভাৱে জড়িত থাকি ‘নিমন্ত্ৰণ’ আৰু ‘কেনে মজা’ নামৰ দুখন নিখুঁত প্ৰহসন ৰচনা কৰে। ছেক্সপীয়েৰৰ প্ৰখ্যাত নাটক Romeo and Julietৰ অনুবাদ ‘অমৰ-লীলা’ চলিহাৰ নাট্য-প্ৰতিভাৰ স্বৰূপ স্বাক্ষৰ।

**মিত্ৰদেৱ মহন্ত ঃ** মহন্তই অনেকেইখন কৌতুকপূৰ্ণ ‘পোৱালি-নাট’ ৰচনা কৰি বিমল হাস্যৰসৰ যোগান ধৰিছে। সেইবোৰ হ’ল—‘কুকুৰীকণাৰ আঠমঙলা,’ বিয়াবিপৰ্যয়,’ ‘এটা চুৰট,’ ‘টিপচহী’, ‘মেলেটৰি’, ‘ভাকুটকুট, ‘ভোটৰ ৰগৰ’। তেওঁ ‘বৈদেহী-বিয়োগ’, ‘বলিছলন’ আৰু ‘প্ৰছন্নাপাণ্ডৱ’ নামৰ তিনিখন পৌৰাণিক গহীন নাটকো ৰচনা কৰিছে যদিও সেইবোৰে ধেমেলীয়া নাটকেইখনৰ সাৰ্থকতা লাভ কৰা নাই। এইবোৰৰ উপৰি ৰাধাকান্ত সন্দিকৈৰ ‘মূলা-গাভৰু’ ; দেবানন্দ ভৰালীৰ ছেকস্পীয়েৰৰ মেক্‌বেথ্ চৰিত্ৰৰ আদৰ্শত ৰচিত ‘ভীমদৰ্প, ; ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ ‘শ্ৰীবৎস-চিন্তা’ আৰু ‘বিশ্বামিত্ৰ’; ৱৃন্দাবন গোস্বামীৰ ‘বিসৰ্জন’, ‘ঠানু বাপু’ আৰু ‘প্ৰায়শ্চিত্ত’, গোলাপচন্দ্ৰ বৰাৰ ‘শ্ৰীৰামচন্দ্ৰ’, ‘অজ্ঞাতবাস’, ‘সমাজ’ আৰু ‘মাহী আই ’; নকুলচন্দ্ৰ ভূঞাৰ ‘বদন বৰফুকন,’ ‘চন্দ্ৰকান্ত সিংহ’ আৰু ‘বিদ্ৰোহী’ মৰাণ ; পজিৰুদ্দিন আহমদৰ ‘গুলেনাৰ’ আৰু ‘সিন্ধু বিজয়’ ; দণ্ডিনাথ কলিতাৰ ‘সতীৰ তেজ,’ অগ্নি-পৰীক্ষা’, আৰু ‘কীচক বধ’ ; দৈবচন্দ্ৰ তালুকদাৰৰ ‘অসম প্ৰতিভা,’ ‘বামুণী কোঁৱৰ,’ ‘হৰদত্ত’ আৰু ‘ভাস্কৰ বৰ্মা’ ; প্ৰসন্নলাল চৌধুৰীৰ ‘নীলাম্বৰ’ ; লক্ষ্মীধৰ শৰ্মাৰ ‘নিৰ্মলা’ ; বিপিনচন্দ্ৰ বৰুৱাৰ ‘বুদ্ধদেৱ’ ; কৰুণাধৰ বৰুৱাৰ ‘সীতা’, ‘মধুমাষ্টৰৰ গৰু’ ; বিনন্দ বৰুৱাৰ ‘পাৰ্থ-পৰাজয়’ আদি উল্লেখযোগ্য নাটক।

**অতুলচন্দ্ৰ হাজৰিকা :** অসমীয়া নাট্য-সাহিত্যলৈ অতুলচন্দ্ৰ হাজৰিকাৰ অৱদান সবাতোকৈ অধিক। বিভিন্ন বিষয়বস্তু আৰু নানা মূলৰ পৰা ৰচনা কৰা তেওঁৰ একুৰিৰো ওপৰ নাটকৰ কেবাখনিও মঞ্চসফল নাটকৰূপে পৰিগণিত হৈছে। অসমীয়া নাট্যকাৰসকলৰ ভিতৰত হাজৰিকাদেৱৰ নাটবোৰৰে মঞ্চৰ চাহিদা বেছি। 'নৰকাসুৰ', 'নন্দদুলাল,' 'কুৰুক্ষেত্ৰ,' 'শ্ৰীৰামচন্দ্ৰ,' 'সাবিত্ৰী' আৰু 'বেউলা' আদি তেওঁৰ সফল পৌৰাণিক নাটক; 'কনৌজ কুঁৱৰী,' 'ছত্ৰপতি শিবাজী' আদি তেওঁৰ উৎকৃষ্ট বুৰঞ্জীমূলক নাটক। 'টিকেন্দ্ৰজিত' তেওঁৰ আন এখন উল্লেখযোগ্য চৰিত-নাটক। ছেকস্পীয়েৰৰ Merchant of Venice আৰু King Learৰ সুস্বাদু অনুবাদ 'বণিজ-কোঁৱৰ' আৰু 'অশ্ৰুতীৰ্থ', কালিদাসৰ শকুন্তলাৰ অনুবাদ হ'ল 'শকুন্তলা'। আৰব্য উপন্যাসৰ পৰা ৰচনা কৰা 'মৰ্জিয়ানা' আন এখন তেওঁৰ উৎকৃষ্ট নাটক। মুঠৰ ওপৰত হাজৰিকাই অসমীয়া নাট্য-ভঁৰালক সমৃদ্ধি আৰু বৰ্ণাঢ্যতা দান কৰিছে।

**জ্যোতিপ্ৰসাদ আগৰৱালা :** ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ হাতত অসমীয়া নাট্যসাহিত্যই চৰম বিকাশ লাভ কৰে। 'শোণিত কুঁৱৰী' তেওঁৰ যেনে কলাসুলভ উৎকৃষ্ট পৌৰাণিক নাটক, তেনেকৈ 'কাৰেঙৰ লিগিৰী' অভিনৱ ৰোমান্টিক নাটক।' 'কাৰেঙৰ লিগিৰীৰ'ৰ দৰে তেনে অপূৰ্বসুন্দৰ নাটক অসমীয়া সাহিত্যতো নায়েই, অন্যান্য ভাৰতীয় সাহিত্যতো বিৰল।' 'লভিতা' নাটকখন পৰীক্ষামূলকভাৱে নতুন ঠাঁচত দ্বিতীয় মহাসমৰৰ পটভূমিত ৰচনা কৰা। 'ৰূপালীম' তেওঁৰ আন এখন কৰিতা কৰিতা লগা আঞ্চলিক নাটক। এই কেইখনৰ উপৰিও 'ৰূপকোঁৱৰ', 'সুন্দৰ কোঁৱৰ', 'কনকলতা' আদি নাটক এতিয়াও প্ৰকাশ হৈ ওলোৱা নাই। 'নিমাতী কন্যা' তেওঁৰ ৰূপকথাক অৱলম্বন কৰি লিখা উৎকৃষ্ট গীতি-নৃত্য-নাটিকা। ডঃ নেওগৰ মতে "নাটকীয় অভিনৱ কলাকৌশলৰ পাৰিপাট্য আৰু কাহিনী উপস্থাপন আৰু চৰিত্ৰ-বিন্যাসৰ স্বাভাৱিকতাই জোতিপ্ৰসাদক প্ৰথমৰে পৰা নবোন্মেষ শালিনী প্ৰতিভাৰ নাট্যকাৰ ৰূপে পৰিচয় দিয়ে"।[১] এইবোৰৰ উপৰিও আনন্দ চন্দ্ৰ বৰুৱাৰ 'বিজয়া', 'বিসৰ্জন', নল-দময়ন্তী', 'কৰ্পোকুঁৱৰী,' 'কমতা কুৱৰী'; গনেশ গগৈৰ 'শকুনিৰ প্ৰতিশোধ' আৰু 'কাশ্মীৰ কুমাৰী; কীৰ্তি নাথ বৰদলৈ আৰু মুক্তিনাথ বৰদলৈৰ 'বাসন্তীৰ অভিষেক', 'লুইত কোঁৱৰ'

১. সহিত্যৰ ৰূপৰেখা—৩১১ পৃ.



আৰু 'মেঘাৱলী'; প্ৰভাত চন্দ্ৰ শৰ্মাৰ 'ৰাজনটী'; সুৰেশ চন্দ্ৰ গোস্বামীৰ 'ৰুণুমী'; কামাখ্যানাথ ঠাকুৰৰ 'বেউলা'; প্ৰবীণ ফুকনৰ 'মণিৰাম দেৱান', 'কালপৰিণয়' আৰু 'আসাম হলিউড'; সত্যপ্ৰসাদ বৰুৱাৰ 'চাকৈ-চকোৱা'; বিষ্ণুপ্ৰসাদ গোস্বামীৰ 'কুবেৰ'; লক্ষীধৰ শৰ্মাৰ 'প্ৰজাপতিৰ ভুল' আদি এই যুগৰ উল্লেখযোগ্য নাটক।

## উপন্যাস-সাহিত্য

মিছনাৰী যুগতে অসমীয়া উপন্যাস-সাহিত্যৰ আৰম্ভণি হৈছিল যদিও সেই ৰচনাবোৰ প্ৰকৃত উপন্যাস-পদবাচ্য হৈ উঠিব পৰা নাছিল। ৰোমান্টিক যুগতহে প্ৰকৃত আধুনিক অসমীয়া উপন্যাসৰ আৰম্ভণি হয় আৰু অনতি-পলমেই সমৃদ্ধিশালী হৈ উঠে। আধুনিক অসমীয়া উপন্যাস ইংৰাজী উপন্যাসৰ আৰ্হিত গঢ় লৈ উঠিল। বিশেষকৈ স্কটৰ ৰোমান্টিক উপন্যাসবোৰে অসমীয়া ঔপন্যাসিকৰ ওপৰত প্ৰভাৱ পেলায়। ইংৰাজীৰ উপৰি বঙ্গীয় ঔপন্যাসিক বঙ্কিমচন্দ্ৰ আদিৰ উপন্যাসৰ প্ৰভাৱো অসমীয়া উপন্যাসৰ ওপৰত বিৰাজমান। এই সময়ৰ উপন্যাসবোৰৰ বেছিভাগেই বুৰঞ্জীমূলক।

**পদ্মনাথ গোহাঞি বৰুৱা :** আধুনিক পূৰ্ণাঙ্গ উপন্যাসৰ সূত্ৰপাত কৰে পদ্মনাথ গোহাঞি বৰুৱাই। তেওঁৰ 'ভানুমতী' উপন্যাসেই প্ৰথম আধুনিক উপন্যাস। দ্বিতীয় উপন্যাস হ'ল তেওঁৰে ৰচিত 'লাহৰী'। মোৱামৰীয়া ৰণ আৰু মানৰ আক্ৰমণেই দুয়োখন উপন্যাসৰে পটভূমি যদিও বুৰঞ্জীৰ লগত উপন্যাস দুখনৰ সম্পৰ্ক বিশেষ ঘনীভূত হৈ উঠা নাই। তাৰ পৰিৱৰ্তে মানবীয় ফালটোহে অধিক প্ৰকট হৈছে।

**ৰজনীকান্ত বৰদলৈ :** 'অসমীয়া স্কট' ৰূপে আখ্যায়িত হোৱা ৰজনীকান্ত বৰদলৈদেৱে তেওঁৰ উপন্যাসবোৰত স্কটৰ দৰেই ৰোমান্টিচিজিমৰ মধ্যযুগীয় প্ৰীতিৰ উৎকৃষ্ট নিদৰ্শন দেখুৱাই গৈছে। অসমীয়া উপন্যাস-সাহিত্যলৈ বৰদলৈৰ বৰঙণি সবাতোকৈ বেছি। সেইকাৰণেই অনেকে তেওঁক 'উপন্যাস সম্ৰাট' বুলিও বিভূষিত কৰে। প্ৰথম আধুনিক অসমৰ বুৰঞ্জী প্ৰণেতা স্বনামধন্য গেইট ছাহাবৰ অনুপ্ৰেৰণাত বৰদলৈয়ে মিৰি-সমাজৰ বিষয়ে অভিজ্ঞতা আহৰণ কৰি ৰচনা কৰে 'মিৰি জীয়ৰী' উপন্যাস। 'মিৰি জীয়ৰীয়ে'ই তেওঁক ঔপন্যাসিক হিচাবে সুপ্ৰতিষ্ঠিত কৰি তোলে। মিৰি-জীয়ৰীৰ দৰে উৎকৃষ্ট আঞ্চলিক উপন্যাস অসমীয়া সাহিত্যত দ্বিতীয় এখন

নাই। মিৰি জীয়ৰীৰ পিছতে তেওঁ বৰ্ত্তমানক এৰি সুদূৰ মধ্যযুগীয় পটভূমিত সোমাই পৰে আৰু ধাৰাবাহিকভাৱে ৰচনা কৰে কেবাখনো উৎকৃষ্ট বুৰঞ্জী-মূলক উপন্যাস। এই সময় ছোৱাত বিভিন্নজনৰ ৰচিত উপন্যাসৰ ভিতৰত 'মনোমতী', 'ৰঙ্গিলী', 'ৰহদৈ লিগিৰী', 'সাধনা', 'অপূৰ্ণ', 'বিদ্ৰোহী', 'আদৰ্শপীঠ', 'পানিপথ,' 'চিত্ৰদৰ্শন', 'উষা', 'দীনদুখী', 'মাতৃ', 'পম্পিয়াইৰ প্ৰলয়-কাহিনী' 'মিলন-মন্দিৰ' আদি প্ৰধান।

## গল্প-সাহিত্য

আধুনিক অসমীয়া-সাহিত্যৰ প্ৰায় আটাইবোৰ অঙ্গই পাশ্চাত্য সাহিত্য, বিশেষকৈ ইংৰাজী-সাহিত্যৰ অবদান বুলি কব পাৰি। পাশ্চাত্য ৰোমাণ্টিক ভাৱাদৰ্শত যেনেকৈ আধুনিক অসমীয়া কৱিতাই বিকাশ লাভ কৰে, আধুনিক নাটকবোৰো তেনেকৈ ইংৰাজী নাটকৰ আঙ্গিক কলা-কৌশলত গঢ়ি উঠে। তেনেকৈ উপন্যাস আৰু চুটি-গল্পও পাশ্চাত্য-সাহিত্যৰে অমৃতময় অৱদান। স্বনামধন্য লক্ষ্মীনাথ বেজবৰুৱাই হ'ল চুটি-গল্পৰ জনক। 'জোনাকী,' 'বাঁহী,' 'আলোচনী,' 'মিলন,' 'আৱাহন,' 'জয়ন্তী' আদি আলোচনীবোৰে গল্প-সাহিত্যৰ সৃষ্টিত বিশেষ উদগনি যোগায়। এই আলোচনীবোৰৰ কাৰণেই চুটি-গল্পই জনসমাজত অতি খৰতকীয়াভাৱে সৰ্বঢাকী প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হয়।

**লক্ষ্মীনাথ বেজবৰুৱা ঃ** বেজবৰুৱা চুটি-গল্পৰ জনক আছিল যদিও আঙ্গিক কলা-কৌশলৰ ফালৰপৰা তেওঁৰ হাততেই চুটি গল্পই পূৰ্ণ বিকাশ লাভ কৰিছিল। তেওঁৰ 'ভদৰী,' 'ধোৱাঁ-খোৱা' আদিৰ দৰে আঙ্গিক সৌষ্ঠবপূৰ্ণ উৎকৃষ্ট চুটিগল্প আজিলৈকে আন কোনোৱে লিখিব পৰা নাই। তথাপি বেজবৰুৱাই চুটি-গল্প আৰু সাধুকথাৰ মাজত বৰ বেছি পাৰ্থক্য থকা বুলি নাভাবিছিল। সেই কাৰণেই সম্ভৱ তেওঁৰ এখন গল্প-সংগ্ৰহৰ নাম 'সাধুকথাৰ কুকি' ৰাখিছিল। তেওঁৰ আন দুখন গল্প-সংগ্ৰহ হ'ল, 'সুৰভি' আৰু 'জোনবিৰি'। বেজবৰুৱাৰ বেছিভাগ গল্পই সমালোচনাৰ অস্ত্ৰ স্বৰূপ। তেওঁ সংস্কাৰধৰ্ম্মী মনেৰে সমাজৰ দোষ-ত্ৰুটিবোৰ ব্যক্ত কৰিবলৈ যাওঁতে তেওঁৰ প্ৰকাশভঙ্গিও অনেক ক্ষেত্ৰত শ্লেষযুক্ত হৈ পৰিছে। আনহাতে অসমীয়া জীৱনৰ বাস্তৱ আৰু সম্ভাব্য চিত্ৰৰেও তেওঁৰ গল্পবোৰ সমাকীৰ্ণ। মুঠৰ ওপৰত অসমীয়া গল্প-সাহিত্যলৈ বেজবৰুৱাৰ অৱদান সবাতোশ্ৰেষ্ঠ।



বেজবৰুৱাই যেহেতুকে চুটি-গল্প আৰু সাধুকথাৰ মাজত বিশেষ পাৰ্থক্য নেদিখিছিল, সেইহেতুকে এই সম্পৰ্কতে তেওঁৰ 'বুঢ়ী আইৰ সাধু' আৰু 'ককাদেউতা আৰু নাতিলৰা' নামৰ সাধুকথাৰ সংগ্ৰহ দুখনৰ কথাও উল্লেখ কৰিব পাৰি। বেজবৰুৱাৰ পিছত গল্প-সাহিত্যলৈ শৰৎচন্দ্ৰ গোস্বামীৰ অবদান উল্লেখযোগ্য। তেওঁৰ গল্পৰ পুথি হ'ল চাৰিখন—'গল্পাঞ্জলি,' 'ময়না', 'বাজীকৰ' আৰু 'পৰিদৰ্শন'। নিবিড় পৰিস্থিতিৰ সুন্দৰ প্ৰকাশ আৰু বচন-ভঙ্গিমাৰ বিশিষ্ট প্ৰয়োগ গোস্বামীৰ গল্পসমূহৰ বিশেষত্ব। এওঁৰ সমসাময়িক লক্ষ্মীনাথ ফুকনৰ গল্পৰ পুথি হ'ল তিনিখন—'মালা', 'ওফাইডাং' আৰু 'মৰমৰ মাধুৰী'। কিন্তু ওফাইডাঙৰ গল্পসমূহেই ফুকনৰ 'পৈণত প্ৰতিনিধি'। ভাষাৰ সৰলতা আৰু প্ৰাঞ্জলতা ফুকনৰ গল্পৰ বৈশিষ্ট্য।

এইবোৰৰ উপৰি নকুলচন্দ্ৰ ভূঞাৰ 'চোৰাংচোৰাৰ চ'ৰা', 'জোনোৱালি' আৰু 'গল্পৰ শৰাই'; সূৰ্য্যকুমাৰ ভূঞাৰ 'পঞ্চমী'; মিত্ৰদেৱ মহন্ত অধিকাৰৰ 'চন্দ্ৰহাৰ'; দণ্ডিনাথ কলিতাৰ 'সাতসৰী; লক্ষ্মীধৰ শৰ্মাৰ 'ব্যৰ্থতাৰ দান'; বীণা বৰুৱাৰ 'পট-পৰিৱৰ্ত্তন' আৰু 'আঘোনী বাই'; ত্ৰৈলোক্যনাথ গোস্বামীৰ 'অৰুণা', 'মৰীচিকা'; উমাকান্ত শৰ্মাৰ 'ঘূৰণীয়া পৃথিবীৰ বেকা পথ' আদি উল্লেখযোগ্য গল্প-সংকলন। কিতাপ আকাৰে ওলোৱা গল্প-সমূহৰ উপৰিও নগেন্দ্ৰ নাৰায়ণ চৌধুৰী ( নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প ), মহীচন্দ্ৰ বৰা, হলীৰাম ডেকা, মুনীন বৰকটকী, কৃষ্ণ ভূঞা, ৰাধিকামোহন গোস্বামী, দীননাথ শৰ্মা, ইন্দীবৰ গগৈ, হৰিপ্ৰসাদ গোৰ্খাৰায়, ৰায়হান স্বাহ, চৈয়দ আবদুল মালিক আদিয়ে উৎকৃষ্ট গল্প ৰচনা কৰি অসমীয়া গল্প-সাহিত্যৰ ভঁৰাল কণকণীয়া কৰি তোলে।

## জীৱনী-সাহিত্য

অসমীয়া জীৱনী-সাহিত্যক তিনিটা ভাগত ভাগ কৰিব পাৰি। পুৰনি-জীৱন-চৰিত, আধুনিক জীৱনী আৰু আত্ম-জীৱনী। পুৰণি জীৱন-চৰিত্ৰবোৰ ধৰ্মীয় প্ৰভাৱযুক্ত, বিশ্বাসেই সেইবোৰৰ মূল শক্তি। আনহাতে আধুনিক জীৱনীবোৰ বৈজ্ঞানিক দৃষ্টি সম্বলিত আৰু বিশ্লেষণেই সিবোৰৰ মূল বস্তু। বৈষ্ণৱ যুগত গুৰুসকলৰ জীৱন-কাহিনী লৈ কেবাখনো চৰিতপুথি ৰচিত হৈছিল। সেই চৰিতপুথিবোৰৰ আদৰ্শ কৃষ্ণ-চৰিত বা পৌৰাণিক আখ্যান। গতিকে সেই চৰিতবোৰৰ ঠায়ে ঠায়ে অতিমানবীয়তাৰ প্ৰভাৱ

বিৰাজমান। পিছে গুণাভিৰাম বৰুৱাৰ 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত' পুৰণি চৰিত-পুথিৰপৰা বৰ বেছি আঁতৰত নহয়। পুৰণি চৰিত-পুথিবোৰত যেনেকৈ সকলো জনা কথাকেই লিপিবদ্ধ কৰিবৰ চেষ্টা কৰা হয়, ঢেকিয়াল ফুকনৰ জীৱন-চৰিততো তাকে কৰা হৈছে। সেই কালৰপৰা লক্ষ্মীনাথ বেজবৰুৱাকে আধুনিক জীৱনী-সাহিত্যৰো পথ-প্ৰদৰ্শক বুলিব পাৰি। তেওঁৰ 'শংকৰদেৱ'ত বৰদোৱা চৰিতৰপৰা সমল লৈ গুৰুজনাৰ চৰিত্ৰ বৰ্ণনা কৰিছে। তেওঁৰে ৰচিত 'শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ' কথা-গুৰু-চৰিত আৰু দৈত্যাৰি, ৰামচৰণ ঠাকুৰ আদিৰ চৰিত পুথিৰ অৱলম্বনত লিখা এখন উৎকৃষ্ট জীৱনী-সাহিত্য। তেওঁ পুৰণি চৰিত পুথিৰ অতিমানবীয়তা বাদ দি গহীন আৰু উপাদেয় ভঙ্গিৰে জীৱনী দুখন ৰচনা কৰিছে। 'দীননাথ বেজবৰুৱাৰ সংক্ষিপ্ত জীৱন-চৰিত'তো আধুনিক জীৱনী-সাহিত্যৰ আদৰ্শ স্থাপন কৰি গৈছে।

বেজবৰুৱাৰ পিছতে উল্লেখযোগ্য জীৱনী-লেখক হ'ল ডঃ সূৰ্য্য কুমাৰ ভূঞা। তেওঁৰ 'আনন্দৰাম বৰুৱা' আধুনিক জীৱন-চৰিতৰ এটা ভাল চানেকি। ইয়াত তেওঁৰ পৰ্য্যবেক্ষণ আৰু নিৰ্বাচন ক্ষমতাৰ সুন্দৰ পৰিচয় পোৱা যায়। 'গোপাল কৃষ্ণ গোখলে'ও সংক্ষিপ্ত জীৱন-চৰিত্ৰৰ উৎকৃষ্ট নিদৰ্শন। 'জোনাকী' আৰু 'চানেকি' নামৰ জীৱনী-সংগ্ৰহ দুখন অনেকবোৰ জীৱনীৰ সমষ্টি। এইবোৰৰ উপৰিও কমলেশ্বৰ চলিহাৰ 'বিশ্বৰসিক লক্ষ্মীনাথ বেজবৰুৱ'; হৰেন্দ্ৰনাথ শৰ্মাৰ 'জোৱান ডাৰ্ক' আৰু 'কামালপাছা'; পদ্মনাথ গোহাই বৰুৱাৰ 'জীৱনী-সংগ্ৰহ'; মহাদেৱ শৰ্মাৰ 'বুদ্ধদেৱ' আৰু 'মহম্মদ চৰিত'; ডঃ নেওগৰ 'বেজবৰুৱা মানুহজন' আদি উল্লেখযোগ্য চৰিত-সাহিত্য।

কেবাখনো মনোৰম আত্ম-জীৱনীয়েও জীৱনী-সাহিত্যৰ ভৰাঁল সমৃদ্ধ কৰি তুলিছে। হেমচন্দ্ৰ বৰুৱাৰ আত্মজীৱনীমূলক ৰচনা; লক্ষ্মীনাথ বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ'; পদ্মনাথ গোহাই বৰুৱাৰ 'মোৰ সোঁৱৰণী'; ৰজনীকান্ত বৰদলৈৰ 'আত্ম-জীৱনী'; হিতেশ্বৰ বৰবৰুৱাৰ 'মোৰ ক্ষুদ্ৰ জীৱনৰ আত্ম-সোঁৱৰণী'; জ্ঞানদাভিৰাম বৰুৱাৰ 'মোৰ কথা' আদি উল্লেখযোগ্য আত্মজীৱনী। বেণুধৰ ৰাজখোৱাৰ মোৰ 'জীৱন-দাপোণ'; শৈলধৰ ৰাজখোৱাৰ 'অতীত সোঁৱৰণ' আদি এই শ্ৰেণীৰ ভাল নিদৰ্শন।



## প্ৰবন্ধ সাহিত্য

প্ৰবন্ধ সাহিত্যতো অসমীয়া সাহিত্য বিশেষ সমৃদ্ধিশালী। এই প্ৰবন্ধ সাহিত্যৰ জৰিয়তেই অসমীয়া গদ্য-শৈলীয়ে বিশেষ বিকাশ লাভ কৰিবলৈ সমৰ্থ হৈছে। "অৰুণোদইৰ খৃষ্টীয়ান লেখকসকলৰপৰা আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, লম্বোদৰ বৰা আৰু ৰত্নেশ্বৰ মহন্তলৈকে এই শৈলীৰ ক্ৰমবিকাশ চমক লগোৱা".[১] তাৰ পিছতো প্ৰবন্ধ-সাহিত্যৰ বিশেষ বিকাশ মন কৰিবলগীয়া।

**কমলাকান্ত ভট্টাচাৰ্য্য :** কমলাকান্ত ভট্টাচাৰ্য্য প্ৰধানভাবে কৱি বুলিয়ে পৰিচিত যদিও অসমীয়া গদ্য সাহিত্যৰ ক্ষেত্ৰতো তেখেতৰ বৰঙণি যথেষ্ট। ভট্টাচাৰ্য্যৰ যদিও 'কংপন্থা' নামৰ একেখন মাত্ৰ গদ্যৰ পুথি ছপা হৈ ওলাইছে, সেইখনতে তেওঁৰ প্ৰখৰ চিন্তা আৰু ওজস্বী ভাষাৰ পৰিচয় পোৱা যায়।

**লক্ষ্মীনাথ বেজবৰুৱা :** বেজবৰুৱাই হ'ল অসমীয়া সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ প্ৰবন্ধ-লেখক। আনহাতে প্ৰবন্ধ-সাহিত্যৰ মাজেৰেই বেজবৰুৱাৰ প্ৰকৃত সাহিত্য-প্ৰতিভা বিকশি উঠিছে। সাহিত্য, সমাজ, ধৰ্ম, ৰাজনীতি আদি বিভিন্ন বিষয়বস্তু সম্বলিত অলেখ প্ৰবন্ধ বেজবৰুৱাই ৰচনা কৰি গৈছে। তেওঁৰ প্ৰবন্ধৰাজি দুই শ্ৰেণীত বিভক্ত—লঘু আৰু গুৰু। তেওঁৰ লঘু প্ৰবন্ধ বা ৰসৰচনাৰ পৰিমাণেই সৰহ, যাৰ ফলত বেজবৰুৱাক ৰসৰাজ আখ্যা দিয়া হৈছে। ৰসৰচনা বা ৰম্যৰচনাবোৰৰ বেছিভাগেই তেওঁ কৃপাবৰ বৰুৱাৰ ভাওত অৱতীৰ্ণ হৈ ৰচনা কৰিছিল। তেওঁৰ প্ৰথম ৰম্যৰচনাৰ সংকলন হ'ল 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা', চাৰ্লছ ডিকেন্সৰ Pickwick Paper'sৰ আদৰ্শত ৰচনা কৰা কাকতৰ টোপোলাৰ প্ৰবন্ধবোৰ প্ৰধানভাৱে সৰল হাঁহিৰ খোৰাক যোগোৱা ধৰণৰ। কিন্তু 'কৃপাবৰ বৰুৱাৰ ওভতনি'ৰ প্ৰবন্ধবোৰ ব্যঙ্গাত্মক হৈ পৰিছে। 'ভাবৰ বুৰবুৰণি' আৰু 'চিন্তাৰ শিলগুটি' আদিত সমসাময়িক প্ৰশ্ন একোটাক লঘুভাৱে চিন্তা কৰা হৈছে। হাস্যৰসাত্মক প্ৰবন্ধ-বোৰৰ মাজেৰেও বেজবৰুৱাৰ দেশপ্ৰেমিক মনটো বিৰিঙি উঠিছে।

বেজবৰুৱা লঘু প্ৰবন্ধ ৰচনাত যেনে সিদ্ধহস্ত আছিল, সেই একে পাৰদৰ্শিতা তেওঁ গুৰু প্ৰবন্ধ বা তত্ত্বমূলক প্ৰবন্ধৰ ক্ষেত্ৰতো দেখুৱাই গৈছে। তেওঁৰ গধুৰ প্ৰবন্ধবোৰ প্ৰায়েই বৈষ্ণৱ-ধৰ্ম-সম্পৰ্কীয়। 'কৃষ্ণ-কথা', 'তত্ত্বকথা',

১। ডঃ নেওগ—৩২৪

আদিৰ প্ৰবন্ধবোৰ বিভিন্ন শাস্ত্ৰৰ গভীৰ অধ্যয়নৰ অমৃতময় ফল। এই প্ৰবন্ধবোৰৰ ভাষা ওজস্বী, গুৰু-গম্ভীৰ আৰু হৃদয়-সংবাদী। মুঠৰ ওপৰত বেজবৰুৱাই অকলেই অসমীয়া প্ৰবন্ধ-সাহিত্যৰ স্বৰ্ণসৌধ নিৰ্মাণ কৰি গৈছে। বেজবৰুৱাৰ সমসাময়িক কেবাজনো লব্ধপ্ৰতিষ্ঠ প্ৰবন্ধ-লেখক পোৱা যায়। এওঁলোকৰ ভিতৰত পদ্মনাথ গোহাঞি বৰুৱা, হেমচন্দ্ৰ গোস্বামী, সত্যনাথ বৰা, সূৰ্যকুমাৰ ভূঞা আদি প্ৰধান।

অসমীয়া গদ্য সাহিত্যলৈ গোহাঞি বৰুৱাৰ শ্ৰেষ্ঠ দান হ'ল 'শ্ৰীকৃষ্ণ' গ্ৰন্থ। গৱেষণামূলক প্ৰবন্ধৰ পথ প্ৰদৰ্শক হ'ল হেমচন্দ্ৰ গোস্বামী। তেওঁ অসমীয়া সাহিত্য, অসমৰ সংস্কৃত পুথি, আহোম বুৰঞ্জী আৰু শিলালিপি আদিৰ বিষয়ে বিভিন্ন প্ৰবন্ধ ৰচনা কৰে। সত্যনাথ বৰাৰ গদ্য পুথিবোৰ হ'ল 'আকাশ-ৰহস্য', 'সাহিত্য বিচাৰ', 'সাৰথি', 'কেন্দ্ৰসভা' আৰু 'চিন্তাকলি'। এই কেইখনত বৰাৰ কথা-শৈলীৰ ক্ৰমবিকাশ পৰিলক্ষিত হয়। গহীন প্ৰবন্ধলেখক হিচাবে কনকলাল বৰুৱাৰ 'জোনাকী' যুগৰ পৰাই প্ৰতিষ্ঠা আছিল। বেজবৰুৱাৰ 'শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধবদেৱ' গ্ৰন্থত সন্নিবিষ্ট 'মহাপুৰুষীয়া ধৰ্মমত' নামৰ এওঁৰ প্ৰবন্ধটোৱে বৰুৱাৰ বৈষ্ণৱ ধৰ্ম সম্পৰ্কে গভীৰ জ্ঞানৰ পৰিচয় দিয়ে। বুৰঞ্জী আৰু জীৱনী-সাহিত্যত ডঃ সূৰ্য্যকুমাৰ ভূঞাই এখন বিশিষ্ট স্থান অধিকাৰ কৰি গৈছে। তেওঁৰ বুৰঞ্জীমূলক প্ৰবন্ধৰ পুথিবোৰ হ'ল—'আহোমৰ দিন', 'কোঁৱৰ বিদ্ৰোহ', 'ৰমণী গাভৰু', 'মীৰজুমলাৰ অসম আক্ৰমণ', 'ৰাজেশ্বৰ সিংহ' আৰু 'বুৰঞ্জীৰ বাণী'। বুৰঞ্জীৰ গভীৰ অধ্যয়ন আৰু বিষয়-বস্তুৰ প্ৰভাৱে ভূঞাৰ বুৰঞ্জীৰ গদ্য-শৈলীক বিশেষ ওজস্বীতা আৰু সমৃদ্ধি দান কৰিছে। ডঃ ভূঞাৰ সমপৰ্য্যায়ৰে আন এজন বুৰঞ্জীমূলক প্ৰবন্ধ-লেখক হ'ল শ্ৰীবেণুধৰ শৰ্মা। তেওঁৰ ভাষা 'সচেতন ভাবে ঘৰুৱা, জতুৱা আৰু স্পষ্টভাবে পুৰনি বুৰঞ্জী আদি শৈলীৰ স্মাৰক'। সৰ্বসাধাৰণৰ কাৰণে তেওঁৰ ভাষা মাজে মাজে আচহুৱা যেন লাগিলেও তেওঁৰ ভাষা বলী আৰু বেগবান। তেওঁ 'বঙালবৈৰী লাচিত বৰফুকন', দেশদ্ৰোহী কোন' আদি প্ৰবন্ধ, 'দূৰবীণ', 'দাতাৰন ছাল', 'মণিৰাম দেৱান', 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' আদি উল্লেখ-যোগ্য বুৰঞ্জীমূলক গ্ৰন্থ ৰচনা কৰিছে। 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' গ্ৰন্থই ভাৰত চৰকাৰৰ পুৰস্কাৰ পাবলৈ সমৰ্থ হৈছে। স্বৰ্গীয় কালিৰাম মেধিয়েও সত্যনাথ বৰাৰ আৰ্হিৰে কেইখনমান ৰচনা লিখিছিল। 'চেতনা' আৰু



'ডেকা অসমৰ' সম্পাদকীয় হিচাবে অম্বিকাগিৰী ৰায় চৌধুৰীয়ে অনেক সুচিন্তিত প্ৰবন্ধ ৰচনা কৰিছিল। তাৰ কিছুমান 'আহুতি' গ্ৰন্থৰ অন্তৰ্ভূক্ত হৈছে। তেওঁৰ বেছিভাগ প্ৰবন্ধ দেশাত্মবোধক। জ্ঞাননাথ বৰায়ো সত্যনাথ বৰাৰ গদ্যৰ আদৰ্শতে 'যুগতত্ব' আৰু 'নতুন জগত'ত আৰু অন্যান্য প্ৰবন্ধত অসমৰ জাতীয় সমস্যা সম্পৰ্কে আলোচনা কৰিছে। 'পুৰণি অসমীয়া সাহিত্য' আৰু 'আধুনিক অসমীয়া সাহিত্য'ত অন্তৰ্ভূক্ত অনেক কেইটা প্ৰবন্ধ বিশিষ্ট মানযুক্ত। শ্ৰীনীলমণি ফুকনৰ গদ্য ৰচনাবোৰহে কবিতাতকৈ অধিক মূল্যযুক্ত। তেওঁৰ 'চিন্তামণি' আৰু 'সাহিত্য কলা' দুখন উল্লেখযোগ্য গ্ৰন্থ।

এইবোৰৰ উপৰি জ্ঞানদাভিৰাম বৰুৱাৰ 'বিলাতৰ চিঠি' আৰু 'মোৰ কথা'; তৰুণৰাম ফুকনৰ 'যৌনতত্ব' আৰু চিকাৰ-কাহিনীবোৰ; আনন্দচন্দ্ৰ আগৰৱালাৰ পৌৰাণিক আৰু পুৰাতত্ব বিষয়ক প্ৰবন্ধাৱলী, নকুলচন্দ্ৰ ভূঞাৰ 'বাৰভূঞা'; ৰাজমোহন নাথৰ পুৰাতাত্ত্বিক প্ৰবন্ধ; গণেশ চন্দ্ৰ হাজৰিকাৰ 'বিহু আৰু তাৰ প্ৰাকৃতিক চিত্ৰ'; বাণীকান্ত কাকতিৰ 'পুৰনি কামৰূপৰ ধৰ্মৰ ধাৰা'; ডিম্বেশ্বৰ নেওগৰ 'বৈষ্ণৱ-ধৰ্মৰ আতিগুৰি' আদি প্ৰবন্ধ সাহিত্যৰ আপুৰুগীয়া সম্পদ।

আধুনিক সঙ্গীতৰ চৰ্চায়ো এই সময়ত গা কৰি উঠে। লক্ষ্মী ৰাম বৰুৱা, পদ্মধৰ চলিহা, কীৰ্ত্তিনাথ বৰদলৈ (সুৰ পৰিচয়, কামৰূপীয় সঙ্গীত), ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰৱালা, কলাগুৰু বিষ্ণুৰাভা আদিয়ে এই ক্ষেত্ৰত বিশেষ অৰিহণা যোগায়।

## সমালোচনা-সাহিত্য

আধুনিক সমালোচনা-সাহিত্যও পাশ্চাত্য-সাহিত্যৰে অৱদান; কিন্তু তথাপি আমাৰ পুৰণি সাহিত্যত যে সমালোচনামূলক দৃষ্টিভঙ্গীৰ একেবাৰে অভাৱ আছিল, তেনে কথা নহয়। মহাপুৰুষ শঙ্কৰদেৱেই একপ্ৰকাৰ সমালোচনাৰ আদৰ্শ স্থাপন কৰিছিল। অৱশ্যে সেই সমালোচনা বৰ্ত্তমানৰ দৰে তেনে ধাৰাবাহিক নাছিল। সি আছিল একপ্ৰকাৰ ইঙ্গিতধৰ্মী, মন্তব্যপূৰ্ণ আৰু টোকাযুক্ত। কীৰ্ত্তনৰ 'নামাপৰাধ' আৰু 'পাষণ্ড-মৰ্দন' খণ্ড দুটা সমালোচনাহে। আধুনিক সমালোচনাত যেনেকৈ নিজৰ কথাৰ সমৰ্থনত বিভিন্ন জনৰ মতামত আৰু উক্তি উদ্ধৃত কৰা হয়, তেনেকৈ শঙ্কৰদেৱে উক্ত দুই খণ্ডত বিভিন্ন পুৰাণ, উপপুৰাণ আৰু অন্যান্য শাস্ত্ৰৰ কথা আনি তেওঁৰ

মত প্ৰতিষ্ঠা কৰিছে। গতিকে শঙ্কৰদেৱৰ উক্ত দুটা খণ্ডকে আধুনিক সমালোচনাৰ বাৰ্ত্তাবাহী বুলিব পাৰি।

বৈষ্ণৱ যুগৰ পিছত মিছনাৰী যুগতো সমালোচনাই ঠিকমতে মূৰ দাঙি নুঠিল। আনন্দৰাম ঢেকিয়াল ফুকন, লম্বোদৰ বৰা, সত্যনাথ বৰা আদিয়ে সমালোচনামূলক পৰ্য্যবেক্ষণ শক্তিৰ পৰিচয় দিছে যদিও প্ৰকৃত সমলোচনা-সাহিত্য তেতিয়াও আৰম্ভ নহ'ল। জোনাকীৰ আবিৰ্ভাৱৰ লগে লগে, অথবা ৰোমান্টিক যুগতেই প্ৰকৃত সমালোচনা সাহিত্যৰ আবিৰ্ভাৱ হয়।

**লক্ষ্মীনাথ বেজবৰুৱা ঃ** সাহিত্যৰ অন্যান্য বিভাগৰ দৰে সমালোচনা সাহিত্যৰ ক্ষেত্ৰতো বেজবৰুৱাই আগৰণুৱা। বৈষ্ণৱ যুগত শংকৰদেৱে যেনেকৈ সাহিত্য নিয়ন্ত্ৰন কৰিছিল, ৰোমাণ্টিক যুগত বেজবৰুৱাই তেনেকৈ অসমীয়া সাহিত্যৰ গতি নিৰ্দ্দেশ কৰিছিল। অন্যান্য লেখকৰ গ্ৰন্থৰ ওপৰত দিয়া বেজবৰুৱাৰ মতামত বিশেষ গুৰুত্বপূৰ্ণ আছিল। আনহাতে বৈষ্ণৱ সাহিত্যৰ আধুনিক চৰ্চাৰো প্ৰথম উদ্যোক্তা হ'ল বেজবৰুৱাই। তেওঁৰ 'শংকৰদেৱ' চৰিতৰ অন্তৰ্ভূক্ত 'ৰুক্মিণী-হৰণ' কাব্যৰ সমালোচনা আৰু সাহিত্য সভাৰ সভাপতিৰ অভিভাষণখনে বেজবৰুৱাক মনস্বীশীল শ্ৰেষ্ঠ সমালোচক বুলি পৰিচয় দিয়ে।

**বাণীকান্ত কাকতি ঃ** বৰ্তমানলৈ অসমীয়া সাহিত্যত সৰ্বশ্ৰেষ্ঠ সমালোচক হ'ল ডঃ বাণীকান্ত কাকতি। সংস্কৃত, ইংৰাজী আৰু গ্ৰীক সাহিত্যৰ সুগভীৰ জ্ঞানেৰে পুষ্ট হৈ কাকতিয়ে অসমীয়া ভাষা সাহিত্য অধ্যয়নত নিৰত হয়। তেওঁ তীক্ষ্ণধীসম্পন্ন আৰু বিশ্লেষণশীল মনেৰে অসমীয়া সমালোচনা-সাহিত্যক সমুচ্চয়তা দান কৰে। 'সাহিত্যত কৰুণ ৰস' নামৰ ছাত্ৰাৱস্থাতে ৰচনা কৰা প্ৰবন্ধটোৱেই তেওঁৰ পাণ্ডিত্যৰ প্ৰথম পৰিচয় দান কৰে। তাৰ পিছত তেওঁ 'ভবানন্দ পাঠক' ছদ্মনাম লৈ বৈষ্ণৱধৰ্ম সম্পৰ্কীয় এলানি গহীন প্ৰবন্ধ ৰচনা কৰে। তাৰ পিছতে কিতাপ আকাৰে প্ৰকাশ পায় 'পুৰণি অসমীয়া সাহিত্য'। লক্ষ্মীনাথ বেজবৰুৱা, ৰঘুনাথ চৌধুৰী, অম্বিকাগিৰী ৰায় চৌধুৰী, যতীন্দ্ৰ নাথ দুৱৰা, ধৰ্মেশ্বৰী দেৱী বৰুৱানী আৰু জ্যোতিপ্ৰসাদ আগৰৱালাৰ সমালোচনাৰ যোগেদি কাকতিয়ে অসমীয়া সাহিত্যৰ মূল্যাঙ্কনতো এটি স্থায়ী মান নিৰ্ণয় কৰিছে। কাকতিৰ ভাষাও আছিল স্বাদপূৰ্ণ আৰু চিত্ৰধৰ্মী, সাৱলীল আৰু অতিশয়



প্ৰকাশপূৰ্ণ। ঠায়ে ঠায়ে কাব্যসুলভ গন্ধও তেওঁৰ ভাষাত জোঁকাৰি উঠিছে"।[১]

**কৃষ্ণকান্ত সন্দিকৈ ঃ** কৃষ্ণকান্ত সন্দিকৈ প্ৰাচ্যবিদ্যাৰ এজন অগাধ পণ্ডিত। 'নৈষধ-চৰিত', 'যশস্তিলক' তেওঁৰ আন্তৰ্জাতিক খ্যাতিৰ দুটি মাইলৰ খুটি। তেওঁ অসমীয়াত কোনো সমালোচনাৰ পুথি লিখা নাই যদিও আগ বয়সতে ৰচনা কৰা অনেকবোৰ পণ্ডিত্যপূৰ্ণ প্ৰবন্ধই অসমীয়া সমালোচনা সাহিত্যৰ সমৃদ্ধি বৰ্দ্ধন কৰিছে। তেওঁৰ প্ৰবন্ধবোৰ হ'ল—'ৰুছ-অভিনয়', 'অনুবাদৰ কথা', 'য়ুৰোপৰ ভাষা আৰু সাহিত্য', 'স্পেনিছ সাহিত্যৰ ৰোমিও জুলিয়েট', 'জাৰ্মান-সাহিত্যৰ সপোন নাটক', 'গ্ৰীক নাটকৰ গান', 'চক্ৰেটিছৰ মতে কবিৰ প্ৰকৃতি', আৰু তেওঁৰ সভাপতিৰ ভাষণখন। তেওঁৰ প্ৰবন্ধবোৰে আন্তৰ্জাতিক বিশ্ব-সাহিত্যৰ জিলিঙনি দান কৰিছে।

**সূৰ্যকুমাৰ ভূঞা ঃ** ডঃ সূৰ্যকুমাৰ ভূঞাই বুৰঞ্জীৰ সত্য আৰু সৌন্দৰ্য্য উদ্‌ঘাটনতে ব্যস্ত থাকিও সমালোচনামূলক দৃষ্টিৰ পৰিচয় দি যাব পাৰিছে। তেওঁৰ সম্পাদিত বুৰঞ্জীবোৰৰ পাতনিবোৰত সাহিত্যিক মূল্য বিৰাজমান। তাৰ উপৰি বিভিন্ন লেখকৰ পুথিৰ বিষয়েও তেওঁ অনেক আলোচনা কৰিছিল।

**ডিম্বেশ্বৰ নেওগ ঃ** সাহিত্যৰ তাত্ত্বিক অধ্যয়নত ডিম্বেশ্বৰ নেওগদেৱে যথেষ্ট অৰিহণা যোগায়। 'অসমীয়া সাহিত্যৰ জিলিঙনি'ত সন্নিবিষ্ট প্ৰবন্ধবোৰ উচ্চ পৰ্য্যায়ৰ। 'আকুল পথিক', 'ভোগজৰা', 'ৰহৰহী' আৰু 'জনা-গাভৰুৰ গীত'ৰ পাতনিবোৰে নেওগৰ সমালোচনাশীল দৃষ্টিভঙ্গিৰ সুন্দৰ পৰিচয় দিছে। অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰণয়নত নেওগ একনিষ্ঠ পূজাৰী। তেওঁৰ 'আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী', 'অসমীয়া সাহিত্যৰ বুৰঞ্জী' আৰু 'নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী'য়ে অসমীয়া সাহিত্যৰ ইতিহাস নিৰ্মাণত যথেষ্ট সহায় কৰিছে।

এইবোৰৰ উপৰি এ. এছ. এল. ক্লাবৰ 'চিন্তা-কোষ' আৰু 'সাহিত্য আৰু সমালোচনা', ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ 'পঞ্চ প্ৰদীপ' নামৰ নাট্য-সাহিত্যৰ আলোচনাৰ প্ৰবন্ধ, ৰত্নকান্ত বৰকাকতীৰ 'বেজবৰুৱাৰ ডালিমী' আৰু 'সাহিত্যৰ স্বৰূপ,' লক্ষ্মীধৰ শৰ্মাৰ 'মাধৱদেৱ' আদি প্ৰবন্ধই অসমীয়া সমালোচনা-সাহিত্যৰ সমৃদ্ধিত যথেষ্ট বৰঙণি আগবঢ়াইছে।

১। ডঃ নেওগ—৩৩৩-৩৪

## উত্তৰ—ৰোমাণ্টিক বা বৰ্ত্তমান সাহিত্য

### কবিতা

ৰোমাণ্টিক সাহিত্যৰ প্ৰবাহ দ্বিতীয় মহাসমৰৰ আগলৈকে চলে। চতুৰ্থ দশকৰ পৰাৰ্দ্ধত চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মী নাথ বেজবৰুৱা, হিতেশ্বৰ বৰবৰুৱা, আনন্দ চন্দ্ৰ আগৰৱালা আদি আগতীয়া ৰোমাণ্টিক কবিসকলৰ মৃত্যু ঘটে। দ্বিতীয় মহা সমৰৰ কালত কাগজৰ মহাৰ্ঘতাৰ ফলত আবাহন, বাঁহী, সুৰভিকে আদি কৰি আটাইবোৰ আলোচনী বন্ধ হৈ যায়। তাৰ ফলত অসমীয়া সাহিত্য-চৰ্চাৰ প্ৰচেষ্টাও প্ৰায় নিৰ্বাপিত হৈ যায়। তাৰ পিছত ১৯৪৩ চনত নতুন আদৰ্শ আৰু নতুন উদ্দীপনাৰে 'জয়ন্তী' ওলাবলৈ ধৰে। জয়ন্তীয়ে ৰোমাণ্টিচিজিম এৰি প্ৰগতিবাদী ধাৰণা অবলম্বন কৰিলে। ফলত ৰোমাণ্টিক সাহিত্য আৰু আধুনিক সাহিত্যৰ মাজত বিচ্ছেদ ঘটিল। জয়ন্তীয়ে নতুন কবিতা প্ৰচাৰৰ পাতনি তৰিলে আৰু ভবানন্দ দত্তৰ 'ৰাজপথ' নামৰ এটি সৰু কবিতাই নতুন কবিতাৰ আগজাননী সূচায়। আধুনিক কবিতাৰ লক্ষণ হ'ল ধৰ্ম, প্ৰেম, সৌন্দৰ্য আদি প্ৰতিষ্ঠিত মূল্যবোধত সংশয়, ঈশ্বৰ আৰু প্ৰথাগত ধৰ্মত অনাস্থা, জৈব দেহজ কামনা আৰু প্ৰেমৰ ৰক্ত মাংসস্থূল শৰীৰসৰ্বস্ব ৰূপৰ প্ৰত্যক্ষীকৰণ, নগৰকেন্দ্ৰিক যান্ত্ৰিক সভ্যতাৰ অভিঘাত, চলন্ত জীবনত নৈৰাশ্য আৰু ক্লান্তিবোধ, মননধৰ্মিতা আৰু ভাষাৰ বিষয়ত দুৰ্বোধ্যতা, বিশ্বৰ বিভিন্ন ঐতিহ্যৰপৰা সচেতন গ্ৰহণ, ফ্ৰয়দীয় অবদমিত সূত্ৰৰ প্ৰাদুৰ্ভাৱ, মাৰ্ক্সীয় চিন্তাধাৰাৰ প্ৰভাৱ, হুইটমেন, লৰেঞ্চ, ইলিয়ট, এজ্ৰাপাউণ্ড, বোদলেয়াৰ আদি ফৰাচী প্ৰতীকবাদী, লুই আৰাগঁ আৰু পল এলুয়াৰ আদি ছুৰ ৰিয়েলিষ্ট নৈৰাজ্যবাদী, জঁাপল ছাত্ৰে প্ৰভৃতি অস্তিত্ববাদী, ৰেইনাৰ মাৰিয়া ৰিল্কে, স্পেনিছ ফেডোৰিকো গাৰ্চিয়া লৰ্কা আদি কবিৰ বাণীৰ প্ৰভাৱ—বিষয়-বস্তুৰ ফালৰপৰা এইবোৰ বিভিন্ন বৰ্ণৰ বৈশিষ্ট। আঙ্গিকৰ ক্ষেত্ৰত ৰোমাণ্টিকৰ তীব্ৰ বিৰোধ, প্ৰচলিত কবি প্ৰসিদ্ধি বৰ্জন, বাক্য-গঠনত অৰ্থঘনত্বৰ সৃষ্টি আৰু সেইবাবে উল্লম্ফন আৰু আপাত অসংবদ্ধতা, গদ্যছন্দৰ প্ৰয়োগ আদি বৈশিষ্ট স্পষ্ট হৈ উঠে। ডাইলান তমাছ, ডব্লিউ. বি. অডেন, মায়াকভ্‌স্কি, পাবলো নেৰুডা, নাজিম হিকমত, খলিল জিব্ৰাঁৰ কাব্য আৰু জাপানী টঙ্কা আৰু হুক্কু ৰূপ আদি কবিসকলৰ ঘৰুৱা হৈ পৰিছে।[১]

১। সাহিত্যৰ ৰূপৰেখা—৩৪১-৪২



১৯৪৬ চনত ওলোৱা 'আধুনিক অসমীয়া কবিতা'ত অন্তৰ্ভুক্ত কবিতাবোৰ 'জয়ন্তী' স্তৰৰ। অমূল্য বৰুৱাৰ 'বিপ্লবী', 'অন্ধকাৰৰ হাহাকাৰ', 'বেশ্যা', হেমবৰুৱাৰ 'পূজা', 'বান্দৰ', কেশৱ মহন্তৰ 'চোৰৰ কৈফিয়ৎ', ভবানন্দ দত্তৰ 'ৰাজপথ', 'পাউদাৰ' আদি কবিতা এই স্তৰৰ কবিতাৰ প্ৰতিনিধি স্বৰূপ। এই সময়ৰ কবিসকল হ'ল হেম বৰুৱা, নবকান্ত বৰুৱা, চক্ৰেশ্বৰ ভট্টাচাৰ্য, হৰি বৰকাকতী, হোমেন বৰগোহাঞি, বীৰেন ভট্টাচাৰ্য্য, মহিম বৰা, প্ৰফুল্ল ভূঞা, সুশীল শৰ্মা, দিলীপ বৰুৱা, ইব্ৰাহিম আলি, অজিত বৰুৱা, বীৰেন্দ্ৰ নাথ বৰকটকী, দীনেশ গোস্বামী, ৰাম গগৈ, নিত্যা দত্ত আদি। আধুনিক কবিতাৰ সংকলনবোৰ হ'ল কেশৱ মহন্তৰ 'আমাৰ পৃথিৱী', 'আগন্তুক', মহেন্দ্ৰ বৰা সম্পাদিত 'নতুন কবিতা', নবকান্ত বৰুৱাৰ 'হে অৰণ্য হে মহানগৰ', 'এটি দুটি এঘাৰটি তৰা', 'যতি আৰু কেইটামান স্কেচ', 'সম্ৰাট', 'মোৰ আৰু পৃথিৱীৰ'; হেমবৰুৱাৰ 'বালিচন্দা'; মহেন্দ্ৰ বৰাৰ 'জাতিস্মৰ'; বীৰেশ্বৰ বৰুৱাৰ 'নিৰ্জন নাবিক'; নীলমণি ফুকনৰ 'সূৰ্য হেনো নামি আহে এই নদীয়েদি'; অমলেন্দু গুহৰ 'তোমালৈ'; পৰেশ মল্ল বৰুৱাৰ 'সান্ধ্য আৰতি', বীৰেণ বৰকটকীৰ 'মন্বন্তৰ' আদি। মুক্তিনাথ বৰদলৈ, মিত্ৰদেব মহন্ত, লক্ষহীৰা দাস, নবকান্ত বৰুৱা, ভূপেন হাজৰিকা, কেশৱ মহন্ত, তফজ্জুল আলি, মলিন বৰা, দৰ্পনাথ শৰ্মা, ৰুদ্ৰ বৰুৱা, আলিমুন্নিছা পিয়াৰ, নিৰ্মলপ্ৰভা বৰদলৈ আদিয়ে অনেক উৎকৃষ্ট গীতো ৰচনা কৰে।

### নাটক

ৰোমাণ্টিক যুগত যিবোৰ অসমীয়া নাটক ৰচনা কৰা হৈছিল সেইবোৰ আছিল পৌৰাণিক আৰু বুৰঞ্জীমূলক। আধুনিক যুগত সামাজিক নাটকে প্ৰাধান্য বিস্তাৰ কৰে। তাৰ লগে লগে বুৰঞ্জীমূলক নাটো ৰচিত হয় যদিও পৌৰাণিক নাটকৰ ধাৰাটো একপ্ৰকাৰ শুকাই আহে। এই সময়ত ৰচিত লক্ষ্যধৰ চৌধুৰীৰ 'ৰুক্মকুমাৰ' আদি পৌৰাণিক নাটকৰ পুৰঁতি-সঙ্গীত বুলিব পাৰি। পঞ্চম দশকত ৰচিত হোৱা নাটকবোৰ হ'ল সুৰেন্দ্ৰ নাথ শইকীয়াৰ 'ঘোকোচ', 'আপোচ', 'তগদিৰ'; কুমুদ চন্দ্ৰ বৰুৱাৰ 'লিমিটেড কোম্পানী', 'তীৰ্থযাত্ৰী', 'গুড নাইট ছাৰ,' শিবপ্ৰসাদ বৰুৱাৰ 'কাণকটা' আদি। বুৰঞ্জীমূলক নাটকৰ ভিতৰত নগাওঁ নাট্য-সমাজৰ 'পিয়লি ফুকন'; ফণী শৰ্মাৰ 'ভোগজৰা'; প্ৰবীণ ফুকনৰ 'লাচিত বৰফুকন'; সুৰেন্দ্ৰ নাথ শইকীয়াৰ 'কুশল

কোৱঁৰ' ; লক্ষ্মীকান্ত দত্তৰ 'মুক্তি আন্দোলন' ; অতুলচন্দ্ৰ হাজৰিকাৰ 'টিকেন্দ্ৰজিৎ,' চৈয়দ আব্দুল মালিকৰ 'ৰাজদ্ৰোহী' আদি।

সামাজিক নাটকৰ ক্ষেত্ৰত সাৰদাকান্ত বৰদলৈৰ 'মগৰীবৰ আজান', 'পহিলা তাৰিখ,' 'সেইবাটেদি' ; প্ৰবীণ ফুকনৰ 'ডাঃ প্ৰমোদ', শতিকাৰ বাণ' ; 'বিশ্বৰূপা' ; সত্যপ্ৰসাদ বৰুৱাৰ 'শিখা', 'জ্যোতিৰেখা' ; গিৰীশ চৌধুৰীৰ 'মীনা বজাৰ' ; অনিল চৌধুৰীৰ 'প্ৰতিবাদ' ; মাণিক ৰাইটঙৰ 'চিৰন্তন' ; সৰ্ব্বেশ্বৰ চক্ৰবৰ্ত্তীৰ 'অভিযান', 'কঙ্কণ' ; দুৰ্গেশ্বৰ বৰঠাকুৰৰ 'চাকনৈয়া' ; ফণী শৰ্মাৰ 'কিয়' ; অমৰেন্দ্ৰ পাঠকৰ 'ইন্টাৰভিউ' ; অভয় ডেকাৰ 'গৰা খহনীয়া', 'ফেহুজালি' ; প্ৰফুল্ল কুমাৰ বৰুৱাৰ 'আশাৰ বালিচৰ' ; প্ৰেমনাৰায়ণ দত্তৰ 'সৎকাৰ' ; হেমচন্দ্ৰ শৰ্মাৰ 'কালিদাস,' আদিৰ উল্লেখ কৰিব পাৰি।

একাংকিকাৰ উদ্ভৱ আধুনিক নাট্য-সাহিত্যৰ এক বিশিষ্ট লক্ষণ। বৈষ্ণৱ যুগত একঅঙ্কযুক্ত অংকীয়া নাট ৰচিত হৈছিল। কিন্তু আধুনিক একাংকিকা অংকীয়া নাটৰ ঐতিহ্য নহয়, ইংৰাজী One Act Playৰ আদৰ্শতহে ৰচিত। স্বনামধন্য লক্ষ্মীধৰ শৰ্মাই 'প্ৰজাপতিৰ ভুল' ৰচনা কৰি আৱাহনৰ পাতত পোনপ্ৰথম একাংকিকাৰ পাতনি তৰে। 'দেশৰ কথা' তেওঁৰ আন এখনি উল্লেখযোগ্য একাংকিকা। ডঃ হৰিচন্দ্ৰ ভট্টাচাৰ্য্যই কেবাখনো একাংকিকা ৰচনা কৰি অসমীয়া নাট্য সাহিত্যৰ শ্ৰীবৃদ্ধি সাধন কৰে। তেওঁৰ সেই একাংকিকাবোৰৰ 'একঅংকীয়া নাটমালা' ( দুইখণ্ড ) আৰু 'একঅংকীয়া নাটৰ শৰাই'ৰ অন্তৰ্ভূক্ত হৈ প্ৰকাশ পাইছে। তাৰ উপৰি সত্যপ্ৰসাদ বৰুৱাৰ 'আনাৰকলি', 'কুনাল কাঞ্চন' ; 'দুৰ্গেশ্বৰ বৰঠাকুৰৰ 'নিৰুদ্দেশ' ; প্ৰবীণ ফুকনৰ 'ত্ৰিবঙ্গ' ; বীণা বৰুৱাৰ 'এবেলাৰ নাট' ; ভোলা কটকীৰ 'বিভ্ৰাট' ; যোগেন চেতিয়াৰ 'চেনেহৰ সোঁতা' ; ভবেন শইকীয়াৰ 'পুতলা নাচ', 'অলংকাৰ' ; তফজ্জুল আলিৰ 'নেপাতি কেনেকৈ থাকো' ; জয়ন্ত বৰুৱাৰ 'মাছ আৰু কাঁইট' আদি উল্লেখযোগ্য একাংকিকা। মুক্তিনাথ বৰদলৈৰ 'ভক্ত প্ৰহ্লাদ' আৰু কীৰ্ত্তিনাথ হাজৰিকাৰ 'ফুটুকাৰ ফেন' শিশু-নাটিকা।

## উপন্যাস

আধুনিক অসমীয়া সাহিত্য উপন্যাস-প্ৰধান বুলি কব পাৰি। দ্বিতীয় মহাসমৰৰ পিছৰ পৰাই প্ৰচুৰ উপন্যাস ৰচিত হবলৈ ধৰে। যুদ্ধোত্তৰ



উপন্যাসবোৰে ৰোমান্টিক বিষয়-বস্তু এৰি সমাজমুখী হব ধৰিলে আৰু নানা ধৰণৰ সমস্যা লৈ উপন্যাস ৰচিত হব ধৰিলে। বীণা বৰুৱাৰ 'জীৱনৰ বাটত' যুদ্ধোত্তৰ যুগৰ কেবল প্ৰথম উপন্যাসেই নহয়, বৰ্ত্তমানলৈ ই অসমীয়া সাহিত্যত সৰ্বশ্ৰেষ্ঠ উপন্যাস বুলি পৰিগণিত হৈ আছে। ৰচনাৰ চাতুৰ্য্য আৰু আঙ্গিক কলাকৌশলৰ ফালৰ পৰা জীৱনৰ বাটত যেনে সৰ্বাঙ্গসুন্দৰ, সেই একেজন লেখকৰে ৰাস্না বৰুৱা নামান্তৰত ৰচিত 'সেউজী পাতৰ কাহিনী'য়ে সেই পৰ্য্যায় নাপালে যদিও সেইখনৰ মাজেৰেও লেখকে 'আদিবাসীসকলৰ প্ৰাণ-প্ৰাচুৰ্য্যৰে ভৰা চাহ-বাগিছাৰ জীৱনৰ' ছবি সাৰ্থক ভাবে অঙ্কন কৰিছে। মহম্মদ পিয়াৰে কেবাখনিও সৰু সৰু উপন্যাস ৰচনা কৰি অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধি সাধন কৰিছে। তেওঁৰ উপন্যাসবোৰ হ'ল—'প্ৰীতি উপহাৰ,' 'সংগ্ৰাম,' 'মৰহা ফুল', 'জীৱন নৈৰ জাঁজি,' 'হেৰোৱা স্বৰ্গ,' 'হাইফেন' আদি। প্ৰফুল্ল দত্ত গোস্বামীৰ 'কেঁচা পাতৰ কঁপনি'ও এখন সাৰ্থক উপন্যাস। অসমীয়া উপন্যাস সাহিত্যলৈ হিতেশ ডেকাই শকত বৰঙণি আগ বঢ়াইছে। তেওঁৰ উপন্যাসবোৰ হ'ল—'আজিৰ মানুহ,' 'নতুন পথ,' 'ভাৰাঘৰ', 'মাটি কাৰ' 'এয়েতো, জীৱন,' 'আচল মানুহ' আদি।

ৰাধিকা মোহন গোস্বামীৰ 'চাকনৈয়া' আৰু 'বা-মাৰলী,' চৈয়দ আব্দুল মালিকৰ 'ৰথৰ চকৰি ঘূৰে', 'বনজুই', 'ছবিঘৰ', 'সুৰুযমুখীৰ স্বপ্ন', 'জীয়াজুৰিৰ ঘাট', 'কাঁচঘৰ', 'অন্য আকাশ অন্য তৰা', 'ৰূপ-তীৰ্থৰ যাত্ৰী', 'অঘৰী আত্মাৰ কাহিনী' আদি অসমীয়া উপন্যাস-সাহিত্যৰ একোটি বিশিষ্ট সম্পদ। যোগেশ দাসৰ 'ডাৱৰ আৰু নাই', 'জোনাকীৰ জুই', 'নিৰুপায় নিৰুপায়', হোমেন বৰগোহাঞিৰ 'সুবালা', 'পিতা-পুত্ৰ' নৰকান্ত বৰুৱাৰ 'কপিলী পৰীয়া সাধু' আৰু সাহিত্য একাডেমী পুৰস্কাৰপ্ৰাপ্ত 'ককাদেউতাৰ হাড়' ; বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ 'ৰাজপথে ৰিঙিয়ায়', 'আই', চৰকাৰী পুৰস্কাৰপ্ৰাপ্ত 'ইয়াৰুইঙ্গম' ; কৈলাস শৰ্মাৰ 'বিদ্ৰোহী নগাৰ হাতত', চন্দ্ৰপ্ৰসাদ শইকীয়াৰ 'মন্দাক্ৰান্তা', 'মেঘমল্লাৰ' ; পদ্ম বৰকটকীৰ 'মনৰ দাপোন', 'খবৰ বিচাৰি', 'কোনো খেদ নাই', 'অশ্লীল' ; লক্ষ্মীনন্দন বৰাৰ 'নিশাৰ পূৰবী', 'গঙাচিলনীৰ পাখি' আদি শ্ৰেষ্ঠ অসমীয়া উপন্যাস।

এইবোৰৰ উপৰিও সুৰেশ চন্দ্ৰ গোস্বামীৰ 'সাতৰঙৰ নতুন কাৰেং' ; প্ৰেমধৰ ৰাজখোৱাৰ 'ভুলৰ সমাধি' ; পপীয়া তৰাৰ 'চাৰেংমাৰ গাভৰু' ; তিলক দাসৰ 'শিল্পী', 'মিলনৰ পথ ৰুদ্ধ কৰি'; ঘনকান্ত গগৈৰ 'সোনৰ নাঙল',

'ভূমি কন্যা'; গোবিন্দ মহন্তৰ 'কৃষকৰ নাতি'; মথুৰা ডেকাৰ 'দেবগিৰি', 'পানবজাৰৰ হেজাৰ সন্ধিয়া'; সৌমাৰৰ 'সাহিত্যিকৰ সাধনা', 'যৌতুক'; সদা মৰলৰ 'সোনাপুৰ'; দুৰ্গেশ্বৰ কলিতাৰ 'বিধৱা'; অৰুণ দাসৰ 'ব্যৰ্থলগ্ন'; জমিৰুদ্দিনৰ 'অভিযাত্ৰী'; কামাখ্যা সভাপণ্ডিতৰ 'জীৱনৰ দাবী'; নবীন ডেকাৰ 'এম-এল-এ'; কৃষ্ণ প্ৰসাদ বৰঠাকুৰৰ 'লুইত পাৰৰ ছোৱালীজনী'; নলিনী চক্ৰৱৰ্ত্তীৰ 'অলপ মৰম অলপ তৃষ্ণা'; 'সূৰ্য্য হেনো লুকাই আছে এই অৰণ্যত'; দেবেন্দ্ৰনাথ ভট্টাচাৰ্য্যৰ 'আধুনিকা'; শুচিব্ৰতা ৰায় চৌধুৰীৰ 'বা-মাৰলি', কাঞ্চন বৰুৱাৰ 'অসমীত যাৰ হেৰাল সীমা', কুমাৰ কিশোৰৰ 'কপিলী নীৰৱে কান্দে', পশুপতি ভৰদ্বাজৰ 'উড়ন্ত মেঘৰ ছা', উমা বৰুৱাৰ 'লুইতৰ পাৰে পাৰে', 'ছীয়েন নদীৰ ঢৌ', নাৰায়ণ বেজবৰুৱাৰ 'নতুন দিগন্ত'; লুম্বেৰ দাইৰ 'পাহাৰৰ শিলে শিলে', 'পৃথিবীৰ হাঁহি'; প্ৰেম নাৰায়ণ দত্তৰ 'নিয়তিৰ নিৰ্মালি', 'প্ৰণয়ৰ স্মৃতি', আশাৰ 'অন্তৰালত' আৰু ডিটেক্টিভ উপন্যাসবোৰে অসমীয়া সাহিত্যৰ ভৰাল টনকিয়াল কৰিছে।

## চুটি গল্প

দ্বিতীয় মহাসমৰৰ পিছত চুটি-গল্পয়ো বিশেষ প্ৰাচুৰ্য্য লাভ কৰে। এতিয়াৰ গল্প-লেখক সকলেও কেৱল ৰোমাণ্টিক জগতত আবদ্ধ নাথাকি নতুন মানসিক দিগন্ত বিচাৰিব ধৰে আৰু সমাজৰ ভাল-বেয়া সকলো ধৰণৰ চিত্ৰ গল্পৰ মাজেদি ৰূপায়িত কৰিবৰ চেষ্টা কৰে। অসমীয়া গল্প-সাহিত্যলৈ চৈয়দ আব্দুল মালিকৰ দান সবাতো শ্ৰেষ্ঠ। তেওঁ অসমীয়া গল্প-সাহিত্যক বৈচিত্ৰ্য আৰু প্ৰাচুৰ্য্য দান কৰিছে। তেওঁৰ গল্প সংকলনবোৰ হ'ল—'পৰশমণি', 'এজনী নতুন ছোৱালী', 'ৰঙা পুলিছ', 'মৰহা পাপৰি', 'শিল আৰু শিখা', 'মৰম মৰম লাগে', 'শিখৰ শিখৰে' আদি। দীননাথ শৰ্মাৰ 'দুলাল', 'কোৱা ভাতুৰীয়া ওঠৰ তলত', 'কল্পনা আৰু বাস্তব', 'অকল শৰীয়া' আৰু 'পোহৰ'ৰ গল্পবোৰো বিশিষ্ট মূল্যযুক্ত। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ, 'কলং আজিও বয়', 'সাতসৰী'; যোগেশ দাসৰ 'সঁহাৰি পাই', 'পপীয়া তৰা', 'আন্ধাৰৰ আঁৰে আৰেঁ', 'মদাৰৰ বেদনা'; হোমেন বৰগোহাঞিৰ 'ত্ৰিবেণী', 'বিভিন্ন কোৰাছ' 'প্ৰেম আৰু মৃত্যুৰ কাৰণে'; সৌৰভ চলিহা আদিৰ গল্পবোৰে অসমীয়া চুটি গল্পত নতুন দিগন্তৰ সৃষ্টি কৰিছে।



ভবেন্দ্ৰনাথ শইকীয়াৰ 'প্ৰহৰী', লক্ষীনন্দন বৰাৰ 'দৃষ্টিৰূপা', 'সেই সুৰে উতলা', 'কাঁচিয়লিৰ কুঁৱলী', 'মন মাটি মেঘ', 'গৌৰীৰূপক', 'অচিন কইনা'; প্ৰফুল্ল দত্ত গোস্বামীৰ 'নিতে নব ৰূপ তাৰ'; ৰোহিনী কুমাৰ কাকতীৰ 'এজাক এন্ধাৰ'; মহিম বৰাৰ 'কাঠনি বাৰীৰ ঘাট'; হেমচন্দ্ৰ শৰ্মাৰ 'নিলিখা ইতিহাস'; প্ৰীতি বৰুৱাৰ 'নিৰৰ্থক'; নিৰোদ চৌধুৰীৰ 'মোৰ গল্প', 'অঙ্গে অঙ্গে শোভা', 'বায়ু বহে পুবৰৈয়া', 'নিশি গন্ধা'; ইমৰাণ স্বাহৰ 'পিয়ামুখচন্দা', 'বন্দী বিহঙ্গমে কান্দে'; মামনি গোস্বামীৰ 'চিনাকি মৰম'; ৰবীন চৌধুৰীৰ 'দুই নদীৰ দুপাৰে'; অনিমা ভৰালীৰ 'বেলি ফুলৰ সপোন'; ডলী তালুকদাৰৰ 'মধুলেখা'; বীৰেশ্বৰ বৰুৱাৰ 'প্ৰথম ৰাগিণী'; ৰূপেন চৌধুৰীৰ 'সঞ্চয়ন'; আলিমুন্নিছা পিয়াৰৰ 'মাজ নিশা তৰাই উৰুপে', 'জীৱনৰ সাগৰত উপকুল নাই' আদি সংকলনবোৰৰ গল্পবোৰে অসমীয়া গল্প-সাহিত্যৰ গৌৰৱ অৰ্জন কৰিছে।

## শিশু-সাহিত্য

আধুনিক যুগত শিশু-সাহিত্যৰ গুৰুত্ব দিনে দিনে বাঢ়ি আহিছে। শিশুৰ মনৰ গতি নিৰ্দ্দেশত সাহিত্যৰ প্ৰভাব ঢেৰ। সেই কাৰণে আজি কালি নতুন উন্নত ধৰণে শিশু-সাহিত্য ৰচিত হবলৈ ধৰিছে। অসমীয়া সাহিত্যও এই ক্ষেত্ৰত একেবাৰে পিছপৰি থকা নাই। আমাৰ লেখকসকলে শিশু মনৰ উপযোগী গ্ৰন্থ ৰচনাতো বিশেষ মনোনিবেশ কৰা দেখা যায়। বৰ্তমানলৈ ওলোৱা উল্লেখযোগ্য শিশু-সাহিত্যবোৰ হ'ল—বেণুধৰ শৰ্মাৰ 'ৰাংপতা', 'লাতুমণি'; প্ৰফুল্ল দত্ত গোস্বামীৰ 'বিলাতী হোজা', মহেশ্বৰ নেওগৰ 'ডাৱৰৰ সিপাৰে ধুনীয়া দেশ'; বাণীকান্ত কাকতিৰ 'পখিলা'; দুলাল বৰঠাকুৰৰ 'ঘুমটি যায়োৰে', 'এসময়ত চীনদেশত'; নবকান্ত বৰুৱাৰ 'আখৰৰ জখলা'; হৰিনাথ বৰদলৈৰ 'টুপী', 'উইবাজ-মৌবাজ'; অনু বৰুৱাৰ 'জাপানী সাধু'; অতুল চন্দ্ৰ হাজৰিকাৰ 'অংকীয়া নাটৰ সাধু', 'লৱাৰ জাতক', 'কথা দশম', 'অপেশ্বৰীৰ দেশ', 'ৰামায়ণৰ ৰহঘৰা', 'এণ্ডাৰচনৰ সাধু'; আব্দুল মালিকৰ 'মুকলি মনৰ সাধু'; প্ৰেমধৰ দত্তৰ 'শিয়ালৰ শিং' 'ন কথা'; লীলা গগৈৰ 'পোনাকণৰ সপোন', 'ৰংমনৰ কথা'; নিৰ্মল প্ৰভা বৰদলৈৰ 'চিল চিল চিলা বাগী চিল মিলা'; যতীন গোস্বামীৰ 'মৌচাক'; ৰাজ শেখৰৰ 'নৈৰ কথা'; প্ৰণীতা দেৱীৰ 'পৰীৰ দেশৰ সাধু' আদি।

## জীৱনী-সাহিত্য

যুদ্ধোত্তৰ যুগৰ জীৱনী-সাহিত্যৰ ধাৰা গল্প উপন্যাসৰ দৰে সিমান শক্তিশালী নহয়। তথাপি এই বিভাগত কেইখনমান উল্লেখযোগ্য গ্ৰন্থ ৰচিত হৈছে। সেইবোৰ হ'ল বেণুধৰ শৰ্মাৰ 'মণিৰাম দেৱান' আৰু মহেশ্বৰ নেওগৰ 'শ্ৰীশ্ৰীশঙ্কৰদেৱ'; গোপীনাথ বৰদলৈৰ 'দেশভক্ত তৰুণ ৰাম ফুকন'; নলিনী বালা দেৱীৰ 'স্মৃতি-তীৰ্থ', 'বিশ্বদীপা'; মহাদেৱ শৰ্মাৰ 'লোকপ্ৰিয় গোপীনাথ বৰদলৈ', সূৰ্য কুমাৰ ভূঞাৰ 'হৰিহৰ আতা'; প্ৰফুল্লদত্ত গোস্বামীৰ 'ইউৰোপৰ মনীষী পাচ গৰাকী'; হৰেন্দ্ৰনাথ শৰ্মাৰ 'শিৱাজী'; আৰু 'অশোক'; সতীশ চন্দ্ৰ কাকতিৰ 'জীৱনী-মালা'; পদ্ম বৰকটকীৰ 'টমাছ আলভা এডিছন'; মৃগেন্দ্ৰ মহন্তৰ 'আইনষ্টাইন'; বীৰেন্দ্ৰনাথ বৰকটকীৰ 'খোজতে মিল্যাও খোজ'; দীনবন্ধু তালুকাৰৰ 'অসম কেশৰী অম্বিকাগিৰী'; তিলক দাসৰ 'অম্বিকাগিৰী আৰু তেওঁৰ জীৱন-দৰ্শন'; 'পদ্মধৰ চলিহাৰ 'জীৱন-বীণৰ সুৰ'; দুৰ্গেশ্বৰ শৰ্মাৰ 'ভাষাবিদ্ বাণীকান্ত কাকতি', 'জীৱনী চয়ন' আদি।

## প্ৰবন্ধ-সাহিত্য

দ্বিতীয় মহাযুদ্ধৰ পিছত অসমীয়া প্ৰবন্ধ-সাহিত্যয়ো যথেষ্ট উন্নতি সাধন কৰে। বিৰিঞ্চি কুমাৰ বৰুৱাৰ 'অসমীয়া ভাষা আৰু সংস্কৃতি', 'অসমৰ লোক সংস্কৃতি'; মহেশ্বৰ নেওগৰ 'পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি'; নকুলচন্দ্ৰ ভূঞাৰ 'বাৰভূঞাৰ চমু বুৰঞ্জী', 'চাহ বাগিচাৰ বনুৱা'; লীলা গগৈৰ 'বুৰঞ্জীয়ে পৰশা নগৰ', 'হেৰোৱা দিনৰ কথা', 'আহোম জাতি আৰু অসমীয়া সংস্কৃতি', 'সীমান্তৰ মাটি আৰু মানুহ'; অসম সাহিত্য সভাৰ 'পবিত্ৰ অসম', 'অসমৰ জনজাতি'; অতুলচন্দ্ৰ হাজৰিকাৰ 'উছৱৰ ভোগজৰা', 'উছৱৰ ৰংচৰা'; জ্যোতি প্ৰসাদ আগৰৱালাৰ 'জ্যোতি ধাৰা'; বিশ্বনাৰায়ণ শাস্ত্ৰীৰ 'ভাৰতীয় সভ্যতা আৰু সংস্কৃতি'; হৰেশ্বৰ শৰ্মাৰ 'বস্ত্ৰশিল্পৰ ইতিবৃত্ত'; ভুবনমোহন দাসৰ 'মানবৰ আদি কথা', 'বিৱৰ্ত্তনৰ পথত মানব'; ললিত কুমাৰ বৰুৱাৰ 'প্ৰজাপতিৰ নিৰ্বন্ধ', 'মদন আৰু বসন্ত'; 'ভূমি আৰু জীৱন', বিজয় চন্দ্ৰ ভাগৱতীৰ 'গান্ধীবাদ', 'সমীক্ষা'; শৰৎচন্দ্ৰ গোস্বামীৰ 'চক্ৰেটিছ, প্লেটো আৰু এৰিষ্টটল', 'কনফিউচিয়াছ', 'মনোবিজ্ঞান'; ৰাধানাথ ফুকনৰ 'বেদান্ত দৰ্শন', 'সাংখ্য দৰ্শন', 'কথাৰে উপনিষদ', 'বিজ্ঞানৰ সিপাৰে', 'জন্মান্তৰৰ ৰহস্য', ভবানন্দ দত্তৰ 'দৃষ্টি আৰু দৰ্শন'; মনোৰঞ্জন শাস্ত্ৰীৰ 'বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা'; হেম



বৰুৱাৰ 'কিউপিড আৰু ছাইকী', 'সানমিহলি', 'সাহিত্য আৰু সাহিত্য'; তৈবুল্লাৰ 'উন্নল কোৰাণ', 'কাৰাগাৰৰ চিঠি' আদি উল্লেখযোগ্য প্ৰবন্ধ সংকলন।

## ভ্ৰমণ সাহিত্য

যুদ্ধোত্তৰ কালত অসমীয়া ভ্ৰমণ-সাহিত্যৰো যথেষ্ট শ্ৰীবৃদ্ধি হয়। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ 'চুইজাৰলেণ্ড ভ্ৰমণে'ই প্ৰথম আধুনিক ভ্ৰমণ-সাহিত্য। তাৰ পিছত হেম বৰুৱাৰ 'সাগৰ দেখিছা,' 'ৰঙা কৰবীৰ ফুল'; অমলেন্দু গুহৰ 'ছোভিয়েত দেশত এভুমুকি'; প্ৰফুল্ল দত্ত গোস্বামীৰ 'বিলাতত সাতমাহ'; আব্দুচ চাত্তাৰৰ 'বিদেশত দুদিনমান'; ললিত কুমাৰ বৰুৱাৰ 'ইউৰোপৰ বাটত'; জ্ঞানবালা বৰুৱাৰ 'আকাশ পথেদি বিদেশলৈ'; হৰিনাৰায়ণ দত্ত বৰুৱাৰ 'ভাৰত ভ্ৰমণ'; প্ৰসন্ন চন্দ্ৰ গোস্বামীৰ 'বৈদেশিক'; হেমন্ত কুমাৰ শৰ্মাৰ 'কাবেৰীৰ পাৰে পাৰে' আদি উল্লেখযোগ্য ভ্ৰমণ-সাহিত্য।

'স্বৰৰেখাত বৰগীত' আৰু ঝঙ্কাৰৰ দুই এটা প্ৰবন্ধত সঙ্গীত, চিত্ৰ আদি সুকুমাৰ কলাৰো চৰ্চা হোৱাৰ প্ৰমাণ পোৱা যায়।

মন্ময়ধৰ্মী প্ৰবন্ধ আৰু ৰম্যৰচনাৰ প্ৰসাৰ আৰু প্ৰচাৰো যথেষ্ট ৰকমে হয়। কুমাৰ মধুসূদনৰ 'কিমাশ্চৰ্য্যম'; হেমচন্দ্ৰ বৰুৱাৰ 'মোৰ ঘৰখন' 'চপনীয়া', 'নৱগ্ৰহ'; তিলক হাজৰিকাৰ 'আড্ডা', 'কত কথা'; হেমচন্দ্ৰ শৰ্মাৰ 'বাটৰ দুবৰি বন,' 'স্বাগত'; কিৰণ শৰ্মাৰ 'কিমিদং ব্যাহুতং ময়া'; ভদ্ৰ বৰাৰ 'অৰ্দ্ধং ত্যজতি', 'মধুৰেণ'; লীলা গগৈৰ 'কপলিং ছিগা ৰেল'; প্ৰেমনাৰায়ণ দত্তৰ 'ৰসমাধুৰী' আদি এই শ্ৰেণীৰ ৰচনা।

## সমালোচনা–সাহিত্য

আধুনিক সমালোচনা-সাহিত্যই গভীৰতা লাভ নকৰিলেও বিস্তৃতি যে লাভ কৰিছে, সেই কথা স্বীকাৰ কৰিব লাগিব। ত্ৰৈলোক্য নাথ গোস্বামীৰ 'সাহিত্য আলোচনা'; উমাকান্ত শৰ্মাৰ 'কাব্যভূমি'; অতুল চন্দ্ৰ বৰুৱাৰ 'সাহিত্যৰ ৰূপৰেখা'; ৰামমল ঠাকুৰীয়াৰ 'সাহিত্য বিচাৰ'; মনোৰঞ্জন শাস্ত্ৰীৰ 'সাহিত্য-দৰ্শন'; তীৰ্থনাথ শৰ্মাৰ 'সাহিত্য-বিদ্যা-পৰিক্ৰমা'; মহেন্দ্ৰ বৰাৰ 'অসমীয়া কবিতাৰ ছন্দ', 'ফুল তৰা গান'; হেম বৰুৱাৰ 'আধুনিক সাহিত্য,' 'সাহিত্য আৰু সাহিত্য,' 'এই গাওঁ এই গীত'; তাৰিণী কান্ত

ভট্টাচাৰ্যৰ 'সাহিত্যৰ গতিপথ' ; ভবানন্দ দত্তৰ 'ৰবীন্দ্ৰ প্ৰতিভা' ; প্ৰফুল্ল দত্ত গোস্বামীৰ 'সাহিত্য আৰু জীৱন,' অসমীয়া জনসাহিত্য' ; উপেন্দ্ৰ লেখাৰুৰ 'অসমীয়া ৰামায়ণ সাহিত্য', 'সাহিত্য-সেৱক ৰজনীকান্ত বৰদলৈ' ; ভাৰত চন্দ্ৰ দাসৰ 'অসমীয়া সাহিত্যৰ বুৰঞ্জী' (মনসা শাখা) ; সূৰ্য্যকুমাৰ ভূঞাৰ 'ত্ৰিপদী' ; মহেশ্বৰ নেওগৰ 'অসমীয়া প্ৰেম-গাথা' ; পদ্মাধৰ চলিহাৰ 'অসমীয়া সাহিত্য আৰু ৰংপুৰৰ বৰঙণি' ; হেমন্ত কুমাৰ শৰ্মাৰ 'অসমীয়া সাহিত্যত দৃষ্টিপাত' আৰু 'অসমীয়া সাহিত্যৰ ৰেঙনি' ; সত্যপ্ৰসাদ বৰুৱাৰ 'নাটক আৰু অভিনয় প্ৰসঙ্গ' ; অসম সাহিত্য সভাৰ 'সাহিত্য সমীক্ষা' ; ভুৱনেশ্বৰী বৈশ্যৰ 'বৈষ্ণৱ যুগৰ অসমীয়া সাহিত্য' ; ডিম্বেশ্বৰ নেওগৰ 'অসমীয়া সাহিত্যৰ অধ্যয়ন' ; উপেন্দ্ৰ নাথ গোস্বামীৰ 'ভাষা আৰু সাহিত্য', 'বৈষ্ণৱ ধৰ্ম আৰু সন্তকথা' ; সত্যেন্দ্ৰ নাথ শৰ্মাৰ 'সাহিত্যৰ আভাস', 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত', 'অসমীয়া উপন্যাস সাহিত্য', 'অসমীয়া নাট্য-সাহিত্য' ; বিৰিঞ্চি কুমাৰ বৰুৱাৰ 'অসমীয়া কথা-সাহিত্য', 'অসমীয়া সাহিত্য আৰু সংস্কৃতি' ; লীলা গগৈৰ 'অসমীয়া লোক-সাহিত্যৰ ৰূপৰেখা' আদি গ্ৰন্থই অসমীয়া সমালোচনা-সাহিত্য সমৃদ্ধিশালী কৰি তুলিছে।

# অসমৰ চিত্ৰকলা

ডঃ মহেশ্বৰ নেওগ

এঘাৰ শতিকাৰ সময়ৰ ক্ষুদ্ৰ চিত্ৰাংকিত মধ্যযুগীয় যিবোৰ বৌদ্ধ হাতেলিখা পুথি আৱিষ্কৃত হৈছে সেইবোৰে পুৰণি ঐতিহ্যৰ স্মৃতিটোৰ প্ৰতিনিধিত্ব কৰিছে বুলি আনন্দস্বামীয়ে মত প্ৰকাশ কৰিছে। বঙ্গ, বিহাৰ আৰু নেপালৰ কিছুমান বেটুপাত বা ঢাকনি আৰু বিভিন্ন চিত্ৰেৰে সুশোভিত কৰা তালপাতো সংগ্ৰহ কৰা হৈছে।

দ্বাদশ শতিকাত গুজৰাটত হাতেলিখা পুথিৰ চিত্ৰকলাই গা কৰি উঠিছিল। গুজৰাটৰ চিত্ৰকলাৰ সোঁতৰ শতিকালৈকে অবিৰামভাৱে চৰ্চা হৈছিল যদিও তাৰ পিছত ইয়াত মোগল-ৰাজপুত-চিত্ৰপদ্ধতিয়ে বস্তুটোৰ ৰূপান্তৰ ঘটায়। সন্ত তুলসীদাসৰ 'ৰামচৰিত-মানস', জয়দেৱৰ 'গীতগোৱিন্দ', পুৰণি গুজৰাটী 'বসন্ত-বিলাস', 'ৰাগমালা', আৰু 'বাৰমাসা' আদি কৰিতা আৰু পুথিৰো চিত্ৰশোভিত কৰাৰ ভাৰ শিল্পীসকলক দিয়া হৈছিল। পঞ্চদশ শতিকাৰ পৰা উদ্ভূত হোৱা উত্তৰ ভাৰতৰ বৈষ্ণৱ আন্দোলনে ৰাজপুত-মোগল-চিত্ৰসমূহক নতুন জীৱনী শক্তি যোগালে।

চিত্ৰ-শোভিত তুলসী-ৰামায়ণ বহুতো পোৱা গৈছে। সমগ্ৰ আৰ্যাৱৰ্তক যেতিয়া ৰাধা-কৃষ্ণ-প্ৰেমসম্বলিত গীতসমূহে ধ্বনিত প্ৰতিধ্বনিত কৰি তুলিছিল, ঠিক সেই সময়তে চিত্ৰ-শিল্পীসকলে ৰং আৰু তুলিকাৰ সহায়েৰে ফলপ্ৰদ কলাসৃষ্টিৰ কাৰণে উঠিপৰি লাগিছিল। বিশেষকৈ অষ্টাদশ শতিকাৰ পাহাড়ী ধাৰাৰ চিত্ৰসমূহ প্ৰাণসমৃদ্ধ আছিল। পঞ্চদশ শতিকাৰ গুজৰাটত হাতেলিখা পুথিত চিত্ৰাংকন কৰাৰ এটা প্ৰৱাহ হৈছিল। মাজভাগত তিনিটাকৈ বিন্ধা কৰি তিনিডাল জৰীৰে একেলগ কৰি বান্ধি ৰখা (ঠিক আমাৰ অসমীয়া হাতেলিখা পুথিৰ সোঁমাজত থকা বিন্ধাটোৰ দৰে) তালপাত কৰিতাৰ কিতাপ লিখা আৰু চিত্ৰাংকন কৰাৰ কাৰণে ব্যৱহাৰ কৰা হৈছিল। মোগল যুগত মোগল প্ৰভাৱত গুজৰাটৰ চিত্ৰকলা

ক্ৰমে মোলান পৰি আহিছিল। 'উত্তৰাধ্যায় সূত্ৰ' (১৫৯১), 'গীতগোৱিন্দ' (এন. ছি. মেহটা সংগৃহীত), 'চৌৰ-পঞ্চাশিকা', 'কৃষ্ণলীলা' (বোষ্টন মিউজিয়ামৰ সংগ্ৰহ) আৰু বাৰমাসৰ চিত্ৰাংকনসমূহ ৰাজপুত-চিত্ৰকলা-বিদ্যাৰ অন্যতম সম্পদ। এই চিত্ৰকলাৰে 'ৰাগমালা' চিত্ৰসমূহে ইয়াৰ ইতিহাসত সমুজ্জল স্থান পাইছিল। ১৮শ শতিকাত ৰাজপুত-চিত্ৰকলা-বিদ্যা বাশোলী, পাহাড়ী, বাংগ্ৰা আৰু আন আন সৰু সৰু ঠালত বিভক্ত হৈ যায়। ১৬শ শতিকাত জকমকাই উঠা মোগল-চিত্ৰকলা তাৰ পিছৰ শতিকাৰ মাজভাগত চৰম সীমালৈ উন্নীত হয়। এই চিত্ৰকলাত পাৰস্যৰ চিন্তাধাৰা আৰু অনুশীলনে পোনপটীয়াকৈ প্ৰভাৱ পেলাইছিল যেন লাগে।

বৈষ্ণৱ-পন্থীসকলৰ বিভিন্ন পন্থৰ প্ৰধান ধৰ্মগ্ৰন্থ ভাগৱতপুৰাণৰ মূল কিতাপতে হওক বা তাৰ অনূদিত আৰু ব্যাখ্যাযুক্ত সংস্কৰণেই হওক তাক সচিত্ৰ কৰাৰ কাৰণে ভাৰতৰ সকলো ঠাইতে প্ৰচেষ্টা চলিছিল। ১৬৪৮ চনত ৰাজপুতনাৰ উদয়পুৰ নগৰত ভটাৰক যশোৱন্ত নামৰ এগৰাকী লিপিকাৰে শ্ৰীধৰ স্বামীৰ টীকা থকা এই পুৰাণখনৰ এটি নকল হাতেৰে লিখি উলিয়াইছিল। এই পুথিখন বিতোপনভাৱে চিত্ৰশোভিত কৰা হৈছিল আৰু এইখন এতিয়া পুনাৰ 'ভাণ্ডাৰকাৰ ৰিছ্চাৰ্চ ইনষ্টিটিউটত' সংৰক্ষিত কৰা হৈছে। তদুপৰি এইখন পুৰাণৰে পাৰ্ছী ভাষাত কৰা গদ্যানুবাদ আৰু চিত্ৰশোভিত হাতেলিখা পুথি এখনো একেটি গৱেষণা-অনুষ্ঠানতে আছে। পাৰ্ছী ভাষাত ৰচনা কৰা এই পুথিখন ১৮৫৩ চনৰ। জয়পুৰৰ ৰজা প্ৰতাপ সিংহৰ (১৭৭৯-১৮০৩) পৃষ্ঠপোষকতাত আন এজন শিল্পীয়ে এখইন পুৰাণৰ মূল সংস্কৃতত হাতেলিখা পুথি এখন চিত্ৰ-শোভিত কৰি তুলিছিল। এইখন পুৰাণৰ মন-প্ৰাণ অভিভূত কৰি তোলা দশম স্কন্ধটোৰ প্ৰতি শিল্পীসকল বিশেষভাৱে আকৃষ্ট হৈছিল। এই স্কন্ধটোৰে দুখন সচিত্ৰ হাতেলিখা পুথিৰ উল্লেখ পোৱা গৈছে: তাৰ এখন হ'ল ১৬শ শতিকাৰ আদিভাগৰ কৰি ভালনে গুজৰাটী পদ্যানুবাদ কৰা আৰু ১৭শ শতিকাৰ চিত্ৰ-চানেকিৰে চিত্ৰিত আৰু আনখন ১৬১১ চনত যোধপুৰত ৰচিত পুৰণি গুজৰাটী ভাষাৰ টীকা-যুক্ত আৰু দুশ চিত্ৰেৰে সুশোভিত।

অসমতো বৈষ্ণৱপন্থীসকল কৱিতা, নাটক, সঙ্গীত-ৰচনা আৰু চিত্ৰ-কলাত নৱ-সৃষ্টিৰ অনুপ্ৰেৰণাৰে অনুপ্ৰাণিত হৈ উঠিছিল। এই ভাগৰ বৈষ্ণৱ সম্প্ৰদায়ৰ অন্যতম নায়ক শংকৰদেৱ এজন কৱি, নাট্যকাৰ, সঙ্গীতজ্ঞৰ উপৰিও



অসমান্য দক্ষতাৰ চিত্ৰশিল্পী আছিল। কেনেকৈ তেওঁ চিহ্নযাত্ৰা নামৰ ভাওনাৰ কাৰণে তুলাপাতত সাতখন বৈকুণ্ঠৰ চিত্ৰ আঁকিছিল তাক এজন চৰিত্ৰকাৰে লিখিছে। আন এসময়ত তেওঁ তুলাপাতত হেঙুল-হাইতালেৰে হাতী এটাৰ ছৱি আঁকি তাক কাঠৰ পাত্ৰ এটাত খুৱাই লৈ তেওঁৰ ৰাজপৃষ্ঠপোষক নৰনাৰায়ণক উপহাৰ দিছিল। প্ৰতিখন ছৱিৰ তলত একোটা নামাংকনেৰে তেওঁ ছকুৰি হাত দীঘল কাপোৰ এখনত শ্ৰীকৃষ্ণৰ বৃন্দাৱন-লীলাৰ ছৱিবোৰ তাঁতত বৈ উলিয়াইছিল। কিন্তু শংকৰদেৱৰ জীৱন কালত চিত্ৰকলাৰ প্ৰসাৰ আৰু চৰ্চা কিমান বিস্তৃত আছিল তাক আমি পাব নোৱাৰোঁ।

নগাঁও জিলাৰ বালিসত্ৰত পোৱা শংকৰদেৱৰ দশম স্কন্ধ ভাগৱতখনৰ চিত্ৰবোৰ "চিত্ৰ-ভাগৱতত" পুনঃ মুদ্ৰিত কৰা হৈছে আৰু সেইখন পুৰণি চিত্ৰশোভিত ধৰ্মপুথিৰ এটি সুন্দৰ চানেকি। এই পুথিখন ১৪৬১ শকৰ (১৫৩৯ খৃঃ) অৰ্থাৎ শংকৰদেৱৰ জীৱন-কালৰ বুলি ঠাৱৰ কৰিবলৈ যত্ন কৰা হৈছে। কেইবাটাও কাৰণে এই তাৰিখ আৰু সময়ৰ চিত্ৰবোৰ অংকনৰ সময়তকৈ বহুত আগৰ বুলি অনুমান হয়। ইয়াৰ বৰ্তমান গৰাকী শ্ৰীশিৱেন্দ্ৰ নাৰায়ণ দেৱ গোস্বামী সত্ৰাধিকাৰৰ সৌজন্যৰ গুণে মই ১৪৬১ শকৰ তাৰিখ থকা পাতকে ধৰি কেইবাখিলাও মূল পাত চাবলৈ পাইছিলোঁ; কিন্তু এই চন বা শক শিল্পীজনৰ পিছৰ কোনোবাই সোমাই দিয়া যেন অনুমান হয় আৰু হয়তো শংকৰদেৱৰ ৰচনা-কালৰ লগত যোগসূত্ৰ স্থাপনাৰ্থেও ইয়াক দিয়া হ'ব পাৰে। বোম্বাই ৰাজ্যিক সংগ্ৰহালয়ৰ ডঃ মতিচন্দ্ৰই পাত দুখিলা চাই অভিমত দিছে যে এই চিত্ৰাংকনবোৰ ১৮শ শতিকাৰ শেষ ভাগৰ নাইবা ১৮শ শতিকাৰ আদি ভাগৰ।

সত্ৰীয়া পুথিবোৰৰ চিত্ৰাংকনৰ কলা-কৌশলত যদিও স্থানীয় পৰিৱেশে আৰু নীতি বা শৈলীয়ে প্ৰভাৱ পেলোৱা দেখা যায়, তথাপি সেইবোৰে সৰ্বভাৰতীয় যোগসূত্ৰ আৰু ঐতিহ্যৰ প্ৰদৰ্শক। বিশেষভাৱে আঙুলিয়াব পাৰি যে কেশহীন ভাৰতীয় সিংহ আৰু মেখোন অসমৰ চিত্ৰাংকন আৰু ভাস্কৰ্য শিল্পবোৰত সচৰাচৰ দেখা যায়। অবাস্তৱ আৰু বিতোপনভাৱে সজাই পৰাই অংকিত কৰা গছৰ ছৱিবোৰ আন এটা মন কৰিবলগীয়া বিষয়। সীমাবদ্ধ ৰীতি-আনুগত্য আৰু সুষমবদ্ধ অংকনে ইয়াত বহু সময়ত কলাৰ ওপৰত বাধা হৈ দেখা দিছে। এইটো আৰু সূক্ষ্মবিশ্লেষণত কিছু পৰিমাণে অপৈণত হোৱা সত্ত্বেও ভাগৱতপুৰাণৰ চিত্ৰবোৰত শিল্পনিপুণতা আৰু

কলাসুলভতা সুস্পষ্ট। ৰঙৰ মিশ্ৰণ সাধাৰণতে খুব দৃঢ়, ৰংবোৰ প্ৰচুৰ পৰিমাণে প্ৰয়োগ কৰা হৈছে।

শিল্পাচাৰ্য নন্দলাল বসুক এই হাতেলিখা পুথিসমূহৰ মূলপাতকেইখিলামান দেখুওৱাত তেওঁ এই চিত্ৰাংকনসমূহৰ জৈন, মেৱাৰী আৰু উৰিষ্যাৰ চিত্ৰকলাৰে সৈতে সাদৃশ্য থকা বুলি অভিমত দিছে। আন আন কলা-সমালোচকসকলেও এই চিত্ৰাংকনসমূহত এনেকুৱা কিছুমান বিশেষত্ব দেখিছে যিবোৰক ১৪শ শতিকাৰ পৰা ১৬শ শতিকাৰ জৈন হাতেলিখা পুথিসমূহৰ লগত তুলনা কৰিব পাৰি। ডঃ মতিচন্দ্ৰই আঙুলিয়াই দিছে: "কাব্যিক ব্যঞ্জনাসনা অংকন-কৌশল, সহজ-সৰল ৰচনা পদ্ধতি, নাটকীয় কাহিনী-বিশ্লেষণ আৰু অপূৰ্ব ৰঙৰ সমাৱেশে ভাগৱতৰ এই চিত্ৰাংকনসমূহক এনে এটা মাধুৰ্য দিছে যে তাক উদয়পুৰ বা আন ঠাইৰ একে ধৰণৰ ভাগৱত চিত্ৰাংকনসমূহৰ পৰা পৃথকভাৱে দেখুৱাব পাৰি।"

চিত্ৰ আৰু লেখাবোৰ তুলাপাতত অংকন কৰা হৈছিল। চিত্ৰাংকনবোৰৰ পটভূমিবোৰ সাধাৰণতে নীলা বা হেঙুলীয়া এবিধ ৰঙৰ সমাৱেশত অৰ্ধগোলাকৃতি কৰি অংকিত কৰা হৈছিল। ঘটনাৰ পটভূমি স্বৰূপে কোনো বাস্তৱ দৃশ্য ৰূপায়ণৰ প্ৰচেষ্টা কৰা হোৱা নাছিল যদিও তাৰ ঠাইত মাথো কিছুমান ৰঙৰ বোল আৰু সুশোভিত গছ-গছনি আঁকিছিল। দৃশ্যাংকন কৰাৰ প্ৰতি শিল্পীসকল সজাগ নাছিল। ত্ৰৈমাত্ৰিক জ্ঞানৰ (3rd Dimension) কোনো পৰিচয় পোৱা নাযায়। অৰ্ধচন্দ্ৰাকৃতি বা একাবেঁকাকৈ অঁকা বাতায়নৰ মাজত সজোৱা দৃশ্যসমূহ ঠিক ছিনেমাৰ ছেলুলয়েডৰ ফিটাবোৰৰ দৰে ইটো-সিটোৰ মাজত পাৰ্থক্যবিহীনভাৱে দিয়া হৈছে। বৰষুণৰ পানী পৰা দৃশ্য, নদী আৰু হ্ৰদৰ চিত্ৰাংকনত বাস্তৱতাৰ পৰশ নাই। ভূতত্ত্বৰ কিতাপৰ চিত্ৰৰ দৰে চকলিয়াই পেলোৱা পৰ্বতৰ নিচিনা পাহৰবোৰত বাস্তৱ সৌন্দৰ্যৰ আভাস নাই। ৰথবিলাক তলত কাঠৰ খুটা আৰু সমুখত পতাকাৰে একোখন কাঠৰ আসন সদৃশ।

শৰীৰসমূহ গঠনত স্পষ্ট যদিও শিল্পীয়ে তাৰ বাহ্যিক অৱয়ৱটোহে ফুটাই তোলাৰ কাৰণে অধিক যত্নপৰ হৈছে আৰু ইয়াত কৌলীনতাৰ সমাৱেশ ফটফটীয়া। থিয় হৈ থকা শৰীৰবোৰ সাধাৰণতে আভঙ্গ ভঙ্গীত দেখা যায়। কিছুমান আকৌ ত্ৰিভঙ্গৰূপত আছে। অতিভঙ্গ ৰূপ ক'তো নাই। চকুবোৰ মাছৰ লেথীয়া বা একে পাকতে আঁকি তোলা শেষৰ ফালে শুঙেৰে ঠিক ধানটোৰ দৰে। নাকবোৰ স্পষ্টভাৱে আৰু চকুৰ ভ্ৰূবোৰ ধেনুভিৰীয়াকৈ



আঁকিছে। বুকুৰ পৰা তললৈ ক্ৰমাৎ সৰু কৰি নি কঁকালটো ঠিক বটগছৰ পাতটোৰ দৰে কৰি অঁকা হৈছে। দাড়ি আবৃত মুখেৰে দৈত্যসমূহৰ শৰীৰাকৃতিবোৰ আকৰ্ষণীয়। ভৱিৰ প্ৰতিকৃতিৰ ৰূপ দিয়াৰ দৰে কঠিন কামো শিল্পীয়ে ভালভাৱেই কৰিছে বুলিব পাৰি। সাজ-পাৰবোৰ অনাড়ম্বৰ হ'লেও মনোমুগ্ধকৰ। মতা মানুহবোৰক ধুতি আৰু কান্ধৰ পৰা ওলমি থকা চাদৰ আৰু মাইকীবিলাকক ফুলাম শাৰী আৰু চোলা পিন্ধাই চিত্ৰিত কৰা হৈছে। মতা মানুহবোৰৰ মূৰত দিয়া 'মোগলাই টুপী'য়ে আমাক ৰাজপুত মোগলসকলৰ মূৰৰ পাগুৰিৰ কথা সোঁৱৰাই দিয়ে।

সহানুভূতিশীল আৰু স্পষ্টভাৱে চৰাই আৰু পশুৰ চিত্ৰবোৰ অঁকা হৈছে। সিবিলাকক বাস্তৱৰ পৰশে যেন ছুই গৈছে। চিত্ৰৰ প্ৰাকৃতিক দৃশ্যাৱলী আৰু বৰ্ণনাভঙ্গীৰে সৈতে সেইবোৰ খাপ খাই আছে।

গতিকে দেখা যায় যে ভাগৱত পুৰাণৰ চিত্ৰবোৰ অসমৰ কোনো এখন সত্ৰত, হয়তো বালি সত্ৰত (য'ত মূল হাতেলিখা পুথিখন পোৱা গৈছে) অংকিত হৈছিল। সত্ৰবোৰত চিত্ৰাংকন এটি ৰীতিগত বস্তুৰ দৰে হৈছিল। সাঁচিপাত বা তুলাপাতত ধৰ্ম-পুথিবোৰ লিখি উলিওৱাটো এটা সাধাৰণ কৰ্তব্য যেন হৈ পৰিছিল। লিপিকাৰজন যদি সুনিপুণ হয়, তেনেহ'লে তেওঁ প্ৰতিটো পৃষ্ঠাতে সুন্দৰভাৱে ঘটনা বুজাব পৰাকৈ চিত্ৰ আঁকিছিল। আৰু যদি নিজে নোৱাৰে তেনেহ'লে খনিকৰৰ হতুৱাই সৰু সৰু চিত্ৰবোৰ অংকন কৰাইছিল। চহকী সত্ৰবোৰৰ নিজস্ব খনিকৰ আছিল। এইদৰে অসমত বৈষ্ণৱসকলৰ চিত্ৰকলাই গা কৰি উঠিছিল।

ভাগৱত পুৰাণৰ বাহিৰেও শংকৰদেৱৰ কীৰ্ত্তন-ঘোষাৰ দৰে অসমৰ অন্যান্য ধৰ্মগ্ৰন্থতো চিত্ৰাংকন কৰা হৈছিল। এই ধৰ্মশাস্ত্ৰৰ চিত্ৰাংকনবোৰক দুটা সুকীয়া ভাগত বিভক্ত কৰিব পাৰি:—প্ৰথম, সত্ৰসমূহত কৰা ধৰ্মগ্ৰন্থৰ চিত্ৰ আৰু দ্বিতীয়, ৰাজনুগ্ৰহত কৰা ধৰ্মগ্ৰন্থৰ চিত্ৰ। ইয়াৰ দ্বিতীয় ভাগটোৰ (যাৰ বিষয়ে আমি পিছত কম) বিশ্লেষণ-পদ্ধতিত ধৰ্ম নিৰপেক্ষ ধাৰাটোৱে প্ৰভাৱ পেলাইছিল যদিও অসমত ধৰ্মপুথিৰ চিত্ৰাংকনৰ নিজস্ব কিছুমান সাধাৰণ বৈশিষ্ট্য আছিল। শংকৰদেৱ ৰচিত অসমৰ অন্যতম ধৰ্মগ্ৰন্থ কীৰ্ত্তন ঘোষাৰ মনোমোহা চিত্ৰশোভন বহুতো হাতেলিখা পুথি অসমৰ বিভিন্ন সত্ৰ আৰু ব্যক্তিৰ ওচৰত পোৱা গৈছে। ইয়াৰ চিত্ৰবোৰত দশম স্কন্ধ ভাগৱতৰ বৈশিষ্ট্যসমূহ পৰিলক্ষিত হয়।

আহোমৰ পুৰণি ৰাজধানী গড়গাঁৱৰ ওচৰৰ বাৰেঘৰ সত্ৰত শ্ৰীৰামদেৱৰ কায়স্থই ৰচনা কৰা উষা-অনিৰুদ্ধৰ প্ৰেমমূলক কাহিনী 'কুমাৰ-হৰণ'ৰ চিত্ৰাংকিত হাতেলিখা পুথি এখন সংৰক্ষিত কৰা হৈছে। তুলাপাতত লিখা আৰু চিত্ৰাংকন কৰা মাধৱ কন্দলি ৰামায়ণৰ 'লংকা-কাণ্ড'ৰ অসম্পূৰ্ণ লিপি এখন আৰু ৰাম-সৰস্বতীৰ মহাভাৰত 'উদ্যোগ পৰ্ব' এখন পোৱা গৈছে। ইয়াৰ চিত্ৰসমূহৰ শৰীৰৰ আ-অলংকাৰবোৰত আচল সোণ খটোৱা হৈছিল। মায়ামৰা দিনজয় সত্ৰৰ সত্ৰাধিকাৰ গোস্বামীয়ে সত্ৰত সংৰক্ষণ কৰা 'শ্ৰীভাগৱত মৎস্য-চৰিত' এখন আমালৈ পঠাইছিল। সেইখনৰ মূল পৃষ্ঠাবোৰত কোনো চিত্ৰ নাই; কিন্তু ওপৰৰ কাঠৰ ঢাকনিচটা আৰু কিছুমান বাহিৰা পৃষ্ঠাত বিষ্ণুৰ দশাৱতাৰ, অনন্ত, হয়গ্ৰীৱ, ব্ৰহ্মা আদিৰ চিত্ৰ দিয়া হৈছে। চিত্ৰসমূহৰ শিল্পীৰ নাম জয়ানন্দদেৱ। চিত্ৰবোৰে ভাৰতৰ আন আন ঠাইৰ একে ধৰণৰ চিত্ৰসমূহৰ কথা আমাক সোঁৱৰাই দিয়ে। শ্ৰীধৰৰ টীকা সম্বলিত আৰু চাৰিওকাষে চিত্ৰাংকিত হাতেলিখা ভাগৱতপুৰাণ এখনো নগাওঁ জিলাৰ কৰ্চুং সত্ৰত পোৱা গৈছে। মুঠ কথাত, ধৰ্মপুথিবোৰ চিত্ৰেৰে সুশোভন কৰি তোলা আৰু তাৰ চাৰিওকাষে জকমকীয়া কৰি তোলাটো অসমৰ চিত্ৰকলাৰ এটা স্বকীয় ধাৰা যেন হৈ পৰিছিল। এনেকুৱা পুথিবোৰ 'লতাকটা পুথি' নামেৰে জনাজাত।

বৰপেটা সত্ৰত পোৱা ৰমাকান্ত দ্বিজৰ 'বনমালীদেৱ-চৰিত'খন এই বাবেই মনোগ্ৰাহী যে তাত শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, বনমালীদেৱ, চৈতন্যদেৱ, ৰজা চক্ৰধ্বজসিংহ প্ৰমুখ্যে ইতিহাস-প্ৰসিদ্ধ লোকসকলৰ চিত্ৰাংকন কৰাৰ কাৰণে প্ৰয়াস কৰিছে। অৱশ্যে চিত্ৰবোৰত ব্যক্তি-চিত্ৰণৰ বাস্তৱতা দেখা পোৱা নাযায়। ইয়াৰ চিত্ৰকৰজনৰ নামো পোৱা গৈছে। তেওঁ আছিল সত্ৰিয়া খনিকৰ—বিজয় খনিকৰ। শংকৰদেৱ আৰু আন আন সন্তসকলৰ জীৱনীবোৰত কিছুমান অপৈণত চিত্ৰ আঁকাৰ প্ৰচেষ্টা দেখা পোৱা যায়। চিত্ৰবিদ্যা বা বাস্তৱ কোনো ফালৰ পৰা সেইবোৰ লেখত ল'বলগীয়া পদাৰ্থ কিন্তু নহয়।

## অসমৰ সাঁচিপতিয়া পুথিৰ চিত্ৰকলা

সপ্তদশ আৰু অষ্টাদশ শতিকাৰ আহোম আৰু কোচবংশী ৰজাসকলে ভাৰতৰ অন্যান্য অংশৰ কলা-পৃষ্ঠপোষক ৰজাসকলৰ দৰে চিত্ৰকলাৰ



পৃষ্ঠপোষকতা কৰিছিল। তেওঁলোকৰ পৃষ্ঠপোষকতাৰ কাৰণে চিত্ৰকলা নতুন প্ৰাণশক্তিৰে চঞ্চল হৈ উঠিছিল। দৰঙী ৰজাৰ ৰাজসভাত ৰচিত আৰু চিত্ৰিত সূৰ্যখড়ি দৈৱজ্ঞৰ 'সমুদ্ৰ নাৰায়ণৰ বংশাৱলী' বা 'দৰং ৰাজবংশাৱলী খন কামৰূপৰ কোচ ৰজাসকলৰ বিষয়ে পদ্যত লিখা ইতিহাস। সুকুমাৰ বৰকাথৰ 'হস্তিবিদ্যাৰ্ণৱ', কৱিৰাজ চক্ৰৱৰ্তীৰ 'শঙ্খচূড়বধ', 'গীতগোৱিন্দ' আৰু হৰিবৰ বিপ্ৰৰ 'লৱকুশৰ যুদ্ধ' আদি পুথিবোৰৰ মনোৰম চিত্ৰাংকনবোৰ আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাতে কৰা হৈছিল।

'দৰং ৰাজবংশাৱলী'ত অন্যান্য চিত্ৰাংকনৰ উপৰিও সমসাময়িক জীৱনৰ চিত্ৰ ফুটাই তোলা হৈছিল যদিও তাত পৰম্পৰাগত নীতিৰ প্ৰভাৱ পৰিছিল আৰু সিবোৰে অসমৰ ধৰ্মীয় ধাৰাৰ চিত্ৰাংকন-বিদ্যাৰে সৈতে যোগসূত্ৰ স্থাপন কৰিছিল। এই পুথিখনত যুদ্ধৰ বৰ নাও আৰু যুদ্ধ আদিৰ দৰে বিষয়বোৰ ঠিক ভাগৱতপুৰাণৰ চিত্ৰাংকনৰ দৰে মনোমোহাকৈ চিত্ৰিত কৰা হৈছে। সঙ্গীত-বাদ্যবোৰৰ চিত্ৰবোৰো বিশেষভাৱে মন কৰিবলগীয়া। যুদ্ধৰ সঁজুলি বন্দুক, তৰোৱাল, ধেনুকাঁড় আদিৰ ছৱিবোৰো মনকৰিবলগীয়া। চন্দ্ৰাতপ থকা ৰাজসিংহাসন আৰু কেইবামহলীয়া ৰাজকাৰেঙৰ চিত্ৰবোৰে আহোম ৰাজধানীত কৰা চিত্ৰকলাৰ সৈতে সম্পৰ্কৰ কথা সূচায়। ইয়াত জন্তুৰ চিত্ৰবোৰ ভাগৱতপুৰাণৰ দৰে মনোৰম নহয় যদিও, যুদ্ধৰ দৃশ্যবোৰৰ একোটা নিজস্ব শক্তি আৰু সৌন্দৰ্য আছে। বলিষ্ঠ ৰেখাৰে আঁকা চানেকিৰে চিত্ৰকৰে ইয়াত ৰং সম্পৰ্কে থকা তেওঁৰ সূক্ষ্ম জ্ঞানৰ পৰিচয় দিব পাৰিছে। ভাগৱত পুৰাণৰ দৰে তোৰণৰ নিচিনাকৈ অৰ্ধগোলাকাৰ ঠাই খালী ৰাখি ৰং সনাৰ পদ্ধতি ইয়াত নাই। নৃত্য-গীতমুখৰ দৃশ্যবোৰ অতি সজীৱভাৱে চিত্ৰিত কৰা হৈছে। ধৰ্মনিৰপেক্ষ শাখাৰ যিবিলাক নিজস্ব প্ৰাণস্পৰ্শী গুণ আছে—তাৰ ভিতৰত দুজন লেখক দিলবৰ আৰু দোষাইৰ দ্বাৰা অংকিত 'হস্তিবিদ্যাৰ্ণৱ' এখন লেখত লবলগীয়া শ্ৰেষ্ঠ পুথি।

হেমচন্দ্ৰ গোস্বামীয়ে এইখনৰ বিষয়ে লিখিছে: "পুথিখনৰ পাতবিলাক অনুপম কৌশল আৰু কাৰুকাৰ্যপূৰ্ণ ৰঙ্গীণ চিত্ৰেৰে ভৰপূৰ। চিত্ৰবিলাক বিভিন্ন ধৰণৰ হাতী আৰু আহোম ৰাজসভাৰ দৃশ্যৰ ৰূপায়ণ। কিছুমান ছৱি চিত্ৰকলা আৰু বুৰঞ্জী ফালৰ পৰা অতি মূল্যৱান। কাৰণ ইবোৰত আহোম ৰজাসকলে কেনেকৈ ৰাজ দৰবাৰ পৰিচালনা কৰিছিল, কেনেকৈ ৰজাসকলক শেন মেলি ৰং চোৱা খেলা দেখুওৱা হৈছিল আৰু কেনেকৈ

শোভাযাত্ৰাত আহোম ৰজাসকল হাতীত উঠি যাত্ৰা কৰিছিল তাৰ চিত্ৰৰূপ আছে। ছৱিবিলাকৰ জল-চিত্ৰণ কৰা হৈছিল আৰু তাৰে ভালেখিনিয়েই সোণ-চৰোৱা। অনেক বছৰ পাৰ হৈ যোৱা সত্বেও আৰু জধেমধে ব্যৱহাৰ কৰা সত্বেও ছৱিবোৰৰ ৰং আৰু চিকুমিকনি এতিয়াও সুন্দৰভাৱে সংৰক্ষিত হৈ আছে।”

মোগল চিত্ৰকলাৰ উজ্জ্বলতাৰ স্পষ্ট চাঁ পৰা কাৰণেই সম্ভৱত এই ধৰ্মনিৰপেক্ষ শাখাৰ চিত্ৰাংকন বিস্তাত বহুতো নতুন আৰু মনোৰম বৈশিষ্ট্য দেখা গৈছে। তাৰ ভিতৰত আটাইতকৈ বেছি চকুত পৰা বৈশিষ্ট্য হ'ল দৃশ্য-চিত্ৰণ আলেখ্য। এইবোৰ বিশেষকৈ 'হস্তিবিদ্যাৰ্ণৱ' নামৰ পুথিখনত সুস্পষ্ট। সেউজীয়া আৰু তৰঙ্গায়িত সমতল আৰু নীলাপাহাৰৰ দৃশ্য চিত্ৰণ ইয়াত বেছি মনোমোহাকৈ কৰা হৈছে। গছ-গছনিৰ চিত্ৰবোৰ কেৱল ভাৱাত্মক আৰু জাক-জমকতাৰে নিদৰ্শন মাত্ৰ নহয়—এইবোৰ একেবাৰে সঁচা আৰু হুবহু যেন কৰি আঁকা হৈছে। পাহাৰৰ বুকুৰ পৰা ওলোৱা মাছেৰে পৰিপূৰ্ণ নদী নাইবা বিভিন্ন ৰঙৰ মেঘে ঢকা আকাশৰ পটভূমিত জিলিকি থকা পাহাৰবোৰ নিপুণ তুলিকাৰে চিত্ৰিত কৰা হৈছে। শিল্পীসকলে তেওঁলোকৰ সমসাময়িক জীৱনৰ প্ৰতি থকা আগ্ৰহৰ চিনাকি দিছে আৰু ৰাজসভা, ৰাজসভাত ৰাণীৰে সৈতে ৰজা, ৰাজকীয় শোভা-যাত্ৰা, নৃত্য-গীতৰ অনুষ্ঠান আৰু মল্লযুঁজৰ বাস্তৱ চিত্ৰবোৰ অংকন কৰিছে। এই চিত্ৰসমূহে গতিশীল আৰু ৰঙীণ জীৱনৰ কমনীয়তা ৰমনীয়ভাৱে বহন কৰিছে। মাটিলৈকে বৈ পৰা সাজ-পাৰ আৰু চিকুমিকীয়া অলংকাৰবিলাকৰ নিখুঁত চিত্ৰণে বিশেষভাৱে দৃষ্টি আকৰ্ষণ কৰে। কাপোৰৰ বোৱন ইমান মিহি ৰেখাত কৰা হৈছে যে, যি দেহা এই বস্ত্ৰেৰে আচ্ছাদিত কৰা হয়, সেই দেহাৰ বিভিন্ন ভাঁজবোৰ স্পষ্ট হৈ পৰে। মহিলাসকলৰ কেশাভৰণ সুগঠিত। তন্ত্ৰ-মন্ত্ৰৱিদ্ ব্ৰাহ্মণগণ, পুৰোহিতসকল, উট, সিংহ, গাহৰি আৰু বিভিন্ন জাতীয় হাতী আদি জন্তুবোৰ; হাঁহ, ফেঁচা, শগুন আদি চৰাইবোৰ আৰু দৰৱজাতি আৰু উৎসৱ-অনুষ্ঠানত সাধাৰণতে লগা সৰীসৃপ আৰু মাছ আদিৰ ছৱিবোৰ অতি মনোগ্ৰাহী। পুথিখনত ইয়াৰ ৰচক সুকুমাৰ বৰকাথ, চিত্ৰকৰ দিলবৰ আৰু দোষাই, পৃষ্ঠপোষক ৰজা-ৰাণী শিৱসিংহ আৰু অম্বিকাদেৱী আৰু তেওঁলোকৰ সভাসদবৰ্গৰ ছবি আঁকা আছে। ৰজা শিৱসিংহৰ গুণ-যশৰাশি শ্ৰৱণ কৰি থকা অষ্টদিকপালৰ চিত্ৰও ইয়াত আছে। তাৰ এজন ৰজাৰ সাজ-পাৰ দেখি



য়ুৰোপীয় যেন অনুমান হয়। ব্ৰহ্মদেশীয় ৰজা এজনৰ চিত্ৰও ইয়াত আছে। চিত্ৰকৰসকলে বিভিন্ন ধৰণৰ হাতীৰ চিত্ৰ অংকিত কৰাৰ সুযোগ লৈ তেওঁলোকৰ ৰাজপৃষ্ঠপোষক ৰজা শিৱসিংহক বাৰে বাৰে আমাৰ চকুত পেলাইছে। শিল্পীজনাৰ সূক্ষ্ম কলাকুশলতা আৰু কাৰুকাৰ্য এই পুথিখনৰ বৈশিষ্ট্য আৰু ইয়াত অসমীয়া চিত্ৰকলাৰ গোটাদিয়েক অনুপম উদাহৰণ আছে। আনন্দৰ কথা যে এই পুথিখন অলপতে মুদ্ৰিত কৰি প্ৰকাশ কৰা হৈছে।

এই একে সময়ৰে 'হস্তিবিদ্যাৰ্ণৱ' পুথিৰ সতে তুলনা কৰিব পৰা সুন্দৰ আৰু উজ্জ্বল চিত্ৰ-শোভিত অষ্টম স্কন্ধ ভাগৱত পুৰাণৰ অসমীয়া পদৰ হাতে লিখা পুথি এখনৰ শেষৰ পাত ব্ৰহ্মদেশৰ পৰা পুনৰুদ্ধাৰ কৰা হৈছে। যোৱা শতিকাৰ তৃতীয় দশকত ব্ৰহ্মদেশীয়সকলে এই দেশ লোৱাৰ সময়ত কোনোবা অসমীয়া ভগনীয়া বা যুদ্ধবন্দীয়ে এইখন তালৈ লৈ গৈছিল। এইখনৰ পৰাও সমসাময়িক ৰাজসভা আৰু সঙ্গীত চৰ্চাৰ বিষয়ে এটা ছৱি পাব পাৰি। শিল্পীয়ে তুলিকাৰে নৃত্যৰ দৃশ্য এটা অতি অপূৰ্বভাৱে চিত্ৰিত কৰিছে। এই চিত্ৰবোৰ আহোম ৰাজসভাৰ লোকৰ দ্বাৰাই অংকিত হৈছিল বুলি স্পষ্টকৈ ধৰিব পাৰি।

কৱিৰাজ চক্ৰৱৰ্তীৰ 'গীত-গোৱিন্দ'ৰ অসমীয়া অনুবাদ আৰু তাৰ চিত্ৰসমূহো সেই একে গোষ্ঠীৰ শিল্পীৰ দ্বাৰাই ৰচিত আৰু অংকিত হৈছিল। কাৰণ এই কৱিজন ৰুদ্ৰসিংহ আৰু শিৱসিংহ দুয়োৰে ৰাজসভাত আছিল। হস্তিবিদ্যাৰ্ণৱৰ দৰে এই চিত্ৰবোৰ উচ্চস্তৰৰ আৰু নিমজ নহয়। তথাপি ইবোৰত আৱেগ আৰু সৌন্দৰ্য নথকা নহয়। ৰজা শিৱসিংহৰ ৰাজসভাৰ দৃশ্যাৱলী আৰু উত্তৰ ভাৰতীয় ৰাগমালা চিত্ৰণৰ দৰে ভাৰতীয় স্বৰমাধুৰ্য-ৰীতিৰ ব্যক্তিকৰণৰ ৰূপায়ণ বিশেষভাৱে আকৰ্ষণীয়। অসমৰ ভাগৱত-চিত্ৰাংকনৰ একেধৰণৰ ৰীতিবোৰ ইয়াতো লক্ষ্য কৰিবলগীয়া। হাবি-বননিৰ দৃশ্যবোৰৰ চিত্ৰ বহুলভাৱে অংকিত কৰা হৈছে আৰু চিত্ৰসমূহে কৱিৰাজ চক্ৰৱৰ্তীৰ চলিত ৰীতি ছন্দোবদ্ধ কৰা কৱিৰাজ চক্ৰৱৰ্তীৰ কবিতাসমূহতকৈ বেছি বিতোপনভাৱে জয়দেৱৰ কাব্যিক সৌন্দৰ্য্যমূলক পৰিৱেশ সৃষ্টি কৰিবলৈ সক্ষম হৈছে।

কৱিৰাজ চক্ৰৱৰ্তীৰ 'শঙ্খচূড়বধ' নামৰ পুথিখনো এই একে সময়তে চিত্ৰসম্ভাৰেৰে পূৰ্ণ কৰি তোলা হৈছিল। ব্ৰহ্মবৈবৰ্তপুৰাণৰ পৰা লোৱা পৌৰাণিক

কাহিনীটোৰ চিত্ৰ ৰূপায়ণৰ উপৰিও সমসাময়িক জীৱনৰ চিত্ৰেৰে ই ভৰপূৰ। ৰজা গদাধৰ সিংহক তেওঁৰ সভাৰ পণ্ডিতসকলৰ সৈতে চিত্ৰিত কৰা হৈছে। এটা হ্ৰদ আৰু মন্দিৰৰ কাষত এজন পাখোৰাজ বজোৱা মানুহৰ সৈতে ৰজা ৰুদ্ৰসিংহক চিত্ৰিত কৰা হৈছে। পিছৰ ৰজাজনক জয়ন্তীয়া আৰু কছাৰী ৰাজ্যৰ নায়কসকল, ৰাজ্যৰ তিনিজন মন্ত্ৰী, অন্যান্য উচ্চ বিষয়া আৰু সেনা বিভাগৰ লোকসকলৰ সৈতে চিত্ৰাংকিত কৰা হৈছে। এই সুন্দৰ পুথিখনো সম্পূৰ্ণ নহয়।

১৪শ বা ১৫শ শতিকাৰ 'লৱ-কুশৰ যুদ্ধ'ৰ দুটা নকল কামৰূপ অনুসন্ধান সমিতিয়ে আহোম বংশীয় ৰাণী মাহিন্দ্ৰীদেৱীৰ পৰা সংগ্ৰহ কৰিছে। খুব সম্ভৱ ইয়াৰ চিত্ৰবোৰো ৰজা শিৱসিংহৰ দিনতে আহোম ৰাজসভাতে কৰা হৈছিল। এই চিত্ৰবোৰৰ মন কৰিব লগা কথা এয়ে যে মানৱ মূৰ্তিবোৰৰ ব্যক্তিৰূপৰ মাজেদি একো একোটা চৰিত্ৰও ৰূপায়িত কৰাৰ প্ৰচেষ্টা চলোৱা হৈছে। প্ৰাণহীন অংকন, একেখন ধুনীয়া কাপোৰেৰে মোগল-ধৰণে মৰা পাগুৰি, গভীৰ অৰণ্য দেখুৱাবলৈ আঁকা আচল গছতকৈ সজোৱা-পৰোৱা গছ-গছনিবোৰ, চাপৰ আৰু চালপীৰাৰ দৰে ৰথ—এইবোৰেই অসমৰ সামগ্ৰিক চিত্ৰকলাৰ কিছুমান বৈশিষ্ট্য। যুদ্ধক্ষেত্ৰত মৰি পৰি থকা মানুহ আৰু জন্তুৰ চিত্ৰবোৰত পৰিপ্ৰেক্ষিতৰ সাধাৰণ অভাৱ পৰিলক্ষিত হয়। এই সময়ৰ আন এখন চিত্ৰৰ পুথি হ'ল—বৰ্তমান লণ্ডনৰ ব্ৰিটিশ মিউজিয়ামত থকা 'ধৰ্মপুৰাণ'ৰ পাণ্ডুলিপি। এই পুথিখনৰ অনুলিপি এটা গুৱাহাটীৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে সংগ্ৰহ কৰিছে। আমাৰ ইয়াত পোৱা এই পুথিখন চাই আমি তাৰ ৰং সনাৰ পদ্ধতি সম্পৰ্কে একো ধাৰণা কৰিব নোৱাৰোঁ। মুঠ কথাত এইখন পুথিত কোনো নতুন বৈশিষ্ট্য দেখা নাযায়। ১৭৩৫ চনত ৰজা শিৱসিংহ আৰু অম্বিকা দেৱীৰ পৃষ্ঠপোষকতাত কৱিচন্দ্ৰ দ্বিজ নামৰ কৱি এজনে এইখন ৰচনা কৰিছিল। এই পুথিত থকা চিত্ৰবোৰো এই জনা ৰজাৰ ৰাজত্ব কালতে, সম্ভৱতঃ পুথিখনিৰ ৰচনা-কালছোৱাৰ সময়তে আঁকা হৈছিল। শিৱসিংহ আৰু তেওঁৰ ৰাণী প্ৰমথেশ্বৰীৰ ৰাজসভাৰ পণ্ডিত অনন্ত আচাৰ্যৰ 'আনন্দ-লহৰী'তো কিছুমান মনোগ্ৰাহী চিত্ৰ আছে।

অহোম ডা-ডাঙৰীয়াসকলৰ মাজত যি চিত্ৰকলাৰ চৰ্চা হৈছিল আৰু স্বনামধন্য ৰজা ৰুদ্ৰসিংহৰ আমোলত এই চৰ্চাই পূৰ্ণবিকাশ লাভ কৰি বৃটিছ যুগ পৰ্যন্ত বিয়পি আছিল, তাক ঘনশ্যাম খাৰঘৰীয়া ফুকন নামে আহোম



আৰু বৃটিছৰ তলত খিতাপ খোৱা লোকজনে যোৱা শতিকাৰ অসমীয়া ভাষাত লিখা 'কল্কি-পুৰাণ'ৰ হাতেলিখা পুথিখনৰ চিত্ৰবোৰেই প্ৰমাণিত কৰে। ইয়াৰ ১৬৪ খিলা পাতৰ ভিতৰত ১১৮ খিলা পাত মনোৰম চিত্ৰ-সম্ভাৰেৰে ভৰপূৰ। যদিও এই চিত্ৰাংকনবোৰ ঠিক ইয়াৰ আগৰ যুগটোৰ চিত্ৰকুশলতাৰ সমকক্ষ নহয় তথাপিও এই চিত্ৰবোৰ প্ৰধানকৈ বিষয়বস্তুৰ কাৰণে মনোগ্ৰাহী আৰু ইবোৰ কলাসন্মতো। যোৱা শতিকাৰ শেষ ভাগত ৰচিত এই পুথিখনৰ লগে লগেই অসমীয়া চিত্ৰকলাৰ ইতিহাসৰো সামৰণি পৰিল।

বেছি ভাগ সচিত্ৰ পুথিৰ কথা আৰু চিত্ৰ সাঁচিপাতৰ ওপৰত লিখা আৰু আঁকা। এটা সুদীৰ্ঘ শ্ৰমসাধ্য পদ্ধতিৰ দ্বাৰা অগৰু গছৰ বাকলিবোৰ লিখা আৰু চিত্ৰাংকন কৰাৰ কাৰণে উপযোগী কৰি তোলা হৈছিল। বাকলি-বোৰ গছৰ পৰা কাটি আনি ৰ'দ আৰু নিয়ৰত এখন এখনকৈ শুকুৱাই লোৱা হয় আৰু তাৰ পিছত সেইবোৰ প্ৰায় আধাঘণ্টামান সময় চেঁচা পানীত তিয়াই থৈ মাটিমাহৰ পৰা কৰা এঠা এবিধ ঘঁহি দি হাতেৰে আৰু পোৰা ইটাৰে নিমজকৈ মোহাৰি দিয়া হয় তাৰ পিছত সেইবোৰ হাইতালেৰে এনেভাৱে বোলোৱা হয় যে সেই পাতবোৰ কেতিয়াও নষ্ট হোৱাৰ সম্ভাৱনা কমাৰ উপৰিও চিক্‌মিকীয়াহে হৈ উঠে। এই পাতবোৰেই সাঁচিপাত। ইয়াৰ বহুতো প্ৰকাৰ আছে। কামৰূপৰ ৰজা ভাস্কৰবৰ্মণে উত্তৰ ভাৰতৰ ৰজা শিলাদিত্য হৰ্ষবৰ্ধনলৈ অগৰু গছৰ বাকলিত পকা তিয়ঁহৰ ৰঙেৰে ধুনীয়াকৈ 'লিখা পুথি', 'পাত আৰু তুলিকা সহকাৰে চিত্ৰাংকনৰ 'সঁজুলি' আৰু 'সোণালী ৰঙেৰে বোলোৱা চৰাইৰ সজ' আদি উপহাৰ স্বৰূপে পঠোৱাৰ কথা হৰ্ষচৰিতত উল্লেখ আছে।

তুলাৰ পৰা কৰা তুলাপাতৰ ওপৰতো লিখা আৰু চিত্ৰাংকন কৰা হৈছিল। ভাগৱত পুৰাণৰ চিত্ৰাংকনবোৰ এনে তুলাপাততে কৰা হৈছে। তুলাপাতত ৰংবোৰ বহুদিনলৈ স্থায়ী হৈ থাকে। লিখা আৰু চিত্ৰ আঁকাৰ কাৰণে খুব ঘন ক'লা চিয়াঁহী ব্যৱহাৰ কৰা হৈছিল। এইবোৰ চাইনিজ ইংকৰ দৰে ঘন আছিল। এই চিয়াঁহী পানী পৰিলেও মোহাৰ নাখায় আৰু বহুদিন বাহিৰত থাকিলেও ৰং উৰি নাযায়। শিলিখা গুটিৰ পৰা চিয়াঁহী তৈয়াৰ কৰা হৈছিল। শিলিখাবোৰ এটা মাটিৰ পাত্ৰত কিছুদিনলৈ তিয়াই থোৱা হয়। এটা নুফুটা পাত্ৰৰ ওপৰত এই মাটিৰ পাত্ৰটো কেইৰাতিমান নিয়ৰ পৰিব পৰাকৈ থৈ দিয়া হয়। ইতিমধ্যে ক'লা পৰি অহা পানীখিনি

ক্ৰমাৎ মাটিৰ পাত্ৰটোৰ পৰা নিজৰি তলৰ ছিদ্ৰহীন পাত্ৰটোত সুন্দৰ ক'লা চিয়াঁহী হৈ পৰে। ইয়াত কিছুমানে লোৱাচুৰ আৰু কিছুমানে কুচিয়াৰ তেজ মিহলি কৰি দিয়ে। চিত্ৰাংকনৰ ৰং হিচাপে ব্যৱহাৰ কৰা অন্যান্য বস্তুবোৰ হ'ল নীল, গেৰুৱা মাটি, হেঙুল বা সেন্দুৰ আৰু চাকিৰ কাজল।

## স্থাপত্য আৰু ভাস্কৰ্য

**শ্ৰীযুগল দাস**

অসমৰ স্থাপত্য-ভাস্কৰ্য, তথা প্ৰাচীন ভাৰতীয় স্থাপত্য-ভাস্কৰ্য অতি ঘনিষ্ঠভাৱে সংশ্লিষ্ট। ঠোক ধৰা কল আৰু তাৰ ঢোকাডালৰ দৰে স্থাপত্যই ভাস্কৰ্যক গঢ়ি উঠিবলৈ দিয়ে আৰু ভাস্কৰ্য সংযোগ কৰিবলৈকে যেন স্থাপত্য ৰচিত হয়। এক কথাত প্ৰাচীন স্থাপত্য আৰু ভাস্কৰ্যৰ অবিচ্ছেদ্য এটা সম্বন্ধ আছে। তথাপিও ক'ব লাগিব যে স্থাপত্যৰ পিছতহে ভাস্কৰ্যৰ জন্ম।

স্থাপত্য এটা জাতিৰ এক বিৰাট সমূহীয়া শিল্প প্ৰচেষ্টা। এটা জাতিৰ ৰুচি, হৃদয়ৰ গভীৰতা অনুধাৱন কৰিবলৈ হ'লে, আমি সেই জাতিৰ স্থাপত্য কলাত প্ৰথমতে গুৰুত্ব আৰোপ কৰি আলোচনা আৰম্ভ কৰিব লাগিব। অকল ভাৰতীয় কলাৰ ক্ষেত্ৰতে নহয়, গ্ৰীক শিল্প, বৌদ্ধ শিল্প, সকলো উন্নত জাতিৰ শিল্পত স্থাপত্যৰ ওপৰতে ভাস্কৰ্য বা চিত্ৰ-কলা সম্পাদন হোৱা দেখা যায়। আৰু এটা কথা, এটা জাতিৰ শিল্প-সম্ভাৰৰ অনেক সম্পদ আজি জন্মস্থানতে থিত লাগি থকা নাই। অনেক সম্পদ বিজিগীষু দস্যু, লাভখোৰ বেপাৰী বা সনাহী তথাকথিত শিক্ষিত পৃষ্ঠপোষকে নানা স্বাৰ্থৰ বাবে তাক স্থানান্তৰ আৰু হস্তান্তৰ কৰিছে। কিন্তু অপসাৰণ কৰিব পৰা নাই জাতিৰ স্থাপত্য সম্পদ। সেয়ে আজি তাজমহল, অজন্তাৰ গুহা আৰু সমগ্ৰ দেশৰ অসংখ্য গজগজীয়া মঠ-মন্দিৰে আকাশত উন্নত শিৰে ভাৰতীয় শিল্পীৰ বিজয় নিচান উৰুৱাই আছে। প্ৰাচীন কামৰূপৰ অনেক মঠ-মন্দিৰ প্ৰাকৃতিক দুৰ্যোগৰ সম্মুখীন হৈ পৃথিৱীৰ গৰ্ভত লুক্কায়িত হৈ আছে সঁচা, তথাপি যি কেইটা মঠ-মন্দিৰ সংস্কৰণ লাভ কৰিও আজি তিষ্ঠি আছে, সেই কেইটাৰ স্থাপত্য আৰু ভাস্কৰ্যই আজি প্ৰাচীন কামৰূপৰ ব্ৰহ্মপুত্ৰ সভ্যতাৰ সাক্ষী বহন কৰি আহিছে।

অসমৰ স্থাপত্য বা ভাস্কৰ্যৰ ধাৰাবাহিক কোনো ইতিহাস ৰচনা কৰা হোৱা নাই। বিশেষকৈ, এতিয়ালৈকে আবিষ্কৃত তেজপুৰৰ ওচৰৰ

দ-পৰ্বতীয়াৰ গুপ্ত যুগৰ শিলত কটা দুৱাৰখনৰ চৌকাঠৰ বাহিৰে প্ৰাক্‌গুপ্ত যুগৰ কোনো স্থাপত্য বা ভাস্কৰ্যৰ নিদৰ্শন অসমত আজিলৈকে আবিষ্কৃত হোৱা নাই। সেই বুলি প্ৰাক্-গুপ্তযুগত অসমত কোনো স্থাপত্য ভাস্কৰ্য কলাৰ চৰ্চা হোৱা নাছিল বুলি ডাঠি কবলৈকো যুক্তি বিচাৰি পোৱা নেযায়। তাৰ মূল কাৰণ হ'ল অসমত প্ৰকৃতিৰ ধ্বংসলীলা অতীত কালৰ পৰাই অবিৰামভাৱে চলি আহিছে। অসমত আজিকোপতি বিজ্ঞানসন্মতভাৱে খননকাৰ্য পৰিচালনা কৰা হোৱা নাই। 'আৰ্কিওলজিকেল্ ছাৰ্ভে অব্ ইণ্ডিয়া'ৰ পূৰ্ব মণ্ডলৰ বিশিষ্ট বিষয়া আৰ. ডি. বেনাৰ্জীয়ে বিভাগীয় ১৯২৪-২৫ চনৰ বছেৰেকীয়া প্ৰতিবেদনত মন্তব্য কৰি কৈছে যে ভাৰতৰ ভিতৰত কেৱল অসমৰ স্থাপত্য আৰু ভাস্কৰ্যৰ ইতিহাস এক প্ৰকাৰ অপ্ৰকাশিত আৰু অজানিত হৈ আছে। অসমৰ শাসকসকলৰ ধাৰাবাহিক ইতিহাস সপ্তম শতিকাৰ মাজভাগৰপৰা দ্বাদশ শতিকাৰ শেষলৈকে এতিয়াও খেলিমেলি অৱস্থাতে আছে। বিশেষকৈ, এই যুগৰ স্থাপত্য আৰু ৰূপায়িত চাক্ষুষ কলাৰ সন্দেহ সম্পূৰ্ণ অন্ধকাৰৰ গৰ্ভত। অৱশ্যে মাজে সময়ে অ'ত ত'ত হঠাৎ আবিষ্কৃত ভাস্কৰ্যৰ নিদৰ্শনে অসমৰ মধ্য যুগৰ স্থাপত্য আৰু ভাস্কৰ্যৰ উত্তৰ ভাৰতৰ সাধাৰণ স্থাপত্য আৰু ভাস্কৰ্যৰ লগত সম্বন্ধ আছিল বুলি সাব্যস্ত কৰিছে। অসমৰ প্ৰাচীন সংস্কৃতি হৈছে বৌদ্ধ-হিন্দু সংস্কৃতি, কেৱল স্থানীয় বাতাবৰণৰ কাৰণেহে যৎসামান্য স্বকীয়া বৈশিষ্ট্য হয়তো গ্ৰহণ কৰিছে আৰু এই বৈশিষ্ট্যৰ বাবে প্ৰাচীন কামৰূপৰ সংস্কৃতিক ব্ৰহ্মপুত্ৰ-সংস্কৃতি বুলি নামকৰণ কৰাটো আমাৰ বোধেৰে একো অযুক্তিকৰ নহ'ব।

অসমৰ স্থাপত্য আৰু ভাস্কৰ্যৰ পম খেদি গলে পোন প্ৰথমতে পাম পৰ্বত আৰু পৰ্বতৰ নামনিত সিচঁৰিত হৈ থকা কেতেবোৰ দেওশিল। এই দেওশিলবোৰ কিছুমান থিয়কৈ মাটিত পোতা আৰু কিছুমান চেপেটা শিল পীৰাখনৰ দৰে পাৰি থোৱা। এই শিলবোৰত দৰাচলতে স্থাপত্য বা ভাস্কৰ্যৰ তেনে কোনো লক্ষণ নাই। তথাপি স্মৃতি ৰক্ষাৰ ফালৰ পৰা শিলেৰে যুগমীয়াকৈ থোৱা ই প্ৰথম পদক্ষেপ। প্ৰত্নতাত্ত্বিক হাটন আৰু মিল চাহাবৰ মতে থিয় শিলবোৰ পুৰুষৰ প্ৰতীক আৰু পথালি চেপেটা শিলবোৰ স্ত্ৰীৰ প্ৰতীক। আৰ্য সংস্কৃতিৰ স্থাপত্যৰ প্ৰথম নিদৰ্শন যজ্ঞকুণ্ড প্ৰাচীন কামৰূপৰ কোনা ঠাইত আজিলৈকে আবিষ্কৃত হোৱা নাই। ভাৰতীয় স্থাপত্যত শিল কাটি গুহা নিৰ্মাণ কৰি আবাস স্থান কৰা উদাহৰণ হ'ল



ইলোৰা আৰু অজন্তা। কামৰূপত উন্নত স্থাপত্য-ভাস্কৰ্যৰে সমৃদ্ধ তেনে ধৰণৰ গুহা নাই। গোৱালপাৰাৰ যোগীঘোপা পাহাৰৰ গুহাবোৰ সৰু সৰু। এই গুহাবোৰ তান্ত্ৰিক বৌদ্ধ যুগৰ বুলি অভিমত প্ৰকাশ কৰা হৈছে। ইয়াৰ নিৰ্মাণ-কাল নৱম-দশম শতিকা হ'ব পাৰে বুলি পণ্ডিতসকলে মত প্ৰকাশ কৰিছে। এই গুহাবোৰত ভাস্কৰ্যৰ কোনো সম্পদ সংশ্লিষ্ট হৈ থকা নাই। প্ৰাচীন কামৰূপৰ প্ৰাগ্‌জ্যোতিষপুৰ, শোণিতপুৰ আৰু শ্ৰীদুৰ্জয় ( ৰত্নপালৰ ৰাজধানী ) আদি নগৰত ইমান অট্টালিকা আছিল যে তলৰ পৰা বেলিটোকো দৃষ্টিগোচৰ কৰা সহজ নাছিল। ৰত্নপালৰ নাতি ইন্দ্ৰপাল ৰজাৰ ৰাজসভাৰ মজিয়াখন মৰ্মৰ খচিত বিচিত্ৰ কাৰুকাৰ্যপূৰ্ণ মজিয়া আছিল বুলি জনা যায়। তৃতীয় বলবৰ্মণৰ ফলিৰ মতে বনমাল বৰ্মণ ৰজাই অনেক খোটালীৰে অলংকৃত এক বিৰাট প্ৰাসাদ নিৰ্মাণ কৰাইছিল। তেজপুৰৰ বৰ্তমান কাছাৰীঘৰ নিৰ্মাণ কৰোঁতে আবিষ্কৃত হোৱা ধ্বংসস্তূপৰ স্থাপত্য-ভাস্কৰ্যৰ অনেক আহিলা-পাতি বনমাল বৰ্মণে নিৰ্মাণ কৰা ৰাজপ্ৰাসাদৰ ধ্বংসাৱশেষ বুলি অনুমান কৰা হৈছে।

প্ৰাক্ আহোম যুগৰ বৌদ্ধ স্থাপত্যৰ কোনো নিদৰ্শন বৰ্তমানে তেনেকৈ পাবলৈ নাই। কিন্তু একালত ইয়াত বৌদ্ধ চৈত্য আৰু বৌদ্ধ মন্দিৰ আছিল বুলি কেতবোৰ উক্তি পোৱা যায়। এল. ডব্লিউ. ছেক্সপীয়ৰ চাহাবৰ মতে অসমত বৌদ্ধ স্থাপত্যৰ নিদৰ্শন একালত অনেক আছিল। মেজৰ হেন্‌ৰী চাহাবৰ মতে শদিয়াৰ অনেক মন্দিৰৰ ধ্বংসাৱশেষ বিনা দ্বিধাই বৌদ্ধ স্থাপত্যৰ নিদৰ্শন বুলি নিৰ্ণয় কৰিব পাৰি। জনশ্ৰুতিমতে হাজোৰ মন্দিৰটো একালত এক বৃহৎ চৈত্য আছিল। এই চৈত্য বুদ্ধদেৱৰ চিতাভস্মৰ ওপৰত নিৰ্মিত হৈছিল বুলি ভুটীয়াসকলে আজিকোপতি বিশ্বাস কৰে। হাজোৰ হয়গ্ৰীৱ মন্দিৰটোৰ ভেটিত বাজৰফালে মুখকৈ মন্দিৰৰ কেউকাষে অসংখ্য হাতীৰ মূৰ্তি আছে। সিংহলৰ অনুৰুদ্ধপুৰত এনে ধৰণৰ হাতীৰ ওপৰত বৌদ্ধ স্তূপ পোৱা যায়। কামৰূপৰ কামাখ্যাধাম একালত বৌদ্ধ তান্ত্ৰিক বজ্ৰযান সম্প্ৰদায়ৰ প্ৰধান কেন্দ্ৰ আছিল বুলি কোনো কোনো পণ্ডিতে অভিমত প্ৰকাশ কৰে। তিব্বতী লামা তাৰানাথে কামৰূপত এটা বৃহৎ চৈত্য আছিল বুলি উল্লেখ কৰি গৈছে। কামাখ্যাৰ উল্লেখযোগ্য মূৰ্তিবোৰ হ'ল: চামুণ্ডাৰ মূৰ্তি, বেণুগোপালৰ মূৰ্তি, মাতৃমূৰ্তি ইত্যাদি। কামাখ্যাৰ মূৰ্তিবিলাকৰ নিৰ্মাণকাল ৭ম শতিকা বুলি ঠাৱৰ কৰা হৈছে।

কামাখ্যাৰ বৰ্তমানৰ মন্দিৰটো ১৬শ শতিকাত কোচ ৰজা নৰনাৰায়ণে সজোৱা।

প্ৰত্নতাত্বিকসকলৰ বিচাৰমতে তেজপুৰৰ পৰা তিনি মাইল নিলগৰ দ'পৰ্বতীয়াৰ শিৱমন্দিৰটোৱেই অসমৰ প্ৰাচীনতম আৰু স্থাপত্যৰ শ্ৰেষ্ঠ মন্দিৰ আছিল। ভাস্কৰ বৰ্মণৰ কোনোবা পূৰ্বপুৰুষে এই মন্দিৰ আনুমানিক পঞ্চম বা ষষ্ঠ শতাব্দীতে নিৰ্মাণ কৰিছিল বুলি পণ্ডিত কনকলাল বৰুৱা দেৱে মত প্ৰকাশ কৰিছে। মন্দিৰৰ দুৱাৰৰ শিলৰ চৌকাঠখন গুপ্ত ভাস্কৰ্যৰ শ্ৰেষ্ঠ নিদৰ্শন। চৌকাঠৰ দুয়োকাষৰ শিল দুচটাৰ ভূমি ভাগত একাষে গঙ্গা আৰু আনকাষে যমুনা, হাতত পুষ্পহাৰ লৈ অতি নাৰীসুলভ ভংগীত থিয় হৈ আছে। চকুত পৰা মাত্ৰকে এই দুই মূৰ্ত্তিয়ে দৰ্শকৰ মন আকৰ্ষণ কৰে। ইয়াৰ বাহিৰেও এই শিল দুচটাত আৰু ওপৰৰ চটিত লতা-ফুল কটা আৰু কেইবাটাও সৰু সৰু মূৰ্ত্তি সন্নিহিত কৰা হৈছে।

দৰং জিলাৰ তেজপুৰৰ বামুণী পাহাৰৰ আৰু বৰ্তমান কাছাৰীৰ নিৰ্মাণৰ সময়ত খনন কাৰ্যত উদ্ধাৰ হোৱা স্থাপত্য-ভাস্কৰ্যৰ মানদণ্ড অতি উচ্চ স্তৰৰ। অসমৰ উচ্চতম মন্দিৰটো তেজপুৰৰ কাছাৰী বাকৰিতে অৱস্থিত আছিল বুলি ওপৰুক্ত ভগ্নাৱশেষৰ পৰা পণ্ডিতসকলে অনুমান কৰিছে। এই মন্দিৰটো সূৰ্য দেৱতাৰ মন্দিৰ আৰু ইয়াৰ নিৰ্মাণ-কাল নৱম শতাব্দী বুলি অনুমান কৰা হৈছে। কাছাৰী বাকৰিৰ ভগ্নস্তূপত অলেখ উল্লেখযোগ্য ভাস্কৰ্যৰ নিদৰ্শনো আৱিষ্কৃত হৈছে। এই সম্পদবোৰ বৰ্তমানে ক'ল পাৰ্ক আৰু মিছনাৰীৰ চৌহদত সংৰক্ষিত হৈছে। এই সংগৃহীত ভাস্কৰ্যৰ ভিতৰতে স্তম্ভ সংযোগ কৰা যোল্লশিৰীয়া এডাল শিলৰ প্ৰকাণ্ড শলা পোৱা গৈছে। ইয়াৰ কাৰুকাৰ্যৰ পৰা এই সম্পদবোৰ গুপ্তযুগৰ স্থাপত্য-ভাস্কৰ্য বুলি নিৰ্ণয় কৰা হৈছে।

তেজপুৰৰ বামুণী পাহাৰৰ ভগ্নাৱশেষবোৰৰ পৰা পণ্ডিতসকলে অনুমান কৰিছে যে একেখন চোতালতে সাতোটা মন্দিৰ আছিল। এই স্তূপীকৃত স্থাপত্য-ভাস্কৰ্য অষ্টম-নৱম শতিকাৰ সম্পদ বুলি পণ্ডিতসকলে নিৰ্ণয় কৰিছে।

দৰং জিলাত তেজপুৰৰ বাহিৰেও বিশ্বনাথ, বিহালী, গমিৰি, চাৰিদুৱাৰ আদি অনেক ঠাইত প্ৰাচীন স্থাপত্য আৰু ভাস্কৰ্যৰ নিদৰ্শন পোৱা গৈছে। উত্তৰ পাৰৰ এই গোটেই খণ্ডত অলেখ শিৱ আৰু দেৱীৰ মন্দিৰ আছিল



বুলি অনুমান কৰা হৈছে। এইবোৰকে দেখি ইংৰাজ বিষয়া ৱেষ্টমাকটে মন্তব্য কৰি গৈছে বোলে এই এলেকাত একালত কোনোবা চক্ৰৱৰ্ত্তী ৰজাৰ ৰাজধানী আছিল বা ই হিন্দুধৰ্মৰ এক প্ৰধান কেন্দ্ৰ আছিল।

গুৱাহাটীৰ ভাস্কৰ্য স্থাপত্যৰ নিদৰ্শন গুৱাহাটী নগৰ আৰু তাৰ আশে-পাশে সিঁচৰিত হৈ আছে। শুক্ৰেশ্বৰ পাহাৰৰ জনাৰ্দন আৰু শিৱৰ মন্দিৰ পুৰণি প্ৰাক্-আহোম যুগৰ নতুন সংস্কাৰ। জনাৰ্দন মন্দিৰৰ উত্তৰ ফালে ব্ৰহ্মপুত্ৰৰ পাৰত পদ্মাসনত প্ৰকাণ্ড বুদ্ধজনাৰ্দনৰ মূৰ্ত্তি, ওচৰতে আৰু একেটা শিলত কটা সূৰ্য, গণেশ, দুৰ্গা আৰু মুনিৰ মূৰ্ত্তি। অলপতে শিৱৰ মন্দিৰ সংস্কাৰ কৰিবলৈ যাওঁতে প্ৰায় এঘাৰ ফুট ব্যাসৰ শিলত কটা বৃত্তাকাৰ যোনি আৱিস্কৃত হৈছে। উত্তৰ গুৱাহাটীত অৱস্থিত বিষ্ণু-মন্দিৰত বিষ্ণুৰ অনন্ত শয়নৰ ক'লা শিলত কটা এটা প্ৰসিদ্ধ মূৰ্ত্তি। গুৱাহাটীৰ পুৰণি পানীকলত ব্ৰহ্মপুত্ৰৰ পাৰত আছে দশভুজ শিৱৰ মূৰ্ত্তি আৰু অষ্টাদশভুজা দেৱীৰ মূৰ্ত্তি। ইয়াৰ বাহিৰেও উমানন্দ, উৰ্বশী আৰু পাণ্ডু আদি ঠাইত অনেক দেৱদেৱীৰ মূৰ্ত্তি পোৱা গৈছে। গুৱাহাটী থূপৰ ভাস্কৰ্যৰাশিৰ নিৰ্মাণকাল নৱম-দশম শতাব্দী বুলি অনুমান কৰা হৈছে। এই প্ৰসঙ্গতে উল্লেখ কৰা উচিত হ'ব যে কামাখ্যা মন্দিৰৰ উত্তৰ ফালে ব্ৰহ্মপুত্ৰলৈ নামি যোৱা শিলৰ যিটো আহল বহল বাট আছে, তাৰ শিলবোৰ ডাঙৰ, চাৰিচুকীয়া আৰু দুই একত খোদাই কৰা চিন পোৱা হৈছে। এই শিলবোৰ কামাখ্যাৰ প্ৰাচীন মন্দিৰৰ শিল বুলি অনুমান কৰা হৈছে আৰু ভাস্কৰ্যৰ কাৰুকাৰ্যৰ পৰা সেই মন্দিৰ সপ্তম-অষ্টম শতাব্দীত নিৰ্মিত হৈছিল বুলি পণ্ডিতসকলে অভিমত প্ৰকাশ কৰিছে।

নগাওঁ জিলাত বিশেষকৈ দক্ষিণ পূব অংশৰ বহু ঠাইত স্থাপত্য-ভাস্কৰ্যৰ নিদৰ্শন পোৱা গৈছে। উল্লেখযোগ্য যে একালত নগাৱঁৰ প্ৰসিদ্ধ ডবকাৰাজ্য কলা-সংস্কৃতিত প্ৰসিদ্ধ আছিল। আকাশী গঙ্গা, মিকিৰ আটি, মহাদেউ-শাল, ফুলনি, যোগীজান, কাৱৈমাৰী, দীঘল পানী, বৰগঙ্গা, গাছতল, বসুন্ধৰী আদি ঠাইৰ স্থাপত্য-ভাস্কৰ্যৰ ভগ্নাৱশেষে প্ৰাচীন ডবকাৰাজ্যৰ বিজয় গৌৰৱৰে ইঙ্গিত দিছে। এই থূপৰ শিলত কটা নানা স্তম্ভ, পত্ৰাৱলী পুষ্পাৱলীৰ বাহিৰেও শিৱ আৰু বিষ্ণুৰ মূৰ্ত্তি আপেক্ষিকভাবে সৰহ। এই এলেকাৰ মূৰ্ত্তিসমূহত জনজাতীয় ছাপ অধিক পৰিমাণে পৰিলক্ষিত হয়। ডবকা থূপৰ ভাস্কৰ্যৰ ভিতৰত উমালিঙ্গৰ মূৰ্ত্তি এক বিশিষ্ট সম্পদ।

এই মূৰ্ত্তিটি বৰ্ত্তমানে ৰাজ্যিক সগ্ৰহালয়ত সংৰক্ষিত কথা হৈছে। এই থূপ-স্থাপত্য ভাস্কৰ্যৰ ৰচনাকাল ষষ্ঠ খৃষ্টাব্দৰ পৰা দ্বাদশ খৃষ্টাব্দৰ ভিতৰত বুলি অনুমান কৰা হৈছে। বনমাল বৰ্মনৰ ফলিৰ মতে শোণিতপুৰত সপ্তম শতাব্দীৰ পৰা দশম শতাব্দীলৈ ৰাজত্ব কৰা শালস্তম্ভ ফৈদৰ কোনো এজন ৰজাই শিলঘাটৰ প্ৰথম কামাখ্যা মন্দিৰটো নিৰ্মাণ কৰোৱাইছিল।

শিৱসাগৰ জিলাৰ দেওপানী আৰু নুমলিগড়ত প্ৰাক্ আহোম যুগৰ স্থাপত্য আৰু ভাস্কৰ্যৰ নিদৰ্শন পৰিলক্ষিত হৈছে। নুমলিগড়ৰ শিবদ'ল আৰু দেওপানীৰ দেৱীদল নৱম শতাব্দীত নিৰ্মিত হৈছিল বুলি পণ্ডিতসকলে অনুমান কৰে। শিৱসাগৰ জিলাৰ প্ৰায়বোৰ ভাস্কৰ্য সম্পদ নৱম শতাব্দীৰ পৰা দ্বাদশ শতাব্দীৰ বুলি অনুমান কৰা হৈছে। নুমলিগড়ত দেৱদেৱী গন্ধৰ্ব-কিন্নৰ আদি সকলো প্ৰকাৰৰ মূৰ্ত্তি পোৱা গৈছে। তাৰ ভিতৰত এচটা শিলত এলানি নাৰী মূৰ্ত্তিৰ ভাস্কৰ্য অতি মনোমোহা। প্ৰত্যেক নাৰী মূৰ্ত্তি একেদৰে স্ফীতবক্ষ, দুয়োহাতত পদ্ম, মূৰত কিৰীটি, কপালত তিলক লৈ স্মিত-হাস্য সহকাৰে চাই আছে, যেন এজাক অপ্সৰীহে উৰি গৈছে। দেওপানীৰ চতুৰ্ভুজ বিষ্ণুমূৰ্ত্তি আৰু চণ্ডীৰূপা চতুৰ্ভুজা দুৰ্গাৰ মূৰ্ত্তিৰ কাৰুকাৰ্য্য মন কৰিবলগীয়া।

শিৱসাগৰত কেতবোৰ স্থাপত্য-ভাস্কৰ্যৰ সা-সঁজুলি তাৰ বৰপুখুৰীৰ পৰা উদ্ধাৰ হোৱা বুলি জনা যায়। এইবোৰ একাদশ শতাব্দীৰ সম্পদ বুলি অনুমান কৰা হৈছে। ভাস্কৰ্য সম্পদবোৰৰ ভিতৰত গজলক্ষ্মী, বৰাহ অৱতাৰ, কামদেৱ, সৰস্বতী, অগ্নি আৰু মুনিৰ মূৰ্ত্তি উল্লেখযোগ্য। শিৱসাগৰৰ মূৰ্ত্তিবোৰৰ হাতভৰি অপেক্ষাকৃতভাৱে কিছু দীঘল, লাহি অৰু পদ্মৰ ওপৰত প্ৰতিষ্ঠিত। সৰস্বতীৰ মূৰ্ত্তিখন ত্ৰিভঙ্গমূৰ্ত্তি আৰু ওজা খনিকৰৰ কাম।

গোৱালপাৰা জিলাত যিখিনি ভাস্কৰ্য-সম্পদ এতিয়ালৈকে দৃষ্টিগোচৰ হৈছে তাৰ ভিতৰত শ্ৰীসূৰ্য্য পাহাৰৰ দুৰ্গা মূৰ্ত্তি, শিৱৰ মূৰ্ত্তি আৰু মনসা দেৱীৰ মূৰ্ত্তি উল্লেখযোগ্য। এইবোৰ আনুমানিক নৱম-দশম শতাব্দীৰ ভাস্কৰ্য।

ডিমাপুৰ বৰ্ত্তমানে স্বকীয়া ৰাজ্য নগাভূমিৰ অন্তৰ্গত হলেও সাংস্কৃতিক ক্ষেত্ৰত ডিমাপুৰৰ স্থাপত্য-ভাস্কৰ্য ব্ৰহ্মপুত্ৰ সভ্যতাৰে অবদান। এসময়ত ডিমাপুৰ আছিল কছাৰী সভ্যতাৰ কেন্দ্ৰ। তাৰ প্ৰাক্-কছাৰী যুগৰ স্থাপত্য-



ভাস্কৰ্য সম্পদো উন্নত ধৰণৰ আছিল। বিশেষকৈ ডিমাপুৰৰ বিজয় স্তম্ভবোৰ মন কৰিবলগীয়া।

অসমৰ পূৰ্ব প্ৰান্তৰৰ শদিয়াতো উল্লেখযোগ্য প্ৰাচীন স্থাপত্য-ভাস্কৰ্য পোৱা গৈছে। শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰ চিৰ প্ৰসিদ্ধ। মূল মন্দিৰটো কেতিয়াবাই ধ্বংস পালে। মন্দিৰ সংশ্লিষ্ট ধ্বংসাৱশেষৰ পৰা পণ্ডিতসকলে অনুমান কৰিছে যে প্ৰাচীন কালত এইডোখৰ ঠাইত আৰ্যসকলে বসবাস কৰিছিল। এই এলেকাৰ পৰশুৰাম কুণ্ডই এই ধাৰণা সাব্যস্ত কৰাত সহায় কৰে। তাম্ৰেশ্বৰী মন্দিৰটো আকাৰত সৰু আছিল। সেই মন্দিৰ ভগাত পঞ্চদশ শতাব্দীত চুটীয়াসকলে এটা নতুন মন্দিৰ স্থাপন কৰে বুলি জনা যায়। ইয়াৰ কেতবোৰ স্তম্ভৰ সৈতে ডিমাপুৰৰ স্তম্ভৰ সাদৃশ্য থকা দেখা যায়।

থূলমূলভাৱে এয়ে প্ৰাচীন অসমৰ স্থাপত্য আৰু ভাস্কৰ্যৰ চমু তালিকা। স্থাপত্যৰ সন্দৰ্ভত আমি আৰু এপদ সম্পদৰ কথা উল্লেখ কৰিব পাৰো। এই পদ সম্পদ হল এখন শিলৰ সাকোঁ। এই সাকোঁখন বৰ্ত্তমান কামৰূপ আৰু দৰঙৰ প্ৰাকৃতিক সীমা বৰনদীৰ এটা জানৰ ওপৰত নিৰ্মাণ কৰা হৈছিল। দুখৰ বিষয় এই সাকোঁখন ১৮৯৭ চনৰ বৰ ভূমিকম্পত সমূলি বিধ্বস্ত হ'ল। সাকোঁখন কাঁকৰ নিদিয়াকৈ সজা। ১৮৫১ চনত কৰ্ণেল হেনী নামৰ এজন ইংৰাজৰ দৃষ্টিগোচৰ হয়। তেৱেঁই এই সাকোঁখনৰ এটা বিস্তৃত বিৱৰণ লিখি থৈ গৈছে। সাকোঁখনৰ শিলৰ খুটা আছিল ষোল্লটা। সাকোঁখন আছিল এশ চল্লিশ ফুট দীঘল আৰু আঠ ফুট বহল। পণ্ডিতসকলৰ মতে সাকোঁখন অতি প্ৰাচীন স্থাপত্য আৰু ইয়াক প্ৰাচীন কামৰূপৰ কোনোবা ৰজাই নিৰ্মাণ কৰোৱাইছিল।

অসমৰ মন্দিৰ, স্থাপত্য আৰু তাৰ সংশ্লিষ্ট ভাস্কৰ্যৰ লগত উত্তৰ ভাৰতৰ বিশেষকৈ বিহাৰ আৰু উৰিষ্যাৰ স্থাপত্য-ভাস্কৰ্যৰ বহুখিনি মিল আছে। প্ৰত্নতাত্ত্বিক কে. এন. দীক্ষিতে মন্তব্য কৰি কৈছে যে সমসাময়িক বঙ্গদেশৰ পাল-স্থাপত্য-ভাস্কৰ্যতকৈ প্ৰাচীন কামৰূপৰ স্থাপত্য-ভাস্কৰ্যৰ সাদৃশ্য বিহাৰ আৰু উৰিষ্যাৰ সৈতেহে অধিক। তেজপুৰত আবিষ্কৃত চৈত্যগন্ধী গবাক্ষ চানেকিৰ লগত ৰেৱা আৰু খাজুৰাহোৰ ভাস্কৰ্যৰ মিল আছে। দ'পৰ্বতীয়াৰ শিলৰ দুৱাৰৰ ভাস্কৰ্যৰ সৈতে পঞ্চম-ষষ্ঠ শতিকাৰ পাটলিপুত্ৰ আৰু বাৰাণসীৰ ভাস্কৰ্যৰ সাদৃশ্য থকা দেখা যায়।

পূৰ্বতে আমি উল্লেখ কৰি আহিছোঁ যে অসমত বৈজ্ঞানিক পদ্ধতিৰে কোনো খনন কাৰ্য আজিকোপতি পৰিচালিত কৰা হোৱা নাই। সিদিনা গুৱাহাটীৰ আমবাৰীত ঘৰ সাজিবলৈ যাওঁতে ভেটিৰ তলত স্থাপত্য-ভাস্কৰ্যৰ পম ওলাল, কেবাটাও উল্লেখযোগ্য মূৰ্ত্তি আবিষ্কৃত হ'ল, কিন্তু আজিকোপতি সেই কাম সম্পূৰ্ণ কৰিব নোৱাৰিলে। ভূগৰ্ভস্থ ঘৰৰ ভেটিটোকো সম্পূৰ্ণ-ৰূপে খান্দি চাব পৰা নগল। আমবাৰীৰ তেৰাকটাৰ 'ভেনাছৰ' ইতিবৃত্তৰ ভেদ অসম্পূৰ্ণ হৈ ৰ'ল। উত্তৰ লক্ষীমপুৰৰ সীমাত চিচিবৰগাঁৱৰ মালিনী-থানত কোন কাহানিবাৰ পৰা কেতবোৰ শিবলিংগ আৰু স্থাপত্য-ভাস্কৰ্যৰ ভগ্নাৱশেষ পৰি আছিল। বৰ্তমানে অৰুণাচল চৰকাৰে কিছু খনন কাৰ্য হাতত লৈ অনেক সম্পদ আৱিষ্কাৰ কৰিছে। আমবাৰী আৰু মালিনীথানৰ আৱিষ্কাৰে প্ৰাচীন কামৰূপৰ ইতিহাস ৰচনাত মূল্যবান ৰেখাপাত কৰিব বুলি অনেকৰে বিশ্বাস। যিদিনা সমগ্ৰ অসমৰ পৰ্বত আৰু ভৈয়ামৰ সম্পূৰ্ণকৈ নহলেও অধিক পৰিমাণৰ ভূগৰ্ভস্থ প্ৰাচীন সম্পদ আবিষ্কৃত হ'ব সিদিনাহে অসমৰ ব্ৰহ্মপুত্ৰ সংস্কৃতিৰ প্ৰকৃত ৰূপৰ এটা আভাস পোৱা যাব।

স্থাপত্য আৰু ভাস্কৰ্য শিল্পৰ ক্ষেত্ৰত অসমৰ বুৰঞ্জী তেৰ শতিকাৰ প্ৰথম ভাগৰ পৰা পোন্ধৰ শতিকাৰ মাজভাগলৈ কিছু অন্ধকাৰ যেন লাগে। এইছোৱা কালত অসমে উল্লেখযোগ্য স্থাপত্য বা ভাস্কৰ্যৰ অৱদান আগবঢ়াব নোৱাৰিলে। আহোম নৃপতিসকলে হিন্দুধৰ্ম গ্ৰহণ নকৰালৈকে, দৰাচলতে অসমৰ শিলাকুটিসকল নিবনুৱা হৈ আছিল যেন অনুমান হয়। খুব সম্ভৱ এই মধ্যৱৰ্ত্তী কালছোৱাত দেশৰ শিল্পকলাই পাবলগীয়া ৰাজপৃষ্ঠপোষকতা আৰু উদ্গনি নেপালে। সোতৰ শতিকাৰ পৰা ওঠৰ শতিকাৰ ভিতৰত আহোম ৰজাসকলে পুৰণি মঠমন্দিৰবোৰ পুনৰ্নিৰ্মাণ কৰিবলৈ লয়। কিন্তু এই পুনৰ নিৰ্মাণ কাৰ্য্যত খুব সম্ভৱ অসমৰ থলুৱা শিলাকুটিবিলাকক নিয়োগ কৰিব পৰা নহ'ল। যদি আৰ. ডি. বেনাৰ্জীয়ে তেওঁৰ প্ৰতিবেদনত দাঙি ধৰা তথ্য সত্য হয়, তেন্তে এই কাৰ্যত আহোম নৃপতিসকলে যোড়শ শতিকাত ভাটীৰপৰা শিলাকুটি অনাই কামত নিয়োগ কৰিছিল বুলি মানি লব লাগিব।

আহোম ৰজাসকলৰ কাৰেংঘৰৰ বিৱৰণ এটা ফ্ৰেন্সিছ্ হেমিল্টন চাহাবৰ ৰিপৰ্টতো পোৱা যায়। হেমিল্টন্ চাহাবৰ মতে ৰংপুৰৰ কাৰেঙৰ চাৰি দাঁতিত তিনিহাত বহল আৰু চাৰে তিনিহাত ওখ ইটাৰ দেৱাল আছিল।



চাং ঘৰটো খেৰৰ, শালৰ খুটা লগোৱা আৰু ঘৰৰ বেৰ গাধৈৰে দিয়া। তেওঁৰ মতে চাংঘৰৰ কাষতে ৰজাৰ পকী ৰংঘৰ। ৰজাৰ এটা সৰু তামৰ মন্দিৰো আছিল। ইটাৰ পকীঘৰ ৰজা গৌৰীনাথ সিংহৰ দিনলৈকে নিৰ্মাণ হোৱা নাছিল। প্ৰজাকো হেনো পকীঘৰ সাজিবলৈ অনুমতি দিয়া হোৱা নাছিল। ৰজা আৰু দা-ডাঙৰীয়াসকলে শালৰ খুটা আৰু গাধৈৰ বেৰৰ ঘৰতহে বাস কৰিছিল। তেওঁৰ মতে অসমীয়াই ধেনুভিৰীয়া ঘৰ বংগদেশৰ আৰ্হিৰে সজাবলৈ ল'লে। একো কোঠলীয়া ঘৰবোৰ সুকীয়া সুকীয়াকৈ সজা।

হেমিল্টন চাহাবে লিখি যোৱা মতে কাৰেঙৰ চৌহদত যদি তিনিহাত বহল আৰু চাৰে তিনিহাত ওখ ইটাৰ দেৱাল আছিল আৰু যদি ৰংঘৰটোও পকীঘৰ আছিল তেন্তে আহোম ৰজাসকলে সম্পূৰ্ণ ইটাৰ কাৰেং নিৰ্মাণ কৰিব নোৱাৰাৰ কোনো কাৰণ নাছিল যেন লাগে। আমাৰ মনে ধৰে যে অসমত অপৰ্যাপ্ত বাঁহ, কাঠ, খেৰ পোৱা গৈছিল গুণে অৰ্থনীতিৰ ফালৰপৰা ৰজা-প্ৰজা সকলোৱে খেৰীঘৰতহে থাকিবলৈ লৈছিল। তদুপৰি আজিকো পতি খেৰী ঘৰৰ এটা আভিজাত্যও আছে। একোটা টুপ লগোৱা চাৰিচলীয়া ঘৰৰ কাৰুকাৰ্য মন কৰিবলগীয়া। কিন্তু হেমিল্টন চাহাবে ক'লেও অসমীয়া খেৰী ঘৰৰ মুধচ ধেনুভিৰীয়া নহয়—পোনহে।

আহোম যুগত সেই বুলি স্থাপত্যৰ সংখ্যা নিচেই উলাই কৰিব পৰা বিধৰ নহয়। পোন্ধৰ শতিকাৰ পৰা উনৈশ শতিকালৈকে অসমত অনেক মন্দিৰ পুনৰনিৰ্মাণ হ'ল আৰু সমাধি-সৌধ গঢ়ি উঠিল। পোন্ধৰ আৰু যোল্ল শতিকাত ধুবুৰী এলেকাত পোন প্ৰথম মোগল স্থাপত্যৰ নিদৰ্শনটো হ'ল ৰঙামাটিৰ মছজিদ। এই মছজিদটো সম্পূৰ্ণ ইটাৰে সজা। গৌড় দেশৰ নবাৱ হুছেন ছাহে এই মছজিদ নিৰ্মাণ কৰোৱায়। অনুমান হয় তেৱেঁই প্ৰথমতে ভাটিৰ ৰাজমিস্ত্ৰী অসমলৈ আমদানি কৰে।

বুৰঞ্জীত পোৱামতে দৰং জিলাৰ নাগশঙ্কৰ দেৱালয়ো পোন্ধৰ শতিকাৰ সম্পদ আছিল। বৰ্তমানে এই মন্দিৰ লুপ্ত প্ৰায়। তাত কেৱল মন্দিৰৰ ভগ্নাৱশেষ আৰু এটা পুখুৰী আছে। যোল্ল শতিকাত নকৈ গঢ়ি উঠা মন্দিৰৰ ভিতৰত হাজোৰ হয়গ্ৰীৱ মন্দিৰটোৱেই প্ৰধান। ১৭শ শতিকাত আহোম ৰজা গদাধৰ সিংহৰ দিনত পুনৰনিৰ্মিত প্ৰধান হিন্দু মন্দিৰটো হ'ল গুৱাহাটীৰ ব্ৰহ্মপুত্ৰৰ মাজৰ উমানন্দ দেৱালয়। সোতৰ

শতিকাত ধুবুৰী অঞ্চলত আৰু দুটা মছজিদো গঢ়ি উঠে। তাৰে এটা হ'ল পাঁচপীৰৰ দৰ্গাহ আৰু আনটো হ'ল মিৰজুম্লাৰ মছজিদ।

ওঠৰ শতিকাত সমগ্ৰ অসমত অসংখ্য মঠ মন্দিৰ স্থাপিত আৰু পুনৰ্নিৰ্মিত হয়। কামৰূপ জিলাৰ ডুবিৰ পৰিহৰেশ্বৰ দেৱালয়, গুৱাহাটীৰ কামাখ্যা আৰু উমানন্দৰ বাহিৰে প্ৰায়বোৰ মন্দিৰ আৰু শিৱসাগৰ জিলাৰ ৰংঘৰ, কাৰেংঘৰ আৰু তলাতলঘৰ এই শতিকাতে নিৰ্মিত হয়। আহোমৰ দিনৰ প্ৰায়বোৰ পকীঘৰ ইটাৰে সজা। তেওঁলোকৰ দিনৰ ইটা আৰু কাঁকৰ মন কৰিবলগীয়া। আহোমৰ দিনৰ পকী ঘৰৰ কাঁকৰ মাটিমাহ, বৰালীমাছ, ঔটেঙাৰ বিজল আদিৰে প্ৰস্তুত কৰা হৈছিল বুলি জনা যায়। কাঁকৰৰ বাহিৰেও ইটাৰ ঘৰ নিৰ্মাণত লোৰ শলখা আৰু হালপতা ব্যৱহাৰ কৰা হৈছিল। ৰংঘৰটো দুমহলীয়া, ইয়াৰ ওপৰ মহলাৰ পৰা আহোম স্বৰ্গদেউ সকলে নানা তৰহৰ ৰংৰহস্য আৰু খেল-ধেমালি উপভোগ কৰিছিল। ঘৰটো তেৰাকটাৰে অলঙ্কৃত। ঘৰৰ চালত মুধচজুৰি দুমুখীয়া এটা মগৰ আছে। মাজত তাৰ টুপ। ৰংঘৰ আহোম সৰ্গদেউ প্ৰমত্ত সিংহৰ দিনত নিৰ্মিত হৈছিল। ৰংঘৰৰ কাষতে তলাতল ঘৰ। আদিতে তলাতল-ঘৰ সাতখলপীয়া আছিল বুলি জনা যায়।

গড়গাওঁৰ কাৰেংঘৰটো হেনো সাততলাকৈ সজা হৈছিল। আৰু একেবাৰে ওপৰৰ তলাটোত এটা টুপ আছিল। এই কাৰেংঘৰটো সৰ্গদেউ ৰাজেশ্বৰ সিংহৰ দিনত সজা।

স্থাপত্যৰ ক্ষেত্ৰত যেন তেন, কিন্তু ভাস্কৰ্যৰ বিষয়ত আহোম যুগত বিশেষ কিবা উল্লেখযোগ্য সম্ভাৰ সৃষ্টি হোৱা বুলি নিৰ্দ্ধাৰিত হোৱা নাই! প্ৰাক্ আহোম যুগৰ ভাস্কৰ্যৰে পুনৰ্নিৰ্মিত মঠ মন্দিৰবোৰ অলঙ্কৃত কৰা হৈছিল। দুই-এপদ সৃষ্টি একেবাৰে হোৱা নাছিল বুলিও কবলৈ টান। দুই-এক মন্দিৰৰ বেৰত থলুৱা মানুহৰ মুখাকৃতিৰে দুই-এক ভাস্কৰ্য সম্পদ দৃষ্টিগোচৰ হয়। এনে ভাস্কৰ্য ৰচনা কোচৰজাসকলৰ পৃষ্ঠ-পোষকতাতো অ'ত ত'ত হৈছিল বুলি ভাবিবৰ থল আছে। এটা বিষয়ত এইখিনি কালত যথেষ্ট অৱদান হোৱা যেন লাগে। সেয়া হৈছে পোৰা মাটিৰ ভাস্কৰ্য (Terra-cotta)। প্ৰায়বোৰ মঠমন্দিৰত এই যুগৰ প্ৰস্তৰ ভাস্কৰ্যৰ অভাৱ হ'লেও পোৰামাটিৰ ভাস্কৰ্যৰ অভাৱ দেখা নেযায়। এটা কথা অনস্বীকাৰ্য্য যে দ'পৰ্বতীয়াৰ গুপ্তযুগৰ মন্দিৰৰ দুৱাৰৰ 'ফ্ৰেম'ৰ



পৰা আৰম্ভ কৰি যি ধাৰা আৰু মানদণ্ডেৰে একালত প্ৰাচীন কামৰূপত ভাস্কৰ্য ৰচনা হৈছিল, তাৰ বোৱতী সুঁতি যেন শুকাই গ'ল। অসমৰ শিলাকুটি গোষ্ঠীৰ প্ৰাধান্য হেৰাই গ'ল।

দৰাচলতে ধৰ্মকাৰ্য্যহে স্থাপত্য ভাস্কৰ্যৰ প্ৰধান সাধনা ক্ষেত্ৰ। মন্দিৰ স্থাপত্যই পোহপাল পালে দেশত স্থাপত্য ভাস্কৰ্যই ঠন ধৰি উঠে আৰু অৱহেলিত হলে এইবোৰ শিল্প ধ্বংসমুখী হয়। আধুনিক কালত মন্দিৰ নিৰ্মাণ কাৰ্য নহয় বুলিয়েই কব লাগিব। ফলত শিলাকুটিসকল নিষ্ক্ৰিয় হৈ পৰিল। মঠমন্দিৰ কিয় তাৰ থলত থলুৱা খনিকৰে নিজৰ থকা ঘৰটোকো সাজিলব নোৱাৰা হ'ল। স্থাপত্য আৰু ভাস্কৰ্যৰ বাবে ধনাঢ্য ব্যক্তিৰ জ্ঞানৰ প্ৰয়োজনতকৈ দেশৰ খনিকৰসকলৰ নিয়মিত আৰু প্ৰয়োজনীয় জীৱিকা উপাৰ্জনৰ ব্যৱস্থাৰহে একান্ত প্ৰয়োজন।

আধুনিক অসমৰ স্থাপত্য বা ভাস্কৰ্য বুলিবলৈ একো নাই। অসমত কিয় সমস্ত পৃথিৱীকে এক বিশ্বজনীন স্থাপত্যই গ্ৰাস কৰি পেলাইছে। এই স্থাপত্যত মাটিৰ গোন্ধ বৰকৈ পোৱা নেযায়। আধুনিক স্থাপত্য বিদ্যাত অসমীয়া শিক্ষিত ব্যক্তি দুই এক প্ৰতিষ্ঠিত হৈছে। কিন্তু আমাৰ খনিকৰ আৰু বনুৱা ওলোৱা নাই। ভাস্কৰ্যত অসমীয়া শিল্পী চিৰদিনৰ বাবে নিতাল মাৰিলে বুলি কব পাৰি। ভাস্কৰ্য ৰচনাত যি সাধনা, ধৈৰ্য আৰু শ্ৰমৰ প্ৰয়োজন, অসমীয়া খনিকৰৰ সেইবোৰ বিষয়ত অভাৱ দেখা গৈছে।

মুঠতে এটা কথা ধ্ৰুৱপ যে অসমৰ স্থাপত্য আৰু ভাস্কৰ্য সম্বন্ধে আমি বৰ সচেতন নহওঁ। অসমৰ খিলঞ্জীয়া মানুহবোৰক প্ৰাচীন সম্পদৰ বিষয়ে উদ্বুদ্ধ কৰিবলৈ আৰু প্ৰচাৰ মাধ্যমেৰে অসমৰ আৰু অসমৰ বাহিৰৰ লোকক সম্যকৰূপে জ্ঞাত কৰাবলৈ কোনো ব্যৱস্থা হাতত লোৱা হোৱা নাই। প্ৰাচীন অসমৰ আবিষ্কৃত ঐশ্বৰ্য সম্পদবোৰৰ এলানি উৎকৃষ্ট আলোক-চিত্ৰকে গ্ৰহণ কৰা হোৱা নাই, প্ৰকাশ কৰাতো দূৰৰ কথা। আলোকচিত্ৰৰে আমাৰ কোনো মুল্যবান গ্ৰন্থ প্ৰকাশ কৰা হোৱা নাই। অসমৰ স্থাপত্য আৰু ভাস্কৰ্যকলৈ কোনো প্ৰামাণ্য তথ্যচিত্ৰ নিৰ্মাণ হোৱা নাই। এনেবোৰ ব্যৱস্থা ব্যয়সাধ্য বুলিয়ে পৰিত্যাগ কৰিবলৈ হলে অসমৰ ভিতৰৰ আৰু বাহিৰৰ সকলো লোকৰ বাবে এই সম্পদৰাজিৰ পৰিচয় আৰু ইতিহাস চিৰকাল অজ্ঞাত হৈয়ে থাকিব।

# অসমৰ ৰঙ্গমঞ্চ

অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

### প্ৰথম খণ্ড

অসমৰ ৰঙ্গমঞ্চৰ বুৰঞ্জী অতি প্ৰাচীন আৰু গৌৰৱোজ্জ্বল। পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে লিখি থৈ গৈছে যে ধৰ্ম-সাহিত্যৰ অঙ্গ স্বৰূপে শংকৰদেৱ, মাধৱদেৱ আদি কবিসকলে অসমীয়া ভাষাত যি নাট্য-সাহিত্যৰ সৃষ্টি কৰিলে সি অসমৰ অনুপম সম্পদ। যি কালত মহাপুৰুষসকলে আমাৰ নাট্যসাহিত্য স্ৰজন কৰিলে, সেই কালত ভাৰতবৰ্ষৰ নিচেই কম ৰাজ্যতহে দেশীয় ভাষাত নাট্য সাহিত্য আছিল। এই নাট্য সাহিত্য অসমীয়া মানুহৰ এটা আপুৰুগীয়া সম্পদ। আমাৰ মাননীয় ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমদেও টিহু সাহিত্য সভাত কৈছিল, যি সময়ত ভাৰতৰ আন আন ঠাইত নাট-শিল্প কেঁচুৱা অৱস্থাত আছিল সেই সময়তে শ্ৰীমন্ত শংকৰদেৱে উচ্চমানৰ অসমীয়া নাট ৰচনা আৰু পৰিচালনা কৰিছিল।

গোস্বামীদেৱে আৰু ৰাষ্ট্ৰপতিয়ে নাট্যসাহিত্য সম্পৰ্কে কৰা এই উক্তি ৰঙ্গমঞ্চৰ সম্পৰ্কতো প্ৰযোজ্য, কিয়নো নাটকৰ কাৰ্যকৰী ৰূপায়ণ হয় ৰঙ্গমঞ্চতহে। নাটকে মনোৰঞ্জন কৰে এমুঠি শিক্ষিত পাঠকক আৰু তাৰ শ্ৰোতাক। কিন্তু অভিনয়ৰ পৰিসৰ তাতকৈ বহুগুণে বেছি আহল-বহল। অভিনয়ে শিক্ষিত অশিক্ষিত অগণন দৰ্শকৰ মনোৰঞ্জন সাধন কৰে, শিক্ষা দান কৰে, সমাজৰ বাতাবৰণ সলনি কৰে। এই চমু আলচত নাটকৰ কথা একাষৰীয়া কৰি থৈ অসমৰ ৰঙ্গমঞ্চ বা নাট্যাভিনয়ৰ বিষয়েহে চমুভাৱে উল্লেখ কৰা হ'ব।

আমি যদি অসমৰ নাট্যমঞ্চৰ ভিতৰ চৰাত ভুমুকি এটা মাৰি চাওঁহক তেন্তে তাত দেখা পোৱা যাব যে আজিৰ পৰা পাঁচশ বছৰৰো আগতে গুৰুজনাই বৰদোৱাত 'চিহ্নযাত্ৰা' ভাওনা পাতি অসমৰ কলা-



গোষ্ঠীৰ আগত যি গছ বন্তি জ্বলাই থৈ গ'ল সি আজিও নানা দুৰ্যোগৰ বিপৰ্যয়ৰ মাজেদিও অম্লান জ্যোতিৰে জ্বলিব লাগিছে আৰু জ্বলি থাকিব। গুৰু দুজনাৰ আশীৰ্বাদ-নিৰ্মালি স্বৰূপে অসমীয়া নাট-ভাওনাই আজিও অসমৰ গাঁৱে-ভূঞে, সত্ৰই-নামঘৰে অসমীয়া সমাজখনৰ ধৰণী ধৰি আছে বুলি কলে বঢ়াই কোৱা নহয়। এয়ে অসমৰ মুকলি মঞ্চ-অভিনয়।

সি যি নহওক, দেশলৈ ইংৰাজ-শাসন অহাৰ পিছৰ পৰা আমাৰ ভাষা-সংস্কৃতিৰ বৰঘৰটোৰ দুৱাৰ-খিড়িকীবোৰ এখন এখনকৈ মুকলি হ'ল। আৰু তাৰ ভিতৰেদি পশ্চিমৰ ফালৰ বা-বতাহ বাৰুকৈয়ে সোমাল। তাৰ ফলত পুৰণিয়ে ৰূপ সলালে, যুগৰ লগত নিজকে খাপ খুৱাই লবলৈ যত্ন কৰিলে। পুৰণি ভাওনা-সবাহ থাকিল সচাঁ, কিন্তু নতুনকৈ থিয়েটাৰ, বোলছবি, মাইক্ৰোফোন, অনাতাঁৰ, একাংকিকা, অভিনয়ৰ নতুন নতুন আঙ্গিক, বিভিন্ন কলা-কৌশল আৰু বিজ্ঞানৰ সা-সুবিধা সকলো আহিল। মুঠতে এই সকলোবোৰ গ্ৰহণ কৰি আমাৰ পুৰণি কলা-সংস্কৃতিয়ে কিছু পৰিমাণে আগৰ মোট সলাই নানা সাজপাৰ পিন্ধি মনমোহনীয়া হৈ জাকত জিলিকা হবলৈ চেষ্টা কৰিছে। নতুনক পাই অৱশ্যে পুৰণি অৰ্থাৎ সাতামপুৰুষীয়া সোণসেৰীয়া অমূল্য বিভূতিবোৰক বিসৰ্জন দিব পৰা নাই আৰু দিয়াটো উচিতো নহয়।

এতিয়া অলপ বহলাই কওঁ। 'চিহ্নযাত্ৰা' নামৰ নাটৰ ভাওনা কৰিয়েই (১৪৬৮ চন) মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে অসমৰ নাট্যজগতত পোন প্ৰথম দীপাৱলী পাতিছিল। এই অভিনয়ত ওজাপালি আৰু থলুৱা ঢুলীয়া ভাওনাৰ সমল নিহিত আছে বুলি ভাবিবৰ থল আছে। সংস্কৃত নাটকৰ অধ্যয়ন কৰিও হয়তো মহাপুৰুষে অসমীয়া ধাতুত শুজাকৈ তেওঁৰ নাটকৰ পৰিকল্পনা কৰিছিল। অংকীয়া নাটভাওনা মহাপুৰুষৰ মৌলিক সৃষ্টি-প্ৰতিভাৰ এক অমূল্য নিদৰ্শন। প্ৰথম অসমীয়া অভিনয় 'চিহ্নযাত্ৰা-ভাওনা' যে এখন পূৰ্ণাঙ্গ নাটৰ অভিনয় আছিল সেই কথা ডাঠি কব পৰা যায়। মঞ্চ-সজ্জা, নৃত্য-গীত, আলোকসম্পাত আদিৰে সেই অভিনয় বাছকবনীয়া হৈছিল। পিছে 'চিহ্নযাত্ৰা' নামেৰে এখনি নাট ৰচনা কৰা হৈছিল নে নাই আৰু হৈছিল যদি সেই নাট আজি কিয় লুপ্ত হ'ল, সেই কথা কোনো চৰিতপুথিতেই পোনপটীয়াভাবে পাবলৈ নাই। সেই কাৰণে পণ্ডিতসকলৰ এভাগে কব খোজে বোলে চিহ্নযাত্ৰা নামেৰে গুৰুজনাই

কোনো নাট ৰচনা কৰা নাছিল আৰু চিহ্নযাত্ৰা ভাওনাৰ কাৰ্য মুখে মুখেই সম্পাদনা আৰু পৰিচালনা কৰা হৈছিল। লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই হ'লে চিহ্নযাত্ৰাই শংকৰদেৱৰ প্ৰথম নাট বুলি স্পষ্টভাৱে লিখি থৈ গৈছে। আমিও তেখেতৰ মততেই হয়ভৰ দিব খোজো ; কিয়নো চৰিত পুথিত চিহ্নযাত্ৰা অভিনয়ৰ যি দীঘলীয়া বিৱৰণ লিপিবদ্ধ হৈ আছে তাৰে পৰাই চিহ্নযাত্ৰা নামৰ এখনি নাটৰ অস্তিত্ব প্ৰমাণিত হয়। নটুৱা, গায়ন-বায়ন আদি আৰু সপ্তবৈকুণ্ঠৰ ভিন ভিন ভাৱৰীয়াসকলৰ প্ৰৱেশ, প্ৰস্থান আৰু কাৰ্যাৱলীৰ যিখিনি উল্লেখ আছে সেইবোৰৰ নিৰ্দেশ নিশ্চয় লিখি থোৱা হৈছিল। তদুপৰি গুৰুজনাই নিজেই বায়ুমণ্ডলী ৰাগ জুৰি দিছিল। ইয়াৰ পৰাই বুজিব পাৰি যে সেই 'চিহ্নযাত্ৰা' নাটখনিত গীতো আছিল। অৱশ্যে প্ৰথম প্ৰচেষ্টা আৰু পৰীক্ষামূলকভাৱে ৰচনা কৰাৰ কাৰণে চিহ্নযাত্ৰা নাট গুৰুজনাই পিছৰ কালত ৰচনা কৰা অংকীয়া নাটবোৰৰ সমপৰ্যায়ৰ নহ'বও পাৰে আৰু সেইবাবে হয়তো পিছত মহাপুৰুষে নিজেই তাক নষ্ট কৰি পেলাব পাৰে। পুথিখনি বৰ্তমানে পোৱা নাযায় বুলিয়েই ৰচনা কৰা হোৱা নাছিল বুলি আমি ধৰি লব নোৱাৰোঁ।

চিহ্নযাত্ৰা অভিনয়ৰ বাবে তাল-খোল আদি বাদ্যৰ আৱশ্যক হৈছিল। শংকৰ গুৰুৱে নিজ হাতে বৈকুণ্ঠৰ চিত্ৰ অঙ্কন কৰি দৃশ্যপট যুগুত কৰিছিল। সেই নাটত শুজাকৈ ধেমালিৰ ঘোষা, আৰু তাৰ পিছত সূত্ৰ-ভটিমা আৰু গীত ৰচনা কৰিছিল।

চিহ্নযাত্ৰা নাটখনি মৌখিকভাৱেই হওক বা লিখিতভাৱেই অভিনীত কৰা হওক, গুৰুজনাক অসমৰ প্ৰথম নাট্যকাৰ আৰু প্ৰথম নাট-প্ৰযোজক পৰিচালক হিচাপে স্বীকৃতি দিবই লাগিব।

চিহ্নযাত্ৰাৰ পিছত শঙ্কৰদেৱ আৰু মাধৱদেৱে ইখনৰ পিছত সিখনকৈ কেবাখনো অংকীয়া নাট ৰচনা কৰি সেইবোৰৰ অভিনয়ৰ দিহা কৰি অসমৰ নাট্য-জগতত নৱজীৱনৰ সঞ্চাৰ কৰিলে। শ্ৰীশংকৰদেৱে পত্নী প্ৰসাদ, কালিদমন, কেলিগোপাল, পাৰিজাত হৰণ, ৰামবিজয়, আৰু ৰুক্মিণী হৰণ ; শ্ৰীমাধৱদেৱে চোৰধৰা, ভোজন বিহাৰ, অৰ্জুন ভঞ্জন, আদি নাট ৰচনা কৰি আৰু নাটৰ ভাওনা প্ৰদৰ্শন কৰি হাজাৰ বিজাৰ ৰাইজক মন্ত্ৰমুগ্ধ কৰিলে। তেৰাসকলৰ পদাঙ্ক অনুসৰণ কৰি আন আন বৈষ্ণৱ নাট্যকাৰসকলেও নাট



ৰচনা কৰি অসমীয়া নাট্যসাহিত্য চহকী কৰিলে ; ৰঙ্গমঞ্চৰ ( মুকলি মঞ্চ ) জেউতি চৰালে।

এই নাটসমূহৰ গঠনৰীতি আৰু কলাকৌশল সম্পৰ্কে নাট্যসমালোচক শ্ৰীসত্যপ্ৰসাদ বৰুৱাই কম কথাতে এনেদৰে কৈছে : "সংস্কৃত নাট্যৰীতিৰ কটকটীয়া বান্ধোনৰীতি কিছু পৰিমাণে ঢিলাই দি সকলোৱে বুজিব পৰা ভাষা ব্যৱহাৰ কৰি, ৰাইজে চাই ভাল পাব বুলি সংস্কৃত নাটকৰ ৰচনা-ৰীতি উলঙ্ঘা কৰিও যুদ্ধ, বিবাহ, ভোজন আদিৰ দৃশ্য ভাওনাত দেখুৱাই, কাহিনী সহজসাধ্য কৰিবলৈ মূল নাটৰ চৰিত্ৰকে প্ৰধান চৰিত্ৰৰূপে ঠাই দি, বিয়োগান্ত নাটকৰো পৰিবেশন কৰি আৰু অংকীয়া-গীতবোৰ গোৱাই ( কোৰাছ সদৃশ ), মহাপুৰুষ দুজনাই অংকীয়া নাট ভাওনাক যদিও সমুদায় ৰাইজৰ প্ৰিয় কৰি তুলিলে, তথাপি অংকীয়া নাটৰ ধেমালি আদি পূৰ্বৰঙ্গত, সূত্ৰধাৰে নান্দী গোৱাত, নাটৰ প্ৰৰোচনাত, আমুখ আৰু প্ৰস্তাৱনাত, কাহিনীৰ তাৎপৰ্যব্যঞ্জক শ্লোক-ৰচনাত, কাহিনী বিন্যাসত সংস্কৃত নাটকৰ পঞ্চ অৱস্থা—আৰম্ভ, প্ৰযত্ন, প্ৰাপ্ত্যাশা, নিয়তাপ্তি, ফলাগম আৰু পঞ্চসন্ধি—মুখ, প্ৰতিমুখ, গৰ্ভ, অৱমৰ্শ, নিৰ্বহন আদিৰ প্ৰয়োগত, সামৰণিৰ মুক্তিমঙ্গল ভটিমাত ( ভৰতবাক্য ) আৰু ৰসোদ্দীপনাত প্ৰাচীন ক্লাছিকেল নাটকৰ গাম্ভীৰ্য বিদ্যমান।"

এই নাটসমূহ কেৱল যে ধৰ্মকেন্দ্ৰিক আছিল এয়ে নহয়, সমাজকেন্দ্ৰিক আৰু উদ্দেশ্যধৰ্মীও আছিল। বক্তৃতা আৰু উপদেশৰ উপৰিও গুৰুসকলে নাট্যাভিনয়ক ধৰ্ম প্ৰচাৰৰ শক্তিশালী মাধ্যম হিচাপে গ্ৰহণ কৰিছিল। ব্যক্তি আৰু সমাজৰ নৈতিক মানদণ্ডৰ উন্নতি সাধিবলৈ তেওঁলোকে সমানে ভাওনাৰ দিহা কৰি বিপুলভাৱে লোক সংগ্ৰহ আৰু লোক-ৰঞ্জন কৰিবলৈ সমৰ্থ হৈছিল।

এই নাটসমূহৰ ভাওনাই তিনিফালৰ পৰা অহা পৃষ্ঠপোষকতাৰ দ্বাৰা পৰিপুষ্টি লাভ কৰিছিল—ৰজাঘৰীয়া পৃষ্ঠপোষকতা, সত্ৰীয়া পৃষ্ঠপোষকতা আৰু ৰাজহুৱা পৃষ্ঠপোষকতা। সেই সময়ত উজনিৰ ৰংপুৰ আৰু ভাটীৰ কোচবিহাৰক কেন্দ্ৰ কৰি ৰজাঘৰীয়া পৃষ্ঠপোষকতাত অসমীয়া সাহিত্য আৰু সংস্কৃতি বিকশিত হৈছিল। এফালে আহোম স্বৰ্গদেৱ আৰু ডা-ডাঙৰীয়াসকল আৰু আনফালে কোচবিহাৰ আৰু দৰঙৰ ৰজাসকলৰ ছত্ৰছায়াত আমাৰ নাট-ভাওনায়ো গা কৰি উঠিছিল।

অসমৰ সত্ৰ আৰু নামঘৰসমূহো অসমীয়া সংস্কৃতিৰ কেন্দ্ৰস্বৰূপ। এই

কথা অনস্বীকাৰ্য যে অসমৰ নাট্যজগতত সত্ৰসমূহৰ অৰিহণা অপৰিসীম। সত্ৰীয়া নৃত্য-গীত, নাট-ভাওনা আদি আমাৰ গৌৰৱৰ আৰু শ্ৰদ্ধাৰ বস্তু। প্ৰধান সত্ৰ কেইখনক আমাৰ কলা-সংস্কৃতিৰ একোখন সৰু বিশ্ববিদ্যালয় আখ্যা দিব পাৰি।

প্ৰতিখন অসমীয়া হিন্দুগাঁৱতে ডাঙৰ ডাঙৰ চকুত লগা নামঘৰ দেখিবলৈ পোৱা যায়। এই নামঘৰবিলাকত বছৰৰ বিভিন্ন পৰ্বত সভা ভাওনা কৰাটো চলিত ৰীতি। তাৰ উপৰি আজৰি বতৰত বিভিন্ন তিথি-উৎসৱ উপলক্ষে অংকীয়া আৰু বিভিন্ন সত্ৰৰ আহিঁত ৰাজহুৱাকৈ ভাওনা পতা হয়।

ৰাইজেই ৰজা। সেই কাৰণে ৰজাঘৰৰ মুখাপেক্ষী নহৈ কেইবাখনো গাঁৱৰ ৰাইজে মাৰ বান্ধি একোখন ডাঙৰ ভাওনা পাতিছিল, তাৰ সাক্ষ্য আজিও বহন কৰিছে দৰং জিলাৰ ইতিহাস প্ৰসিদ্ধ চাৰিহুৱাৰৰ বাৰেচহৰীয়া ভাওনাই। এই ভাওনা মনত নপৰা কালৰপৰা আজি পৰ্যন্ত অবিচ্ছিন্নভাৱে চলি আহিছে।

এই ভাওনা বিশেষকৈ দুঠাইত অনুষ্ঠিত হয়। চাৰিআলি বাকৰিত, চহৰৰপৰা আঢ়ৈ মাইল নিলগৰ ট্ৰাঙ্কৰোডৰ ওচৰত, য'ত বৰ্তমান মিছন আস্পাতাল স্থাপিত হৈছে আৰু বালিপুখুৰী বাকৰিত, চহৰৰপৰা চাৰিমাইল নিলগৰ ট্ৰাংৰোডৰ ওচৰত, য'ত বৰ্তমান সৈনিক বিভাগৰ ডাঙৰ কাৰখানা স্থাপিত হৈছে। কেবাখনো গাঁৱৰ খেল একেলগ হৈ এই ভাওনাৰ আয়োজন কৰে। ব্যকৰিৰ মধ্যস্থলত এটি ডাঙৰ মন্দিৰ সাজি তাৰপৰা ঘূৰণীয়া আকাৰে চাৰিওফালে সমান জোখত ৰভা দিয়া হয়। এই ৰভা সম্পূৰ্ণ বাঁহ আৰু খেৰেৰে তৈয়াৰ কৰে। মাটিৰপৰা মন্দিৰৰ চূড়ালৈকে প্ৰায় ৫০ ফুট ওখকৈ সজা হয়। যিমানখন ভাওনা কৰা হ'ব, সেই অনুপাতে ৰভাৰ তলত খলা ঠিক কৰা হয়। ভাওনা কৰাৰ সুবিধাৰ বাবে আৰু দৃশ্যটিও মনোহৰ হোৱাকৈ প্ৰত্যেক খলাতে নঙলা সাজি তাত বিবিধ ৰঙৰ কাগজৰ ফুল কাটি আঁৰি বিতোপন কৈ সজোৱা হয়। প্ৰত্যেক খলাতে একোখনিকৈ ভাওনা হয়। ৰাইজৰ সংখ্যা অনুপাতে এখন গাঁৱৰপৰা তিনি চাৰিখন গাঁও একেলগ হৈ একোখনকৈ ভাওনা কৰে। এনেকৈ চৈধ্যখন খলাত চৈধ্যখনকৈ ভাওনা পতা হয়। ভাওনাৰ ৰভাৰ বাহিৰেও ৰাইজৰ ভঁৰাল আৰু অতিথি আহি থাকিবৰ কাৰণে ২।৩ টা ডাঙৰ ঘৰ আৰু প্ৰত্যেক



খলাৰ গায়ন-বায়ন, ভাৱৰীয়া আদি সজাবৰ বাবে একোটিকৈ ঘৰ সজা হয়। ৰাইজে ভাওনাৰ দিন ঠিক কৰি তাৰ এমাহমান আগৰে পৰা ৰভাৰ কাম (হজ) কৰিবলৈ প্ৰত্যেক গাঁৱৰ পৰা বাঁহ, বেত, খেৰ আদি লৈ আনন্দ মনেৰে হজ কৰি নিয়াৰিকৈ সাজি উলিয়ায়। অসমীয়া শিল্পকলাৰ ই এক অপূৰ্ব চানেকী।

এই বাৰেচহৰীয়া ভাওনাৰ দ্বাৰাই চাৰিহুৱাৰ অঞ্চলৰ ৰাইজৰ মাজত যি উৎসাহ আৰু একতাবোধৰ সৃষ্টি হয়, জাতীয় সংহতি আৰু অসমীয়া জাতীয় সংস্কৃতিৰ যি বিকাশ ঘটে, সাম্য-মৈত্ৰী ভাবৰ যি স্ফুৰণ হয় আৰু হৰিভজনৰ প্ৰতি যি নিষ্ঠা-কাষ্ঠা প্ৰকাশ পায়, সেয়েই জাতীয় জীৱনৰ আৰু একাত্মভাৱৰ অপূৰ্ব নিদৰ্শন।

## দ্বিতীয় খণ্ড

স্বাধীন আহোম স্বৰ্গদেৱসকলৰ ৰাজদণ্ড যেতিয়া কালৰ সোঁতত উটি গল, সাত-সাগৰ তেৰনদী পাৰ হৈ আহি যেতিয়া বগা বঙালে ভগা দেশত চকি-মেজ পাৰি বহিল, তেতিয়া আমি আকৌ এখোজ পিছুৱাই গলোঁহক। ইংৰাজৰ লগতে আহিল নতুন শাসনযন্ত্ৰ চলোৱাত সহায় কৰিবলৈ বঙালী আমোলা-মহৰী আদি ইংৰাজী শিক্ষাপ্ৰাপ্ত অনা-অসমীয়া লোকসকল। ভাটীৰ পৰা গান-বাজনাৰ ওস্তাদ আহিল। বাঈজী নাচ আহিল। লক্ষ্ণৌৱালী, মণিপুৰী 'বাই' আহিল। আমাৰ মানুহে এইবোৰকে ভাল বুলি সাৱটি ল'লে। ফলত অসমৰ ৰাজনৈতিক জগতৰ দৰে অসমীয়া ভাষা-সংস্কৃতিৰ জগততো মহা বিপৰ্যয় ঘটিল। অসমত কলালক্ষ্মীয়ে টোপনিত লালকাল দিলে।

কিছুদিন এইদৰে পাৰ হোৱাত দেশলৈ সুস্থিৰতা আৰু নিৰাপত্তা ঘূৰি অহাত কলালক্ষ্মীয়ে পুনৰ পিৰিকুপাৰাকৈকে চকু মেলিলে। তাৰ ফলত পাশ্চাত্য গঢ়ৰ অসমীয়া নাট-অভিনয়ৰ প্ৰৱৰ্ত্তন হ'ল। ঊনবিংশ শতিকাৰ শেহৰফালে বঙালী যাত্ৰাভিনয়ৰ আহিঁত গুৱাহাটী, নগাওঁ, তেজপুৰ আদি অসমৰ বিভিন্ন স্থানত অস্থায়ী পূজাঘৰীয়া ৰঙ্গমঞ্চত দুই এখনকৈ অসমীয়া নাটৰ অভিনয় হবলৈ ধৰিলে। গুৱাহাটীত ৰমাকান্ত চৌধাৰী, পদুম বৰুৱা; নগাওঁত ৰুদ্ৰৰাম বৰদলৈ, দেৱনাথ বৰদলৈ, ৰত্নেশ্বৰ মহন্ত; ডিব্ৰুগড়ৰ পূৰ্ণচন্দ্ৰ শৰ্মা প্ৰভৃতিয়ে ৰঙ্গমঞ্চৰ বাবে নাট লিখিলে। সেই

সকলৰ উদ্দেশ্য মূলতঃ সাহিত্য-সৃষ্টি নাছিল বুলিয়েই ধৰিব পাৰি। তথাপি এই প্ৰচেষ্টাত ৰচিত হোৱা নাটবোৰ আছিল সীতা হৰণ, ৰাৱণ-বধ, নল-দময়ন্তী, বঙাল-বঙালনী, চন্দ্ৰহংস, হেমপ্ৰভা, দ্ৰৌপদীৰ বেণী বন্ধন, জৰাসন্ধ বধ, হৰিশ্চন্দ্ৰ, অভিমন্যু-বধ আদি। এই নাটবোৰৰ সৰহখিনিয়েই পোহৰৰ মুখ নেদেখিলে।

লাহে লাহে আকাশ পোহৰ হৈ আহিল। সাহিত্যত 'অৰুনোদয়' হোৱাৰ নিচিনাকৈ ৰঙ্গমঞ্চতো 'অৰুনোদয়' হ'ল। কলিকতাৰ জোনাকী যুগৰ ধনুদ্ধৰসকলে নাট অভিনয়ৰো গুৰি ধৰিলে। সেই কালৰ নাট-সমূহৰ ভিতৰত 'ভ্ৰম-ৰঙ্গ' এখন যুগান্তকাৰী নাট। সেই নাটৰ অভিনয়ে কেৱল কলিকতাতে নহয় অসমৰ প্ৰায়বোৰ নাট শালাতে আলোড়নৰ সৃষ্টি কৰিছিল। 'ভ্ৰম-ৰঙ্গ'ৰ লগতে দুৰ্গাপ্ৰসাদ বৰুৱাৰ 'মহৰী' নাটৰ অভিনয়ো বৰ সৰবৰহী হৈছিল।

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা ৰচিত 'জয়মতী কুঁৱৰী, 'চক্ৰধ্বজ সিংহ' আৰু 'বেলিমাৰ' এই তিনিখন বুৰঞ্জীমূলক গহীন নাট সেই সময়ত নানান আহুকালৰ বাবে সিমানকৈ সমাদৃত হোৱা নাছিল যদিও 'লিতিকাই', চিকৰপতি-নিকৰপতি,' 'নোমল' আৰু 'পাঁচনি' এই খুহুতীয়া নাটকেইখন নানা ঠাইত অভিনীত হৈছিল। অসমৰ নাট্যজগতৰ আন এজন কৰ্ণধাৰ পদ্মনাথ গোহাঞি বৰুৱা গুৰিৰেপৰা তেজপুৰ বাণমঞ্চৰ লগত ওতপ্ৰোত ভাৱে জড়িত আছিল। তেওঁৰ 'জয়মতী', 'গদাধৰ', 'সাধনী', 'লাচিত-বৰফুকন', 'টেটোন তামুলী,' 'গাওঁবুঢ়া', আদি নাট কেৱল তেজপুৰতে নহয়, অসমৰ আন আন ঠাইতো বহুবাৰ সুখ্যাতিৰে অভিনীত হৈছিল। ইয়াৰ উপৰিও দুৰ্গেশ্বৰ শৰ্মাৰ 'চন্দ্ৰাৱলী' আৰু 'পাৰ্থ-পৰাজয়' আৰু সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰ 'মেঘনাদ বধ' আৰু 'ভাগ্যপৰীক্ষা' নাটৰ অভিনয়েও সেই সময়ৰ অসমীয়া ৰঙ্গমঞ্চৰ জেউতি চৰাইছিল।

এইদৰে সময় যোৱাৰ লগে লগে অসমীয়া নাট্যমঞ্চৰো নতুন জীৱন কৃতকাৰ্যতাৰে আৰম্ভ হ'ল। পিছে উপযোগী মৌলিক অসমীয়া নাটৰ সংখ্যা কম হোৱাত আৰু যি কেইখন এনে নাট আছিল তাৰ দ্বাৰা দৰ্শকৰ হেঁপাহ নপলোৱাত এই শতিকাৰ ঘাইকৈ দ্বিতীয় আৰু তৃতীয় দশকত প্ৰচুৰ পৰিমাণে বঙলা নাটবোৰ অনুদিত হৈ চলিবলৈ ধৰিলে। ভাল অনুদিত নাটৰ অভিনয় হোৱাটো আমি দোষৰ কথা বুলি



নেভাবোঁ। কেৱল বঙলা ভাষাৰ পৰাই নহয়---সংস্কৃত, ইংৰাজী আৰু আন আন ভাষাৰ ভাল ভাল নাট আৰু আন কিতাপ আমাৰ ভাষালৈ অনূদিত হোৱাটো বাঞ্ছনীয়। দুখৰ বিষয় আমি উল্লেখ কৰা সময়ছোৱাত বহু ক্ষেত্ৰত বঙলা নাটৰ পৰা কৰা তৰ্জ্জমাবোৰ বৰ লৰালৰিকৈ আৰু জধেমধে কৰা হৈছিল। ভাষাৰ বিশুদ্ধতালৈ সমূলি মন-কাণ দিয়া নহৈছিল আৰু সাহিত্যত অধিকাৰ নথকা লোকেই সাধাৰণতে এই কাম কৰিছিল। এই কাৰণে অনুবাদবোৰত সচৰাচৰ বাৰবাঙ্‌ৰা ভাৱ আৰু বঙলুৱা ভাষাৰ প্ৰাচুৰ্য পৰিলক্ষিত হৈছিল।

কেইবছৰমান কেৱল বঙলা নাটৰ অনুবাদেই সকলোবোৰ ৰঙ্গমঞ্চতেই অগ্ৰাধিকাৰ লাভ কৰিবলৈ ধৰিলে। কলিকতাৰ ৰঙ্গমঞ্চত কোনো এখন নতুন নাট মেলা হোৱাৰ পিছতেই অসমত তাৰ অনূদিত সংস্কৰণ মেলিবলৈ আমাৰ শিল্পীসকলে খৰখেদা লগাইছিল। এইদৰেই বঙলাৰ পৰা অনুবাদ কৰা বহু নাটৰ অভিনয় সেই সময়ত প্ৰচলিত হৈছিল। সেই সকলোবোৰ অনুবাদেই যে বেয়া হৈছিল আৰু সেই অনুবাদিত সকলোবোৰ নাটৰ অভিনয়েই যে নিন্দনীয় বা অকৃতকাৰ্য্য হৈছিল তেনে নহয়। আমাৰ অভিনেতাসকলে সেই অভিনয়বোৰতো বহু ক্ষেত্ৰত পাৰদৰ্শিতা দেখুৱাব পাৰিছিল আৰু তেওঁবিলাকে দৰ্শকৰ পৰা ভূৰি ভূৰি প্ৰশংসাও লাভ কৰিছিল। ছাজাহান, চন্দ্ৰগুপ্ত, কালাপাহাৰ, মিছৰকুমাৰী, দেৱলাদেৱী, কৰ্ণাৰ্জুন আদি খনচেৰেক অনূদিত নাটৰ অভিনয় সেই সময়ত আমাৰ শিল্পী আৰু দৰ্শকৰ মাজত বিশেষ জনপ্ৰিয় হৈ উঠিছিল। ছাজাহানৰ ভূমিকাত জ্যোতিপ্ৰসাদ ; চাণক্যৰ ভূমিকাত বোধনাথ পটঙ্গীয়া, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, বৰদাকান্ত শৰ্মা ; ৰামৰ ভাওত মাণিকচন্দ্ৰ চৌধাৰী, ডাঃ ললিতমোহন চৌধুৰী ; খিজিৰখাঁৰ ভাওত জগত চন্দ্ৰ বেজবৰুৱা ; কালাপাহাৰৰ ভাওত ব্ৰজনাথ শৰ্মা, ডাঃ কামিনীকান্ত দাস আদিৰ উৎকৃষ্ট অভিনয় আজিও দেখোঁতাসকলৰ চকুৰ আগত জল্‌জল্ পটপটকৈ জিলিকি আছে।

এই কালছোৱা অৰ্থাৎ কুৰি শতিকাৰ দ্বিতীয় আৰু তৃতীয় দশকৰ আগৰ ফালে কেৱল যে অনুবাদিত নাটৰহে অভিনয় হৈছিল আৰু মৌলিক নাটক একেবাৰে বৰ্জ্জিত হৈছিল তেনে নহয়। মাজে সময়ে অ'ত ত'ত দুই এখন নতুন অসমীয়া নাটো আগৰ দৰে সুখ্যাতিৰে অভিনীত হৈ আছিল। সেই সময়ত মঞ্চত তোলা এনে খনচেৰেক

অসমীয়া নাট হৈছে শৈলধৰ ৰাজখোৱা ৰচিত 'বিদ্যাৱতী' আৰু 'ৰণজিৎ সিংহ', ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ 'সিংহাসন', মিত্ৰদেৱ মহন্তৰ 'অন্বা' আৰু 'কুকুৰীকণাৰ আঠমঙলা', বলোৰাম পাঠকৰ ( বৰপেটা, চেঙা ) 'লৱকুশ', ধনীৰাম দত্তৰ ( বৰ্ডিয়া ) 'উৰ্ব্বশী-উদ্ধাৰ,' পদ্মধৰ চলিহাৰ 'অমৰ-লীলা', অম্বিকাপ্ৰসাদ গোস্বামীৰ 'তাৰা' আৰু দৈবচন্দ্ৰ তালুকদাৰৰ 'ৰাধা-ৰুক্মিণী' আদি।

সেই সময়ৰ অসমীয়া অভিনেতা আৰু দৰ্শকসকলৰ বঙলা নাটৰ প্ৰতি যে বিশেষ প্ৰীতি আৰু অনুৰাগ আছিল সেই কথা অপ্ৰিয় হ'লেও স্বীকাৰ কৰিবই লাগিব। আজিও আমাৰ মাজত কোনো কোনো সময়ত সেই পুৰণি ব্যাধিয়ে উক দিয়া দেখা যায়। তেতিয়া নীচাত্মিকা ভাৱত আমি এনেভাৱে জৰ্জ্জৰিত হৈছিলোঁহঁক যে অভিনেতাসকলে অসমীয়া নাট ভাল হ'লেও মঞ্চত তুলিবলৈ সঙ্কোচবোধ কৰিছিল। সেই কাৰণে ভাষা-সাহিত্যৰ উন্নতিৰ বাবে ৰক্ষাকবচৰ নিতান্ত আৱশ্যক হৈছিল। আনকি ঠায়ে ঠায়ে সভা-সমিতি পাতি নাটমঞ্চবোৰত অসমীয়া নাট তুলিবলৈ প্ৰস্তাৱ লবলগীয়া হৈছিল।

অচিৰতে তাৰ সুফল ফলিল। তৃতীয় দশকৰ মাজভাগমানৰ পৰা তীব্ৰ বেগেৰে ওভতনি-সোঁত ববলৈ ধৰিলে। অসমীয়া শিল্পী আৰু সাহিত্যিকসকল সজাগ হ'ল। বহুকেইজন কৃতী নাট্যকাৰে এই কালছোৱাত নতুন নতুন নাট লিখি অসমীয়া নাট্যভঁৰাল ওপচাই পেলালে। অসমৰ প্ৰায় সকলো ঠাইতে নাট্যকাৰ আৰু মঞ্চৰ সক্ৰিয় সহযোগত অলেখ অসমীয়া মৌলিক নাটৰ সৃষ্টি হ'ল। এইদৰে অসমীয়া নাট কৰিবলৈ তেজপুৰৰ বাণ ৰঙ্গমঞ্চই বিশেষ প্ৰচেষ্টা চলাইছিল। অসমৰ আন আন ঠাইৰ নাট্যসমাজবোৰো যে এই বিষয়ত পাছ পৰি আছিল এনে নহয়।

নাটকৰ কষটিশিলা ৰঙ্গমঞ্চ। ৰঙ্গমঞ্চৰ প্ৰাণদাতা হৈছে অভিনেতা আৰু শিল্পীসকল। এইখিনিতে জনচেৰেক খ্যাতিমান শিল্পীৰ নাম-কেইটা মাথোন উল্লেখ কৰোঁ : তেওঁলোক হ'ল—তেজপুৰৰ বোধনাথ পটঙ্গীয়া, কামিনীকান্ত দাস, ডাঃ ললিতমোহন চৌধুৰী, অন্নদাকুমাৰ পদ্মাপতি, ফণী শৰ্মা ; গুৱাহাটীৰ মাণিকচন্দ্ৰ চৌধাৰী, মহেন্দ্ৰনাথ ডেকা ফুকন, বৰদাকান্ত শৰ্মা ; যোৰহাটৰ নাট্যাচাৰ্য্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, শ্ৰীমিত্ৰদেৱ মহন্ত, হৰিহৰ বৰপূজাৰী, দুৰ্গানাথ শৰ্মা ; নগাওঁৰ জগতচন্দ্ৰ বেজবৰুৱা, চন্দ্ৰ ফুকন, কমলানন্দ ভট্টাচাৰ্য্য ; ডিব্ৰুগড়ৰ ডাঃ প্ৰভাতচন্দ্ৰ শৰ্মা, শ্ৰীশাৰঙ্গধৰ ৰাজখোৱা, মুক্তানাথ বৰদলৈ ; শিৱসাগৰৰ পদ্মধৰ চলিহা, সহজানন্দ ভৰালী, শ্ৰীফুনু বৰুৱা, শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা ; বৰপেটাৰ হৰেন্দ্ৰনাথ শৰ্মা, প্ৰাণনাথ শৰ্মা ; গোৱালপাৰাৰ ডাঃ সুৰেন দাস, প্ৰবোধ দাস, ডাঃ অন্নদা দাস ; তিনচুকীয়াৰ শ্ৰীপ্ৰভাত শৰ্মা, গোলাঘাটৰ ডাঃ প্ৰমদাভিৰাম দাস, শ্ৰীনগেন বৰুৱা প্ৰভৃতি।



অনুবাদিত বঙলা নাটৰ ঠাইত মৌলিক অসমীয়া নাট ৰচনা কৰি এই লিখকেও অসমীয়া নাট্য সাহিত্যলৈ বুজন বৰঙণি আগবঢ়াইছে। তেওঁৰ নৰকাসুৰ, কুৰুক্ষেত্ৰ, বেউলা আদি নাটকে প্ৰায়বোৰ অসমীয়া ৰঙ্গমঞ্চতে উঠিবলৈ সৌভাগ্য লাভ কৰিছিল। তদুপৰি ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, শ্ৰীমিত্ৰদেৱ মহন্ত, লক্ষী দত্ত, নকুল ভূঞা, শ্ৰীআনন্দ বৰুৱা, শ্ৰীপ্ৰসন্নলাল চৌধুৰী, নকুল চন্দ্ৰ ভূঞা, গণেশ গগৈ, শ্ৰীপ্ৰবীণ ফুকন, শ্ৰীলক্ষ্যধৰ চৌধাৰী প্ৰভৃতি ভালে-কইজন নাট্যকাৰে মৌলিক নাট ৰচনাত আগভাগ লৈ যশস্যা আৰ্জিছিল।

ইয়াৰ লগে লগে আহিছিল অসমীয়া ৰঙ্গমঞ্চলৈ এক সাংস্কৃতিক বিপ্লৱ। এই সাংস্কৃতিক বিপ্লৱ আগবঢ়াই আনিছিল জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা, গীতি-কবি পাৰ্বতিপ্ৰসাদ বৰুৱা, সংগীত-ওজা কীৰ্ত্তিনাথ শৰ্মা বৰদলৈ আদিয়ে। এইসকলে অসমীয়া জাতীয় ঠাঁচেৰে অসমীয়া ৰঙ্গমঞ্চৰ মোটটোকে সলাই দিলে বুলি কব পাৰি। জ্যোতিপ্ৰসাদে ঘৰুৱা গীত-মাতক নাটত ঠাই দি তেওঁৰ 'শোণিত কুঁৱৰী'ত চিত্ৰলেখাৰ পত্নমকলি নাচ দেখুৱালে। ৰূপকোঁৱৰে অসমীয়া বিয়া নামৰ সুঁৱৰীয়া গীত গাই গছে গছে ফুলৰ শৰাই পাতি ৰূপহ কোঁৱৰক গাল ভৰাই চুমা দিলে। পাৰ্বতি প্ৰসাদে চটাই পৰ্বতৰ নাগিনী-ছোৱালীৰ থমকাথমক নাচ দেখুৱালে, বিষ্ণুপ্ৰসাদে শ্ৰীশংকৰ গুৰুৰ যাউতিযুগীয়া হৰি নামৰ অমিয়া বোৱাই দিলে, কীৰ্ত্তিনাথে বাসন্তীৰ অভিষেক পাতিলে। এই নৱজাগৰণ বা সাংস্কৃতিক বিপ্লৱৰ মাজত ৰূপকোঁৱৰ জ্যোতি প্ৰসাদেই কেন্দ্ৰস্থ ব্যক্তি হ'লেও তেওঁৰ আগত আৰু পাছত আৰু সমসাময়িকভাৱে আৰু ভালেকেইজন নাট্যশিল্পীৰ সৃষ্টি হৈছিল। এইসকলক লৈ অসমৰ গৌৰৱ কৰিবৰ থল আছে, কিয়নো এইসকলেই আছিল আধুনিক অসমীয়া মঞ্চ-আন্দোলনৰ সোণালী যুগৰ স্ৰষ্টা।

১৯৩৫ চনতে ডুমডুমাৰ ৰঙ্গমঞ্চত পাতনি মেলা ব্ৰজনাথ শৰ্মাৰ দুঃসাহসিক প্ৰচেষ্টা সহঅভিনয়ৰো এই সময়ৰ পৰাই লাহে লাহে স্বাভাৱিক-

ভাৰে বহল প্ৰচলন হবলৈ ধৰে। মতা মানুহে ডাড়ি-গোফ খুৰাই তিৰোতাৰ ভাও লবলৈ এৰি দিলে। সহ-অভিনয়ৰ প্ৰচলন হ'ল যদিও নাটঘৰবোৰত মহিলা শিল্পীৰ অভাৱ বাৰুকৈয়ে অনুভূত হোৱাত অভিনয়ৰ সংখ্যা আগতকৈ টুটিল। নানা আহুকলীয়া পৰিস্থিতিৰ মাজতো অভিনয়ৰ বাবে আন্তৰিক অনুৰাগ থকাৰ বাবে যি কেইগৰাকী মহিলা শিল্পীয়ে সাহসিকতাৰে আগবাঢ়ি আহি অসমৰ নাট্যভাৰতীক বন্দনা কৰিছিল বা এতিয়াও কৰি আছে তেওঁলোক নিশ্চয় আমাৰ ধন্যবাদৰ পাত্ৰী।

অসমৰ সোণখটোৱা ৰামধেনুবুলীয়া সংস্কৃতিৰ ৰংঘৰটোলৈ জ্যোতি-প্ৰসাদ, বিষ্ণুপ্ৰসাদৰ দিনৰেপৰা আজি পৰ্যন্ত ডঃ ভূপেন হাজৰিকাই চমকপ্ৰদ অৰিহণা আগবঢ়াই আহিছে। অসমৰ বাহিৰতো তেওঁ বিশেষকৈ গীত আৰু বোলছবিৰ মাধ্যমেৰে অসমীয়া সংস্কৃতিৰ মোহনীয় ৰূপটো বিকশাই তুলিছে। মঞ্চত অসমীয়া নৃত্য-সংগীতৰ স্বকীয়া বৈশিষ্ট্য ফুটাই তোলাত আৰু ভালেমান প্ৰবীণ আৰু নবীন শিল্পীৰ অৰিহণাও স্মৰণযোগ্য। সেইসকলৰ জনচেৰেক হৈছে ডাঃ উমেশচন্দ্ৰ দাস ( ডিব্ৰুগড় ), সোমনাথ পটঙ্গীয়া, শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা, কুমুদ চন্দ্ৰ শৰ্মা ( তেজপুৰ ), দৰ্পনাথ শৰ্মা, শ্ৰীজীৱেশ্বৰ গোস্বামী, শ্ৰীপুৰুষোত্তম দাস, ব্ৰজেন বৰুৱা, শ্ৰীৰুদ্ৰ বৰুৱা, শ্ৰীসুৰেশ গোস্বামী, শ্ৰীকৃষ্ণমূৰ্ত্তি হাজৰিকা, পৰশু ওজা, ধাতুৰাম শৰ্মা ( মঙ্গলদৈ ) আৰু বহুতো।

ব্যক্তিৰ নিচিনাকৈ অসমৰ বিবিধ সাংস্কৃতিক অনুষ্ঠানেও অসমৰ নাট্যজগতৰ গৌৰৱ বৃদ্ধি কৰাত সহায় কৰি আহিছে। এই অনুষ্ঠানবোৰৰ বেছিভাগেই মৃত। ঠোৰতে নাম কেইটামান উল্লেখ কৰোঁ: প্ৰাচীন কামৰূপী নৃত্য-সঙ্ঘ, শিৱসাগৰৰ সেউজীয়া সমাজ, গুৱাহাটীৰ সন্ধিয়া সন্মিলনী, গোলাঘাটৰ অজন্তা কথা-পৰিষদ ইত্যাদি।

আধুনিক মঞ্চাভিনয়ৰ প্ৰায় লগে লগে আৰু এবিধ মুকলি মঞ্চৰ অভিনয় আমাৰ দেশলৈ আমদানি হৈ আহিছিল। সেই সময়ত উজনি অসম আৰু মধ্য অসমত নহলেও নিম্ন অসমত অংকীয়া নাট ভাওনাৰ বেলি মাৰ গৈছিল। কৰবাত দুই এগছি বন্তি ঢিমিক-ঢামাককৈ জ্বলি আছিল যদিও সেই কথা লেখত নধৰাই ভাল। ঘাইকৈ কামৰূপ জিলাই আছিল এই পৰিবৰ্তনৰ পটভূমি। এই অঞ্চলত অৱশ্যে আগৰে পৰাই অংকীয়া নাটৰ কাষে কাষে খুলীয়া ভাওনা নামৰ এটা অনুষ্ঠান চলি আহিছিল।



লাহে লাহে এই সকলোবোৰ তল পৰি বিশেষকৈ কামৰূপ আৰু গোৱালপাৰা জিলাৰ বহু গাঁৱত গীতি-অভিনয় বা যাত্ৰাৰ দলবোৰে গা কৰি উঠিল। এই সম্পৰ্কত গীতি-অভিনয় আৰু সহঅভিনয়ৰ অগ্ৰণী ব্ৰজনাথ শৰ্মাই কৈ গৈছে: "যাত্ৰা বা অপেৰা আমাৰ প্ৰাচীন অসমীয়া সম্পত্তি নহয়। এইবোৰ বঙ্গদেশৰ পৰা উজাই আহি অসমৰ গাঁৱে-নগৰে শিপা মেলি বহিছে। অসমৰ প্ৰতিখন গাঁৱতেই বিশেষকৈ কামৰূপত একোটা অপেৰা পাৰ্টি হোৱা দেখা যায়; কিন্তু তাৰ কলা-কৌশল আৰু ৰূপসজ্জাৰ ফালে চকু দিলে অভিজ্ঞতাৰ অভাৱ আছে বুলি সহজেই অনুমান কৰিব পাৰি।" শৰ্মাৰ সুৰতে সুৰ মিলাই কওঁ যে এই যাত্ৰাবোৰ অসমৰ বাবে গৌৰৱৰ বস্তু নহ'লেও ভোকৰ ভাত, পিয়াহৰ পানীৰ যেনেকৈ আৱশ্যক আছে তেনেকৈ এই অনুষ্ঠানবোৰকো অলাগতিয়াল বুলি এতিয়া আৰু এঘৰীয়া কৰি থব নোৱাৰি। এই গীতি-অভিনয় অসমীয়া কৰণত সংৰক্ষিণী-কবি অম্বিকাগিৰী ৰায় চৌধুৰীৰ 'জয়দ্ৰথ বধ' আৰু 'শিবি ৰজাৰ দান-পৰীক্ষা' নামৰ নাট দুখনিয়ে আদৰ্শনীয় অৰিহণা আগবঢ়াইছিল। আজিকালি অৱশ্যে তাহানিৰ বঙলা যাত্ৰাৰ পৰিবৰ্তে অসমীয়া গীতি-অভিনয়ৰ ( অনূদিত হ'লেও ) প্ৰচলন হৈছে।

বৰ্ত্তমানে 'নটৰাজ', 'সুৰদেৱী', 'ৰূপকোঁৱৰ', 'কহিনুৰ'আদি কৰি কেইটামান ভ্ৰাম্যমান থিয়েটাৰ দলে অসমৰ কলা জগতত এক নতুন দিগন্তৰ সূচনা কৰিছে। এই দলকেইটাই বহুতক হৰিৰ কথাৰ লগতে চাউল কঠাৰো যোগাৰ কৰি দিছে, অৰ্থাৎ বহুত শিল্পীক অভিনয়ৰ লগতে পেটৰ ভাতমুঠিৰো দিহা কৰি দিছে। এওঁলোকে চহৰমুখী নাট্যাভিনয় চহৰৰ পৰা গাঁৱলৈকে নিছে, ইয়াক জনতামুখী কৰিছে। খৰটকীয়া দৃশ্য সজ্জা, বৈদ্যুতিক আলোকসজ্জা, ঘূৰণ মঞ্চ, প্ৰেক্ষাগৃহৰ সা-সঁজুলি আদিৰে সুসজ্জিত এই দলবোৰে অসমৰ চহৰে-নগৰে সকলো ঠাইতে অভিনয় দেখুৱাই বিপুল লোকসংগ্ৰহ কৰিবলৈ সক্ষম হৈছে। প্ৰথমটো দল নটৰাজে এই নতুন প্ৰচেষ্টাৰ পাতনি মেলে ১৯৬৩ চনৰ জুলাই মাহত। ব্যৱসায় ভেটিত গঢ়ি উঠা এই ভ্ৰাম্যমান নাটশালাবোৰৰ গুৰিয়াল আৰু শিল্পীসকলৰ উদ্যম আৰু সাহস নিশ্চয় প্ৰশংসনীয়। এনে ভ্ৰাম্যমান মঞ্চাভিনয় অসমত বাহিৰে ভাৰতৰ আৰু কোনো ঠাইতে প্ৰচলিত হোৱা নাই। এই ভ্ৰাম্যমান মঞ্চ অসমৰ গৌৰৱৰ বস্তু।

# অসমীয়া কথাছবি

**শ্ৰীফণী তালুকদাৰ** এম. এ.

পৃথিৱীৰ ভিতৰত ভাৰতে চিত্ৰ-নিৰ্মাণৰ ক্ষেত্ৰত এখনি শীৰ্ষ স্থান অধিকাৰ কৰিছে। অৱশ্যে বেছিভাগ কথাছবি ব্যৱসায়িক দৃষ্টিৰে 'ফৰ্মুলা'ৰ ভিতৰত পেলাই নিৰ্মিত হোৱা কাৰণে ভাৰতীয় কথাছবিয়ে সংখ্যানুপাতে গুণগত বৈশিষ্ট্য দাবী কৰিব নোৱাৰে। আনহাতে এনে পৰিবেশৰ মাজতো সত্যজিৎ ৰায়ৰ দৰে ভাৰতীয় চিত্ৰনিৰ্মাতাই কলা আৰু নিবেদনশৈলীৰ অপূৰ্ব সমন্বয়ৰ ভেটিত পৃথিৱীৰ ভিতৰতে অন্যতম শ্ৰেষ্ঠ পৰিচালকৰূপে পৰিগণিত হ'ব পাৰিছে। শ্ৰীৰায় আৰু কেবাগৰাকী লব্ধপ্ৰতিষ্ঠ আৰু নবীন উৎসাহী পৰিচালকৰ কথাছবিয়ে বিভিন্ন দেশত সমাদৰ পাই আহিছে। ইপিনে ব্যৱসায়ৰ দিশেৰেও ৰাজকাপুৰ আদিৰ কথাছবিয়ে মধ্যপ্ৰাচ্য, দক্ষিণ পুব এছিয়া, ৰুছিয়া আদি দেশতো আলোড়নৰ দৃষ্টি কৰিবলৈ সক্ষম হৈছে।

এনে এটা পৰিবেশত ভাৰতীয় কথাছবিৰ পটভূমিত বিচাৰ কৰি চাবলৈ গ'লে, অসমৰ কথাছবি—শিল্প বা ক'লাৰ দিশেৰে—বৰ্তমানে তেনেই নগণ্য বুলি কবই লাগিব। যি কোনো আঞ্চলিক ভাষাৰ কথাছবিৰ বজাৰ আপেক্ষিকভাৱে সীমিত। বজাৰ সীমিত কাৰণেই নিৰ্মাণৰ ক্ষেত্ৰত ব্যয়ো কমাবলগীয়া হয়। ফলত বহুক্ষেত্ৰত ৰঙীণ সস্তীয়া ৰুচিৰ কথাছবিৰ অত্যধিক ব্যয়েৰে নিবেদন কৰা কলা-কৌশল আৰু যান্ত্ৰিক সফলতাৰ পৰা জানি-শুনিয়েই আঞ্চলিক কথাছবি নিৰ্মাতাই আঁতৰি থাকিব লাগে। সেয়ে 'বগা-কলা' (Black & White) ৰঙৰ আঞ্চলিক কথাছবি অতি কম খৰচত নিৰ্মাণ কৰিবলৈ বিবিধ উপায় অৱলম্বন কৰিবলগীয়া হৈ আহিছে। বিশেষকৈ অসমৰ দৰে কম জনসংখ্যাৰ আৰু কম প্ৰেক্ষাগৃহৰ সুবিধা থকা ৰাজ্যৰ বাবে এই ব্যৱস্থা অধিক আৱশ্যকীয় হৈ পৰিছে। আনহাতে, ব্যৱসায়িক দৃষ্টিৰে বহু লাখ, আনকি কোটি টকা খৰচ কৰি



নিৰ্মাণ কৰা ৰঙীণ হিন্দী 'ফৰ্মুলা ধৰ্মী' কথাছবিৰ বিপৰীতে কম বিত্তৰ এচাম উদ্যোগী চিত্ৰনিৰ্মাতাই নিজে বা চৰকাৰী সাহায্যৰে হিন্দী কথা ছবিকো কলাত্মক ৰূপ দিবলৈ চেষ্টা চলাইছে।

এই প্ৰসঙ্গত অসমৰ কথাছবিৰ ক্ষেত্ৰত কেইটামান বৈশিষ্ট্য মন কৰিবলগীয়া। দুই-এক গুণী চিত্ৰনিৰ্মাতাৰ অৱদানৰ কথা লৈ অসমে গৌৰৱ কৰিব পাৰে। তেনে এগৰাকী অসমৰ সন্তান আছিল পি. চি. বৰুৱা, তথা প্ৰমথেশ বৰুৱা। ভাৰতৰ যি কোনো আঞ্চলিক ভাষাৰ ভিতৰত বঙলা কথাছবিয়ে বহুদিনৰ পৰা আজিলৈ দেশৰ গৌৰৱ ঘোষণা কৰি আহিছে। আৰু এই বঙালী কথাছবিৰ শকত ভেটি নিৰ্মাণ কৰাৰ ক্ষেত্ৰত প্ৰমথেশ বৰুৱাৰ অৱদানৰ কথা প্ৰতিগৰাকী চিত্ৰ সমালোচকে স্বীকাৰ কৰিবই লাগিব। বঙলা উপন্যাস-সাহিত্যৰ ভেটিত, বংগদেশৰ গ্ৰাম্য জীৱনৰ পটভূমিত, ৰবীন্দ্ৰ সংগীতক কথাছবিত আকৰ্ষণীয়ভাৱে সংযোজনা কৰি আৰু প্ৰতীকধৰ্মী দৃষ্টিৰে কথাছবি পৰিচালনাৰ লগতে উচ্চমানৰ অভিনয় প্ৰতিভাৰে এসময়ত বঙালী কথাছবি জগতত এই গৰাকী অসম-সন্তান ভোটা তৰাৰ দৰে উজলি আছিল।

স্বৰ্গীয় প্ৰমথেশচন্দ্ৰ বৰুৱাৰ জন্ম হৈছিল গৌৰীপুৰত ১৯০৩ চনত। তেওঁৰ দেউতাক জমিদাৰ স্বৰ্গীয় প্ৰভাতচন্দ্ৰ বৰুৱা 'অসম এছোচিয়েন'ৰ পৃষ্ঠপোষক আছিল। এনে ক্ষেত্ৰত গৌৰীপুৰৰ জমিদাৰ পৰিয়ালৰ অসীম প্ৰতিভাশালী প্ৰমথেশ বৰুৱাক লৈ অসমে গৌৰৱ কৰিব পাৰে জানো?

স্বৰ্গীয় বৰুৱা ভাৰতীয় ফিল্ম-শিল্পৰ লগত প্ৰথমৰে পৰা জড়িত আছিল। বায়োস্কোপ অৰ্থাৎ নিৰ্বাক ফিল্মৰ দিনৰ পৰাই এইগৰাকী শিল্পীয়ে সাহসেৰে এই শিল্পকে জীৱিকাৰূপে লবলৈ আগবাঢ়ি গৈছিল। শেষলৈ স্বৰ্গীয় বৰুৱাই কলিকতাৰ নিউ থিয়েটাৰ্ছ'ক কেন্দ্ৰ কৰি অসীম সাহসেৰে এই কামত একাণপতীয়াকৈ লাগে। ১৯৩৪ চনত 'দেবদাস' কথাছবি নিৰ্মাণ কৰি স্বৰ্গীয় বৰুৱা অকল দেশতে নহয়, সমগ্ৰ ভাৰততে প্ৰতিষ্ঠিত হ'ল এজন উচ্চমানৰ পৰিচালক আৰু অভিনেতা ৰূপে। দেবদাসৰ উপৰি গৃহদাহ, উত্তৰায়ণ, মুক্তি, শাপমুক্তি আদি কথাছবি নিৰ্মাণ কৰা প্ৰমথেশ বৰুৱাই নিশ্চয় সুবিধা পালে অসমীয়া ভাষাতো কথাছবি কৰিলেঁহেঁতেন। তেওঁ নিজেই এই কথা কৈছিল; কিন্তু অসমীয়া কথাছবি কৰিবলৈ সুবিধা নাপালে।

যি বছৰত 'দেবদাস' ছবি নিৰ্মাণ কৰি অসমৰে সন্তান প্ৰমথেশ বৰুৱাই ভাৰতীয় কথাছবিৰ জগতত এখনি যাউতিযুগীয়া আসনত অধিস্থিত হৈছিল, সেই সময়তে আপেক্ষিকভাৱে কোনো সা-সুবিধা নথকা পৰিবেশত তেজপুৰৰ ওচৰৰ ভোলাগুৰি চাহ বাগিচাত বাঁহ-কাঠ, কল গছেৰে ষ্টুডিঅ' সাজি, শব্দ গ্ৰহণৰো দুঃসাহস কৰি, জ্যোতিপ্ৰসাদ আগৰৱালাই প্ৰথম অসমীয়া ভাষাৰ ছবি 'জয়মতী'ৰ চিত্ৰ গ্ৰহণৰ কাম আৰম্ভ কৰিছিল। সেয়ে ১৯৩৪ চনটো কথাছবি জগতৰ দৃষ্টিৰে অসমৰ কাৰণে এটি গৌৰৱময় বছৰ।

আচৰিত ধৰণে ১৯০৩ চনত জন্ম গ্ৰহণ কৰি অকালতে ৪৮ বছৰ বয়সত ১৯৫১ চনত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা আৰু ৰাজকুমাৰ প্ৰমথেশ বৰুৱাই ইহসংসাৰ ত্যাগ কৰে। দুয়ো গৰাকী প্ৰতিভাবান শিল্পীয়ে ৰূপৰ চামুচ মুখত লৈ উপজিছিল, অথচ দুয়োজনে কলা-সংস্কৃতিৰ সাধনাত গতানুগতিক বিলাসী জীৱন ত্যাগ কৰিছিল। আনহাতে জাতীয় আন্দোলনৰ ধামখুমীয়াই কলেজীয়া জীৱনত দুয়োৰো মন জোকাৰি গৈছিল। অৱশ্যে প্ৰমথেশ বৰুৱাই ৰাজনীতিতকৈ আৰ্ট ভাল বুলি ভাবি কলা সাধনাতেই মনোনিবেশ কৰিলে আৰু জ্যোতিপ্ৰসাদে পিছৰ জীৱনত জনতাৰ মুক্তিৰ কাৰণে শিল্প-চৰ্চাৰ উপৰিও ৰাজনৈতিক আন্দোলনত জপিয়াই পৰিছিল।

ইউৰোপত সঙ্গীত শিক্ষা লাভ কৰি অহা ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে অসমৰ লোকগীতৰ সুৰক এটা মাৰ্জিত নিজস্ব ৰূপ দিয়া কথাক, প্ৰমথেশ বৰুৱাই ৰবীন্দ্ৰ সঙ্গীতৰ সুপ্ৰয়োগেৰে বঙালী কথাছবিক চহকী কৰাৰ লগত তুলনা কৰিব পাৰি। ১৯৩৩ চনত তেওঁ ভোলাগুৰি চাহবাগিচাত 'চিত্ৰবন' স্থাপিত কৰি, পিছৰ বছৰ লক্ষ্মীনাথ বেজবৰুৱাৰ 'জয়মতী' নাটকৰ কাহিনী লৈ 'জয়মতী' কথাছবিৰ দৃশ্য গ্ৰহণৰ কাম আৰম্ভ কৰিছিল।

সাহিত্যৰথীৰ মূল নাটকত নথকা লালুকসোলা, গাঁঠি হাজৰিকা আদিৰ চৰিত্ৰ, ভাওনা, জাপি-নৃত্য আৰু অসমৰ ঘৰুৱা জীৱনৰ পৰিবেশ সৃষ্টিৰ মাজেৰে জ্যোতিপ্ৰসাদে দুকুৰি বছৰ আগতে আজি কালিৰ তথাকথিত পৰীক্ষামূলক কথাছবিৰ প্ৰচেষ্টাৰ নিবেদন-শৈলীত হাত দিছিল। ভাৰতত সবাক চিত্ৰ নিৰ্মাণ আৰম্ভ হোৱাৰ পাঁচ বছৰৰ ভিতৰতে তেতিয়াৰ অসমৰ দৰে পিছপৰা অঞ্চলৰ ডেকা এজনে ষ্টুডিঅ'ৰ সহায় নোলোৱাকৈ বহিদৃশ্যৰ ভেটিত আৰু 'দৃশ্যসজা' নিৰ্মাণ কৰি এখন বুৰঞ্জীমূলক নাটকৰ কথাছবি নিৰ্মাণ কৰি উলিয়াব পৰাটো কম গৌৰৱৰ কথা নহয়।



'জয়মতী' কথাছবিয়ে ১৯৩৫ চনৰ ১০ মাৰ্চত কলিকতাত প্ৰথমতে মুক্তি পায়, তাৰ দহ দিন পিছত সেই বছৰৰে ২০ মাৰ্চ তাৰিখে গুৱাহাটীৰ ৰাইজে সেই ছবি চাবলৈ সুবিধা পায়।

জয়মতী কথাছবিখনিত যান্ত্ৰিক আসোঁৱাহ—বিশেষকৈ শব্দযন্ত্ৰৰ বিফলতাই পৰিচালক জ্যোতিপ্ৰসাদক বিব্ৰত কৰিছিল। কিন্তু অপৰাজেয় মনৰ শিল্পী গৰাকীয়ে লাহোৰৰ ষ্টুডিঅ'ত বহি অস্পষ্ট সংলাপবোৰ অকলে 'ডাবিং' কৰিলে; আৰু শেষত কথাছবিখনি ৰাইজৰ আগত দাঙি ধৰিলে। একেখন ছবিৰে মাত্ৰ শব্দগ্ৰহণৰ ত্ৰুটি আঁতৰাই ১৯৪৯ চনত এটি সংস্কৰণ উলিওৱা হৈছিল। বৰ্তমানে পুৰণি নিগেটিভ আদিৰ সহায়ত জ্যোতিপ্ৰসাদৰ কথাছবি দুখনৰ নিবেদনৰ ভেটিত ৰূপকোঁৱৰৰ কৃতিত্বৰ তথ্যচিত্ৰ এখনি নিৰ্মাণ কৰিছে তেওঁৰ নুমলীয়া শিষ্য ডঃ ভূপেন হাজৰিকাই।

১৯৩৯ চনত মাত্ৰ দুদিন কলিকতাৰ ষ্টুডিঅ'ত দৃশ্যগ্ৰহণ কৰি অতি কম খৰছতে আৰু অতি কম সময়তে 'ইন্দ্ৰমালতী' নামৰ দ্বিতীয় কথাছবিখনি তেওঁ নিৰ্মাণ কৰে। এইখন প্ৰথম অসমীয়া সামাজিক ছবি। এই সামাজিক কথাছবিতো জ্যোতিপ্ৰসাদৰ দেশপ্ৰেমৰ সন্ধান পোৱা যায়।

জ্যোতিপ্ৰসাদ আগৰৱালাই অসমৰ কেবাগৰাকী শিল্পীক ৰাইজৰ দৃষ্টিগোচৰলৈ আনে। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল জয়মতীৰ নায়ক-নায়িকাৰ চৰিত্ৰত শ্ৰীপৰশুৰাম বৰুৱা (ফুনু বৰুৱা) আৰু শ্ৰীমতী আইদেউ সন্দিকৈৰ উপৰি গাথি হাজৰিকাৰ চৰিত্ৰটিৰ ভাও দিয়া ৺ফণী শৰ্মা। তদুপৰি ৺বিষ্ণু ৰাভা, কাৰিকৰী দিশত সহায়ক প্ৰতাপ চন্দ্ৰ বৰুৱা আদিৰ প্ৰতিভা বিকাশৰ বাবে তেওঁ বিবিধ উপায়ে সহায় কৰিছিল। তেতিয়াৰ শিশুশিল্পী ভূপেন হাজৰিকাকো গ্ৰামোফোন ৰেকৰ্ড আৰু কথাছবি জগতত তেৱেঁই প্ৰবেশ কৰাইছিল।

জ্যোতিপ্ৰসাদৰ সমসাময়িক ফণী শৰ্মা আৰু বিষ্ণু ৰাভা এই দুগৰাকী ব্যক্তিয়ে অসমৰ মঞ্চ আৰু কথাছবি জগতত বহুতো অৰিহণা দি যায়। ১৯৪৮ চনত এই দুই বন্ধুৱে যুটীয়াভাৱে পৰিচালনা কৰে লক্ষীধৰ শৰ্মাৰ বিখ্যাত গল্প 'ছিৰাজ'ৰ ভেটিত সংহতিমূলক, শক্তিশালী কথাছবি এখনি। অসমীয়া কথাছবিৰ ক্ষেত্ৰত সু-কাহিনী, সু-অভিনয়, সু-পৰিচালনাৰ নিদৰ্শনৰূপে আজিকোপতি সকলোৱে 'ছিৰাজ'ৰ নাম লয়। হিন্দু-মুছলমান মিলা-

প্ৰীতিৰ উজ্জ্বল আদৰ্শ থকা এইখনি কথাছবিৰ নামভূমিকাত অভিনয় কৰি ফণী শৰ্মাই এগৰাকী অতি উচ্চমানৰ অভিনেতাৰূপে স্বীকৃতি পায়। বিষ্ণু ৰাভা, ভূপেন হাজৰিকায়ো দুটি চৰিত্ৰ ৰূপ দিছিল। প্ৰথমবাৰলৈ শ্ৰীঅনুপমা ভট্টাচাৰ্যয়ো কথাছবি-জগতত এই ছবিৰ যোগেৰে প্ৰবেশ কৰিছিল।

১৯৫৫ চনত তেজপুৰৰ ৰূপজ্যোতি প্ৰতিষ্ঠানে নিৰ্মাণ কৰা অবিস্মৰণীয় কথাছবি 'পিয়লি ফুকন'ৰ পৰিচালনা আৰু এটি বিশিষ্ট চৰিত্ৰ গমধৰ কোঁৱৰৰ অভিনয়ৰ দ্বাৰা ৺ফণী শৰ্মাই আমাৰ কথাছবি জগতত নিজকে অমৰ কৰি তুলিলে। এই ছবিৰ নামভূমিকাত শ্ৰীচন্দ্ৰধৰ গোস্বামী আৰু আন ভাওত ৰেবেকা আচাও, ইভা আচাও আদিও আছিল। সঙ্গীত পৰিচালকৰূপে ডঃ ভূপেন হাজৰিকাই এই কথাছবিখনতেই প্ৰতিষ্ঠা লাভ কৰে। ভূপেন হাজৰিকাই ১৯৫৬ চনত নিৰ্মাণ কৰা প্ৰথমখন কথাছবি 'এৰাবাট'ৰ সুৰ' ৰোমাণ্টিক, গীতিমুখৰ চলচ্চিত্ৰ হিচাপে স্বীকৃত হয়। তেওঁৰ ৰচিত একে নামৰ অনাতাঁৰ-নাট এখনৰ ভেটিত নিৰ্মাণ কৰা এই কথাছবিত প্ৰথমবাৰৰ বাবে ভাৰত-বিখ্যাত গায়িকা লতা মঙ্গেছকাৰৰ হতুৱাই প্ৰথম অসমীয়া গীত গোৱায়। এই কথাছবিখনিয়ে শ্ৰীহাজৰিকাক অসমৰ কথাছবি জগতত প্ৰতিষ্ঠিত কৰে। এই কথাছবিতেই আৱিষ্কৃত হয় অসমৰ এগৰাকী আগশাৰীৰ অভিনেতা বিজয়শংকৰ দাসৰ। তেওঁৰ নিজৰ আৰু আনৰ বহু ছবিত শ্ৰীহাজৰিকাই সুললিত কণ্ঠস্বৰেৰে গীত গাই অসমৰ সৰ্বজনপ্ৰিয় শিল্পী হ'বলৈ সমৰ্থ হৈছে। হাজৰিকাই ইতিমধ্যে সংগীত পৰিচালনা আৰু গায়ক হিচাপে আন্তৰ্জাতিক খ্যাতি লাভ কৰিছে। ১৯৭৬ চনত শ্ৰেষ্ঠ সঙ্গীত পৰিচালকৰূপে ভাৰত চৰকাৰৰ দ্বাৰা স্বীকৃতি লাভ কৰে।

শ্ৰীকমলনাৰায়ণ চৌধুৰী কলিকতা অনাতাঁৰ কেন্দ্ৰৰ পৰা প্ৰচাৰিত অসমীয়া অনুষ্ঠানৰ পৰিচালক হোৱা দিনৰেপৰা গীত, নাট, অনাতাঁৰ, কথাছবিত নিজকে প্ৰতিষ্ঠিত কৰে। অসমীয়া তৃতীয়খন কথাছবি 'মনোমতী'ৰ (১৯৪১) সংগীত পৰিচালনা কৰা আৰু গোৱা তেওঁৰ গীতৰ পৰা প্ৰথম অসমীয়া ৰঙীণ কথাছবি 'ভাইটি'ৰ পৰিচালনালৈ শ্ৰীচৌধুৰী বহু কথাছবিৰ লগত জড়িত হৈ আহিছে; চৰকাৰী বিষয়াৰূপে কেবাখনো তথ্যচিত্ৰ নিজে কেমেৰাৰ দায়িত্ব লৈও নিৰ্মাণ কৰিছে। অসম সাহিত্য



সভাৰ প্ৰথম তথ্যচিত্ৰ 'অমৰ লক্ষীনাথ' পৰিচালনা কৰিছে আৰু আন্তৰ্জাতিক খ্যাতিসম্পন্ন ইংৰাজী কথাছবি 'দ্য ৰিভাৰ' নিৰ্মাণৰ ইউনিটতো কাম কৰাৰ অভিজ্ঞতা লাভ কৰিছে। সু-লেখক, হাস্যৰসিক, অভিনেতা, গায়ক, পৰিচালক শ্ৰীচৌধুৰী অসমৰ উপৰি পশ্চিমবঙ্গৰ চিত্ৰজগততো সুপৰিচিত।

শ্ৰীনিপ বৰুৱাই ১৯৫৫ চনত বৰুৱা আৰ্ট প্ৰডাকছনৰ পৰা 'স্মৃতিৰ পৰশ' ছবি নিৰ্মাণ কৰি অসমীয়া কথাছবিত পশ্চিমবঙ্গ চলচ্চিত্ৰৰ সামাজিক, ৰোমাণ্টিক ধৰ্মী বিষয়বস্তু আৰু সমধৰ্মী নিবেদনশৈলীৰ বাট দেখুৱায়। ৰুকায়েক ব্ৰজেন বৰুৱাৰ সংগীত আৰু শ্ৰীনলীন দুৱৰাৰ কেমেৰাৰ দক্ষতাৰ পাতনি মেলে এই ছবিখনেই। দুবছৰ পিছত এই প্ৰতিষ্ঠানৰে দ্বিতীয় কথাছবি 'মাক আৰু মৰমে' ৰাষ্ট্ৰপতিৰ প্ৰশংসাপত্ৰ লাভ কৰা প্ৰথম অসমীয়া কথাছবি হোৱাৰ গৌৰৱ অৰ্জন কৰে। এতিয়ালৈ ৮খন কথাছবি পৰিচালনা কৰা শ্ৰীনিপ বৰুৱা আটাইতকৈ অধিক কথাছবি নিৰ্মাণ কৰা অভিজ্ঞতাৰে পুষ্ট। তদুপৰি বৰ্তমানে অসম চৰকাৰৰ বিষয়া হিচাপে হ্ৰস্ব চলচ্চিত্ৰ আৰু তথ্যচিত্ৰ কেবাখনো নিৰ্মাণ কৰিছে। 'ৰঙা পুলিচ' আৰু 'সোণতৰা' কথাছবি দুখন শ্ৰীবৰুৱাৰ জনপ্ৰিয় আৰু অৰ্থ সংগ্ৰহৰ দিশেৰেও সফল হৈছে।

অসমীয়া সামাজিক কথাছবি জগতত 'পুবেৰুণে' নতুন প্ৰভাতৰ সূচনা কৰে ১৯৫৯ চনত। কথাকলি চিনে প্ৰডাকছনৰে এই কথাছবিখন পৰিচালনা কৰে বঙালী পৰিচালক শ্ৰীপ্ৰভাত মুখাৰ্জীয়ে। এই ছবিখনি আন্তৰ্জাতিক বোলছবি মহোৎসৱত যোগ দিবলৈ বাৰ্লিনলৈ পঠিওৱা হৈছিল। দেশৰ বাহিৰলৈ পঠিওৱাৰ যোগ্যতা অৰ্জন কৰা প্ৰথম অসমীয়া কথাছবি 'পুবেৰুণ'ত লণ্ডন ড্ৰেমেটিক স্কুলৰ স্নাতক মাৰ্গাৰেট এণ্ডাৰছন আৰু নায়িকা জ্ঞানদা কাকতিৰ অভিনয় উচ্চমানৰ হৈছিল। এই গৰাকী শিল্পীয়ে লখিমী, ৰঙা পুলিচ, চাকনৈয়া, উপৰ মহলা আদি কেবাখনো অসমীয়া কথাছবিত অভিনয় কৰি এসময়ত তথাকথিত 'ষ্টাৰ'ৰ পৰ্যায় পাইছিল। একেদৰে আন এগৰাকী অসমীয়া নাৰী শিল্পী ইভা আচাওই এৰাবাটৰ সুৰ পিয়লি ফুকন, কেঁচাসোণ, পুৱঁতি নিশাৰ সপোন, শকুন্তলা, নৰকাসুৰ, মণিৰাম দেৱান, প্ৰতিধ্বনি, মমতা আদি কথাছবিত বিবিধ ধৰণৰ ভাও লৈ এতিয়াও এগৰাকী উচ্চস্তৰৰ অভিনেত্ৰী হিচাপে গণ্য হৈ আছে।

তছদ্দুক ইউচুফেও এই চিত্ৰত সহায়ক হিচাপে আৰু পিছলৈ আন বহু ছবিত 'চৰিত্ৰ অভিনেতা' হিচাপে স্বীকৃতি পায়। আন এগৰাকী শিল্পী ৺সৰ্বেশ্বৰ চক্ৰৱৰ্তী 'মণিৰাম দেৱান' কথাছবিৰ সুপৰিচালনাৰেই আমাৰ মাজত স্মৰণীয় হৈ আছে। তদুপৰি 'লাচিত বৰফুকন'ৰ নাম ভূমিকাত তেওঁৰ অভিনয় দৰ্শকে পাহৰা নাই।

অসমৰ দুৰ্ভাগ্য যে জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভা, ফণী শৰ্মা, সৰ্বেশ্বৰ চক্ৰৱৰ্তী আৰু শেষত সুখ্যাত গীতিকাৰ, অভিনেতা, পৰিচালক ব্ৰজেন বৰুৱাকো অকালতে হেৰুৱাবলগীয়া হয়। স্বৰ্গীয় বৰুৱাই 'স্মৃতিৰ পৰশ', 'মাক আৰু মৰম', 'লখিমী', 'নৰকাসুৰ' আদি কথাছবিত সংগীতাংশৰ দায়িত্ব লৈছিল। 'স্মৃতিৰ পৰশ'ত নায়কৰ ভাওতো কৃতিত্ব দেখুৱাইছিল। ১৯৬৩ চনত প্ৰথম অসমীয়া হাস্য-ব্যঙ্গ ৰসাত্মক কথাছবি 'ইটো সিটো বহুতো' স্বৰ্গীয় বৰুৱাই সংগীতৰ উপৰি নিজৰ পৰিচালনাত নিৰ্মাণ কৰে। ১৯৬৯ চনত ৰংঘৰ চিনে প্ৰডাকুছনৰ হৈ নিৰ্মাণ কৰা তেওঁৰ প্ৰথম ৰহস্য-কাহিনী ডাঃ বেজবৰুৱাই অসমৰ চিত্ৰজগতত 'বক্‌স্ অফিচ'ৰ দিশেৰে চাঞ্চল্যৰ সৃষ্টি কৰে। ১৯৭০ চনত সমানে জনপ্ৰিয় আৰু অৰ্থকৰী কথাছবি 'মুকুতা' নিৰ্মাণ কৰি বৰুৱাই এই দিশত শ্ৰেষ্ঠত্ব অৰ্জন কৰে। তাৰ পিছত 'ললিতা' আৰু 'ওপজা সোণৰ মাটি' পৰিচালনা কৰে আৰু নলিন দুৱৰাৰ পুৰস্কাৰপ্ৰাপ্ত কথাছবি 'মমতা'ত এটি সৰু অথচ প্ৰাণস্পৰ্শী ভাও নিবেদন কৰে।

## পৰীক্ষামূলক কথাছবি

গতানুগতিক কাহিনী আৰু কথাছবিৰ ব্যাকৰণৰ প্ৰতি দৃষ্টি ৰাখি নিৰ্মাণ কৰা প্ৰথম অসমীয়া কথাছবি এখন এই দশকৰ আগমুহূৰ্ত্তত ১৯৭০ চনত মুক্তি পায়। এই প্ৰবন্ধ লেখকৰ 'মোৰে মলুৱা' নামৰ মূল অনাতাঁৰ নাটকৰ 'অপৰাজেয়' নামৰ অভিযোজনাৰ ভেটিত এই কথাছবি নিৰ্মাণ কৰে 'চতুৰঙ্গ' শিতানত যুটীয়াভাৱে কাহিনীকাৰ শ্ৰীফণী তালুকদাৰ, চিত্ৰ-নাট্যকাৰ শ্ৰীঅতুল বৰদলৈ, শ্ৰীগৌৰী বৰ্মণ আৰু শ্ৰীমুনীন বায়নে। বৰপেটাৰ সত্ৰীয়া সংস্কৃতি আৰু নাওখেলৰ ভেটিত নিৰ্মিত কাহিনীটিৰ সম্পূৰ্ণ চিত্ৰায়ণ কৰা হয় বৰপেটা সত্ৰ, মানাহ, উজনিৰ বাগিছা আৰু উত্তৰ গুৱাহাটীৰ ওচৰৰ গাওঁ অঞ্চলত। এই ছবিত বোম্বেৰ নায়িকা ৰাখীৰ



কণ্ঠৰ গীত (লতামঙ্গেছ্‌কাৰে গোৱা) আৰু বোম্বেৰ লক্ষীছায়াৰ নৃত্য এটি বোম্বেৰ দুটি ষ্টুডিঅ'ত গৃহীত হয়। এই কথাছবিৰ সংগীতৰ দায়িত্বত আছিল বিশ্ববিখ্যাত সলিল চৌধুৰী। তাহানিৰ পূৱবঙ্গৰ ভগনীয়া পৰিয়ালৰ ছোৱালী এজনীৰ আহত অথচ ভাঙি নপৰা মন আৰু সংস্কাৰে ভৰা সমাজক ভয় কৰিও মনৰ সঁহাৰি বিচৰা এজন বৰপেটীয়া ডেকাৰ অসীম ধৈৰ্য আৰু জেদী মন লৈ পিতৃৰ মৃত্যুৰ পৰলৈ লক্ষ্যলাভৰ সাধনাই আছিল কাহিনীৰ মূল কথা। শ্ৰীপৰাগ চলিহাই পিতৃৰ ভূমিকাত অনবদ্য কৃতিত্ব দেখুৱায়। ভগনীয়া ছোৱালীৰ ভাওত বৰ্তমান বোম্বেৰ বিশিষ্টা নায়িকা ৰাখীয়ে আৰু নায়কৰ ভাওত নবাগত শ্ৰীপ্ৰশান্ত হাজৰিকাই সুঅভিনয় কৰে।

একে ধৰণৰ গতানুগতিক কাহিনী আৰু নিবেদনশৈলীৰ দ্বিতীয়খন অসমীয়া কথাছবি 'গঙ্গা চিলনীৰ পাখি' (পৰিচালক পদুম বৰুৱা) প্ৰায় ছবছৰৰ অন্তত চৰকাৰী অৰ্থসাহায্যৰে ১৯৭৫ চনত নিৰ্মিত হৈছে। ইতিমধ্যে অসমত সুস্থ কথাছবি চোৱাৰ অভ্যাস গঢ়ি তুলিবলৈ গুৱাহাটী, দুলিয়াজান আদি চিনেমা ক্লাবে চেষ্টা চলাই আছে। আশা কৰা যায় যে ভৱিষ্যতে সুস্থ কথাছবি নিৰ্মাণত অসমে আগবাঢ়িব পাৰিব। সেই দিনালৈ অসমৰ চিত্ৰনিৰ্মাতাসকলে বুৰঞ্জীমূলক নাইবা আদৰ্শমূলক বিষয়বস্তুৰ ওপৰতে অধিক গুৰুত্ব দি আহিছিল। মনোৰঞ্জনৰ লগতে শিক্ষা, আদৰ্শ প্ৰচাৰৰ দায়িত্বৰপৰা আঁতৰি যোৱাৰ প্ৰচেষ্টা হয়তো চেগাচোৰোকাকৈ চলি থাকিব, কিন্তু অসমৰ বেছিভাগ দৰ্শকে এতিয়াও আঞ্চলিক ভাষাৰ কথাছবিত সস্তীয়া দেহ-মনৰ উত্তেজনাক সাদৰি নলব।

সামৰণিত উল্লেখ কৰিব পাৰি যে অসমীয়া কথাছবি 'বিপ্লৱী' ১৯৪৮ চনত নিৰ্মাণ কৰা অসিত সেনেই পিছলৈ গৈ বঙালী আৰু হিন্দী কথাছবি জগতত পৰিচালক হিচাপে উচ্চ আসন লাভ কৰিবলৈ সমৰ্থ হৈছে। ডাঃ ভূপেন হাজৰিকাই অসমীয়া কথাছবিৰ উপৰি কেবাখনো বঙালী আৰু হিন্দীক থাছবিত সংগীত পৰিচালনা কৰিছে। ডেকা সংগীত পৰিচালকদ্বয় জিতু-তপনেও অসমীয়া 'মানৰ আৰু দানৱ', 'মৰীচিকা', 'উপগ্ৰহ', 'অভিযান' আদিৰ উপৰি হিন্দী কথাছবিতো সংগীত পৰিচালনাৰ দায়িত্ব পাইছে। প্ৰবীণ ফুকন, লক্ষ্যধৰ চৌধুৰীৰ দৰে নাট্যকাৰ, মঞ্চপ্ৰেমীসকলেও কথাছবি নিৰ্মাণ কৰিছে। পুণা ফিল্ম আৰু টেলিভিচনৰ পৰা বিভিন্ন কাৰিকৰী দিশ

আৰু অভিনয়ত প্ৰশিক্ষণপ্ৰাপ্ত কেবাগৰাকী ডেকা শিল্পীয়ে বিভিন্ন তথ্যচিত্ৰ আৰু কাহিনী চিত্ৰত অংশগ্ৰহণ কৰি আহিছে। পুণ্য দাস আৰু নিপন গোস্বামীয়ে অসমীয়া কথাছবিৰ উপৰি হিন্দী কথাছবিতো অভিনয় কৰিছে। সম্পাদনাত বিজয় চৌধুৰী, অনিল দত্ত, দুলাল শইকীয়া আদিয়ে কৃতিত্ব লাভ কৰিছে। আশা কৰা যায় অসমীয়া কথাছবিৰ তিতাকেহা অভিজ্ঞতাৰে, নতুন চিত্ৰনিৰ্মাতাচামে অধিক আকৰ্ষণীয় আৰু উচ্চমানৰ কথাছবি নিৰ্মাণ কৰিবলৈ সক্ষম হ'ব। তাৰ আভাস ইতিমধ্যে আমি সমৰেন্দ্ৰনাৰায়ণ দেৱৰ 'অৰণ্য', দেউটি বৰুৱাৰ 'বৃষ্টি', পুলক গগৈৰ 'খোজ' আদিত পাইছো।

## অসম চৰকাৰ

বহুবছৰৰ পিছত অসমত এটি ষ্টুডিঅ'-লেবৰেটৰী স্বয়ংসম্পূৰ্ণ হোৱাৰ বাটত। ৰেজিষ্ট্ৰীকৃত সমিতিৰ যোগেৰে পৰিচালিত চৰকাৰী তত্বাৱধানৰ 'জ্যোতি চিত্ৰবন' ষ্টুডিঅ'ত অসমৰ চিত্ৰনিৰ্মাতাসকলে আগতকৈও কম কষ্ট আৰু ব্যয়েৰে কথাছবি নিৰ্মাণ কৰিবলৈ সক্ষম হ'ব। আনহাতে ৰাজ্যিক চৰকাৰৰ দ্বাৰা গঠিত কথাছবি বিত্ত নিগমে এতিয়ালৈ কেবাখনো নিৰ্মীয়মান কথাছবিক আংশিকভাৱে অৰ্থ সাহায্য দিছে। অসম ৰাজ্যিক কথাছবি উন্নয়ন পৰিষদ গঠন কৰি, পৰিবেশনৰ বাবে অসম কথাছবি সমবায় নামৰ এটা প্ৰতিষ্ঠানলৈ পৃষ্ঠপোষকতা আগবঢ়াই আৰু বহুবছৰৰ পৰাই অসমীয়া ভাষাৰ কথাছবিৰ প্ৰথম বছৰৰ আমোদকৰখিনি প্ৰয়োজকক ওভোতাই দি অসমত কথাছবি উদ্যোগ গঠনৰ বাবে চলোৱা চৰকাৰী প্ৰচেষ্টাও বিশেষভাৱে উল্লেখযোগ্য। কথাছবিৰ দৰে শক্তিশালী আমোদ আৰু শিক্ষাৰ বাহন এটাক সুষ্ঠভাৱে দেশবাসীৰ সেৱাত লগাবলৈ ব্যৱসায়িক দিশেৰে আৰু গুণগত বিচাৰেৰে চিন্তা কৰিবলগীয়া বহু কথা আছে। বৰ্তমানে অসমৰ চৰকাৰ, চিত্ৰ নিৰ্মাণৰ লগত জড়িত ব্যক্তিসকল আৰু ৰাইজে এই বিষয়ত মনোযোগ দিয়াটো আনন্দৰ কথা। আনহাতে গাৱঁলীয়া অঞ্চলবোৰত কম ব্যয়ৰ জনতা চিনেমা হল স্থাপন কৰি কথাছবি প্ৰদৰ্শনৰ পৰিসৰ আৰু সা-সুবিধা বঢ়োৱাৰ কল্পনাও চৰকাৰৰ আছে। প্ৰথম ৰাজ্যিক কথাছবি উন্নয়ন পৰিষদত বাহিৰৰ পৰা এই প্ৰবন্ধ লিখক আৰু ডঃ ভূপেন হাজৰিকাক সদস্য হিচাপে লৈ ৰাজ্যিক সাংস্কৃতিক মন্ত্ৰীক



পদেন সভাপতি আৰু শিক্ষাসচিবক পদেন সম্পাদক ৰূপে লোৱা হৈছে। তদুপৰি বিত্তসচিব, সাংস্কৃতিক বিভাগৰ সঞ্চালক, জ্যোতিচিত্ৰবনৰ সভাপতি শ্ৰীবিজয়কৃষ্ণ সন্দিকৈ আৰু কথাছবি বিত্তনিগমৰ সভাপতি প্ৰবীণ শিল্পী তথা ব্যৱসায়ী শ্ৰীপি, চি, বৰুৱাও উক্ত পৰিষদৰ সভ্য। আনহাতে জ্যোতিচিত্ৰবনৰ সম্পাদক আৰু বিত্তনিগমৰ মেনেজিং ডিৰেক্টৰ হ'ল শ্ৰীৰুদ্ৰ বৰুৱা ( বৰ্তমান সাংস্কৃতিক বিভাগৰ সঞ্চালক )।

অসমীয়া কথাছবি অভিনেতা, নিৰ্মাতা, আদিকো উৎসাহিত কৰিবলৈ ১৯৭৩ চনৰ পৰা প্ৰতি ১৭ জানুৱাৰী তাৰিখে অসম শিল্পী দিবস সমিতিয়ে প্ৰবীণ-নবীন শিল্পীসকলক সম্বৰ্দ্ধনা জনোৱাৰ লগতে ৰূপৰ প্ৰতীক দান কৰি আহিছে। বৰ্তমানৰ মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ এই প্ৰতিষ্ঠানৰ প্ৰধান পৃষ্ঠপোষক। তেখেতৰ সাংস্কৃতিক বিভাগৰ মন্ত্ৰী ক্ৰমে শ্ৰীহৰেন্দ্ৰ নাথ তালুকদাৰ ( ১৯৭৩-৭৪ ) আৰু শ্ৰীহিতেশ্বৰ শইকীয়ায়ো ( ১৯৭৪-৭৫ ) এই প্ৰতিষ্ঠানটি ব্যক্তিগত প্ৰচেষ্টাৰে সবল কৰি তুলিছে। অসমৰ শিল্পী-সম্বৰ্দ্ধনাৰ উপৰি বোম্বে আৰু কলিকতাৰ চিত্ৰজগতৰ খ্যাতিমান শিল্পীসকলকো এই অনুষ্ঠানলৈ আদৰণি জনাই শিল্পীৰ মাজত সংহতি সমন্বয় গঢ়াৰ চেষ্টা চলাই অহা হৈছে। প্ৰতিষ্ঠাতা সম্পাদক শ্ৰীসুৰেণ দত্ত আৰু স্থায়ী সভাপতি শ্ৰীফণী তালুকদাৰে এই প্ৰতিষ্ঠানটিৰ গুৰি ধৰি আহিছে। এই প্ৰতিষ্ঠানৰ জৰিয়তে দুখীয়া, ৰোগগ্ৰস্ত আৰু বয়সীয়া শিল্পী আৰু তেওঁলোকৰ পৰিয়ালক চিকিৎসা, আৰ্থিক সাহায্য আদি দিয়াৰ বাবে শিক্ষক সাহায্য নিধিৰ আৰ্হিত 'শিল্পী সাহায্য নিধি' এটা খোলা হৈছে। এই নিধিৰ সভাপতি সাংস্কৃতিক বিভাগৰ মন্ত্ৰী ( পদেন ) শ্ৰীহিতেশ্বৰ শইকীয়া আৰু সম্পাদক এই প্ৰবন্ধ লেখক। ইতিমধ্যে ১৭ গৰাকীমান শিল্পীক এই নিধিৰ যোগেৰে কম বেছি পৰিমাণে সাহায্য আগবঢ়োৱা হৈছে। উদ্যোক্তাসকলে এই নিধি টনকিয়াল কৰি, অধিক অভাৱগ্ৰস্ত বা ৰোগগ্ৰস্ত শিল্পীক সাহায্য কৰাৰ বাবে বিবিধ আঁচনি গ্ৰহণ কৰিছে।

এনেদৰেই অসমৰ কথাছবি শিল্প মন্থৰ গতিৰে হ'লেও আগবাঢ়ি আছে। আশা কৰা যায় অচিৰতে সংখ্যাত কম হ'লেও, গুণগত দৃষ্টিৰে অসমৰ কথাছবিয়ে ভাৰত তথা বিশ্বত এখনি উচ্চ স্থান লাভ কৰিবলৈ সক্ষম হ'ব।

# অনাতাঁৰৰ অৱদান

**শ্ৰীফণী তালুকদাৰ এম. এ.**

অসমৰ সাংস্কৃতিক আৰু সামাজিক জীৱনত আকাশবাণীৰ বৰঙণিৰ কথা নুই কৰিব নোৱাৰি। দেশ স্বাধীন হোৱাৰ লগে লগে ১৯৪৮ চনত অসমত প্ৰথম অনাতাঁৰ কেন্দ্ৰ স্থাপন হয়। তেতিয়া ছিলঙত মূল অফিচ ৰাখি গুৱাহাটীত অসমীয়া অনুষ্ঠানৰ কেন্দ্ৰ কৰি 'ছিলং-গুৱাহাটী' নামেৰে প্ৰথম কেন্দ্ৰটি স্থাপিত হয়। স্বাধীনতা সংগ্ৰামৰ কালছোৱাত অসমীয়া ভাষাত দেশপ্ৰেমমূলক গীত, কবিতা আৰু নাটক কিছু ৰচিত হৈছিল। আনহাতে, দেশ স্বাধীন হোৱাৰ পিছত অসমৰ কলাজগতত এটা স্থবিৰতাই দেখা দিয়ে। পুৰণিকলীয়া কেইখনমান নাটককে উধাই-মুধাই মঞ্চস্থ কৰা, বিখ্যাত নগৰ মঞ্চবোৰ ক্ৰমে উৱলি যোৱা, আৰু গাঁৱৰ ভাওনা-নাট আদিৰ ক্ষেত্ৰত উদাসীনতা—এয়ে আছিল তেতিয়াৰ সামাজিক লক্ষণ।

এনে এটা সময়তে ছিলং-গুৱাহাটী অনাতাঁৰ কেন্দ্ৰই মাধ্যমটোৰ উপযোগীকৈ লিখিব পৰা এচাম গীতিকাৰ, নাট্যকাৰ আৰু প্ৰবন্ধকাৰৰ সৃষ্টি কৰে। তদুপৰি অনাতাঁৰ কেন্দ্ৰই লিখক বা অভিনেতা বা পাঠকক পাৰিশ্ৰমিক দিবলৈ লোৱাত সেইসকলৰ মনত উৎসাহৰ সৃষ্টি হয়। সেই পিনেৰে আমি অসমীয়া ভাষা-সাহিত্যলৈ অনাতাঁৰৰ অৱদানৰ কথা বিবেচনা কৰিব লাগিব। মন কৰিব লাগিব, কেনেকৈ এই মাধ্যমটোৰ যোগেৰে এচাম নতুন শক্তিশালী নাট্যকাৰ, গীতিকাৰ, প্ৰবন্ধকাৰৰ সৃষ্টি হ'ল।

মঞ্চাভিনয় আৰু অনাতাঁৰ অভিনয় দুয়োটাই সুকীয়া বস্তু। শ্ৰোতাৰ বাবে অনাতাঁৰ অভিনেতাৰ কণ্ঠস্বৰেই সকলো; কিন্তু সেই কণ্ঠস্বৰ বিশেষ মাধ্যমৰ উপযোগীকৈ নিবেদন কৰিবলৈ অনাতাঁৰ অভিনেতায়ো মঞ্চ-অভিনেতা বা কথাছবিৰ অভিনেতাৰ দৰে সমগ্ৰ দেহৰ মাংসপেশী তথা আবেগিক গতিশীলতাৰ সহায় লবলগীয়া হয়। সেই দৃষ্টিৰে অনাতাঁৰ কেন্দ্ৰই সৃষ্টি কৰা নতুন অভিনেতা চামৰ কিছুমানৰ কৃতিত্বৰ কথা



উলাই কৰিব নোৱাৰি। কেবাগৰাকী উচ্চশ্ৰেণীৰ অনাতাঁৰ-অভিনেতা বা অভিনেত্ৰীক লৈ সেয়ে অসমে গৌৰৱ কৰিব পাৰে। সেইদৰে অনাতাঁৰৰ সহায়ত কেইবাগৰাকী উচ্চশ্ৰেণীৰ গায়ক-গায়িকা আৰু বাদক-বাদিকাৰ সৃষ্টি হৈছে।

অনাতাঁৰ কেন্দ্ৰৰ চাহিদা পূৰাবলৈ অজস্ৰ গীত ৰচিত হৈছে। কেই-গৰাকীমান উচ্চশ্ৰেণীৰ গীতিকাৰৰ সৃষ্টি হৈছে, শ শ শ্ৰেণীৰ গীত ৰচিত হৈছে। নাটকৰ ক্ষেত্ৰতো আজি ২৭ বছৰে হেজাৰৰো ওপৰ নাটক লিখা হৈছে মাত্ৰ এই বিশেষ মাধ্যমৰ কাৰণে, আৰু তাৰ মাজৰ পৰাই কেবাজনো প্ৰথম শ্ৰেণীৰ নাট্যকাৰৰ সৃষ্টি হৈছে।

'বহুজন হিতায়, বহুজন সুখায়' এয়ে হ'ল আকাশবাণীৰ ঘোষিত নীতি। অৱশ্যে বিবিধ কাৰণত শিক্ষা আৰু মাধ্যমৰ প্ৰচাৰৰ ক্ষেত্ৰত অনাতাঁৰে অতি মন্থৰ গতিৰেহে আগবাঢ়িব পাৰিছে। সংখ্যাৰ দিশেৰে তৃতীয় পৰিকল্পনাৰ শেষলৈ ভাৰতত আকাশবাণীৰ ৩৪টা মূল কেন্দ্ৰ, ১৭টা সহায়ক কেন্দ্ৰ, ২৬টা বিবিধ ভাৰতী কেন্দ্ৰ, ৪টা ষ্টুডিঅ' কেন্দ্ৰ, ৪৯টা ৰিচিভিং চেণ্টাৰ, ১১০টা ট্ৰেন্সমিটাৰ হয়গৈ। দেশৰ জনসাধাৰণৰ প্ৰায় ৪/৫ ভাগ লোকৰ ওচৰলৈ 'মিডিয়াম ৱেভ' যোগে অনুষ্ঠান পৰিবেশন সম্ভৱ হয়। তথাপি প্ৰকৃত জনসাধাৰণৰ মনৰ লগত সংযোগ, তেওঁলোকৰ প্ৰকৃত মঙ্গলৰ বিষয়ে স্পষ্ট ধাৰণা আৰু প্ৰতিষ্ঠানৰ ভিতৰত নিষ্ঠাৰ অভাৱত ইমান অৰ্থ আৰু ইমান প্ৰচেষ্টা প্ৰায় অথলে যোৱা যেন হৈছিল। এচাম মধ্যবিত্তৰ মনোৰঞ্জনৰ কথাহে যেন মনত ৰখা হৈছিল মাত্ৰ। পিছলৈ সমাজত দেখা দিয়া বিশৃংখলাৰ লগতে, আত্মকেন্দ্ৰিক এচাম লিখকে অনাতাঁৰৰ যোগেও অকল 'স্ন'বাৰী', আত্মপ্ৰচাৰ আৰু সমাজ-জীৱনত হতাশাৰ ছবিৰ ওপৰতে গুৰুত্ব দিবলৈ ধৰে।

সুখৰ কথা কিছুদিনৰ পৰা দেশজুৰি এক নবজীৱনৰ, যুঁজি জীয়াই থকাৰ প্ৰেৰণাৰ জোৱাৰ পুনৰ আহিছে। যিসকল তথাকথিত আত্মকেন্দ্ৰিক লেখক, ৰচক বা সৃষ্টিকাৰী আঁতৰি থাকে তেওঁলোকক সমাজে আঁতৰাই ৰখাই ভাল। সমাজ-জীৱনৰ ব্যাপকতাৰ মাজত কল্যাণকামী সৃষ্টি প্ৰতিভাহে আজি আমাৰ বাবে আদৰণীয়।

বৰ্তমান অসমত গুৱাহাটীৰ উপৰি ডিব্ৰুগড় আৰু ছিলচৰতো অনাতাঁৰ কেন্দ্ৰ গঢ়ি উঠিছে। এই কেন্দ্ৰবোৰৰ যোগেৰে অঞ্চলটোৰ ৰাইজক মনোৰঞ্জনৰ লগতে সমাজ সচেতন কৰাৰ গুৰু দায়িত্ব আহি পৰিছে।

এনেবোৰ দৃষ্টিৰে বিভিন্ন সময়ৰ লগত খাপখুৱাই অসমৰ সংস্কৃতি, শিল্প, সমাজ-জীৱনত কমবেছি পৰিমাণে অৰিহণা যোগোৱা বিষয়ববীয়া, অনুষ্ঠান পৰিবেশক, শিল্পী, সাহিত্যিক বহুতো আছে।

প্ৰথমতে কলিকতাৰ পৰা (১৯৪৩ চনৰ পৰা) আধাভঙা অসমীয়া ভাষাৰ গীত-মাত-কথিকা-নাটিকাৰ অনুষ্ঠান প্ৰচাৰিত হৈছিল। তেতিয়াও কলিকতাত থকা বা পঢ়া অসমীয়া লোক কিছুমানৰ সহযোগত অনুষ্ঠান সংগঠক শ্ৰীকমল নাৰায়ণ চৌধুৰী, শ্ৰীপুৰুষোত্তম দাস আৰু বিষয়া শ্ৰীগোলোক চন্দ্ৰ ভূঞা, শ্ৰীউবেইদুল লতিফ বৰুৱা আদিয়ে অসমীয়া মাত-কথা প্ৰচাৰ কৰাত আগভাগ লৈছিল। স্বাধীনতাৰ পিছত অসমতো স্বকীয়া অনাতাঁৰ কেন্দ্ৰ খোলাৰ উদ্দেশ্যে পঠিওৱা শ্ৰীউবেইদুল লতিফ বৰুৱা, আৰু শ্ৰীপুৰুষোত্তম দাসে অসমৰ এচাম নতুন শিল্পী, সাহিত্যিক, নাট্যকাৰৰ সহায় লয়হি। ১৯৪৮ চনৰ পহিলা জুলাই তাৰিখে উদ্বোধন কৰা ছিলং গুৱাহাটি কেন্দ্ৰ (পিছলৈ গুৱাহাটী কেন্দ্ৰ) মুকলি কৰাৰ এমাহ আগতে সৰ্বশ্ৰী বীৰেন্দ্ৰ কুমাৰ ফুকন, ফণী তালুকদাৰ আৰু ভূপেন হাজৰিকাক বিষয়া হিচাপে মকৰল কৰা হয়। কেন্দ্ৰ মুকলি হোৱাৰ কিছুদিন পিছত পুনৰ সৰ্বশ্ৰী সত্যপ্ৰসাদ বৰুৱা, মৃগেন্দ্ৰ ৰায়চৌধুৰী, চৈয়দ আব্দুল মালিক, নাৰায়ণ বেজবৰুৱা, ৰৌছনাৰা খাতুন, ৰঞ্জন বৰা আদিক মকৰল কৰা হয়। এইসকল লোকেই প্ৰথম অৱস্থাত অশেষ যত্ন কৰিও নিজে অনুষ্ঠান কৰি, নাটক-গীত লিখি, গীত গাই বা অভিনয় কৰি অনাতাঁৰ কেন্দ্ৰটিক থিতাপি দিয়ে আৰু পিছলৈ এই মাধ্যমৰ উপযোগীকৈ এচাম শিল্পী-সাহিত্যিকক গঢ়ি তোলে।

অনাতাঁৰৰ চাহিদাতে কবি শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা বা কবি নবকান্ত বৰুৱাৰ দৰে সাহিত্যিক গীতিকাৰ হ'ল, একেদৰে বহুতো নতুন নতুন নাট্যকাৰ ওলাল, গীতিকাৰ ওলাল। আলোচনী আদিৰ অভাৱ থকা অসমত ৰেডিঅ'ই এচাম সাহিত্যিকক উদগণি দিলে। অৰুণ শৰ্মা, দুৰ্গেশ্বৰ বৰঠাকুৰ, ভবেন্দ্ৰনাথ শইকীয়া, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, ফণী শৰ্মা আদি অনাতাঁৰ নাট্যৰচনাত সিদ্ধহস্ত হ'ল। বহুতো অভিনেতা, গায়ক-গায়িকা ওলাল। সহ-অভিনয়ৰ বাবে ছোৱালী নোপোৱা সময়তো শ্ৰীকল্যাণী বৰুৱা (ফুকন), শ্ৰীডলী হাজৰিকা (তালুকদাৰ), শ্ৰীতুলতুল ভড়ালী (বৰুৱা), শ্ৰীবীণা দেৱী (প্ৰসাদ), শ্ৰীলিলি দাস (মালিক),



শ্ৰীযোগমায়া বৰুৱা (চেতিয়া), শ্ৰীনয়নবালা দেৱী আদিয়ে অনাতাঁৰ নাটত ভাও ললেহি। তেতিয়াৰ সমাজৰ ভ্ৰূকুটি নেওচি ক্ৰমে ক্ৰমে আৰু বহু ছোৱালী অনাতাঁৰলৈ আহে। পিছলৈ সেয়ে মঞ্চ আৰু কথাছবি জগততো প্ৰবেশ কৰিবলৈ তেওঁলোকক সাহস যোগালে। শ্ৰীবীণা দাস (মান্না), শ্ৰীমীৰা দাস, শ্ৰীআৰতি শৰ্মা আদিয়ে নাটবিভাগত দীঘলীয়া চুক্তিত সোমাল। মহিলা অনুষ্ঠান, পৰিয়াল পৰিকল্পনা অনুষ্ঠান আদিতো মহিলা সংগঠক, প্ৰয়োজক, শিল্পী আদিৰ অভাৱ নাইকীয়া হ'ল।

অনাতাঁৰৰ বাবে লিখা নাটক 'এৰা বাটৰ সুৰ'ৰ ভেটিতে ডঃ ভূপেন হাজৰিকাই একে নামৰ কথাছবি উলিয়ালে। 'মোৰে মলুৱা' নামৰ নিজা নাটকৰ ভেটিত ফণী তালুকদাৰৰ 'অপৰাজেয়' কথাছবি ওলাল। 'বৰুৱাৰ সংসাৰ' নামৰ প্ৰফুল্ল বৰুৱাৰ ধাৰাবাহিক নাটৰো চিত্ৰৰূপ হ'ল। ধাৰাবাহিক উপন্যাস শতঘ্নী (বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য ৰচিত আৰু ফণী তালুকদাৰ নিবেদিত) ভাৰতৰ বিভিন্ন ভাষালৈ অনূদিত হৈ এখন প্ৰথম শ্ৰেণীৰ উপন্যাস বুলি পৰিগণিত হ'ল। 'কঁকালদেউতাৰ হাড়' নামৰ ধাৰাবাহিক অনাতাঁৰ উপন্যাসৰ ভেটিত ৰচিত পুথিৰে অধ্যাপক নবকান্ত বৰুৱাই সাহিত্য একাডেমী বঁটাও পালে। তদুপৰি শংকৰদেৱৰ 'ৰাম বিজয়' নাট, লক্ষ্মীনাথ বেজবৰুৱাৰ 'জয়মতী', জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ লিগিৰী' আদি নাটক সৰ্বভাৰতীয় পৰ্যায়ত প্ৰচাৰিত হ'ল। অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাৰ 'সেনাপতি টিকেন্দ্ৰজিৎ', অৰুণ শৰ্মাৰ 'ত্ৰিশংকু' আদি উচ্চপৰ্যায়ৰ নাটকো বিভিন্ন ভাষাত প্ৰচাৰিত হ'ল। বিভিন্ন অনাতাঁৰ নাট-মহোৎসৱত বা আন সময়ত প্ৰবীন নাট্যকাৰ শ্ৰীপ্ৰবীণ ফুকন, শ্ৰীলক্ষ্যধৰ চৌধুৰী, শ্ৰীপ্ৰসন্নলাল চৌধুৰী, শ্ৰীমিত্ৰদেৱ মহন্ত আদিৰ নাটক প্ৰচাৰিত হ'ল।

বাতৰি কাকত, আলোচনী আদিৰ অভাৱৰ মাজত এচাম গীতিকাৰক প্ৰচাৰৰ সুবিধা দিলে এই মাধ্যমে। সৰ্বশ্ৰী প্ৰশান্ত বৰুৱা, কেশৱ মহন্ত, নিৰ্মলপ্ৰভা বৰদলৈ, নবকান্ত বৰুৱা, হীৰেণ ভট্টাচাৰ্য আদিৰ নাম এই ক্ষেত্ৰত ল'ব পাৰি। অনাতাঁৰত কাম কৰি থকা সৰ্বশ্ৰী মুকুল বৰুৱা, হেমেন হাজৰিকা, সতীশ দাস আদিৰ কথাও উল্লেখযোগ্য। ডঃ ভূপেন হাজৰিকা, পাৰবীন চুলতানা, শিশিৰকণা দে (ধৰ চৌধুৰী), দেবেন শৰ্মা, জয়ন্ত হাজৰিকা, দীপালী বৰঠাকুৰ, খগেন মহন্ত, ডঃ লক্ষহীৰা দাস, আদি

শিল্পীৰ অসম জুৰি হোৱা খ্যাতিৰ ক্ষেত্ৰত অনাতাঁৰ মাধ্যমৰ বৰঙণি নুই কৰিব নোৱাৰি। জিতেন দেৱ, চিত্ত চৌধুৰী, হীৰালাল বেনাৰ্জী, প্ৰভাত শৰ্মা আদি বহু প্ৰতিভাবান শিল্পীৰ প্ৰধান কৰ্মপীঠ আছিল আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰ।

বৰ্তমানে যুৱবাণী অনুষ্ঠানৰ যোগেৰে এচাম নতুন শিল্পী-সাহিত্যিক গঢ়ি তোলাত সকলো কেন্দ্ৰৰ দৰে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰয়ো যথেষ্ট বৰঙণি যোগাই আহিছে। নতুন নতুন বিষয়া আহিছে, অনুষ্ঠান সংগঠক ওলাইছে, নতুন নাট্যকাৰ, অভিনেতা-অভিনেত্ৰী, গায়ক-গায়িকা ওলাব ধৰিছে। বৰ্তমানে ডিব্ৰুগড় কেন্দ্ৰক কেন্দ্ৰ কৰিও তেনে বহু শিল্পী ওলাই আছে।

তাহানিৰে পৰা শিৱপ্ৰসাদ ভট্টাচাৰ্য, শ্ৰীপ্ৰমোদ বৰদলৈ, নাছিজুৰ ৰহমান, তছদ্দুক ইউছুফ, ধীৰু ভূঞা, নীৰেণ বৰুৱা, ইভা আচাও (ৰহিম) আদি বহুতো অনুষ্ঠান-নিবেদকৰ সৃষ্টিও অনাতাঁৰ কেন্দ্ৰৰে অৱদান। একেদৰে সৰ্বশ্ৰী পুলিন দাস, দীনেশ গোস্বামী, দীপু চৌধুৰী আদি খেল-ধেমালিৰ সফল চলন্ত-বিৱৰণী দিওঁতাৰ সৃষ্টিও হৈছে অনাতাঁৰ কেন্দ্ৰৰ বাবেই।

অনাতাঁৰ কেন্দ্ৰৰ সাহিত্য-চৰা, আলোচনা-চক্ৰ আদিৰ মাজেৰেও বহুতো প্ৰতিভাৰ সন্ধান পোৱা গৈছে। সমাজ-কল্যাণৰ দিশেৰে গাওঁৰ খেতিয়ক ৰাইজ, চাহবাগিছাৰ বনুৱা, বিদ্যাৰ্থীসকল, চেমনীয়া আৰু শিশুসকল নানা দিশেৰে অনাতাঁৰ অনুষ্ঠানৰ দ্বাৰা কম বেছি পৰিমাণে উপকৃত হৈছে।

আনহাতে, আন বহুতো ক্ষেত্ৰত হোৱাৰ দৰে অনাতাঁৰ কেন্দ্ৰতো সংগঠকৰ উদাসীনতা বা উদ্দেশ্য-প্ৰণোদিত কাৰণত কেতিয়াবা অনুপযুক্ত লেখক, অনুপযোগী কণ্ঠস্বৰৰ গায়ক-অভিনেতা নাইবা কেইজনমান লোকৰ মাজতে বিবিধ অনুষ্ঠানৰ সীমাবদ্ধতাও লক্ষ্য কৰা দেখা যায়। এইবিলাক ত্ৰুটী বা দুৰ্নীতি আঁতৰাব পাৰিলে, আৰু জনগণমুখী অনুষ্ঠানৰ ওপৰত অধিক গুৰুত্ব দিলে আমাৰ অনাতাঁৰ কেন্দ্ৰকেইটিয়ে সমাজৰ কল্যাণ সাধনত অধিক কৃতকাৰ্য হ'ব পাৰিব। তেতিয়া আমিও তেনে অৱদানক লৈ অধিক গৌৰৱ কৰিব পাৰিমহঁক।

# অসমৰ কণ্ঠ সঙ্গীত

শ্ৰীপ্ৰদীপ চলিহা

## (ক) শাস্ত্ৰীয় সঙ্গীত

নৃত্য আৰু বাদ্যৰ দৰেই কণ্ঠ-সঙ্গীতৰো দুটা ধাৰা—মাৰ্গ সঙ্গীত বা শাস্ত্ৰীয় সঙ্গীত আৰু "দেশী" বা লোক সঙ্গীত—সমান্তৰালভাৱেই ভাৰতত চলি আহিছে। অসমতো তাৰ ব্যতিক্ৰম ঘটা নাই। "দেশী" বা লোক সঙ্গীতৰ ধাৰাটি পুৰণি কালৰেপৰা নিছিগা ধাৰেৰে বৈ আহি বৰ্তমান কালত উপনীত হৈছেহি। যুগ অতিক্ৰম কৰি অহা এই ধাৰাটিত সময়ে সময়ে নানা জাতি-উপজাতিৰ সাংস্কৃতিক সমল গোট খাই পৰিপুষ্ট হৈ আহিছে। লোক সংস্কৃতিৰ সেয়ে ধৰ্ম।

কিন্তু আনহাতেদি অসমৰ মাৰ্গ সঙ্গীতৰ ধাৰাটি নানা সঙ্কটৰ মাজত পৰি থমকি থমকি ৰৈহে আজিৰ অৱস্থাত উপনীত হৈছেহি। মাৰ্গ সঙ্গীত লোক সঙ্গীতৰ দৰে মুকলিমুৰীয়া নহয়। লোক সঙ্গীতৰ দৰে ই সহজে নানা উপকৰণ সামৰি লব নোৱাৰে। ই কটকটীয়া বান্ধোনৰ মাজেৰেহে সন্তৰ্পণে ধীৰে ধীৰে আগবাঢ়ে। তাৰোপৰি লতা আৰু বনিতাৰ দৰে মাৰ্গ সঙ্গীতৰ সদায়ে আশ্ৰয় বা পৃষ্ঠপোষকৰ প্ৰয়োজন। ইয়াত পাৰ্গত হ'বলৈ সাধনাৰো প্ৰয়োজন। সেয়ে ৰাজনৈতিক উত্থান-পতনৰ লগে লগে পৃষ্ঠপোষকৰ অভাৱ ঘটিলে অথবা ইয়াক সাধনা কৰাৰ অনুকুল পৰিবেশ নেপালে ই সহজতে মৰহি যায়। পুৰণি অসমৰ মাৰ্গ সঙ্গীতৰ ভাগ্যতো সেয়ে ঘটিল। পুৰণি কামৰূপৰ নৰপতিসকলৰ উত্থান-পতনৰ লগে লগে অসমৰ মাৰ্গ সঙ্গীতো থমকি থমকি ৰৈ ৰৈহে আগবাঢ়িল। নানা ৰাজনৈতিক কাৰণ, প্ৰাকৃতিক দুৰ্যোগ বা বিদেশী আক্ৰমণকাৰীৰ কোপানল আদিত পৰি মাৰ্গ সঙ্গীতৰ আশ্ৰয়স্থল ৰাজকাৰেং, ৰাজসভা নাইবা দেৱগৃহৰ নাটমন্দিৰসমূহ ধ্বংস হোৱাৰ লগে লগে অসমৰ মাৰ্গ সঙ্গীতো মৃতপ্ৰায় অৱস্থাৰ ভিতৰেদিহে

আগবাঢ়িবলগীয়া হৈছিল। ইয়াৰ উপৰিও মাৰ্গ সঙ্গীত চৰ্চাৰ কাৰণে প্ৰচুৰ অৱসৰৰ অভাৱ আৰু প্ৰতিকূল পৰিৱেশৰ কাৰণেও মাৰ্গ সঙ্গীতৰ কলাকাৰসকল সঙ্গীত সাধনাৰ পৰা বিৰত হৈ পৰে। সেই কাৰণেই বৰ্তমান যুগত অসমৰ প্ৰাচীন মাৰ্গ সঙ্গীতৰ ধাৰাটিৰ আঁত বিচাৰি উলিওৱা কঠিন। প্ৰাচীন যুগৰ অসমৰ সংস্কৃত সাহিত্য, বৌদ্ধ চৰ্যাপদ, কামৰূপৰ নৰপতিসকলৰ তামৰ ফলি, শিলালেখ, শিলামূৰ্তী, বিদেশী ভ্ৰমণকাৰীসকলৰ টোকা, প্ৰাক্ শংকৰী কবিসকলৰ ৰচনা আদিৰপৰা ইয়াৰ কিছু আভাস পাব পাৰি মাত্ৰ। এই সকলোবোৰ সমল গোটালে আমি কব পাৰো যে পুৰণি কালৰেপৰা অসমত মাৰ্গ সঙ্গীতৰ এটি সুন্দৰ আৰু সুস্থ ৰূপ প্ৰচলিত আছিল। মাজে মাজে হয়তো ওপৰুক্ত কাৰণত থমকি ৰব লগা হৈছিল।

৫ম/৬ষ্ঠ শতিকাৰ পালকাপ্য মুনিয়ে তেওঁৰ বিখ্যাত গ্ৰন্থ হস্ত্যায়ুৰ্বেদত পুৰণি অসমৰ সঙ্গীতৰ কথা গৌৰৱেৰে উল্লেখ কৰিছে। সেই একে পুথিতেই আন এঠাইত প্ৰসঙ্গক্ৰমে এই ৰাজ্যত প্ৰতিষ্ঠিত ভাৰ্গৱ আদি মুনিসকলৰ আশ্ৰমবোৰ বেদধ্বনিৰে মুখৰিত আছিল বুলি উল্লেখ কৰিছে।

৭ম শতিকাত কামৰূপ ভ্ৰমণ কৰা চীনা পৰিব্ৰাজক হিউ-য়েন-চাঙৰ ভ্ৰমণ টোকাত চীনা পণ্ডিত গৰাকীক কামৰূপৰাজ ভাস্কৰ বৰ্মণে নৃত্য-গীত-বাদ্যৰে অভ্যৰ্থনা কৰাৰ কথা উল্লেখ আছে। কুমাৰ ভাস্কৰবৰ্মা নিজেও এজন সঙ্গীতৰ পৃষ্ঠপোষক আছিল। ৯ম শতিকাৰ বনমাল বৰ্মাৰ তামৰ ফলিত—দলুহাঙ্গনা অৰ্থাৎ দ'লৰ দেৱদাসীৰ, আৰু নটৰ আগমনত নটীসকলৰ উৎকম্পা বৃদ্ধিৰ উপমাৰ উল্লেখ আছে। সেই একে ফলিৰ পৰাই হাটকশূলী শিৱদ'লৰ লগত দ'লৰ নটী বা দেৱদাসীসকলৰ উল্লেখৰ কথা, গীতবাদ্যৰ ধ্বনিৰে মুখৰিত মন্দিৰৰ কথা আমি জানিব পাৰোঁ।

১০ম/১১শ শতিকামানৰ ৰজা ইন্দ্ৰপালৰ তামৰ ফলিত ইন্দ্ৰপালক 'অনবদ্য বিদ্যাধৰ', 'কলাবিলাসিনী সুভগ' আদি বিশেষণেৰে বিভূষিত কৰিছে। ১১শ শতিকাৰ ৰত্নপালৰ তামৰ ফলিত প্ৰথমতেই শুভতাণ্ডৱ গতি প্ৰদৰ্শনকাৰী নটৰাজ শিৱক প্ৰণাম জনাইছে। ইয়াৰ পৰা জানিব পাৰি যে শাসন ৰচয়িতাৰ শিৱৰ তাণ্ডৱ নৃত্য বা মাৰ্গ নৃত্য-গীতৰ লগত সম্যক পৰিচয় আছিল। কালিকা পুৰাণত শৰৎকালৰ দেৱী পক্ষত "গীত বাদি এ নিৰ্ঘোষৈঃ", "গীত বাদি এ নিঃশ্বনৈ" দেৱীপূজাৰ বিধান দিছে। এইখন পুথিতেই সেই পূজাতেই ৰজাসকলৰ বল বিক্ৰম বৃদ্ধিৰ কাৰণে সালংকৃতা সুন্দৰীসকলৰ



দ্বাৰাই নৃত্য-গীত ক্ৰীড়া কৌতুকৰ দ্বাৰাই সৈন্যৰ নিৰাজনৰ বিধানো দিছে। নিৰাজনৰ অৰ্থ আৰতি কৰা। আৰতিত দেখুওৱা নৃত্য-গীতিখিনিও মাৰ্গ সঙ্গীতৰ আছিল বুলি ক'ব পাৰি।

যোগিনী-তন্ত্ৰতো হয়গ্ৰীৱ মাধৱৰ স্থান মণিকূটৰ বৰ্ণনা দিওঁতে ঠাই ডোখৰ বীণা, বেণু, মৃদংগৰ ধ্বনিৰে সদায় মুখৰিত হৈ থাকে বুলি উল্লেখ কৰিছে। একেখন পুথিতে কেদাৰ-মহাদেৱৰ পূজাত নৃত্য-গীতাদি কৰাৰ বিধানো দিছে। সেই সময়ত হাজোৰ দেৱদাসীসকলৰ নৃত্য-গীত অতি উচ্চ খাপৰ আছিল। মধ্যযুগতো হাজোৰ নৃত্য-গীত অসমৰ সঙ্গীতৰ পথ-প্ৰদৰ্শক আছিল। মধ্যযুগত অসমৰ সত্ৰীয়া নৃত্যগীত হাজোৱলীয়া নৃত্য-গীতেৰে বহুল-ভাৱে প্ৰভাবান্বিত। হাজোৰ সঙ্গীতজ্ঞসকলৰ বাদ্যৰচনা বা 'বাজনা,' 'হাজোৱলীয়া বাজনা'ৰূপে অসমৰ প্ৰাচীন বিখ্যাত সত্ৰকেইখনত বৰ্তমানলৈকে চলি আছে।

৮ম শতিকাৰ পৰা ১১শ শতিকাৰ ভিতৰত ৰচিত বৌদ্ধচৰ্যাপদৰ গীতখিনি মাৰ্গ সঙ্গীতৰ গীত আছিল। চৰ্যাপদৰ গীতখিনি সেই যুগত পূব ভাৰতত প্ৰচলিত আছিল। গীতৰ ৰচয়িতা কেইবাজনো সিদ্ধ পুৰণি কামৰূপ ৰাজ্যৰ লোক আছিল বুলি জনা যায়। এই গীতখিনিৰ ৰাগ আদিৰপৰা শ্ৰীশংকৰী যুগৰ ৰাগলৈকে এটি অবিচ্ছিন্নধাৰা চকুত পৰে। এই গীতখিনিৰ গোৱা পদ্ধতিৰ কথা জনাৰ কোনো উপায় নেথাকিলেও গীতৰ ৰচনাৰ ছন্দ, ভাৱ আৰু ৰাগৰপৰা ধৰিব পাৰি যে বৈষ্ণৱ যুগত ৰচিত গীত, বৰগীত, ব্যাহৰ গীত আদি এই চৰ্যাগীতৰে ক্ৰমবিকশিত ৰূপ। চৰ্যাগীতৰ ৰাগৰ নাম এনে ধৰণৰ—পটমঞ্জৰী, গউৰা, অৰু, গুৰ্জৰী অথবা গুঞ্জৰি, কামোদ, ধনশ্ৰী, ভৈৰবী ইত্যাদি।

কেইবা শতিকাৰ ব্যৱধান হ'লেও ওপৰত উল্লেখ কৰা ৰাগসমূহৰ নাম পাছৰ যুগৰ ব্যাহগোৱা ওজাপালীৰ ৰাগ, পীতাম্বৰ কবিৰ গীতৰ ৰাগ, আৰু মহাপুৰুষ দুজনাৰ গীতৰ ৰাগ তথা গোপাল আতা, অনিৰুদ্ধদেৱ আদিৰ গীতৰ ৰাগৰ লগত খুব মিল দেখা যায়। সেয়ে অনুমান হয়—শংকৰী যুগৰ গীতৰ গায়ন পদ্ধতি আৰু ৰাগৰ ৰূপ পূৰ্বৰ এই ধাৰাৰে ক্ৰমবিকাশৰ ফল।

১৩শ শতিকাৰ কামৰূপৰ বেদাচাৰ্যই তেওঁৰ বিৰচিত গ্ৰন্থ স্মৃতি-ৰত্নাকৰত কামৰূপৰ মাৰ্গ সঙ্গীতৰ স্পষ্ট উল্লেখ কৰিছে। তেওঁ অসমৰ এই সঙ্গীতক গান্ধৰ্ব অৰ্থাৎ মাৰ্গ সঙ্গীত বুলিছে। বেদাচাৰ্যই বিষ্ণু আদি

দেৱতাৰ পূজাৰ আগদিনা "জাগৰ" উৎসৱ ৰাত্ৰীয় গীত-নৃত্যেৰে পালনৰ নিৰ্দেশ দিছে। নৃত্য-গীতেৰে জাগৰ উৎসৱ নাপাতিলে অমঙ্গল হোৱাৰ কথাও সোঁৱৰাই দিছে। মন কৰিবলগীয়া কথা যে—কেইবা শতিকা ব্যৱধানৰ পাছতো বেদাচাৰ্যৰ জাগৰ উৎসৱ বৰ্তমানেও ব্যাহৰ ওজাপালিৰ মাজত চলি আছে।

দৰঙীয়া ব্যাহৰ ওজাসকলে গীতৰ প্ৰাৰম্ভত ৰাগমালিতা গোৱাটো অপৰিহাৰ্য। ৰাগমালিতা ৰাগৰ শাস্ত্ৰীয় ধ্যান শ্লোক শ্ৰেণীৰ ৰচনা। ইয়াত ৰাগৰ উৎপত্তিৰ বিষয়ে থকা মালিতা সেই ৰাগতে গোৱাৰ নিয়ম। ৰাগ-মালিতা গোৱা প্ৰথা পাছৰ যুগৰ বৈষ্ণৱ গায়নসকলৰ মাজতো প্ৰচলিত আছিল। এই মালিতাবোৰ মহাপুৰুষ দুজনাৰ ৰচনা নহয়। পূৰ্বৰ ওজাসকলৰ ৰচনাহে। সেই কাৰণে অনুমান হয় যে মধ্যযুগৰ বৈষ্ণৱ গায়ন-সকলৰ গীতগোৱা পদ্ধতি পূৰ্বৰ কামৰূপৰাজ্যৰ সঙ্গীতৰ ঐতিহ্যবাহী পদ্ধতিহে।

প্ৰাক্‌শংকৰী যুগৰ মাধৱকন্দলি, হেমসৰস্বতী, হৰিহৰ বিপ্ৰ আদি কবি-সকলৰ কাব্যগ্ৰন্থবিলাকৰ পদসমূহ হয়তো গীতৰ আকাৰত গোৱা হৈছিল। কন্দলি-ৰামায়ণৰ পদ ওজাপালিয়ে গোৱাৰ প্ৰমাণ আছে।

ইয়াৰ পাছতে দুৰ্গাবৰ কায়স্থই গীতি ৰামায়ণ বা ৰামায়ণৰ গীত দুৰ্গাবৰী ৰামায়ণত ৰাগৰ উল্লেখ আৰু দিয়া থকালৈ চাই, ইয়াক ওজাপালিৰ আকাৰত গোৱা হৈছিল বুলি বুজিব পাৰি।

মনকৰ, দুৰ্গাবৰৰপৰা আৰম্ভ কৰি সুকবি নাৰায়ণদেৱলৈকে শংকৰী প্ৰভাৱৰপৰা মুক্ত আছিল। তেওঁলোকৰ কাব্য, গীতৰ পদ্ধতি পূৰ্বৰ ঐতিহ্য অনুসৰি গঠিত। ওজাপালিৰ উপৰিও সেই সময়ৰ 'গীতাল'সকল সমাজত জনপ্ৰিয় আছিল। নটসকলৰ দৰে এই ওজা আৰু গীতালসকল বৃত্তিয়াল মানুহ নাছিল। দুৰ্গাবৰী গীতৰ ঢঙৰ ক্ষীণ আভাষ আজিও পোৱা যায়।

প্ৰাক্‌শংকৰী গীতৰ আন এটি ধাৰাৰ সম্ভেদ আমি মনকৰ, দুৰ্গাবৰ, আদিৰ মনসা কাব্যসমূহৰ পৰা পাওঁ। এই ধাৰাৰ গীতৰ গায়ন পদ্ধতি আদিতে ৰামায়ণৰ লগত একে থাকিলেও পিছৰ যুগত, বিশেষকৈ সুকবি নাৰায়ণদেৱৰ পিছত অলপ সুকীয়া হ'ল। নাৰায়ণদেৱৰ মনসা গীতগোৱা সুকনান্নী ওজাসকল লোকগীতিৰ সুৰ সঞ্চাৰৰ বেছি ওচৰ চাপি আহিল। এই যুগত পাতিদৰং অঞ্চল প্ৰমুখ্যে নামনি অসমত মনসাপূজা, মনসাৰ গীত



বৰ জনপ্ৰিয় হৈ পৰে। জনসাধাৰণৰ মনোৰঞ্জন কৰিবলগীয়া হোৱাত ওজাসকলে ৰাগ সঙ্গীতৰপৰা হুহঁকি লোকগীতৰ আশ্ৰয় ললে। এই সময়তে ৰামায়ণ গোৱা ওজাসকলৰ সুৰ-লয় আদিও সুকীয়া হৈ পৰিল। এই ওজাসকল 'ৰামায়ণ'ৰ ওজা স্বৰূপে আজিও সমাজত গীত-মাত গাই আছে।

শংকৰী যুগত শ্ৰীশংকৰ-মাধৱ-দামোদৰদেৱ প্ৰমুখ্যে নৱবৈষ্ণৱ আন্দোলনৰ নেতাসকলে সঙ্গীত কলাকে প্ৰচাৰৰ মাধ্যমৰূপে লৈছিল। ধৰ্মপ্ৰচাৰৰ কাৰণে এই সময়ত আগৰ গীতৰ বিষয়-ঢং আদি অলপ সলনি কৰিবলগীয়া হলেও পূৰ্বৰ ৰাগ আৰু তালৰপৰাই তেওঁলোকৰ উদ্দেশ্যৰ লগত খাপ খোৱা তাল-ৰাগ বাচি গ্ৰহণ কৰিছিল। সৰ্বভাৰতীয় নৱবৈষ্ণৱ আন্দোলনৰ লগত সম্বন্ধ ৰাখিবলগীয়া হোৱাত গীত আৰু আন নাট্যসাহিত্যত গহীন মধুৰ ভক্তিৰ ভাৱ প্ৰকাশৰ কাৰণে গহীন অথচ মধুৰ ভাষা ব্ৰজবুলিৰ আশ্ৰয় ললে। শংকৰমাধৱৰ দ্বাৰা ব্ৰজবুলিত ৰচিত গীতসমূহ পৰৱৰ্ত্তী যুগত বৰগীত নামে জনাজাত হ'ল। এই বৰগীতৰ লগতে খোলৰ প্ৰচলন হ'ল। বৰগীতসমূহ সমাজত গাই লোকৰঞ্জন কৰাৰ সলনি প্ৰাৰ্থনাৰ গীত স্বৰূপে প্ৰচলিত হ'ল। এই নতুন ধাৰাই অসমীয়া জনতাক আকৌ মাৰ্গ সঙ্গীতমুখী কৰিলে।

এই সময়তে প্ৰসঙ্গৰবাবে সুকীয়াকৈ গীত ৰচনা কৰা হ'ল। এই গীতখিনিক ঘোষা বোলা হয়। বৰগীতৰ লগত খোল আৰু ঘোষা প্ৰসঙ্গৰ লগত নতুনকৈ ভোৰতাল সংযোগ কৰা হ'ল।

অঙ্কীয়া নাটৰ প্ৰাৰম্ভত বা বৰ্তমানেও ভাওনাৰ আৰম্ভণিতে বজোৱা বৰ ধেমালি, সৰু ধেমালি আদি, ধামালি নামৰ এখন তালৰ নামহে বুলি অনুমান হয়। বঙ্গ আৰু উৰিষ্যাতো 'ধামালি' নামৰ এখন খোলৰ তাল আছে। মহাপুৰুষ দুজনাৰ পদাঙ্ক অনুসৰণ কৰা পাছৰ কবি—গোপাল আতা, দ্বিজভূষণ, দৈত্যাৰি ঠাকুৰ, ৰামচৰণ ঠাকুৰ আদিৰ ৰচনাতো এই একেখিনি ৰাগ আৰু তালৰ নাম পোৱা যায়।

আহোমৰ দিনতে আহোম ৰজাৰ ৰাজচ'ৰাত মোগল সংস্কৃতিয়ে প্ৰবেশ কৰে। এই সময়তে মুলতানী আদি ৰাগ আৰু দশকোণী, পঞ্চম চোৰাৰী আদি তাল ৰাজসভা আৰু দুই এখন সত্ৰত থিতাপি লয়। সেই একে সময়তে দৰঙী ৰজাসকলৰ দিনত, দৰঙৰ ওজাসকলে পাটশ্যাহী-গীত নামৰ এবিধ উৰ্দ্দুগীত গাবলৈ লয়। গীতৰ নামটোৱেই কয় যে, ই মোগল পাটশ্যাহ সকলৰ দৰবাৰ বা দেশৰ গীত আছিল। কালক্ৰমত

বিদেশী ভাষাৰ সম্যক জ্ঞান নথকাত গীতবিলাক মুখে মুখে বাগৰি বিকৃত হৈ পৰে। বৰ্ত্তমান যি পাটশ্যাহী গীত পোৱা যায়—সি দুৰ্বোধ্য। মাত্ৰ কেইটামান পাৰ্চি, উৰ্দ্দু বা হিন্দী শব্দহে বুজা যায়।

আহোম ৰজাসকলে কোচ ৰজাসকলৰ অনুকৰণত মাটিৰ মূৰ্ত্তি সাজি দুৰ্গোৎসৱৰ প্ৰচলন কৰে। এই দুৰ্গোৎসৱক কেন্দ্ৰ কৰি কোচবেহাৰ আৰু বঙ্গদেশৰ নৃত্যগীত অসমত সোমাই পৰে। বেছিভাগ নৃত্যগীত পাতল ভাবৰ, পাতল ৰাগ আৰু তালৰ। যেনে—বাঈজী নাচ, খেমটা গান আদি। এই গীত নৃত্যৰ লগে লগে তাৰ আনুষঙ্গিক বাদ্যযন্ত্ৰ ঢুলুকী, বেহেলা, সাৰেঙ্গী আদিৰো অসমত প্ৰচলন হয়। এই নৃত্য-গীত, বাদ্যকাৰী দলটোক অসমীয়া মানুহে "বিলতীয়া গায়ন" বুলিছিল। বাঈজীনাচৰ অনুকৰণত নচা নটী নাচক "বিলতীয়া নটীনাচ" বোলা হৈছিল। বিলাত মানে বিদেশ বা অসমৰ বাহিৰৰ ঠাই। অৰ্থাৎ বিদেশী গীত, নাচ। শেহৰ যুগলৈ উত্তৰ ভাৰতীয় খেমটা, ঠুংৰী আৰু সুৰদাসী ভজন, কবীৰৰ ভজন আদিও অসমত সোমায়। ৰাজসভাৰ পৰা ঢোলোক, আৰু কিছু বিদেশী ৰাগ-কোনো কোনো সত্ৰতো সোমাই পৰে। এই বিলতীয়া গায়ন আৰু গীত-নাচে অসমৰ দুৰ্গোৎসৱ আদিত নৃত্যগীত গোৱা দেৱদাসী বা নট-নটীসকলৰ ওপৰত বেছি প্ৰভাব বিস্তাৰ কৰে। সেই সময়ত নট-নটীসকলে বঙ্গৰ বাঈজীনাচৰ অনুকৰণত বঙালী শাৰী পিন্ধি, বঙালী গীত গাবলৈ আৰম্ভ কৰে। এই ৰীতি বৃটিছ যুগৰ দ্বিতীয় দশকলৈকে চলি আছিল। ইয়াৰ এটা কাৰণ হ'ল যে এই নাচনীসকলে তেওঁলোকৰ দৰ্শক আৰু শ্ৰোতাৰ মনোৰঞ্জনৰ কাৰণে লঘুভাবৰ, আদিৰসাত্মক অসমীয়া গীত নেপাই তেনে ভাবৰ বঙালী গীতৰেই আশ্ৰয় লয়। আহোম যুগৰ শেষত এনে বঙালী ভাষাৰ কীৰ্ত্তন, ঢপকীৰ্ত্তন আদিয়ে অসমৰ কেইখনমান ডাঙৰ সত্ৰতো প্ৰবেশ কৰে। ইয়াৰ বাহিৰেও বাউল, ভাৱাইয়া, ভাটিয়ালী আদি সুৰো অসমৰ লোক-গীতত মিহলি হয়। সেই সময়ৰ পৰা বৃটিছৰ যুগলৈকে বঙালী ভাব আৰু সুৰৰ বহুত দেহবিচাৰ আৰু বৃন্দাবনলীলা বিষয়ক লোকগীত ৰচিত হৈ জনপ্ৰিয় হয়। সেয়েহে মহাপুৰুষ দুজনাৰ লীলাভূমি পবিত্ৰ বৰপেটাৰ নিচিনা ঠাইতো আজি লোকগীতত 'ৰাধা' বা ৰাধিকা সুন্দৰীৰ ইমান প্ৰভাব।

এই শতিকাৰ দ্বিতীয়-তৃতীয় দশকত আকৌ অসমীয়া সঙ্গীতৰ জাগৰণৰ ক্ষীণ ভাব দেখা যায়। কেইজনমান অক্লান্ত দেশপ্ৰেমিক সঙ্গীতজ্ঞৰ



আশাশুধীয়া চেষ্টাত সেই বিজতৰীয়া ভাৱ আঁতৰ হৈ আকৌ অসমীয়া ৰাইজে অসমীয়া সুৰ, ৰাগ-তালৰ মোল বুজিবলৈ ধৰিলে। তৃতীয় আৰু চতুৰ্থ দশকত অসমীয়া পুৰণি কামৰূপীয়া মাৰ্গ আৰু দেশী সুৰে আকৌ অলপ ঠন ধৰি উঠিছিল। চতুৰ্থ দশকৰ পাছৰ পৰা অৰ্থাৎ দ্বিতীয় মহাযুদ্ধৰ পিছৰপৰা বিশ্বৰ ভাবধাৰা বহুত সলনি হ'ল। গোটেই বিশ্বৰ জাতিবোৰ ওচৰ চাপি অহাৰ লগে লগে তাৰ ছাঁ অসমৰ ওপৰতো পৰিল। সকলো জাতিৰ সংমিশ্ৰণত অসমত নতুন ধাৰাৰ সঙ্গীত ৰচনা হৈছে—তাৰে বেছি সংখ্যক দেশী আৰু কিছু সংখ্যক মাৰ্গ। বৰ্ত্তমান এই নতুন ধাৰাৰ সঙ্গীতে অসম ঢৌৱাই আছে।

## (খ) লোক সঙ্গীত

অসম লোক-সঙ্গীততো চহকী। এইখিনিতে উনুকিয়াই থোৱা ভাল হব যে, অসমত "গীত" আৰু "নাম" এই শব্দ দুটা একে অৰ্থতে ব্যৱহাৰ হৈ আহিছে। "গীত" আৰু 'নাম'ৰ সাহিত্যিক ব্যাখ্যা বেলেগ বেলেগ বুলি পণ্ডিতসকলে কলেও জনসাধাৰণে দুয়োটা শব্দ একে অৰ্থতে ব্যৱহাৰ কৰে। বিশেষকৈ উজনি অসমত "গীত" শব্দৰ পৰিবৰ্ত্তে বহুত ক্ষেত্ৰত "নাম" শব্দহে ব্যৱহৃত হয়—যেনে বিহুনাম, বিয়ানাম, ইত্যাদি।

সভ্যতাৰ আদি যুগতেই অসমত ধাইনাম, বিহুনাম, নিচুকনি গীত, গৰখীয়া নাম আদি লোকগীতি আৰু তাৰ সুৰ ৰচিত হয়। ইয়াৰ লগে লগে ধৰ্ম সম্বন্ধীয়—আইনাম, অপেচৰী সবাহৰ নাম, শিৱৰ নাম, গোঁসাই নাম আদি অলেখ বিষয়ৰ নাম বা গীত ৰচিত হয়। এটা কথা মন কৰিবলগীয়া যে এই গীতবিলাকৰ বিষয়বস্তু বেলেগ হলেও সুৰৰ ফালৰ পৰা অথবা গায়ন পদ্ধতিৰ ফালৰ পৰা ইটোৱে সিটোৱে বৰ বেছি আঁতৰ নহয়। এই গীতখিনি চাৰিটা স্বৰৰ থলুৱা সুৰৰ গীত। এই যুগত ৰচনা হোৱা উপাসনাৰ গীত বেছি ভাগেই শিৱ, দুৰ্গা, আইৰ সাতে ভনী (সপ্ত মাতৃকা), বিষ্ণু, আদি আৰ্যদেৱতা আৰু লৌকিক গ্ৰাম্য-দেৱতাৰ স্তুতি গীত। বহুত গীতত শৈব ধৰ্মৰ প্ৰভাৱো যথেষ্ট। দেহ তত্ত্বমূলক দেহবিচাৰৰ গীতখিনি আদিতে কোন যুগত ৰচনা কৰা হৈছিল তাক ঠিৰাং কৈ কোৱা টান। এই দেহবিচাৰৰ গীতবিলাকত পাছৰ যুগত চুফি ধৰ্ম আৰু বঙ্গৰ বাউল আৰু সহজীয়া বৌদ্ধধৰ্মৰো ছাঁ পৰে বুলি অনুমান কৰিব পাৰি।

প্ৰাক্‌শঙ্কৰী যুগতে অসমত বৈৰাগী বা বৰাগী গীত বুলি এবিধ সংসাৰৰ অনিত্যতাৰ বিষয়ৰ গীত ৰচিত হৈছিল। এই গীতবিলাক টোকাৰী, কৰতাল বা বেপনিৰ সহযোগত বৰাগীসকলে গাই ফুৰিছিল। শঙ্কৰী-যুগৰ লগে লগে এই বৰাগী নাম, দেহবিচাৰৰ গীত, আন নেলাগে ৰাতি-সেৱাৰ নামবিলাকতো বৈষ্ণৱীভাৱ, বৈষ্ণৱীৰূপক আদি সোমাই পৰিল। পূৰ্ণভগীয়া অথবা গোপীধাৰা ধৰ্মমাৰ্গৰ গীত বিলাকতো কৃষ্ণ, বিষ্ণুৰ কথা সোমোৱাৰ উপৰিও শ্ৰীশঙ্কৰ-মাধৱদেৱ আদিৰ নামো সোমাই পৰিল। ইয়াৰ উপৰিও "নিৰক্ষৰী" গীত অৰ্থাৎ লিখিবলৈ বাধা থকা বহুত মৌখিক গীত ৰচিত হৈছিল। "পকাভকত" বা "অময়াভকত" সকলৰ মুখত বৰ্ত্তমানলৈকে এনেবিলাক গীত চলি আছে। এই গীতসমূহত ভাব-ভাষা, আখ্যান আদি সলনি হোৱাৰ লগে লগে সুৰ-সঞ্চাৰতো বৈষ্ণৱ নাম কীৰ্ত্তনৰ সুৰ, ঢং সোমাই গ'ল। এনেবোৰ গুপ্তধৰ্মৰ গীতত বৈষ্ণৱী শব্দ, ভাব বেছিকৈ সোমাই পৰিল স্বৰ্গদেউ গৌৰীনাথ সিংহৰ দিনতে। মহামন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ "ৰাতিয়া-দমন"ৰ (ৰাতিয়া ৰাতিখোৱা সম্প্ৰদায়ৰ দৰে এটি গুপ্ত সম্প্ৰদায়) পৰা ৰক্ষা পাবলৈ তেওঁলোকে ইচ্ছাকৃতভাৱে, কৃষ্ণ, বিষ্ণু, শঙ্কৰ, মাধৱৰ নাম তেওঁলোকৰ গীতত সুমুৱাই বৈষ্ণৱ গীতৰ ছদ্মবেশ ধাৰণ কৰোৱালে।

কামৰূপৰ মহখেদা গীত, উল্টাপুৰাণৰ গীত, ভাৱৰীয়াৰ গীত, নাওখেলৰ গীত, গোৱালপাৰাৰ কাণখুচুৰীৰ গীত, হাতীৰ মালিতা বা মাউতৰ গীত, মৈষাল গীত (মহিষাল গীত) বা ম'হ-গোৱালৰ গীত, কুশান গান, উজনি অসমৰ হাতীৰ মালিতা, ঢোল-খোলৰ মালিতাসমূহ আৰু বহুৱা গীত আদি ভালেমান বেলেগ বেলেগ বিষয়ৰ গীত ৰচিত হয়। সুৰৰ ফালৰ পৰা কিন্তু প্ৰায় একেই থাকে। কৰুণ ৰসৰ গীতত পূৰ্ব্বৰ নিচুকনি গীত বা সুবচনী আদি লৌকিক দেৱতাৰ গীতৰ সুৰ প্ৰতিধ্বনিত হ'ল। উজনি অসমৰ প্ৰায়বোৰ গীতৰ সুৰত বিহুনামৰ সুৰ সোমাই পৰিল। কালক্ৰমে বিহুৰ সুৰে আন লোকগীতৰ সুৰ ঢাকি পেলালে। সেইদৰে মুছলমান সকলৰ মাজত প্ৰচলিত জাৰী গীতত অসমৰ জতুৱা সুৰো সোমাই পৰিল। এই জাৰী গীতখিনিৰ দৰে কৰুণ কোমল সুৰৰ গীত অসমত বেছি নোলাব। এই গীতসমূহত দুই এটা আৰবী আৰু পাৰ্চি শব্দ থাকিলেও সুৰৰ ক্ষেত্ৰত অকণো বিদেশী ছাঁ নাই।



ইয়াৰ কিছুদিনৰ পাছত আহোম যুগতেই আজানপীৰ, খোন্দকাৰপীৰ, মইনুদ্দিন ফকীৰ আদি মুছলমান পীৰ সাধুসকলে ইছলাম ধৰ্ম প্ৰচাৰৰ অৰ্থে অসমীয়া জতুৱা ভাষাত কিছুমান জিকিৰ গীত ৰচনা কৰে। এই জিকিৰখিনিৰ মূলভাৱ পূৰ্ব্বৰ দেহবিচাৰৰ লগত প্ৰায় মিলি যায়। আৰু সুৰতো দেহবিচাৰ গীতৰ সুৰৰ সুস্পষ্ট প্ৰভাৱ পৰে। অকল সুৰেই নহয় দেহবিচাৰ গীত, বৰাগী নাম আদি গীতৰ বহুত কলিও এই জিকিৰ বোৰত সোমাই পৰি নিভাঁজ অসমীয়া ৰূপ লয়। জিকিৰৰ সুৰ দিহনাম, দেহবিচাৰ, গোঁসাইনাম আদিৰ সংমিশ্ৰণ। বহুত ঠাইত জিকিৰ গীত নাচি গোৱা হয় কাৰণে সুৰো নাচৰ উপযোগী কৰি তাল ৰাখি গোৱা হয়।

আহোম যুগত ৰচিত নাহৰৰ গীত, চিকন সৰিয়হৰ গীত, বৰফুকনৰ গীত আদি আখ্যানমূলক গীতবিলাক প্ৰায় বৰাগী নামৰ সুৰ আৰু বিলাপৰ সুৰতে গোৱা হয়।

বৃটিছ যুগত ভাৰতৰ অন্য ৰাজ্যৰ লগত অসমৰ বেছি আদান-প্ৰদান, অহা-যোৱা হ'ল। এই আদান-প্ৰদানৰ যোগেদি অন্য ৰাজ্যৰ মানুহৰ লগে লগে তেওঁলোকৰ গীত-মাতো অসমত সোমাল। তাৰ প্ৰভাৱত আধুনিক যুগত বহুত মিশ্ৰ সুৰৰ লোকগীত ওলাল। পিছে এইটো স্বীকাৰ কৰিব লাগিব যে এই নতুন সুৰৰ গীতখিনিত নিভাঁজ সুৰৰ লোকগীতৰ মাধুৰ্য্য বহুতখিনি ম্লান হৈ পৰিল। কিন্তু এইবিধ গীত স্বতঃস্ফূৰ্ত লোকগীতৰ তুলনাত পিছত পৰি আছে। কাৰণ আগৰ অসমৰ লোকগীতখিনি স্বতঃস্ফূৰ্ত্তভাৱে জনসাধাৰণৰ প্ৰাণৰপৰা উদ্ভৱ হোৱা বস্তু আছিল। কিন্তু বৰ্ত্তমানে লোকগীত বুলি প্ৰচলিত হোৱা গীতখিনিৰ বেছিভাগেই আধুনিক ৰচকৰ ৰচনা—সুৰো বহুত ক্ষেত্ৰত চুবুৰীয়া দেশৰপৰা ধাৰ কৰা। ইয়াৰ ভাব, ভাষা, সুৰত অসমৰ গ্ৰাম্য জীৱনৰ গোন্ধ পাবলৈ টান। ফলত এই শ্ৰেণীৰ গীতে অসমীয়া অকৃত্ৰিম লোকগীতৰ অনিষ্ট সাধনহে কৰিছে। বৰ্ত্তমান লোকগীত বুলি প্ৰচলিত বহুত গীতত কথাছবিৰ প্ৰভাৱো লক্ষ্য কৰা যায়। সেয়ে—অসমৰ লোকসঙ্গীতৰ কথা আৰু সুৰখিনি এই কৃত্ৰিমতাৰ পৰা ৰক্ষা নকৰিলে ভৱিষ্যতে অসমীয়া লোকসঙ্গীতৰ প্ৰকৃত তাৎপৰ্য নেথাকিব।

ভৈয়ামৰ অসমীয়াসকলৰ বাহিৰেও অসমৰ পৰ্ব্বতীয়া জাতি আৰু ভৈয়ামৰ আন জনজাতিসকলৰ প্ৰত্যেকৰে নিজৰ নিজৰ ভাষাত বহুত সুৰলা

গীত আছে। উদাহৰণ স্বৰূপে—কাৰ্বিসকলৰ ৰামায়ণৰ গীত, ডিমাছাসকলৰ ধৰ্মীয় গীত, মিছিংসকলৰ—ঐনিতম্ আদি, বড়োসকলৰ—বৈছাগু বা বিহুৰ গীত, খেৰাই পূজাৰ গীত, ৰাভাসকলৰ বাশ পূজাৰ গীত আদি। এই গীত বিলাকবো সুকীয়াকৈ আলোচনা হোৱা দৰ্কাৰ।

# অসমৰ নৃত্য-কলা

শ্ৰীপ্ৰদীপ চলিহা

## (১) মাৰ্গনৃত্য বা শাস্ত্ৰীয় নৃত্য

ভাৰতৰ আন আন ঠাইৰ দৰে অসমতো অতি প্ৰাচীন কালৰেপৰা নৃত্যৰ---"মাৰ্গ" আৰু "দেশী" দুয়োটা ধাৰা হাত ধৰা ধৰিকৈ চলি আহিছে। অসমৰ মাৰ্গনৃত্য বুলিলে—মন্দিৰৰ দেৱদাসী নৃত্য, সত্ৰসভাৰ সত্ৰীয়া নৃত্য, ৰাজসভাৰ নৰ্তকীৰ নৃত্য আৰু ধৰ্মসভাৰ ওজাপালি নৃত্যই যাই। কোন যুগৰপৰা এই মাৰ্গ নৃত্য অসমত আৰম্ভ হৈছিল, তাৰ আঁতিগুৰি বিচাৰিলে আমি বহু প্ৰাচীন কাললৈ উভতি চাবলগীয়া হয়। বহুত নৈসৰ্গিক, ৰাজনৈতিক আৰু সামাজিক কাৰণত মাৰ্গ নৃত্য বা সঙ্গীতৰ ধাৰা আশ্ৰয় আৰু পৃষ্ঠপোষকতাৰ অভাৱত মাজে মাজে বৈ বৈ আহিছে আৰু আঁত হেৰাই পৰিছে। অসমৰ মাৰ্গ নৃত্যৰ এই হেৰাই যোৱা আঁতডাল বিচাৰিবলৈ হলে আমি প্ৰাচীন সংস্কৃত সাহিত্য, তামৰ ফলি, পুৰণি ভাস্কৰ্য, পুৰণি অসমীয়া সাহিত্য, বিদেশী ভ্ৰমণকাৰীৰ টোকাৰ সহায় লব লাগে। আমি আমাৰ "অসমৰ কণ্ঠ সঙ্গীত"ৰ প্ৰবন্ধত এই সকল সামগ্ৰীৰপৰা মাৰ্গ সঙ্গীতৰ অবিছিন্ন ধাৰাটি দেখুৱাই আহিছো। কণ্ঠ সঙ্গীতৰ দৰে নৃত্য আৰু বাদ্যতো একে কথাই খাটে।

### (ক) দেৱদাসী নৃত্য

অসমৰ মঠ মন্দিৰবিলাকত অতি প্ৰাচীন কালৰেপৰা দেৱদাসী নৃত্যৰ প্ৰচলন আছিল। এই নৃত্য পুৰণি কামৰূপৰ শিৱমন্দিৰসমূহৰ লগত বিশেষভাৱে জড়িত আছিল। ইয়াৰ প্ৰমাণ স্বৰূপে প্ৰাচীন কামৰূপৰ ৰজাসকলৰ তামৰ ফলিত নৰম শতিকাৰ পৰা পিছলৈ দলুহাঙ্গনা, নৰ্ত্তকী, বেশ্যা আদি শব্দৰে এই দেৱদাসী সকলৰ কথাৰ উল্লেখ আছে। কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰয়ো এওঁলোকৰ নৃত্য

গীতৰ কথাৰ উল্লেখ কৰিছে। কুট্টনীমত নামৰ সংস্কৃত গ্ৰন্থত কামৰূপাধিপতি কুমাৰ ভাস্কৰবৰ্মাৰ এগৰাকী প্ৰিয় নাচনী থকা কথাৰ উল্লেখ আছে। আহোম বুৰঞ্জীত দ'লৰ এই দেৱদাসীসকলৰ অলেখ উল্লেখ আছে। আহোম যুগত পূৰ্বৰেপৰা থকা আৰু আহোম ৰাজসকলে প্ৰধানকৈ প্ৰতিষ্ঠা কৰা শিৱমন্দিৰসমূহত দেৱদাসী প্ৰথা পূৰ্ণোদ্যমে চলি আছিল। তাৰ ভিতৰত হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰ (অৱশ্যে এইটো শিৱ মন্দিৰ নহয়), ডুবিৰ পৰিহৰেশ্বৰ মন্দিৰ, সলাৰ বিশ্বনাথ মন্দিৰ, দৰঙৰ শিঙৰি শিৱ মন্দিৰ, নেঘেৰিটিঙৰ শিৱ মন্দিৰ, ৰংপুৰৰ মুক্তিনাথ শিৱদ'ল, জয়সাগৰৰ বৈদ্যনাথ দ'ল আদিয়েই প্ৰধান। আনহে নেলাগে অসমৰ ৰাজসিংহাসনত বহি বৰৰজা উপাধি লৈ প্ৰবল প্ৰতাপেৰে ৰাজত্ব কৰা ৰাণী ফুলেশ্বৰী কুঁৱৰীও এই নট সম্প্ৰদায়ৰে জীয়ৰী আছিল। বুৰঞ্জীয়ে ঢুকি পোৱা দিনৰেপৰা আহোম-কোচ ৰজাসকলৰ দিনলৈকে অসমৰ মঠ মন্দিৰৰ নাট মন্দিৰসমূহ এই দেৱদাসী আৰু নটসকলৰ নৃত্য গীতেৰে মুখৰিত আছিল। বৃটিছ যুগতহে ইয়াৰ সামৰণি পৰে।

অসমৰ দেৱদাসীসকল এটি বিশেষ সম্প্ৰদায়ৰ লোক আছিল। এওঁলোকক পূৰ্ব ভাৰতত "নট" সম্প্ৰদায় বুলিছিল। সাধুভাষাত এওঁলোকক "গন্ধৰ্ব ক্ষত্ৰিয়" আৰু অসমীয়া সাধাৰণ কথাত এই সম্প্ৰদায়ক 'নটকলিতা' বোলা হৈছিল। এওঁলোকে নৃত্য গীতক ব্যৱসায় বা বৃত্তি স্বৰূপে গ্ৰহণ কৰিছিল। এই সম্প্ৰদায়ৰ পুৰুষ-মহিলা-বালক সকলোৱেই নৃত্য গীতত অংশ গ্ৰহণ কৰিছিল। দেৱদাসীসকলে কুমাৰীকালত মন্দিৰত নৃত্য কৰিলেও এওঁলোকে মাক-বাপেকৰ লগতে সাধাৰণ গৃহস্থালীত বাস কৰিছিল। মন কৰিলেই এওঁলোকে বিয়া হব পাৰিছিল। নটুৱা বা এই সম্প্ৰদায়ৰ কোমল বয়সীয়া লৰা সকলেও নৃত্যত অংশ গ্ৰহণ কৰিছিল। বালক বা নটুবাসকলৰ নৃত্য অলপ তাণ্ডবীয় আছিল।

প্ৰাচীন কালত অসমৰ সকলো ঠাইৰ দেৱদাসীসকলৰ নৃত্য-গীততকৈ বৰ্ত্তমান হাজো মনিকুটৰ হয়গ্ৰীৱ মাধৱ মন্দিৰৰ নৃত্য গীত বেছি আগবঢ়া আছিল। এওঁলোকৰ নৃত্য-গীত-বাদ্য ধ্বনিৰে মণিকুট বা হাজোনগৰ মুখৰিত আছিল বুলি যোগিনী তন্ত্ৰ আদি গ্ৰন্থত উল্লেখো পোৱা যায়।

যথা—নৃত্যোৎসৱ প্ৰমুদিতং নানা বাদিত্ৰ নিশ্বনং।
বীণাবেনু মৃদঙ্গৈন ক্ষেপনিভিৰলঙ্কৃতম॥ ইত্যাদি।



এওঁলোকৰ গীত-বাদ্য-নৃত্যৰ প্ৰভাৱেৰে মধ্যযুগৰ অসমীয়া নৃত্য-গীত-বাদ্য বৰ বেছিৰূপে প্ৰভাৱান্বিত। হাজোৰ নট-নটীসকলৰ নৃত্য-গীতৰ প্ৰথা বৰ্তমান লোপ পালেও তেওঁলোকৰ সংগীতৰ প্ৰভাৱ বৰ্তমানলৈকে অসমৰ প্ৰাচীন ধাৰাৰ সংগীতৰ চৰ্চাকেন্দ্ৰ অসমৰ পুৰণি প্ৰধান সত্ৰকেইখনত চলি আছে। এই সত্ৰসমূহত "হাজোৱলীয়া নাচ", "হাজোৱলীয়া বাজনা", "হাজোৱলীয়া ৰামদানী" আদি হাজোৰ নামযুক্ত বহুত নৃত্য-বাদ্যৰ প্ৰচলন হৈ আছে।

পাছৰ যুগত আহোমৰ শেষ আৰু বৃটিছৰ আদি যুগত ৰচনা কৰা বহুত গীত শৃঙ্গাৰ ৰসৰ আৰু অসমীয়া ব্ৰজবুলি মিহলি ভাষাৰে এওঁলোকৰ নিজৰ ৰচনা যেন অনুমান হয়। শেহৰ যুগলৈ এই দেৱদাসী-সকলে মন্দিৰৰ বাহিৰতো নৃত্য-গীত কৰিছিল। ব্যৱসায়ৰ প্ৰয়োজনত এনেবিলাক গীত ৰচিবলগীয়া হৈছিল। এনে ধৰণৰ বহুত "নটীনাচৰ গীত" বা দেৱদাসীসকলৰ গীত দেৰগাওঁ, নেঘেৰিটিং অঞ্চলৰ মানুহৰ এতিয়াও মনত আছে। একেবাৰে শেষৰ ফালৰ গীতবিলাকত বিকৃত ৰুচিৰ চিন ধৰা পৰে। কুৰুচিৰ ৰাজ বিষয়া, উদ্ধত ডেকা, মন্দিৰৰ কামসিক বিষয়-ববীয়া আদিৰ প্ৰলোভনত পৰি যে এই দেৱমোহন উত্তম কলাবিদ্যাৰ লগতে শিল্পীৰো শেষলৈ নৈতিক অৱনতি ঘটিছিল সেই কথা স্বীকাৰ নকৰি নোৱাৰি। বৃটিছৰ যুগত নেঘেৰিটিং শিৱদ'লৰ দেৱদাসীসকলৰ নাচ-গীত বঙলুৱা বাঈজী নাচত পৰিণত হৈছিল। আন নেলাগে সেই যুগত বঙলুৱা সাজ—তিনি পাৰিৰ শাৰী, হাতত ৰুমাল লৈ আদ বঙলুৱা গান গাইহে দূৰ্গোৎসৱ আদিত এওঁলোকে নাচিছিল। কিন্তু বৈষ্ণৱ যুগত এই নৃত্য-গীত পবিত্ৰ হৈয়ে আছিল। সেয়েএই নাচৰ অনুকৰণত গঢ় লোৱা সত্ৰৰ নটুৱা নাচত ক'তো কুৰুচিৰ পৰিচয় নাই। নৃত্যৰ লগত গোৱা গীতৰ ৰাগ-তালৰো আভাস পোৱা যায়। মন কৰিবলগীয়া যে এওঁলোকৰ গীতৰ ৰাগবিলাক শংকৰী ৰাগতকৈ ব্যাহৰ ওজাসকলৰ ৰাগৰ লগতহে বেছি মিলে।

দেৱদাসীসকলৰ অতি প্ৰাচীন কালৰ নাচৰ কথা বা নাচৰ গঠন-প্ৰণালী জনাৰ উপায় নাই। অতি প্ৰাচীন কালতো তেওঁলোকে নাট-মন্দিৰত নচা 'অষ্ট প্ৰহৰ'ৰ বেলেগ বেলেগ নৃত্য থকাৰ কথা শুনা যায়। মধ্যযুগীয় নাচখিনিৰ আভাস আমি সত্ৰৰ নটুৱা নাচখিনিত পাওঁ। হয়তোবা এই দেৱদাসীসকলৰ নৃত্য নটুৱা নাচতকৈ বেছি লাস্যময়ী আছিল।

অসমৰ প্ৰাচীন ভাস্কৰ্যত অলেখ নৃত্যমূৰ্ত্তি পোৱা যায়। সেই মূৰ্ত্তিবিলাকৰ নৃত্যৰ কৰণ আদিৰপৰা অসমত মাৰ্গনৃত্যৰ প্ৰাচীন ঐতিহ্যৰ প্ৰমাণ পোৱা গ'লেও দেৱদাসী নৃত্যৰ সমল বৰ্তমানলৈকে ধৰিবপৰা হোৱা নাই। হয়তো বিশেষভাৱে অনুসন্ধান কৰি অধ্যয়ন কৰিলে শিলৰ মূৰ্ত্তিসমূহ আৰু টেৰাকটা মূৰ্ত্তিৰপৰা দেৱদাসী নৃত্যৰ উপকৰণ ওলাই পৰিব।

ওপৰৰ দেৱদাসী নৃত্যৰ আলোচনাৰ সকলোখিনি সমল গোটাই ললে দেখা যায় যে অসমৰ মধ্যযুগীয় নটিনাচ বা দেৱদাসী নৃত্যবিলাকো অতি প্ৰাচীন দেৱদাসী বা অসমৰ মাৰ্গনৃত্যৰে ক্ৰমবিকাশ মাত্ৰ।

## খ. সত্ৰীয়া নাচ

### ( নটুৱা নাচ )

সত্ৰসমূহত সূত্ৰ ভঙ্গি, কৃষ্ণ ভঙ্গি আৰু গোপী ভঙ্গিৰ বাহিৰে নটুৱা নাচ বুলি এবিধ নাচ আছে। এই নাচৰ লগত ভাৱনা নাচৰ সম্বন্ধ নাই। এই নাচ তিথি পাৰ্বনত নাম-ঘৰত মণিকূটৰ উপাস্য দেৱতাৰ আগত নাচে। এই নাচৰ 'পদাচাৰী' বা ভৰিৰ কাম জটিল বিধৰ। বিশেষকৈ ওপৰত উন্মুকিওৱা নাচকেইবিধ নটুৱা নাচৰ কৰণ অঙ্গহাৰ লৈয়ে গঠন কৰা যেন লাগে। আনবোৰ নাচৰ সকলো উপকৰণ নটুৱা নাচতে আছে। সেয়ে আমি সত্ৰীয়া নাচৰ প্ৰসঙ্গত নটুৱা নাচৰ বিষয়ে প্ৰথমে আলোচনা কৰিম।

অসমৰ কেইখনমান মুখ্য সত্ৰত নটুৱা নাচ নামৰ এবিধ অতি লাস্যপূৰ্ণ ধুনীয়া নাচৰ প্ৰচলন আছে। নটুৱা শব্দটোৰ পৰাই বুজা যায় যে এই নাচ কম বয়সীয়া ল'ৰাইহে নাচে। নটুৱা শব্দটো 'নট' শব্দৰ ক্ষুদ্ৰত্ববাচক শব্দৰূপে ব্যৱহাৰ হয়। হেমকোষ মতে তিৰোতা বা পুৰুষৰ বেশত নচা নাচনীয়াৰ ল'ৰাক নটুৱা বোলা হয়। কেইবিধমান নটুৱা নাচ সম্পূৰ্ণ স্ত্ৰী-ভঙ্গিমাৰ নৃত্য আৰু ইয়াক নাচোতেও শিল্পীয়ে স্ত্ৰীবেশ পিন্ধিহে নাচে। এই স্ত্ৰীবেশৰ নটুৱা নাচ কেইবিধক বহুত সত্ৰত 'নটীপ্ৰবেশ' ভঙ্গিও বোলা হয়।

নটুৱা নাচৰ কাৰণে—আউনিআঁটি, গড়মূৰ, দক্ষিণপাট, কমলাবাড়ী,



জৰাবাৰী, চামগুৰি, বেলগুৰি, চলিহা বাৰেঘৰ, এলেঙি সত্ৰ আদিয়েই প্ৰখ্যাত।

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে পুৰণি মন্দিৰৰ সলনি জনতাৰ সহজ লভ্য বাঁহ-কাঠৰ নামঘৰ মণিকূটৰ প্ৰচলন কৰায়। বিশ্বনিয়ন্তাক নৃত্য-গীতেৰে আৰতি কৰাটো পৌৰাণিক হিন্দু-ধৰ্মৰ অঙ্গ। সেয়ে সম্ভৱতঃ মঠ-মন্দিৰৰ প্ৰাচীন আৰ্হিকে লৈ নামঘৰৰ থাপনাৰ আগতো নৃত্য কৰাটো সেই যুগতে চলে। প্ৰভেদ মাত্ৰ মন্দিৰৰ দেৱদাসীৰ সলনি নটুৱা ল'ৰা আৰু ওজাসকলে সেই নাচ নাচে। শ্ৰীশঙ্কৰদেৱৰ দিনতে এনে নটুৱা নাচ চলে। কিন্তু স্ত্ৰীবেশৰ, স্ত্ৰীভঙ্গিমাৰ নটুৱা নাচৰ প্ৰবৰ্তক শ্ৰীমাধৱদেৱ বুলিহে জনা যায়। প্ৰচলিত প্ৰবাদমতে, মহাপুৰুষ শ্ৰীমাধৱদেৱে মন্দিৰৰ দেৱনৰ্ত্তকীসকলৰ আৰ্হিৰেই নামঘৰত ছালি নাচৰ প্ৰবৰ্ত্তন কৰায়। চৰিত পুথিত ইয়াৰ প্ৰমাণো পোৱা যায়।

বৰ্তমানেও ছালি নাচ বা আন স্ত্ৰীভঙ্গিমাৰ নটুৱাসকলে প্ৰাচীন দেৱদাসীসকলৰ আৰ্হিৰেই নাচৰ সাজপাৰ পিন্ধে। ছালি নাচৰ সাজ হাজোৰ হয়গ্ৰীৱমাধৱ মন্দিৰৰ দেৱদাসীসকলৰ লগত অবিকল একে।

নটুৱা নাচবিলাকৰ তিনিটা ভাগ আছে। ঘাট, গীতৰ নাচ আৰু মেলা নাচ। এই বিভাগকেইটাক বিভিন্ন সত্ৰত বিভিন্ন নামেৰে জনা যায়। গীতৰ নাচৰ ঠাইত ঘাটৰ নাচো বোলে।

ছালি নাচত নাচৰ প্ৰথমতে বজোৱা খোল-তালৰ বাজনাক ৰামদানী বোলা হয়। নটুৱা নাচবিলাকত 'বৰ প্ৰবেশ', 'সৰু প্ৰবেশ' আদি প্ৰবেশি নাচৰ নাম পোৱা যায়। দক্ষিণপাট আদি ৰজাৰ গুৰুঘৰীয়া সত্ৰত বৰ প্ৰবেশ নৃত্যেৰে ৰজা বা ৰাজবিষয়াক আদৰা হৈছিল। উৎসৱৰ সমদলত দক্ষিণপাটৰ ৺যাদৱ ৰায় মহাপ্ৰভুৰ চলন্তা বিগ্ৰহক লৈ যাওঁতেও আগে আগে এই বৰ প্ৰবেশ নচা হয়।

নটুৱা নাচৰ ভিতৰত কমলাবাড়ী, জৰাবাৰী, বেলগুৰি আদি সত্ৰত ঝুমুৰা বুলি এটা নটুৱা নাচ আছে। নাচটো পুৰুষ ভঙ্গিমাৰ। এই নাচত ঘূৰপাক বা ভ্ৰমৰীৰ প্ৰয়োগ বেছি। ঝুমুৰা নাচ কেইবাটাও আছে। নাচকেইটা কেৱল জোতি নামৰ তালতহে নাচে। নটুৱা নাচৰ ভিতৰৰে এই নাচক কিয় ঝুমুৰা বোলা হয় জনা নেযায়।

মহাপুৰুষ মাধৱদেৱৰ অৰ্জুন ভঞ্জনৰ বাদে আন নাট কেইখনক

ঝুমুৰা বোলা হয়। আনহাতেদি বাউৰী, মহালি, খেৰীয়া, তাঁতি, তুড়ি, চাওতাল আদি জনজাতীয় লোকৰ গোষ্ঠী নৃত্যকো ঝুমুৰ বোলা হয়। এনে জাতিৰ অসমৰ চাহ বনুৱাসকলৰ ঝুমুৰ নাচ সৰ্বজনবিদিত। এই ঝুমুৰা শব্দটি উক্ত জনজাতীয় লোকৰ নৃত্যবাচক ঝুমুৰ শব্দৰপৰা অহা দেশী নাম নেকি? নহলে একালত অসমত নৃত্যাভিনয়ক ঝুমুৰ বা ঝুমুৰা বোলা হৈছিল নেকি? এই কথা মন কৰিবলগীয়া। আমি জনাত পুৰণি সংস্কৃত সাহিত্যৰ নাট্যশাস্ত্ৰ, দশৰূপক আদিত এই ঝুমুৰা শব্দ নাই।

ওপৰৰ আলোচনাৰপৰা দেখা যায় যে, বৰ্তমান সত্ৰীয়া নাচ নামে পৰিচিত শ্ৰীশংকৰী নাচবিলাক পোন্ধৰ শতিকাৰ সৃষ্টি নহয়। চৰিত পুথিতো ক'তো এই নাচবিলাক সেই কালতে সৃষ্টি কৰা বা বাহিৰৰপৰা আমদানী কৰাৰ কথা নাই। চিহ্নযাত্ৰাৰ সময়ত স্থানীয় ভূঞাৰ ঘৰৰ বৃদ্ধ কেইজনমানে নটুৱা শিকোৱাৰ কথা আছে—তেওঁলোকে সাঁজি উলিওৱাৰ কথা নাই। তেওঁলোকে পূৰ্বৰপৰা প্ৰচলিত নট, ভাট, ওজা, গীতাল আদিৰ আলম লৈয়েই শিকাইছিল। ই প্ৰাচীন কামৰূপী নৃত্য ধাৰাৰ ক্ৰমবিকাশ মাত্ৰ। অতি প্ৰাচীন কালৰেপৰা এই নৃত্য উত্থান-পতনৰ মাজেৰে চলি আহিছে। ১৫শ শতিকাত এই নৃত্যৰ ধাৰাটি সত্ৰত প্ৰবেশ কৰে আৰু মহাপুৰুষ দুজনাৰ আশীৰ্বাদ শিৰত লৈ, সেই যুগৰ বৈষ্ণৱ কলাকাৰসকলৰ হস্তপৰশত মোহনীয় ৰূপ লৈ বৰ্তমান যুগত উপস্থিত হৈছেহি।

## ( সূত্ৰধাৰী নৃত্য )

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে অঙ্কীয়া ভাৱনা পাতি অসমত নাট অভিনয়ৰ পাতনি মেলে। আঞ্চলিক ভাষাত অভিনয়ৰ নাট লিখাত শ্ৰীশঙ্কৰদেৱেই উত্তৰ ভাৰতত প্ৰথম। শ্ৰীশঙ্কৰদেৱে অঙ্কীয়া নাটত সংস্কৃত নাটৰ আৰ্হিৰেই সূত্ৰধাৰৰ প্ৰয়োগ কৰিলে। সংস্কৃত নাটকত সূত্ৰধাৰে নাচিছিল নে নাই জনা নেযায়। নান্দীগীতৰহে উল্লেখ পোৱা যায়। ভৰতৰ নাট্যশাস্ত্ৰত কিন্তু সূত্ৰধাৰে নচাৰ বিধান আছে। সৌভাগ্যক্ৰমে অসমীয়া সূত্ৰধাৰৰ নৃত্যৰো শাস্ত্ৰৰ বিধানৰ লগত অলপ মিল দেখা যায়। অসমীয়া সূত্ৰধাৰৰ নৃত্য এটা ঘাই কৰ্ম। সূত্ৰধাৰৰ নৃত্য, গীত দুয়োটাতে সমানে দখল থাকিব লাগে।



অনুমান হয়, অসমীয়া ওজাজনৰ আৰ্হিৰেই মহাপুৰুষ জনাই সূত্ৰধাৰীৰ গঢ় দিলে।

অঙ্কীয়া নাটৰ সূত্ৰধাৰীজনে আঁৰ কোপোৰৰ আঁৰলৈ আহি অগ্নিগড়ৰ ভিতৰেদি ৰঙ্গস্থলীত প্ৰবেশ কৰে। আঁৰকাপোৰ গুচোৱাৰ লগে লগে সূত্ৰধাৰীয়ে ৰাইজক সেৱা কৰি নাচ আৰম্ভ কৰে। সূত্ৰধাৰী নাচৰ অঙ্গ তিনি ভাগ—সৰু ভঙ্গি, বৰ ভঙ্গি আৰু ছালি।

সূত্ৰধাৰী নাচৰ গঠনপ্ৰণালী নটুৱা নাচৰ অন্তৰ্গত। ই নটুৱা নাচতকৈ বেছি ঠাই জুৰি নাচিবলগীয়া হোৱাত ইয়াত গতি আৰু চাৰী বেছি আৰু দ্ৰুত। ভালকৈ ফঁহিয়াই চালে সূত্ৰধাৰী নাচতো প্ৰাচীন ধাৰাৰ নৃত্যৰ সমল ওলাই পৰে। গতিকে এই নৃত্যও প্ৰাচীন কামৰূপী নৃত্যৰে ঐতিহ্যহে। চৰিত পুথি মতেও প্ৰথমতে এই নাচ ভূঞাৰ বুঢ়াসকলেহে শিল্পীকেইজনক শিকায়।

## ( কৃষ্ণ ভঙ্গি )

অসমীয়া অঙ্কীয়া নাটসমূহত নায়ক সদায় শ্ৰীকৃষ্ণ বা ৰামচন্দ্ৰ। এই নায়কজন মঞ্চত প্ৰবেশ কৰোঁতে সাধাৰণ মানুহৰ দৰে খোজকাঢ়ি নাহে। নাচি নাচি হে ৰাইজৰ আগত দেখা দিয়ে। দৰ্শক ৰাইজেও ডবা, শঙ্খ, জয়ধ্বনিৰে শ্ৰীকৃষ্ণৰূপী ভাৱৰীয়াজনক স্বাগত জনায়। দৰ্শকৰ চকুত ভাৱৰীয়া জন সাক্ষাৎ পূৰ্ণব্ৰহ্ম।

শ্ৰীকৃষ্ণৰ ভঙ্গিনাচ আৰম্ভ হয় ৰাইজক কৰা প্ৰণিপাতেৰে। এখন আঁৰ কাপোৰৰ আৰঁলৈ ভাৱৰীয়াজন পশ্চিম টুপত থকা অগ্নিগড়ৰ ভিতৰেদি সৰকি, আঁৰ কাপোৰৰ আঁৰতে ৰাইজলৈ আঠু লৈ সেৱা জনায়। আঁৰ কাপোৰ আঁতৰোৱাৰ লগে লগে ডবাত কোব পৰে। খোল, তাল, বৰকাঁহ শঙ্খ ধ্বনিৰ পাছত ৰাইজে সমস্বৰে জয়ধ্বনি কৰে বা আশীৰ্ব্বাদ দিয়ে। তাৰ পিছতহে অতি বিলম্বিত লয়েৰে, আঠুকঢ়া অৱস্থাতে খোল-তালৰ লগে লগে কৃষ্ণ ভঙ্গি আৰম্ভ হয়। কৃষ্ণ ভঙ্গি নাচৰ তিনিটা ভাগ আছে। যেনে—সৰু ভঙ্গি, বৰ ভঙ্গি আৰু ছালি।

## ( গোপী ভঙ্গি )

সত্ৰীয়া নাচৰ অন্তৰ্গত ইও এখন ভঙ্গি নাচ। গোপী ভঙ্গি নাচৰ

সময়ত অন্য স্ত্ৰী-ভাৱৰীয়ায়ো অৰ্থাৎ নায়িকায়ো নাচে। বেছি ভাগ ক্ষেত্ৰত প্ৰবেশি নাচেৰেই নায়িকা ৰঙ্গস্থলীত প্ৰবেশ কৰে।

সাধাৰণতে ৰাম লীলা বা অন্য বৃন্দাৱন লীলাৰ গোপী সম্বন্ধীয় বিষয়তে গোপী ভঙ্গি নাচ নাচে। গোপী ভঙ্গি যৌথ নাচহে। এজনী গোপীয়ে অকলে নেনাচে। গোপী নাচৰ সাজ আগতে ঘুৰী, বুকুচোলা, অঞ্চল, কাঁচল, বুকুত পতিৰ বান্ধ আৰু ওড়না আছিল। বৰ্তমানত দুই এখন সত্ৰৰ বাহিৰে গোপী বা আন স্ত্ৰীবেশ সলনি হ'ল। বৰ্তমান ঘূৰীৰ ঠাইত মেখেলা চাদৰেও ঠাই লৈছে।

## গ. কাৰেঙৰ নাচনীৰ নাচ
### (ৰজাঘৰীয়া নাচ)

পৃথিৱীৰ সকলো দেশৰ সকলো সময়ৰ ৰাজসভাত নৰ্ত্তকী নচাটো ৰাজটোলৰ এটা ঘাই অঙ্গ আছিল। তেনে নৰ্ত্তকী নাচ অসমতো প্ৰচলিত আছিল। কুট্টনীমত গ্ৰন্থত উল্লিখিত কুমাৰ ভাস্কৰ বৰ্মাৰ অনুৰাগিণী কলাৱতী নৰ্ত্তকীগৰাকী, হিউয়েন চাঙক ৰাজসভাত নৃত্য-গীতেৰে অভ্যৰ্থনা কৰা নৃত্যশিল্পীসকল, যোগিনী তন্ত্ৰত উল্লিখিত সৈন্যবলৰ নিৰাজনৰ সময়ত নৃত্য-গীত কৰা সালংকৃতা নৰ্ত্তকীসকল এই পৰ্যায়ৰে নৰ্ত্তকী। এই প্ৰথা আহোম ৰজা-সকলৰ দিনতো আছিল।

আহোম স্বৰ্গদেৱসকল নগৰ এৰি প্ৰবাসলৈ যাওঁতেও লগত এই নৰ্ত্তকীসকল গৈছিল। বুৰঞ্জীত পোৱা যায় যে স্বৰ্গদেৱ ৰুদ্ৰসিংহ বঙ্গবিজয়ৰ মানসেৰে উত্তৰ গুৱাহাটীত (ৰজা বাহৰত) বাহৰ পাতি থাকোঁতে নাচনিয়াৰৰ টোলত ৰাতি "ফেটাভৰিৰ" চোৰ সোমাইছিল।

ৰাজটোলৰ এই নৰ্ত্তকীবিলাকক "নাচনীয়াৰ" বোলা হৈছিল। তেওঁলোকক সময়ত 'গায়নৰ জীয়ৰী' বুলিও কোৱা হৈছিল। এওঁলোকে কাৰেঙত স্বৰ্গদেৱৰ আগত নাচিব লাগিছিল।

অসমৰ ঘাই সত্ৰকেইখনত "ৰজাঘৰীয়া নাচ" বুলি কিছুমান নাচ চলি আছে। "ৰজাঘৰীয়া ছালি নাচ", "ৰজাঘৰীয়া ৰামদানী", "ৰজাঘৰীয়া বাজনা" ইয়াৰে অন্তৰ্গত। এই নাচবিলাক ৰজাঘৰৰ নাচনীয়াৰসকলৰ নাচ আছিল। ৰাজ অনুগ্ৰহ পোৱা সত্ৰসভাই ইয়াক ৰাজটোলৰ পৰা নি সত্ৰত প্ৰচলন কৰায়। অন্য নাচতকৈ ৰজাঘৰীয়া নাচৰ পাৰ্থক্য আছে।



সাধাৰণ ছালি নাচ আদিত, গীত বা নাচৰ আগতে কিছুসময় কেৱল খোল-তালৰ ঘাট বজোৱা হয়। কিন্তু ৰজাঘৰীয়া নাচত এইখিনি নাই। গীতৰ লগে লগে নাচ আৰম্ভ হয় আৰু গীতৰ লগে লগে নাচৰো সামৰণি পৰে। দেৱদাসীয়ে নাচে জগদীশ্বৰৰ আগত আৰু কাৰেঙৰ লিগিৰীয়ে নাচে নৰেশ্বৰৰ বা সৌমাৰেশ্বৰৰ আগত। ইমানেই পাৰ্থক্য।

## ঘ. ওজাপালি নৃত্য

ওজাপালি নৃত্য অসমৰ প্ৰাচীন মাৰ্গ নৃত্যৰ এক ঐতিহ্যবাহী নৃত্য। প্ৰাকশঙ্কৰী যুগত ওজাপালি বৰ জনপ্ৰিয় ৰূপত অসমত চলি থকাৰ প্ৰমাণ পোৱা যায়। দশম শতিকামানৰ ঈশ্বৰ ঘোষৰ ফলিত উল্লেখ আছে যে সুতসকলে ৰজাৰ পিতৃ ধৱল ঘোষৰ কীৰ্ত্তি গাই ফুৰিছিল। বীৰগাথা গোৱা সুতসকল বহু প্ৰাচীনকালৰে পৰা ভাৰতত জনাজাত। এই ফলিৰ উল্লেখৰ পৰা অনুমান হয় যে গীতৰ যোগেদি ৰজাসকলৰ জীৱনী, উপাখ্যান গাই মানুহক শুনোৱা সুতসকল হিন্দু যুগত অসমতো আছিল। হয়তোবা ওজাপালি অনুষ্ঠান এই সুতসকলৰে ক্ৰমবিকাশৰ ৰূপ। প্ৰাচীন সুতসকলৰ দৰে ওজাসকলেও পালিৰ সহযোগত সমাজত পুৰণি আখ্যানসমূহ গাই নাচি ফুৰিছিল। সময়ত দাইনাপালি বা দক্ষিণপালিতৰ যোগে কথাবতৰা পতাৰ ছলেৰে নিজৰ মন্তব্য বা আন শিক্ষাও সমাজক দিছিল।

সংস্কৃতৰ উপাধ্যায় শব্দৰ পৰা "ওজা" শব্দ আৰু পালিত (শিষ্য) শব্দৰ পৰা "পালি" শব্দৰ জন্ম। ওজাপালি অনুষ্ঠানত প্ৰাচীন যুগৰ বহু চিন বৰ্তমানলৈকে থকালৈ চাই, এই অনুষ্ঠান প্ৰাচীন যুগৰ পৰা ধাৰাবাহিকৰূপে চলি অহা যেন অনুমান হয়। একাদশ শতিকাত বেদাচাৰ্যই উল্লেখ কৰা জাগৰ উৎসৱ বৰ্তমানেও ওজাসকলে পালন কৰে। এই উৎসৱত প্ৰাচীন ৰাগ 'মালচি' ওজাসকলেও গায়। বেদাচাৰ্যই জাগৰত পালন কৰা নৃত্য-গীতক 'গান্ধৰ্ব' বা শাস্ত্ৰীয় বুলি অভিহিত কৰিছে। বৰ্তমান ব্যাহৰ ওজাসকলৰ নৃত্যৰ কৰণ-অঙ্গহাৰখিনি চালিজাৰি চালে দেখা যায় যে তাৰ বেছিভাগ সমলেই মাৰ্গ-সংগীতৰ অংগ।

বৰ্তমান যুগতো, ওজাসকলে গোৱা ৰাগবোৰৰ নাম চৰ্যাপদত, কৃষ্ণকীৰ্ত্তনত উল্লিখিত ৰাগৰ লগত একে। ওজাসকলৰ পদাচাৰী, ঘোৰাবুলন, মৈৰাবুলন (ময়ূৰ), পাউৰা (পাৰ) বুলন, ধুপনিবুলন, হাথীবুলন আদি

মাৰ্গ নৃত্যসন্মত। সেইদৰে ওজানাচৰ দৃষ্টি বা চক্ষুকৰ্ম, গ্ৰীৱা ভঙ্গি, শিৰোকৰ্ম আৰু বিশেষকৈ নৃত্যৰ হস্তসকল (মুদ্ৰা) ভাৰতীয় নৃত্য-শাস্ত্ৰসন্মত। নানা অনাদৰ-অৱহেলা অতিক্ৰম কৰিও ওজাপালি অনুষ্ঠান আজিও স্বয়ংসম্পূৰ্ণ মাৰ্গ নৃত্য হৈয়ে আছে।

প্ৰাকশঙ্কৰী যুগৰ মনকৰ, দুৰ্গাবৰ আদি কবিৰ ৰচনাবিলাক ওজাসকলে ব্যৱহাৰ কৰিছিল। ইয়াৰ ৰাগবোৰো পুৰণি কামৰূপৰ ঐতিহ্যবাহী ৰাগ। সপ্তদশ শতিকা মানত সুকবি নাৰায়ণ দেৱে ওজাপালীক সুধী সমাজৰ পৰা জনসাধাৰণৰ মাজলৈ লৈ গ'ল। নাৰায়ণ দেৱৰ পাঞ্চালী বা পাঁচালী ছন্দত লেখা মনসাৰ গীত জন সমাজত বৰ জনপ্ৰিয়। নাৰায়ণ দেৱৰ পাঁচালী মাৰ্গ সঙ্গীতৰ পৰা হুঁহকি লোক সঙ্গীতৰ সৰল সুৰেৰে আত্মপ্ৰকাশ কৰিলে। সেই সময়তে ৰামায়ণৰ পদ গাই নচা ওজাপালিসকল মনসা পাঁচালী গোৱা ওজাসকলৰ পৰা পৃথক হৈ পৰিল। ৰামায়ণৰ পদ গোৱা ওজাসকলক বৰ্তমানত 'ৰামায়ণৰ ওজা' বোলা হয়। এওঁলোকেও জনপ্ৰিয়তাৰ কাৰণে মাৰ্গ সঙ্গীত এৰি লোক সঙ্গীতৰ আশ্ৰয় ল'লে যদিও সম্পূৰ্ণ লোক সঙ্গীত ন'হল। সুকবি নাৰায়ণ দেৱৰ পাঁচালী গোৱা ওজাসকলক 'সুকনান্নী'ৰ ওজা বোলা হয়। এওঁলোকৰ সুৰ-তাল লৌকিক হোৱাৰ লগে লগে বেশ-ভূষাও সাধাৰণ চুৰিয়া-চোলাত পৰিণত হ'ল। সুকবি নাৰায়ণ দেৱৰ মনসা কাব্য বা বেউলা উপাখ্যান সমাজত বৰ জনপ্ৰিয় হৈ পৰিল। আনহাতে, ব্যাহকীৰ্তন বা ব্যাহৰ ওজাপালি মাৰ্গ সঙ্গীতৰূপে পণ্ডিতসকলৰ ধৰ্মসভাত, জাতীয় উৎসৱত বা ৰজাসকলৰ আশ্ৰয়ত প্ৰতিপালিত হ'ল।

বিশ্লেষণ কৰি চালে ব্যাহৰ ওজাসকলৰ—স্বৰসাধন বা ৰাণ্যা গোৱা প্ৰথা, বেশ-ভূষা তিব্বতীয় বৌদ্ধসকলৰ লগতো মিল দেখা যায়। তেওঁলোকৰ আগৰ কালৰ সাজমণ্ডন বা আহাৰ্য্য কেনে আছিল তাক জনা নেযায়। বৰ্তমান যুগত মধ্যযুগীয় সাজমণ্ডনেই চলি আছে। ওজাই জামা বা বগা ঘুৰী, গাত্ৰ টোকন চোলা, মূৰত কোষা পতীয়া পাগ, ডিঙিত চেলেং আৰু কঁকালত টঙালি বান্ধি লয়। পালিসকলে চুৰীয়া পিন্ধি, মূৰত পাগুৰি মাৰি, বুকুচোলা পিন্ধি, গাত ঘাগৰী কটীয়াকৈ চেলেং একোখন লয়। ওজাই লগাই দিয়া দিহা বা ঘোষা পালিসকলে দোহাৰি গাই যায়। ওজাই পদ গাই নানা কৰণ অঙ্গহাৰেৰে নাচে। বাদ্যযন্ত্ৰ কেৱল খুটি তালহে।

সুকনান্নী ওজাসকলৰ নৃত্য-গীত লৌকিক ধাৰাৰ হোৱা কাৰণে লোক



সমাজত প্ৰচলিত ধৰ্মীয় নৃত্য 'দেওধনী' নাচেও এই ওজাপালি নাচতে আশ্ৰয় ল'লেহি। সময়ত দেওধনী নাচৰ দেউদাক (দেৱ-আৱাহন), শুধকৰা (শুদ্ধকৰণ), হাড়ীনাচন, মেছা-মেছিনী নাচন আদিৰ আনুষঙ্গিক পদবিলাকো ওজাই গাবলৈ ললে। লগে লগে পুৰণি ভাৰতৰ লৌকিক বা বৌদ্ধ দেৱতা 'ধৰ্ম' পূজাও সুকনান্নী ওজাপালি আৰু মনসা দেৱীৰ পূজাত গা ঢাকি সোমাই থাকিল।

বৰ্তমান সত্ৰীয়া নৃত্যই ওজাপালিকো সামৰি ল'লে। তথাপি মধ্যযুগৰ সত্ৰীয়া সঙ্গীততকৈ ওজাপালি অলপ বেলেগ হৈয়ে ৰ'ল। সত্ৰীয়া ওজা-পালিতো মহাপুৰুষ দুজনাই ব্যৱহাৰ নকৰা বহুত প্ৰাচীন ৰাগ গোৱা হয়।

মাৰ্গনৃত্য অভিনয় প্ৰধান। ওজাপালি নৃত্যানুষ্ঠানো অভিনয় প্ৰধান। এই অভিনয়-সমলবিলাকক পুৰণি নৃত্যৰ ধাৰাবাহিক সমল বুলিব পাৰি।

## (২) লোক নৃত্য : বিহু

ভাৰতবৰ্ষত "মাৰ্গ" বা শাস্ত্ৰীয় আৰু "দেশী" বা লোক—এই দুই ধাৰাৰ সঙ্গীত হাত ধৰা-ধৰি কৰি বহু কালৰে পৰা চলি আহিছে। অৱশ্যে এই কথাও সঁচা যে লোকসঙ্গীতকে কোনো সময়ত প্ৰণালীবদ্ধভাৱে মাৰ্গ সঙ্গীত কৰা হৈছিল। প্ৰণালীবদ্ধভাৱে শাস্ত্ৰত লিপিবদ্ধ কৰা কাৰণেই ইয়াক শাস্ত্ৰীয় সঙ্গীতো বোলা হয়। সঙ্গীতৰ তিনিওটা শাখা—নৃত্য, বাদ্য, গীতত ইয়াৰ দুয়ো ধাৰা বৰ্তমানলৈকে দেখা যায়।

অসমৰ প্ৰাচীনতম লোক নৃত্যৰ উহ্ বিচাৰি গ'লে আমি বিহু নৃত্যতকৈ পুৰণি নৃত্য আঙুলিয়াই দেখুৱাব নোৱাৰিম। বিহু নৃত্যতকৈ পুৰণি নৃত্য-বোৰ হয়তো বিহু নৃত্যত জাহ্ গ'ল আৰু বাদবাকীখিনি কালৰ বুকুত লয় পালে। বিহু নৃত্যৰ আৰম্ভ কোন যুগত হ'ল তাৰ নিৰ্ণয় কৰা কঠিন। সম্ভৱতঃ অসমত বসবাস কৰা আদিম অধিবাসীসকলেই বিহু নাচৰ পাতনি মেলে। বোধহয় প্ৰকৃতিৰ অনুকৰণতেই বিহু নাচৰ জন্ম। পিছতহে আন আন প্ৰভাৱ লগ লাগি বৰ্তমান আকাৰৰ বিহু নাচ ৰচিত হ'ল।

পণ্ডিতসকলে কয়—কৃষিধৰ্মী অসমৰ জনসাধাৰণে বিহুৰ পাছতেই বৰ্ষাৰ লগে লগে খেতিবাতি আৰম্ভ কৰে। সেয়ে সেই সৰল-সহজ মানুহ-বিলাকৰ বিশ্বাস—সূৰ্য্য (তাপ) আৰু পৃথিবীৰ মিলনতে খেতিবাতিৰ জন্ম। সেয়ে এই বিহু পৃথিবীদেবী আৰু সূৰ্য্যৰ মিলনোৎসৱ। সেই কাৰণেই বিহু

নাচৰ ভঙ্গিবিলাকো যৌনগন্ধী। বিহু নৃত্যৰ বিষয়ে এইবোৰ পণ্ডিতসকলৰ মত। পণ্ডিতসকলৰ যিয়েই মত নওহক, আমি দৰাচলতে দেখিবলৈ পাওঁ বিহু নাচ আৰু গীতবিলাক আদি ৰসাত্মক। বিহু নাচ যুবক-যুবতীৰ উৎসৱ। ভাৰতৰ অন্যান্য ৰাজ্যৰ বসন্তোৎসৱ—ফাকুৱা আদি উৎসৱৰ নৃত্য-গীতবিলাকো শৃঙ্গাৰ ৰসাত্মক। ই বসন্তোৎসৱৰ ধৰ্ম। অসমৰ দৰে ফাকুৱা আদি উদ্‌যাপন কৰা দেশ উত্তৰ ভাৰতৰ ৰাজ্যবোৰত বসন্তৰ এনে বৰ্ণাঢ্য ৰূপ নাই। কিন্তু অসমৰ দৰে ভাৰতৰ পূবৰ থাইলেণ্ড, বৰ্মাদেশ, কম্বোজ, লাওচ, ইউনান্ আদি দেশবোৰতে বসন্ত ঋতুত হাবি-বনে অপূৰ্ব শোভা ধাৰণ কৰে। এইবোৰ দেশতো 'কপৌফুল' (orchid) ফুলি ৰমকজমক হৈ থাকে। সেইবোৰ দেশত অসমৰ বিহুৰ দৰে বসন্তোৎসৱ আছে। ঠিক আমাৰ বিহুৰ একে সময়তে সেই উৎসৱ পাতে। সেই উৎসৱক "পঙ্গ চাংকেন্" বোলে। 'চাংকেন' শব্দ 'সংক্ৰান্তি' শব্দজ বুলি কোনো কোনো পণ্ডিতে অভিমত দিয়ে। সি যি কি নহওক 'পঙ্গ চাংকেন'ৰ নৃত্যখিনি কিন্তু বিহুৰ লগত অবিকল একে। কেৱল মাত্ৰ সেইবোৰ ঠাইৰ নাচখিনি অধিক মিহি আৰু লাস্যপূৰ্ণ। বৰ্তমান অসমত প্ৰচলিত বিহু নাচৰ লগত বৰ্মা, কম্বোজৰ নাচ তুলনা কৰিলে দেখা যাব যে আমাৰ নাচটো বেছি খহটা আৰু বেছি শৃঙ্গাৰ ৰসাত্মক। বৰ্মাদেশৰ পঙ্গ-চাংকেনৰ লগত গোৱা গীতবিলাকো ঋতু, খেতিবাতি আৰু প্ৰেম সম্বন্ধীয় গীত। সেইবিলাক দেশৰ এনে নাচৰ লগত বজোৱা বাদ্যযন্ত্ৰ—ঢোল, মহৰ শিঙৰ পেঁপা, বাঁহী, গগণা, টকা অসমীয়া বাদ্য-যন্ত্ৰৰ লগত অবিকল একে। বাঁহৰ টকা ভাৰতৰ অন্য ৰাজ্যত দেখা নেযায়। বিহুৰ ই অপৰিহাৰ্য অঙ্গ। বৰ্মা-লাওচতো টকা চাংকেনৰ নাচৰ অপৰিহাৰ্য অঙ্গ। ভাৰতৰ অন্য ৰাজ্যৰ নাচতকৈ সেইবোৰ দেশৰ চাংকেন নাচৰ লগতহে বিহু নাচৰ অধিক সাদৃশ্য আছে।

মধ্যযুগৰ অসমত একেখন বিহুতলিতে ডেকা-গাভৰুৱে একেলগে নচা কথাটো বিবাদমূলক কথা। ছোৱালীবিলাকে গছৰ তলত টকা আৰু নামৰ ছেৱে ছেৱে নাচি মনৰ আনন্দ প্ৰকাশ কৰে। সময়ত কোনো ছোৱালীয়ে পেঁপাও বজায়। ডেকাই দূৰে দূৰে নানা ছলেৰে সেই নাচ উপভোগ কৰে মাত্ৰ। সময়ত হয়তো আনন্দৰ আতিশয্যত ৰ'ব নোৱাৰি কিৰিলি পাৰি নাচ এপাকো মাৰিছিল। আদিতে ডেকা-গাভৰুৱে একেলগে নানাচিছিল বুলি কোনো কোনোৱে মত পোষণ কৰে।



বিহু নামৰ একে পৰ্যায়ৰ গীত—বনঘোষা, গৰখীয়া নাম আদিও আজিকালি বিহু নাচৰ লগত গোৱা হয়। আদিতে বনঘোষা, গৰখীয়া নাম আদি বেলেগ বস্তু আছিল। ই গ্ৰাম্যজীৱনৰ প্ৰতিচ্ছবিৰ গীত—কেৱল বিহুৰ গীত নহয়। ইয়াত প্ৰেম, মিলন, বিৰহ, সম্ভোগ, হতাশা সকলো আছে। বিহু বসন্তৰ উৎসৱ, আনন্দৰ উৎসৱহে।

কালক্ৰমত "বিহুতলি" গাঁৱৰ বনান্তৰালৰ বৰগছৰ তলৰ পৰা ওলাই আহি আজি নগৰৰ মঞ্চত উপস্থিত হৈছেহি। বিহু নাচৰ লগত লাগি অহা হাবিৰ মাজৰ বিহুতলিৰ জেংজাবৰ, বনগুটি, অগৰা গুটিখিনি আঁতৰাই শোভনীয় মাৰ্জিত বেশেৰে নগৰৰ পাদ-প্ৰদীপৰ আগত থিয় হোৱাটোহে বিহুৰ কৰ্তব্য। বিশেষতঃ বিহুক জাতীয় উৎসৱৰ মৰ্যাদা দিয়াৰ লগে লগে এইটো মনত ৰাখিব লাগিব যে—ই নৃত্য, গীত, বাদ্যৰ তাল, সুৰ, লয়, ছন্দ-সকলোফালে মাৰ্জিত-উন্নত হৈ যেন অসমীয়া জাতিক মহীয়ান কৰি তোলে।

## অসমৰ আন লোকনৃত্যসমূহ

বিহু নৃত্যৰ বাদেও অসমত বিভিন্ন জনজাতিৰ মাজত অন্যান্য লোকনৃত্য আছে। উজনি অসমত বিহু নৃত্যৰ প্ৰভাৱ পৰি অন্যান্য নৃত্যবিলাক বিহুনৃত্যৰ লগতে জঁাহ গ'ল। বৰাহী, মৰাণ, কছাৰী, চিৰিং, মুলুং, বেবেজীয়া, বিহীয়া আদি জনজাতীয় নাচবিলাক হেৰাই গ'ল। সকলো নাচ শেষত বিহু নাচত পৰিণত হ'ল। আন ফালেদি কিন্তু নামনি অসমত কছাৰী, ৰাভা, বড়োসকলৰ বেলেগ বেলেগ নাচ বৰ্তমানলৈকে চলি আছে। নামনি অসমৰ সাধাৰণ হিন্দু ৰাইজৰ মাজতো জঁকি বা দেওধাইসকলৰ, মহ খেদাওতে 'ভালুকা' আৰু গোৱালপাৰাৰ কাণখুচুৰী গীতৰ লগত নচা কিছুমান নাচ আছিল। সেই সকলো নাচ কালক্ৰমত বিকৃত হৈ জাপ মৰাত পৰিণত হ'ল। বাঁশীপুৰাণ, কুশানগান, মদনকাম আদি গোৱালপাৰা জিলাৰ নাচবিলাক ছোকোৰা নাচত পৰিণত হ'ল। উজনি অসমৰ জাৰি-জিকিৰ গোৱা মুছলমান মানুহৰ ভিতৰত এবিধ নাচ আছে। ইয়াত হাত চাপৰি মাৰি মাৰি জিকিৰ-জাৰিৰ লগত ঘূৰি ঘূৰি নচা হয়। এই নাচত বাদ্যযন্ত্ৰ প্ৰায়ে নেথাকে। কৰবাত বাঁহী বা টোকাৰী, বীণ বজায়। ঢোলজাতীয় বাদ্যযন্ত্ৰৰ ব্যৱহাৰ সমূলি নাই। এনে জিকিৰ-

জাৰিৰ নাচো বৰ্তমান সঙ্কুচিত হৈ নগাঁৱৰ জাজৰি, গোলাঘাটৰ নাহৰনি, বালিবাট আদি দুই এখন ঠাইতহে আছেগৈ।

অসমৰ গৰখীয়া ল'ৰাবিলাকৰ গৰখীয়া গোসাঁইৰ আগত নচা কিছুমান নাচ আছে—তাক "গৰখীয়া নাচ" বোলে। এই নাচত নৃত্যকলাৰ ফালৰ পৰা একো বিশেষত্ব নাই।

## বাদ্যযন্ত্ৰ

শ্ৰীপ্ৰদীপ চলিহা

প্ৰাচীন ভাৰতত সঙ্গীতৰ বাদ্যযন্ত্ৰসমূহক চাৰি ভাগত ভগোৱা হৈছে :—অৱনদ্ধ, তত, সুষিৰ আৰু ঘন।

অৱনদ্ধ বা লয়যন্ত্ৰ :—জন্তুৰ ছালেৰে কাঠ, মাটি বা ধাতুৰ ফোপোলা সজুলিৰে সজা বাদ্যযন্ত্ৰ; যেনে—ঢোল, খোল, তবলা।

তত বা তাঁৰৰ সুৰযন্ত্ৰ :—দীঘল কাঠ বা বাহঁত তাঁৰ বা সুতাঁৰ বটীয়া (গুণা) লগাই সজা সুৰ-যন্ত্ৰ; যেনে—টোকাৰী, বীণ।

সুষিৰ বা বতাহেৰে মাত উলিৱা সুৰ যন্ত্ৰ :—ফোপোলা বাঁহ, কাঠ বা ধাতুৰ চুঙাত বতাহ সুমুৱাই মাত উলিওৱা সুৰ-যন্ত্ৰ; যেনে—বাঁহী, পেপা, কালি।

ঘন বা দুটা বস্তুৰ সংঘাত কৰি বজোৱা তাল যন্ত্ৰ :—দুটা ধাতু, কাঠ, বাঁহ আদি বস্তুৰ সংঘাতত বজোৱা তাল যন্ত্ৰ; যেনে—তাল, কৰতাল, মন্দিৰা।

পাশ্চাত্য দেশসমূহতো বাদ্যযন্ত্ৰসমূহক এনে ভাবেই ভগাইছে; যেনে—অৱনদ্ধ = Memtranophone ; তত Chordophone ; সুষিৰ = Rerophone ; ঘন = Idrophone.

এই ভাৰতীয় বাদ্যযন্ত্ৰবোৰৰ উদ্ভাৱনৰ বিষয়ে বহুত আখ্যান প্ৰচলিত আছে; যেনে—মেঘৰ গাজনিৰ অনুকৰণত ঢোল জাতীয় বাদ্যযন্ত্ৰ, নিজৰাৰ কুলু কুলু ধ্বনিৰ অনুকৰণত তাঁৰৰ সুৰ যন্ত্ৰ, বাঁহ-বনত বতাহ লাগি হোৱা শব্দৰ অনুকৰণত বাঁহীজাতীয় সুৰ যন্ত্ৰ, আৰু শিলে শিলে ঠেকা খাই ওলোৱা শব্দৰ অনুকৰণত তাল জাতীয় বাদ্যযন্ত্ৰ। ইয়াৰ অন্য আখ্যানো পোৱা যায়। ধনঞ্জয়ৰ সঙ্গীত শাস্ত্ৰ দশৰূপকৰ প্ৰথম শ্লোকটোও এনে দুটা অৰ্থত ৰচিত হৈছে।

অসমত প্ৰাক্ ঐতিহাসিক যুগৰপৰা মানুহৰ মাজত কিছুমান থলুৱা লোকায়ত বা "দেশী" বাদ্যযন্ত্ৰ প্ৰচলিত আছিল। তাৰে কিছুমান আদিম ৰূপতে বৰ্তমানলৈকে অসমৰ জনসমাজত প্ৰচলিত হৈ আছে, বহুতৰ ৰূপ সলনি হৈছে আৰু বহুতৰ বিলুপ্তি ঘটিছে। সাধাৰণ ঢোল, বাঁহৰ টকা, বাঁহৰ ঢোপ চুঙা, বাঁহৰ কৰতাল, ৰেপনি, মহৰ শিঙৰ পেপা, শিঙা, গগণা আদিৰ ৰূপ আদিৰ পৰা বৰ্তমানেও একেই আছে যেন লাগে।

অসমৰ বাদ্যযন্ত্ৰসমূহৰ কিছুসংখ্যক 'দেশী' বা লোক সঙ্গীতৰ বাদ্যযন্ত্ৰ আৰু 'মাৰ্গ' বা শাস্ত্ৰীয় সঙ্গীতৰ বাদ্যযন্ত্ৰ। কিছুমান বাদ্যযন্ত্ৰ পূজা সেৱাত ব্যবহৃত হয়।

অসমৰ "দেশী" বা লোক সঙ্গীতৰ অতি প্ৰাচীন বাদ্যযন্ত্ৰসমূহৰ ভিতৰত —বিভিন্ন আকাৰৰ ঢোল, মাদল, ডম্বৰু (পূৰ্ণধৰীয়া সম্প্ৰদায়ে উপাসনাত বজোৱা), ডগৰ, ধেমেচী আদি উল্লেখযোগ্য।

বাঁহেৰে সজা বাদ্যযন্ত্ৰ—টকা, গগণা, ৰেপনি (নামনি = বেণু), বাচুংদোপা (ৰাভাসকলৰ), নলবাঁহৰ 'কাৱা' (ৰাভা), বাঁহী, লাখৰ বাঁহী (ৰাভা), চিফুং (বড়ো), কাৰাংডোবাং (ডিমাছা) লাওৰ খোলাৰে সজা লাওটোকাৰী (একতাঁৰা) আৰু কাঠ, মাটি, শিং আদিৰে সজা— মহৰ শিঙৰ পেঁপা, কাঠৰ পেঁপা (ডিমাছা, কাৰ্বি আদিৰ), মাটিৰ সুতুলি আদিয়েই প্ৰধান। এই বাদ্যযন্ত্ৰ বিলাক আদিম ৰূপতে আজিও অসমৰ লোক সঙ্গীতত ব্যবহৃত হৈ আছে।

ইয়াৰ পাছৰ দেশী বাদ্যযন্ত্ৰসমূহ---ডবা, শঙ্খ, কাঁহ, তাল, চেৰেঙা, বীণ, দোতাৰা, জম্ৰং, মহৰী আদি লোক সঙ্গীত আৰু ধৰ্মমূলক গীতত ব্যৱহৃত হৈছে।

অসমত আৰ্য সংস্কৃতি সোমোৱাৰ পাছত 'মাৰ্গ' বা শাস্ত্ৰীয় সঙ্গীত আৰু তাৰ লগৰ মাৰ্গ বাদ্যযন্ত্ৰও প্ৰচলিত হয়। মাৰ্গ সঙ্গীতৰ বাদ্যযন্ত্ৰসমূহৰ ভিতৰত— শ্ৰুতি, মৃদঙ্গ, মন্দিৰা (খুটিতাল), বৰকাঁহ, ঘন্টা, নেপুৰ, পটহ, ভেৰী, গোমুখ, ৰামশিঙা, ৰুদ্ৰবীণা, কাহাল (কালি) আদি।

অসমত ৰচিত পুৰণি সংস্কৃত সাহিত্যতো এইবোৰ বাদ্যযন্ত্ৰৰ নাম পোৱা যায়।

কামৰূপৰ নৰপতিসকলৰ তামৰ ফলিত উল্লেখ কৰা নট-নটীসকলে মন্দিৰৰ নৃত্যগীতত ব্যৱহাৰ কৰা বাদ্যযন্ত্ৰৰ বহুতো নিশ্চয় মাৰ্গ সঙ্গীতৰ বাদ্য-যন্ত্ৰ আছিল। অসমত আৰ্য সংস্কৃতিৰ অঙ্গ সামবেদৰ চৰ্চা হোৱাৰ লগে লগে



তাৰ আনুষঙ্গিক বাদ্যযন্ত্ৰ "শ্ৰুতিধৰ" বা তম্বুৰাজাতীয় তাঁৰ যন্ত্ৰও নিশ্চয় প্ৰচলিত হৈছিল। আৰ্য সঙ্গীত অৰ্থাৎ মাৰ্গ সঙ্গীতত—তাল, মৃদঙ্গ আৰু শ্ৰুতিধৰৰ অতি প্ৰয়োজন। (দক্ষিণে তালধাৰী চ পাৰ্শ্বদণ্ডে মৃদঙ্গকৌ, তয়োৰ্মধ্যে গীতকাৰী শ্ৰুতিকাৰস্তদন্তিকে)।

অসমৰ সংস্কৃত সাহিত্যত পোৱা বাদ্য যন্ত্ৰসমূহৰ ভিতৰত বীণা, বেণু, পটহ, তূৰ্য, শঙ্খ, ভেৰী, মৃদঙ্গ আদিৰে বেছি উল্লেখ পোৱা যায়। কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰতো এই একেবোৰ বাদ্যযন্ত্ৰৰে নাম প্ৰসঙ্গক্ৰমে নানা ঠাইত উল্লেখ কৰিছে।

চৰ্যাপদতো পূব ভাৰত তথা কামৰূপ ৰাজ্যৰ বাদ্যযন্ত্ৰৰ নাম উল্লেখ আছে; যেনে—ডমৰু (ডম্বৰু), নেউৰ (নেপুৰ), ঘন্টা (টিলিঙা), লাওটোকাৰী, হেৰুকবীণা, মাদল, দুন্দুভি, পটহ আদি।

প্ৰাক্‌শংকৰী যুগৰ প্ৰখ্যাত কবি মাধৱ কন্দলিৰ ৰামায়ণত উল্লেখ থকা বাদ্যযন্ত্ৰৰ নাম মৰ্দ্দল, খুমুচি, ভেমচি, ডগৰ, কৰতাল, কাহাল, বীৰঢাক, ঢোল, তবল, দণ্ডি, ভেমচ (ভেমছি ?), ক্ষেমচ (খুমুছি ?), ঝাঝৰ, ৰেমচি, ৰামতাল, কেন্দেৰা, টোকাৰী, ৰুদ্ৰ বিপঞ্চী (ৰুদ্ৰবীণা), দোতাৰা, বীণা, বাঁহী, দোশৰী, মোহৰী, জিজিৰি, কাহালি (কালি, কাহাল>কাহালি>কালি), শিঙা, ভেৰী আদি।

আন এজন প্ৰাকশংকৰী বিখ্যাত কবি হৰিহৰ বিপ্ৰৰ ৰচনাতো প্ৰায় একেবিধৰ বাদ্যযন্ত্ৰৰে নাম পোৱা যায়; যেনে---ঢাক, ঢোল, ভেৰী, টুপেছি, খুমুচি, ডগৰ, টোকাৰী, কৰতাল, ডম্বৰু, বীণা, ঝাঝৰ ইত্যাদি। ইয়াৰ কিছুমান বাদ্যযন্ত্ৰৰ নামৰ উচ্চাৰণ-ধ্বনি প্ৰায় একে, কিন্তু লেখা বানান সুকীয়া কাৰণে এই বাদ্যযন্ত্ৰবিলাক একেই নে পৃথক সেইকথা বুজা টান। যেনে---ক্ষেমচ-খুমুছি; ভেমচ-ভেমচি; ঝাঁঝৰ-জিজিৰি ইত্যাদি। সেই যুগৰ বা বৈষ্ণৱ যুগৰ পুথিসমূহতো প্ৰায় এই বাদ্যযন্ত্ৰৰে উল্লেখ দেখা যায়।

ইয়াৰ পাছৰ যুগৰ সূৰ্যখড়ি দৈৱজ্ঞৰ দৰং ৰাজবংশাৱলীত মহাৰাজ বিশ্বসিংহৰ ৰাজ-অভিষেক উৎসৱত বজোৱা বাদ্যযন্ত্ৰৰ সুদীৰ্ঘ তালিকা এখন আমি পাওঁ। কিন্তু এই তালিকাত থকা সকলো বাদ্যযন্ত্ৰ সেই সময়ত দৰাচলতে প্ৰচলিত আছিল নে কবিয়ে কাব্যৰ কাৰণে স্মৃতিৰ পৰা নামবোৰ লেখি গৈছে সেইকথা বুজা নেযায়। দৰং ৰাজবংশাৱলীৰ বাদ্যযন্ত্ৰসমূহৰ নাম---শঙ্খ, ঘন্টা, কৰতাল, দুন্দুভি, ঢাক, ঢোল, ডগৰ, নাগাৰা, ৰামবেনা,

কবিলাস, খঞ্জৰিকা ( খঞ্জৰী ), মোহৰী ( ডাঙৰ পেঁপা ), দোতাৰা, ৰবাব ( মাৰ্গ সঙ্গীতৰ পাৰসিক বাদ্যযন্ত্ৰ ), সাৰিন্দা ( চেৰেণ্ডা ), বাঁহী, ঝিলি, ঝিমিৰিকা, ৰুদ্ৰক টোকাৰী ( ৰুদ্ৰবীণা ), তুৰী ( তূৰ্য্য ), মৃদঙ্গ, মন্দিৰা ( খুটিতাল ), খোল, ধোমচি ( ধেমেছি, নাগাবাতকৈ ডাঙৰ বাদ্যযন্ত্ৰ ), গোগোণা ( গগণা ), মুৰুলী ( একাষৰীয়াকৈ বজোৱা বাঁহী ), উপাঙ্গ ( বাঁহৰ কৰতাল ), বৰকাংস ( বৰকাঁহ ), মচুৰই, জম্প ( জগজম্প, ডবা ), জয়কালি ( ৰণভেৰী, যুদ্ধত বজোৱা ডাঙৰ আকাৰৰ পেঁপা ), ভেৰী, ৰামশিঙা ( বেকা আকৃতিৰ তামৰ ডাঙৰ পেঁপা ), ৰামতাল ( বেপনি, বেণু ), ঝেঙুৰা, গোমুখ ( শঙ্খ বিশেষ ), বীৰকালি ( যুদ্ধত বজোৱা ডাঙৰ পেঁপা ), সিংহবান, তবল, দোচৰি, ঢোলোক ইত্যাদি। প্ৰায় এই সময়তে দৰঙত ধেপা ঢোলৰ প্ৰচলন হয়। ই এবিধ দীঘল আকৃতিৰ কাঠৰ ঢোল। তালিৰ মাত টিংটিঙীয়া আৰু দবনিৰ মাত ধেপা। সেয়ে ইয়াক ঢেপাঢোল বোলা হয়। দৰঙৰ দেওধনি নাচৰ জয়ঢোলৰ নাম উল্লেখযোগ্য।

অসমৰ বাদ্যযন্ত্ৰ কিছুমানৰ আদিৰ কথা অসম বুৰঞ্জীতো পোৱা যায়। স্বৰ্গদেও চুহুংমুঙ্গে চুটিয়া ৰাজ্য জয় কৰি লুটি অনা বিবিধ বস্তুৰ ভিতৰত কেইপদমান বাদ্যযন্ত্ৰৰ নামো পোৱা যায়। বৰকাঁহ, কালি, ডবা আদি। বুৰঞ্জীমতে চুটীয়া ৰাজ্যৰ পৰা আনি স্বৰ্গদেৱে আহোম ৰাজ্যত প্ৰচলন কৰোৱায়।

শংকৰী যুগৰ বাদ্যযন্ত্ৰৰ ভিতৰত প্ৰধান হ'ল—খোল, মৃদং, ভোটতাল ( ভোৰতাল ), পাতিতাল, খুটিতাল, খমক। সেই যুগত তাঁৰ যন্ত্ৰৰ ভিতৰত অসমত সাৰেংদাৰ ( সাৰেঙ্গী ? )ৰো প্ৰচলন আছিল। চৰিত পুথিত—শ্ৰীশঙ্কৰদেৱৰ ভতিজা জী, ভায়েক ৰামৰায়ৰ কন্যা কমলপ্ৰিয়াই সাংৰেদাৰ বজাই সুললিত কণ্ঠেৰে বৰগীত গোৱা শুনি চিলাৰায় দেৱান মোহিত হৈ তেওঁক বিয়া কৰোৱা কথা পোৱা যায়। মহাপুৰুষ মাধৱ দেৱেও সাৰেংদাৰ বজোৱা বুলি প্ৰৱাদ প্ৰচলিত আছে। চৰিত পুথিত ভোটতালৰ আৰ্হিৰে ৰহাৰ কহঁাৰৰ হতুৱাই সৰু আকাৰৰ পাতিতাল গঢ়োৱা বুলিও উল্লেখ আছে। শ্ৰীশঙ্কৰী যুগত নতুনকৈ ব্যৱহাৰ কৰা বাদ্যযন্ত্ৰ—খোল। সেই সময়ত ওচৰচুবুৰীয়া ৰাজ্য—বঙ্গদেশ, উৰিষ্যা আদিৰ বৈষ্ণৱসকলেও খোলৰ ব্যৱহাৰ কৰিছিল। প্ৰাচীন মৃদঙ্গতকৈ খোলৰ মাত কোমল আৰু বৰগীত আদিৰ কাৰণে উপযোগী। ইফালে



মৃদঙ্গতকৈ মূল্যও কম আৰু সহজলভ্য। এই কাৰণেও খোল সহজতে জনপ্ৰিয় হয়।

আহোম আৰু কোচ ৰজাসকলৰ সময়তে মোগল ৰাজ্যৰ পৰা নেগেৰা ( নাকাড়া ), তবল, ঢুলকী, পাখোৱাজ, ৰবাব আদি বিদেশী বাদ্য যন্ত্ৰৰ অসমত প্ৰচলন হয়। পাখোৱাজ, ঢোলোক আদিয়ে প্ৰথমতে আহোম ৰাজসভাত সমাদৰ লভাৰ পিছত, ৰাজ অনুগ্ৰহ পোৱা বিখ্যাত সত্ৰ কেইখনত থিতাপি লয় গৈ। সেই সময়ৰ পৰা চাৰি সত্ৰত—"পাখৌজীয়া" আৰু "হাজোৱলীয়া" গায়ন-বায়নৰ প্ৰচলন হয়। পাখৌজীয়া নৱ ধাৰাৰ আৰু হাজোৱলীয়া প্ৰাচীন ধাৰাৰ বাজনা। বৰ্তমানেও শ্ৰীশ্ৰীআউনি-আঁটি সত্ৰত ঢোলোকৰ ব্যৱহাৰ আছে।

কোচ ৰজাসকলৰ অনুগ্ৰহত নামনি অসমৰ কোচৰাজ্যত মোগলৰ "শাহ্ নাই" বা শানাই ( শাহ = ৰজা, নাই = বাঁহী অৰ্থাৎ বাঁহীৰ ৰজা ) এ সমাদৰ লভে। সেই সময়তে বঙ্গদেশী ঢোল "ঢাক" এও কোচৰাজ্যত থিতাপি লয়। মোগলৰ আৰ্হিত বিজনি আদি কোচৰজা সকলৰ হাউলিৰ পদূলিত "নহবৎ খানা" প্ৰতিস্থিত হ'ল। দিন-ৰাতিৰ, প্ৰহৰ অনুসৰি এই "নহবৎ খানাত" শানাই, নাকাড়া আদি বাদ্যৰে প্ৰহৰৰ উপযোগী মাৰ্গ ৰাগৰ যন্ত্ৰ সঙ্গীত বজোৱা নিয়ম হ'ল। এনে নিয়ম সৌ সিদিনালৈকে গোৱালপাৰা জিলাৰ ৰজা, জমিদাৰসকলৰ ঘৰত চলি আহিছিল। বৰ্তমানেও পশ্চিম গোৱালপাৰাত শানাই আৰু ঢাক বৰ জনপ্ৰিয়।

বৃটিচ যুগৰ আৰম্ভৰ লগে লগে উত্তৰ ভাৰতীয় মাৰ্গ আৰু লঘু সঙ্গীতে অসমত সমাদৰ লভে। ফলত উত্তৰ ভাৰতীয় বাদ্যযন্ত্ৰ—চেতাৰ এছৰাজ, দিলৰুবা, স্বৰোদ, তাউছ, তানপুৰা, তবলা, সুৰবাহাৰ আদি যন্ত্ৰৰো অসমত প্ৰচলন হয়।

বৃটিচ যুগতে বিদেশী যন্ত্ৰ বেহেলাও অসমত সোমাই স্বদেশী বাদ্য-যন্ত্ৰৰ লগত ঠাই লৈ বহে। বেহেলা বিশেষকৈ নাচনী বা নটীসকলৰ নাচৰ জনপ্ৰিয় বাদ্যযন্ত্ৰ আছিল।

আহোম যুগতে কামৰূপৰ ঢুলীয়াসকলে নানা কছৰৎ, খৰলুটি মৰা আদিৰে ঢোল বজোৱা এটি নতুন পদ্ধতি উলিয়ায়। তেওঁলোকৰ সুবিধাৰ কাৰণে ঢোলৰ আকৃতিও অলপ সলনি হয়। দুখৰ বিষয় এই ঢুলীয়া কছৰৎ বৰ্তমানে অৱলুপ্তিৰ পথত।

বৰ্তমান যুগত বিদেশী বাদ্যযন্ত্ৰ হাৰমনিয়াম সঙ্গীত শিকাৰুৰ কাৰণে প্ৰিয় বাদ্যযন্ত্ৰ হৈ পৰিছে। গাৰো-ভূঞে বেণুপাৰ্টি, বেগ্‌পাইপ আদিৰ সমলয় বাজনা বৰ জনপ্ৰিয় হৈ পৰিছে। এতিয়া অসমত উত্তৰ ভাৰতৰ প্ৰায় সকলো বাদ্যযন্ত্ৰৰে প্ৰচলন হৈছে। তাৰোপৰি পশ্চিমীয়া সঙ্গীতৰ বহু বাদ্যযন্ত্ৰ অসমীয়া ডেকাদলৰ অতি প্ৰিয় হৈ উঠিছে। ইয়াৰ ভিতৰত গিটাৰ (Gueter)এ সৰ্ব্বাধিক সমাদৰ লভিছে যেন অনুমান হয়।

# প্ৰাচীন অসমৰ সুগন্ধি আৰু প্ৰসাধন সামগ্ৰী

—ৰাম গোস্বামী

অসমৰ প্ৰাচীন দিনলৈ লক্ষ্য কৰিলে সুগন্ধি আৰু প্ৰসাধন দ্ৰব্যৰ ব্যৱহাৰৰ কথা গম পাব পাৰি। সাগৰ সদৃশ্য সুগন্ধি আৰু প্ৰসাধনৰ বহুৰঙী ছিটিকনি বাহিৰৰ পৰা আহি অসমত পৰিলহি নে অনেক সামগ্ৰী অসমতে প্ৰস্তুত হৈছিল গৱেষণাৰ বিষয়। অসমীয়া মানুহৰ সৰহ সংখ্যক লোকে সৰল, সহজ আৰু সাধাৰণ জীৱন অতিবাহিত কৰিছিল। লাহ বিলাহত কোনো দিনে গভীৰভাৱে জড়িত হোৱা নাছিল। তথাপিও সৌন্দৰ্যপ্ৰিয় অসমীয়া মানুহে প্ৰকৃতিয়ে দান কৰা ৰূপ মাধুৰ্য অতি যত্নেৰে ৰক্ষা কৰিবলৈ প্ৰাচীন কালৰে পৰা হাবিয়াস কৰিছিল। সামাজিক ৰুচিবোধৰ খতিয়ান স্বৰূপে পৰিষ্কাৰ পৰিচ্ছন্নতাৰ লগতে ৰূপচৰ্চাকো অসমীয়াই আদৰ কৰিছিল। প্ৰাক্-আহোম যুগৰ অসমীয়া সংস্কৃতিৰ কোনো কোনো পুথি আৰু প্ৰাচীন লিপিৰ পৰা সেই সময়ত প্ৰচলিত অনেক সুগন্ধি দ্ৰব্যৰ কথা গম পাব পাৰি। ডঃ প্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে তেখেতৰ গৱেষণা গ্ৰন্থ ইংৰাজী পুথি The History of Civilisation of the people of Assam ত উল্লেখ কৰিছে যে আমাৰ প্ৰাচীন সাহিত্য আৰু ফলিত প্ৰচুৰ অগৰু চন্দন কাঠ, কস্তুৰীমৃগ, গোশীৰ্ষ আৰু বিভিন্ন সুগন্ধিজাত দ্ৰব্যৰ বিৱৰণী আছে। অৰ্থশাস্ত্ৰ, কালিকা পুৰাণ, যোগিনীতন্ত্ৰ, হৰ্ষ চৰিত প্ৰভৃতিত প্ৰাচীন অসমত সমাদৰ লাভ কৰা বহুতো সুগন্ধি আৰু প্ৰসাধন সামগ্ৰীৰ বিষয়ে গম পাব পাৰি। অৰ্থশাস্ত্ৰত থকা জোঙ্গা, ডোঙ্গা, গ্ৰামেৰুক, সুবৰ্ণকুড্য, পূৰ্ণদ্বীপক, পাৰলৌহিত্যক, আন্তৰ-ৱাত, কালকেয় নামৰ সুগন্ধিৰ বাবে অসম সুপ্ৰসিদ্ধ আছিল। কালিকা পুৰাণত চূৰ্ণীকৃত ( পাউদাৰ ), ঘৃত ( পোষ্ট ), দাহাকৰ্ষিত ( ছাই ), সম্মৰ্দজৰস ( ৰসজাতীয় ), প্ৰণ্যঙ্গোদ্ভৱ ( জন্তুৰ সুগন্ধি ) আদি সুগন্ধিজাত দ্ৰব্যৰ উল্লেখ আছে। অসমৰ হাবিত পোৱা বিভিন্ন ধৰণৰ গন্ধজাত গছ-বনৰ পৰা গন্ধচূৰ্ণ তৈয়াৰ হৈছিল বুলি গম পাব পাৰি। অগৰু, চন্দন, সৰল প্ৰভৃতি কাঠ পিহি

ঘৃষ্ট বা 'পেষ্ট' জাতীয় সুগন্ধি, দেবদাৰু, অগৰু, পদুম, চন্দন আদিৰ পৰা ৰস আহৰণ কৰি দাহজ গন্ধ, সুগন্ধিজাত কৰবীৰ, বিশ্বগন্ধিনী, তিল, হালধি, মাহ প্ৰভৃতি নিস্পীড়ন কৰি সন্মৰ্দজৰস, মৃগ নাভি বা মৃগকোষৰ পৰা শোধন কৰি প্ৰাণ্যঙ্গজ গন্ধ প্ৰস্তুত কৰা প্ৰণালী আমি পাওঁহক। কালিকা পুৰাণত আছে যে প্ৰাণ্যঙ্গজ গন্ধ দেৱ-দেৱীসকলৰ অত্যন্ত প্ৰিয় সুগন্ধি। মৃগনাভি ঘৃষ্ট বা চূৰ্ণ কৰি ব্যৱহাৰ কৰা প্ৰথা কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰত পোৱা যায়। এই খিনিতে উল্লেখ কৰিব পাৰি যে অসমীয়া মানুহে সৰ্পভয় নিবাৰণ কৰিবলৈ আৰু নানা ধৰণৰ বেমাৰৰ পৰা ৰক্ষা পাবলৈ লগত প্ৰায়ে কস্তুৰী (Musk) ৰাখিছিল। জন্তুৰ পৰা আহৰণ কৰা কস্তুৰী এবিধ অতি মূল্যবান সুগন্ধি। প্ৰখ্যাত সংস্কৃত অভিধান শব্দকল্পদ্ৰুমত আছে, মৃগস্য নাভৌজাত সুগন্ধি দ্ৰব্যম। ইয়াৰ অন্য নাম মৃগনাভি, মৃগমদ, গন্ধকেলিকা ইত্যাদি। কপিলা, পিঙ্গলা, কৃষ্ণা কস্তুৰী এই তিনিবিধ কস্তুৰীৰ নাম প্ৰাচীন গ্ৰন্থত উল্লেখ আছে। কস্তুৰীৰ বাবে অসম আছিল সু-প্ৰসিদ্ধ। প্ৰশান্ত মহাসাগৰৰ দ্বীপপুঞ্জৰ পৰাও অসমলৈ কস্তুৰী আমদানি হৈছিল বুলি কোনো কোনো সূত্ৰই উল্লেখ কৰিছে। অধ্যাপক ছিলভান লেবীৰ মতে পূৰ্ব দ্বীপপুঞ্জৰ অন্তৰ্গত তিমোৰ দ্বীপকে গোশীৰ্ষ বোলা হৈছিল। গোশীৰ্ষ চন্দন সম্ভৱতঃ সেই নামৰ দ্বীপৰ পৰা অসমলৈ আহিছিল (অসমীয়া ভাষা আৰু সংস্কৃতি — ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা)। অতীজৰে পৰা কস্তুৰীক মহামূল্যবান সুগন্ধি ৰূপে ব্যৱহাৰ কৰা কথা আমি গম পাওঁ। বিশেষকৈ অসমত ইয়াৰ প্ৰচলন অত্যন্ত প্ৰাচীন। প্ৰায় দহ বছৰীয়া মতা কস্তুৰী মৃগৰ পৰা যি কস্তুৰী সংগ্ৰহ কৰা হয় সেইখিনি আচল সুগন্ধি বুলি কব পৰি। এনে বিধৰ পহুৰ পৰা আহৰণ কৰা কস্তুৰী একোটাত দুই আউন্স পৰ্যন্ত পাব পাৰি বুলি অভিজ্ঞ লোকে কয়। কস্তুৰী থকা পহুটো মাৰি পেলোৱাৰ পাছত সুগন্ধি নাড়ীডাল সম্পূৰ্ণৰূপে গুছাই পেলোৱা হয়। এই মৃগ কোষ আকৃতিত একোটা হাঁহকণীৰ দৰে তলপেটৰ জননেন্দ্ৰিয়ৰ ওপৰত অৱস্থিত। প্ৰথমে সুগন্ধিখিনি চেকুৰা বৰ্ণা তেজৰ দৰে জমা হৈ থাকে, তেতিয়া ইয়াৰ গোন্ধ নাথাকে। মৃগকোষ পৰিষ্কাৰ কৰি লাগি থকা চুলি আৰু ছাল গুচাই ৰ'দত শুকাই মেলি কিছুদিন থৈ দিয়া হয়। পিছত পানী বা তেলত জুবুৰিয়াই থৈ দিয়া নিয়ম। এনে কৰিলে মৃগকোষ স্বাভাৱিকতে কোমল হয়, আৰু পুৰণি হোৱাৰ লগে লগে সুগন্ধি ওলাবলৈ আৰম্ভ কৰে। মধ্য আৰু সুদূৰ



প্ৰাচ্যৰ দেশসমূহলৈ অসমৰপৰা এসময়ত কস্তুৰী চালান হৈ বেহা বেপাৰৰ প্ৰসাৰণ বৃদ্ধি পাইছিল। আৰব দেশৰ মানুহে কস্তুৰীক যথেষ্ট আদৰ কৰে।

ফৰাচী ভ্ৰমণকাৰী টেভাৰ্ণিয়েৰৰ টোকাৰ পৰা জনা যায় যে অসমৰ বনাঞ্চলত প্ৰচুৰ পৰিমাণে কস্তুৰী মৃগ পোৱা গৈছিল। আৰু এইবোৰৰ পৰা পোৱা সুগন্ধি দূৰ দেশলৈ পঠোৱা হৈছিল। টেভাৰ্ণিয়েৰে ভ্ৰমণ শেষ কৰি উভতি যাওঁতে ৭৬৭৩টা কস্তুৰী মোনা লগত নিছিল আৰু ইয়াৰ ওজন আছিল ২৫৫৭½ আউন্স। সীমান্তৰ আদিবাসীসকলে আহোম ৰজাসকলৰ লগত মিত্ৰতা পাতোতে আন আন সামগ্ৰীৰ লগতে কস্তুৰীও উপহাৰ দিছিল। অনেকে আকৌ কস্তুৰী দি জাংফ্ৰাই নিবলৈ ভৈয়ামৰ হাটলৈ আহিছিল। ঔষধতো কস্তুৰীৰ প্ৰয়োজন বুলি গম পোৱা যায়। কফ, বাত-বিষ, পানী লগা প্ৰভৃতিত ই মহৌষধ বুলি আয়ুৰ্বেদ শাস্ত্ৰত উল্লেখ আছে। ৰজা সমেশ্বৰে লিখা "মানসোল্লাস"ৰ অন্তৰ্গত 'তাম্বুল ভোগ' অধ্যায়ত সুগন্ধি পাণ মচলাৰ লগত কস্তুৰীকো তালিকাভুক্ত কৰিছে। অগৰুৰ (Aloe wood, Aleos wood oil) বাবে অসম অতীজৰে পৰা জনাজাত। অসমৰ হাবিত প্ৰচুৰ পৰিমাণৰ আগৰ কাঠ পোৱা গৈছিল বুলি প্ৰাচীন ফলিত উল্লেখ আছে। এই আগৰ গছক সাঁচি গছ বুলিও কোৱা হয়। ই দীঘলে প্ৰায় ৬০।৭০ ফুট ওখ আৰু গা-গছৰ মেৰ ১০।১২ ফুট পৰ্যন্ত ডাঙৰ হয়। ধৰ্মীয়, সামাজিক আৰু ঘৰুৱা প্ৰয়োজনীয়তাত অগৰুৰ ব্যৱহাৰ অত্যন্ত তাৎপৰ্যপূৰ্ণ। মহাভাৰতৰ সভা পৰ্বত আছে যে ভীমে প্ৰাগজ্যোতিষ জয় কৰাৰ পাছত কামৰূপৰ ৰজাৰ পৰা চন্দন কাঠ আৰু অগৰু লৈছিল। পাণ্ডৱসকলে ৰাজসূয় যজ্ঞ কৰোতে প্ৰাগজ্যোতিষৰ পৰা মূল্যবান মণি-মুক্তা, সোণ-ৰূপৰ লগতে অগৰু প্ৰভৃতি অনেক সুগন্ধি দ্ৰব্য লাভ কৰিছিল। কৌটিল্যয়ো কিছুমান উৎকৃষ্ট ধৰণৰ আগৰ গছৰ কথা অসমৰ ক্ষেত্ৰত বৰ্ণনা কৰিছে। অৰ্থ শাস্ত্ৰৰ টীকাকাৰ ভট্ট স্বামীৰ টোকামতে পাৰ সমুদ্ৰক নামৰ এবিধ উৎকৃষ্ট সুগন্ধিযুক্ত অগৰু কাঠ অসমৰ হাবিত পোৱা গৈছিল। তেজপুৰত পোৱা বনমাল ফলিতো অগৰুৰ ব্যৱহাৰৰ কথা জনা যায়। ভাস্কৰ বৰ্মণে শ্ৰীহৰ্ষলৈ উপহাৰ স্বৰূপে কাৰুকাৰ্যৰে সুশোভিত বাঁহৰ চুঙাত কৃষ্ণা অগৰু তেল পঠাইছিল। সম্প্ৰীতিৰ আদান প্ৰদানত অগৰু আছিল আকৰ্ষণীয় উপহাৰ সামগ্ৰী। বঙ্গদেশ, ভূটান, চীনদেশ পাৰস্য প্ৰভৃতি

দেশলৈ আগৰ কাঠ ৰপ্তানি হৈছিল। সেই সময়ৰ অসমৰ বেহা বেপাৰৰ প্ৰসাৰতাত আৰু সাংস্কৃতিক বিনিময়ত ই উল্লেখযোগ্য বৰঙণি আগবঢ়াইছিল। মোগল সম্ৰাটসকলে অসমৰ পৰা যি উপহাৰ পাইছিল সেইবোৰৰ ভিতৰত আগৰ কাঠো অন্যতম। 'আইনি আকবৰীত' আছে যে আৰবসকলে কামৰূপক 'কামেৰুণ' (Kamerun) বুলিছিল। 'কামেৰুণ' পৰ্বতমালাত প্ৰচুৰ আগৰ গছ পোৱা গৈছিল। বৰষুণৰ বতৰ শেষ হোৱাৰ লগে লগে ইয়াৰ মানুহে আগৰ গছ কাটি অগৰু উলিয়ায়। ইয়াৰ নামো গুণ বিশেষে অনেক আছে (আইনি আকবৰী ২য় খণ্ড, ১২০ পৃঃ)। অসমৰ বনজ সম্পদৰ স্বকীয় বৈশিষ্ট্য বহন কৰা আগৰ গছৰ পৰা বহুকষ্টেৰে আহৰণ কৰা অগৰু তেলে (অনেকে 'আগৰ আতৰ' বুলিও কয়) আজিকোপতি প্ৰাধান্য লাভ কৰি আছে। এমবাৰগ্ৰীচ আৰু চন্দন তেলৰ দৰেই ই সুগন্ধি আৰু প্ৰসাধনৰ আকৰ্ষণীয় সামগ্ৰী। চিৰসেউজীয়া আগৰ গছ অসমৰ উত্তৰ পূব অঞ্চলত বিশেষকৈ পোৱা যায়।

আগতে শ্ৰীহট্টৰ লোকসকলে অগৰু তেল উলিওৱা প্ৰণালীৰ সকলোবোৰ কিটিপ জানিছিল। শ্ৰীহট্ট আজি কালি বাংলা দেশৰ অধীনত থকাৰ বাবে অসমৰ এই মূল্যবান কাঠৰপৰা তেল প্ৰস্তুত কৰা কাৰ্যত কিছু অসুবিধাই দেখা দিছে। অসমৰ বন বিভাগে বৰ্তমান এই বিষয়ত কিছু আশাপ্ৰদ কাম হাতত লোৱা দেখা গৈছে। অগৰু তেল মিহলাই অনেক উৎকৃষ্ট প্ৰসাধন সামগ্ৰী প্ৰস্তুত কৰা হৈছে। আগৰ কাঠৰ টুকুৰাবোৰ গুৰি কৰি পাউদাৰজাতীয় দ্ৰব্য প্ৰস্তুত কৰা হয়। বহুত ধৰণৰ সুগন্ধি ধূপ প্ৰস্তুত কৰোতে এই চূৰ্ণৰ প্ৰয়োজন। The Bower Manuscriptত উল্লেখ আছে যে পঞ্চম শতিকাৰেপৰা ঔষধৰ বাবে আগৰ কাঠ ব্যৱহাৰ হৈ আহিছে। এসময়ত অসমৰ প্ৰাচীন নথি-পত্ৰ আৰু কৃষি বিভাগৰ দায়িত্বত থকা অসম বন্ধু এডোৱাৰ্ড গেইট চাহাবে তেখেতৰ অসম বুৰঞ্জীত সাঁচি গছৰ বৰ্ণনা কৰিছে। কেনেকৈ অসমীয়া মানুহে হাতে লিখা পুথিৰ বাবে সাঁচি বা আগৰ গছৰ ছাল ব্যৱহাৰ কৰিছিল তাৰ বিশদ বৰ্ণনা গেইট চাহাবে ডাঙি ধৰিছে। শ্ৰীহট্টৰপৰা প্ৰচুৰ পৰিমাণৰ অগৰু ধূপ আহোম ৰজাসকলৰ ভঁৰাললৈ আহিছিল আৰু এইবোৰ নানান অনুষ্ঠানত, মঠ-মন্দিৰত ব্যৱহাৰ হৈছিল বুলি তেখেতে লিখিছে।



চন্দন : দুহেজাৰ বছৰৰো অধিক কাল জুৰি চন্দন গছে ভাৰতবৰ্ষৰ সাংস্কৃতিক জীৱনত প্ৰভাৱ বিস্তাৰ কৰি আহিছে। পাৰস্য দেশত গোলাপ ফুলৰ যেনে আদৰ, ভাৰতত চন্দনৰ তাতোকৈয়ো অধিক আদৰ। ভাৰতৰ পণ্য তালিকাত চন্দন কাঠ আৰু চন্দন তেল সু-প্ৰসিদ্ধ। প্ৰাচীন গ্ৰন্থ-সমূহত চন্দনৰ উল্লেখ পোৱা যায়। ৰামায়ণত থকা চন্দন, হৰিচন্দন আদি গন্ধজাত বৃক্ষ তাম্ৰপৰ্ণি নদীৰ দ্বীপমালাত পোৱা গৈছিল বুলি অনুমান হয়।

আয়ুৰ্বেদ শাস্ত্ৰত চন্দনৰ বহুল ব্যৱহাৰৰ বৰ্ণনা আছে। চন্দনৰ গোন্ধ মলমলীয়া, সোৱাদ তিতা, পিত্তবৃদ্ধি, শ্বাস, হৃদযন্ত্ৰৰ অসুখত চন্দন উপকাৰী বুলি কোৱা হয়। মূৰ কামোৰা, খৰ, খহু, ছালৰ নানা ধৰণৰ বেমাৰ চন্দনে আৰোগ্য কৰে। মহে কামুৰিলে, গাত ফোঁহা উঠিলে, আইসকলে দেখা দিলে চন্দনৰ প্ৰলেপ ললে ৰোগৰ উপশম ঘটে। চকু উঠা বেমাৰত ই পীড়ানাশক। অনেক কবিৰাজী তেলত চন্দন তেল মিহলি থাকে। চৰক সংহিতাত (ভেলা সংস্কৰণ—আশুতোষ মুখাৰ্জী সম্পাদিত, ১৯২১ চন) উল্লেখ আছে যে ৰাস্‌না তৈল, মহাপদ্ম তৈল, মূলক তৈল প্ৰভৃতি বিখ্যাত তৈল পৰ্ণিক প্ৰস্তুত কৰোতে চন্দন তেলৰ প্ৰয়োজন অধিক।

আমাৰ কালিকা পুৰাণ, যোগিনীতন্ত্ৰ প্ৰভৃতি গ্ৰন্থত চন্দনৰ ব্যৱহাৰ বিশদভাৱে বৰ্ণনা কৰা হৈছে। কালিকা পুৰাণত কোৱা হৈছে যে সকলো প্ৰকাৰৰ গোন্ধৰ ভিতৰত 'মলয়োদ্ভৱ' অত্যন্ত প্ৰশস্ত। কৃষ্ণ অগৰু, কৰ্পূৰ আৰু চন্দন মিহলাই যি সুগন্ধি প্ৰস্তুত কৰা হয় তাৰে অৰ্চনা কৰিলে বৈষ্ণৱী দেৱী আৰু কামাখ্যাৰ প্ৰীতি লাভ কৰিব পাৰি।

আগতে অসমৰ মাটিত বগা চন্দন আছিল নে নাই সেই বিষয়ে কোনো সবিশেষ তথ্য আমাৰ চকুত পৰা নাই। সাধাৰণতে দক্ষিণ ভাৰতৰ পৰাই চন্দন কাঠ অসমলৈ আহিছিল বুলি ঠাৰৰাব পাৰি। কৌটিল্যৰ প্ৰসিদ্ধ গ্ৰন্থ অৰ্থশাস্ত্ৰত (খ্ৰীঃ পূঃ ৩২০ ৰপৰা খৃষ্টীয় ৩০০ লৈকে) ৰাজ ভঁড়াললৈ সংগ্ৰহ কৰা বিভিন্ন দ্ৰব্যসমূহৰ ভিতৰত অসমৰ চন্দনৰ কথা উল্লেখ কৰিছে। এই গ্ৰন্থত ১৫ বিধ চন্দনৰ নাম, সেইবোৰৰ ৰং আৰু গোন্ধৰ বৰ্ণনা পোৱা যায়।

জোঙ্গক আৰু তৌৰূপ চন্দন প্ৰচুৰ পৰিমাণে কামৰূপত উৎপন্ন

হৈছিল বুলি অৰ্থশাস্ত্ৰত উল্লেখ আছে। এই চন্দনসমূহ পাতল, স্নিগ্ধ সদায় সেমেকা ঘিউৰ দৰে তেলেতিয়া। ছালৰ বাবে উপযোগী, গৰম শীতল কৰে, শৰীৰ ঠাণ্ডা কৰে, গোন্ধৰ সুৰভিয়ে আনন্দ দিয়ে। কৌটিল্যৰ বিশদ বিৱৰণীত শ্বেত চন্দনৰ উল্লেখ নথকাটো মন কৰিবলগীয়া কথা। ৰঙা, ডাঠ ৰঙা, ক'লা প্ৰভৃতি চন্দনৰ বিষয়ে অৰ্থশাস্ত্ৰত আলোচনা কৰিছে, শুদ্ধ বগা চন্দনৰ উল্লেখ নাই।

অসমত উৎপন্ন হোৱা আগৰ কাঠৰ দৰে শাল গছো এবিধ উল্লেখযোগ্য বনজ সম্পদ। অসমৰ ৰপ্তানি বাণিজ্যত আগৰ দিনৰে পৰা শাল গছে উল্লেখযোগ্য বৰঙণি যোগাই আহিছে। শাল গছৰপৰা ধূনা পোৱা যায়; ইয়াৰপৰা চাবোন প্ৰস্তুত কৰোতে শাল গছৰ তেলৰ প্ৰয়োজন। শাল গছৰ গুটিৰপৰা তেল আহৰণ কৰা কথা আমি গম পাব পাৰো। অসমৰ শাল গছৰ কাঠ কিনিবলৈ বিদেশী বেপাৰী সঘনাই অসমলৈ আহিছিল। দেশজ তৈল সামগ্ৰীৰ কেঁচামাল হিচাপে শাল গছৰ গুটি আছিল প্ৰখ্যাত। বৰ্তমান হিন্দুস্থান লিভাৰ কোম্পানীয়ে চাবোন প্ৰস্তুত কৰোতে অধিক পৰিমাণৰ শাল গছৰ গুটি ব্যৱহাৰ কৰাৰ বিষয়ে জোৰ দিছে। এই সূত্ৰৰপৰা গম পাব পাৰি যে ভাৰতবৰ্ষৰ প্ৰায় ১০০ জোপামান প্ৰাকৃতিক গছ আছে যিবোৰৰ গুটিৰপৰা উৎকৃষ্ট বনস্পতি তেল আহৰণ কৰিব পাৰি। ইয়াৰ ভিতৰত শাল, নিম, চম্পা, মহুৱা, কৰঞ্জিয়া আদি উল্লেখযোগ্য। অসমৰ শাল গছৰ গুটি ব্যৱসায়িক ভিত্তিত সংগ্ৰহ কৰিব পাৰিলে চাবোন, ৰং, বাৰ্ণিচ শিল্প চহকী কৰিব পৰা যাব বুলি আশা কৰিব পাৰি। তেল উলিওৱাৰ পিছত চৰ্বিখিনি জীৱ-জন্তুৰ আহাৰৰূপে ব্যৱহাৰ কৰিব পাৰে বুলিও বিশেষজ্ঞসকলে অভিমত দাঙি ধৰিছে। শাল গছৰ ৰঞ্জনৰ (Oleo Rasia) পৰা আয়ুৰ্বেদীয় ঔষধ প্ৰস্তুত হৈছিল। অসমত শাল গছৰ উদ্যোগ গঢ়ি তোলাৰ সম্ভাৱনা প্ৰচুৰ। আৱহমান কালৰ পৰা আদৰ পাই অহা শাল গছে অসমৰ বনজ সম্পদ চহকী কৰাৰ লগে লগে চাবোনজাতীয় প্ৰসাধন সামগ্ৰীকো প্ৰচুৰ সহায় কৰাৰ থল আছে।

# অসমীয়া চিকিৎসা পদ্ধতি

**শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা**

অসমীয়া চিকিৎসা পদ্ধতিৰ ভিতৰত আয়ুৰ্বেদ চিকিৎসা অতি প্ৰাচীন। আয়ুৰ্বেদ শাস্ত্ৰক উপবেদ বুলি কোৱা হৈছে। অথৰ্ব বেদৰ যুগৰপৰাই ভাৰতত থলুৱা বনৌষধিৰ সহায়ত শৰীৰ নিৰাময় কৰাৰ ব্যৱস্থা চলি আহিছে। বৌদ্ধ ধৰ্মৰ প্ৰাচীন গ্ৰন্থসমূহতো দৰৱৰ উল্লেখ পোৱা যায়। পতঞ্জলিয়ে বৈদ্যৰ উল্লেখ কৰিছে। কুশান বংশৰ ৰজা কণিষ্কৰ ৰজাঘৰীয়া চিকিৎসকে চৰক সংহিতা ৰচনা কৰিছিল। এই গ্ৰন্থত বেমাৰ, পথ্য, চিকিৎসা আৰু শৰীৰৰ গঠন সম্পৰ্কে আলোচনা আছে। সুশ্ৰুত সংহিতা আন এখন বিখ্যাত গ্ৰন্থ। মহাভাৰতৰ মতে সুশ্ৰুত হ'ল বিশ্বামিত্ৰ মুনি। নাগাৰ্জুনে সুশ্ৰুত সংহিতা অনুসাৰে জনসাধাৰণৰ চিকিৎসা কৰিছিল। নাগাৰ্জুন খ্ৰীঃ পূঃ দ্বিতীয় শতিকাৰ আগৰ লোক। এই কথাই ভাৰতীয় চিকিৎসা পদ্ধতি কিমান প্ৰাচীন সেই কথাৰ সত্যতা নিৰূপন কৰিছে।

আয়ুৰ্বেদ শাস্ত্ৰৰ আঠোটা ভাগৰ উল্লেখ পোৱা যায়, যেনে—শল্য, শালক্য, ভূতবিদ্যা, কৌমাৰ ভৃত্য, কায় চিকিৎসা, অগদ তন্ত্ৰ, ৰসায়ন আৰু বাজীকৰণ। আয়ুৰ্বেদ চিকিৎসা পদ্ধতি ভাৰতৰ বাহিৰেও খ্ৰীষ্ট জন্মৰ আগৰেপৰা চীন, আৰব আদি দেশতো বিয়পি পৰিছিল। আয়ুৰ্বেদ শাস্ত্ৰৰ প্ৰধান গ্ৰন্থকৰ্তা আচাৰ্য চৰক আছিল কায় চিকিৎসক আৰু সুশ্ৰুত আছিল শল্য চিকিৎসক। চৰকে শাৰীৰিক আৰু মানসিক চিকিৎসাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। তেওঁ কৈছিল যে ৰাসায়নিক ঔষধ সেৱন কৰিলে মানুহে যেনেকৈ নিৰোগী হয় আৰু বল-শক্তি বৃদ্ধি পায়, তেনেদৰে আচাৰ ৰসায়ন মানি চলিলে অৰ্থাৎ সৎ বাক্য, সদাচাৰ পালন কৰিলে মানুহৰ মানসিক উৎকৰ্ষ সাধিত হয়; মানুহে নিৰোগী আৰু দীৰ্ঘ জীৱন লাভ কৰিব পাৰে।

হিপপ'ক্ৰেটাছৰ সময়লৈকে গ্ৰীচ দেশতো আয়ুৰ্বেদ মতে চিকিৎসা

চলিছিল। তেওঁ গ্ৰীচ দেশৰ মানুহ। খৃঃ পূঃ ৪০০ বছৰমান আগয়ে তেওঁ গ্ৰীচদেশত জন্ম গ্ৰহণ কৰিছিল। চীনা পৰিব্ৰাজকসকলে ভাৰতীয় আয়ুৰ্বেদ চিকিৎসাৰ প্ৰশংসা কৰিছে। পঞ্চম-ষষ্ঠ শতিকাত ভাৰতীয় চিকিৎসক চীন সম্ৰাটৰ ৰাজকীয় চিকিৎসক আছিল আৰু এই চিকিৎসক-সকলে চৰক সংহিতা চীনা ভাষালৈ অনুবাদ কৰিছিল।

অসমত আহোম ৰাজত্বকালত চিকিৎসকসকলে বিশেষ ধৰণৰ আদৰ সন্মান লাভ কৰিছিল। আহোম ৰজাৰ ৰজাঘৰীয়া চিকিৎসক আছিল আৰু এই চিকিৎসকসকলক বেজবৰুৱা উপাধি দিয়া হৈছিল। স্বনাম-ধন্য সাহিত্যিক লক্ষ্মীনাথ বেজবৰুৱাৰ পিতৃ ডাঙৰীয়া দীননাথ বেজবৰুৱা এজনা প্ৰখ্যাত চিকিৎসক আছিল। ইয়াৰ বাহিৰেও ১৭৬৪ চনত সুকুমাৰ বৰকায়স্থই ৰচনা কৰা হস্তীবিদ্যাৰ্ণৱ গ্ৰন্থত হাতীৰ শ্ৰেণী বিভাগ, সিহঁতৰ বেমাৰ আৰু বেমাৰৰ চিকিৎসাৰ বিষয়ে বিস্তৃত ভাৱে আলোচনা কৰিছে। এই গ্ৰন্থখনিৰ পালকাপ্য মুনিৰ হস্ত্যায়ুৰ্বেদৰ লগত বিশেষ সম্পৰ্ক নাই। গ্ৰন্থখনি শম্ভুনাথৰ গজেন্দ্ৰ চিন্তামণিৰ আধাৰত ৰচনা কৰা বুলি উল্লেখ আছে। সাগৰ খৰিয়ে ১৭৪০ চনত ৰচনা কৰা ঘোৰা নিদান গ্ৰন্থত ঘোৰাৰ শ্ৰেণীকৰণ, বেমাৰ, চিকিৎসা পদ্ধতি, ঘোৰা চহিচৰ প্ৰতি পৰামৰ্শ আদিৰ বিষয়ে বিস্তৃতভাৱে আলোচনা কৰা হৈছে। গ্ৰন্থ দুখনে মধ্যযুগত অসমীয়া মানুহে ঘৰচীয়া জীৱ-জন্তু, পশু-পক্ষী আদিৰ প্ৰতি কেনে যত্ন লৈছিল তাৰ আভাস দিছে।

ওপৰত উল্লেখ কৰা গ্ৰন্থ দুখনৰ প্ৰভাৱ অসমীয়া সমাজত অপৰিসীম। এতিয়াও এই দুখন গ্ৰন্থত নিৰ্দ্দেশ কৰা অনুসাৰে অসমীয়া মানুহে ঘৰচীয়া পশু-পক্ষী আৰু জীৱ-জন্তুৰ চিকিৎসা কৰা দেখা যায়। ইয়াৰ বাহিৰেও গাৱঁলীয়া ওজাসকলে বিবিধ বনৌষধিৰ সহায়ত ঘৰচীয়া জন্তুৰ চিকিৎসা কৰে। এই ধৰণৰ চিকিৎসা পদ্ধতিত বনৌষধিৰ উপৰিও মন্ত্ৰৰ প্ৰয়োগ কৰা হয়।

অসমৰ বিভিন্ন অঞ্চলত ইউনানি চিকিৎসা বুলি আৰু এবিধ চিকিৎসা পদ্ধতি বিস্তৃতভাৱে প্ৰচলিত আছে। এই চিকিৎসা পদ্ধতিৰ অন্য নাম হেকিমি চিকিৎসা। মুছলমান ৰাজত্ব কালত এই চিকিৎসাই প্ৰধানকৈ বিস্তৃতি লাভ কৰিছিল। আৰবৰ ইউনান অঞ্চলৰ পৰা এই চিকিৎসা পদ্ধতি অহাৰ কাৰণে চিকিৎসা পদ্ধতিটোক ইউনানি চিকিৎসা বুলি



কোৱা হয়। ভাৰতীয় আয়ুৰ্বেদ চিকিৎসাৰ সৈতে এই চিকিৎসা পদ্ধতিৰ পাৰ্থক্য অতি কম। বহুতো আয়ুৰ্বেদীয় চিকিৎসকৰ মতে এই চিকিৎসা পদ্ধতিৰ মূল আয়ুৰ্বেদ শাস্ত্ৰ। প্ৰাচীন ভাৰত আৰু আৰবৰ মাজত ঘনিষ্ঠ সম্পৰ্ক আছিল। গাৱঁলীয়া ওজা, বৈদ্য বা বেজসকলে আসুৰী চিকিৎসা পদ্ধতিৰে বেমাৰীক ৰোগমুক্ত কৰিবলৈ যত্ন কৰা দেখা যায়। আসুৰী চিকিৎসাৰ মূল আয়ুৰ্বেদ। আয়ুৰ্বেদ শাস্ত্ৰৰ সামান্য জ্ঞান লাভ কৰি গাৱলীয়া ওজাসকলে নিজৰ পেটৰ ভাত মোকোলোৱাৰ উপৰিও ৰোগ চিকিৎসা কৰে। এই ওজাসকলে অসমৰ মাটিত গজি উঠা বিভিন্ন দৰৱৰ গছ চিনি পায়। বিভিন্ন গছৰ পাত একেলগ কৰি বাতি বড়ি কৰি নাইবা তাৰ ৰস উলিয়াই ৰোগীক খুৱাই ৰোগ নিৰাময়ৰ কাৰণে ব্যৱস্থা কৰে। এই পদ্ধতিত দৰৱ খুউৱাৰ লগতে মন্ত্ৰও মতা হয়। মন্ত্ৰ নামাতিলে দৰৱে গুণ নধৰে বুলি বিশ্বাস। অসমৰ জন-জাতীয় লোকসকলৰ মাজত এই পদ্ধতি এতিয়াও অধিক জনপ্ৰিয়। ডঃ প্ৰতাপ চন্দ্ৰ চৌধুৰীৰ মতে তান্ত্ৰিক সিদ্ধসকলৰ প্ৰভাৱতে দৰৱৰ লগত মন্ত্ৰ প্ৰয়োগ কৰা হয় বুলি বিশ্বাস কৰিব পাৰি। সৰ্পই কোনো লোকক দংশন কৰিলে এতিয়াও ওজাই মন্ত্ৰ মাতি সাপৰ বিষ নমোৱা দেখা যায়। সাপে দংশন কৰা লোকক ডাক্তৰী দৰৱ খুউৱা নহয়। বসন্ত বেমাৰ হ'লেও কেৱল মন্ত্ৰেৰে জৰাপানী বেমাৰীৰ গাত ছটিয়াই দিয়া হয়। এই বেমাৰীকো ডাক্তৰী দৰৱ খুউৱা নহয়। অৱশ্যে কোনো কোনো লোকে আয়ুৰ্বেদীয় নাইবা আসুৰী দৰৱ খুৱাই বেমাৰীক আৰোগ্যৰ পথলৈ আনে।

আসুৰীক চিকিৎসা পদ্ধতিৰ বিভিন্ন আঞ্চলিক নাম আৰু বৈশিষ্ট্যও আছে। এই চিকিৎসা পদ্ধতি বেজালি আৰু ওজালি বুলিও জনা যায়। আসুৰীক চিকিৎসাৰ ওপৰত জনজাতীয় প্ৰভাৱ লক্ষ্য কৰা যায়। ওজালি কৰা লোকসকলে দৰৱ আৰু মন্ত্ৰৰ বাহিৰেও বিভিন্ন দেও-ভূত-পিশাচৰ অস্তিত্বৰ ওপৰত বিশ্বাস কৰে। সিবোৰৰ প্ৰভাৱৰ ফলতহে মানুহৰ বেমাৰ-আজাৰ হয় বুলি তেওঁলোকৰ বিশ্বাস। গতিকে তেওঁলোকে বেমাৰীৰ গাৰপৰা দেও-ভূত খেদিবৰ কাৰণে বিভিন্ন আসুৰীক উপায় অৱলম্বন কৰে। মধ্য অসমৰ মায়ং অঞ্চলত বিশেষকৈ 'কুট জ্ঞান বিদ্যা' প্ৰচলিত আছে। এই কুট জ্ঞানেৰে বিয়াৰ দৰা-কন্যা মৰা হয় আৰু বিয়াৰ বাহৰত

নানা প্ৰকাৰ অশান্তিকৰ পৰিস্থিতিৰ সৃষ্টি কৰা হয়। ওজাই ধাৰণী মন্ত্ৰ মাৰি এই কুট বিদ্যাৰ প্ৰভাৱত পৰা লোকক বিপদৰ পৰা উদ্ধাৰ কৰিব পাৰে।

স্বৰ্গীয় হৰিনাৰায়ণ দত্তবৰুৱাই "কামৰূপীয় তন্ত্ৰ-মন্ত্ৰ আৰু আসুৰী ঔষধ" বুলি এখনি গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছে। গ্ৰন্থৰ পাতনিত তেওঁ লিখিছে "আমি নিজেও দুই-এজন লোকৰ মন্ত্ৰৰ শক্তি আৰু ঔষধৰ গুণ দেখি মুগ্ধ হৈছো। আমাৰ চকুৰ আগতে পানী জৰা মন্ত্ৰেৰে নাৰেঙা ধুই খুৱেৰে কটা আৰু নাৰেঙাৰ চকুবোৰ চিমটাৰে তেজ ওলাই থাকোতে ৰোগীয়ে দুখ নোপোৱাকৈ টানি উলিয়াই অনা দেখিছোঁ। হঠাৎ উঠা অতিপাত জ্বৰ আৰু পালজ্বৰ আদি জাৰি ভাল কৰা দেখিছোঁ।"

দত্তবৰুৱাই এই গ্ৰন্থত সৰ্বঢাক মন্ত্ৰ, মুখভঙা মন্ত্ৰ, মূৰ কামোৰা মন্ত্ৰ, সৰ্পৰ ধৰণী ধৰা মন্ত্ৰ, সাপৰ মন্ত্ৰ, নাৰেঙ্গাৰ মন্ত্ৰ, জৰৰৰ মন্ত্ৰ, দীক্ষা মন্ত্ৰ আদি সন্নিবিষ্ট কৰিছে। এই মন্ত্ৰসমূহৰ সহায়ত ৰোগীৰ ৰোগ উপশম কৰিব পৰা যায়। ইয়াৰ বাহিৰেও গ্ৰন্থখনিত তেওঁ বিভিন্ন ৰোগৰ কাৰণে বিভিন্ন বনৌষধিৰ উল্লেখ কৰিছে। এই সকলোবোৰ কথা চিকিৎসা ক্ষেত্ৰত জড়িত থকা লোকসকলে বিশেষভাৱে বিচাৰ বিশ্লেষণ কৰি চোৱা উচিত। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে মন্ত্ৰৰ লগত বিভিন্ন সাধন পদ্ধতিৰো উল্লেখ আছে। মন্ত্ৰ প্ৰয়োগ কৰি কাৰ্যসিদ্ধি কৰিবলৈ হ'লে তিথি-বাৰ-নক্ষত্ৰ আদিৰ প্ৰতিও বিশেষভাৱে লক্ষ্য ৰাখিব লাগে। নিৰ্দিষ্ট তিথি, বাৰ, নক্ষত্ৰতহে মন্ত্ৰ প্ৰয়োগ কৰাৰ বিধান আছে। সাধাৰণতে মঙ্গল আৰু শনিবাৰকে মন্ত্ৰ প্ৰয়োগৰ কাৰণে প্ৰশস্ত বাৰ বুলি গণ্য কৰা হৈছে। সকলো মানুহে সকলো মন্ত্ৰ প্ৰয়োগ কৰিব নোৱাৰে। কোনো কোনো মন্ত্ৰ জন-জাতীয় লোকে আৰু কেতবোৰ মন্ত্ৰ অকুমাৰী ছোৱালীয়ে প্ৰয়োগ কৰাৰ বিধান আছে। আনহাতে আকৌ নিৰ্দ্দিষ্ট বাৰত জন্ম গ্ৰহণ কৰা লোকে প্ৰয়োগ কৰিলেহে কেতবোৰ নিৰ্দিষ্ট বেমাৰৰ মন্ত্ৰই গুণ দিয়াৰ কথাও পোৱা যায়। মন্ত্ৰৰ লগতে বিবিধ বনৌষধিৰ প্ৰলেপো বেমাৰীৰ গাত দিয়াৰ ব্যৱস্থা থাকে। উদাহৰণস্বৰূপে সাপে দংশন কৰা স্থানৰ কিছু ওপৰত চূণৰ লেপ দিয়াৰ উপৰিও কাপোৰেৰে টানকৈ গাঁঠি দিয়া হয়।

সৰ্পৰ ধৰণী ধৰা মন্ত্ৰত আছে : "ধৰণী ধৰণী বান্ধো ধৰণী ধৰো। মই ধৰণী ধৰো ব্ৰহ্মাৰ গাঠি। যি মেলিব পাৰে ; সিহে মেলিব পাৰে। সত্য ধৰম কৰম লুকাই। তেবেসে মোৰ ধৰণী শুকাই সাগৰ শুকাই পৰ্বত লুকাই, চন্দ্ৰ, সূৰ্য, বায়ু বৰুণ সবে হইয়া সাক্ষী। সত্য সত্য মোৰ হাক গুৰুৰ ডাক সৈতে ধৰণী ধৰো তৈতে ৰৈ থাক।" পাশ্চাত্য চিকিৎসা পদ্ধতি অসমত সম্প্ৰতি প্ৰসাৰ লাভ কৰিলেও মানুহে তন্ত্ৰ-মন্ত্ৰ আৰু আসুৰীক ঔষধ আৰু চিকিৎসা পদ্ধতিৰ ওপৰত আস্থা হেৰুৱাই পেলোৱা নাই।



পাশ্চাত্য পদ্ধতি : অসমত ইংৰাজী শিক্ষাৰ প্ৰচলনৰ লগে লগে পাশ্চাত্য সংস্কৃতি, ধৰণ-কৰণ আৰু নীতি-নিয়মে অসমৰ জনসাধাৰণৰো হৃদয় আকৰ্ষণ কৰে। ইংৰাজসকলে চিকিৎসা ক্ষেত্ৰতো আমূল পৰিবৰ্ত্তন সাধন কৰে। ৰাসায়নিক প্ৰক্ৰিয়াৰে দৰৱ প্ৰস্তুত আৰু বৈজ্ঞানিক মন্ত্ৰৰ সহায়েৰে পৰীক্ষা কৰি বেমাৰ নিৰ্ণয়, পাশ্চাত্য চিকিৎসা পদ্ধতিৰ কেতবোৰ লেখত লবলগীয়া বৈশিষ্ট্য। আয়ুৰ্বেদ অনুসাৰে চিকিৎসা কৰিলে ৰোগীৰ ৰোগ ভাল নহ'ব পাৰে। কিন্তু ৰোগীৰ গাত প্ৰতিক্ৰিয়া নাইবা নতুন ৰোগ হোৱাৰ সম্ভাৱনা নাথাকে। আয়ুৰ্বেদ চিকিৎসাক আজিও বহুতো লোকে পৰম শ্ৰদ্ধাৰে বেমাৰৰ পৰা হাত সৰাৰ উপায় হিচাপে গ্ৰহণ কৰে। পাশ্চাত্য চিকিৎসা পদ্ধতিৰে ৰোগীক চিকিৎসা কৰাৰ ব্যৱস্থা হাতত লোৱাৰ ফলত আমাৰ থলুৱা আয়ুৰ্বেদ চিকিৎসা পদ্ধতি অৱহেলিত হ'বলৈ ধৰিলে। ইংৰাজৰ ৰাজত্বকালত আয়ুৰ্বেদ চিকিৎসাৰ ক্ষেত্ৰত চিন্তা-চৰ্চা আৰু গৱেষণাৰ কাম সম্পূৰ্ণৰূপে বন্ধ হ'ল আৰু আয়ুৰ্বেদ চিকিৎসাৰ ওপৰত মানুহৰ আস্থাও কমি যাবলৈ ধৰিলে। আয়ুৰ্বেদ চিকিৎসাৰ স্থান গ্ৰহণ কৰিলে পাশ্চাত্য চিকিৎসা পদ্ধতিয়ে। দেশ স্বাধীন হোৱাৰ পিছৰেপৰা জাতীয় চৰকাৰে অৱশ্যে পুনৰ আয়ুৰ্বেদ চিকিৎসা আৰু সেই সম্পৰ্কীয় গৱেষণাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। জালুকবাৰীত অৱস্থিত গুৱাহাটী আয়ুৰ্বেদ কলেজে চিকিৎসা আৰু গৱেষণাৰ ওপৰত ইতিমধ্যে প্ৰশংসনীয় কাম কৰি ৰাইজৰ শ্ৰদ্ধাভাজন হ'ব পাৰিছে। আমাৰ দৃঢ় বিশ্বাস ভাৰতৰ ভূমিত আয়ুৰ্বেদ চিকিৎসা পদ্ধতিয়ে হেৰোৱা গৌৰৱ ঘূৰাই পাবলৈ সৰহ দিন নেলাগিব।

# অসমৰ জনজাতীয় ধৰ্ম বিশ্বাস

ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য

অসম ভূমিত জনজাতি নামেৰে আখ্যা পোৱা অধিবাসীৰ সংখ্যা ইংৰাজী ১৯৫১ চনৰ পিয়লমতে পাঁচ লাখৰো অধিক হ'ব। মণিপুৰ, ত্ৰিপুৰা আৰু উত্তৰ-পূৰ-সীমান্ত ভূ-ভাগৰ (অৰুণাচল) জনজাতীয় অধিবাসীসকলক এই লেখত ধৰা হোৱা নাছিল। পিয়লত জনজাতীয় ভাষা-ভাষীৰূপে লেখ দিয়া লোকৰ সংখ্যা কম হ'লেও স্বৰূপাৰ্থত অসমৰ গাঁথনি যে জনজাতীয়—সেই বিষয়ে সন্দেহ নাই; ই একো হীন মনোভাৱ বা লাজৰ কথাও নহয়।' প্ৰাক্-বৈদিক যুগত এমুঠি আৰ্যভাষী লোকহে ভাৰতত প্ৰবেশ কৰিছিল; চামে চামে অহা এই আৰ্যভাষী লোকসকলো এবিধ জনজাতিহে (আজিকালি নৃতাত্ত্বিক দৃষ্টিত জনজাতি বা ট্ৰাইব্ বোলা অৰ্থত) আছিল বুলিব লাগে। ইতিপূৰ্বে ভাৰতবৰ্ষত বাস কৰি থকা অষ্ট্ৰিকভাষী আৰু দ্ৰাবিড়ভাষীসকলৰ তুলনাত আৰ্যভাষীৰ লেখ এমুঠি যেন আছিল আৰু আৰ্যসকলৰ ধৰ্ম, আচাৰ-ব্যৱহাৰ, ভাষা-সংস্কৃতিয়ে ধাৰাবাহিক চেষ্টা তথা সংগ্ৰামৰ ফলতহে ক্ৰমশঃ আদান-প্ৰদানৰ মাজেদি বিস্তাৰ লাভ কৰিছিল। সেই সময়ত ভাৰতৰ পূব প্ৰান্তত অষ্ট্ৰিক, দ্ৰাবিড়ৰ উপৰিও কিৰাতসকল কিমান পৰিমাণে বিস্তৃত আছিল জনা নাযায়। কিন্তু খৃষ্টপূৰ্ব প্ৰায় দুহেজাৰ বছৰৰ আগতে কিৰাতসকলৰ ভাৰতত অৱস্থানৰ সম্ভেদ পোৱা যায় যজুৰ্বেদত উল্লেখিত "গুহাভ্যঃ কিৰাতম্" আদি বচনৰ পৰা। ভাৰতৰ সকলো যোগিনীপীঠতে (দেৱপীঠ) কিৰাতজ বা কৈৰাত ধৰ্মৰ প্ৰচলন ঘটিছিল আৰু ঘাইকৈ প্ৰাচীন কামৰূপ বা অসমেই কামাখ্যাৰ যোনিপীঠ ধাৰকৰূপে কৈৰাত ধৰ্মৰ প্ৰাণকেন্দ্ৰ হৈ পৰিছিল। ভাৰতীয় জনসমষ্টিত নেগ্ৰিটো, প্ৰট'-অষ্ট্ৰেলয়দ, মঙ্গলয়দ, দ্ৰাবিড় (মেডিটেৰানিয়ান), নৰ্দিক আৰ্য প্ৰবাহ আদিৰ সুমধুৰ সংমিশ্ৰণ ঘটিছিল। ক্ষীণভাৱে হ'লেও অসমৰ পাহাৰ-



ভৈয়ামে ভৰা ভূমিত এনে ধৰণৰ সোঁত বলিছিল। সেয়েহে অসমৰ ধৰ্মৰ ধাৰা সৰ্বভাৰতীয় ধৰ্মৰ এক অংশ বিশেষ আৰু এই ধাৰাত বিভিন্ন লোক প্ৰবাহৰ কম-বেছি বৰঙণি আছে।

## জনজাতীয় কৈৰাতজ ধৰ্মৰ গুৰিকথা

প্ৰাচীন আৰ্যসভ্যতাৰ বাহিৰত থকা প্ৰাগ্‌জ্যোতিৰ কামৰূপ নামৰ অসমভূমিৰ পুৰণি ধৰ্ম নো কেনে ধৰণৰ আছিল ডঃ বাণীকান্ত কাকতিয়ে 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা' গ্ৰন্থত কিছু পৰিমাণে আলোচনা কৰিছে: "হিন্দু ধৰ্ম বৈদিক ধৰ্মৰ পৌৰাণিক সংস্কৰণ। হিন্দুসকল অসম দেশলৈ অহাৰ লগে লগেহে ইয়াৰ প্ৰচলন সম্ভৱ। এতিয়া যেনেকৈ পৰ্বতীয়া অহিন্দু জাতিবোৰৰ ভিতৰত নানা স্থানীয় কৌলিক ধৰ্ম চলি আছে, তেতিয়াও সেইবোৰ ধৰ্মই অধিবাসীসকলৰ মাজত চলিছিল। হিন্দু ধৰ্ম যেতিয়া সকলো জাতিৰ মাজতে ব্যাপকভাৱে প্ৰচাৰ হ'ব ধৰিলে, তেতিয়া অহিন্দু জাতিবোৰৰ আচাৰ-নীতিবোৰেও ইয়াৰ ভিতৰত ঠাই পাব ধৰিলে। সেই কাৰণে আৰ্য-অনাৰ্যৰ সংমিশ্ৰণৰ পৰা যি ধৰ্মৰ অভ্যুদয় হ'ল তাক যোগিনীতন্ত্ৰৰ গ্ৰন্থকাৰে কৈৰাতজ ধৰ্ম বুলিছে।"

যোগিনীতন্ত্ৰ সকলো দেৱীপীঠতে, ঘাইকৈ কামৰূপত (কামাখ্যা) কৈৰাতজ ধৰ্মৰ প্ৰচলন থকা বুলি নিৰ্দিষ্ট হোৱাৰ মূলতে হ'ল অসমৰ পাহাৰে-ভৈয়ামে যুগ যুগ ধৰি বাস কৰি থকা প্ৰধানতঃ কিৰাত মূলজ জনজাতিবোৰৰ স্থানীয় কৌলিক ধৰ্মসমূহৰ পৰিপালন; এইখন ৰাজ্যত দীঘলীয়া ব্ৰত, সন্ন্যাস, ব্ৰহ্মচৰ্য আদিৰ অপ্ৰয়োজনীয়তাৰ উল্লেখৰ লগতে স্ত্ৰীধৰ্ম, তামোলৰ ব্যৱহাৰ, হাঁহ-পাৰ, কাছ-গাহৰি আদি ভক্ষ্যৰ প্ৰয়োজনীয়তা দাঙি ধৰি যোগিনীতন্ত্ৰই অসম ৰাজ্যৰ সাৰ্বজনীন আচাৰ ব্যৱহাৰৰে ইঙ্গিত দিছে।

## জড়োপাসনা আৰু ভূত-প্ৰেত পূজাৰ তাৎপৰ্য

স্বৰাজোত্তৰ ভাৰত তথা অসমত নৃতাত্ত্বিক তথা সাংস্কৃতিক অধ্যয়নৰ ক্ৰমবিকশিত পটভূমিৰে নেফা আৰু অসমৰ জনজাতিবোৰৰ যিবোৰ বৰ্ণনা পোৱা গৈছে সিবোৰৰ পৰা প্ৰমাণ হয় যে অসমৰ জনজাতিবোৰৰ সৰহভাগে সৰ্বশক্তিমান সত্তা এটিকে ঈশ্বৰ বুলি বিশ্বাস কৰে। অসমৰ

জনজাতি সম্পৰ্কে বিভিন্ন জনজাতীয় লোক আৰু কৃতবিদ্য লেখক-লেখিকাৰ পৰা পোৱা তথ্য-সংবাদৰপৰা দেখা গৈছে যে অসম, ত্ৰিপুৰা, মণিপুৰ আৰু নেফা অঞ্চলৰ জনজাতীয় ধৰ্মবিশ্বাস ঘাইকৈ চাৰিভাগত ভগাব পাৰি -(১) আদিম ধৰ্মপন্থী বা কৌলিক ধৰ্ম মতাৱলম্বী, (২) হিন্দু ধৰ্মপন্থী বা বৈষ্ণৱ শাক্ত, ব্ৰাহ্ম আদি ধৰ্ম মতাৱলম্বী, (৩) বৌদ্ধ ধৰ্মাৱলম্বী আৰু (৪) খৃষ্টান ধৰ্মাৱলম্বী।

## বিভিন্ন জনজাতিৰ দৃষ্টান্ত

অসমৰ এটি সুপ্ৰাচীন কিৰাত গোষ্ঠীজ জনজাতি বড়ো-কছাৰী ঃ বড়ো-কছাৰীয়ে ( ভৈয়ামৰ কছাৰী ) বাথৌ বা শিৱকে পৰম আৰাধ্য দেৱতা বুলি বিশ্বাস কৰে। সিজু গছ বাথৌৰ প্ৰতীকৰূপে পৰিগণিত। ঘৰৰ চোতালৰ উত্তৰ-পূবফালে সিজু গছ ৰুই তাৰ গুৰিত পাঁচোটা থাকেৰে বেদী তৈয়াৰ কৰি বেৰ দিয়ে; ইয়াতে বাথৌ বুঢ়া ( শিৱ ) আৰু তেওঁৰ ভাৰ্য্যা বাথৌ বুঢ়ী বা খামাইখাৰ ( কামাখ্যা ) থাপনা পাতি চাকি বন্তি দি পূজা-সেৱা কৰা হয়। উত্তৰফালে থকা বৰঘৰৰ পূবৰ কোঠাটিত ৰন্ধা-বঢ়া কৰা হয়, তাতো আৰাধ্য বাথৌ আৰু খামাইখাৰ লগতে মইনাওব্ৰী ( লক্ষ্মী ) আৰু বুল্লীব্ৰীৰ ( ভৰলী বুঢ়ী ) থাপনা থাকে। ইয়াৰ বাহিৰেও বড়ো-কছাৰীসকলে নানা দেৱতা আৰু দেওভূতৰ অস্তিত্ব স্বীকাৰ কৰে আৰু ৰোগ-ব্যাধি দূৰীকৰণৰ বাবে এইবোৰক সন্তুষ্ট কৰাৰ নিয়মো আছে। চন্দ্ৰ-সূৰ্যক অগ্নিৰূপে বিভূষিত কৰা হয়; নদী পৰ্বত, বিল আদিক দেৱতাৰ শাৰীত স্থান দিয়া হয়। বড়ো-কছাৰীসকলৰ কিছুসংখ্যকে ব্ৰহ্মধৰ্ম গ্ৰহণ কৰি হোম-যজ্ঞ গায়ত্ৰীৰ অনুশীলন কৰি আছে।

ডিমাচা কছাৰীসকলৰ ধৰ্মবিশ্বাসমতে পৃথিৱীত বিৰাজ কৰা মহা-নিস্তব্ধতা ভঙ্গ কৰি আদিম মানৱ বাংলা ৰজা ( ভূমিকম্পৰ দেৱতা ) আৰু আদিম মানৱী মাৰিথী ডিমাৰ আৱিৰ্ভাৱ হ'ল। এই নৰ-নাৰীহালৰ প্ৰণয়ৰ পৰিণতিৰস্বৰূপে সাতোটা কণীৰ প্ৰসৱ হ'ল। প্ৰথম ছটাৰ মানৱ-ৰূপী দেৱ-দেৱী আৰু সপ্তম কণীৰ পৰা অপদেৱতাৰ সৃষ্টি হ'ল। সোণোৱাল কছাৰীসকলৰ ঘাইভাগে বৈষ্ণৱ ধৰ্মত শৰণ লৈছে। পুৰণি প্ৰথামতে এওঁলোকৰ মাজতো শিৱৰূপী বাথৌ বা খিৰিং ৰজাৰ পূজা চলিছিল আৰু বাথৌ শালত বলি বিধান দিয়াৰ নিয়ম আছিল। লালুং জনজাতিৰ



একমাত্ৰ মুখ্য আৰাধ্য দেৱতা হৈছে মহাদেৱ। লগতে কেঁচাইখাতী গোসাঁনী বা কালিকা মাৰক পূজা কৰা হয়। দেওধাই বা জঁক উঠাৰ নিয়ম আছে। পঠা ছাগলী আৰু কাছ কাটিও কালিকা পূজা কৰাৰ নিয়ম আছে। ইয়াৰ বাহিৰেও লক্ষ্মী, শনি আদি দেৱ-দেৱীৰ পূজা আৰু ভিতৰ-সেৱা নামৰ গোপন প্ৰক্ৰিয়াৰ প্ৰচলন আছে।

ৰাভা জনজাতিৰ মাজত দেৱীৰ কল্পনাৰ ক্ষেত্ৰত ভূত-প্ৰেতৰ জনবিশ্বাসো আছে। দেৱতাক তেওঁলোকে বায় বোলে। শস্যৰ গোসাঁনী খুকুচী বায়ৰ পূজা বহাগ-জেঠ নাইবা শাওণ-ভাদত সাতদিন সাত-ৰাতি গীত-বাদ্য, নৃত্যৰ মাজেদি বলি-বিধানেৰে সম্পন্ন কৰে। মাইটৰী ৰাভাসকলৰ মাজত খুকুচী বায়ৰ পূজা উছৱেই ডেকা-গাভৰুৰ মাজত বিহুবুলীয়া জীৱন-সঙ্গী নিৰ্বাচনৰ সুবিধা দিয়ে। ৰাভাসকলে দুৰ্গাপূজা, কালীপূজা আদি লাহে লাহে প্ৰচলন কৰিছে যদিও আদিম ধৰ্ম বিশ্বাসত দেৱ-দেৱী আৰু দেও-ভূত দুয়োবিধৰে স্থান আছে। পাতি ৰাভাৰ মাজত মনসা পুৰাণৰ আৰু মাৰৈ পূজাৰ প্ৰচলন আছে; গোৱালপাৰাৰ ৰংজুলি, দুধনৈ অঞ্চলত ৰাভাসকলৰ ওজাপালিয়ে মাৰৈ গীত-পদ-নাচৰ এটি বিশিষ্টৰূপ ৰক্ষা কৰি আছে।

গাৰোসকলৰ ধৰ্মবিশ্বাসত দেৱতা আৰু দেও-ভূতৰ স্থান আছে; পুনৰ জন্মৰ বিশ্বাসো আছে। সংসাৰী বা অখৃষ্টান গাৰোসকলক খৃষ্টান-সকলে জড়োপাসক, ভূত-প্ৰেত পূজক বুলি কয় যদিও গাৰো ( সংসাৰী ) সকলে এজন সৰ্বশক্তিমান সৰ্ব সৃষ্টিকৰ্তা ভগৱানত বিশ্বাস কৰে। গাৰোসকলৰ মতে চালজং হৈছে চন্দ্ৰদেৱতা; এওঁ শস্যৰ অধিকাৰী; ৱাংগলা উৎসৱত চালজঙৰ পূজা কৰা হয়। নাৱাং নামেৰে এজন অপদেৱতা আছে—এওঁ মানুহক দুখ-কষ্ট, যন্ত্ৰণা দিয়ে; গতিকে এইজন অপদেৱতাক বলি-বিধানেৰে সন্তোষ কৰা হয়। কুকুৰা, হাঁহ, গাহৰি, ছাগলী আৰু কুকুৰো বলিৰূপে দিয়া হয়।

অখৃষ্টান খাছি আৰু জয়ন্তীয়াসকলৰ মাজতো দেৱ-দেৱী, প্ৰেতাত্মা, মৃতকৰ পূজা-পাতলৰ নিয়ম আছে; সেইবুলি যে পৰম শক্তিত বিশ্বাস নাই—এনে নহয়; 'উব্লেই নংখাও' হৈছে সৃষ্টিকৰ্তা ভগৱান; এওঁক পুৰুষৰূপে কল্পনা কৰা হয় যদিও ভগৱানৰ মাতৃৰূপ এটিও আছে—সেয়া হৈছে বগলেই ছংছাৰ। উথ্লেন নামৰ অতিকায় সাপ পূজাৰ আয়োজন

কৰিলে ধন-সম্পত্তি বৃদ্ধি হয় বুলি ধাৰণা। এই পূজাত আগৰ দিনত নৰহত্যা পৰ্যন্ত সংঘটিত হৈছিল। পূৰ্ব পুৰুষৰ প্ৰেতাত্মাক পূজা কৰিলে সাংসাৰিক মঙ্গল হয় বুলি তেওঁলোকৰ বিশ্বাস। গৰু, গাহৰি, কুকুৰা বলি দিয়াৰ নিয়ম আছে; লাউপানী বা ঘৰুৱা মদ (কাকিয়াদ) পূজাত ব্যৱহৃত হয়। মৃতকৰ অস্থি সমাধি-স্তম্ভৰূপে ৰাখি ওপৰত সোৰৱণী শিল পোতাৰ নিয়ম আছে।

কামেং সীমান্তৰ আঁকাসকলৰ ধৰ্ম বিশ্বাসত তিব্বতী বৌদ্ধধৰ্ম আৰু ভৈয়ামৰ হিন্দু ধৰ্মৰ প্ৰভাৱ মন কৰিবলগীয়া। আঁক সকলৰ প্ৰধান দেৱতাৰ নাম পুমুছাগো; এৰেঁই আকাশ, পাতাল আৰু পৃথিৱীৰ সৃজনকৰ্তা। ভূত-প্ৰেতত বিশ্বাসো আছে; বৰ্তমানে হিন্দু ধৰ্মৰ প্ৰভাৱত বহু ঠাইত হৰিদেওৰ পীঠস্থান বা মন্দিৰ কুকুৰা পোৱালি মাৰি মঙ্গল চাই নিৰ্মাণ কৰা দেখা গৈছে। কামেঙৰ মন্‌পাসকলৰ ধৰ্ম হৈছে বৌদ্ধ; এওঁলোকৰ মাজত প্ৰকৃতিৰ নানা দেৱ-দেৱীৰ পূজা-পাতলৰ প্ৰচলন আছে বুলি জনা যায়। নানা ধৰণৰ দেৱতা আৰু সপোন বিশ্বাসী ডফলাসকলৰ পূজা-পদ্ধতি বিচিত্ৰ। তেওঁলোকৰ মতে দেৱতাক ভালদৰে পূজা নকৰিলে বেমাৰ-আজাৰ চপাই দিব পাৰে। ইবো ওয়ো নামৰ দেৱতাৰ উপৰিও অৰুম্ (মৃতকৰ আত্মা), পাৰ্টে বিন্টো ওয়ি (লক্ষ্মীদেৱীৰ তুল্য) আদি দেৱ-দেৱী আছে; পূজাত কুকুৰা আৰু কণী দিয়া হয়।

দেউৰীসকলৰ এচামে স্বয়ং আদ্যাশক্তি কেঁচাইখাতীক আৰাধ্যা দেৱী বুলি মানে; এৰেঁই পিচাছী তাম্ৰেশ্বৰী। দেউৰীসকলৰ বৰগঞা খেলে পিচাছী, ঢেঙাপনীয়া খেলে শিছদেমা (বলিয়া বাবা), দিৰঙীয়া খেলে গিৰা-পিৰাছীক (হৰ গৌৰী বা বঢ়া-বুঢ়ী) পূজা কৰে আৰু পাতৰ গঞাই পাতৰ শালত পূজা কৰি বলি বিধান দিয়ে। এওঁলোকৰ মাজত নৰবলি দিয়াৰ প্ৰথাও তাম্ৰেশ্বৰী মন্দিৰক কেন্দ্ৰ কৰি চলিছিল। হাঁহ-পাৰ, কুকুৰা, ছাগলী আৰু ম'হ বলিৰ বিধানো আছে। ঘৰুৱা মদ বা চুবৌঁৰ ব্যৱহাৰ পূজাৰ উপকৰণ। ইয়াৰ বাহিৰেও প্ৰায় তেৰ চৈধ্যজনা দেৱ-দেৱীৰ পূজা সেৱাও বিভিন্ন নিয়মেৰে চলে।

দোৱনীয়া আৰু ফাকিয়ালসকল বৌদ্ধধৰ্মী আৰু এওঁলোকে বুদ্ধদেৱৰ অনুসৃত ধৰ্ম, সঙ্ঘ আৰু বুদ্ধৰ নিয়ম অনুসৰি শুদ্ধভাৱে এই ধৰ্ম পালন কৰি আছে। অখৃষ্টান মিকিৰসকলে মহাদাই (মহাদেৱ), মহামাই (মহামায়া) প্ৰমুখ্যে বহুত দেৱ-দেৱীৰ বিভিন্ন উপায়েৰে পূজা-পাতল কৰে। হিন্দু ধৰ্মৰ প্ৰভাৱৰ লগতে আদিম কৌলিক ধৰ্ম-বিশ্বাসৰ সমন্বয় মিকিৰৰ মাজত দেখা যায়।



অতীতৰ অখৃষ্টান মিজো (লুচাই) সকলৰ ফৈদে ফৈদে ভিন্ ভিন্ ধৰ্মমত, দেও-ভূতত বিশ্বাস চলি থাকিলেও এজন মাথোন সৰ্বশক্তিমান ঈশ্বৰত বিশ্বাস মন কৰিবলগীয়া। মিৰিসকলৰ (অবৈষ্ণৱ আৰু অহিন্দু প্ৰভাৱান্বিতসকলৰ) মাজত নানা দেৱ-দেৱীৰ পূজা সেৱা চলি আছে। বিশেষকৈ তালেং উয়ু, দ্রু-মুৰ্গ, দংৰাং, মুগলিং, তাকাৰ, দঞি, পল আদি নামেৰে ওপৰদেৱতা, মেঘ, বিজুলী, তৰা, চন্দ্ৰ, সূৰ্য আদিক পূজা কৰে। শস্যৰ কাৰণে দবুৰ পূজা কৰে। অসমীয়া বিহু তিনিটাৰ উপৰিও পৰাগ বা নৰাছিগা বিহুও পাতে।

অখৃষ্টান নগাসকলৰ মাজত পূজা পাতল আৰু মূৰকটা প্ৰথাৰ প্ৰচলন ধৰ্মীয় পৰিবেশত বিচাৰ কৰিবলগীয়া। কন্যাক নগাই জাঙ্গে আৰু চাহাঙ্গ নামৰ দুজন দেৱতাক পূজা কৰে। টাংখুলৰ মাজতো দেও-ভূতৰ বিশ্বাস আছে। আঙ্গামী নগাৰ মাজত সপোন আৰু গাঁৱৰ পুৰোহিত কেমভ'ৰ স্থান মন কৰিবলগীয়া। কেমভ'ৰ বচন দৈৱ বচন বুলি মানি দেৱতাৰ উদ্দেশ্যে পূজা-উপসনা-মন্ত্ৰপাঠ কৰা হয়। আঙ্গামীসকলে তেৰ'পফো বা কেপেন'পফো নামেৰে সৰ্বশক্তিমান সৃষ্টিকৰ্তাক বিশ্বাস কৰিছিল।

মণিপুৰী বা মেইতেইসকলে অতীজতে মেঘ, হাবি, পৰ্বত, হ্ৰদ আদিৰ অধিষ্ঠাতা দেৱতাক পূজা কৰিছিল, ভূত প্ৰেতত বিশ্বাস কৰিছিল, পূৰ্ব-পুৰুষৰ পূজা কৰাৰ নিয়মো আছিল। তিৰোতা-পুৰোহিতে মঙ্গল চোৱাৰ আৰু সাপ পূজা কৰাৰ নিয়মো আছিল। পিছত হিন্দু ধৰ্ম আৰু বৈষ্ণৱ প্ৰভাৱে মণিপুৰৰ প্ৰাচীন ধৰ্ম বিশ্বাসৰ সলনি ঘটালে।

নৰা, তুৰুং, আইতনীয়া আদি তাইস্যান (শ্যান) জাতিৰ অন্তৰ্গত জনজাতিসকল বৌদ্ধধৰ্মী।

টিৰাপৰ নক্তেসকলৰ মাজত অসমৰ বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ মন কৰিবলগীয়া। নক্তেসকলৰ গাঁৱে গাঁৱে নামঘৰ আছে; খাদ্য বিষয়ত উদাৰ হলেও নামঘৰত নিৰামিষ সেৱা-পূজা চলে। টিৰাপৰ ৱাঞ্চোসকলে দেৱ-দেৱতাক বিশ্বাস কৰে আৰু পুৰণি ৰণ প্ৰথা, মূৰকটা নিয়মৰ সমৰ্থন কৰে। টিৰাপৰ টাংছা নামৰ জনজাতীয় লোকবোৰে এজন পৰমেশ্বৰ আৰু নানা দেৱতা-

অপদেৱতাত বিশ্বাস কৰে। লোহিত সীমান্তৰ খামটিসকল বৌদ্ধধৰ্মী; মিছিমিসকলৰ মাজত নানা দেৱ-দেৱী, দেওভূতৰ বিশ্বাস আৰু তন্ত্ৰ-মন্ত্ৰৰ প্ৰচলন চলি আছে। চিংফৌসকলৰ মাজত মূলতঃ বৌদ্ধ ধৰ্ম আৰু কাৰ্য্যতঃ নানা দেৱ-দেৱীৰ পূজা, বলি-বিধান, ভূত-প্ৰেতৰ বিশ্বাস চলি আছে।

ছিয়াং সীমান্তৰ বিভিন্ন জনজাতিৰ মাজত দেৱ-দেৱীৰ পূজা, ভূত-প্ৰেতৰ বিশ্বাস আৰু বৌদ্ধ ধৰ্মৰ প্ৰভাৱ সানমিহলি হৈ আছে। আপাটানি সকলে কৌলিক পদ্ধতিৰে পূজা-পাতল কৰে, বলি-বিধান দিয়ে, মেথোনৰ বলিও দিয়া হয়। পৰ্বতীয়া মিৰিসকলে এজন পৰমদেৱতা আৰু নানা ভূত-প্ৰেত, দেও-দানৱত বিশ্বাস ৰাখে। মেথোন বলি দিয়াৰ নিয়ম আছে।

টাগিন নামৰ জনজাতিয়ে পৰমেশ্বৰৰ স্বৰূপ স্বৰূপে ডইনী-পোলো দেৱতাত বিশ্বাস ৰখাৰ উপৰিও নানা দেওভূতকো সন্তুষ্ট ৰাখিবলৈ পূজা-পাতল, তন্ত্ৰ-মন্ত্ৰৰ প্ৰয়োগ কৰে। শ্বেৰডুকপেনসকল বৌদ্ধধৰ্মী যদিও নানা জনজাতীয় প্ৰভাৱেৰে তেওঁলোকৰ ধৰ্মবিশ্বাস সংমিশ্ৰিত হৈ পৰিছে। কামেঙৰ মিৰিসকলে নানা দেৱ-দেৱীক পূজা কৰে; দেউৰী বা পুৰোহিত আৰু বৌদ্ধধৰ্মী লামা দুয়োকো মাতি আনি মিৰিসকলে পূজা-সেৱা পাতে বুলি জনা যায়। ভূটীয়াসকলৰ ধৰ্মবিশ্বাস বৌদ্ধ, অৱশ্যে তান্ত্ৰিক (শৈৱ-শাক্ত) ধৰ্মমতৰ প্ৰভাৱো ভূটীয়াসকলৰ ওপৰত পৰিছে। ফলস্বৰূপে গছপূজা, কুকুৰা, চৰাই, গাহৰি আদি বলি দিয়া প্ৰথাও কিছুমানৰ মাজত চলি আছে। বুদ্ধদেৱৰ প্ৰতিমূৰ্তিৰূপে হাজোৰ হয়গ্ৰীৱৰ উপাসনা অসম সীমান্তৰ আৰু অসমৰ ভিতৰত থকা ভুটীয়াসকলৰ নিতান্ত কৰ্তব্যৰ ভিতৰত পৰে। হাজংসকলৰ মাজত আদিম জনজাতীয় ধৰ্মৰ লগতে হিন্দু আৰু বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ পৰিছে। তিপ্ৰাসকলৰ মাজত প্ৰাচীন বড়ো ধৰ্মীয় দেৱ-দেৱতাৰ পূজা উপাসনাৰ উপৰিও হিন্দু ধৰ্মৰ প্ৰভাৱ পৰিলক্ষিত হৈছে। প্ৰাচীন আও নগাৰ মাজত থকা মেথোন বধ প্ৰক্ৰিয়াৰ লগত বৈদিক শূলগব্য যজ্ঞৰ তুলনা কৰিব পাৰি। নেপালৰ ৰংসকলৰ মাজতো ষাড় বধ কৰা হয়।

পূজা, উপাসনা, প্ৰাৰ্থনা, বলি-বিধান, ঘৰুৱা মদৰ ব্যৱহাৰ, ক্ৰিয়া-প্ৰক্ৰিয়াৰ ফালৰপৰা বৈদিক হিন্দু, বৈষ্ণৱ, শৈৱ, শাক্ত, বৌদ্ধ, ব্ৰহ্ম, খৃষ্টান আদি ধৰ্মমতৰ সংমিশ্ৰণত অসমৰ জনজাতীয় ধৰ্মবোৰে বৈচিত্ৰ্য লাভ কৰিছে।

# অসমৰ পূত স্থান

শ্ৰীৰামচৰণ ঠাকুৰীয়া

পুণ্যভূমি ভাৰতৰ সীমান্তৱৰ্তী অসমদেশ অতীজৰে পৰা অসংখ্য তীৰ্থস্থান আৰু মঠ-মন্দিৰেৰে ভৰা। ইতিহাসে ঢুকি নোপোৱা কালতেই ইয়াৰ মনোৰম প্ৰাকৃতিক পৰিৱেশ আৰু 'ৱনোপান্তনদীশৈলনিৰ্ঝৰো-পান্তভূমি'ত 'মানুহৰ প্ৰাণৰ আকুতি লৈ' কিমান মঠ-মন্দিৰযে গঢ়ি উঠিছিল, তাৰ লেখ-জোখ নাই। ভাস্কৰবৰ্মণৰ ৰাজত্বকালত কামৰূপ ভ্ৰমণ কৰা চীনা পৰিব্ৰাজক হিউৱেন্ চাঙে এই দেশত কেইবাশও হিন্দু মন্দিৰ দেখা পাইছিল বুলি কৰা ঐতিহাসিক উল্লেখে এই কথাৰে স্পষ্ট প্ৰমাণ দাঙি ধৰে। একাদশ-দ্বাদশ শতিকাত ৰচিত কালিকা পুৰাণ আৰু বিশেষকৈ পঞ্চদশ শতিকামানত ৰচিত যোগিনীতন্ত্ৰতো প্ৰাচীন কামৰূপৰ অনেক মঠ-মন্দিৰৰ উল্লেখ পোৱা যায়। অৱশ্যে সেই মন্দিৰ-সমূহৰ বেছিভাগেই বৰ্তমান ধৰিত্ৰীগৰ্ভত; আৰু যিখিনি আছে, সেই-খিনিৰো সৰহভাগৰেই অৱস্থা এতিয়া জীৰ্ণ-শীৰ্ণ। অসমৰ মঠ-মন্দিৰ-সমূহৰ ক্ষেত্ৰত এইখিনিতে উল্লেখ কৰি থ'বলগীয়া যে ইয়াত বৰ্তমান যিখিনি মঠ-মন্দিৰ অক্ষত ৰূপত দেখিবলৈ পোৱা যায়, সেই আটাইখিনিয়েই অসমৰ আহোম ৰাজত্বকাল আৰু কোচ বংশীয় ৰজাসকলৰ ৰাজত্বকালতহে নিৰ্মিত অথবা পুৰণা ভগ্নস্তূপৰ ওপৰত পুনৰ্নিৰ্মিত মাত্ৰ।

পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা আৰু বৰ্তমান 'অৰ্চা-মূৰ্তি'ৰ বিচাৰৰ ফালৰপৰা অসমৰ মঠ-মন্দিৰসমূহক প্ৰধানকৈ তিনিটা ভাগত ভগাব পাৰি: শিৱ মন্দিৰ, দেৱী মন্দিৰ আৰু বিষ্ণু মন্দিৰ। কালিকা পুৰাণ মতে এই দেশ পূৰ্বৰেপৰা আছিল শিৱৰ সংৰক্ষিত ভূমি: 'স চ দেশঃ স্বৰাজ্যাৰ্থে পূৰ্বং গুপ্তশ্চ শম্ভুনা'। আনহাতে যোগিনীতন্ত্ৰ মতে আকৌ, 'কামৰূপং দেৱীক্ষেত্ৰং কুত্ৰাপি তৎ সমং ন চ। অন্যত্ৰ বিৰলাদেৱী কামৰূপে গৃহে গৃহে।' সেয়েহে এই তিনিবিধ মন্দিৰৰ ভিতৰতো অসমত শিৱ

আৰু দেৱী মন্দিৰৰ সংখ্যাই সৰ্বাধিক ; আৰু য'তেই শিৱৰ স্থান ত'তেই দেৱীৰো স্থান। অসমৰ শিৱ মন্দিৰসমূহো আকৌ দুই ভাগত বিভক্ত। কিছুমান মন্দিৰত আমিষ আৰু নিৰামিষ ভোগেৰে শিৱক অৰ্দ্ধনাৰীশ্বৰ ৰূপে অৰ্থাৎ শিৱ-পাৰ্বতীৰ যুগ্ম মূৰ্তিক পূজা কৰা হয় ; আৰু কিছুমানত পূজা কৰা হয় কেৱল লিঙ্গৰূপক। শিৱৰ নাম অনেক ; আৰু সেইমতে মন্দিৰৰ নামো অলেখ—উমানন্দ, পৰিহৰেশ্বৰ, বিশ্বনাথ, পশুপতি, মণিকৰ্ণিকেশ্বৰ, সিদ্ধেশ্বৰ, সদাশিৱ, বাণেশ্বৰ, চিত্ৰশঙ্কৰ, তিঙ্গেশ্বৰ, যোগেশ্বৰ, গোপেশ্বৰ, পিঙ্গলেশ্বৰ, মহাভৈৰৱ, অম্বিকানাথ, শুক্রেশ্বৰ ইত্যাদি। শিৱৰ দৰেই দেৱী মন্দিৰৰ নামো অনেক—মহামায়া, কামাখ্যা, চামুণ্ডা, উগ্ৰতাৰা, মালিনী, কেঁচাইখাঁতী, চণ্ডিকা, ব্যাঘ্ৰেশ্বৰী, নীল গোসানী, দুৰ্গা, নাহেশ্বৰী, ভুৱনেশ্বৰী আৰু যে কিমান! বিষ্ণু মন্দিৰসমূহৰ ভিতৰত হয়গ্ৰীৱ মাধৱ, বামন গোসাই, সৌভাগ্যমাধৱ, জনাৰ্দন, অশ্বক্রান্ত, পাণ্ডুনাথ, বাসুদেৱ, গোপালমাধৱ আদিয়েই বিশেষভাৱে উল্লেখযোগ্য। এই তিনিজনা দেৱতাৰ মন্দিৰৰ লগতে অসমত সূৰ্য, গণেশ, মদন-কামদেৱ, শনি আদি দেৱতাৰ বিগ্ৰহো নথকা নহয়। স্মৰণাতীত কালৰেপৰা অসমত মাৰ্তণ্ড ভৈৰৱ ৰূপত সূৰ্যক আৰু অগ্নি বেতাল ভৈৰৱ ৰূপত গণেশক বামাচাৰ পদ্ধতিৰে বিগ্ৰহ প্ৰতিষ্ঠা কৰি পূজা কৰাৰ প্ৰমাণ কালিকাপুৰাণত পোৱা যায়। তদুপৰি অসমৰ বিভিন্ন জন-জাতি আৰু আদিম অধিবাসীসকলৰ ধ্যান-ধাৰণা আৰু পূজা-সেৱাৰ থল হিচাপে অনেক প্ৰাচীন মঠ-মন্দিৰৰ প্ৰমাণো বৰ্তমান পোৱা গৈছে। চৰাইদেওৰ দেওশাল আৰু লাংকুৰি দ'লৰ ভগ্নাৱশেষ, মঙলদৈ অঞ্চলৰ মূৰাদেওৰ, মিছামাৰী অঞ্চলৰ কিৰাং আৰু ওৰাং আৰু বজালী অঞ্চলৰ কুঁজীদেওৰ—এনে মঠ-মন্দিৰৰ কেইটিমান প্ৰাচীন নিদৰ্শন। পঞ্চদশ শতিকাত পুনৰ্নিৰ্মিত বুলি অনুমান কৰা বিখ্যাত তাম্ৰেশ্বৰী মন্দিৰো এসময়ত দেউৰী-চুতীয়াসকলৰহে 'দেওঘৰ' আছিল বুলি বৰ্তমান ঠাৱৰ কৰা হৈছে।

পুৰণি তীৰ্থক্ষেত্ৰ আৰু মঠ-মন্দিৰসমূহৰ লগতেই পুণ্যক্ষেত্ৰ অসমৰ এক উল্লেখযোগ্য পূত স্থান হ'ল—'মন্দিৰৰ নিৰ্জন অন্ধকাৰৰপৰা নামঘৰৰ জনতাৰ মাজৰ মুকলি ঠাইলৈ' উপাস্য বিষ্ণুক উলিয়াই আনি পঞ্চদশ শতিকাৰ নব-বৈষ্ণৱ-ধৰ্ম আন্দোলনৰ সময়ৰেপৰা অসমত নতুনকৈ প্ৰতিষ্ঠা কৰা অসংখ্য সত্ৰসমূহ। অসমৰ নব-বৈষ্ণৱ-ধৰ্ম আন্দোলনৰ



গুৰি ধৰোঁতা মহাপুৰুষ শঙ্কৰদেৱেই হৈছে এই অভিনৱ আদৰ্শ আৰু সত্ৰ-গৃহ প্ৰতিষ্ঠাৰ পথ-প্ৰদৰ্শক। ভট্টদেৱৰ সংজ্ঞাত এই সত্ৰ হ'ল ঃ

'যত্ৰাচৰন্তি সদ্‌ধৰ্মান্ কেৱলা ভগৱৎ প্ৰিয়াঃ
নৱধা ভগৱদ্‌ভক্তিঃ প্ৰত্যহং যত্ৰ ৱৰ্ত্ততে।
তং সত্ৰমুত্তমং ক্ষেত্ৰং বৈষ্ণৱং সুৰৱন্দিতম্
তত্ৰস্থা বৈষ্ণৱাঃ সৰ্ৱে হৰিনাম পৰায়ণঃ॥'

'সন্ত সম্প্ৰদায়' মতেও 'সুত সৌনকাদিৰ প্ৰাই, যজ্ঞ প্ৰৱৰ্তন, হৰিকথা শ্ৰৱণ, ভাগৱত বাক্ষান, সকলো ব্ৰাহ্মণ বৈষ্ণৱৰ নিবাস, কাৰণ সত্ৰ বোলে।' অসমৰ সামাজিক আৰু সাংস্কৃতিক ইতিহাসত এই সত্ৰসমূহৰ গুৰুত্ব কিন্তু তাতকৈ বেছি। অসমৰ সত্ৰ আৰু নামঘৰৰ তাৎপৰ্যৰ কথা উল্লেখ কৰি ড° মহেশ্বৰ নেওগদেৱে লিখিছে,—"সত্ৰ আৰু নামঘৰ মহাপুৰুষৰ দুটি ডাঙৰ দান, অসমীয়া সমাজক নৈতিকভাৱে শুদ্ধ কৰা আৰু এক কৰা দুটি মহামন্ত্ৰ। আজি অসমৰ সত্ৰৰ সংখ্যা যিমান বেছি আৰু অনুষ্ঠান হিচাপে সিবিলাক যিমানভাৱে ছিন্ন-ভিন্ন, তাক শংকৰদেৱে সমৰ্থন কৰিলেহেঁতেন নে নাই নাজানো ; কিন্তু সেইদৰে বহু সংখ্যক আৰু খণ্ডিত পুনঃ খণ্ডিত হোৱা কাৰণেও বোধহয় সমস্ত অসম জুৰি সমাজক প্ৰায় গণতান্ত্ৰিক ভিত্তিত সংগঠন কৰিবৰ সিবোৰেই এটা উপায় হৈ পৰিছে। অকল সেয়ে নহয়, সত্ৰই আমাৰ সংস্কৃতিৰ আৰু সাংস্কৃতিক ঐক্যৰ এটি যেন প্ৰতীক।"

অসমৰ সত্ৰসমূহৰ ভিতৰত শংকৰদেৱৰ আদ্য-লীলা ক্ষেত্ৰ বৰদোৱাই প্ৰথম সত্ৰ। তাৰ পাছতহে গুৰুজনাই ধুৱাহাটা, চুণপোৰা, পাটবাউসী আদি সত্ৰ প্ৰতিষ্ঠা কৰে। শংকৰদেৱৰ এই আদৰ্শ আৰু অনুপ্ৰেৰণাকে লৈ পিছত মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ, গোপাল আতা আদি সন্ত-মহন্তসকলেও সত্ৰ-নামঘৰ প্ৰতিষ্ঠাত মনোনিৱেশ কৰে ; আৰু তেওঁলোকৰ যত্ন আৰু শিষ্য-প্ৰশিষ্যসকলৰ প্ৰচেষ্টাতে 'কৰতোয়ায়াং সমাৰভ্য যাৱদ্দিকৰৱাসিনী' অসম ভূমি হৰিনামৰসৰ বাহৰ সত্ৰ-নামঘৰেৰে উপচি পৰে।

প্ৰাচীন কামৰূপত বৌদ্ধধৰ্ম প্ৰকৃততে প্ৰচাৰ হৈছিল নে নাই তাক সঠিককৈ জনা নাযায় যদিও 'বজ্ৰযান আদি তান্ত্ৰিক বৌদ্ধধৰ্মৰ ৰূপবোৰৰ লীলাক্ষেত্ৰৰূপে' একালত কামৰূপ যে বিখ্যাত হৈ পৰিছিল তাত কোনো

সন্দেহ নাই। ভোট, তিব্বত আদি বৌদ্ধ ধৰ্মাৱলম্বীসকলে হাজোক আজিও বুদ্ধদেৱৰ মহাপৰিনিৰ্বাণৰ স্থান কুশ নগৰ বুলি বিশ্বাস কৰে; আৰু হাজোৰ হয়গ্ৰীৱ মাধৱক মহামুনি বুদ্ধৰ মূৰ্তি বুলি পূজা কৰে। বহুতৰ মতে কামৰূপৰ কামাখ্যা মন্দিৰো এসময়ত বৌদ্ধ মন্দিৰহে আছিল; অৱশ্যে সেইবোৰ এতিয়ালৈ অমীমাংসিত আৰু বিতৰ্কৰ বিষয়। অসমত বৰ্তমান বসবাস কৰা বৌদ্ধ ধৰ্মাৱলম্বীসকলৰ মাজত নামঘৰ-লেখীয়া যিবোৰ পূত-স্থান দেখিবলৈ পোৱা যায়, সেইবোৰক বৌদ্ধ বিহাৰ বা বাপুচাং বোলে। এই বৌদ্ধ বিহাৰ বা বাপুচাংসমূহৰ ভিতৰত চলাপথাৰ আৰু দিচাংপানী বৌদ্ধ বিহাৰ, গোসাইবাৰী আৰু বৰখামটি বাপুচাং, ভিতৰ কলিয়নি বাপুচাং আদিয়ে বিশেষভাৱে উল্লেখযোগ্য।

অসমত বৰ্তমান নগৰে-চহৰে ভালেমান জৈন মন্দিৰ প্ৰতিষ্ঠা হৈছে; আৰু বহুতো শিখ মন্দিৰো গঢ়ি উঠিছে। জৈন ধৰ্মাৱলম্বী লোকৰ তুলনাত শিখ ধৰ্মাৱলম্বীলোক অসমলৈ বহু আগৰেপৰাই অহাৰ প্ৰমাণ পোৱা যায় যদিও জৈন মন্দিৰসমূহৰ দৰেই অসমৰ শিখ গুৰুদ্বাৰসমূহো আপেক্ষিকভাৱে অৰ্বাচীন; কেৱল ধুবুৰীৰ গুৰুদ্বাৰহে ইয়াৰ এটি ব্যতিক্ৰম।

কেইবাবাৰো মুছলমানৰ অসম আক্ৰমণ আৰু ঘনিষ্ঠ সম্পৰ্কৰ ফলত অসমত কেবাশও বছৰৰ পূৰ্বৰেপৰাই ইছলাম ধৰ্মাৱলম্বীলোকৰ বসবাস আৰম্ভ হয়, আৰু স্বকীয় ধৰ্ম-ৰীতি আচৰণৰ বাবে অনেক মছ্‌জিদ-দৰগাহ গঢ়ি উঠে। বৰ্তমান অসমৰ য'তেই মুছলমান লোকৰ বসতি দেখা যায় তাতেই সৰু-বৰ একোটি মছ্‌জিদ চকুত পৰে। অসমৰ গোৱালপাৰা আৰু কাছাৰ জিলাৰ পাঁচপীৰৰ দৰগাহ, শিৱসাগৰ জিলাৰ শ্বাহ-মিলান বা আজানপীৰৰ দৰগাহ আদি প্ৰাচীন কীৰ্তিৰ উপৰিও ১৬৫৭ খ্ৰীষ্টাব্দত হাজোৰ থানাদাৰ লুটফুল্লা-ই-চিৰাজে পুনৰ্নিৰ্মাণ কৰা পোৱামক্কা আৰু ১৬৮৭ খ্ৰীষ্টাব্দত বঙ্গৰ নবাব হুছেন ছাহে নিৰ্মাণ কৰা ৰঙামাটিৰ মছ্‌জিদ অসমৰ পুৰণি মছ্‌জিদৰ দুটি উৎকৃষ্ট নিদৰ্শন।

১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ চৰ্তমতে ব্ৰিটিছে অসমদেশ লোৱাৰ কেইবছৰমানৰ পাছতেই সুদূৰ আমেৰিকাৰ বোষ্টন নগৰীৰ-পৰা যীশুৰ মহান পবিত্ৰ আৰু উদাৰ ধৰ্মবাণী প্ৰচাৰৰ কাৰণে বেপ্‌টিষ্ট মিছনাৰীসকল আহি অসমত সোমায়। তেওঁলোকে পোনতে অসমৰ নেফা অঞ্চলতে ধৰ্ম প্ৰচাৰৰ কাম হাতত লৈছিল যদিও খামটি-বিদ্ৰোহৰ সময়ত



তাৰপৰা গুচি আহি ভৈয়ামত থিতাপি লয়, আৰু শিৱসাগৰ অঞ্চলত স্থায়ীভাৱে হাটী পাতি ধৰ্ম প্ৰচাৰৰ কাম আৰম্ভ কৰে। তেওঁলোকৰ পাছত ৱেলছ্ কেল্‌ভিনিষ্টিক্ মেথডিষ্ট ফৰেইন মিছন, চাৰ্চ অব্ ইংলেণ্ড, ৰোমান কেথলিক্ লুথেৰান্ মিছন, এঙ্গ্‌লিকান্ কমিউনিয়ন, নৰৱেইজিয়ান ইণ্ডিয়ান্ হোম্ মিছন আদিয়েও ধৰ্ম প্ৰচাৰৰ কাৰণে অসমত প্ৰৱেশ কৰে আৰু অবিভক্ত অসমৰ পৰ্বতে ভৈয়ামে খ্ৰীষ্টৰ বাণী প্ৰচাৰ কৰি অসংখ্য গীৰ্জা-ঘৰ নিৰ্মাণ কৰে। অসমত খ্ৰীষ্টান মিছনাৰীসকলে প্ৰতিষ্ঠা কৰা গীৰ্জা-সমূহৰ ভিতৰত আঠাবাৰীৰ ছেইণ্ট পেট্ৰিক গীৰ্জা, চেনিমৰা বাগিচাৰ অল্ ছেইণ্টছ চাৰ্চ, তেজপুৰৰ চাৰ্চ অব এপিফেনি, গুৱাহাটীৰ ক্ৰাইষ্ট চাৰ্চ আদি প্ৰধানভাৱে লেখত লবলগীয়া।

এইবোৰৰ উপৰিও পুণ্যভূমি অসমত বৰ্তমান শংকৰ সঙ্ঘ, ৰামকৃষ্ণ মিছন, সৎসঙ্গ, আৰ্য-সমাজ, ব্ৰাহ্ম-সমাজ আদিৰ জৰিয়তে চহৰে-ভূঁয়ে অনেক মন্দিৰ-নামঘৰ গঢ়ি উঠিছে আৰু সেই সকলোৰে সমাৱেশত ধৰ্মাৰণ্য কামৰূপ বিশ্বধৰ্মৰ এখনি মিলন-ক্ষেত্ৰত পৰিণত হৈছে। পবিত্ৰ অসমৰ এই অসংখ্য মঠ-মন্দিৰ, সত্ৰ-নামঘৰ, গীৰ্জা-মছজিদ, বাপুচাং-গুৰুদ্বাৰ আদিৰ মাত্ৰ কেইটিমানৰ পৰিচয়হে ইয়াত থূলমূলকৈ দাঙি ধৰা হ'ব।

## ক. মঠ-মন্দিৰ আৰু তীৰ্থ-পীঠ

### যোগীঘোপা–পঞ্চৰত্নৰ গুহা মন্দিৰ

প্ৰাকৃতিক সৌন্দৰ্যৰ অপূৰ্বভূমি অসমত মধ্যভাৰতৰ ৰাইগড় অথবা বিন্ধ্য-কৈমুৰ পৰ্বতমালাৰ নিচিনা প্ৰাগৈতিহাসিক যুগৰ কোনো গুহা-চিত্ৰৰ নিদৰ্শন পোৱা নগ'লেও পুৰণি কালৰ যোগী-মুনিসকলে নিজজ্ঞালে যোগ-তপস্যা কৰা ভালেকেইটি গুহা-মন্দিৰ বৰ্ত্তমান আৱিষ্কৃত হৈছে; আৰু তাৰে দুটি উজ্জ্বল নিদৰ্শন হ'ল—যোগীঘোপা আৰু পঞ্চৰত্নৰ সুদৃশ্য গুহা মন্দিৰসমূহ। যোগীঘোপা গোৱালপাৰা জিলাৰ ২২ মাইল দক্ষিণে মহাবাহু ব্ৰহ্মপুত্ৰৰ সোঁ পাৰে অৱস্থিত আৰু ইয়াৰ ঠিক বিপৰীত পাৰে হ'ল পঞ্চৰত্ন। যোগীঘোপাত সৰ্বমুঠ ১৮টা ঘোপা (cave) আছে বুলি শুনা যায় যদিও বৰ্তমান তাৰ ছটাহে দেখিবলৈ পোৱা যায়। অৱশ্যে ইয়াৰ বহুতো ঠাই এতিয়াও অগম্য হৈয়ে আছে। সেইবোৰ ভালদৰে বিচাৰি চালে হয়তো বাকীকেইটা গুহা আৱিষ্কাৰ হ'বও পাৰে। যোগী-

ঘোপাৰ সুবাসিনী নামৰ ঘোপা এটাৰ সন্মুখত আহল-বহল এখন শিলৰ চোতাল আছে। জনশ্ৰুতি মতে ইয়াতেই হেনো শিৱ-পাৰ্বতীৰ বিয়া হৈছিল। বিয়া-মণ্ডপত কলপুলি পোতা গাঁতৰ চিন এতিয়াও শিলৰ ওপৰত চাৰিওকালে ৰৈ আছে। পাহাৰৰ ওপৰত চাৰিচুকীয়া পুখুৰী আকৃতিৰ এটি শিলত কটা খালৰো চিন আছে। যোগীঘোপাৰ দৰেই পঞ্চৰত্ন পাহাৰতো একেলেখীয়া গুহা-মন্দিৰ দেখিবলৈ পোৱা যায়। সেউজীয়া গছ-গছনিৰে আগুৰা নিৰিবিলি পৰ্বতৰ বুকুৰ এই গুহা মন্দিৰবোৰৰ সৌন্দৰ্যই আজিও দৰ্শকক বিমুগ্ধ কৰে।

## শ্ৰীসূৰ্য পাহাৰ

সুদৃশ্য নিজৰাৰ কুলু কুলু ধ্বনিৰে মুখৰিত অসংখ্য বিগ্ৰহ আৰু মূৰ্তিৰে ভৰা শ্ৰীসূৰ্য পাহাৰ গোৱালপাৰা নগৰৰ আঠ মাইলমান দক্ষিণ-পূবে অৱস্থিত। জনশ্ৰুতি মতে ইয়াত এটা কম এক লাখ শিৱলিঙ্গ আছে। ভগৱান ব্যাসদেৱে অন্য এখন কাশী ৰচনা কৰিবলৈহে হেনো ইয়াত ইমানবিলাক শিৱলিঙ্গ শিলত কটাইছিল। সেইকাৰণে এই পাহাৰক আজিও ব্যাস-কাশী বুলি জনা যায়। শ্ৰীসূৰ্য পাহাৰত মুঠতে সাতোটা চূড়া আছে; আৰু সেইকাৰণেই বোধকৰোঁ ইয়াৰ আন এটা নাম 'সুতোলী পৰ্বত'। শিৱলিঙ্গসমূহৰ উপৰিও ইয়াত চন্দ্ৰ, সূৰ্য, গণেশ, দুৰ্গা আদি বিভিন্ন হিন্দু দেৱ-দেৱী আৰু বুদ্ধদেৱ আৰু জৈন তীৰ্থঙ্কৰৰ মূৰ্তিও দেখিবলৈ পোৱা যায়। ইয়াৰ এটা গুহাৰ ভিতৰত প্ৰাচীন লিপিৰ কিছুমান আখৰো কটা আছে। পাহাৰৰ নামনিৰ এডোখৰ শিলত নানা ৰেখাদি অঙ্কিত চক্ৰাকাৰ যিটো চিত্ৰ দেখা যায় বহুতৰ মতে ই মূলতঃ সূৰ্যৰ প্ৰতীক। সেইকাৰণেই এই পাহাৰখনৰ নাম শ্ৰীসূৰ্য পাহাৰ হোৱা বুলি অনেকে অনুমান কৰে। পাহাৰৰ বেছিকৈ মূৰ্তি থকা অংশটিৰ চাৰিও ফালে সুদৃঢ় গড়খাৱৈ এটিৰ চিন এতিয়াও দেখিবলৈ পোৱা যায়। এই গড়খাৱৈটোৰ ভিতৰত ইটাৰে পকী কৰা এটা প্ৰকাণ্ড পুখুৰীৰ চিনো বিদ্যমান। প্ৰত্যেক বছৰ মাঘী পূৰ্ণিমাৰ সময়ত ইয়াত মহাসমাৰোহেৰে মেলা আৰু উৎসৱ হয়। শ্ৰীসূৰ্য পাহাৰ আৰু ইয়াৰ ওচৰ-পাজৰৰ সৰহখিনি মূৰ্তিৰ সময় সপ্তম-অষ্টম শতিকামান হ'ব বুলি ঠাৱৰ কৰা হৈছে।



## টুক্ৰেশ্বৰী দেৱালয়

গোৱালপাৰা চহৰৰপৰা প্ৰায় ১৩ মাইল দক্ষিণ-পূবে আৰু কৃষ্ণাইৰ পৰা দুমাইল পশ্চিমে থকা টুক্ৰেশ্বৰী পাহাৰতে জগজ্জননী শক্তিৰ ৰূপান্তৰ টুক্ৰেশ্বৰী দেৱালয় বিদ্যমান। প্ৰবাদ আছে যে এই পাহাৰত দক্ষ-যজ্ঞত প্ৰাণ ত্যাগ কৰা সতীদেহৰ কোনো এক টুকুৰা পতিত হৈছিল; আৰু সেইকাৰণে এই পাহাৰ আৰু মন্দিৰৰো নাম হয় টুক্ৰেশ্বৰী। দেৱালয়ৰ নাম টুক্ৰেশ্বৰী হোৱাৰ আন এটি লোক-প্ৰবাদো অৱশ্যে শুনিবলৈ পোৱা যায়। সেই প্ৰবাদত কোৱা হয় যে এসময়ত টুকুৰা নামৰ এজন মানুহে এই পাহাৰৰ ওচৰতে গৰু ৰাখিছিল। তাৰ পালৰে দুগ্ধৱতী গাই এজনী পাহাৰৰ ওপৰলৈ উঠি গৈ বৃহৎ চোতাল যেন শিল এচটাৰ পূবকোণত থিয় দি গাখীৰ দি থকা দৃশ্য এটি এদিন তাৰ চকুত পৰিল। এই ঘটনাৰ পাছৰপৰাই টুকুৰাৰ মনত উগুল-থুগুল লাগিল, আৰু অৱশেষত সকলো কথা গৈ বিজনী ৰজাৰ ওচৰত ব্যক্ত কৰিলে। ৰজাই প্ৰথমতে সাধাৰণ গৰখীয়া এজনৰ কথা বিশ্বাস কৰিবলৈ টান পাইছিল হয়, পিছে তেওঁ স্বপ্নাদেশ পাই সেই ঠাইতে বৰ্তমানৰ দেৱালয় প্ৰতিষ্ঠা কৰে। মন্দিৰ নিৰ্মাণৰ পাছত টুকুৰাৰ নাম অনুসৰি ইয়াৰ নাম ৰখা হয় টুক্ৰেশ্বৰী। টুক্ৰেশ্বৰীত দেৱী মন্দিৰৰ উপৰিও পাহাৰৰ নামনিৰ ফালে কাহুলী আৰু পঞ্চপাণ্ডৱৰ থান, শিৱবাৰী আৰু জয়া-বিজয়াৰ মন্দিৰ, নাট মন্দিৰ, ভোগঘৰ, পাদুকাবাৰী আছে। শিৱবাৰীত ওপৰত চাল আৰু তলত চোতাল আকৃতিৰ দুডোখৰ বহল শিল আছে। ওচৰতে এটি সুদৃশ্য নিজৰা আৰু পুখুৰীও বিদ্যমান। দেৱী মন্দিৰৰ বাহিৰত বহল শিল এচটাৰ ওপৰত সোঁ ভৰিৰ খোজ এটা এতিয়াও পৰি আছে। তাৰ মানুহে এইটো মহাদেৱৰ খোজ বুলি আজিও বিশ্বাস কৰে। অতীজৰে পৰা টুক্ৰেশ্বৰী পাহাৰ অসংখ্য বান্দৰেৰে ভৰা। সেই কাৰণে ইয়াক বহুতে বান্দৰৰ থানো বোলে। বান্দৰবোৰৰ এজন দলপতি আছে। তেওঁক ৰজা বোলে। এই দলপতিজনাক বৰ সন্মান কৰি আজিও ৰূপৰ বাটিত প্ৰসাদ দিয়া হয়। টুক্ৰেশ্বৰী পাহাৰৰ আটাইবোৰ মন্দিৰেই বিজনী ৰজাৰদ্বাৰা নিৰ্মিত।

## হয়গ্ৰীৱ-মাধৱৰ দেৱালয়

'আমণে মৰ্ণিপৰ্য্যন্তম্' অৰ্থাৎ মণিকূট পৰ্বতৰপৰা মনিকৰ্ণিকেশ্বৰ পৰ্বত-

লৈকে কামৰূপৰ এই পঞ্চ তীৰ্থৰ ভূমিৰ উত্তৰ সীমাৰ মণিকূট পৰ্বততেই অৱস্থিত হয়গ্ৰীৱ মাধৱৰ দেৱালয়। কালিকা পুৰাণমতে এই তীৰ্থক্ষেত্ৰৰ প্ৰতিষ্ঠাতা হৈছে মহৰ্ষি ঔৰ্ব। ঋষিৰ প্ৰাৰ্থনামতে তেওঁৰ তপস্যা ভঙ্গকাৰী জ্বৰাসুৰ, হয়াসুৰ আদি পাঁচজন অসুৰক বধ কৰি ভগৱান বিষ্ণুৱে হয়গ্ৰীৱ-মাধৱ ৰূপে এই পৰ্বতত অৱস্থান কৰে। যোগিনী তন্ত্ৰৰ বৰ্ণনাও প্ৰায় কালিকা পুৰাণৰ কাহিনীৰেই অনুৰূপ। অৱশ্যে এই তন্ত্ৰত ইয়াৰ লগতে হয়গ্ৰীৱ-মাধৱৰ বিগ্ৰহ প্ৰতিষ্ঠাৰ সম্পৰ্কত ব্ৰহ্ম পুৰাণ বৰ্ণিত জগন্নাথ মন্দিৰৰ মূৰ্তি নিৰ্মাণ-বিষয়ক কাহিনীৰ অনুৰূপ আখ্যান এটিও সংযোজিত কৰা হৈছে। আখ্যানটোত কোৱা হৈছে—স্বপ্নাদিষ্ট ইন্দ্ৰদ্যুম্নই সাগৰৰ পাৰলৈ উটি অহা যিডাল কাঠৰপৰা জগন্নাথৰ মূৰ্তি নিৰ্মাণ কৰে, তাৰেই এটুকুৰা মণিকূট পৰ্বতলৈ আনি হয়গ্ৰীৱ-মাধৱৰ মূৰ্তি গঢ়া হয়। এই আখ্যানৰ কথা 'কামৰূপ বুৰঞ্জী'তো পোৱা যায়—"শ্ৰীক্ষেত্ৰ শ্ৰীজগন্নাথৰে একে বস্তুৰপৰা হৈছে। সেই মণিকূটাচলক দ্বিতীয় বৈকুণ্ঠ ব্যাখ্যা আছে।"

কেপ্টেইন ডেল্‌টন্‌ চাহাবৰ ৱৰ্ণনা মতে হাবিৰ মাজত বহুকাল পৰিত্যক্ত হৈ থকাৰ পাছত মহাৰাজ নৰনাৰায়ণে পোনতে এই মন্দিৰটো আৱিষ্কাৰ কৰে আৰু তেওঁ ইয়াত গায়ন-বায়ন, পূজাৰি, নটী আৰু মাটি-বৃত্তি দি ১৫৫০ খ্ৰীষ্টাব্দত মন্দিৰটোৰ পুনঃসংস্কাৰ কৰে। পিছে লোক-প্ৰৱাদ মতে ইয়াৰ কিছুদিন পাছতেই গৌড় সেনাপতি কালাপাহাৰে মন্দিৰটো ভাঙি থৈ যায়। সেয়ে ১৫৮৩ খ্ৰীষ্টাব্দত কোচৰজা ৰঘুদেৱ-নাৰায়ণৰ দিনত ইয়াক পুনৰ্নিৰ্মাণ কৰা হয়।

মাধৱ মন্দিৰৰ গাত বহুতো হিন্দুৰ দেৱ-দেৱীৰ মূৰ্তি খোদিত কৰা আছে। মন্দিৰৰ তলভাগত খোদিত বিভিন্ন হাতীৰ প্ৰতিকৃতি এই মন্দিৰৰ এটি মন কৰিবলগীয়া বিশেষত্ব। মন্দিৰৰ ভিতৰত হয়গ্ৰীৱ-মাধৱৰ মূৰ্তিৰ লগতে তেওঁৰ সোঁপিনে গোবিন্দ মাধৱ, বাসুদেৱ আৰু বাঁওপিনে দ্বিতীয় মাধৱ আৰু গৰুড়পক্ষী বিদ্যমান। এই মন্দিৰত কোচ ৰজা ৰঘুদেৱ নাৰায়ণ আৰু আহোম ৰজা প্ৰমত্তসিংহ আৰু কমলেশ্বৰসিংহৰ দিনৰ তিনিখন শিলালিপি এতিয়াও দেখিবলৈ পোৱা যায়। হয়গ্ৰীৱ-মাধৱ বৌদ্ধসকলৰো এখনি পৱিত্ৰ তীৰ্থ। লামা সম্প্ৰদায়ৰ বৌদ্ধসকলে হয়গ্ৰীৱ-মাধৱৰ মূৰ্তিটো আজিও বুদ্ধদেৱৰ মূৰ্তি বুলি পূজা কৰে।

হয়গ্ৰীৱ-মাধৱ মন্দিৰৰ ওচৰতে আহোম ৰজা প্ৰমত্তসিংহই নিৰ্মাণ



কৰা এটি দ'ল আৰু ইয়াৰ কিছু দূৰৰ কেদাৰ পাহাৰৰ ওপৰত শিৱস্থান কেদাৰ মন্দিৰ আছে। আহোম ৰজা ৰাজেশ্বৰসিংহৰ দিনত শিলেৰে নিৰ্মাণ কৰা কেদাৰ মন্দিৰৰ ভিতৰতো এখনি শিলালিপি দেখিবলৈ পোৱা যায়।

## মণিকৰ্ণিকেশ্বৰ

কামৰূপৰ পঞ্চতীৰ্থৰ একেবাৰে পূব সীমাত বৰনদী, পুষ্পভদ্ৰা আৰু ব্ৰহ্মপুত্ৰৰ সঙ্গম স্থলতেই মণিশৈল বা চাহবুৰুজ পৰ্বত; আৰু এই পৰ্বততেই অৱস্থিত মণিকৰ্ণিকেশ্বৰ নামে শিৱৰ দেৱালয়। মণিকৰ্ণিকেশ্বৰক কোনো কোনোৱে মণিকৰ্ণেশ্বৰো বোলে। অৱশ্যে শিলালিপিত ইয়াক "মনীশ্বৰ মহেশ্বৰ"হে বোলা হৈছে। "মণিগিৰিবৰে শ্ৰীশ্ৰীমণিশ্বৰ মহেশ্বৰস্য ৰুচিৰ মঠমিমৰচয়ৎ।"

মণিকৰ্ণিকেশ্বৰ দেৱালয় অতি প্ৰাচীন। কিন্তু ইয়াৰ প্ৰথম মন্দিৰটোনো কোনে সজাইছিল সেই কথা জানিবৰ কোনো উপায় নাই। তথাপি এই মন্দিৰৰ চাৰিওফালে যিবোৰ শিলাখণ্ড সিঁচৰতি হৈ আছে, তাৰ কাৰুকাৰ্য আৰু অৱস্থিতিলৈ চাই অধ্যক্ষ শ্ৰীতীৰ্থনাথ শৰ্মাদেৱে ইয়াক একাদশ-দ্বাদশ শতিকামানৰ নিৰ্মিত বুলি অনুমান কৰিছে। এই মন্দিৰৰ ভগ্নাৱশেষৰ ওপৰতে ১৬৭৭ শকত স্বৰ্গদেৱ ৰাজেশ্বৰসিংহই দশৰথ দুৱৰাৰ হতুৱাই যিটো দ'ল সাজি দিয়াইছিল, সিও বৰ্তমান জঁহি গৈছে। মণিকৰ্ণিকেশ্বৰৰ কাষতে একালত মণিকৰ্ণ নামেৰে এটি পুখুৰীও আছিল। সিও কালত ব্ৰহ্মপুত্ৰত বিলীন হৈ যায়। ৰাজেশ্বৰসিংহৰ দিনৰ শিলালিপি এখনি এই মন্দিৰৰ গাত এতিয়াও বৈ আছে।

## পৰিহৰেশ্বৰ দেৱালয়

আহোমৰজা শিৱসিংহৰ স্থাপিত পৰিহৰেশ্বৰ দেৱালয় বজালী পৰগণাৰ দক্ষিণ অংশত অৱস্থিত। এই দেৱালয়ত আহোম ৰজাই মাটিবাৰী দিয়া কোনো তামৰ ফলি পোৱা নাযায় যদিও ইংৰাজ শাসনত সত্ৰ-তীৰ্থ আদি পৰিদৰ্শন কৰা ইংৰাজ কৰ্মচাৰী এজনৰ কাকতত সংৰক্ষিত মন্তব্য এটিৰ পৰা জনা যায়,—"পিঙ্গলেশ্বৰ, পৰিহৰেশ্বৰ এতদ্দেশে মান আক্ৰমণ কালিনে ফলি হাৰাইবাৰ দৰুণে ৭৭৪ পুৰা মাটি ও ৫৪ গোট পাইক দেওয়া গেল।" এই দেৱালয়ৰ প্ৰতিষ্ঠা সম্পৰ্কে এটি বৃত্তান্ত

শুনা যায়। বৃত্তান্তটো হ'ল ঃ এই অঞ্চলৰে গঙ্গা গাওঁৰ ধৰ্মবৰ শৰ্মা নামৰ এজন মানুহৰ এজনী দুগ্ধৱতী গাই আছিল। তাইৰ বাটৰপৰা ডুবি গাওঁৰ এঠাইৰ বিৰিণাৰ জোপা এটিত নিতৌ সৰ্ সৰ্কৈ গাখীৰ পৰিছিল। তাকে দেখি ধৰ্মবৰে এদিন কোৰেৰে সেই বিৰিণাৰ জোপাটো খান্দিবলৈ ধৰে; আৰু মাটি খান্দোতে এটি শিৱলিঙ্গ ওলাই পৰে। ৰাতি বিগ্ৰহটোৱে ধৰ্মবৰক স্বপ্নাদেশ কৰিলে বোলে তেওঁ ইমান দিনে দুৰ্বলগিৰিক আশ্ৰয় কৰি তাত বৈ আছিল; এতিয়া মাটি খান্দি তেওঁক বাহিৰ কৰিলে যেতিয়া তাত এটি মন্দিৰ স্থাপন কৰিলেহে ধৰ্মবৰৰ মঙ্গল হ'ব। এই কথা সেই সময়ৰ আহোম ৰজা স্বৰ্গদেৱ শিৱসিংহক জনোৱাত তেওঁ তাত এটি মন্দিৰ নিৰ্মাণ কৰালে, আৰু দেৱালয়ৰ নাম পৰিহৰেশ্বৰ ৰাখি তাৰ পূজা-সেৱা সুচাৰুৰূপে চলাবৰ কাৰণে ব্ৰহ্মোত্তৰ নিষ্কৰ ভূমি দান কৰিলে। এই বিগ্ৰহৰ গাত এতিয়াও কোৰৰ চিন লাগি আছে। দেৱালয়ত দুৰ্গা পূজা প্ৰচলনৰ বাবে ৰাণী ফুলেশ্বৰীয়ে দান কৰা পিতলৰ দুৰ্গা মূৰ্তি এটি এতিয়াও ইয়াত অক্ষত ৰূপত দেখিবলৈ পোৱা যায়। পৰিহৰেশ্বৰ এসময়ত দেৱদাসী নৃত্যৰ বাবে বিশেষভাৱে প্ৰসিদ্ধ আছিল।

## অশ্বক্ৰান্ত মন্দিৰ

মহাবাহু ব্ৰহ্মপুত্ৰৰ পাৰত উত্তৰ গুৱাহাটীৰ মাজগাওঁ অঞ্চলৰ এখনি চাপৰ পাহাৰৰ উপৰিভাগত অনন্তশায়ী বিষ্ণুৰ শিলৰ মূৰ্তিৰ ওপৰত নিৰ্মিত বিষ্ণুমন্দিৰ আৰু পাহাৰৰ তলভাগত কুৰ্ম ভগৱান জনাৰ্দ্দন বিষ্ণুৰ বিগ্ৰহেই অশ্বক্ৰান্ত মন্দিৰ। যোগিনীতন্ত্ৰত তীৰ্থৰ ভিতৰত এই অশ্বক্ৰান্তকেই শ্ৰেষ্ঠ তীৰ্থ বুলি কোৱা হৈছে। "যথা নাৰায়ণো শ্ৰেষ্ঠো দেবানাং পুৰুষোত্তমঃ। তথেশ্বৰাণাং গিৰিশঃ স্থানানামেতদুত্তমং" (২.৪.৩৭)। প্ৰবাদ মতে দ্বাৰকাধিপতি ভগৱান শ্ৰীকৃষ্ণৰ ৰথৰ ঘোঁৰা ইয়াতে মুহূৰ্ত্তৰ কাৰণে ক্লান্ত হৈ পৰিছিল; আৰু সেই কাৰণেই ইয়াৰ নাম হয় অশ্বক্লান্ত বা অশ্বক্ৰান্ত।

পাহাৰৰ ওপৰত থকা মন্দিৰৰ বিষ্ণুৰ মূৰ্তিটো শিলৰ; আৰু এতিয়ালৈকে জনাৰ ভিতৰত অসমত এইটোৱেই একমাত্ৰ অনন্তশায়ী বিষ্ণুৰ মূৰ্তি। মন্দিৰৰ গাত বিষ্ণুৰ দশাৱতাৰৰ মূৰ্তি কটা আছে। পাহাৰৰ



নামনিৰ কুৰ্ম-মাধৱৰ মন্দিৰৰ সম্বন্ধে কামাখ্যা মাহাত্ম্যত কোৱা হৈছে,—জনাৰ্দনগিৰৌ বিষ্ণুঃ স্বয়ং কুৰ্ম-স্বৰূপধৃক্। শিলাং ভিত্বা স্থিতস্তত্ৰ দেৱগন্ধৰ্ব সেৱিতঃ॥" এই পৰ্বতৰ কাষতে অশ্বক্ৰান্ত নামে এটি কুণ্ডও আছিল; আৰু মহাপুণ্য লাভৰ বাবে ইয়াতেই অনুলোম-বিলোম আৰু ব্যস্ত-সমস্ত ক্ৰমে স্নান কৰাৰ কথা যোগিনীতন্ত্ৰত নিৰ্দেশ কৰা হৈছিল। বৰ্তমান এই কুণ্ড ব্ৰহ্মপুত্ৰত বিলীন হৈ গৈছে। সেই কাৰণে যাত্ৰীসকলে বিশেষকৈ চ'ত মাহৰ অশোকাষ্টমী তিথিত স্নান কৰিবলৈ সমাৱেশ হোৱা লোকসকলে আজিকালি ব্ৰহ্মপুত্ৰতে স্নান কৰে। এই মন্দিৰৰ দাঁতিতে ব্ৰহ্মপুত্ৰৰ পাৰত বিষ্ণুৰ পাদ-পদ্ম আছে; সেয়ে এই ঠাই বিষ্ণুপদ বুলিও জনাজাত। আঁহোম ৰজা স্বৰ্গদেৱ শিৱসিংহৰ দিনত অশ্বক্ৰান্ত মন্দিৰ নিৰ্মাণ কৰা হৈছিল। মন্দিৰৰ গাত আজিও এইজনা ৰজাৰ এখনি শিলালিপি আছে।

## নৱগ্ৰহ মন্দিৰ

গুৱাহাটীৰ পূৰ্ব দিশত পুৰাণ প্ৰসিদ্ধ চিত্ৰাচল-পৰ্বতৰ ওপৰত নবগ্ৰহ মন্দিৰ বিদ্যমান। স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ দিনত এই মন্দিৰটো নিৰ্মাণ কৰা হয়। কালিকা পুৰাণত উল্লেখ আছে যে সৃষ্টিকৰ্তা ব্ৰহ্মাই এই ঠাইতে বহি পোনতে গ্ৰহ-নক্ষত্ৰৰ সৃষ্টি কৰিছিল; আৰু সেইকাৰণেই এই দেশখনৰো নাম হয় প্ৰাগ্জ্যোতিষপুৰ। নবগ্ৰহ মন্দিৰত সূৰ্যক মাজত লৈ বাকী আঠোটা গ্ৰহ চক্ৰাকাৰে আছে। কিন্তু মন কৰিবলগীয়া যে এই গ্ৰহসমূহৰ আটাই কেইটাই লিঙ্গাকৃতিৰ—শিৱলিঙ্গ সদৃশ। নবগ্ৰহ মন্দিৰৰ সম্মুখত স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ যিখন শিলালিপি আছে, তাতো এই অৰ্চামূৰ্তিক কেৱল নবগ্ৰহ নুবুলি গ্ৰহাত্মক শিৱ বুলিহে বৰ্ণনা কৰা হৈছে—"নবগ্ৰহাত্মক শিৱোপৰি নৱৰত্নাখ্যমঠামিমচীকৰদ্বেদাদ্ৰিৰসেন্দু শাকে।" ইন্দোনেচীয়াৰ বালি দ্বীপত পোৱা স্তোত্ৰ-সংগ্ৰহৰ শিৱস্তোত্ৰ এটাত শিৱক গ্ৰহেশ্বৰ বুলি স্তুতি কৰাৰ প্ৰমাণ পোৱা গৈছে যদিও গ্ৰহৰূপী শিৱৰ বৰ্ণনা ভাৰতীয় পুৰাণ-পাঠকৰ বাবে সম্পূৰ্ণ অপৰিচিত কথা। এই মন্দিৰৰ লিঙ্গৰূপ গ্ৰহৰ তাৎপৰ্য বিচাৰ কৰি শ্ৰীতীৰ্থনাথ শৰ্মাদেৱে লিখিছে—"বেদৰ ৰুদ্ৰ আৰু সূৰ্য একেজনেই, অৱস্থা আৰু গুণভেদে বিভিন্ন নামেৰে স্তুত হৈছে। যদিও ৰুদ্ৰ শেষত বেলেগ দেৱতা স্বৰূপে প্ৰতিষ্ঠিত হ'ল, পূৰ্বৰ একাত্মৰ ধাৰণাও স্থল বিশেষে ৰৈ গ'ল। সূৰ্য গ্ৰহেশ্বৰ, বাকী-

বিলাক গ্ৰহেও সূৰ্যৰপৰাই নিজ নিজ স্বৰূপ পাইছে। সূৰ্য-ৰুদ্ৰ যদি এক হয়, সূৰ্য-শিৱও এক। এই দৃষ্টিৰে গ্ৰহবোৰ শিৱৰ ৰূপভেদ।" ১৮৯৭ খ্ৰীষ্টাব্দৰ ভূমিকম্পৰ সময়ত নবগ্ৰহ মন্দিৰটোৰ বেয়াকৈ ক্ষতি হয়। বৰ্তমানো নবগ্ৰহ মন্দিৰ জ্যোতিষ-চৰ্চাৰ এখনি কেন্দ্ৰস্থল।

## উমানন্দ মন্দিৰ

গুৱাহাটীৰ কাছাৰীঘাটৰ উত্তৰে ব্ৰহ্মপুত্ৰৰ বুকুৰ অপূৰ্ব প্ৰাকৃতিক সৌন্দৰ্যৰেভৰা শিলাময় দ্বীপটোতেই অৱস্থিত উমানন্দ মন্দিৰ। কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰত এই দ্বীপক ভস্মকূট, ভস্মাচল আৰু ভস্মশৈল নামে অভিহিত কৰা হৈছে। ধ্যানমগ্ন মহাদেৱে ধ্যানভঙ্গৰ অপৰাধত কামদেৱক এই ঠাইতে ভস্ম কৰিছিল কাৰণেই হেনো ইয়াৰ নাম হয় ভস্মাচল, ভস্মাকূট বা ভস্মশৈল। উমানন্দ বোলাৰ কাৰণ হ'ল, উমা-পাৰ্বতীক আনন্দ দিবৰ কাৰণে সদাশিৱ এই ঠাইত চিৰবিদ্যমান। উমানন্দৰ প্ৰতিষ্ঠা সম্পৰ্কে দুটা আখ্যান শুনা যায়। প্ৰথম আখ্যানটো মতে বিষ্ণু-চক্ৰৰ দ্বাৰা ছেদিত সতীদেহৰ অংগ পৰি য'তেই একোখনি মহা-পীঠৰ সৃষ্টি হৈছিল, ত'তেই একোটাকৈ মহাভৈৰৱৰ বিগ্ৰহো প্ৰতিষ্ঠা হৈছিল। নীলাচল পৰ্বতত সতীদেহৰ মুখ্য অংগ যোনি পৰি মহাপীঠ কামাখ্যাৰ সৃষ্টি হোৱা হেতুকেই তাৰ কাষতে ব্ৰহ্মপুত্ৰৰ বুকুত উমানাথৰ উমানন্দ প্ৰতিষ্ঠা হয়। দ্বিতীয় আখ্যানটো মতে ত্ৰেতাযুগৰ শিৱভক্ত লঙ্কেশ্বৰ ৰাৱণে সদাশিৱক নিজ ৰাজ্যলৈ নি সংস্থাপন কৰিবলৈ বহুদিনৰ পৰা ইচ্ছা কৰিছিল। ভক্তৰ কথা পেলাব নোৱাৰি মহাদেৱেও এটা অৱস্থাত লঙ্কালৈ যাব বুলি হেনো ৰাৱণক প্ৰতিশ্ৰুতি দিলে। সেই প্ৰতিশ্ৰুতিৰ মাজত কিন্তু এটা চৰ্ত আছিল। ৰাৱণে কৈলাশৰপৰা সদাশিৱক নিওঁতে বাটত কোনো ঠাইত ৰলে তাৰপৰা কিন্তু আৰু তেওঁক নিব নোৱাৰিব। চৰ্তত সন্মতি জনাই ৰাৱণে কৈলাশৰপৰা সদাশিৱক লৈ পোনে পোনে লঙ্কালৈ যাত্ৰা কৰিলে। কিন্তু প্ৰাগ্‌জ্যোতিষপুৰৰ ওচৰ পাওঁতেই অপৰিহাৰ্য কাৰণত ব্ৰহ্মপুত্ৰৰ বুকুতে ক্ষন্তেকৰ কাৰণে তেওঁ সদাশিৱক থবলগীয়াত পৰিল। তাৰপৰা শঙ্কৰক পুনৰ তুলি ল'বলৈ ৰাৱণে অশেষ চেষ্টা কৰিলে যদিও সম্পূৰ্ণ ব্যৰ্থ হ'ল। তেতিয়াৰে পৰা সদাশিৱ শিলা মূৰ্তি হৈ উমানন্দৰূপে নদীৰ মাজতে ৰৈ থাকিল।



উমানন্দ অৱস্থিত ব্ৰহ্মপুত্ৰৰ মাজৰ এই শিলাময় দ্বীপটো দেখিবলৈ প্ৰায় ম'ৰা চৰাইৰ নিচিনা। সেই কাৰণেই ইংৰাজসকলে ইয়াক 'ময়ূৰ-দ্বীপ' (Peacock Island) বুলি অভিহিত কৰিছিল। বৰ্তমান উমানন্দৰ যিটো মন্দিৰ দেখিবলৈ পোৱা যায়, সেইটো ১৬৯৪ চনত স্বৰ্গদেৱ গদাধৰসিংহৰ দিনত নিৰ্মাণ কৰা। মন্দিৰৰ ভিতৰত অনাদি শিৱ-লিঙ্গৰ উপৰিও ৰূপৰ নিৰ্মিত দশভুজ বৃষভবাহন উমানন্দৰ চলন্তা প্ৰতিমূৰ্তি আছিল। অলপতে সেইটো চুৰি হৈছে। উমানন্দত গদাধৰ-সিংহৰ শিলালিপিৰ লগতে স্বৰ্গদেৱ শিৱসিংহই উপহাৰ স্বৰূপে দিয়া চলন্তা মূৰ্তিৰ সিংহাসনৰ চাৰিওফালে এখনি লিপি আৰু "মোগল বাদশ্বাহ আঁউৰংজেৱে দক্ষিণ কোলৰ পাণ্ডু চৰকাৰ বঙ্গেশ্বৰ পৰগণাত উমানন্দৰ পূজাৰি সুদামন আৰু তৎপুত্ৰ কামদেৱক (বৰ্তমান দলৈৰ পূৰ্বপুৰুষ) আগৰ ৰজাসকলে দিয়া জমি পুনৰ দান কৰা ফাৰ্চী ভাষাৰ দুখন লেখা (১৬৬৭ চন) পোৱা গৈছে" (এছ. চি. গোস্বামী)।

উমানন্দৰ ওচৰতেই ব্ৰহ্মপুত্ৰৰ বুকুত কৰ্মনাশা পাহাৰ; আৰু ইয়াৰ কিছু উত্তৰ-পূবলৈ উমানন্দৰ নিচেই কাষতে আন এটা শিলাময় দ্বীপত উৰ্বশী অৱস্থিত। কামৰূপৰ বুৰঞ্জীমতে "তাত জলেশ্বৰ শিৱ আছে, বিষ্ণুপদ গয়াতীৰ্থ আছে আৰু অনেক তীৰ্থ মোক্ষস্থান আছে।"

## কামাখ্যা মন্দিৰ

অকল অসমৰেই নহয়, সমগ্ৰ ভাৰতৰে শক্তি সাধনাৰ এক বিশেষ কেন্দ্ৰস্থল কামাখ্যা ধাম গুৱাহাটী চহৰৰ পশ্চিমফালে পুৰাণ প্ৰসিদ্ধ নীলাচল পৰ্বতত অৱস্থিত। পৌৰাণিক কাহিনীমতে দক্ষ যজ্ঞত প্ৰাণ ত্যাগ কৰা সতীদেহৰ মুখ্য অংগ যোনি বিষ্ণু-চক্ৰৰ দ্বাৰা ছেদিত হৈ এই স্থানতেই পতিত হৈছিল; আৰু সেই কাৰণেই ই পীঠ-শ্ৰেষ্ঠ মহাপীঠ। বৰাহৰূপী বিষ্ণুৰ পুত্ৰ নৰকাসুৰৰ দিনতেই কামাখ্যাৰ প্ৰাচীন বাট-ঘাট আৰু মন্দিৰ নিৰ্মাণ কৰা হৈছিল বুলি প্ৰবাদ আছে যদিও পিছলৈ সেই মঠ-মন্দিৰ ভাঙি যোৱাত কোনো কোনোৰ মতে কোচৰজা বিশ্ব-সিংহইহে তাক পোনতে নকৈ সজায়। কিম্বদন্তীমতে বিশ্বসিংহই মন্দিৰ নিৰ্মাণ কৰোৱাৰ কিছুবছৰ পাছতেই গৌড় সেনাপতি কালাপাহাৰে অসংখ্য মঠ-মন্দিৰৰ লগতে কামাখ্যা মন্দিৰো বিধ্বস্ত কৰে। সেয়ে কোচ

ৰজা নৰনাৰায়ণৰ দিনত ১৫৬৫ খ্ৰীষ্টাব্দত এই মন্দিৰটো পুনৰ্নিৰ্মাণ কৰা হয়। এই মন্দিৰৰ ভিতৰত ৰজা নৰনাৰায়ণ আৰু দেৱান চিলাৰায়ৰ শিলত কটা মূৰ্তি দুটি এতিয়াও দেখিবলৈ পোৱা যায়। মন্দিৰৰ ভিতৰত নৰনাৰায়ণৰ শিলালিপিৰ উপৰিও নাট মন্দিৰত আহোম ৰজা ৰাজেশ্বৰ-সিংহ আৰু গৌৰীনাথ সিংহৰ তামৰ ফলি আছে।

কামাখ্যাৰ কেইটিমান উল্লেখযোগ্য মূৰ্তি হ'ল: বেণুগোপালৰ মূৰ্তি, চামুণ্ডাৰ মূৰ্তি, ভৈৰৱৰ মূৰ্তি, গণেশৰ মূৰ্তি আৰু মাতৃ মূৰ্তি। এই বিভিন্ন মূৰ্তি-ভাস্কৰ্যৰ সময় সপ্তম-অষ্টম শতিকামান বুলি ঠাৱৰ কৰা হৈছে। কামাখ্যা মন্দিৰৰ কাষতে কালী, ছিন্নমস্তা, বগলা, ভৈৰৱী, তাৰা, ধূমাৱতী, মাতঙ্গী, কমলা প্ৰমুখ্যে দশমহাবিদ্যাৰ মন্দিৰ আছে। কামাখ্যা পাহাৰৰ কেদাৰক্ষেত্ৰ আম্ৰাতকেশ্বৰ মন্দিৰতো আহোম ৰজা ৰাজেশ্বৰসিংহ আৰু প্ৰমত্তসিংহৰ দুখন শিলালিপি আছে।

## বশিষ্ঠাশ্ৰম

গুৱাহাটী চহৰৰ প্ৰায় সাত মাইল দক্ষিণে 'প্ৰকৃতিৰ কাম্যভূমি গিৰি সন্ধ্যাচল' আৰু ইয়াতেই অৱস্থিত পূৰ্বদেশত আৰ্য-বিস্তাৰৰ এক উজ্জ্বল নিদৰ্শন বশিষ্ঠাশ্ৰম। কালিকা পুৰাণৰ একোনাশীতি অধ্যায়ৰ বৰ্ণনামতে নিমি ৰজাৰ শাপত দেহ-হীন হৈ বশিষ্ঠ মুনি ব্ৰহ্মাৰ উপদেশমতে এই সন্ধ্যাচলতে আশ্ৰম পাতি বিষ্ণুক আৰাধনা কৰিছিল। মহামুনিৰ তপৰ বলত সৰগৰ গঙ্গই সন্ধ্যা, ললিতা আৰু কান্তা—এই ত্ৰিধাৰাৰে নামি আহি মৰতত প্ৰৱাহিতা হয়। এই পবিত্ৰ স্থানত গা ধুই বশিষ্ঠই পূৰ্ব ৰূপ লাভ কৰিছিল কাৰণেই আজিও ইয়াত স্নান কৰিলে সন্ধ্যা পতিত হোৱা পাপৰপৰা মুক্ত হ'ব পাৰি বুলি মানুহে বিশ্বাস কৰে। আন এটি আখ্যানমতে প্ৰাগজ্যোতিষৰ অসুৰবংশীয় ৰজা নৰকৰ ৰাজত্ব কালত কামাখ্যা দৰ্শন কৰিবলৈ অহা বশিষ্ঠ মুনি দেৱী-দৰ্শনৰ বাবে ৰজাৰ অনুমতি নোপোৱা হেতুকেহে নৰকৰ নিধন পৰ্যন্ত ইয়াতে আশ্ৰম পাতি আছিল। "যোগিনী-তন্ত্ৰ"ৰ কাহিনীও প্ৰায় ইয়াৰেই অনুৰূপ। অৱশ্যে ইয়াত বশিষ্ঠই কামাখ্যাৰ যোনিমণ্ডলৰ ভিতৰলৈ যাব নোৱাৰি দেৱীক অভিশাপ দি খাণ্ডৱ গিৰিলৈ গুচি যোৱাৰ কথাহে কোৱা হৈছে (নীলাচলং পৰিত্যজ্য গতোঽসৌ খাণ্ডৱং গিৰিম্)।



সন্ধ্যা, ললিতা আৰু কান্তাৰ সঙ্গম স্থলত বশিষ্ঠমুণিৰ এটি মন্দিৰ আছে। আহোম ৰজা ৰাজেশ্বৰসিংহৰ (১৭৫১-১৭৬৯) দিনত এই মন্দিৰ নিৰ্মাণ কৰা হয়। মন্দিৰৰ ভিতৰত মুনিৰ পদচিহ্ন আছে বুলি শুনা যায়। কাৰো কাৰো মতে সন্ধ্যা, ললিতা আৰু কান্তা—তিনিও বশিষ্ঠ মুনিৰে কন্যা। এই মন্দিৰৰ কিছু দূৰৈত বশিষ্ঠ মুনিৰ ভাৰ্যা অৰুন্ধতীৰো শিলাচিহ্ন আছে। ৰাজেশ্বৰ সিংহৰ দিনৰ শিলালিপি এখনি এই মন্দিৰৰ গাত এতিয়াও দেখিবলৈ পোৱা যায়।

## মহাভৈৰৱ-মহাভৈৰৱী মন্দিৰ

তেজপুৰ নগৰৰ প্ৰায় উত্তৰ সীমাত শিৰস্থান মহাভৈৰৱ আৰু বামুণী পাহাৰৰ কিছু পূবলৈ লুইতৰ পাৰৰ এটি চাপৰ টিলাৰ ওপৰত মহা-ভৈৰৱী মন্দিৰ বিদ্যমান। প্ৰবাদ আছে যে মহাভৈৰৱৰ শিৱ-লিঙ্গ পুৰাণপ্ৰসিদ্ধ বাণ ৰজাই নিজ হাতে প্ৰতিষ্ঠা কৰে আৰু আনন্দচন্দ্ৰ আগৰৱালাৰ মতে কালিকা পুৰাণত উল্লেখিত যি দেৱীকূটত প্ৰথমতে দেৱীৰ পদযুগল পৰিছিল, সেই মহাপীঠেই হৈছে মহাভৈৰৱী পীঠ। মহাভৈৰৱ আৰু মহাভৈৰৱী—দুয়ো ঠাইতেই অতীজতে শিলৰ মন্দিৰ আছিল। বৰ্তমান মহাভৈৰৱৰ যি ইটাৰ মন্দিৰ আৰু মহাভৈৰৱীৰ টিনপাতেৰে সজা মন্দিৰ দেখা যায়, এই দুয়োটাকে পূৰ্বৰ মন্দিৰৰ ঠাইত সজা হৈছে। মহাভৈৰৱৰ মন্দিৰৰ চাৰিওফালে এতিয়াও বহুতো ভগা শিল পৰি আছে; আৰু কেইবছৰমানৰ আগতে মন্দিৰৰ কাষতে আৰু এটি শিৱলিঙ্গ পোৱা গৈছে। এইবোৰৰপৰা মহাভৈৰৱক কেন্দ্ৰ কৰি এই অঞ্চলটোত এসময়ত আৰু কেইবাটাও মন্দিৰ নিৰ্মাণ হৈছিল বুলি ধাৰণা হয়।

মহাভৈৰৱী মন্দিৰৰ আশে-পাশেও অনেক পুৰণি ইটা আৰু শিলৰ ভগা টুকুৰা সিচঁৰতি হৈ পৰি আছে। মন্দিৰৰপৰা দক্ষিণ ফালে ব্ৰহ্মপুত্ৰলৈ নামি যোৱা প্ৰাচীন শিলৰ খটখটি এটি আজিও দেখিবলৈ পোৱা যায়। শিৱৰাত্ৰিত মহাভৈৰৱত আৰু দুৰ্গা পূজাৰ সময়ত মহাভৈৰৱীত অনুষ্ঠিত সমাৰোহপূৰ্ণ পূজা-উৎসৱত হাজাৰ হাজাৰ যাত্ৰীৰ সমাগম হয়। কামাখ্যা আৰু তাম্ৰেশ্বৰী মন্দিৰৰ দৰেই মহাভৈৰৱী মন্দিৰতো এসময়ত নৰবলি দি দেৱী পূজা কৰা হৈছিল বুলি শুনা যায়।

## বিশ্বনাথ ক্ষেত্ৰ

পূবে লাঙ্গলেশ্বৰ, পশ্চিমে কালভৈৰৱ, উত্তৰে বীৰভৈৰৱ আৰু দক্ষিণে লৌহিত্য—এই চাৰি সীমাৰ মাজতে অৱস্থিত উনকোটি শিৱ-লিঙ্গৰ স্থান পুণ্যক্ষেত্ৰ বিশ্বনাথ। বিশ্বনাথৰ স্থাপন সম্পৰ্কে দুটা আখ্যান শুনা যায়। প্ৰথমটো আখ্যান মতে সদাশিৱৰ অনুমতি পাই কন্যাশ্ৰমৰ ওচৰত স্বয়ং বাণৰজাই এই ক্ষেত্ৰ স্থাপন কৰে; আৰু দ্বিতীয়টো আখ্যান মতে এই তীৰ্থ স্থাপন কৰে ব্যাসদেৱে। বিশ্বনাথৰ আন এটা নাম দ্বিতীয় কাশী; আৰু মহাদেৱৰ শাপত শিলাপ্ৰাপ্ত হোৱা কুমুদ-কৌস্তুভৰ অভিশাপৰ ফলত ইয়াত শঙ্কৰ গুপ্তভাৱে থাকিবলগীয়া হোৱা হেতুকে কোনো কোনোৱে ইয়াক গুপ্তকাশীও বোলে। বিশ্বনাথ শৈৱসকলৰ এক প্ৰধান তীৰ্থস্থান। শাক্ত ধৰ্মাৱলম্বীসকলৰ মানত কামাখ্যা যেনে মহাতীৰ্থ, শৈৱ ধৰ্মাৱলম্বীসকলৰ বাবে বিশ্বনাথো তেনেই পুণ্য ক্ষেত্ৰ। সাধাৰণতে শিৱ-পাৰ্বতী অভেদ। য'তেই শিৱৰ স্থান ত'তেই গৌৰীৰো স্থান। সেয়েহে ইয়াত অসংখ্য শিৱ-বিগ্ৰহৰ লগতে ভালে-কেইখন দেৱীৰো পীঠস্থান আছে। জনশ্ৰুতি মতে বিশ্বনাথৰ দেৱীক্ষেত্ৰ উমাত দক্ষ-যজ্ঞত দেহ ত্যাগ কৰা সতীৰ বাম বাহু, বাম স্তন আৰু চণ্ডী মন্দিৰত সোঁ বাহু আৰু সোঁ স্তন পৰি মহাপীঠৰ সৃষ্টি হৈছিল। বিশ্বনাথৰ আন আন বিগ্ৰহসমূহৰ ভিতৰত বিষ্ণু, গণেশ, বুঢ়া-মাধৱ, সূৰ্য আদিৰ বিগ্ৰহেই বিশেষভাৱে উল্লেখযোগ্য। বৰ্তমান বুঢ়ীগাং আৰু ব্ৰহ্মপুত্ৰৰ মাজত উমাটুমণি বা সলালটুমণি নামেৰে যিটো মাজুলী আছে ইও বিশ্বনাথ ক্ষেত্ৰৰে অন্তৰ্গত। হৰক পতি ৰূপে পাবলৈ উমাই উমাটুমণিত বহি তপস্যা কৰিছিল কাৰণে কোনো কোনোৱে ইয়াক উমাবন বুলিও কয়। উমাবনত বাসুদেৱ, চক্ৰেশ্বৰ, উমা, পৰিহৰ, কৰ্দমেশ্বৰ, ভৈৰৱেশ্বৰ, লাঙ্গলেশ্বৰ, সিদ্ধেশ্বৰ আৰু বাঘেশ্বৰীৰ দেৱালয় আছে। বিশ্বনাথ, শিৱনাথ, মুক্তিনাথ, বাণেশ্বৰ, জাগ্ৰা, কমলেশ্বৰ, চণ্ডী, বুঢ়া মাধৱ, বীৰভদ্ৰ, কাল ভৈৰৱ, পূৰ্বশঙ্কৰ জোঙাশিল, সূৰ্যমাধৱ, অন্ন-পূৰ্ণা, গণেশ, বৃষধ্বজ, কাশীনাথ উড্ডেশ্বৰ, বিষ্ণু, দুৰ্গা, গৌৰীবল্লভ আৰু মঙ্গলচণ্ডিকা দেৱালয় বুঢ়ীগাং নদীৰ পশ্চিম ফালে অৱস্থিত।

বিশ্বনাথ ক্ষেত্ৰত পূৰ্বতে কিমান মঠ-মন্দিৰ আছিল, আৰু কোন ৰজাৰ দিনত কোন মন্দিৰ নিৰ্মাণ কৰা হৈছিল সেই কথা স্পষ্টকৈ জানিবৰ উপায়



নাই যদিও জিলা গেজেটিয়াৰ মতে গদাধৰ সিংহৰ দিনত (১৬৮৫) ইয়াৰ চণ্ডী আৰু সূৰ্য-মাধৱ; শিৱসিংহৰ দিনত (১৭১৪-৪৪) পূৰ্বশঙ্কৰ, বুঢ়া মাধৱ আৰু উমা দল; ৰাজেশ্বৰসিংহৰ দিনত (১৭৫৮) বাসুদেৱ দ'ল আৰু কমলেশ্বৰসিংহৰ দিনত (১৭৯৫-১৮১০) কমলেশ্বৰ মন্দিৰ নিৰ্মাণ কৰা হৈছিল। বৃদ্ধগঙ্গা আৰু ব্ৰহ্মপুত্ৰৰ সঙ্গম স্থলত বৰ্তমান উদং হৈ পৰি থকা বিশ্বনাথ শিৱলিঙ্গৰ ওপৰতো ১৬৮৫ চনত সৰ্গদেউ গদাধৰসিংহই এটি মন্দিৰ নিৰ্মাণ কৰিছিল বুলি তামৰ ফলিৰ পৰা জনা যায়। পিছে নৈয়ে এই মন্দিৰটো খহাই নিয়ে। বাৰিষা কালত বিশ্বনাথ শিৱলিঙ্গ পানীৰ তলত থকা হেতুকে তেতিয়া বামত বিশ্বনাথৰ পিতলৰ মূৰ্তিত পূজা দিয়া হয়। ইয়াক বাম বিশ্বনাথ বোলে। বাম বিশ্বনাথৰ পূবে এতিয়াও এটা আধা সজা মন্দিৰ আছে। প্ৰবাদ আছে যে এই মন্দিৰ নিৰ্মাণ কৰি থাকোঁতেই মানে আহি থান অপবিত্ৰ কৰাত সি তেনেকৈ অসম্পূৰ্ণ হৈয়ে ৰৈ যায়। বিশ্বনাথৰ বিভিন্ন মন্দিৰৰ ভিতৰত ৰাজেশ্বৰসিংহই নিৰ্মাণ কৰা বাণেশ্বৰ শিৱৰ দ'লটোৱেই আটাইতকৈ ডাঙৰ। সেইবাবে ইয়াক বৰদ'লো বোলে। ইয়াৰ শিৱলিঙ্গ বাণ ৰজাই নিজহাতে স্থাপন কৰিছিল বুলি আজিও মানুহে বিশ্বাস কৰে।

## চৰাইদেও

'আমাৰ দেওখনি থকা ঠাইতে নগৰ কৰিবলৈ ভাল' বুলি নবাগত চুকাফাক আহ্বান জনাই পোনতে আহোমৰ ৰাজধানী পাতিবলৈ বৰাহী ৰজাই যিডোখৰ ঠাই নিৰ্দেশ কৰিছিল, সেই পবিত্ৰ ঠাইখিনিয়েই হৈছে বৰ্তমান শিৱসাগৰ মহকুমাৰ অন্তৰ্গত চৰাইদেও। চৰাইদেও শব্দটোৰ আহোম ভাষাত দুটা অৰ্থ পোৱা যায়ঃ 'চে-ৰা-ডেউ' অৰ্থাৎ চুতীয়া দেৱতাৰ নগৰ; আৰু 'চে-ৰাই-ডয়' অৰ্থাৎ জিলিকি থকা পৰ্বতীয়া নগৰ। ইয়াৰপৰা অনুমান হয় যে চৰাইদেও অতীজৰেপৰা এখনি পবিত্ৰ তীৰ্থস্থান ৰূপে জনাজাত আছিল; আৰু আহোমসকল অসমলৈ অহাৰ আগতে আৰু বৰাহীসকলেও এই অঞ্চলত বসবাস কৰাৰ পূৰ্বে বোধকৰোঁ ইয়াত চুতীয়াসকলৰ মন্দিৰ আছিল। এই চৰাইদেওকেই সংস্কৃত পণ্ডিতসকলে পিছত বিহগাদ্ৰি নামে অভিহিত কৰে।

সৰহখিনি পণ্ডিতেই অনুমান কৰে যে চৰাইদেও একালত বহুতো

মঠ-মন্দিৰেৰে ভৰা আছিল। এতিয়া অৰণ্যে তাৰ দুটাৰহে ভগ্নাৱশেষ পোৱা গৈছে—এটা দেওশালৰ মন্দিৰ আৰু আনটো লাংকুৰি দ'ল। লাংকুৰি দ'লৰ অৰ্থ হ'ল শিৱ দ'ল; আহোম ৰজা গদাধৰসিংহৰ দিনত এই দ'লটো নিৰ্মাণ কৰা হৈছিল। কিছু বছৰ আগতে চৰাইদেও বাগিচাৰ মেনেজাৰৰ বঙলাৰ সন্মুখত যিটো শিৱলিঙ্গ পোৱা গৈছে, সেই লিঙ্গটো এই দ'লটোৰ পৰাই নিয়া হৈছিল বুলি অনুমান হয়। এতিয়া পাঁচোটা খুটাৰ অৱশিষ্ট মাত্ৰ দেখিবলৈ পোৱা গ'লেও এই মন্দিৰটো পূৰ্বতে আঠোটা শিলৰ খুটাৰ ওপৰত ইটাৰে পকীকৈ সজোৱা হৈছিল। দেৱতাৰ উদ্দেশ্যে আগবঢ়োৱা জীৱক বলি দিয়াৰ বিশিষ্ট শাল এখন আছিল কাৰণেই এই মন্দিৰক বোলা হৈছিল দেওশালৰ মন্দিৰ। চৰাইদেও পৰ্বতৰ পশ্চিমফালে পথাৰৰ মাজত আজিও চালপীৰা আকৃতিৰ এচটা শিল আছে। ড° নেওগে 'পবিত্ৰ অসম'ত কৰা উল্লেখ মতে একালত ইয়াতো এটা সৰু মন্দিৰ আছিল, আৰু সেই মন্দিৰটোৰ নাম আছিল বান্-টুং দেৱালয়।

### তাম্ৰেশ্বৰী মন্দিৰ

পুৰণি কামৰূপৰ শক্তি পূজাৰ প্ৰধান কেন্দ্ৰস্থলসমূহৰ ভিতৰত বৰ্তমান সদিয়াৰপৰা প্ৰায় ১৮ মাইলমান উত্তৰ পূবে ঢল নদীৰ পাৰত অৱস্থিত তাম্ৰেশ্বৰী মন্দিৰ বিশেষভাৱে উল্লেখযোগ্য। ড° কাকতিৰ অনুমান মতে এই মন্দিৰৰ উপাস্য দেৱীয়েই হৈছে কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰত উল্লেখিত দিক্কৰবাসিনী আৰু সতীদেহৰ শিৰোভাগ পৰি সৃষ্ট হোৱাহেতুকেই এই পীঠ তীৰ্থৰ ভিতৰতে সুবিখ্যাত। "অংশ গ্ৰীৱং পূৰ্ণগিৰৌ কামৰূপান্তঃ শীৰঃ" (কা. পু. ১৮।৪৩)। যোগিনীতন্ত্ৰ মতেও এই দিক্কৰ বাসিনী বিৰাজিত সৌমাৰ পীঠেই হৈছে নৱ-পীঠৰ উদ্ভৱ-স্থল ঃ

'অথোদয়ং নবং পীঠং সৌমাৰদপি কথ্যতে।
নিব সত্যয়ং প্ৰত্যক্ষং যত্ৰ দিক্কৰবাসিনী॥' (যো. ত. ২.১.৪৩)

অতীজৰেপৰা দেউৰী সকলেই এই মন্দিৰৰ পূজা সেৱা চলাই আহিছে। দেউৰীসকলে ইয়াৰ উপাস্যা দেৱীক পিচাছি বোলে। এসময়ত এই মন্দিৰত নৰবলি দি দেৱী পূজা কৰা হৈছিল কাৰণেই বোধকৰোঁ ইয়াৰ



অধিষ্ঠাত্ৰী দেৱীক কেচাইখাঁতী বুলিও কোৱা হয়। পূৰ্বতে এই মন্দিৰৰ যিখন চাল আছিল, সেইখন হেনো তামৰ আছিল; আৰু সেই কাৰণেই সম্ভৱতঃ ইয়াক বোলা হৈছিল তাম্ৰেশ্বৰী মন্দিৰ। পিছত সেই মন্দিৰটো বেয়াকৈ ক্ষতিগ্ৰস্ত হোৱাত পঞ্চদশ শতিকামানত তাক পুনৰ্নিৰ্মাণ কৰা হয়। বৰ্তমান যিটো মন্দিৰৰ ভগ্নাৱশেষ আৱিষ্কৃত হৈছে, সেইটো পূৰ্বৰ মন্দিৰৰ ভগ্নাৱশেষৰপৰা পুনৰ্নিৰ্মিত মন্দিৰহে। লেফ্‌টেনেন্ট ডেল্টনৰ বৰ্ণনামতে এই মন্দিৰটো লোহাৰ শলখা লগাই চাৰিকুণীয়াকৈ নিৰ্মাণ কৰা হৈছিল। ইয়াৰ বেৰ ৪½ ফুট ডাঠ আৰু মন্দিৰৰ ভিতৰৰ ঠাইৰ বৰ্গৰ প্ৰতিফাল ৮ ফুট দীঘল আছিল। মন্দিৰৰ চাৰিওফালে প্ৰায় ১৩০ ফুট বহল আৰু ২০০ ফুট দীঘল ইটাৰ দেৱাল আছিল। অতীজতে এই মন্দিৰ চুতীয়াসকলৰ অধীনত আছিল যদিও ১৫২৩ খ্ৰীষ্টাব্দত আহোমসকলে তেওঁলোকক পৰাস্ত কৰি সদিয়া অধিকাৰ কৰাৰেপৰা এই মন্দিৰৰ পূজা-বিধিও আহোম ৰজাৰ তত্বাৱধানলৈ আহে। আহোম সকলে মন্দিৰৰ দায়িত্ব লৈ পূৰ্বৰ দস্তুৰ মতেই "সদিয়া দেওঘৰত মানুহ নিবন্ধ কৰি দি, সদিয়াখোআ নামে বিসই নিবন্ধ কৰি, বুঢ়া গোহাঁই পৰিয়াৰ সদিয়া খোআ পাতিলে।" আহোমসকলৰ দিনত এই মন্দিৰৰ চাৰিজন পূজাৰী আছিল,—বৰ পূজাৰী, সৰু পূজাৰী, বৰ ভঁৰালী আৰু সৰু ভঁৰালী। এই পূজাৰী চাৰিজনৰ ইমান খিতাপ আছিল যে এওঁলোক ৰাজ সভালৈ আহিলে স্বয়ং স্বৰ্গদেৱেও ৰাজসিংহাসনৰ পৰা থিয় হৈ এওঁলোকক সন্মান জনাইছিল। হানে চাহাবে ইয়াত যোনি বা লিঙ্গ-যোনিক পূজা কৰাৰ কথা অনুমান কৰিছে যদিও আজিলৈকে এই মন্দিৰত কোনো মূৰ্তি থকাৰ প্ৰমাণ পোৱা হোৱা নাই। আহোম ৰজা গৌৰীনাথ সিংহই (১৭৮০-৯৪) তাম্ৰেশ্বৰী মন্দিৰত নৰবলি দিয়া প্ৰথা বন্ধ কৰে।

## খ. থান-সত্ৰ

### বিষ্ণুপুৰ সত্ৰ

শঙ্কৰদেৱৰ নাতি চতুৰ্ভুজ ঠাকুৰে প্ৰতিষ্ঠা কৰা বিষ্ণুপুৰ সত্ৰ অভয়াপুৰীৰ পৰা সাত মাইল মান পশ্চিমে আৰু যোগী ঘোপাৰ পৰা আঠ মাইলমান উত্তৰে কনৰা আৰু তামৰঙা বিলৰ মাজত অৱস্থিত। সত্ৰখন প্ৰতিষ্ঠাৰ

প্ৰকৃত চন তাৰিখ জনা নগ'লেও ধৰ্ম্মপ্ৰাণ বিজনী ৰজাৰ সাদৰ আহ্বানত ষোড়শ শতিকাৰ শেষাৰ্দ্ধৰ ভিতৰতেই সম্ভৱতঃ ইয়াক স্থাপন কৰা হয়। এই সত্ৰৰ মন্দিৰৰ ভিতৰত স্থাপিত মদন-মোহন বিগ্ৰহৰ উপৰিও চতুৰ্ভুজ ঠাকুৰে ব্যৱহাৰ কৰা কাপোৰ-কানি, দুজোৰ খৰম, শোৱা পালেং, দুডাল লাখুটি, এখন বহা পীৰা আৰু দুটি পদশিলা এতিয়াও সংৰক্ষিত হৈ আছে। ইয়াৰ ভঁাজঘৰৰ ভিতৰত দুখন নাওঁৰ ওপৰত স্থাপন কৰা এখন বৃহৎ গুৰু আসন আৰু গুৰু আসনৰ কাষতে দুশমান চাকি ধৰা এটা লোৰ গছা আৰু একশ পঞ্চাশটামান চাকি ধৰা আন এটা কাঠৰ গছা আছে। বিষ্ণুপুৰ আশ্ৰমী সত্ৰ। সত্ৰাধিকাৰ জনাই এই সত্ৰৰ একমাত্ৰ গৰাকী। এই সত্ৰ পৰিচালনাৰ কাৰণে বিজনীৰাজ পৰম ধাৰ্ম্মিক মুকুন্দনাৰায়ণ ভূপ বাহাদুৰে ভালেখিনি মাটি দেৱোত্তৰ হিচাপে দান কৰিছিল। ইয়াৰ পিতলৰ বিগ্ৰহবোৰো বিজনী ৰজাই দান কৰা। এই সত্ৰত বিভিন্ন সন্ত-মহন্তসকলৰ তিথি, বিশেষকৈ মহাপুৰুষ শঙ্কৰদেৱৰ তিৰোভাৱ তিথি-মহোৎসৱ সমাৰোহেৰে পালন কৰা হয়।

## বৰপেটা সত্ৰ

মহাপুৰুষ মাধৱদেৱৰ দ্বাৰা প্ৰতিষ্ঠাপিত পৱিত্ৰ বৰপেটা সত্ৰ অসমৰ মহাপুৰুষীয়া সত্ৰসমূহৰ কেন্দ্ৰ স্বৰূপ। চৰিত পুথিত আছে, মহাপুৰুষ মাধৱদেৱে কোচ ৰজা ৰঘুদেৱৰ কোপত পৰাৰ পূৰ্বে বৰপেটাত যিটো ৰভিয়াল ঘৰ সজাইছিল, কোচ-বেহাৰলৈ যাবৰ সময়ত তেওঁ মথুৰা দাস আতাক তাতেই অধিকাৰ পাতি থৈ যায়; পাছত সেই ঘৰটো জুয়ে পোৰাতহে মথুৰা আতাই তাত সত্ৰ পাতি, কীৰ্তন-ঘৰ আৰু কেৰলীয়া হাটী স্থাপন কৰে। বৰপেটাৰ কীৰ্তন-ঘৰ বিশেষভাৱে প্ৰসিদ্ধ। ই অসমৰ সকলো কীৰ্তন ঘৰতকৈ ডাঙৰ বুলি জনাজাত। কীৰ্ত্তন-ঘৰটো অৱশ্যে এতিয়া নতুনকৈ সজোৱা হৈছে। ইয়াৰ পুব ফালৰ এটা খোটালি এৰি দ্বিতীয়টোত শঙ্কৰদেৱ, মাধৱদেৱ আৰু বদুলা আতাৰ নামত তিনিখন গুৰু আসন পতা আছে। কীৰ্তন-ঘৰৰ পুব মুধতে ভঁাজঘৰ; তাত কোচ ৰজা ৰঘুদেৱে দিয়া কলীয়া ঠাকুৰৰ শিলা-মূৰ্তি আছে। কীৰ্তন-ঘৰৰ কাষতে উত্তৰ পুব অংশত এটি ইটাৰ মঠ দেখিবলৈ পোৱা যায়। এই মঠত মহাপুৰুষ মাধৱদেৱৰ 'নাম-ঘোষা' গ্ৰন্থখনি ভক্তি সহকাৰে স্থাপন কৰা হৈছে।



মঠৰ সন্মুখৰ চোতালৰ পশ্চিমফালে এটি ছত্ৰাকাৰ ঘৰৰ তলত নাদ এটি আছে। এই নাদ থকা ঠাইতে মাধৱদেৱে ছমাহ বাস কৰিছিল বুলি সত্ৰৰ ভকতসকলে কয়। মঠৰ উত্তৰ-পুব কোণত শ্ৰীৰাম আতাৰ আৰু ভঁাজঘৰৰ দক্ষিণ-পুব কোণত বদুলা আতাৰ ঘৰৰ ভেটি আছিল। দুয়ো ঠাইতে বৰ্তমান দুটি টিনৰ সৰু ঘৰ আছে। কীৰ্তন-ঘৰৰ উত্তৰ-পশ্চিমফালে পকা দেউল ঘৰ; আৰু তাৰ সন্মুখতে খোলা টিনৰ ঘৰ এটি আছে। মঠৰ উত্তৰে আছে টিনৰ গুদাম ঘৰ, আৰু সত্ৰৰ ভিতৰলৈ সোমোৱা দুৱাৰৰ কাষতে মথুৰাদাস পুথিভঁৰাল। কীৰ্তন-ঘৰ আৰু কেৰলীয়া হাটীৰ চাৰিওফালে আছে পকা দেৱাল। ইয়াৰ পশ্চিম দেৱালৰ মাজভাগতে আছে টোলৰ ভিতৰলৈ সোমোৱা প্ৰধান কৰাপাট। পশ্চিম দেৱালৰ দক্ষিণ আৰু উত্তৰ কোণতো দুখন কৰাপাট আছে। তিৰোতা-সকলে প্ৰধানকৈ এই দুই দুৱাৰেদি ওলোৱা-সোমোৱা কৰে। স্বৰ্গদেৱ শিৱসিংহই দিয়া নিষ্পিখেৰাজ মাটিত বৰপেটা সত্ৰৰ উপৰিও বাইশখন হাটী আছে। পূৰ্বে মহাপুৰুষ শঙ্কৰদেৱে বৰপেটাৰ চাৰিকোণত চাৰিটা খুটি মাৰি দিছিল বুলি এটি প্ৰবাদ আছে। সেই চাৰি সীমাৰ ভিতৰত মৃত্যু হ'লে মানুহ বৈকুণ্ঠলৈ যায় বুলি আজিও বিশ্বাস কৰে। প্ৰত্যেক হাটীৰে একোটিকৈ পুঁজি আৰু হাটীয়াৰ ঘৰ আছে। হাটীৰ সকলো মেল-দোৱান, সভা-উৎসৱ হাটীয়াৰ ঘৰত অনুষ্ঠিত হয়। এই সত্ৰত মহাপুৰুষসকলৰ তিথি-মহোৎসৱৰ উপৰিও দৌলোৎসৱ আৰু বহাগ বিহুত মহাসমাৰোহেৰে কীৰ্তন পতা হয়। শঙ্কৰদেৱ আৰু মাধৱদেৱৰ তিথিত ইয়াত নাওখেলৰো প্ৰতিযোগিতা হয়। সত্ৰত থকা ভকতসকল উদাসীন যদিও অধিকাৰ-জন গৃহী হোৱাত কোনো বাধা নাই। সত্ৰৰ সমূহ ভকতে সত্ৰাধিকাৰ-জন বাছি লয়। এই প্ৰথা মথুৰাদাস আতাই নিজেই প্ৰৱৰ্তন কৰি থৈ যায়। প্ৰত্যেক হাটীৰ হাটীয়াৰ ঘৰ আৰু একোটিকৈ সুকীয়া পুঁজি ৰখাৰ নিয়মো মথুৰাদাস আতাৰ দিনতেই প্ৰচলন হয় বুলি শুনা যায়। এইদৰে স্মৰণাতীত কালৰেপৰা আজিলৈকে বৰপেটা সত্ৰ সম্পূৰ্ণ গণতান্ত্ৰিক ভেটিত পৰিচালিত হৈ আহিছে।

## পাটবাউসী সত্ৰ

শঙ্কৰ-মাধৱ-দামোদৰ-হৰিদেৱ অসমৰ এই চাৰিজনা গুৰুৰ লীলা-

ক্ষেত্ৰ পাটবাউসী বৰপেটাৰ ওচৰবে ন সত্ৰৰপৰা প্ৰায় ডেৰ মাইলমান দক্ষিণ-পূৱে অৱস্থিত। পাটবাউসীত শঙ্কৰদেৱে ওঠৰ বছৰৰো অধিক কাল বাস কৰে। বাউসীত হাটী পাতি বাস কৰাৰ সময়তে হেনো কোচৰাজ্যৰ বিদ্যোৎসাহী ৰজা নৰনাৰায়ণে শ্ৰীমন্ত শঙ্কৰৰ পৰিচয় পাই, জোৰ কৰি তেওঁক বাউসী পৰগণাৰ ভূঞা পাতে। তেওঁ বাউসীত পাটত বহি ভূঞাৰ কাম চলাইছিল কাৰণেই পিছলৈ ই পাটবাউসী নামে পৰিচিত হয়। পাটবাউসীত শঙ্কৰদেৱ-দামোদৰদেৱ দুয়োজনা মহাপুৰুষে ওচৰা-ওচৰিকৈ স্থাপন কৰা দুখন পৃথক সত্ৰ আছে; আৰু দুয়োখন সত্ৰতে দুটি কীৰ্তনঘৰ আৰু ভঁজঘৰত কৃষ্ণ-মূৰ্তি আছে। দামোদৰ-দেৱৰ সত্ৰত জয়দ'লৰ আকৃতিত সজা এটি ইটাৰ মঠ আছে। স্থানীয় লোকে এই মঠটি স্বৰ্গদেৱ শিৱসিংহই কৰোৱা বুলি কয় যদিও মঠৰ সম্মুখত পৰি থকা শিলৰ ফলিখনত ১৬৬৯ শকৰ উল্লেখৰপৰা এইটো স্বৰ্গদেৱ প্ৰমত্তসিংহৰ দিনত নিৰ্মিত বুলিহে ধাৰণা হয়। এই মঠটোৰ বাহিৰৰ ফালৰ বেৰৰ পৰিমাণ ৫৫ ফুট, ওখই ৪০ ফুট আৰু তাৰ সম্মুখৰ বুলনি ঘৰটো ১৪ × ১৩ বৰ্গফুট। ইয়াত দামোদৰদেৱৰ পদশিলা আৰু মঠৰ বাহিৰৰ বেৰবোৰত দশাৱতাৰৰ মূৰ্তি কটা আছে। বৰ্তমান উক্ত দুয়োখন সত্ৰৰে আৰ্থিক অৱস্থা অস্বচ্ছল যদিও চাৰিগুৰুৰ লীলাক্ষেত্ৰ পাটবাউসী একালত বৈষ্ণৱ ভাৱাদৰ্শৰ প্ৰচাৰ আৰু গণতান্ত্ৰিক সমাজ গঠনৰ ক্ষেত্ৰত সকলো সত্ৰৰেই আদৰ্শস্বৰূপ আছিল।

## সুন্দৰীদিয়া সত্ৰ

মহাপুৰুষ মাধৱদেৱে স্থাপন কৰা সুন্দৰীদিয়া সত্ৰ বৰপেটা সত্ৰৰ পৰা প্ৰায় ডেৰ মাইলমান উত্তৰে। বৰপেটাৰ কীৰ্তনঘৰৰ দৰে ইয়াৰ কীৰ্তনঘৰতো শঙ্কৰদেৱ, মাধৱদেৱ আৰু বদুলা আতাৰ নামত তিনিখন গুৰু-আসন পতা আছে। কীৰ্তন ঘৰৰ নিচেই কাষতে এটি পকা মঠ আছে। এই মঠটো ১৭৭১ শকত স্বৰ্গদেৱ প্ৰমত্তসিংহই নিৰ্মাণ কৰায়। মঠটোৰ গাত মাটিৰে সজা পোৰা মূৰ্তি লগোৱা আছে। ভূমিকম্প আদি প্ৰাকৃতিক দুৰ্যোগৰ ফলত মঠটো তললৈ বহি যোৱাত মূৰ্তিবিলাক মাটিৰ তলত পোত খালে যদিও কিছু মূৰ্তি এতিয়াও ওলাই আছে। মঠটোৰ সম্মুখতে এটি পকা বুলনি ঘৰ আৰু কীৰ্তনঘৰৰ পূব



মূধত এটি ভঁাজঘৰ আছে। কীৰ্তন-ঘৰৰ দক্ষিণফালে মাধৱদেৱে খন্দোৱা এটি পকীনাদো অক্ষত অৱস্থাত আছে। নাদৰ পিছফালে শঙ্কৰদেৱৰ দ্বিতীয়া পত্নী কালিন্দী আইৰ ঘৰৰ ভেটিৰ চিন স্বৰূপে 'আই গোসাঁনীৰ ঘৰ' ( সৰু টিনৰ ঘৰ ) আছে। মাধৱদেৱ আৰু ৰামচৰণ ঠাকুৰে বাস কৰা ঘৰৰো ভেটিৰ চিন আছে যদিও এতিয়া তাৰ ওপৰত কোনো স্মৃতি-চিহ্ন নাই। ড° নেওগে 'পৱিত্ৰ-অসম'ত সন্নিৱিষ্ট কৰিবৰ কাৰণে শ্ৰীউদ্ধৱচন্দ্ৰ অধিকাৰীৰপৰা সংগ্ৰহ কৰা টোকাৰপৰা জনা যায়, সুন্দৰী-দিয়া আগতে লুইতৰ এটি ধুনীয়া দিয়া ( দ্বীপ ) বা চাপৰি আছিল। সত্ৰৰ চাৰিসীমা—উত্তৰে চাউলখোৱা নদী, পূবে বৰলিয়া বিল, দক্ষিণে নখন্দা নৈ, পশ্চিমে শুহাৰকুৰ বিল। সত্ৰৰ উত্তৰপিনে কয়লা বিল আছে; ইয়াতে মাধৱদেৱে সাতদিন সাতৰাতি তত্ত্বৱস্তু বিচাৰ কৰাৰ স্মৃতিত মাঘৰ বৰবিহুৰ দিনা আইসকলে চৰিত চৰ্চা কৰেগৈ। সুন্দৰী দিয়াতে মাধৱদেৱে "নামৰ শাৰী" পাতে। মঠৰ বৰ্তমান চৈ ঘৰ ১৯২০ চনত নিৰ্মিত। সুন্দৰীদিয়াত সাতকুৰি বছৰ বয়সত কালিন্দী আই-গোসাঁনী বৈকুণ্ঠী হয়। তেওঁৰ কাণৰ সোণ, কপাহী পাঁজী, কাপোৰ, পীৰা আদি এতিয়াও আছে। ৰামচৰণ ঠাকুৰৰ ভেটিতে মাধৱদেৱে ঘোষা পুথি কৰে, সেই ভেটিকে "আদি ভিঠি বোলে।" এই সত্ৰৰ ক্ষেত্ৰত এটি মন কৰিবলগীয়া বিশেষত্ব হ'ল, বৰপেটা অঞ্চলৰ অন্যান্য সত্ৰৰ বন্তি পশ্চিমমুৱা, কিন্তু সুন্দৰীদিয়া সত্ৰৰ বন্তি পূবমুৱা। সত্ৰত স্বৰ্গদেৱ শিৱসিংহই দেৱোত্তৰ মাটি দিয়া তামৰ ফলি এখনিও আছে।

## বৰদোৱা সত্ৰ

মহাপুৰুষ শংকৰদেৱৰ আদ্য লীলা-ক্ষেত্ৰ বৰদোৱা অসমৰ সাংস্কৃতিক জীৱনৰ নাভীকেন্দ্ৰ স্বৰূপ। বৰ্তমান নগাওঁ চহৰৰপৰা প্ৰায় ১২ মাইল উত্তৰে এই সত্ৰ অৱস্থিত। ইয়াৰ স্থান-মাহাত্ম্য বৰ্ণনা কৰি পুৰুষোত্তমদেৱে লিখিছে,—

'জয় জয় বটদ্ৰৱা বৈকুণ্ঠ হুতয়।
সেহি থানে নিজ গুৰু ভৈলন্ত উদয়॥
সেহি থানে নিজগুৰু পাতিলন্ত পাট।
ৰাম নাম মহাৰত্ন বৈশাইলন্ত হাট॥'

বৰদোৱাৰ পূৰ্ব নাম আছিল টেম্বুৱানী। কথা গুৰুচৰিতত উল্লেখ আছে যে ইয়াত গুৰুজনাই ধৰ্ম প্ৰচাৰ কৰি থকা সময়ত এবাৰ খোৱা পানীৰ বৰ অভাৱ হয়। ভক্তসকলে এদিন গুৰুজনাৰ ওচৰত এইকথা নিবেদন কৰাত, মহাপুৰুষে "বোলে তোম্রাসবে দিনে নিশা (হৰিৰ) নাম ডাকা, পাসকৈ জল দিব ভগৱন্তে। পাচে নাম দিলে। মহাপুৰুষ গুৰু দুপৰ নিশা গৈ বৃদ্ধাঙ্গুষ্ঠে ধেনুএ কাৰ কৰি উৰ্ধহস্তকৈ গোৰ্হানি মাৰিলে; গিৰ্ গিৰ্ শব্দে আকাশী গঙ্গা নামিলহি পূৰ্বৰো নিমিত্তে। পুৰা দেখে যাই ভক্তে বাকৰা বাৰীতে বিল-জল হ'ল; বট গ'ল কলৈ, আশ্চৰ্য অদ্ভুত হৈ গুৰুজনাত ক'লে, বোলে, ঈশ্বৰ কৃপাকৈ তোম্রাসৱক নামজল দান কৰিছে।" তেতিয়াৰে পৰাই এই ঠাইৰ নাম টেম্বুৱানী গুচি বটদ্ৰৱা হয়। শংকৰদেৱে তেৰাৰ ২০ বছৰ বয়সৰপৰা ৬৭ বছৰ বয়সলৈকে সুদীৰ্ঘ ৪৭ বছৰ কাল এই বৰদোৱাতেই অতিবাহিত কৰে।

খ্ৰীষ্টীয় ১৫১৬ চনত কছাৰী উপদ্ৰৱ হোৱাত মহাপুৰুষে বৰদোৱা ত্যাগ কৰিবলগীয়াত পৰে। তেতিয়াৰপৰা সপ্তদশ শতিকাৰ শেষৰ ফালে স্বৰ্গদেৱ জয়ধ্বজ সিংহ ৰাজপাটত নুঠালৈকে বৰদোৱাৰ ইতিহাস ভালেখিনি অস্পষ্ট। শংকৰদেৱৰ দেহত্যাগৰো প্ৰায় নব্বৈ বছৰৰ পাছত চতুৰ্ভুৰ্জ ঠাকুৰৰ 'মানসা ভাগিন পুত্ৰ' দামোদৰ আৰু টঙচু বৰফুকনৰ সহায়ত মহাপুৰুষৰ নাতি-বোৱাৰী আই কনকলতাই সত্ৰখনি পুনৰ্প্ৰকাশ কৰাৰ পৰাহে ইয়াৰ নতুন বুৰঞ্জী আৰম্ভ হয়। কনকলতাৰ দিনত বৰদোৱা সত্ৰই জয় জয় ময় ময় অৱস্থা পাইছিল যদিও পাছলৈ দামোদৰ আতাৰ বংশধৰ আৰু কনকলতাৰ জীয়াৰী পুত্ৰ অনন্তৰাম আতাৰ বংশধৰসকলৰ মাজত সম্ভাৰ-সম্প্ৰীতি নোহোৱা হৈ অহাত ইয়াৰ পূৰ্বৰ অৱস্থা ক্ৰমে নাইকিয়া হৈ আহিবলৈ ধৰে আৰু অৱশেষত এই গৃহকন্দলে এনে ৰূপ পায়গৈ যে স্বৰ্গদেৱ কমলেশ্বৰ সিংহৰ ৰাজত্বকালত ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ আৰু ভদৰি বৰুৱাৰ হতুৱাই সত্ৰখনি বৰফাল বা বৰহিছা আৰু সৰুফাল বা সৰুহিছা—এই দুভাগত বিভক্ত কৰিহে কাজিয়া নিষ্পত্তি কৰাবলগীয়া হয়। তেতিয়াৰেপৰা বৰদোৱা থানৰ অধিকাৰ নিজ নিজ থানত শলগুৰি আৰু নৰোৱা সত্ৰৰ হৈ পৰে। কিন্তু আনন্দৰ বিষয়, বৰ্তমান বৰদোৱাৰ সেই শোকলগা বুৰঞ্জীৰ অন্ত পৰিছে। মহাপুৰুষ গুৰুজনাৰ পাঁচশ বছৰীয়া জন্মোৎসৱ পালনৰ শুভফল স্বৰূপে ইমান দিনে দ্বিখণ্ডিত হৈ থকা পুণ্যশ্লোক শংকৰ-স্মৃতি-বিমণ্ডিত বৰদোৱা সত্ৰ এতিয়া পুনৰ এক হৈ পৰিছে।



## কুৰুৱাবাহী সত্ৰ

মহাপুৰুষ দামোদৰদেৱ আৰু মাধৱদেৱৰ আজ্ঞাপৰ বংশীগোপালৰ দ্বাৰা প্ৰতিষ্ঠাপিত কুৰুৱাবাহী সত্ৰ ধনশিৰি নদীৰ পাৰত অৱস্থিত। হৰিবৰ আচাৰ্যৰ বংশৰ বংশীগোপালে কুৰুৱাবাহীত সত্ৰ প্ৰতিষ্ঠা কৰাৰ আগতে কাঁহীকুছি, কমলাবাৰী আৰু ডেবেৰাপাৰত সত্ৰ স্থাপন কৰিছিল। তাৰ পাছতহে তেওঁ ধনশিৰি নৈৰ ওচৰৰ লুইতৰ বালি-চাপৰিত কুৰুৱাবাহী সত্ৰ প্ৰতিষ্ঠা কৰে। অধ্যক্ষ শ্ৰীতীৰ্থনাথ শৰ্মাই 'আউনীআটী সত্ৰৰ বুৰঞ্জী'ত উল্লেখ কৰা মতে, 'পাঁচশ উদাসীন ভকতৰ কাৰণে চাৰিদিশে চাৰি হাটী, মাজত নামঘৰ মণিকুট আৰু প্ৰভুৰ পকাঘৰ সহ' প্ৰতিষ্ঠা কৰা এই সত্ৰৰ ঠাই এজোপা শিমলুগছত কুৰুৱা চৰাইৰ বাহেৰে ভৰা আছিল বাবেই হেনো তাৰ নাম কুৰুৱাবাহী হ'ল। সত্ৰৰ প্ৰতিষ্ঠাতা বংশীগোপালৰ এই কুৰুৱাবাহীতেই পৰলোক প্ৰাপ্তি ঘটে। তেওঁৰ লোকান্তৰৰ কিছুকাল পাছত স্বৰ্গদেৱ প্ৰতাপসিংহৰ ৰাজত্বকালত ৰাজ-ৰোষত পৰি কুৰুৱাবাহী সত্ৰ ধ্বংস হয় যদিও স্বৰ্গদেৱ চুৰম্ফাৰ দিনত ইয়াক পুনৰ স্থাপন কৰা হয়। মানৰ আক্ৰমণৰ সময়ত কুৰুৱাবাহীৰপৰা ভটিয়াই অহা জগন্নাথদেৱে নগাও চহৰৰ কেইমাইলমান পশ্চিমে জাগীৰোডৰ কাষতো কুৰুৱাবাহী নামেৰে আন এখনি সত্ৰ প্ৰতিষ্ঠা কৰে। এইদৰে কুৰুৱাবাহী সত্ৰ কাল-ক্ৰমত দুখন হৈ পৰে যদিও ধনশিৰি পাৰৰ কুৰুৱাবাহী আৰু জাগীৰোডৰ কাষৰ কুৰুৱাবাহী দুয়োখন কিন্তু একগোট হৈয়ে থাকে। দুয়োখনতে জ্যেষ্ঠানুক্ৰমে অধিকাৰ হয়। মহাপুৰুষ শংকৰদেৱে কোৱোলা বাঢ়ৈৰ হতুৱাই কটোৱা কাঠৰ মদন গোপালৰ মূৰ্তিটো হেনো কুৰুৱাবাহী সত্ৰত এতিয়াও অক্ষত অৱস্থাত আছে।

## ঘাৰমৰা সত্ৰ

মাধৱদেৱ আৰু দামোদৰদেৱ দুয়োজনাৰে আজ্ঞাত বংশীগোপালৰ সৈতে পূব অঞ্চললৈ ধৰ্ম প্ৰচাৰ কৰিবলৈ অহা আধলীয়া দেৱযদুমণিৰ স্থাপিত ঘাৰমৰা সত্ৰ বৰ্তমান উত্তৰ লক্ষীমপুৰ নগৰৰ ওচৰতে অৱস্থিত।

অৱশ্যে 'পৱিত্ৰ অসম'ত সন্নিৱিষ্ট শ্ৰীপ্ৰেমকৃষ্ণ দেৱগোস্বামীৰ টোকাৰ পৰা জনা যায় যে এই সত্ৰ আদিতে উত্তৰ লক্ষীমপুৰ নগৰৰ ৩ মাইল দক্ষিণ-পূবৰ কুণ্ডিলতহে আছিল। তাৰপৰা ই ক্ৰমে ডিব্ৰুগড় মহকুমাৰ চেঙাজান, উত্তৰ লক্ষীমপুৰৰ বৰবিলাহ, ধেনুখানাৰ ওচৰৰ ঘাৰমৰা আৰু সৰ্বশেষত ১৭৫১ শকতহে বৰ্তমানৰ স্থানত বহে। ধেনুখানাৰ কাষৰ ঘাৰমৰাত এসময়ত এই সত্ৰ থকাৰ চিন স্বৰূপে দুটা ডাঙৰ পুখুৰী আছে আৰু তাৰে এটাৰ পাৰত ইটাৰ পুৰণি মন্দিৰ এটাৰ ভগ্নাৱশেষ এতিয়াও দেখিবলৈ পোৱা যায়। বৰ্তমান ঘাৰমৰা সত্ৰত চুতীয়া ৰজাই উপহাৰ হিচাপে দিয়া বুলি খ্যাত আধামোনৰো অধিক ওজনৰ এটা জয়ঘন্টা আছে। গাত কাৰুকাৰ্য খচিত এই ঘন্টাটোৰ শিখৰত লিপিও খোদিত আছে। কুণ্ডিলত থকা সময়ৰেপৰা অকাঁ, মিৰি, ডফলা প্ৰভৃতি জন-জাতিৰ লোক এই সত্ৰৰ শিষ্যৰূপে আছিল কাৰণেই সম্ভৱতঃ এতিয়াও সোৱণশিৰি জিলাৰ গুচাম অঞ্চলৰ তৰবটীয়া আৰু পানীবটীয়া ফৈদৰ ভালেমান লোক এই সত্ৰৰ শিষ্য। সত্ৰৰ বৰ্তমান ৰজাদিনীয়া কোনো ভূ-সম্পত্তি নাই।

## দিনজয়-মায়ামৰা সত্ৰ

মায়ামৰা সত্ৰৰ প্ৰতিষ্ঠাপক অনিৰুদ্ধদেৱৰপৰা বঢ়া দিনজয় মায়ামৰা সত্ৰ প্ৰতিষ্ঠা হয় ১৮৩৭ খ্ৰীষ্টাব্দত, অলপ দিনৰ কাৰণে আহোমৰ ৰাজ সিংহাসনত বহা মাটিবৰ বৰসেনাপতিৰ দিনত। ডিব্ৰুগড় জিলাৰ চাবুৱাৰ ওচৰৰ দিনজানৰ পাৰত এই সত্ৰ অৱস্থিত।

গোপালদেৱৰ আজ্ঞাপৰ অনিৰুদ্ধদেৱে নাহৰ আটিৰ মোৱামৰা বিলৰ পাৰত মায়ামৰা সত্ৰ পাতি ধৰ্ম প্ৰচাৰ কৰি থাকোঁতেই তেওঁৰ পৰলোক প্ৰাপ্তি ঘটে; আৰু তেতিয়া তেওঁৰ পুত্ৰ কৃষ্ণদেৱ সত্ৰাধিকাৰ হৈ নাহৰ আটিৰপৰা খুটিয়াপোতালৈ গৈ মায়ামৰীয়াৰ ঘাই সত্ৰ প্ৰতিষ্ঠা কৰে। মাজুলীৰ গুণাকটা আৰু বা-ভগা চাপৰিৰ সত্ৰ আৰু দক্ষিণকূলৰ আতাপাম সত্ৰ মূল মায়ামৰা সত্ৰৰ পৰাই বঢ়া। যোৰহাটৰ অন্তৰ্গত পুৰণিমাটিত মধুৰমূৰ্তিদেৱে প্ৰতিষ্ঠা কৰা বিখ্যাত পুৰণি পাম মায়ামৰা সত্ৰও ইয়াৰেই ভিতৰুৱা। মায়ামৰাৰ নৱম অধিকাৰ অষ্টভুজদেৱৰ দিনত নদীয়ে খুটিয়াপোতা খান্দিবলৈ ধৰাত তেওঁ তাৰ



পৰা গৈ নপাম সত্ৰ স্থাপন কৰে। কিন্তু এনে সময়তে আৰম্ভ হয় বিখ্যাত মায়ামৰীয়া বিদ্ৰোহ। বিদ্ৰোহৰ পৰিণাম স্বৰূপে অসংখ্য মায়া-মৰীয়া প্ৰজাৰ নিধন ঘটে; অষ্টভুজদেৱো নিৰুদ্দেশ হয়। চৈধ্য বছৰ কাল ধৰ্মাসন শূন্য হৈ থকাৰ পাছত স্বৰ্গদেৱ গৌৰীনাথসিংহৰ দিনত ডফলা পৰ্বতত পলাই থকা ডেকা পীতাম্বৰচন্দ্ৰ দেৱক মাতি আনি ন-সত্ৰত প্ৰতিষ্ঠা কৰা হয় যদিও গোসাঁইৰ কথা নুশুনি মায়ামৰীয়াসকলে পুনৰ তৃতীয় বিদ্ৰোহৰ জুই জ্বলাই তোলাত আউনীআটী সত্ৰাধিকাৰৰ জামিনতহে এইবাৰ মায়ামৰীয়া গোসাঁইক ৰাখিবলগীয়া হ'ল। ইয়াৰ পাছতে আৰম্ভ হ'ল মানৰ আক্ৰমণ। মায়ামৰা গোসাঁই ভক্তানন্দ সশিষ্যে পলাই গৈ মাজুলীত সোমাল। ইতিমধ্যে ইংৰাজসকলে মানক খেদাই পুৰন্দৰ সিংহক ৰাজ্য দিয়াত ভক্তানন্দয়ো ভকতেৰে সৈতে মাজুলীৰপৰা আহি মালোৰ বৰভেটি পায়; আৰু তাৰেপৰাই মাটিবৰ বৰসেনাপতিয়ে গোসাঁইক মাতি আনি দিনজানৰ পাৰত সত্ৰ পাতি দিয়ে। এয়ে দিনজয় মায়ামৰা সত্ৰ। বিদ্ৰোহৰ জুইয়ে মূল মায়ামৰা সত্ৰৰ অনেক ক্ষতি সাধন কৰিলেও অকল এই সত্ৰৰে আঢ়ৈ হেজাৰ বিঘাৰো অধিক নিস্পিখেৰাজ ভূমি আছিল; আৰু এতিয়াও এই সত্ৰৰ শিষ্য সংখ্যা বেছ লেখত লবলগীয়া।

## বাৰেঘৰ (চলিহা) সত্ৰ

দিহিং থূলৰ বাৰেঘৰ (চলিহা) সত্ৰৰ প্ৰতিষ্ঠাতা হৈছে ৰামানন্দৰ আজ্ঞাপৰ শ্ৰীকৃষ্ণদেৱৰ জেষ্ঠ্যপুত্ৰ সুদৰিশনদেৱ। শিৱসাগৰ জিলাৰ নাজিৰাৰ ওচৰৰ মেজেঙাত বৰ্তমান এই সত্ৰ অৱস্থিত। শ্ৰীৰামদেৱৰ চৰিতৰপৰা জনা যায় যে সুদৰিশনদেৱে কেইবা ঠাইতো সত্ৰ পাতি ঘূৰি ফুৰিছিল। মণিপুৰ সত্ৰ, ডিমৌ সত্ৰ আৰু সুন্দৰীদিয়া সত্ৰ (এই কেইখনি ক'ত ক'ত আজিও জানিব পৰা নাই) প্ৰতিষ্ঠাৰ পাছতহে তেওঁ নাহৰকটীয়াৰ ওচৰত শলগুৰি আলিৰ কাষত সত্ৰ পাতিছিল; এয়ে বাৰেঘৰ (চলিহা) সত্ৰ। সুদৰিশনদেৱে শলগুৰি আলিৰ কাষত সত্ৰ পাতি থাকোঁতেই আহোম ৰজা গদাধৰসিংহই দেৱীপূজা নকৰাৰ কথাত ৰুষ্ট হৈ মহন্তসকলক ধৰাই নি নামৰূপত বধ কৰায়। সুদৰিশনদেৱৰ তিৰোভাৱৰ পাছত তেওঁৰ পুত্ৰ শ্ৰীৰামদেৱে ৰাজভয়ত কিছুদিন পলাই ফুৰিছিল যদিও ৰুদ্ৰসিংহৰ আমন্ত্ৰণত ওলাই আহি পুনৰ বৰবাম সত্ৰত থাকিবলৈ লয়, আৰু পাছত

চলিহা সত্ৰলৈ যায়। তাৰপৰা আহি শ্ৰীৰামদেৱে কেন্দুগুৰিত বালিসত্ৰ প্ৰতিষ্ঠা কৰে; কিন্তু তেওঁৰ লোকান্তৰৰ পাছতে বালিসত্ৰত বানপানীৰ উপদ্ৰৱ বঢ়াত সত্ৰৰ সন্ত-মহন্তসকল পুনৰ চলিহা সত্ৰলৈ গুচি যায়। পাছত মায়ামৰা বিদ্ৰোহৰ সময়ত তেওঁলোক তাৰপৰা আকৌ ভাগি আহি শিৱসাগৰৰ আধাবাৰী বাগানৰ কাষত সত্ৰ পাতি ৰয়। তাৰপৰা কালক্ৰমত কলীয়াপানী নৈৰ কাষত কলীয়াপানী বাৰেঘৰ সত্ৰ, মিছাজান গাওঁৰ কাষৰ সত্ৰ, আৰু তাৰপৰাহে মেজেঙাৰ বৰ্তমানৰ ঠাইত এই সত্ৰ প্ৰতিষ্ঠা হয়। এই সত্ৰৰ এখনি থান নাহৰকটীয়াৰ ওচৰৰ মেৰবিলতো দেখিবলৈ পোৱা যায়।

## গড়মূৰ সত্ৰ

কুৰুৱাবাহী সত্ৰৰ প্ৰতিষ্ঠাতা বংশীগোপালৰ খুড়া পৰমাইৰ পৰিনাতি লক্ষ্মীনাৰায়ণে স্থাপন কৰা গড়মূৰ সত্ৰ মাজুলীৰ শালমৰা ( এতিয়া কমলাবাৰী ) মৌজাত অৱস্থিত। স্বৰ্গদেৱ জয়ধ্বজসিংহৰ অনুগ্ৰহ লভি কুৰুৱাবাহী সত্ৰৰ নিৰঞ্জন পাঠকে গোবিন্দ ঠাকুৰৰ মূৰ্তি নি আউনীআটী সত্ৰ স্থাপন কৰা দেখি মিশ্ৰ গোসাঁইৰ পুত্ৰ ৰামকৃষ্ণ আৰু লক্ষ্মীনাৰায়ণৰ মনত বৰ অসন্তোষ ওপজে। "পাছে ৰাজাত কৈয়া লক্ষ্মীনাৰায়ণদেৱে একভাগ মূৰ্তি, ভাগৱত ভক্ত, আউনীআটীৰ আনিয়া মদন গোপালসমে একফাল ৰামকৃষ্ণক দিলা। পাছে ভক্তসমে আলোচনা কৰি ভয় দেখাই লক্ষ্মী গোসাঁইক খেদি তেওঁৰে আপোনাৰ নাতি কেশৱদেৱক সত্ৰ দি দেহ এৰিল। পাছে লক্ষ্মীনাৰায়ণ গোসাঁইৰ শাপক ভয়ে জয়ধ্বজ ৰাজা যাত্ৰী পঠাই জগন্নাথ হন্তে বংশীবদনক আনি গড়মূৰত সত্ৰ কৰি দিলা।" সত্ৰ প্ৰতিষ্ঠা হ'ল যদিও জয়ধ্বজসিংহৰ ওপৰত অসন্তুষ্ট হৈ লক্ষ্মীনাৰায়ণে কিন্তু ৰজাই দিব খোজা মাটি-পাইক গ্ৰহণ নকৰিলে। তেওঁৰ লোকান্তৰৰ পাছত স্বৰ্গদেৱ শিৱসিংহৰ দিনতহে বাৰশ ঘৰ পাইক আৰু ত্ৰিশ হেজাৰ পূৰা নিষ্কৰ ভূমি দি জয়ৰামদেৱক গড়মূৰত সংস্থাপিত কৰা হয়। ইংৰাজ-সকলে আহোমদিনীয়া ভূমিদান আদিৰ স্বীকৃতি দিবৰ সময়ত বৃন্দাবনত থকা সেই সময়ৰ গড়মূৰৰ গোসাঁইজনাই সেই বিষয়লৈ আসক্তি নেদেখুওৱাত সত্ৰৰ পূৰ্বৰ ভূমি বাজেয়াপ্ত হৈ যায়। পাছত অৱশ্যে সত্ৰৰ নামত এহেজাৰ বিঘা মাটি পুনৰ লিখি দিয়া হয়।



## আউনীআটী সত্ৰ

আহোম ৰজা জয়ধ্বজসিংহৰ দিনত কুৰুৱাবাহীৰ নিৰঞ্জন পাঠকে প্ৰতিষ্ঠা কৰা আউনীআটী সত্ৰ অসমৰ প্ৰধান চাৰিসত্ৰীয়াৰ অন্যতম। ই মাজুলীৰ কমলাবাৰী মৌজাত অৱস্থিত। সত্ৰৰ বুৰঞ্জীৰপৰা জনা যায় যে স্বৰ্গদেৱ জয়ধ্বজসিংহই গালপোৱা ঘাটত যজ্ঞ কৰোতে গোবিন্দ ঠাকুৰৰ মূৰ্তিৰে সৈতে কুৰুৱাবাহী সত্ৰৰ নিৰঞ্জন পাঠকক নিয়াই তেওঁতে শৰণ লয়; আৰু মাটি-বৃত্তি, দেউৰী, যোগনীয়া দি এই সত্ৰ পাতি দিয়ে। ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ মতে ১৬৫৪ খ্ৰীষ্টাব্দত এই সত্ৰ প্ৰতিষ্ঠা হয়। কোনো কোনোৰ মতে সত্ৰ পাতোতে আউনী পাণৰ আটী কাটি গোবিন্দ ঠাকুৰক প্ৰতিষ্ঠা কৰিছিল কাৰণেই সত্ৰৰ নাম হয় আউনীআটী। কিন্তু কবিচন্দ্ৰ দ্বিজৰ 'কেশৱ চৰিত'ৰ উল্লেখ মতে যি ঠাইত এই সত্ৰখন স্থাপন কৰা হৈছিল, সেই ঠাইডোখৰত আউনী পাণ থকা গছ এজোপা থকাৰ কাৰণেহে ঠাইখনৰ নাম হৈছিল আউনীআটী।—

'আউনী পাণ এক বৃক্ষত আছিল।
তাৰ সমীপত জতো সত্ৰ সাজিছিল॥
এতেকেসে আউনীআটী নাম সত্ৰ কহে'

পিছলৈ এই সত্ৰৰে এটি শাখা নামনিৰ আমনিত অৰ্থাৎ গুৱাহাটীৰ ভৰলুমুখত প্ৰতিষ্ঠা হয়। শেষত ১৮৩৬ শকত কমলদেৱ অধিকাৰৰ দিনত ইয়াক তাৰপৰা তুলি নি উত্তৰ গুৱাহাটীত স্থাপন কৰা হয়। এই সত্ৰ খনিৰ গুৰুত্বৰ কথা উল্লেখ কৰি অধ্যক্ষ শ্ৰীতীৰ্থনাথ শৰ্মাই লিখিছে,— "আউনীআটী সত্ৰ অসমৰ এখন প্ৰমুখ সত্ৰ। স্থাপন হোৱাৰ দিন ধৰি সত্ৰই ৰজা-প্ৰজা দুই ঘৰতে প্ৰভুত প্ৰভাৱ বিস্তাৰ কৰি আহিছে। অসমৰ ইমূৰৰপৰা সিমূৰলৈ আউনীআটীৰ শিষ্য অগণন সংখ্যাৰে ব্যাপক হৈ আছে। ধৰ্মাচৰণ আৰু সমাজ দুয়োফালৰপৰা ৰাইজৰ জীৱনৰ লগত এই সত্ৰবিলাক কিবা নহয় কিবা বান্ধ খাই আছে। সেইগুণে আউনীআটী সত্ৰৰ কাহিনীও অসমৰ বুৰঞ্জীৰে এছোৱা।" জিলা গেজেটিয়াৰপৰা এই সত্ৰৰ ২১,০০০ একৰ লাখেৰাজ আৰু ৬০০ একৰ নিষ্পিখেৰাজ ভূমি লৈ সৰ্বমুঠ ২১,৬০০ একৰ মাটি আছিল বুলি জনা যায়।

## কমলাবাৰী সত্ৰ

মাধৱদেৱৰ আজ্ঞাপৰ বাৰজন ধৰ্মাচাৰ্যৰ অন্যতম নাৰায়ণপুৰীয়া পদ্ম আতাৰ প্ৰতিষ্ঠাপিত কমলাবাৰী সত্ৰ মাজুলীৰ শালমৰা মৌজাত অৱস্থিত। চৰিতপুথিমতে মাধৱদেৱে কোচবেহাৰত ধৰ্ম প্ৰচাৰ কৰি থকা সময়তে উজনিত ধৰ্ম প্ৰচাৰ কৰিবলৈ অনুজ্ঞা লভি পদ্ম আতাই পোনতে কলানিভেটিত সত্ৰ পাতে; আৰু তাৰপৰা শলখ, পচতিয়া ভেটি, মুদৈভেটি, হামৰা, বহুলা আদি কেইবাখনো সত্ৰ স্থাপন কৰাৰ পাছতহে বেজবৰুৱা বংশৰ উৰ্দ্ধতন পুৰুষ পুৰুষোত্তম বৰুৱাৰ টেঙানি-বাৰীত কমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰে। মণিৰাম দেৱানৰ 'বুৰঞ্জী বিৱেক-ৰত্ন' মতে মুদৈভেটি, বহুলা, হৰিপুখুৰী, বৰজহা, জৰাবাৰী, পাণবাৰী, হুমহুমিয়া, ভাটোকুছি, তিপাম আৰু চিনাতলি—এই দহখন কমলাবাৰীৰে আজ্ঞাপৰ সত্ৰ। একালত কমলাবাৰী সত্ৰৰ অৱস্থা যথেষ্ট স্বচ্ছল আছিল। জিলা গেজেটিয়াৰ মতে এই সত্ৰৰ লাখেৰাজ ভূমিৰ পৰিমাণেই প্ৰায় ছয় হেজাৰ একৰ আছিল। বৰ্তমান নদীয়ে সত্ৰখন খহাই নিয়াত পূৰ্বৰ ঠাইৰপৰা কিছু দূৰত উত্তৰ কমলাবাৰী আৰু নতুন কমলাবাৰী সত্ৰ প্ৰতিষ্ঠা হৈছে।

## দক্ষিণপাট সত্ৰ

অসমৰ প্ৰধান চাৰি সত্ৰীয়াৰ চতুৰ্থখনি সত্ৰ দক্ষিণপাট ধৰ্মাৰণ্য মাজুলীৰ শালমৰা মৌজাত অৱস্থিত। এই সত্ৰৰ প্ৰতিষ্ঠাতা হৈছে বহুদিন বংশীগোপালদেৱৰ লগত থাকি শাস্ত্ৰ চৰ্চ্চা কৰা বনমালীদেৱ। চৰিত পুথিৰ পৰা জনা যায় যে বংশীগোপালদেৱৰ মৃত্যুৰ পাছত তেওঁ বেহাৰৰ বৈকুণ্ঠপুৰলৈ গৈ কিছুকাল বলৰাম-পৰমানন্দদেৱৰ লগত কটায়, আৰু প্ৰাণনাৰায়ণৰ ৰাজত্ব কালত বৈকুণ্ঠপুৰৰ অধিকাৰ হয়। বৈকুণ্ঠ-পুৰত কিছুদিন অধিকাৰ হৈ থকাৰ পাছত সেই সময়ৰ আহোম ৰজা জয়ধ্বজসিংহই অসমলৈ তেওঁক আহ্বান জনায়। সেই আহ্বানমতে বনমালীদেৱে জগন্নাথৰপৰা যাদৱৰায়ৰ মূৰ্তি আনি কলিয়াবৰৰ জখলা বন্ধালৈ আহে আৰু তাতে এখনি দিব্য সত্ৰ পাতে। তাৰপৰা তেওঁ শিৱসাগৰৰ ভটীয়াৰৰ পানী নোলোৱা পুখুৰীত পানী উলিয়াই পাত্ৰ-মন্ত্ৰী সকলোকে বিস্ময় মনায়। স্বৰ্গদেৱ জয়ধ্বজসিংহই তেওঁৰ অলৌকিক



শক্তিৰ প্ৰমাণ পাই ৰাজ্যভাৰ সমন্বিতে সৰ্বস্ব অৰ্পণ কৰি তেওঁতে শৰণ লয়ঃ

"মোৰ ৰাজ্য-ভাৰ যত সম্পত্তি আছয়।
তোমাৰ চৰণে দিলোঁ বুলিলোঁ নিশ্চয়।" (ৰমাকান্ত দ্বিজ)।

আৰু ৰজাদেৱে তেওঁক নিগাজিকৈ থাপিবৰ মন কৰি সত্ৰোপযোগী স্থানৰ অন্বেষণ কৰালত দূতসৰে চাই-চিতি আহি নিবেদন কৰিলে,—

"নামত দক্ষিণপাট বুলি সবে কহে
উত্তৰত মহানদী ব্ৰহ্মপুত্ৰ বহে।"

তেতিয়া ৰত্নপুৰৰ পূতভূমিত স্থিত এই দক্ষিণপাটতে ১৫৮৪ শকত সত্ৰৰ আধাৰশিলা স্থাপন কৰা হয়। অৱশ্যে তাৰ পাছতো প্ৰাকৃতিক দুৰ্যোগ, ৰাজনৈতিক অথন্তৰ আদি নানা কাৰণত কেইবা ঠাইলৈ সত্ৰখনি স্থানান্তৰিত কৰিবলগীয়া হয়। বৰ্তমান যি ঠাইত সত্ৰখনি অৱস্থিত সেই ঠাই হৈছে স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ-প্ৰদত্ত দেৱোত্তৰৰ ভিতৰতে চন্দ্ৰমলা আইদেৱে যাদৱৰায়ৰ উদ্দেশ্যে উছৰ্গা কৰা ভূমি। শিৱসাগৰৰ ডিষ্ট্ৰিক্ট গেজেটিয়াৰত আছে,—"দক্ষিণ পাটৰ ভিতৰখন গড়মূৰ সত্ৰতকৈও চকুত লগা। ... দক্ষিণপাটৰ কৰাপাট এৰি ভিতৰলৈ গলেই চাৰিচুকীয়া বৃহৎ চোতাল এখনৰ দৃশ্য চকুত পৰেহি—অক্সফোৰ্ড কলেজৰ চতুষ্কোণীয়া চোতালখনিকহে যেন ইয়াত সজাই থোৱা হৈছে। কিন্তু অক্সফোৰ্ডৰদৰে ইয়াৰ চোতালত ঘাঁহনি নাই; আছে পানীৰে উপচি থকা একো একোটা সৰোবৰ হেন প্ৰকাণ্ড পুখুৰী। পুখুৰীৰ পাৰতে বিয়াগোম বিয়াগোম জোপোহা গছ। সেই গছৰ ছাঁয়েই পুখুৰী পানীত টলবলাই আছে।"

# গ. বৌদ্ধবিহাৰ-বাপুচাং

## চলাপথাৰ আৰু দিচাংপানী বৌদ্ধবিহাৰ

শিৱসাগৰ মহকুমাৰ চলাপথাৰ আৰু দিচাংপানী বৌদ্ধ বিহাৰ খামজতিৰপৰা অহা নৰা বৌদ্ধসকলৰ দ্বাৰা উনৈশ শতিকাত প্ৰতিষ্ঠাপিত। নৰাসকলে পূৰ্বৰ ঠাইৰপৰা আহি পোনতে খৰিকটীয়াৰ ওচৰতে বসবাস কৰিছিল যদিও তাত লোক সংখ্যা বৃদ্ধি হোৱাত তাৰপৰা এটা ঠাল লাকুৱাৰ ওচৰৰ চলাপথাৰলৈ উঠি যায়, আৰু তাতে এটি বৌদ্ধ বিহাৰ প্ৰতিষ্ঠা কৰি হাটী পাতি থাকিবলৈ লয়। দিচাংপানী বৌদ্ধবিহাৰ ইয়াৰ

কিছু বছৰ পাছতহে প্ৰতিষ্ঠা হয়; চলাপথাৰপৰা দিচাংপানীলৈ উঠি যোৱা নৰা বৌদ্ধসকলৰ ঠাল এটায়ে এই বিহাৰটোও স্থাপন কৰে। দুয়োটা বিহাৰ একে সম্প্ৰদায়ৰদ্বাৰা স্থাপিত হলেও নিৰ্মাণ-কলা আৰু পৰিপাটিৰ ফালৰপৰা দিচাংপানীৰ বিহাৰটো অধিক চকুত লগা। বিহাৰত এজন অৰ্হতাসম্পন্ন ভিক্ষুৰ লগতে কেবাজনো শ্ৰমণো থাকে। ধৰ্ম-বিধিৰ অন্যান্য আচৰণীয় কৰ্মৰ উপৰিও তাত নিয়মীয়াকৈ বুদ্ধৰ মূৰ্তি পূজা কৰা হয়।

## গোসাঁইবাৰী আৰু বৰখামটি বাপুচাং

অসমত ব্ৰিটিছ ৰাজত্বৰ আৰম্ভতে দেখা দিয়া খামটি বিদ্ৰোহৰ ফলত আমেৰিকাৰপৰা আহি নেফা অঞ্চলত খ্ৰীষ্টান ধৰ্ম প্ৰচাৰ কৰিবলৈ লোৱা বেপ্‌টিষ্ট মিছনাৰীসকলে তাত তিষ্ঠিব নোৱাৰি ভৈয়ামত ধৰ্ম-প্ৰচাৰৰ সত্ৰ পাতিবলগীয়াত পৰে। সেই একে ৰাজনৈতিক কাৰণৰ পৰিনতি স্বৰূপে পৰৱৰ্তী কালত ইয়াত দুই এটা বৌদ্ধ বিহাৰো গঢ়ি উঠে। তেনেকুৱা দুটা বৌদ্ধবিহাৰ বা বাপুচাং হল,—গোসাঁইবাৰী আৰু বৰখামটি বাপুচাং। এই বাপুচাং দুখন লক্ষীমপুৰৰ নাৰায়ণপুৰ খেৰাজখাত মৌজা আৰু পুৰনি ডিক্ৰুংঘাটৰ ওচৰতে প্ৰতিষ্ঠাপিত। ১৮৪৩ চনত ব্ৰিটিছ চৰকাৰে খামটি বিদ্ৰোহ দমন কৰাৰ পাছত খামটিসকলৰ শক্তি হ্ৰাস কৰিবৰ উদ্দেশ্যে কিছুমান খামটি মানুহেৰে সৈতে খামটি কোঁৱৰ এজনক তুলি আনি ডিক্ৰুং নৈৰ পাৰত এখনি উপনিবেশ পাতি দিয়ে। এই ঔপনিৱেশিক খামটিসকলেই স্থাপন কৰে গোসাঁইবাৰী আৰু বৰখামটি বাপুচাং। বাপুচাং দুখন বেছি পুৰণি নহলেও বৌদ্ধসকলে ইয়াক বৰ পৱিত্ৰ স্থান বুলি জ্ঞান কৰে। ভাৰতৰ বাহিৰৰ সিংহল আদি দেশৰ পৰাও অনেক ভিক্ষু এই স্থান দৰ্শন কৰিবলৈ আহে।

## ঘ. জৈন মন্দিৰ

### গুৱাহাটীৰ জৈন মন্দিৰ

গুৱাহাটীৰ ফাঁচীবজাৰত অৱস্থিত দিগম্বৰ জৈন মন্দিৰ অসমলৈ জৈনধৰ্মী লোকৰ আগমন আৰু স্বকীয় ধৰ্ম-বিধি অনুশীলনৰ বাবে প্ৰতিষ্ঠা কৰা মন্দিৰসমূহৰ এটি পুৰণি নিদৰ্শন। এই মন্দিৰটো নিৰ্মাণ হবৰ



একশ বছৰৰো ওপৰ হৈছে। কোনো কোনোৰ মতে ঢকুৱাখানা আৰু পলাশবাৰীৰ (বৰ্তমান ব্ৰহ্মপুত্ৰই খহাই নিছে) জৈন মন্দিৰ দুটাৰ পাছতেই এইটো অসমৰ পুৰণি জৈন মন্দিৰ। প্ৰথমতে গুৱাহাটীলৈ অহা মাত্ৰ তিনিটা মাৰোৱাৰী পৰিয়ালে লগ হৈ প্ৰতিষ্ঠা কৰা এই মন্দিৰত কেবাজনো তীৰ্থংকৰৰ মূৰ্তি আছে। আৰম্ভণিৰেপৰা পঞ্চায়ত-পদ্ধতিৰে পৰিচালিত এই মন্দিৰত নিতৌ নিয়মীয়াভাৱে পূজা-পাতল আৰু মহাবীৰ প্ৰমুখ্যে তীৰ্থংকৰসকলৰ তিথি-পাৰ্বন মহাসমাৰোহেৰে পালন কৰা হয়।

## ঙ. শিখ গুৰুদ্বাৰ

### ধুবুৰীৰ গুৰুদ্বাৰ

গুৰুনানকৰ পদধূলাৰে পৱিত্ৰ 'দমদমা'ৰ গুৰুদ্বাৰ বৰ্তমান ধুবুৰী নগৰীৰ দক্ষিণ পুব কোণে মহাবাহু ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত। আহোম ৰজা স্বৰ্গদেৱ চক্ৰধ্বজসিংহৰ দিনত অম্বৰাধিপতি ৰামসিংহৰ লগত এদল সৈন্য লৈ অসম আক্ৰমণলৈ অহা নৱম শিখ গুৰু টেগবাহাদুৰে নিজেই এই গুৰুদ্বাৰ প্ৰতিষ্ঠা কৰে। সেয়ে, শিখধৰ্মী লোকৰ মানত ই এখন মহান তীৰ্থক্ষেত্ৰ। ইয়াত শিখ ধৰ্মৰ নিয়মানুসাৰে গ্ৰন্থছাহেব, চক্ৰ আৰু খড়গ স্থাপিত আছে। গুৰু নানক আৰু ইয়াৰ প্ৰতিষ্ঠাপক গুৰু টেগবাহাদুৰৰ লগতে আন আন শিখ ধৰ্মগুৰুসকলৰ জন্মোৎসৱ তিথি-পাৰ্বন আদিও মহাসমাৰোহেৰে পালন কৰা হয়। পুন্যশ্লোক নানক আৰু টেগবাহাদুৰৰ স্মৃতি বিজড়িত এই তীৰ্থস্থান দৰ্শন কৰিবলৈ দেশ-বিদেশৰ অনেক শিখ-ধৰ্মী লোক ইয়ালৈ আহে। শিখ বুৰঞ্জীত আছে যে টেগবাহাদুৰ উভতি যোৱাৰ পাছতো তেওঁৰ ভালেমান শিষ্য কামৰূপতে ৰৈ যায় আৰু তেওঁলোকৰ বংশধৰসকলক এতিয়াও ধুবুৰী আৰু ছাওতলাত দেখিবলৈ পোৱা যায়। দমদমা গুৰুদ্বাৰ স্থাপন হোৱাৰ পাছৰে পৰাই লাহে লাহে অসমৰ আন আন ঠাইতো শিখধৰ্মীলোকে বসতি কৰিবলৈ লয়।

## চ. মছজিদ-দৰগাহ

### পোৱামক্কা

ইছলাম জগতৰ পৰম পৱিত্ৰস্থান মক্কাৰ পোৱা ভাগ পৱিত্ৰতা লৈ

হাজোৰ মণিপৰ্বতৰ ওচৰৰে সৰ্বোচ্চ টিলা গৰুড়াচলত অৱস্থিত পোৱামক্কা আৰু তাৰ মছজিদ—অসমত মুছলমান উপনিৱেশ স্থাপন আৰু কিছুদিনলৈ কামৰূপত মুছলমান শাসন-প্ৰৱৰ্ত্তনৰ এক প্ৰত্যক্ষ ফল। মছজিদটোৰ বেৰত ফাৰ্চী ভাষাত লিখা লিপিৰপৰা সেইটো দিল্লীৰ সম্ৰাট ছাহজাহানৰ ৰাজত্ব কালত ১০৫৭ হিজৰী অৰ্থাৎ ১৬৫৭ খ্ৰীষ্টাব্দত হাজোৰ থানাদাৰ লুটফুল্লা-ই-ছিৰাজে নিৰ্মাণ কৰে বুলি জনা যায় যদিও আচলতে তাৰ বহু বছৰ পূৰ্বেই ছাহ চুলতান গিয়াছুদ্দিন আউলিয়াই হাজোত মুছলমান উপনিৱেশৰ সূত্ৰপাত কৰি পোৱামক্কাত মছজিদ এটি স্থাপন কৰে। পিছে সেই মছজিদটো কেনেবাকৈ বিনষ্ট হয়; আৰু সেইকাৰণেহে হাজোৰ শাসনকৰ্তা আবুল ঘানী চুজাউদ্দিন মহম্মদ ছাহৰ দিনত লুটফুল্লাই পুৰণা মছজিদৰ ভগ্নস্তূপৰ ওপৰত বৰ্তমানৰ এই মছজিদটো সাজিবলৈ লয়। লুটফুল্লাৰ দিনত মছজিদটোৰ নিৰ্মাণ সম্পূৰ্ণ নোহোৱাত তেওঁৰ পুতেক নিয়ামতুল্লাই ১০৬৭ হিজৰী চনৰ ৰমজান মাহত ইয়াক সম্পূৰ্ণ কৰে। পোৱামক্কা মছজিদৰ প্ৰথম প্ৰতিষ্ঠাপক গিয়াছুদ্দিন আউলিয়াৰ কবৰ মছজিদৰ সম্মুখতে দেখিবলৈ পোৱা যায়। জনশ্ৰুতিমতে মক্কা-ছৰিফৰ পৰা অনা অলপ মাটি দিহে এই মছজিদৰ ভেটি স্থাপন কৰা হৈছিল। ভাৰতৰ বিভিন্ন ঠাইৰ অনেক ইছলামধৰ্মী লোক আজিও এই পুণ্যক্ষেত্ৰ দৰ্শন কৰিবলৈ আহে। ১৮৯৭ চনৰ ভূঁইকঁপৰ জোকাৰণিত এই মছজিদটোৰ কিছু ক্ষতি হয়।

## ৰঙামাটিৰ মছজিদ

গৌড়ৰ নবাব হুছেন ছাহে নিৰ্মাণ কৰা ৰঙামাটিৰ মছজিদ গোৱালপাৰা জিলাৰ গৌৰীপুৰ নগৰৰ উত্তৰফালে গোৱালপাৰা বঙাইগাওঁ পথৰ দাঁতিতে অৱস্থিত। কমতাপুৰৰ খেন বংশীয় ৰজা নীলাম্বৰক পৰাস্ত কৰি কামৰূপ-কমতাত মুছলমান আধিপত্য প্ৰতিষ্ঠা কৰাৰ পাছত ১৬৮৭ চনত বুৰঞ্জী প্ৰসিদ্ধ পুৰণি ৰঙামাটি নগৰত হুছেন ছাহে এই মছজিদটো সজায়। মছজিদৰ কাৰুকাৰ্য, নিৰ্মাণ-পদ্ধতি সকলো ফালৰ পৰাই অসমত মোগল স্থাপত্যৰ ই এক সুন্দৰ নিদৰ্শন।

## ধুবুৰীৰ পাঁচপীৰৰ দৰগাহ

দিল্লীৰ সম্ৰাট আউৰংগজেৱে অসম আক্ৰমণৰ কাৰণে পঠিওৱা মোগল



সৈন্য-বাহিনীৰ লগত এই দেশলৈ আহি ইয়াতেই ইহলীলা সম্বৰণ কৰা ছাহ আকবৰ, ছাহ বগমাৰ, ছাহ শৰণ, ছাহ সূফী আৰু ছাহ কামাল— এই মহাত্মা পীৰ পাঁচজনাৰ মাজাৰ ছৰিফেই হ'ল মুছলমানসকলৰ পৰম পৱিত্ৰস্থান ধুবুৰীৰ পাঁচপীৰৰ দৰগাহ। জিলা গেজেটিয়াৰৰপৰা পীৰ কেইজনা মীৰজুমলাৰ অসম আক্ৰমণৰ সময়তেই ইয়ালৈ অহা বুলি জনা যায় যদিও নৱম শিখগুৰু টেগ বাহাদুৰে প্ৰতিষ্ঠা কৰা দমদমা গুৰুদ্বাৰৰ মহন্তৰ হাতত থকা পুৰণি কাকত-পত্ৰৰপৰা তেওঁলোক ৰামসিংহৰ লগত ইয়ালৈ অহাৰহে প্ৰমাণ পোৱা যায়। পীৰসকলৰ মৃত্যুস্থান সম্পৰ্কেও মতভেদ নথকা নহয়। কোনো কোনোৰ মতে ধুবুৰীত দেহত্যাগ কৰিছিল একমাত্ৰ হজৰত গাজী ছাহ আকবৰেহে। সি যিয়েই হওক লাগে, সৰ্বসাধাৰণে ইয়াক পাঁচোজনা পীৰৰ দৰগাহ বুলিয়েই বিশ্বাস কৰে। এই দৰগাহ অকল মুছলমানসকলৰেই তীৰ্থস্থান নহয়; আন আন ধৰ্মৰ মানুহেও ইয়াক দৰ্শন কৰিবলৈ আহে।

## মিৰাৰ শৃঙ্গাৰ দৰগাহ

কাছাৰ জিলাৰ হাইলাকান্দিৰপৰা কেইমাইলমান উত্তৰে একে নামৰ চাপৰ টিলা এটিৰ ওপৰত মুছলমানসকলৰ আন এখনি পৱিত্ৰস্থান মিৰাৰ শৃঙ্গাৰ দৰগাহ। ছাহ জালাল পীৰৰ অনুগামী এজনে পূৰ্বে সাধনা কৰা এই টিলাৰ শিল এচটাত পীৰজনাৰ হাতৰ চাব এতিয়াও আছে বুলি মানুহে বিশ্বাস কৰে। এই দৰগাহৰ মাহাত্মাৰ বিষয়ে স্থানীয় মানুহৰ মুখত বহুতো কথা শুনিবলৈ পোৱা যায়। দূৰদূৰণিৰ পৰাও অনেক লোক এই স্থান দৰ্শন কৰিবলৈ আহে।

## খোন্দাকাৰ পীৰৰ দৰগাহ

সোতৰ শতিকাৰ প্ৰথম ভাগতে অসমলৈ অহা বুলি গেইট চাহাবে উল্লেখ কৰা বিখ্যাত চাৰিজনা পীৰৰ অন্যতম খোন্দকাৰ ওৰফে আব্দুল গনী চাহাবৰ পৱিত্ৰ দৰগাহ—শিৱসাগৰ চহৰৰপৰা চাৰিমাইলমান দূৰৈৰ দিলিহি নৈৰ পাৰত অৱস্থিত। প্ৰবাদ মতে, ইকৰা পাতে কাটি ছহিদ হৈ ইন্তকাল হোৱা এইজনা পীৰক আচলতে কোনেও কবৰ দিয়া নাছিল, উঁয়ে

মাটি তুলিহে তেওঁৰ শৰীৰ ঢাকি পেলাইছিল। সেয়েহে হেনো আজিও এই দৰগাহত উয়ে মাটি তুলি থাকে। চাৰি ঢাপ থকা এটা ওখ চাপৰিৰ এই দৰগাহৰ আশে পাশে কেইবা বিঘাও মাটি আছে; আৰু ঢাপ চাৰিটা বাঁহ, ঔ গছ আৰু আন আন গছ-গছনিৰে ভৰা। পীৰৰ মাজাৰৰ কাষতে এটি মছজিদ আৰু মছজিদৰ পৰা মাত্ৰ কেইহাতমান আঁতৰতে এটি পুখুৰী আছে। ড° নেওগে 'পৱিত্ৰ অসম'ত লিখা মতে,—'এই দৰগাহৰ বহুত মাহাত্ম্য থকা কথা বহুতে বহুত ৰকমে প্ৰমাণ পাইছে আৰু জিয়াৰত কৰি বহুতে বহুত ৰকমে উপকৃত হৈছে।' জাতি-ধৰ্ম নিৰ্বিশেষে শিৱসাগৰীয়া ৰাইজে আজিও এই দৰগাহক অতি 'আদৰৰ আৰু সন্মানৰ পীঠস্থান' বুলি গণ্য কৰে।

### আজান পীৰৰ দৰগাহ

অসমীয়া সাহিত্যৰ বিশিষ্ট সম্পদ জিকিৰসমূহৰ ৰচয়িতা ছাহ মিলান বা আজান পীৰৰ দৰগাহ শিৱসাগৰ চহৰৰপৰা বাৰ-তেৰ মাইল মান আঁতৰৰ ব্ৰহ্মপুত্ৰ আৰু দিখৌৰ সঙ্গমস্থলীৰ ওচৰৰে সৰাগুৰি চাপৰিত অৱস্থিত। ৰজাই চকু কঢ়োৱাৰ পাছত ছকুৰি ভকতৰে সৈতে হজৰত আজান পীৰে হেনো এই চাপৰিতে কটাইছিল। ইয়াত ৰজাই সজাই দিয়া মাটিৰ মঠটিৰ উপৰি দুটা গড়ো আছে; আৰু ভিতৰৰ গড়টোৰ সোঁমাজতে আগলৈ এটি কবৰ আৰু পিছলৈ এটি পুখুৰী লৈ মছজিদ এটিৰ ভেটি আছে। মছজিদৰ ভেটিৰপৰা প্ৰায় এশ হাতমান দূৰত আন যিটো আহল বহল কবৰ দেখিবলৈ পোৱা যায় ৰাইজে সেইটোকেই হজৰত আজানৰ কবৰ বুলি বিশ্বাস কৰে। কবৰটিৰপৰা প্ৰায় পঞ্চাশ হাতমান দূৰত থকা ঔ গছ জোপাৰ তলতে এটা ডাঙৰ পুখুৰীও আছিল; বৰ্তমান সেইটো পোত গৈছে। এই দৰগাহ সম্প্ৰতি ৰাইজৰ তত্বাৱধানত চলি আছে।

## ছ. গীৰ্জা

### তেজপুৰৰ চাৰ্চ অব্ এপিফেনি

অসমত খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ আৰম্ভণি কালত প্ৰতিষ্ঠা কৰা গীৰ্জাসমূহৰ ভিতৰত তেজপুৰৰ চাৰ্চ অব্ এপিফেনি অন্যতম। ১৮৪৭ খ্ৰীষ্টাব্দতে



তেজপুৰ জিলাৰ তেতিয়াৰ ভাৰপ্ৰাপ্ত প্ৰিন্সিপেল এছিষ্টেন্ট কমিছনাৰ কেপ্তেইন জেমছ টি. গৰ্ডনে ইয়াৰ আধাৰশিলা স্থাপন কৰে। ১৯৪৩ আৰু ১৯৫০ চনৰ ভূমিকম্পৰ সময়ত ইয়াৰ কিছু ক্ষতি হয় যদিও বৰ্তমান তাক মেৰামতি কৰা হৈছে। গ্ৰীক ভাষাত এপিফেনি শব্দটোৰ অৰ্থ হ'ল প্ৰকাশ, অৰ্থাৎ 'প্ৰাচ্যৰ লোকৰ আগত যীশুৰ আত্মপ্ৰকাশ'—এনে ভাৱাদৰ্শৰ চিন্তাই হ'ল গীৰ্জাটিৰ এই নামকৰণৰ তাৎপৰ্য। কেপ্তেইন গৰ্ডন, চাৰ্লছ আলেকজেণ্ডাৰ ব্ৰুচ আৰু ছিড্নি এণ্ডাল—এই তিনিজনা মহান ধৰ্মপ্ৰাণ ব্যক্তিৰ স্মৃতি-সৌৰৱণি গীৰ্জাটিৰ তিনিখনি স্মৃতিফলকত আজিও দেখিবলৈ পোৱা যায়। তদুপৰি একে সম্প্ৰদায়ে প্ৰতিষ্ঠা কৰা ডিবৰুৰ ছেন্ট পল গীৰ্জাটি ১৯৫৪ চনত ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াই গ্ৰাস কৰাত তাৰ মডেলটিও তেজপুৰৰ এপিফেনি গীৰ্জাতে ৰখা হৈছে। সম্প্ৰতি চাউলখোৱাত নতুনকৈ সজা গীৰ্জাটি এই মডেলৰ পৰাই নিৰ্মিত।

### চেনিমৰা গীৰ্জা

কলিকতাৰ বিছপৰ নিৰ্দ্দেশত ১৮৯৫ খ্ৰীষ্টাব্দত যোৰহাটৰ কাষৰ গড়আলিৰ দাঁতিত সজা সৰু গীৰ্জা ঘৰটিতে ১৯০৫ চনত বিখ্যাত চেনিমৰা গীৰ্জা স্থাপিত হয়। এই গীৰ্জাটো চেনিমৰা বাগিচাৰ উত্তৰ-পশ্চিম চুকত অৱস্থিত। ১৯১১ চনত গীৰ্জাটো জুয়ে পোৰাত তেতিয়া যোৰহাট টি. কোম্পানীৰ চুপাৰিন্টেণ্ডেণ্ট মিলাৰৰ যত্নত ইয়াক নকৈ সজোৱা হয়। গীৰ্জাটো সাজিবলৈ যোৰহাট টি. কোম্পানীৰ উপৰি তেতিয়াৰ অসম চৰকাৰেও যথেষ্ট আৰ্থিক সাহায্য দান কৰিছিল। এই গীৰ্জাক অল্ ছেন্টছ চাৰ্চ বা সকলো সন্তৰ মন্দিৰ বুলি কোৱা হয়।

### গুৱাহাটীৰ ক্ৰাইষ্ট চাৰ্চ

গুৱাহাটী মহানগৰীৰ চাৰ্চ ফিল্ডত অৱস্থিত ক্ৰাইষ্ট চাৰ্চৰ কোনো পুৰণি ইতিবৃত্ত পোৱা নগ'লেও গীৰ্জাৰ পাত্ৰত খোদিত কথাৰপৰা জনা যায় যে যোৱা শতিকাৰ প্ৰথম ভাগতে এই গীৰ্জাটো স্থাপন কৰা হয়। ১৮৯৭ চনৰ ভূঁইকঁপৰ সময়ত গীৰ্জাটো বৰ বেয়াকৈ ক্ষতিগ্ৰস্ত হোৱাত ইয়াক নতুকৈ সজা হয়। পূৰ্বৰ গীৰ্জাৰ আলোক ছবি এখনি আজিও গীৰ্জাৰ সাজঘৰত আছে। বৰ্ত্তমান এই গীৰ্জাটো পুনৰ সাজিবলৈ লোৱা হৈছে।

## টিকা গীৰ্জা

মিকিৰ পাহাৰৰ প্ৰায় বাৰশ ফুটমান ওখ একে নামৰ টিলা এটিৰ ওপৰত প্ৰতিষ্ঠাপিত টিকা গীৰ্জা—নগাও চহৰৰপৰা প্ৰায় ৩৮ মাইলমান দূৰত। আমেৰিকান পাদুৰি জে. এম. কাৰৱেল আৰু পি. ই. মূৰে ১৯০০ চনত এই গীৰ্জাটো স্থাপন কৰে। টিকা গীৰ্জাই হৈছে মিকিৰ পাহাৰৰ পুৰণি গীৰ্জা আৰু তাৰ সকলো গীৰ্জাৰ কেন্দ্ৰ স্বৰূপ। টিনপাতেৰে সজা এই গীৰ্জা ঘৰটিৰ খুটাবোৰ লোহাৰ ; সেয়ে আগৰ বেৰবোৰ বৰ্তমান পৰি গৈছে যদিও ঘৰটিৰ কোনো অনিষ্ট হোৱা নাই। গীৰ্জাঘৰটি নিৰ্মাণ কামত মজেন্দ্ৰ ৰংপী, চাৰবুঢ়া ইংটি আৰু থেংকুৰ চিং ইংটিয়ে চাহাব দুজনক যথেষ্ট সহায় কৰিছিল। ৰেভাৰেণ্ড কাৰৱেল, তেওঁৰ পত্নী আৰু ৰেভাৰেণ্ড মূৰৰ পত্নীৰ কবৰ তিনিটা টিকা গীৰ্জাৰ ওচৰৰে আন এটা টিঙত আজিও দেখিবলৈ পোৱা যায়। মিকিৰ ভাষাত পাঠ্য পুথিৰ প্ৰণয়ন আৰু শিক্ষা প্ৰচাৰৰ ক্ষেত্ৰত টিকা গীৰ্জাৰ বৰঙণি অসীম। বৰ্তমান টিকাৰ কেয়োফালে ককা, ৱডিলাংচু, ওমতিলি, ওমচেৰা, ওঁমৰো, লাংপাই আদি অনেক গীৰ্জা গঢ়ি উঠিছে।

## অভয়াৰণ্য আৰু প্ৰাকৃতিক ৰম্যস্থান

অধ্যাপক শ্ৰীনাৰায়ণ শৰ্মা

হিমালয় পৰ্বতৰ পূৰ্ব-পাদদেশত অসম অৱস্থিত ; ভৌগোলিক অৱস্থিতিৰ বৈশিষ্টই ৰাজ্যখনক আৰু বিচিত্ৰ কৰি তুলিছে। মাজে মাজে থিয় অসংখ্য পৰ্বতমালা, তাৰ গাতে আৰু ওচৰে-পাঁজৰে থকা অটব্য হাবি-বননি, চালে চকুৰোৱা চাহ আৰু সুমথিৰা টেঙাৰ বাগিছাবোৰ ; পৰ্বত পাহাৰৰ পৰা ওলোৱা নিজৰা, কোনো কোনো ঠাইত সৃষ্টি হোৱা খাল, বিল, ডোবা, পিতনি আদি জলাশয়সমূহ, সমতল ভূমিৰ বুকু ফালি সাগৰলৈ ঢাপলি মেলা বেগৱতী নৈবোৰ, তাৰ দুয়োপাৰে আৰু বালি চাপৰিত বতাহত নাচি থকা কঁহুৱা-বিৰিণাৰ বননি, সেই নদীমালাৰ পলসুৱা বানে নদন-বদন কৰা দুয়ো পাৰৰ বিস্তৃত তামোল-পাণ, নাৰিকল, বাঁহ, বেত, গছ-গছনিৰে ভৰা গাঁও আৰু বৰ্দ্ধিষ্ণু হাৰত গঢ়ি উঠা নগৰ-চহৰ—এয়ে অসমৰ প্ৰাকৃতিক ৰূপ। অসমৰ পৰ্বত-পাহাৰবোৰ নানাবিধ খনিজ আৰু বনজ পদাৰ্থেৰে ভৰা। অসমৰ অটব্য হাবি-বননি যিদৰে অগৰু, শাল, সোণাৰু, বনচোম, গমাৰি আদি মূল্যবান কাঠেৰে ভৰা, সেইদৰে গড়, বাঘ, হাতী, ম'হ, মেথোন আদি অসংখ্য জন্তু আৰু বাৰেবৰণীয়া পখীৰে সমৃদ্ধ। এছিয়াৰ ভিতৰত বহুবিধ দুষ্প্ৰাপ্য বন্য জন্তুৰ আবাসস্থান হ'ল অসম ; আনকি আফ্ৰিকা মহাদেশৰ কেইখনমান দেশক বাদ দি পৃথিৱীৰ কোনো দেশেই এনে বৰ্ণাঢ্য জীৱ-জন্তুৰ অস্তিত্ব আৰু অৱস্থিতিৰ দাবী কৰিব নোৱাৰে ; আৰু সেই কাৰণেই পৃথিৱীৰ বন্য জীৱ-জন্তুৰ মানচিত্ৰত অসমক যুক্তিযুক্তভাৱেই সোণৰূপৰ আসন দিয়া হৈছে।

অতীত কালৰ পৰা অসমত যাতায়াত-ব্যৱস্থা বৰ সুচল নহয়। ইয়াৰ বাবে প্ৰধানকৈ ৰাজ্যখনৰ ভৌগোলিক অৱস্থাই দায়ী। যাতায়াতৰ দুৰ্গম অৱস্থাই জনগনক যিদৰে এই জীৱ-জন্তুবোৰৰ পৰা আঁতৰাই ৰাখিছে, সেইদৰে বন্য প্ৰাণীবোৰক মুকলি মনেৰে আহাৰ-বিহাৰ কৰিবৰ সুবিধাও

অসম-মাতৃয়ে অতি সহজে আৰু স্বাভাৱিকভাৱেই দিবলৈ সক্ষম হৈছে ; এই কাৰণতেই বোধহয় অসম বন্য জন্তুৰ অতি আদৰৰ লীলাভূমি।

অসমৰ সুউচ্চ পৰ্বতমালা, ৰমণীয় প্ৰাকৃতিক দৃশ্য, তাতে আকৌ বন্য জীৱ-জন্তু, চৰাই-চিৰিকতিৰ অভিনৱ আনন্দ বিহাৰ, পুৰণি মঠ-মন্দিৰ, দৌল-দেৱালয়, আলি-পুখুৰী আদিৰ দৃশ্য আৰু এইবোৰৰ মনোৰম কাহিনীয়ে বিদেশী ভ্ৰমণকাৰীকে ধৰি সকলোৰে চিত্ত আকৰ্ষণ কৰি আহিছে ; সেই বাবেই অসমক পৰ্য্যটকৰ স্বৰ্গ বুলিও অভিহিত কৰা হয়।

অসমৰ ৰম্যস্থানসমূহক বহলভাৱে তিনি ভাগত ভগাব পাৰি সেইবোৰ হ'ল ঃ

(ক) অভয়াৰণ্য—বন্য জীৱ-জন্তু, চৰাই-চিৰিকতিৰ আবাসস্থল ;

(খ) বালিভাত বা বনভোজৰ উপযোগী প্ৰাকৃতিক দৃশ্যযুক্ত ৰমণীয় মুকলি ঠাই ;

(গ) মঠ-মন্দিৰ দৌল-দেৱালয় আদি।

কাজিৰঙা, মানস, ওৰাং আৰু সোণাইৰূপাই—এই চাৰিখনেই অসমৰ উল্লেখযোগ্য অভয়াৰণ্য ; দৰং জিলাৰ ভালুকপুং, ভৈৰব কুণ্ড, হুলুংমুখ ( বুৰৈ আৰু হুলুং নদীৰ সঙ্গমস্থল ), গুৱাহাটীৰ কাষৰ বশিষ্ঠাশ্ৰম, সীতা-জখলা, আকাশী গঙ্গা, ৰাণী, কুলচি, চান্দডুবি, খোলাঘাট আৰু কাছাৰৰ ওচৰৰ গৰম পানীৰ উঁহ আদি ৰমণীয় প্ৰাকৃতিক দৃশ্যৰে চহকী ঠাইবোৰ বন ভোজৰ বাবে উপযোগী। শিৱসাগৰৰ ৰজাদিনীয়া দৌল-দেৱালয়, পুখুৰী, ৰংঘৰ, কাৰেংঘৰ ; হাজোৰ হয়গ্ৰীৱ মন্দিৰ আৰু মুছলমানৰ তীৰ্থ পোৱা মক্কা ; শোৱালকুছিৰ পৃথিৱীবিখ্যাত এড়ি, মুগা, পাটৰ তাত-শিল্প-উদ্যোগ ; তেজপুৰৰ অগ্নিগড়, মহা ভৈৰৱ আৰু ভৈৰৱী মন্দিৰ আদিকে ধৰি তৃতীয় ভাগৰ বিশদ বিৱৰণ আগৰ শিতানত দিয়া হৈছে। শৰাইঘাটৰ দলং, ৰাজ্যিক চিৰিয়াখানা, তেল শোধনাগাৰ আদি আধুনিক যুগৰ বৈজ্ঞানিক পদ্ধতিত যুগুত কৰা দৰ্শনীয় কীৰ্তিবোৰৰ কথাও এই শিতানত ধৰা হোৱা নাই।

## অভয়াৰণ্য

**কাজিৰঙা ঃ** কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান ইতিমধ্যে পৃথিৱীবিখ্যাত হৈ পৰিছে আৰু পৃথিৱীৰ পৰ্য্যটন মানচিত্ৰত ইয়াৰ এটি স্বকীয়া স্থান আছে। ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে নগাওঁ আৰু গোলাঘাট মহকুমাত



অৱস্থিত কাজিৰঙাৰ মাটিকালি ৪৩০ বৰ্গ কিলোমিটাৰ। একালত পৃথিৱীৰ বুকুৰপৰা নিশ্চিহ্ন হ'ব ধৰা দুষ্প্ৰাপ্য এশিঙীয়া গড়ৰ (One-horned Rhino)জন্ম আৰু প্ৰতিপালনৰ গৌৰৱ কৰিব পাৰে অসমেই। ১৯০৪ চনত এই বিধ জন্তু প্ৰায় নিশ্চিহ্ন হোৱাৰ উপক্ৰম হৈছিল ; তেতিয়া ইয়াৰ সংখ্যা আছিল ( চৰকাৰী হিচাব মতে ) প্ৰায় ১২। চৰকাৰী বন বিভাগে এই বিধ জন্তুৰ বংশ বৃদ্ধিৰ বাবে সকলো প্ৰকাৰৰ প্ৰচেষ্টা চলাই ১৯২৬ চনত কাজিৰঙা বনাঞ্চলক সংৰক্ষিত অভয়াৰণ্য বুলি ঘোষণা কৰে। সেই দিন ধৰি কাজিৰঙা অভয়াৰণ্যত পৃথিৱীবিখ্যাত এশিঙীয়া গড়ে নিৰ্ভীক চিত্তে বংশ বৃদ্ধি কৰি আছে। ১৯৭২ চনৰ পিয়লমতে কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান প্ৰায় ৭০০ৰো অধিক গড়ৰ নিজাপী ঘৰ বুলি প্ৰতিপন্ন হৈছে।

এই বিধ গড়ৰ বাহিৰেও কাজিৰঙা বহুবিধ জীৱ-জন্তুৰ প্ৰসূতি-গৃহ বুলি স্বীকৃত। বনৰীয়া মহ, সুগৰী পহু, শৰপহু, হৰিণা, হোকৰা পহু, হাতী, বাঘ, ভালুক, সৰীসৃপ আদি ইয়াত উভৈনদী। কাজিৰঙা বনৰীয়া হাঁহৰো নিজাপী ঘৰ ; বৰটোকোলা বা হাড়গিলা আৰু পানীত ডাঙৰ দীঘল হোৱা আন আন চৰাই-চিৰিকতিৰে কাজিৰঙা "উখল-মাখল। বিদেশী পৰ্য্যটক মহলত কাজিৰঙাৰ জনপ্ৰিয় নাম হ'ল "Rhino land" —"গড়ৰ দেশ"।

**মনাস অভয়াৰণ্য ঃ** হিমালয় পৰ্বতৰ পাদদেশত অৱস্থিত ভূটান পৰ্বতমালাক আশ্ৰয় কৰি কামৰূপ জিলাৰ উত্তৰ-পশ্চিম চুকত মনাস অভয়াৰণ্য অৱস্থিত। মনাসৰ প্ৰাকৃতিক সৌন্দৰ্য্য অতুলনীয় ; ভূটান পাহাৰৰ বিভিন্ন কন্দৰ আৰু গিৰিসঙ্কটৰপৰা নাচি নাচি ওলাই অহা মনাস নদীৰ ফটিকৰ ধাৰ যেন পানী অসমৰ বুকুত—মনাস, হাকুৱা আৰু বেঁকী এই তিনিটা খৰস্ৰোতা নদীত পৰিণত হৈছে ; ইয়াৰ দৃশ্য বৰ্ণনাতীত আৰু এই জলধাৰাত বৰশী বাবলৈ বৰ সুচল। এই নদীৰ বুকুত ভটিয়নী পানীত নাও মেলি দি মনৰ আনন্দেৰে দুয়ো পাৰৰ নানা বিধ বন্য জীৱ-জন্তু চাই জীৱনত নতুন আৰু স্মৰণীয় অভিজ্ঞতা লাভ কৰা যায়।

মনাস অভয়াৰণ্যৰ মাটি কালি ৬৬৮ বৰ্গ কিলোমিটাৰ। শীত কালত ইয়াৰ জলবায়ু হয় গৈ ১০° চেন্টিগ্ৰেড আৰু গ্ৰীষ্মকালত ৩৬° চেন্টিগ্ৰেড। এই অভয়াৰণ্যৰ অধিক অঞ্চল ঘাঁহ-বনেৰে ভৰা ; মাজে

মাজে যেনিবা সৃষ্টিকৰ্তাই গছ-গছনি বা কাঠনিৰ বুটাহে বাছি হৈছে। মনাস উদ্ভিদ সম্পদতো চহকী। খাগৰি, নল, ইকৰা, বিৰিণাৰ জোপোহা, ঘাঁহনিবোৰৰ মাজে মাজে বন্য জীৱ-জন্তুবোৰ ঘূৰি ফুৰা সততে দেখা যায়। ঘাঁহনিবোৰৰ মাজে মাজে থকা কাঠনিবোৰত শিমলু, খইৰ, ওদাল, চিদা, বহেৰা, কাঞ্চন আদি মূল্যবান কাঠ পোৱা যায়।

মনাস অভয়াৰণ্য বন্য জীৱ-জন্তুৰে চহকী। এই অভয়াৰণ্যৰ বন্য প্ৰাণীবোৰৰ ভিতৰত বনৰীয়া ম'হৰ জাক, হৰিণ, হোকৰা পহু (hogdeer), সম্বৰ আৰু হাতীৰেই সংখ্যা বেছি; সংখ্যাত তাকৰ হলেও এশিঙীয়া গড় আৰু বাইচনো ইয়াত আছে। যি Royal Bengal Tigerক উপযুক্তভাৱেই ভাৰত চৰকাৰে জাতীয় সম্পদৰূপে স্বীকৃতি দিছে, সেই বিধ 'বন ৰজাই' মনাস অৰণ্যত নিশঙ্কমনে ৰাজত্ব কৰি আছে। বিশ্ব বন্য (জীৱ-জন্তু) প্ৰাণী ৰক্ষা সমিতিৰ সহযোগত ভাৰত চৰকাৰে মনাস অভয়াৰণ্যক এই বিধ বাঘৰ ৰক্ষণাবেক্ষণৰ বাবে Project Tiger আঁচনিত অন্তৰ্ভুক্ত কৰিছে আৰু তাৰ ফল স্বৰূপে এই শ্ৰেণী বাঘৰ বংশ বৃদ্ধি হবলৈ ধৰিছে। দুষ্প্ৰাপ্য জাতৰ নল-গাহৰিৰ (pigmy hog) উপৰিও সোণবৰণীয়া বান্দৰ ভূটান পাহাৰৰ গাতে লাগি থকা মনাস অভয়াৰণ্য খণ্ডত পোৱা যায়।

অসমৰ হাবিত বিশেষকৈ কাজিৰঙা আৰু মনাস অভয়াৰণ্যত ধনেশ পক্ষী (Horn bills', ঢেৰা (ধেৰা) (Pelicans), ভাৰতৰ জাতীয় বিহঙ্গ ময়ূৰ, বগলি (eagrets), কণামুচৰি (herons), বৰটোকোলা বা হাড়গিলা (stark) আদি নানা বিধ চৰাই-চিৰিকতিয়ে পৰ্য্যটকৰ মন সহজতে আকৰ্ষণ কৰে। এক কথাত ক'বলৈ হ'লে অসমৰ দৰে বন্য জীৱ-জন্তু, চৰাই-চিৰিকতিৰ পয়োভৰ পৃথিৱীৰ বহু ঠাইতে বিৰল।

**ওৰাং অভয়াৰণ্য:** দুষ্প্ৰাপ্য জাতৰ খৰ্বাকৃতিৰ নল গাহৰি আৰু গড়ৰ বাবে বিখ্যাত; এই অভয়াৰণ্য দৰং জিলাত অৱস্থিত।

**সোণাইৰূপাই অভয়াৰণ্য:** অৰুণাচল প্ৰদেশৰ গাতে লাগি থকা সোণাইৰূপাই অভয়াৰণ্য বনৰীয়া ম'হৰ পালৰ বাবে বিখ্যাত।

বালিভাত বা বনভোজৰ উপযোগী ৰমণীয় প্ৰাকৃতিক দৃশ্যযুক্ত মুকলি ঠাইবোৰ অসমৰ চুকে কোণে সিঁচৰিত হৈ আছে; সেইবোৰৰ ৰক্ষণাবেক্ষণ



বা উন্নয়নৰ বাবে চৰকাৰীভাবে যে বিশেষ কিবা আঁচনি লোৱা হৈছে এই কথাও কোৱা টান। প্ৰকৃতিৰ দান হিচাবেহে সেইলেখীয়া ৰমণীয় মোহনীয় ঠাইবোৰৰ আকৰ্ষণ বেছি। সেইবোৰৰ ভিতৰত উল্লেখযোগ্য হ'ল:

**চান্দডুবি:** গুৱাহাটী চহৰৰপৰা প্ৰায় ৬৪ কিলোমিটাৰ দূৰত মেঘালয় পৰ্বতৰ পাদদেশত চান্দডুবি বিল (হ্ৰদ বুলিও কোৱা হয়) অৱস্থিত। চাৰিও-ফালে সুদৃশ্য সেউজীয়া পাহাৰেৰে আবৃত জলাশয়টোক স্বাভাবিক হ্ৰদ বুলি অভিহিত কৰিব পাৰি। এই ঠাইখিনি বন্ধৰ দিন কটাবলৈ আৰু বনভোজৰ বাবে অতি উপযুক্ত। চান্দডুবিক বৰ্ত্তমানে সম্পূৰ্ণৰূপে বন্ধৰ আবাসস্থান আৰু বৰশীবোৱা মানুহৰ আকৰ্ষণীয় ঘাটিলৈ উন্নীত কৰাৰ আঁচনি লোৱা হৈছে।

**বশিষ্ঠাশ্ৰম:** গুৱাহাটীৰপৰা মাত্ৰ ১২ কিলোমিটাৰ দূৰত বশিষ্ঠাশ্ৰম অৱস্থিত। এই ঠাইতে পুৰণি কালত বশিষ্ঠ মুনিয়ে তপস্যা কৰিছিল। সন্ধ্যা, ললিতা আৰু কান্তা—পাহাৰৰপৰা ওলোৱা তিনিটা নিজৰা এই ঠাইতে সন্মিলিত হৈছে। ইয়াৰ প্ৰাকৃতিক সৌন্দৰ্য্য বৰ্ণনাতীত। সেউজীয়া বৰ্ণাঢ্য পাহাৰৰ পটভূমিত অৱস্থিত বশিষ্ঠাশ্ৰম বনভোজৰ উপযুক্ত ঠাই।

**গৰমপানী:** অসমত দুটা গৰমপানী উঁহ বা ফোৱাৰা আছে আৰু দুয়োটাই স্বাস্থ্য-বিধায়ক (curative) গুণৰ বাবে বিখ্যাত। প্ৰথমটো গোলাঘাটৰ ওচৰত অৱস্থিত আৰু দ্বিতীয়টো কাছাৰ জিলাৰ অন্তৰ্গত। দুয়োটাৰে নাম গৰমপানী আৰু দুয়োখন ঠাইয়েই আকৰ্ষণীয়।

এই কেইখন ঠাইৰ বাহিৰে বনভোজ আদিৰ বাবে উপযুক্ত ৰম্যস্থানবোৰৰ নাম আগতে উনুকিয়াই অহা হৈছে; সেইবোৰৰ বৰ্ণনা দিবলৈ যোৱাটো পণ্ডশ্ৰমহে হব। কিয়নো বহু সময়ত ৰম্যস্থানবোৰৰ বৰ্ণনাত তাৰ প্ৰকৃত সৌন্দৰ্য ওলাই নপৰে, সেই সৌন্দৰ্য মনেৰেহে উপলব্ধি কৰা যায়। মুঠতে বিজ্ঞানৰ অগ্ৰগতিৰ ফলত যান্ত্ৰিক সভ্যতাৰ প্ৰতিভূ শিল্প-উদ্যোগৰ বৃদ্ধিৰ লগে লগে তীব্ৰ গতিত অসমৰো হাবি-বন, পৰ্বত-পাহাৰ মষিমূৰ হবলৈ ধৰিছে; তথাপি অসমৰ ভৌগোলিক অৱস্থিতিৰ বৈচিত্ৰ্য হেতুকে প্ৰাকৃতিক সম্পদৰাজিয়ে অসমক আকৰ্ষণীয় ঠাই কৰি ৰাখিছে। পৃথিৱীৰ বহু উন্নত দেশত মানুহে কায়দা-কিটিপ লগাই বিভিন্ন ধৰণৰ ৰম্যস্থান নিৰ্মাণৰ দিহা কৰিছে; অসমত তেনে কোনো কৃত্ৰিম কৌশল নকৰাকৈয়ে মানুহৰ চিত্তবিনোদনৰ বাবে ৰম্যস্থান আঙুলিয়াই দিব পৰা অৱস্থা আজিও আছে। প্ৰকৃতিয়ে দিয়া ঠাই আৰু বস্তুখিনি সুৰক্ষিত কৰি ৰাখিব পাৰিলেই অসমৰ পক্ষে যথেষ্ট।

# অসমৰ খেল-ধেমালি

অধ্যাপক শ্ৰীনাৰায়ণ শৰ্মা

পৃথিবীৰ আন আন দেশ আৰু সমাজৰ দৰে অসম আৰু অসমীয়াৰ মাজতো অতি প্ৰাচীন কালৰে পৰা নানা বিধ খেল-ধেমালিৰ প্ৰচলন আছিল। এই খেল-ধেমালিবোৰৰ বেছি ভাগেই থলুৱা (indigenous) আৰু সেইবোৰ খেলৰ নিয়ম-পদ্ধতিও সুকীয়া সুকীয়া। এই খেল-ধেমালিবোৰৰ উৎপত্তি কেতিয়া বা কেনেকৈ হল তাৰ সঠিক বুৰঞ্জী নাই; কিন্তু কামৰ দুখ-ভাগৰ, অবসাদ পাহৰি নতুন উদ্যমেৰে পুনঃ কামত ব্ৰতী হ'ব পৰাকৈ উৎসাহ পাবলৈ আৰু আনন্দ লাভ কৰিবলৈকে এইবোৰৰ উদ্ভাবনা আৰু প্ৰচলন হৈছিল বুলি অনুমান কৰিব পাৰি। পুৰণি কালৰে পৰা প্ৰচলিত থলুৱা খেল-ধেমালিবোৰৰ ভিতৰত হাউ, হাফোলা, সোল, কাড়, ঠুকুচা, ঘিলা, কচুগুটি, কন্দৰ্পসূৰী, ঢোপ, নাগৰী, এন্দুৰ-মেকুৰী বা বাঘ-ছাগলী, লুকাভাকু, আঙুঠি, লেটেকু, কড়ি, চিলনী-চিলনী, ইচনি-বিচনী, লেচ-কেচ, সাঁতোৰ, কানিমুণি, হাঠা-বটা বা দাণ্ডা-বটা, ঢুলনি, চোৰা চুই, চাক ঘোঁৰা বাহৰ ঠেং, ছব্বিশটা বকুল বা তেতেলী গুটিৰ খেল, পাশা, তেল দিয়া বাঁহত উঠা আদি উল্লেখযোগ্য। এইবোৰৰ ভিতৰত কিছুমানৰ আকৌ দুই তিনিটাকৈ ভাগ আছে। যেনে—হাউখেল—ল'ৰা, ধৰা, বন্ত্যা বা বোন্দা হাউ; সাঁতোৰ চিলনী আৰু থিয় সাঁতোৰ; কচুগুটিৰ যোল্ল গুটি, বাইশ গুটি বা বাঘবোল, পঁচিশ গুটি, দুই গুটি আদিৰ খেল। এইবোৰ খেলৰ নাম ঠাই ভেদে বেলেগ বেলেগ হলেও নাইবা কেতবোৰ খেলৰ লগত জড়িত গীত বা কবিতাৰ ভাষা কিছু বেলেগ হলেও মূলতঃ খেলাৰ নিয়ম বা পদ্ধতি একেই। কেতবোৰ খেলৰ লগত আদিম অধিবাসী আৰু পাহাৰী জাতিবোৰৰ মাজত প্ৰচলিত কোনো কোনো খেলৰ অদ্ভুত সাদৃশ্যও পৰিলক্ষিত হয়; ইয়াৰ কাৰণ হয়তো এয়ে যে লোক-মন বা চহা-মন মূলতঃ



একে; আৰু তাৰ প্ৰকাশ-ৰীতিৰ পাৰ্থক্য থাকিলেও ভাব-অনুভূতি একেই।

উল্লেখ কৰা খেল-ধেমালিবোৰলৈ লক্ষ্য কৰিলে দেখা যাব যে কেতবোৰ মতা মানুহৰ মাজত আৰু কেতবোৰ বিশেষকৈ তিৰোতাৰ মাজতহে আবদ্ধ। যেনে কড়ি খেল, লেচ-কেচ আদি তিৰোতা মানুহৰ খেল। সাধাৰণতে মতা মানুহে এইবোৰ খেল নেখেলে। তিৰোতা মানুহৰ খেল-ধেমালিবোৰত আৰু বিশেষকৈ কেবল অৱসৰ বিনোদনৰ বাবে প্ৰচলিত খেল-ধেমালিবোৰৰ লগত গীত বা কবিতা অপৰিহাৰ্য অঙ্গ হৈ আহিছে যেন লাগে; কোনো কোনো খেলৰ যোগেদি জনবিশ্বাসৰো উমান পোৱা যায়, যেনে—কড়িখেল। মানুহৰ বিশ্বাস কড়ি খেলে বৰষুণ আনে, কড়িখেলৰ যোগেদি ইন্দ্ৰ দেৱতাক ঠাট্টা-মস্কৰা কৰা হয়। ফলত ইন্দ্ৰ দেৱতাৰ খং উঠে আৰু বৰষুণ দিয়ে। গতিকে উৎকট খৰাং বতৰতহে তিৰোতা মানুহে কড়ি খেল খেলে।

অসমীয়া সমাজত প্ৰচলিত খেল-ধেমালিবোৰৰ বেছিভাগেই, লৰা-জাপ, হাফোল আদি—গৰখীয়া জীৱন আৰু চৰণীয়া পথাৰৰ লগত জড়িত যেন লাগে। তিৰোতা সমাজত আবদ্ধ খেলবোৰৰ ঠাই হ'ল গৃহস্থৰ পিছচোতাল বা মুজিয়া। দিনটো গৰু চৰাই ফুৰা গৰখীয়া জীৱনটো বৰ ক্লান্তিকৰ আৰু গতানুগতিক; এই ক্লান্তি আৰু গতানুগতিকতা দূৰ কৰি গৰু ৰখা আৰু চৰোৱা কামটোও সৰস আৰু আনন্দময় কৰি তুলিবলৈ কোনোৱে খোচনিত লৈ ফুৰা নলীয়াকটাৰীখনেৰে বাঁহ-বেতৰ কাম কৰে, কোনোৱে খোচনিত লৈ ফুৰা আধা গোঁথা পটা-জালৰ এপাহ-দুপাহ বয়, কোনোৱে মনৰ উলাহত লৰ লৰ, হাফোল মাৰে, কেতবোৰে দল-বান্ধি হাউ খেলে। এইদৰেই চৰণীয়া পথাৰত জন্ম লাভ কৰা খেলসমূহ পিছলৈ হয়তো বিহু আদি উৎসৱ-পৰ্বত অপৰিহাৰ্য হৈ পৰে।

প্ৰাচীন কালৰেপৰা অসমত প্ৰচলিত খেল-ধেমালিবোৰক চৰ্চাৰ ফালৰপৰা তিনিটা বহল ভাগত ভগাই আলচ কৰিব পাৰি।

(১) অতি প্ৰাচীন কালৰেপৰা প্ৰচলিত থলুৱা (indigenous) খেল-ধেমালিবোৰৰ প্ৰধান লক্ষ্য আৰু উদ্দেশ্য হ'ল অবসৰ বিনোদন আৰু ধেমালি-ধুমুলাৰ মাজেদি জীৱনটো সৰস আৰু স্বাস্থ্যবান কৰি গঢ়ি তোলা। এই পৰ্যায়ৰ খেল-ধেমালিবোৰত খেলুৱৈসকলৰ মাজত প্ৰতিযোগিতাৰ ভাব

থাকিলেও সি বৰ তীব্ৰ আছিল বুলি কোৱা টান ; এই প্ৰতিযোগিতাবোৰৰ-পৰা আৰ্থিক লাভালাভৰ কথাও নুঠিছিল।

(২) দ্বিতীয় পৰ্যায়ত পেলাব পাৰি মধ্যযুগীয় অসমীয়া সমাজত প্ৰচলিত আৰু আহোম ৰজাসকলকে ধৰি বিভিন্ন ৰজাঘৰৰ পৃষ্ঠ-পোষকতা লাভ কৰা খেল-ধেমালি। এই সময়ৰ সমাজত যে নানান খেল-ধেমালিৰ প্ৰচলন আৰু সমাদৰ আছিল সেই কথা সেই সময়ৰ পুথি-পাঁজিবোৰত পোৱা উল্লেখৰপৰাই অনুমান কৰিব পাৰি। স্বয়ং শংকৰদেৱে ল'ৰালি কালত পঢ়া-শুনালৈ পিঠি দি খেল ধেমালিত গা উটুৱাই উনৈচত বা বলাই ফুৰা স্বভাৱৰ বাবে বুঢ়ী মাক খেৰশুতিৰ কৰ্কৰ্থনা খাইছিল এইদৰে, "টামন, তোৰ আৰু পঢ়িবৰ মন নাই ; ভণ্টা খেৰি গৰু জাকত হে চিত্ত" ( কথা-গুৰুচৰিত পৃঃ, ২৫ )।

মধ্য যুগৰ আগে-পিছে অসমীয়া সমাজত মল্লযুদ্ধৰ বৰ সমাদৰ আছিল বুলি ঠাৱৰ কৰিবৰ থল আছে। কিয়নো প্ৰাক শংকৰী যুগৰ কবি মাধব কন্দলিকে ধৰি পৰবৰ্তী যুগৰ যুগনায়ক শংকৰদেৱৰ কাব্যতো মল্লযুদ্ধৰ বহুল বৰ্ণনা পোৱা যায়। এই বৰ্ণনাবোৰ এফালে যিদৰে লোকচিত্ত আকৰ্ষণ কৰিবলৈ দিয়া হৈছিল, সেইদৰে কাব্যত স্থানীয় পৰিবেশৰ (local colour) সোৱাদ দিয়াও কবিসকলৰ লক্ষ্য বা উদ্দেশ্য আছিল যেন লাগে। আজিকালি মল্লযুদ্ধক (wrestling) 'King of Sports' বোলা হয় ; গতিকে এই লেখীয়া খেলৰ চৰ্চাই প্ৰাচীন অসমত প্ৰভূত সমাদৰ লাভ কৰিছিল বুলি ভাবিবৰ আৰু গৌৰব কৰিবৰ যথেষ্ট থল আছে। মাধব কন্দলিৰ ৰামায়ণৰ ( ৰচনা কাল ১৪ শতিকা ) লংকা কাণ্ডত হনুমানৰ মুখেদি ৰাক্ষসবোৰৰ মাজত প্ৰচলিত খেল-ধেমালিৰ বৰ্ণনা দিছে এইদৰে—

ৰঙ্গথানে কৌতুহলে ৰাক্ষস মিলিলা। কৌতুহলে খেলাৱয় সুবৰ্ণৰ ঘিলা॥
ভণ্টা খেড়ি খেলাৱয় কতো খেলৈ ঝুন্টি। ঠাৱে ঠাৱে ক্ৰিড়া কৰে আকুটি ভ্ৰূকুটি॥
ছাৱাল মেলেকে সবে কৰে হাতাহাতি। মালবন্ধে যুজয় দেখিতে ভাল আতি॥
টোপখেৰি খেলাৱয় কতো খেলে লুনি। গোৱালগোৱালি খেলে আনন্দিত শুনি॥
ফলফুল টোকৰা আৱৰ জুৱা পাশ। দলিযুঁজ খেলে কতো লৰৰি হাতাশ।"



কিষ্কিন্ধ্যা-কাণ্ডত বালী-সুগ্ৰীবৰ মাজত হোৱা মল্লযুদ্ধৰ সুন্দৰ বৰ্ণনা দিছে—

এহি মতে বীৰ দুই। যুঁজে একপিণ্ড হুই॥
যুঁজয় সুগ্ৰীব বালী। দুয়ো বজ্ৰৰ বটালি॥ ( পৃঃ ২১৬ )

শংকৰদেৱৰ কাব্যৰ আনকি ভাগৱতৰ দৰে ধৰ্ম-গ্ৰন্থৰ অনুবাদতো মল্লযুদ্ধৰ সৰস বৰ্ণনা আছে। ভাগৱতৰ দশম স্কন্ধত চানুৰ মুষ্টিক আদি মল্লবীৰসকলৰ লগত কৃষ্ণ-বলৰামৰ মল্লযুদ্ধ ( পৃঃ ১০০৮, ১০১৩ ), শংকৰদেৱৰ কীৰ্ত্তন পুথিৰ স্যমন্ত হৰণত, ৰাম-সৰস্বতীৰ মহাভাৰতত, ভীম-জৰাসন্ধৰ মল্লযুদ্ধ আদি সেই সেই পুথিবোৰৰ আকৰ্ষণীয় অংশ। সেই সময়ত ৰজাঘৰেও মল্লযুদ্ধৰ পৃষ্ঠ-পোষকতা কৰাৰ প্ৰমাণ পোৱা যায়। 'কথা-গুৰুচৰিত'ত ( অধ্যাপক লেখাৰু সম্পাদিত ) কোচৰজা নৰনাৰায়ণৰ দিনত বিদেশৰপৰা মালযুঁজ দিবলৈ অহা এজন মল্লবীৰৰ কথা বৰ্ণনা কৰা হৈছে এইদৰে "...আৰু এক সময়ত মাল আহিল, সি দেশে দেশে ভঙ্গাই জিকি বানা বান্ধি আহিছে। পায় ৰজাক মাল যুদ্ধ খুজিলেহি। ৰজা বোলে বাৰু আজি ৰহোক, ৰোজ সিধা দিয়ক ; দিম মালযুদ্ধ। তেহে নিশা মাল নানাসবৰু মাতি আনি সুধিলে। দাঙ্গি নেসাহে পাচ হোহকে গোটেই। সি বৰ ভব্য মোটা মোটা মাল।" উল্লেখযোগ্য যে নৰনাৰায়ণ ৰজাৰ ভায়েক সেনাপতি চিলাৰায় দেৱান নিজেই মল্লযোদ্ধা আছিল আৰু ৰাজ্যৰ মালবোৰে বিদেশী মালৰ লগত যুঁজিবলৈ অনিচ্ছুক হোৱাত তেওঁ শংকৰদেৱৰ আগত কৈছিল—"মাল আহি যুদ্ধ খুজিলে, দিম বুইলো দাঙ্গি নেসাহে। এতিয়া লাজ হলো। আমি এ মাল শ্ৰম তড়ালি পাৰো যেনো দেখো।"

কোচ ৰজা নৰনাৰায়ণৰ ৰাজসভাত আহোম বিষয়া সোন্দৰ বা সুন্দৰ গোহাঞিয়ে কোচ ৰজাৰ লগত পাশা খেলাৰ কথাও বুৰঞ্জীত পোৱা যায়। ( কাশীনাথ তামুলী ফুকনৰ অসম বুৰঞ্জী )।

আহোম যুগত খেল-ধেমালিৰ ক্ষেত্ৰত ৰাজকীয় উৎসাহো মন কৰিবলগীয়া। আহোম যুগ বিস্তাৰ-যুগ—সাহিত্য সংস্কৃতি সকলো ক্ষেত্ৰতে পৰিসৰ বৃদ্ধি হ'ল; খেল-ধেমালিৰ ক্ষেত্ৰতো এটি নতুন বাতাবৰণৰ সৃষ্টি হ'ল। মহাৰাজ ৰুদ্ৰসিংহ আৰু ৰাজেশ্বৰ নিংহৰ দিনত খেল-ধেমালি, ৰং-ৰহইচ চাবলৈকে দুটিকৈ ৰংঘৰ সাজি উলিওৱা হ'ল। এই ৰংঘৰেই হৈ পৰিল জাতীয় ক্ৰীড়াঙ্গনৰ প্ৰাণ-কেন্দ্ৰ, ৰোমানসকলৰ দিনৰ amphitheatre আৰু আজি-

কালিৰ stadium। এই ৰংঘৰতে ৰজা-প্ৰজা সকলোৱে মিলিত ভাৱে খেল-ধেমালি চাই আমোদ লাভ কৰিছিল। আহোম যুগৰ খেল-ধেমালিবোৰৰ ভিতৰত প্ৰধানকৈ শেনৰ যুঁজ, হাতী যুঁজ, ম'হ যুঁজ, মাল যুঁজ, ঘঁৰিয়াল যুঁজ, তৰোৱাল খেল, লাঠিখেল, কাড়-খেল আদিৰ বাহিৰেও নৈ, পুখুৰী বা আহল-বহল জলাশয়ত চৰানাও, পানচৈ, বৰনাও আদিৰো খেল অনুষ্ঠিত হৈছিল। বহাগ বিহু আৰু মাঘৰ ভোগালী বিহুৰ সময়ত কণী-যুঁজ আদিৰো খেলা হৈছিল। স্বয়ং ৰজাই কুকুৰা যুঁজোৱাৰ কথা বুৰঞ্জীত পোৱা যায়। মাছ মৰা, পহু চিকাৰ কৰা আদিও ৰাজকীয় আমোদ-প্ৰমোদৰ অঙ্গ আছিল। অসমৰ বুৰঞ্জীবোৰত কম-বেছি পৰিমাণে ৰজাই মৃগয়া কৰিবলৈ যোৱাৰ বৰ্ণনা আছে। এই লেখীয়া চিকাৰৰ সময়ত ৰজাই জাল পাতি পহু ধৰাই আন পহু গড় বা ছআঁৰা পুখুৰীত বন্ধ কৰি থৈছিল ঃ পাছত মন গ'লেই পহু গড়লৈ লৈ পহু খেদি চিকাৰ কৰিছিল। পহু চিকাৰৰ বাবেও মাজে-সময়ে হিংস্ৰ বনৰীয়া জন্তু, যেনে—বাঘ, ঘোং, হাতী, ম'হ আদিও বধ কৰিছিল।

ৰংঘৰৰ সমুখত মল্লবীৰসকলৰ উপৰি হাতী, ম'হ, গাহৰি, বাঘ, ঘোঙ, ঘৰিয়াল আদিৰ যুঁজ অনুষ্ঠিত হৈছিল। কেতিয়াবা কেতিয়াবা ভিন ভিন শ্ৰেণীৰ জন্তুৰ মাজতো যুঁজোৱা হৈছিল। যেনে ম'হ আৰু হাতী। দঁতাল হাতীহে যুঁজৰ বাবে উপযুক্ত আছিল। যুঁজিবলৈ অনা হাতীৰ ডিঙিত গজঘণ্টা আঁৰি দিয়া হৈছিল, যাতে পলৰীয়া হাতীৰ উৎপাত-অত্যাচাৰৰ পৰা ঘণ্টাৰ শব্দ শুনি মানুহ সাৱধান হব পাৰে। সাধাৰণতে হিংস্ৰ জন্তুবোৰক গঁৰাল মাৰি তাৰ ভিতৰতে যুঁজোৱা হৈছিল। ৰংঘৰৰ কাষতে যুঁজাবলৈ অনা হাতী ৰখাৰ ঠাই নিৰ্দ্দিষ্ট কৰি দিয়া হৈছিল। জন্তু-জানোৱাৰবোৰক যুঁজৰ আগেয়ে প্ৰশিক্ষণ দিয়াও হৈছিল। এই যুগৰ আমোদজনক আৰু জনপ্ৰিয় ধেমালি হ'ল শেন যুঁজ। স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনত সন্দিকৈ ফুকনেই বহৰী শেনৰ খেল (clan) উলিয়াইছিল বুলি হৰকান্ত বৰুৱা সদৰামিনৰ 'আসাম বুৰঞ্জী'ত উল্লেখ আছে। সৰ্বসাধাৰণ মানুহৰ মাজত হেতালি, হাচিয়াই চণ্ডালি, কুকুৰ-পোৱালি, কচুগুটি, খুলি খেল, কুকুৰাঠেঙীয়া, ইৰিকটি-মিৰিকটি, গছ-কবদি, হৈ কবদি আদি খেলৰ প্ৰচলন আছিল।

আহোম যুগৰ খেল-ধেমালিৰ কথা আলোচনা কৰিলে কেইটিমান বৈশিষ্ট্য আমাৰ চকুত পৰে; (১) মানুহে শাৰীৰিক শক্তি-সামৰ্থ্য



প্ৰদৰ্শন কৰিবলৈ পতা প্ৰতিযোগিতাৰ লগে লগে প্ৰাণী জগতৰ বিভিন্ন জীৱবোৰকো প্ৰশিক্ষণ দিয়াই সেইবোৰৰ ভিতৰতো প্ৰতিযোগিতাৰ ব্যৱস্থা কৰা হ'ল; এই ক্ষেত্ৰত অকল নিজৰ শৰীৰ চৰ্চাতকৈ পশু-পক্ষীক প্ৰশিক্ষণ দি জীৱ শ্ৰেষ্ঠ প্ৰাণী হিচাপে মানুহে বুদ্ধি, কৌশল আৰু মগজুৰ চৰ্চা কৰিছিল। (২) প্ৰতিযোগিতাবোৰত জয়লাভ কৰা জন্তু-জানোৱাৰবোৰৰ গিৰিহঁতক ৰজাঘৰৰ পৰা বিষয়-বাবৰ উপৰিও বঁটা-বাহন দি সন্মানিত কৰা হৈছিল; শেন চোৱা, কুকুৰা চোৱা আদি উপাধি আৰু বিষয়-বাব এইদৰেই সৃষ্টি হয়। আনহাতে পৰাজিত জন্তু বা প্ৰাণীৰ গিৰিহঁতৰ পূৰ্বৰ ৰাজকীয় পদমৰ্যাদা ৰাজহুৱাভাৱে খাৰিজ (strip off) কৰা হৈছিল। এই কথাৰ উৎকৃষ্ট উদাহৰণ হ'ল ৰজনীকান্ত বৰদলৈদেৱৰ উপন্যাস 'ৰঙিলী'ৰ অন্তৰ্গত "ৰংপুৰত সাতবিহুৰ উৎসৱ" শীৰ্ষক অধ্যায়টি। খেল-ধেমালিৰ প্ৰতি কৰা পোষকতাৰ ফলত আহোম যুগৰ সমাজ-ব্যৱস্থাত ন ন বিষয়-বাবৰ সৃষ্টি হ'ল আৰু তেনেকুৱা ক্ষেত্ৰত কৃতকাৰ্য হোৱা মানুহবোৰেও ৰাইজৰ মৰম-চেনেহৰ উপৰিও সমাজত ওখ আসন পোৱাৰ নিয়ম প্ৰচলিত হ'ল।

(৩) খেল-ধেমালিবোৰৰ প্ৰতিযোগিতা বিশেষকৈ বিহু আদি উৎসৱ, ৰজাঘৰৰ আজৰি আৰু ইচ্ছা-অভিৰুচিমতেহে অনুষ্ঠিত হৈছিল। এটা সবল জাতি গঢ়ি তুলিবলৈ ৰজাঘৰৰপৰা বাকী দিশবোৰলৈ যিদৰে চকু দিয়া হৈছিল, শৰীৰ চৰ্চাৰ লগতে মানসিক উৎকৰ্ষণ আৰু চিত্ত-বিনোদনৰ ন ন উপায় উদ্ভাৱন কৰি খেল-ধেমালিৰ বেলিকাও ৰাজকীয় পৃষ্ঠপোষকতা আৰু উদগনি দি আহোম ৰজাসকলে সৌ তাহানি দিনতে নতুন আদৰ্শ স্থাপন কৰি গ'ল। এই কথা গৌৰৱেৰে সুঁৱৰিব লাগিব।

অসমৰ খেল-ধেমালিৰ তৃতীয় পৰ্যায় আৰম্ভ হ'ল ইংৰাজ ৰাজত্বৰ পত্তন আৰু পাশ্চাত্য সভ্যতা আৰু সংস্কৃতিৰ প্ৰভাৱৰ লগে লগে। ইংৰাজৰ আগমনে পাশ্চাত্য সভ্যতা আৰু সংস্কৃতিৰ দুৱাৰখন মেলি দিলে। বিজয়ী জাতিৰ সভ্যতা-সংস্কৃতিয়ে সদায় বিজিত জাতিক প্ৰভাৱান্বিত কৰে; এইটো ঐতিহাসিক সত্য। ভাৰত তথা অসমতো ইংৰাজসকলৰ আগমনে আন আন ক্ষেত্ৰৰ দৰে খেল-ধেমালিৰ ক্ষেত্ৰত এটি অভূতপূৰ্ব পৰিবৰ্তন আনিলে। পাশ্চাত্য ৰীতি-নীতিয়ে তেতিয়াও ঢুকি নোপোৱা গাঁও অঞ্চলৰ বাদে নগৰ বা চহৰত পুৰণি কালৰেপৰা প্ৰচলিত থলুৱা, মধ্যযুগীয়

বা ৰজা দিনীয়া ৰং-ৰহইচপূৰ্ণ খেল-ধেমালিবোৰ লুপ্ত হৈ পৰিল আৰু সেইবোৰৰ ওপৰত বৰপীৰা পাৰি বহিলহি পাশ্চাত্য দেশৰ খেল-ধেমালিবোৰে। ইয়াৰ কাৰণ হ'ল আমাৰ থলুৱা খেল-ধেমালিবোৰ পুৰণিকলীয়া ; নতুন যুগৰ নতুন বাতাবৰণৰ লগত সি খাপখোৱা বিধৰ নহয়। পশ্চিমীয়া খেল-ধেমালিবোৰৰ ৰীতি বা পদ্ধতিৰ জকমকীয়া ৰূপটোও ইয়াৰ বাবে দায়ী। গতিকে পুৰণি খেল-ধেমালিবোৰ ঘঁহি-মাজি নতুন ৰূপত যুগোপযোগী কৰিবৰ চেষ্টা নকৰি সহজভাৱে আকৰ্ষণ কৰা পশ্চিমীয়া ৰীতিৰ খেল-ধেমালিবোৰৰ প্ৰতি দেশৰ ল'ৰা-বুঢ়া সকলো আকৰ্ষিত হৈ পৰিল।

শাসনকাৰ্যত লিপ্ত প্ৰবাসী ইংৰাজ বিষয়াসকলে, বিশেষকৈ চাহবাগিছা আৰু শেষলৈ তেল উদ্যোগ আদিত চাকৰি কৰা চাহাবসকলে অসমত ফুটবল, ক্ৰিকেট, গল্‌ফ, প'ল', বিলিয়াৰ্ড আদি খেলৰ পাতনি মেলে। অসমৰ মাটিত "অকল ইউৰোপীয় সভ্যৰ বাবেহে" বোলা ট্ৰেড মাৰ্কৰ ক্লাব প্ৰতিষ্ঠা হবলৈ ধৰিলে। প্ৰথমৰে পৰা এই ক্লাববোৰ গঠনৰ উদ্দেশ্য বা লক্ষ্য আছিল প্ৰবাসী চাহাৱবোৰৰ আমোদ-প্ৰমোদ আৰু অৱসৰ বিনোদন। দুই চাৰিখন চাহ বাগিছা আৰু তেল, কয়লা আদি উদ্যোগত কাম কৰা চাহাববোৰৰ মাজত হোৱা খেল-ধেমালিৰ বাহিৰে সামগ্ৰিকভাৱে এই সময়ৰ অসমৰ খেল-ধেমালিৰ উন্নত ৰূপ সম্পৰ্কে বিশেষ একো জনা নাযায়। অৱশ্যে এই কথাও ঠিক যে ভোগালী আৰু ৰঙালী বিহুৰ সময়ত অসমৰ গাঁৱে-ভূঁএে আগৰ দৰেই হাউ, হাফোল, ঢোপ, লৰ, নাওখেল, কণীখেল, ম'হযুঁজ আদি খেল-ধেমালিৰ প্ৰচলন আছিল। ইংৰাজ শাসনৰ কিছুকাল পিছৰে পৰা দেশৰ স্কুলসমূহত নতুন নিয়মেৰে পাঠ্যক্ৰম প্ৰবৰ্তন হোৱাৰ লগে লগে 'School Tournament' অনুষ্ঠিত হবলৈ ধৰিলে। উজনি অসমত এই ধৰণৰ স্কুল টুৰ্ণামেণ্ট আৰম্ভ হৈছিল ১৯০৯ চনত আৰু তাতে ফুটবল আদিৰ লগতে পাশ্চাত্য ৰীতিৰে Gymkhana Sportsৰ প্ৰতিযোগিতা পতাও নিয়মত পৰিণত হবলৈ ধৰিলে। এইখিনিতে উল্লেখ কৰা ভাল যে ১৯০১ চনত প্ৰতিষ্ঠিত অসমৰ একমাত্ৰ উচ্চ শিক্ষাৰ কেন্দ্ৰ কটন কলেজেও এটা যুগত অসমৰ খেল অনুৰাগী ছাত্ৰ সমাজক এই ক্ষেত্ৰত প্ৰতিভা প্ৰদৰ্শনৰ সুযোগ দিছিল। সেয়ে অকল অসমতে নহয়, সদৌ ভাৰততে কটন কলেজৰ খেলুৱৈয়ে অসমৰ সুনাম অৰ্জন কৰিছিল। লাহে লাহে অসমৰ সৰু বৰ চহৰবোৰত শৰীৰ চৰ্চা আৰু খেল-ধেমালিৰ চৰ্চা কৰিবলৈ



ব্যায়াম সংঘ আৰু ক্লাব গঠিত হবলৈ ধৰিলে। এই কালছোৱাত কবলৈ গলে স্বাধীনতা লাভ কৰা সময়লৈকে অসমৰ খেল-ধেমালিৰ বুৰঞ্জী বৰ স্পষ্ট নহয় ; সেই সময়খিনিৰ নিৰ্ভৰযোগ্য আৰু সুসংবদ্ধ খতিয়ানৰ অভাৱত ছেগা-ছোৰোকাকৈ দুই চাৰিগৰাকীয়ে সেই সময়ৰ কথালৈ লিখা দুই এটা প্ৰবন্ধৰ বাহিৰে আন কোনো বিৱৰণ পাবলৈ নাই। সেইবোৰ জুকিয়াই এই কথা কব পাৰি যে বিভিন্ন চহৰত কোনো কোনো ক্লাব আৰু উদ্যোগী ব্যক্তি-বিশেষৰ চেষ্টাত ফুটবল, এথলেটিকচ্‌ আদিৰ লগতে শৰীৰ-চৰ্চা সম্পৰ্কীয় প্ৰতিযোগিতা পতা হৈছিল। এই ধৰণৰ প্ৰচেষ্টাৰ উদাহৰণ পোৱা যায়—১৯২৬ চনত যোৰহাট ক্ৰীড়া সন্থাৰ প্ৰথম বছৰেকীয়া এথলেটিক প্ৰতিযোগিতা, ১৯৩২ চনৰ আগে আগে যোৰহাট, ডিব্ৰুগড় আৰু গুৱাহাটীত অনুষ্ঠিত প্ৰথম, দ্বিতীয় আৰু তৃতীয় অসম শক্তিমেলা আৰু কামৰূপ অলিম্পিকত। প্ৰথম অসম শক্তিমেলা অনুষ্ঠিত হয় যোৰহাট চহৰত ১৯৩৪ চনত। এই শক্তিমেলা সদৌ অসম ভিত্তিক পতা হৈছিল আৰু প্ৰতিযোগিতাৰ সূচীলৈ চাই 'শক্তিমেলা' নামটো সাৰ্থক হৈছিল। একেৰাহে খোজকঢ়া, দৌৰা আৰু চাইকেল চলোৱা, গুৱাহাটীৰ পৰা তিনিচুকীয়ালৈ খোজ কঢ়া, চেমনীয়া ল'ৰাৰ ১ মাইল ১৬৩৩ গজ দৌৰ, ২ মাইল ৬৭২ গজ দৌৰ আদি কষ্টকৰ (gruelling) খেলৰ প্ৰতিযোগিতা অনুষ্ঠিত হৈছিল। ১৯৩৫ চনত ডিব্ৰুগড় চহৰত অনুষ্ঠিত হোৱা দ্বিতীয় অসম শক্তিমেলাতো প্ৰথম অসম শক্তিমেলাৰ দৰে খেল-ধেমালিৰ প্ৰতিযোগিতা পতা হৈছিল। এই চনতেই গুৱাহাটী চহৰত কামৰূপ অলিম্পিক অনুষ্ঠিত হয়। একেৰাহে চাইকেল চলোৱা, পলাশবাৰীৰ পৰা গুৱাহাটীলৈ অহা-যোৱা, মাৰাথান দৌৰ, পোলভল্ট, ভাৰ-উত্তোলন আদিৰ প্ৰতিযোগিতা হৈছিল। এই অনুষ্ঠানটিৰ লগত ৺গোপীনাথ বৰদলৈ আৰু ৺তৰুণৰাম ফুকনৰ দৰে ব্যক্তি জড়িত আছিল। তৃতীয় অসম শক্তিমেলা অনুষ্ঠিত হয় ১৯৩৭ চনত ডিব্ৰুগড় চহৰত। এই শক্তিমেলাত বহুতো নতুন সূচীৰ (item) প্ৰতিযোগিতা পতা হয় : ১০ মাইল দৌৰ, ভাৰ উত্তোলন, বক্সিং চেম্পিয়নশ্বিপ ভলিবল আদিৰ প্ৰতিযোগিতা পতা হয়। প্ৰায় ৩০০ প্ৰতিযোগীয়ে এই প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰে। অলিম্পিক শ্বিল্ড লাভ কৰে গুৱাহাটীৰ ব্যায়াম সংঘই। যোৰহাট তৰুণ সমিতিৰ মহিলা সদস্যা ৰত্নপ্ৰভা দেৱী বৰুৱা (পিছলৈ বৰদলৈ) আৰু বীণা কোঁৱৰে চুৰি খেল দেখুৱায়। সেইদিনতে

অসমৰ মহিলাই শৰীৰ চৰ্চাত মন দিয়াটো নিশ্চয় গৌৰৱৰ কথা। অসম অলিম্পিক সন্থা গঠনৰ চিন্তা যদিও বহুদিন আগতেই কৰা হৈছিল তথাপি প্ৰথম অসম অলিম্পিক পতা হয় যোৰহাট চহৰত ১৯৪০ চনতহে। হকী, টেনিচ, ভলিবল, তিনি মাইল দৌৰ আদি খেলৰ প্ৰতিযোগিতাও পতা হয়। এইদৰে চাবলৈ গলে অসমৰ খেল-ধেমালিৰ চৰ্চা আৰু প্ৰতিযোগিতাৰ খতিয়ান ছেগা-ছোৰোকা আৰু সীমিত। অৱশ্যে লাহে লাহে এনে অৱস্থাৰ উন্নতি হবলৈ ধৰে; সংগঠকসকলৰ মনবো পৰিবৰ্তন হবলৈ ধৰে। প্ৰণালীবদ্ধভাৱে সন্থা গঠন আৰু সুসংবদ্ধভাৱে সদৌ অসম ভিত্তিক প্ৰতিযোগিতা পতাৰ আৱশ্যকতা অনুভৱ কৰা হল যদিও ১৯৪৭ চন অৰ্থাৎ স্বাধীনতা লাভৰ বছৰলৈকে অসমত কাৰ্যকৰী, সুস্থ আৰু সবল ক্ৰীড়া সন্থা গঠিত হোৱা বা আধুনিক বিজ্ঞানসন্মত পদ্ধতিত কোনো ডাঙৰ প্ৰতিযোগিতা অনুষ্ঠিত হোৱাৰ বুৰঞ্জী পোৱা নাযায়। এই-খিনিতে উল্লেখ কৰা ভাল যে ১৯৪৭ চনৰ আগে পিছেহে অসমত ফুটবল, ক্ৰিকেট, বেদমিন্টন, টেবুল টেনিচ, এথলেটিকচ, ভলীবল, হকী আদিৰ ৰাজ্যিক পৰ্যায়ৰ সন্থাবোৰ গঠিত হয় যদিও টেনিচ, ভলিবল, হকী আদিৰ চৰ্চা আৰু প্ৰতিযোগিতা যে বহুদিন আগৰে পৰা প্ৰচলিত আছিল, সেই কথা অসম শক্তিমেলা, কামৰূপ আৰু অসম অলিম্পিক আদি প্ৰতিযোগিতাৰ সূচীলৈ চকু দিলেই ওলাই পৰিব।

স্বাধীনতা লাভৰ পিছৰ কালত খেল-ধেমালিৰ উন্নয়নৰ প্ৰতি জাতীয় চৰকাৰে চকু দিবলৈ ধৰিলে। কল্যাণকামী ৰাষ্ট্ৰ হিচাবে দেশৰ জন-সাধাৰণৰ আৰ্থিক-সামাজিক জীৱনৰ উৎকৰ্ষণৰ বাবে নানান আঁচনিৰে যি কেইটা পঞ্চ-বাৰ্ষিক পৰিকল্পনাৰ খচৰা তৈয়াৰ কৰিলে সেই খচৰাত খেল-ধেমালিকো সাঙুৰি লোৱা হ'ল। সেই আঁচনিমতে জাতীয় ক্ৰীড়া পৰিষদ গঠন হল; জাতীয় ক্ৰীড়া-বিদ্যালয় স্থাপন কৰা হ'ল। প্ৰতিখন ৰাজ্যৰ দৰে অসম চৰকাৰৰ তত্বাবধানত অসম ৰাজ্যিক ক্ৰীড়া-পৰিষদৰ জন্ম হল ১৯৫৬ চনত। লগে লগে এই পৰিষদৰ যোগে ৰাজ্যৰ সকলো পৰ্যায়ৰ খেল-ধেমালিৰ সন্থাবোৰক ৰাষ্ট্ৰীয় পৰ্যায়ৰ প্ৰতিযোগিতাত অংশ লবলৈ অনুদান দিয়াৰ ব্যৱস্থা কৰা হল; জাতীয় ক্ৰীড়া বিদ্যালয়ত প্ৰশিক্ষণপ্ৰাপ্ত প্ৰশিক্ষকৰ যোগান ধৰা হল। সময়ে সময়ে এওঁলোকৰ তত্বাবধানত বিভিন্ন খেলৰ প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থাও কৰা হল। দেশৰ বিভিন্ন ঠাইৰ চাহিদা আৰু



সুবিধা চাই Indoor আৰু Outdoor Stadium নিৰ্মাণৰ বাবে অনুদান দিয়াৰ ব্যৱস্থা কৰা হ'ল। গাওঁ অঞ্চলত খেল-পথাৰৰ উন্নতিকল্পে আঁচনি লৈ টকা-পইচা দিয়াৰ বন্দোবস্ত কৰা হ'ল। ফলত খেল-ধেমালিৰ প্ৰতি মানুহৰ অনুৰাগ বাঢ়িল, পৰিসৰো বাঢ়িল। ফলত নতুন নতুন প্ৰতিযোগিতা সংগঠিত হবলৈ ধৰিলে। সামূহিক উন্নয়ন খণ্ড, মহকুমা-পৰিষদ আদি পৰ্যায়ৰপৰা আৰম্ভ কৰি আন্তঃৰাজ্যিক পৰ্যায়লৈ গ্ৰাম্যক্ৰীড়া, যুৱক্ৰীড়া, স্কুল পৰ্যায়ৰ খেল-ধেমালিৰ গ্ৰীষ্ম আৰু শীতকালীন ৰাষ্ট্ৰীয় প্ৰতিযোগিতা (প্ৰায় সকলো খেলৰে) অনুষ্ঠিত হবলৈ ধৰিলে। এই লেখীয়া প্ৰতিযোগিতাবোৰৰ পৃষ্ঠপোষকতা কৰাৰ উপৰিও অৰ্হতাসম্পন্ন প্ৰতিভাবান খেলুৱৈ প্ৰতিভা-বৃত্তি (Sports Talent Scholarship) দিয়া নীতি চৰকাৰীভাৱে প্ৰবৰ্তন কৰা হ'ল। মুঠতে ভাৰতৰ আন আন বহুতো ৰাজ্যৰ তুলনাত অসমত পলমকৈ হলেও খেল-ধেমালিৰ ক্ষেত্ৰত এটি নতুন আলোড়নৰ সৃষ্টি হল। এই বাতাবৰণ সৃষ্টিত ৰাজ্যিক ক্ৰীড়া পৰিষদৰ যথেষ্ট বৰঙণি আছে।

১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হোৱাৰ পিছত ৰাজ্যখনৰ ডেকাচামৰ বাবে খেল-ধেমালিৰ ক্ষেত্ৰও প্ৰশস্ত হ'ল। গুৱাহাটী বিশ্ব-বিদ্যালয়ে খেলৰ বিভিন্ন বিভাগৰ আন্তঃবিশ্ববিদ্যালয় প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিবলৈ ললে। ১৯৪৯ চনত আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত অবতীৰ্ণ হৈয়েই গুৱাহাটী বিশ্ববিদ্যালয় ফুটবল দলে আঞ্চলিক চেম্পিয়ন হোৱাৰ গৌৰৱ অৰ্জন কৰে। ১৯৫০ চনতো সৰ্বভাৰতীয় আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাৰ ফাইনেলত উপনীত হয়। সেই দিন ধৰি বৰ্তমানলৈকে ভাৰতৰ বহু বিশ্ববিদ্যালয়ৰ তুলনাত পলমকৈ স্থাপিত হলেও গুৱাহাটী বিশ্ববিদ্যালয়ে ফুটবল, ক্ৰিকেট, বেডমিন্টন, টেবুল টেনিচ আদিৰ আন্তঃ বিশ্ববিদ্যালয় প্ৰতিযোগিতাত যোগ্যভাৱে প্ৰতিদ্বন্দিতা কৰি আহিছে। ১৯৭৩-৭৪ চনত গুৱাহাটীৰ নেহৰু ষ্টেডিয়ামত আন্তঃ বিশ্ববিদ্যালয় ফুটবলৰ আঞ্চলিক প্ৰতিযোগিতাও গুৱাহাটী বিশ্ববিদ্যালয়ৰ সৌজন্যত অনুষ্ঠিত হৈছিল। এই ধৰণৰ প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰাৰ উপৰিও গুৱাহাটী বিশ্ববিদ্যালয় ক্ৰীড়া সংস্থাৰ উদ্যোগত (G U. Sports Board) বিশ্ববিদ্যালয়ৰ অধীনস্থ কলেজবোৰৰ মাজত আন্তঃ কলেজ ক্ৰীড়া-মহোৎসৱ পতা হয়। এই মহোৎসৱত ফুটবল, ক্ৰিকেট আৰু হকীৰ বাহিৰে প্ৰায় সকলো খেল-

ধেমালিৰ প্ৰতিযোগিতা অনুষ্ঠিত হয়। ফুটবল, ক্ৰিকেট আৰু হকীৰ আন্তঃ কলেজ প্ৰতিযেগিতা সুকীয়াভাৱে পতা হয়।

অসমৰ স্কুল পৰ্যায়ৰ খেল-ধেমালিৰ প্ৰসাৰ আৰু উন্নতিলৈ চকু দিবলৈ ৰাজ্য চৰকাৰৰ অধীনস্থ শিক্ষা বিভাগৰ শাৰীৰিক শিক্ষাবিষয়ক সঞ্চালক (উপ-শিক্ষাধিকাৰ) নিযুক্ত কৰা হৈছে। তেওঁৰ দিহা-পৰামৰ্শ মতেই আজিকালি স্কুল পৰ্যায়ৰ খেল-ধেমালি অনুষ্ঠিত হয়। সম্প্ৰতি ক্ৰীড়া সঞ্চালক আৰু যুব কল্যাণ দপ্তৰ নতুনকৈ প্ৰবৰ্ত্তন কৰা হৈছে। আজিকালি স্কুলৰ সংখ্যা বাঢ়ি অহাৰ পিছত প্ৰতিখন চাৰ্কেলৰ ভিত্তিত আন্তঃ স্কুল টুৰ্ণামেণ্টত বিভিন্ন খেল-ধেমালিৰ প্ৰতিযোগিতা অনুষ্ঠিত হয়। আঞ্চলিক প্ৰতিযোগিতাত বিজয়ী ফুটবল দলে সদৌ অসমৰ দেউকন সোঁৱৰণী শ্বিল্ডত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ অৰ্হতা অৰ্জন কৰে। সেই প্ৰতিযোগিতাত চূড়ান্ত বিজয়ী স্কুলদলটিক সৰ্বভাৰতীয় সুব্ৰত কাপ প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিবলৈ পঠোৱা হয়। সেই দৰে হকীৰ ক্ষেত্ৰতো সদৌ অসম ভিত্তিত অনুষ্ঠিত প্ৰতিযোগিতাত বিজয়ী দলটোক সৰ্বভাৰতীয় নেহৰু মেমৰিয়েল হকীত অংশ গ্ৰহণ কৰিবলৈ দিয়া হয়। আগতে ৰাষ্ট্ৰীয় পৰ্যায়ৰ শীত আৰু গ্ৰীষ্মকালীন প্ৰতিযোগিতালৈ অসমৰ দল পঠিওৱা আদি কামৰ তদাৰক কৰিছিল অসম শিক্ষা বিভাগৰ সঞ্চালক গৰাকীয়ে। সম্প্ৰতি সেই কামৰ দায়িত্ব দিয়া হৈছে ক্ৰীড়া সঞ্চালন আৰু যুবকল্যাণ দপ্তৰক (Director of Sports and Youth Welfare, Assam)।

সাম্প্ৰতিক কালৰ খেল-ধেমালিবোৰৰ ভিতৰত ফুটবলেই নিঃসন্দেহে জনপ্ৰিয় খেল। অসমত বহুদিন আগৰে পৰা (অন্ততঃ ইংৰাজসকলৰ আগমনৰ সময়ৰ পৰাই) ফুটবল খেল প্ৰচলিত। কটন কলেজ দল, গুৱাহাটীৰ মহাৰাণা ক্লাব, যোৰহাট ক্ৰীড়া সন্থা আদি পুৰণি অনুষ্ঠান বা ক্লাববোৰৰ জৰিয়তে এই বিধ খেলৰ চৰ্চা কৰা হৈছিল। অসমৰ ফুটবল ইতিহাসত অসমৰ চাৰি সীমাৰ বাহিৰলৈ ফুটবল খেলিবলৈ যোৱা দলৰ ভিতৰত গুৱাহাটীৰ মহাৰাণা ক্লাবেই প্ৰথম। এই ফালৰ পৰা ভাৰতীয় ফুটবলৰ পীঠস্থান কলিকতাত তথা সৰ্ব ভাৰতীয় ফুটবল মানচিত্ৰত অসমক প্ৰতিষ্ঠা কৰে মহাৰাণা ক্লাবে। অসমৰ প্ৰতিভাবান খেলুৱৈৰ বাবে ভাৰতীয় ফুটবলৰ দুৱাৰ মুকলি কৰাৰ গৌৰৱ নিঃসন্দেহে গুৱাহাটীৰ মহাৰাণা ক্লাবৰ প্ৰাপ্য। ১৯৩৯ চনৰ পৰা ১৯৫৮ চনলৈ একাদিক্ৰমে



১৪ বছৰ কাল ধৰি মহাৰাণা ক্লাবে আই, এফ, এ, শ্বিল্ড প্ৰতিযোগিতাত যোগদান কৰাৰ উপৰিও সেই দিনতে ৰংপুৰ (আজিকালি বাংলা দেশৰ অন্তৰ্গত) আৰু উত্তৰ বঙ্গৰ দিনাজপুৰ আদি ঠাইৰ শ্বিল্ড প্ৰতিযোগিতাবোৰত অংশ গ্ৰহণ কৰি অনবদ্য ক্ৰীড়া প্ৰদৰ্শনেৰে দৰ্শকৰ মন জয় কৰিছিল। ১৯৪০ চনত আই, এফ, এ, শ্বিল্ডত মহাৰাণা বনাম মহম্মেদান স্পোৰ্টিং ক্লাবৰ অমীমাংসিত খেল চাবলৈ অবিভক্ত বঙ্গদেশৰ মুখ্যমন্ত্ৰী ফজলুল হকে এবেলাৰ বাবে বিধান সভা স্থগিত ৰাখি ভাৰতৰ বিধান সভাৰ ইতিহাসত নতুন দৃষ্টান্ত ৰাখিলে। ১৯৪৭ চনত উত্তৰ ভাৰতৰ I.F.C C. শ্বিল্ড (লক্ষ্ণৌ) আৰু ১৯৫২ চনত বেনাৰসৰ প্ৰতিযোগিতাতো শ্বিল্ড লাভ কৰাৰ উপৰিও পাটনাৰ শ্ৰীকৃষ্ণ গোল্ড কাপ আৰু বোম্বাইৰ ৰোভাৰ্চ কাপ প্ৰতিযোগিতাতো মহাৰাণা ক্লাবে সুখ্যাতিৰে প্ৰতিদ্বন্দ্বিতা কৰে। এই লেখীয়া সৰ্বভাৰতীয় প্ৰতিযোগিতাবোৰত অংশ গ্ৰহণ কৰাৰ সুযোগকে দুহাতে সাবটি ধৰি নিষ্ঠা, একাগ্ৰতা আৰু অধ্যবসায়ৰ গইনা লৈ মহাৰাণা ক্লাবৰ হৈ আই, এফ, এ, শ্বিল্ডত আত্মপ্ৰকাশ কৰা খেলুৱৈ শ্ৰীতালিমেৰাণ আও (সম্প্ৰতি ডঃ আও নগালেণ্ড চৰকাৰৰ স্বাস্থ্য বিভাগৰ সঞ্চালক) আৰু শ্ৰীশৰৎ দাসে (গোবৰ) পিছলৈ সৰ্বভাৰতীয় খ্যাতিসম্পন্ন খেলুৱৈ-ৰূপে প্ৰতিষ্ঠা লাভ কৰে। দুয়ো গৰাকী খেলুৱৈয়ে বিখ্যাত মোহন বাগান ক্লাবৰ সভ্য হয় আৰু খেলুৱৈ হিচাপে সেই ক্লাব তথা ফুটবলৰ সেৱাত আত্মনিয়োগ কৰে। প্ৰতিভাৰ গুণত শ্ৰীতালিমেৰাণ আও ১৯৪০ চনৰ লণ্ডন অলিম্পিকত যোগদান কৰা প্ৰথম ভাৰতীয় ফুটবল দলৰ অধিনায়ক নিৰ্বাচিত হয়। সেই কথাত আজিও অসমে গৌৰৱ বোধ কৰে। তেওঁৰ সতীৰ্থ শ্ৰীশৰৎ দাসে দিনাজপুৰ শ্বিল্ড প্ৰতিযোগিতাত শ্ৰেষ্ঠ খেলুৱৈৰ সোণৰ পদক লাভ কৰাৰ পিছত আৰু উভতি চোৱা নাই। ১৯৪৭ চনত তেওঁ কলিকতাৰ মোহন বাগান ক্লাবৰ অধিনায়ক নিৰ্বাচিত হয় আৰু সেই বছৰেই মোহন বাগান দলে আই, এফ, এ, শ্বিল্ড লাভ কৰে। অধিনায়ক শ্ৰীশৰৎ দাসৰ সহকাৰী অধিনায়ক আছিল শ্ৰীতালিমেৰাণ আও।

অসম ফুটবল সন্থা গঠিত হয় ১৯৪৮ চনত। এই সন্থাৰ যোগে অসমে ৰাষ্ট্ৰীয় পৰ্যায়ৰ পুৰুষ আৰু চেমনীয়া (Senior and Junior) দুয়ো বিভাগৰে ফুটবল প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি আহিছে। সন্তোষ ট্ৰফী প্ৰতিযোগিতাত অসমে দুবাৰ চেমিফাইনেল, আঞ্চলিক (পূৰ্বাঞ্চল)

প্ৰতিযোগিতাতো হুবাৰ চেমিফাইনেল খেলাৰ যোগ্যতা অৰ্জন কৰে। সৰ্বভাৰতীয় চেমনীয়া ফুটবল প্ৰতিযোগিতাত অসমে হুবাৰো ফাইনেলত উপনীত হয়। ১৯৭১ চনত বেঙ্ককত অনুষ্ঠিত প্ৰাক অলিম্পিক খেলত অসমৰ শ্ৰীতচেন বৰাই ভাৰতীয় দলত অন্তৰ্ভূক্ত হোৱাৰ গৌৰৱ অৰ্জন কৰে। বেঙ্ককত অনুষ্ঠিত আন্তৰ্জাতিক যুব ফুটবল প্ৰতিযোগিতাত অসমৰ শ্ৰীইন্দ্ৰজিৎ নামচুং আৰু শ্ৰীবসন্ত কাবুই ভাৰতীয় যুবদলৰ অন্তৰ্ভূক্ত হৈছিল। পুণেত অনুষ্ঠিত সৰ্বভাৰতীয় স্কুল গেমছত ১৯৬৯ চনত অসমৰ স্কুলদলে ফুটবলত সোণৰ পদক লাভ কৰিছিল। ১৯৭০ চনত মাদ্ৰাজত অনুষ্ঠিত ভাৰত আৰু শ্ৰীলঙ্কাৰ ফুটবল প্ৰতিযোগিতাত অসমৰ চাৰি জন খেলুৱৈ ভাৰতীয় দলভূক্ত হৈছিল। ১৯৭৫ চনৰ এছিয়ান গেমছত অসমৰ শ্ৰীগিলবাৰ্টছন চাংমাই ভাৰতীয় দলৰ অন্তৰ্ভূক্ত হৈ অসমৰ গৌৰৱ বৃদ্ধি কৰিছিল। এইখিনিতে উল্লেখ কৰা সমীচীন হ'ব যে অসমৰ যি কেইগৰাকী খেলুৱৈয়ে সৰ্বভাৰতীয় ফুটবল দলত অন্তৰ্ভূক্ত হোৱাৰ গৌৰৱ অৰ্জন কৰিছে, তেওঁলোকৰ ভিতৰত শ্ৰীতালিমেৰাণ আও, শ্ৰীশৰৎ দাস, শ্ৰীতচেন বৰা, আৰু শ্ৰীইন্দ্ৰজিৎ নামচুং এসময়ৰ কটন কলেজৰ ছাত্ৰ আৰু কলেজ ফুটবল দলৰ কৃতী খেলুৱৈ আছিল।

সাম্প্ৰতিক কালত অসমত অনুষ্ঠিত জনপ্ৰিয় ফুটবল প্ৰতিযোগিতাবোৰৰ ভিতৰত যথাক্ৰমে গুৱাহাটীৰ লোকপ্ৰিয় বৰদলৈ ট্ৰফী, নগাঁৱৰ স্বাধীনতা দিবস কাপ, যোৰহাটৰ এ, টি, পি, এ, (A. P. T. A.) শ্বিল্ড, তেজপুৰৰ ডুগৰ শ্বিল্ড, গোৱালপাৰাৰ ভাৰবীলাল ট্ৰফী আৰু ছিলচৰৰ কেপ্তেইন গুপ্ত ট্ৰফীয়েই প্ৰধান। জনপ্ৰিয়তা আৰু সৰ্বভাৰতীয় তথা আন্তৰ্জাতিক খ্যাতিসম্পন্ন দলবোৰৰ যোগদানৰ ফলত লাহে লাহে এই প্ৰতিযোগিতাবোৰৰ বেছি ভাগেই সৰ্বভাৰতীয় পৰ্যায়ভূক্ত হৈ পৰিছে।

যথেষ্ট পলমকৈ গঠিত হলেও অসম টেবুলটেনিচ, এমেচাৰ এথলেটিক এছোচিয়েছন, আৰু পৰ্বত আৰোহণকাৰী সন্থাৰ খেলুৱৈসকলে লেখৰ অভিলেখ স্থাপনৰ কৃতিত্বৰ দাবী কৰিব পাৰে। ১৯৭৩ চনত আগ্ৰাত অনুষ্ঠিত সৰ্বভাৰতীয় স্কুল প্ৰতিযোগিতাত অসমৰ ছোৱালী দলে টেবুল টেনিচত সোণৰ পদক আৰু ১৯৭২ চনত লৰাৰ বিভাগত সোণৰ পদক লাভ কৰিছিল। অসমৰ ছোৱালীদলে ১৯৭৪ চনত মাদ্ৰাজত অনুষ্ঠিত সৰ্বভাৰতীয় টেবুল টেনিচ প্ৰতিযোগিতাত সোণৰ পদক অৰ্জন কৰে। অসমৰ ছোৱালী



দলৰ খেলুৱৈ শ্ৰীমতী নন্দিনী বৰুৱাই জাপানত অনুষ্ঠিত যুব টেবুল টেনিচ প্ৰতিযোগিতাত ভাৰতক প্ৰতিনিধিত্ব কৰাৰ গৌৰৱ অৰ্জন কৰে। এই বেলি ১৯৭৬ চনত জয়পুৰত অনুষ্ঠিত ৰাষ্ট্ৰীয় টেবুল টেনিচ প্ৰতিযোগিতাত ছোৱালী বিভাগত চেম্পিয়নশ্বিপ অৰ্জন কৰি অসমৰ ছোৱালীদলে দ্বিতীয়বাৰৰ বাবে পদ্মাবতী ট্ৰফী লাভ কৰে। ইয়াৰ আগৰ বছৰত (১৯৭৫) দিল্লীত অনুষ্ঠিত আন্তঃৰাষ্ট্ৰীয় মহিলা-বৰ্ষ উপলক্ষে অনুষ্ঠিত খেল-ধেমালি প্ৰতিযোগিতাৰ টেবুল টেনিচ বিভাগত অসমৰ মহিলা দলে সৰ্বভাৰতীয় চেম্পিয়নশ্বিপ লাভ কৰে। ১৯৭৬ চনত জয়পুৰৰ ৰাষ্ট্ৰীয় স্কুল গেমছত পুনৰ অসমৰ ছোৱালীদলে পূৰ্বৰ গৌৰৱ অক্ষুন্ন ৰাখি টেবুল টেনিচত চেম্পিয়নশ্বিপ লাভ কৰে। ১৯৭৭ চনতো অসমৰ ছোৱালী দলে পদ্মাৱতী ট্ৰফী লাভ কৰি টেবুল টেনিচত নতুন ৰেকৰ্ড স্থাপন কৰিছে।

অসম পৰ্বত আৰোহণ সন্থাৰ কৃতকাৰ্যতালৈ চায়ো গৌৰৱ আৰু আনন্দবোধ কৰাৰ থল আছে। এই সন্থাৰ সদস্যসকলে হিমালয়ৰ বেথাৰতলী শৃঙ্গ আৰোহণ কৰি সেই বিভাগত অসমৰ নাম উজ্জ্বল কৰে।

অসম এমেচাৰ এথলেটিক এছোচিয়েছন গঠিত হয় ১৯৫৯ চনত। সেই সময়লৈকে অসম অলিম্পিক সন্থাই অসমৰ এথলেটিকছ বিভাগৰ খেল-ধেমালিৰ গুৰি ধৰিছিল। ১৯৬১ চনত তেজপুৰত প্ৰথম অসম অলিম্পিক, ১৯৭৩-৭৪ চনত গুৱাহাটীৰ নেহৰু ষ্টেডিয়ামত দ্বিতীয় অসম অলিম্পিক অনুষ্ঠিত হয়। ১৯৭৩ চনত নগাঁৱত Assam State Games অনুষ্ঠিত হয় আৰু তাৰ পিছতেই ভাৰতৰ ৰাষ্ট্ৰীয় এথলেটিকছ প্ৰতিযোগিতাত যোগদান কৰাৰ সিদ্ধান্ত লোৱা হয়। ১৯৭৩ চনত দুৰ্গাপুৰত হোৱা আন্তঃ ৰাজ্যিক এথলেটিকছ প্ৰতিযোগিতাত অসমে এটি সোণৰ, এটি ৰূপৰ আৰু দুটি ব্ৰঞ্জৰ, মুঠ চাৰিটি পদক লাভ কৰে। জয়পুৰত অনুষ্ঠিত দ্বাদশ (সৰ্বভাৰতীয়) ৰাষ্ট্ৰীয় এথলেটিকৰ প্ৰতিযোগিতাত অসমে ১০টি পদক লাভ কৰে। তাৰে ৪টা সোণৰ, ৩টা ৰূপৰ আৰু ৩টা ব্ৰঞ্জৰ। অসমৰ ছোৱালী প্ৰতিযোগী শ্ৰীমতী তৈয়াবুন্‌নেচাই, দিছকাছ থ্ৰো'ত (Discuss Throw) বাৰ বছৰীয়া ৰাষ্ট্ৰীয় ৰেকৰ্ড ভঙ্গ কৰি নতুন ৰেকৰ্ড স্থাপন কৰে। ১৯৭৫ চনত হায়দাৰাবাদত ৰাষ্ট্ৰীয় এথলেটিকছত অসমে ৭টা পদক লাভ কৰে। ১৯৭৬ চনত কেৰেলাৰ পাল্লাইত অনুষ্ঠিত সৰ্বভাৰতীয় এথলেটিকছ প্ৰতিযোগিতাত অসমৰ কৃতিত্ব সন্তোষজনক, সৰ্ব মুঠ ১০টা সোণৰ পদক লাভ কৰাৰ উপৰিও

চেমনীয়া বিভাগত অসমে চেম্পিয়নশ্বিপ লাভ কৰি নতুন অভিলেখ স্থাপন কৰে। সৰ্বভাৰতীয় এথলেটিকছত আন আন বহু ৰাজ্যৰ তুলনাত অতি কম সময়ৰ ভিতৰতে অসমক সম্মানিত আসনত প্ৰতিষ্ঠা কৰিব পৰাটো সঁচাকৈয়ে গৌৰৱৰ কথা। পাল্লাইত অনুষ্ঠিত ৰাষ্ট্ৰীয় এথলেটিকছ প্ৰতিযোগিতাৰ পিছত অসমৰ শ্ৰীশান্তনু বিশ্বাস (১০০ মিটাৰ দৌৰ) আৰু শ্ৰীমতী লীলাৱতী দৈমাৰীক (যাঠি নিক্ষেপ) ভাৰতীয় এমেচাৰ এথলেটিক ফেডাৰেশ্যনৰ উদ্যোগত অনুষ্ঠিত •হ'বলগীয়া চেমনীয়া দল গঠনৰ প্ৰশিক্ষণ শিবিৰলৈ নিৰ্বাচিত কৰা হৈছে।

এথলেটিকছৰ কথা কলেই সৰ্বভাৰতীয় আন্তৰ্জাতিক খ্যাতিসম্পন্ন দৌৰবীৰ অসমৰ ডেকা শ্ৰীভোগেশ্বৰ বৰুৱাৰ কথা মনলৈ আহে। শ্ৰীভোগেশ্বৰ বৰুৱাই ভাৰতীয় সেনাবাহিনীত সোমোৱাৰ আগতে অসমত থকা কালত ফুটবল আদি খেলিছিল যদিও কোনেও ভবা নাছিল যে তেওঁ অদূৰ ভৱিষ্যতে আন্তৰ্জাতিক ক্ৰীড়াঙ্গনত ভাৰতৰ হৈ সুনাম অৰ্জন কৰিব। সেনাবাহিনীত সোমোৱাৰ পিছৰে পৰা তেওঁ ৪০০, ২০০ মিটাৰ দৌৰ আৰু প্ৰতিবন্ধক দৌৰত (how hurdles) মনোনিৱেশ কৰে। ১৯৬৬ চনৰ ৰাষ্ট্ৰীয় প্ৰতিযোগিতাত সেনাবাহিনী দলৰ হৈ তেওঁ ৪০০ আৰু ৮০০ মিটাৰ দৌৰ প্ৰতিযোগিতাত সোণৰ পদক লাভ কৰে। তাৰ পিছৰ ইণ্ডোজাৰ্মান প্ৰতিযোগিতাতো তেওঁ সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। তেওঁ ১৯৬৬ চনত বেঙ্কক্কত অনুষ্ঠিত এছিয়ান গেমছত ৪০০ মিটাৰ দৌৰত সোণৰ পদক লাভ কৰি ভাৰতৰ লগতে অসমকো এছিয়াৰ ক্ৰীড়া মানচিত্ৰত প্ৰতিষ্ঠা কৰে। সেই বছৰতে তেওঁক ভাৰত চৰকাৰে 'অৰ্জুন বটাঁ' দি তেওঁৰ প্ৰতিভাৰ স্বীকৃতি দিছে।

ভলিবল, ক্ৰিকেট, বেডমিণ্টন, হকী, লন টেনিচ, আদি খেলৰ ৰাজ্যিক পৰ্যায়ৰ সন্থা গঠন হোৱাৰ বহুদিন আগৰে পৰাই অসমত সেইবোৰ খেলৰ চৰ্চা হৈ থকাৰ বুৰঞ্জী পোৱা যায়। ১৯৩২ চনত লাহোৰ অলিম্পিকত অসমৰ ভলী বল দলে যোগদান কৰিছিল: বৰ্ত্তমানলৈকে Silver Jubilee Overseas Commonwealth দল, ওৱেষ্ট ইণ্ডিজ, অষ্ট্ৰেলিয়া আৰু লণ্ডন স্কুল দল আদি বিদেশী ক্ৰিকেট দলৰ ক্ৰিকেট খেলো যথাক্ৰমে যোৰহাট, গুৱাহাটী আৰু নগাওঁ চহৰত অনুষ্ঠিত হয়। ক্ৰিকেট খেলৰ আদৰ অসমত নথকা নহয়; কিন্তু অসমে অতীতৰ তুলনাত সাম্প্ৰতিক কালৰ ৰঞ্জী ট্ৰফী প্ৰতিযোগিতাত বিশেষ একো কৃতিত্ব দেখুৱাব পৰা নাই। ১৯৭৬ চনত স্কুল



ক্ৰিকেটত অসম স্কুল দলে বঙ্গ স্কুল দলক পৰাজিত কৰি সুনাম অৰ্জন কৰাটো আনন্দৰ কথা। এই সন্মান অক্ষুন্ন ৰাখি এসময়ৰ ক্ৰিকেট খেলুৱৈসকলে উত্তৰোত্তৰ উন্নতি কৰক: এয়ে অসমৰ ক্ৰিকেট অনুৰাগীসকলৰ কামনা। উল্লেখযোগ্য যে অসম স্কুল দলৰ খেলুৱৈ শ্ৰীকমল দাস আৰু শ্ৰীঅৰুণ কলিতা পূৰ্বাঞ্চল দলৰ (East Zone) অধিনায়ক নিৰ্বাচিত হৈছিল।

১৯২৭ চনতে যোৰহাট চহৰত আৰু ১৯৩০-৩১ চনত গুৱাহাটীত হকী খেলৰ প্ৰতিযোগিতা অনুষ্ঠিত হোৱাৰ বুৰঞ্জী পোৱা যায় যদিও ৰাষ্ট্ৰীয় হকী প্ৰতিযোগিতাত এবাৰ মাথোন কোৱাৰ্টাৰ ফাইনেলত উপনীত হোৱাৰ বাহিৰে সৰ্বভাৰতীয় হকী ক্ৰীড়াঙ্গনত অসমে বিশেষ একো কৃতিত্ব দেখুৱাব পৰা নাই। গৌৰৱৰ কথা যে অসমৰ ১৯৬৮ চনৰ ৰাজ্যিক হকীদলৰ খেলুৱৈ এম. ৰয় আৰু ১৯৭২ চনৰ ৰাজ্যিক হকীদলৰ খেলুৱৈ পাজুবামা লুচাইক যথাক্ৰমে পাতিয়ালা আৰু লক্ষ্ণৌত অনুষ্ঠিত প্ৰাক-অলিম্পিক ভাৰতীয় দলৰ বাছনি শিবিৰলৈ নিৰ্বাচিত কৰা হৈছিল।

১৯৪০ চনত অনুষ্ঠিত প্ৰথম অসম অলিম্পিকতহে ল'ন টেনিচৰ প্ৰতিযোগিতা পতা হৈছিল যদিও তাৰ বহুদিন আগৰে পৰা এইবিধ খেলৰ চৰ্চা অসমত আছিল। কেইখনমান চহৰৰ কেইটিমান ক্লাবৰ মাজতহে লন টেনিচৰ চৰ্চা সীমাবদ্ধ আছিল; কিন্তু লাহে লাহে এই বিভাগত অসমৰ খেলুৱৈয়ে সৰ্বভাৰতীয় টেনিচত উল্লেখযোগ্য স্থান অধিকাৰ কৰিব পাৰিছে। মহিলা খেলুৱৈ শ্ৰীমতী সুচান দাস, আৰু চেমনীয়া খেলুৱৈ শ্ৰীবিদ্যুৎ গোস্বামী এই ক্ষেত্ৰত উল্লেখযোগ্য। অসমৰ জীয়ৰী শ্ৰীমতী সুচান দাসে ১৯৭৩-৭৪ চনত ভাৰতীয় আৰু শ্ৰীলঙ্কাৰ নেচনেল চেম্পিয়ন, ৭৪–৭৫ চনত ভাৰতৰ হাৰ্ডকোৰ্ট নেচনেল চেম্পিয়নশ্বিপ অৰ্জন কৰি ভাৰতীয় মহিলা টেনিচত ১নং খেলুৱৈ ৰূপে প্ৰতিষ্ঠিতা। তেওঁ ভাৰতৰ বাহিৰতো ৭৪-৭৫ চনত লণ্ডনৰ 'উইম্বলডন' (কোৱালিফাইং), এদিনবৰা 'অপোন চেম্পিয়নশ্বিপ', 'ব্ৰাছেলছৰ', 'ল্যা ফৰেষ্টছ চেম্পিয়নশ্বিপ,' 'বেলজিয়াম অষ্টেন দি ইণ্টাৰ নেচনেল চেম্পিয়নশ্বিপ" (Winner) আৰু '৭৫-৭৬ চনত কুৱালা লাম্পুৰৰ' 'মেলেছীয়া অপোনাৰ'—এই লেখীয়া প্ৰতিযোগিতাবোৰত দক্ষতাৰে প্ৰতিদ্বন্দ্বিতা কৰি অসমৰ যশস্যা বৃদ্ধি কৰিছে।

আন্তৰ্জাতিক ক্ৰীড়া-মানচিত্ৰত সোণৰূপৰ আসন দখল কৰিব পৰা বৰ বেছি খেলুৱৈৰ জন্ম অসমে দিব পৰা নাই: সামগ্ৰিকভাৱে ভাৰতবৰ্ষ এই

ক্ষেত্ৰত হুখীয়া। তাতে আধুনিক পদ্ধতিৰ খেল-ধেমালিৰ চৰ্চা ভাৰতৰ আন আন ৰাজ্যৰ তুলনাত অসমৰ খেলুৱৈসকলে যথেষ্ট পলমকৈ কৰিবলৈ লৈছে। তথাপি ন্যূনতম সা-সুবিধা আৰু সীমিত প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰা দৃষ্টিকোণৰ পৰা বিচাৰ কৰিবলৈ গলে ওপৰত উল্লেখ কৰা দুই চাৰিবিধ খেলত সুনাম অৰ্জন কৰাৰ উপৰিও যি দুই চাৰি গৰাকী কৃতী খেলুৱৈৰ জন্ম অসমে দিছে সেইসকলক লৈ গৌৰৱ কৰাৰ থল আছে নিশ্চয়।

সম্প্ৰতি অসমত ৰাজ্যিক পৰ্যায়ৰ জিম্‌নাষ্টিক, কাবাদি, মহিলা হকী আৰু বাস্কেট বলকে ধৰি প্ৰায় সকলো প্ৰকাৰৰ খেল-ধেমালিৰ সন্থা গঠিত হৈছে। ৰাজ্যিক ক্ৰীড়া পৰিষদৰ উদ্যোগত পাটিয়ালাৰ নেতাজী সুভাষ ৰাষ্ট্ৰীয় ক্ৰীড়া প্ৰতিষ্ঠানৰ সৌজন্যত গুৱাহাটীত এটা আঞ্চলিক প্ৰশিক্ষণ কেন্দ্ৰ স্থাপনৰ প্ৰস্তাব কৰা হৈছে। প্ৰতিখন ৰাজ্যিক সন্থাৰ সক্ৰিয় ভাব, খেলুৱৈসকলৰ নিষ্ঠা আৰু ৰাজ্যিক ক্ৰীড়া পৰিষদৰ উদ্‌গনি—এই ত্ৰিবেণী সঙ্গমৰ সুফল অসমত শীঘ্ৰে ফলিব বুলি দেশৰ খেল অনুৰাগীসকল আশাবাদী।

## অসমৰ খেল-ধেমালিৰ উদ্যোক্তা কেইগৰাকী মান ঃ

অশ্ব যোগাৰ হলেও পুৰোহিতৰ অভাৱত অশ্বমেধ যজ্ঞৰ আয়োজন যিদৰে অসম্ভৱ, প্ৰতিযোগী থাকিলেও প্ৰতিযোগিতা নিয়াৰিকৈ আৰু বিধিবদ্ধভাৱে পাতিবলৈ উদ্যোক্তা এচাম অপৰিহাৰ্য। সকলো প্ৰকাৰৰ ডাঙৰ কামৰ গুৰিতে কোনো নিষ্ঠাবান ব্যক্তিবিশেষৰ উদ্যোগ, উৎসাহ, উদ্‌গনি থকা দেখা যায়। একনিষ্ঠভাৱে কামত ব্ৰতী হোৱাৰ সংকল্প, আৰু মহৎ আদৰ্শত নিষ্ঠা—এই ধৰণৰ মূলধন নাথাকিলে কোনেও কাহানিও কোনো মহৎ কাম সাধিব নোৱাৰে। তাতে আকৌ খেল-ধেমালিৰ কথা আৰু সুকীয়া; এই ক্ষেত্ৰত উদ্যোক্তা হবলৈ কোনেও সহজতে আগ বাঢ়ি নাহে। কিয়নো ই লোকচানৰ বেপাৰ, গাৰ খাটনি আৰু ধনহানি—দুয়োটাই ইয়াৰ শেষ ফল। তথাপি জাতীয় চৰকাৰে খেল-ধেমালিৰ উন্নয়নলৈ চকু দিয়াৰ আগৰ কালত এই ক্ষেত্ৰত উৎসাহ-উদ্‌গনি দিয়া আৰু সেই বিভাগৰ সংগঠনমূলক কামত ব্ৰতী হোৱা পুৰুষৰ সংখ্যা নিচেই তাকৰ নহয়। সাহিত্যৰত্ন ৺চন্দ্ৰধৰ বৰুৱা, ৺শৰৎ চন্দ্ৰ গোস্বামী, লোকপ্ৰিয় ৺গোপীনাথ বৰদলৈ, ৺তৰুণৰাম ফুকন, মিঃ জি, এ, স্মল, মণিপুৰৰ মহাৰজা, গৌৰীপুৰ আৰু বিজনীৰ ৰজা, মিঃ পি, ডি, ষ্ট্ৰেচী, তুলসীনাৰায়ণ শৰ্মা, জেহিৰুদ্দিন আহমেদ, ৰায় বাহাদুৰ



সৰ্বানন্দ দুৱৰা, কেপ্তেইন গুপ্ত আদি অনেক গুণী-জ্ঞানী পুৰুষ এই ক্ষেত্ৰত স্মৰণীয়। অতীত অসমৰ খেল-ধেমালিৰ সংগঠন আৰু ইটো সিটো প্ৰতিযোগিতাৰ অ'ত ত'ত সিঁচৰতি হৈ থকা টুকুৰা খা-খবৰবোৰ একত্ৰিত কৰি জুকিয়াই উলিয়াব পাৰিলে এখন সুবৃহৎ বুৰঞ্জী হব। এইসকল ব্যক্তিৰ চিন্তাৰ দিগন্তৰ উমান পোৱা যায় ১৯২৩ চনত সংগঠিত ভাৰতীয় অলিম্পিক সন্থাৰ শাখা-ৰূপে ১৯৩৭ চনত অসম অলিম্পিক সংস্থা গঠনৰ পৰিকল্পনা, আৰু সেইমতে সেই বছৰতে লাহোৰ অলিম্পিকলৈ অসমৰ ভলীবল দল প্ৰেৰণ, '৩৮ চনত কলিকতাত অনুষ্ঠিত সৰ্বভাৰতীয় এথলেটিক প্ৰতিযোগিতাত অংশ গ্ৰহণ আৰু ভাৰতীয় অলিম্পিক সন্থাৰ বৈঠকত যোগদান দিবলৈ কৰা প্ৰতিনিধি নিৰ্বাচন আদি কাৰ্যত। কেইগৰাকীমান দূৰদৰ্শী, উদ্যোগী পুৰুষৰ চেষ্টাত National Sports Club of Assam (N. S. C. A.) গঠিত হ'ল আৰু চৰকাৰৰ সহায়ত এই অনুষ্ঠানৰ উদ্যোগত যোৰহাট আৰু ছিলঙত যথাক্ৰমে Outdoor আৰু Indoor Stadium নিৰ্মাণ কাৰ্য হাতত লোৱা হয়। দুয়োখন ষ্টেডিয়াম সম্পূৰ্ণ হোৱাৰ পিছতহে গুৱাহাটীৰ N S.C.A ৰ উদ্যোগত গুৱাহাটী ষ্টেডিয়াম, পিছলৈ নেহৰু ষ্টেডিয়াম প্ৰকল্প হাতত লোৱা হয়।

স্বাধীনতা লাভৰ কিছু বছৰ আগৰে পৰা সাম্প্ৰতিক কাললৈকে যি কেইগৰাকী ব্যক্তিয়ে অসমৰ বিভিন্ন খেল-ধেমালিৰ ক্ষেত্ৰত সক্ৰিয়ভাৱে লাগি আছিল, সেইসকলৰ ভিতৰত অনিমেষ গাঙ্গুলী, ৺ৰাধাগোবিন্দ বৰুৱা আদিৰ নাম উল্লেখযোগ্য। ৺অনিমেষ গাঙ্গুলী অসমৰ এটা যুগৰ ফুটবলৰ ক্ষেত্ৰত জাগ্ৰত প্ৰহৰী আৰু প্ৰকৃত ফুটবল-প্ৰেমী আছিল। অদম্য উৎসাহ আৰু একনিষ্ঠভাৱে ফুটবলৰ উন্নতিকল্পে তেওঁৰ দৰে আত্মনিয়োগ কৰা দ্বিতীয় ব্যক্তি অসমত বিৰল। অসমৰ ফুটবলক অসমৰ বাহিৰলৈ নি সৰ্বভাৰতীয় প্ৰতিযোগিতাত অংশ গ্ৰহণৰ যোগে অসমক সন্মানৰ আসনত প্ৰতিষ্ঠা কৰা কাৰ্যত গাঙ্গুলী আছিল অগ্ৰণী। গুৱাহাটীৰ মহাৰাণা ক্লাব আছিল তেওঁৰ হৃতপিণ্ড স্বৰূপ। সেই ক্লাৱে আই. এফ. এ, ৰোভাৰ্চ, শ্ৰীকৃষ্ণ গোল্ডকাপ, ৰংপুৰ, দিনাজপুৰ, বাৰানসী আদি ঠাইৰ সেই কালৰ বিখ্যাত ফুটবল প্ৰতিযোগিতাবোৰত যোগদান কৰি অসমৰ খেলুৱৈসকলক নিজৰ প্ৰতিভা প্ৰদৰ্শনৰ সুযোগ আৰু সুচল দিছিল। অসমৰ শ্ৰীতালিমেৰাণ আও, শ্ৰীশৰৎ দাস (গোবৰ), শ্ৰীজীতেন চৌধুৰী,

নলিনী চৌধুৰী আদি প্ৰখ্যাত খেলুৱৈসকলক ভাৰতীয় ফুটবলৰ পীঠস্থান কলিকতাৰ লগত যোগসূত্ৰ স্থাপন কৰি দিয়ে ৺অনিমেষ গাঙ্গুলীয়ে। তেওঁৰ নিষ্ঠা আৰু সংগঠন-ক্ষমতাৰ গুণত মহাৰাণা ক্লাবক কেন্দ্ৰ কৰি বাছকবনীয়া ফুটবল খেলুৱৈ এচামে ফুটবলৰ ক্ৰীড়া-কৌশল-চৰ্চাৰ যোগেদি সদৌ অসমত এটি নতুন বাতাবৰণৰ সৃষ্টি কৰিছিল। নিজে যিদৰে অপূৰ্ব ক্ৰীড়া-কুশলী আছিল সেইদৰে আধুনিক যুগৰ বিজ্ঞান-সম্মত প্ৰশিক্ষণ আদিৰ প্ৰতিও তেওঁ বৰ সচেতন আছিল। সেয়ে সদায় যুগৰ লগত খোজ মিলাই আধুনিক যুগৰ ক্ৰীড়া-পদ্ধতিক তেওঁ আদৰণি জনাইছিল। গাঙ্গুলীয়ে গুণ বা প্ৰতিভাৰ স্বীকৃতি দিছিল অকুণ্ঠভাৱে আৰু সেইটোৱেই আছিল তেওঁৰ ডাঙৰ গুণ, সেয়ে প্ৰকৃত 'জহুৰী'ৰ দৰে তেওঁ কাঁচ আৰু হীৰাৰ পাৰ্থক্য বুজি সেইমতে প্ৰতিভা স্ফুৰণত সকলোকে উদ্গনি দিছিল। এই গুণৰ বাবে তেওঁ অসমৰ সৰু বৰ সকলোৰে আছিল মৰম আৰু শ্ৰদ্ধাৰ "অনিমেষ দা"। জীৱনৰ শেষ দিনলৈকে গুৱাহাটী তথা অসমৰ ফুটবলৰ সেৱা কৰি তেওঁ সেই ক্ষেত্ৰত ৰূপ-কথাৰ নায়কৰ দৰে হৈ পৰিছিল।

অসমৰ সকলো প্ৰকাৰৰ খেল-ধেমালিৰ উদ্যোক্তাসকলৰ ভিতৰত সবাতোকৈ উদ্যোগী আৰু একনিষ্ঠভাৱে সেই কামত ব্ৰতী হোৱা পুৰুষ গৰাকী হ'ল ৺ৰাধাগোবিন্দ বৰুৱা, সংক্ষেপে আৰ. জি.। যৌৱন কালত আৰ. জিয়ে ব্যায়াম চৰ্চা কৰিছিল, ধাননি পথাৰৰ নৰা কাটি পথাৰ সমান কৰি হকী খেলিছিল, আৰু ১৯৩৭ চনত ডিব্ৰুগড়ত অনুষ্ঠিত 'অসম শক্তিমেলা'ৰ সম্পাদক-ৰূপে খেল-ধেমালিৰ সংগঠন-কাৰ্যত অৱতীৰ্ণ হোৱা দিন ধৰি প্ৰায় দুকুৰি বছৰকাল অসমৰ সকলো প্ৰকাৰৰ খেল-ধেমালিৰ প্ৰসাৰ আৰু উন্নতিকল্পে তেওঁ আত্মনিয়োগ কৰিছিল। তেওঁৰ দূৰদৰ্শিতা গুণৰ বাবেই অক্লান্ত পৰিশ্ৰম আৰু আশাশুধীয়া চেষ্টাৰ ফলত গুৱাহাটীত নেহেৰু ষ্টেডিয়াম নিৰ্মাণ হ'ল। মাত্ৰ ৪৭ দিনৰ ভিতৰত Indoor Stadium সজাই ৰাষ্ট্ৰীয় বেডমিণ্টন প্ৰতিযোগিতা পাতিবলৈ সেই খেলৰ কৰ্মকৰ্তাসকলক উদ্গনি দিলে, নেহেৰু ষ্টেডিয়ামৰ সমুখত N. S. C. A. Guest House সজাই তুলিলে, টেনিছ কোৰ্টৰ ব্যৱস্থা কৰিলে। মুঠতে 'বকৰাত পদুম ফুলা' কথাষাৰৰ সাৰ্থক প্ৰয়োগ হ'ল আৰ. জিৰ নেহেৰু ষ্টেডিয়াম প্ৰকল্প (Nehru Stadium Complex) নিৰ্মাণৰ আঁচনিৰ কাৰ্যকৰণত। সকলো প্ৰকাৰৰ খেল-ধেমালিৰ প্ৰসূতি-গৃহ যে ব্যায়ামাগাৰ এই কথা আৰ.



জিয়ে ভালদৰে উপলব্ধি কৰি গুৱাহাটী তথা অসমত তাৰ অভাৱ দূৰীকৰণ কৰিবলৈ চেষ্টা কৰিছিল—'জাকিৰ হুছেইন জিমন্যাছিয়াম হল'ৰ পৰিকল্পনা আৰু তাৰ আধাৰ-শিলা স্থাপন কৰি। সকলো প্ৰকাৰৰ সা-সুবিধাৰে পূৰ্ণ উন্নত পৰ্যায়ৰ সন্তৰন পুখুৰী (Swimming Pool) সজাৰ কামতো তেওঁ হাত দিছিল। এইবোৰ কামৰ বাবে চৰকাৰৰ পৰা পোৱা আৰ্থিক অনুদানৰ উপৰিও তিনিবাৰকৈ মল্ল-যুদ্ধ প্ৰতিযোগিতাৰ আয়োজন কৰি বিশ্বৰ আগ শাৰীৰ মল্লবীৰসকলৰ বহুতকে গুৱাহাটীৰ মঞ্চত থিয় কৰাইছিল; অসমৰ মন্ত্ৰী সভাৰ সদস্যসকলৰ প্ৰদৰ্শনী ফুটবল খেল পাতি ষ্টেডিয়াম-উদ্বোধন অনুষ্ঠান পাতিছিল। টকা-পইচাৰ অভাৱে আৰ. জিক কোনো দিনে হতাশ বা নিৰুৎসাহ কৰিব পৰা নাই। এটি অদম্য উৎসাহৰ উৎস আৰ. জি বৃদ্ধ বয়সতো যৌৱনসুলভ কৰ্মতৎপৰতা আৰু একাগ্ৰতাৰে অসমৰ খেল-জগতত "কিবা এটি নতুন" কৰাৰ প্ৰয়াসী আছিল। মিউনিক অলিম্পিক অনুষ্ঠান নিজ চকুৰে চাই, লগতে বহু ঠাই ভ্ৰমণ কৰি, খেল-ধেমালিসম্পৰ্কীয় অভিজ্ঞতাবোৰ লৈ আহি, সেই ক্ষেত্ৰত বিদেশী খেলুৱৈসকলে পোৱা সা-সুবিধাবোৰ আমাৰ খেলুৱৈসকলকো দিবলৈ আৰ. জি.আগ্ৰহী আছিল। আৰ. জিৰ ব্যক্তিত্বৰ অন্যতম গুণ হ'ল dynamism; যুগৰ পৰিবৰ্তনৰ লগত খাপ খুৱাই আধুনিক বিজ্ঞান-সম্মত ক'লা-কৌশলৰ প্ৰশিক্ষণৰ যোগে খেলুৱৈসকল যে উপকৃত হ'ব পাৰে—এই কথা মৰ্মে মৰ্মে উপলব্ধি কৰি সেইলেখীয়া সুস্থ বাতাবৰণ এটি গঢ়ি তুলিবলৈ তেওঁ সদায় প্ৰয়াস কৰিছিল। তেওঁ N. S. C. A. ৰ Regional Committee ৰ Chairman; অসম ফুটবল, ক্ৰিকেট, Lion's Club, Rifle Shooting Range, Rotary Club আদি অনুষ্ঠানৰ গুৰি ধৰিলিছ। বাৰ্দ্ধক্যৰ হেঁচাত প্ৰত্যক্ষভাৱে সেইবোৰ অনুষ্ঠানৰ সভাঘৰ শুৱনি কৰিব নোৱৰা অৱস্থাতো মন, বুদ্ধি, সত্বা—সকলোফালৰে পৰা আৰ. জি. আছিল এটি জাগ্ৰত প্ৰেৰণা, এগৰাকী প্ৰকৃত ক্ৰীড়া-ৰসিক আৰু খেল-জগতৰ সহৃদয় উদ্যোগী পুৰুষ-সিংহ।

১৯৭৬ চনৰ শেহৰ ফালে অসমৰ ক্ৰীড়া জগতত ৰাজ্য চৰকাৰৰ হস্তক্ষেপ এটি মন কৰিবলগীয়া ঘটনা। National Sports Club of Assam ৰ গুৱাহাটী নেহৰু ষ্টেডিয়াম প্ৰকল্প আৰু যোৰহাটৰ N. S. C. A. Pavilionৰ দায়িত্ব চৰকাৰে অধিগ্ৰহণ কৰি Board of Sports,

Assam নামৰ এটি অনুষ্ঠানৰ হাতত পৰিচালনাৰ দায়িত্ব-ভাৰ অৰ্পণ কৰে। ৰাজ্যখনৰ খেল-ধেমালিৰ উন্নয়নকল্পে ক্ৰীড়া সঞ্চালন আৰু যুৱকল্যাণ দপ্তৰ নতুনকৈ প্ৰবৰ্তন কৰিছে। অসম চৰকাৰে ক্ৰীড়া সংগঠনবোৰৰ ক্ষেত্ৰত Guide Lines ( আচৰণ-বিধি ) প্ৰবৰ্তন কৰি এটি নতুন বাতাবৰণ সৃষ্টি কৰিবলৈ প্ৰয়াস কৰিছে। ৰাজ্য চৰকাৰৰ এই ধৰণৰ প্ৰচেষ্টাৰ ফলত ৰাজ্যখনৰ খেল-ধেমালিৰ উৎকৰ্ষণ হওক—ইয়াকে খেল অনুৰাগীসকলে কামনা কৰিছে।

# অসম-নিৰ্মাতাসকল

[ প্ৰাগ্ ঐতিহাসিক যুগৰেপৰা বৰ্তমানলৈকে বিভিন্ন সময়ত অসমত ভালেমান প্ৰখ্যাত ৰজা-মহাৰজা, বীৰ-বীৰাঙ্গনা, ধৰ্ম-প্ৰচাৰক, শিল্পী, সাহিত্যিক, ৰাজনৈতিক নেতাৰ জন্ম হৈছে। সেই ব্যক্তিসকলে নিজ নিজ দিশত অসম-ৰাজ্য গঢ়াত তথা অসমৰ গৌৰৱ বৃদ্ধি কৰাত যথেষ্ট অৰিহণা যোগাইছে। সেই নমস্য ব্যক্তিসকল আমাৰ গৌৰৱ-স্বৰূপ। এই অধ্যায়ত কেইটামান শিতানত অসমৰ তেনে কেইগৰাকীমান ব্যক্তিৰ জীৱনৰ চমু আভাস দিয়া হৈছে। এইসকলৰ উপৰি আৰু ভালেমান ব্যক্তিৰ জীৱনী এই গ্ৰন্থত অন্তৰ্ভূক্ত কৰাৰ ইচ্ছা আছিল যদিও ঠাইৰ অভাৱৰ কাৰণে সেইটো সম্ভৱ নহ'ল। তথাপি সেইসকলো আমাৰ সমানেই নমস্য। যদি সম্ভৱ হয় দ্বিতীয় সংস্কৰণত সিসকলৰ জীৱনী সন্নিৱিষ্ট কৰাৰ ইচ্ছা থাকিল। দ্বিতীয়তে, এই অধ্যায়ত কেৱল স্বৰ্গত বৰেণ্য লোকসকলৰ জীৱনীহে প্ৰকাশ কৰা হৈছে। ইয়াৰপৰা অসমৰ গৌৰৱ-স্বৰূপ জীৱিত ব্যক্তিসকলৰ প্ৰতি অসন্মান প্ৰদৰ্শন কৰা বুলি যেন কোনেও নাভাবে। সিসকলৰ প্ৰতিও সম্পাদনা-সমিতিৰ সমানেই শ্ৰদ্ধা আৰু কৃতজ্ঞতা আছে। —সম্পাদক ]

## পৌৰাণিক যুগৰ নৃপতি আৰু বীৰসকল

অধ্যাপক শ্ৰীৰমেশ পাঠক

অসম প্ৰাচীন গৌৰৱত চহকী দেশ। সৰ্বভাৰতীয় ক্ষেত্ৰত অসমে গৌৰৱৰ স্থান দখল কৰিছিল জ্ঞান-বিজ্ঞান, শৌৰ্য-বীৰ্যৰ দিশৰ পৰা।

ইতিহাসে ধুঁৱলি-কুঁৱলিকৈ ঢুকি পোৱা পৌৰাণিক যুগৰ কেবাজনো খ্যাতিমন্ত বীৰৰ কাহিনী আছে। চমুকৈ তাৰে কেইজনমানৰ পৰিচয় দিয়া হ'ল।

### ভীষ্মক

ভীষ্মক বিদৰ্ভ ৰাজ্যৰ ( বৰ্তমানৰ শদিয়া ) ৰজা। ভীষ্মক ৰজাৰ কাহিনী ভাগৱত আৰু বিষ্ণুপুৰাণত আছে। মহাপুৰুষ শংকৰদেৱৰ 'ৰুক্মিণী হৰণ' কাব্যতো ভীষ্মক ৰজাৰ কাহিনী পোৱা যায়। এইবোৰৰ উপৰিও শদিয়াৰ ওচৰত বহুতো ভগ্নাৱশেষ আছে—যিবোৰ ভীষ্মকৰ ৰাজধানীৰ বুলি পণ্ডিতসকলে মন্তব্য কৰিছে। ভীষ্মকৰ ৰাজধানীৰ নাম কুণ্ডিলনগৰ।

কুণ্ডিলৰাজ ভীষ্মকৰ কন্যা ৰুক্মিণী। ৰুক্মিণীয়ে মনে মনে অসামান্য প্ৰতিভাৰ গৰাকী দ্বাৰকাধিপতি শ্ৰীকৃষ্ণক স্বামী হিচাপে পাবলৈ কামনা কৰিছিল, কিন্তু ককায়েক ৰুক্মীৰ ইচ্ছা আছিল চেদীৰাজ শিশুপালক ভগ্নী-জোৱাঁই হিচাপে পোৱাৰ। স্বয়ম্বৰৰ দিনাখন ৰুক্মিণীয়ে শ্ৰীকৃষ্ণকহে বৰ-মাল্য দিয়াত ৰুক্মীৰ ভীষণ খং উঠে আৰু শ্ৰীকৃষ্ণৰ লগত যুঁজ দিয়ে। কিন্তু ভগৱান শ্ৰীকৃষ্ণৰ লগত মহাপৰাক্ৰমেৰে যুঁজিও পৰাজয় বৰণ কৰে। ৰুক্মিণী শ্ৰীকৃষ্ণৰ প্ৰধান মহিষী আছিল।

ভীষ্মকক কলিতা-দেশৰ ৰজা বুলিও কিছুমানে ভাৱে। ৰুক্মিণীৰ স্বয়ম্বৰলৈ অহা ভাৰতৰ খ্যাতিমন্ত ৰজা-মহাৰজাবোৰে প্ৰমাণ কৰে—ভীষ্মকৰ সৰ্ব-ভাৰতীয় খ্যাতিৰ কথা। দ্বাৰকাধিপতি শ্ৰীকৃষ্ণৰ শহুৰেক হোৱাটোও কম গৌৰৱৰ কথা নহয়।

### নৰকাসুৰ

পৌৰাণিক কাহিনী মতে বৰাহৰূপী বিষ্ণুৰ ঔৰসত, বসুমতীৰ গৰ্ভত নৰকৰ জন্ম হয়। বসুমতীৰ অনুৰোধ মতে বিষ্ণুৱে নৰকক প্ৰাগজ্যোতিষপুৰৰ ৰজা পাতে। বিষ্ণুৰ বৰত অমিত শক্তিৰ অধিকাৰী হোৱা নৰক শেহলৈ শোণিতপুৰৰ ৰজা বাণ আদিৰ প্ৰৰোচনাত অত্যাচাৰী হৈ উঠে। নৰকৰ অত্যাচাৰত স্বৰ্গ-মৰ্ত্য থৰহৰি কম্পমান। দেৱতা-গন্ধৰ্বৰ ষোল হাজাৰ গাভৰুক নৰকে বন্দী কৰি থৈছিল। আনকি দেৱী কামাখ্যাকো তেওঁ নমনা হ'ল।

এনে সময়তে বশিষ্ঠ ঋষি কামাখ্যা দৰ্শন কৰিবলৈ আহিল, কিন্তু নৰকে তেওঁক দেৱী দৰ্শন কৰিবলৈ অনুমতি নিদিলে। খঙত বশিষ্ঠই নৰকক অভিশাপ দিলে—"তই যাৰ ল'ৰা, সেয়ে তোক নৰ-ৰূপ ধৰি বধ কৰিব।" বশিষ্ঠই উভতি নগৈ কামাখ্যাৰ অলপ দূৰৈত সন্ধাচল পাহাৰত আশ্ৰম পাতি থাকিবলৈ ল'লে। তাৰ সাক্ষীৰূপে বশিষ্ঠাশ্ৰম এতিয়াও ৰৈ আছে।



বশিষ্ঠৰ অভিশাপত কিংকৰ্তব্যবিমূঢ় হৈ নৰকে বন্ধু বাণৰ উপদেশমতে ব্ৰহ্মাক তপস্যাত সন্তুষ্ট কৰি বৰ লাভ কৰিলে—দেৱতা, অসুৰ, মানব বা ৰাক্ষসযোনিত ওপজা প্ৰাণীয়ে তেওঁক বধ কৰিব নোৱাৰিব। ইয়াৰ পিছত দেৱতা আৰু মুনিসকলৰ ওপৰত আৰম্ভ হ'ল অত্যাচাৰ। অৱশেষত ভগৱান শ্ৰীকৃষ্ণই তেওঁক বধ কৰে।

নৰকৰ কাহিনীক বিশ্বাসযোগ্যভাৱে, যুক্তিৰ মাজেদি ডঃ বাণীকান্ত কাকতিয়ে পৰ্যালোচনা কৰি 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা' নামৰ গ্ৰন্থত মন্তব্য কৰিছে: "তেওঁৰ নিজৰ নাম, মাকৰ নাম, ঘৈণীয়েকৰ নাম আদিয়েও শাক্তৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ পৰিচয় দিয়ে। 'কালিকা পুৰাণ'ৰ ব্যাখ্যা অনুসাৰে তেওঁ উপজিয়েই মৰা মানুহৰ লাওখোলা এটিত মূৰ থৈছিল। সেইকাৰণে নাম হ'ল নৰক। মৰা মানুহৰ লাওখোলা কেতবোৰ শক্তি-সম্প্ৰদায়ৰ পানাহাৰৰ পাত্ৰ। নৰকৰ মাকৰ নাম কাত্যায়নী—দুৰ্গাৰ এটি নাম। ঘৈণীয়েকৰ নাম মায়া—মহামায়া দুৰ্গাৰ এটি নাম।" ডঃ প্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে নৰকক আলপাইন জাতিৰ প্ৰধান এজন বুলি লিখিছে।

নৰক এজনেই নে বহুজন, সেই লৈও সমস্যা। ডঃ কাকতিয়ে ভাৱে যে নৰকৰ খ্যাতিৰ বাবেই হওক বা বংশজাত সম্বন্ধ থকাৰ বাবেই হওক নৰকৰ পিছৰ ৰজাবোৰেও নৰক বুলি পৰিচয় দিছিল, অথবা "এনেও হ'ব পাৰে যে বিদেহৰ ৰজা জনকৰ দৰে নৰকো এটি ৰাজপৰিয়ালৰ উপাধি।" ভূমিত জন্ম লাভ কৰা বাবেই বংশটোৰ নাম ভৌম হয়।

### ভগদত্ত

নৰক-পুত্ৰ ভগদত্ত মহাভাৰত-খ্যাত শক্তিশালী বীৰ। শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰি ভগদত্তক প্ৰাগজ্যোতিষপুৰৰ ৰজা পাতে আৰু আত্ম-ৰক্ষাৰ বাবে পিতৃদত্ত অমোঘ বৈষ্ণৱাস্ত্ৰ প্ৰদান কৰে। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ সময়ত তেওঁ পাণ্ডৱৰ বিৰুদ্ধে যুদ্ধত নামিব লগা হয় আৰু আঠদিন যুদ্ধ কৰাৰ পিছত পাণ্ডৱৰ শ্ৰেষ্ঠত্ব মানি পৰাজয় বৰণ কৰে। বিখ্যাত কুৰুক্ষেত্ৰ-যুদ্ধত সেনাপতি হিচাপে ভগদত্তই কৌৰৱৰ পক্ষ লৈ ভীমক পৰাস্ত কৰে আৰু অৰ্জুনৰ প্ৰতি অমোঘ বৈষ্ণৱাস্ত্ৰ প্ৰয়োগ কৰে। শ্ৰীকৃষ্ণই নিজে সেই অস্ত্ৰ বুকু পাতি লোৱাত অৰ্জুন ৰক্ষা পৰে। অস্ত্ৰপাত

শ্ৰীকৃষ্ণৰ বুকুত বৈজয়ন্তীমালা হিচাপে বৈ যায়। শেষত শ্ৰীকৃষ্ণৰ চক্ৰান্তত অৰ্জুনৰ হাতত ভগদত্তৰ মৃত্যু হয়।

মহাভাৰতৰ সভা, উদ্যোগ আৰু দ্ৰোণ পৰ্বৰ বাহিৰেও ডুবি, নিধনপুৰ, তেজপুৰ, নগাওঁ, বৰগাৱৰ ফলি (grant) সমূহত ভগদত্তৰ উল্লেখ আছে। ইয়াৰ উপৰিও ভাগৱত, কালিকাপুৰাণ, বিষ্ণুপুৰাণ আদিতো ভগদত্তৰ কাহিনী আছে। নিধনপুৰফলিৰ মতে ভগদত্ত দেৱৰাজ ইন্দ্ৰৰ বন্ধু আছিল। মহাভাৰতৰ যুদ্ধত হস্তী-বাহিনীৰে চীন আৰু কিৰাট সৈন্যৰে দুৰ্যোধনৰ পক্ষ লৈ যুজা ভগদত্ত অসমৰ প্ৰাচীন শ্ৰেষ্ঠ বীৰসকলৰ অন্যতম।

### বাণ

দৈত্যৰাজ বলিৰ পুত্ৰ শোণিতপুৰৰ (তেজপুৰ) ৰজা বাণে শিৱৰ বৰত অজেয় হৈ দেৱতাসকলকো অশেষ কষ্ট দিছিল। বাণ-জীয়ৰী উষাই সপোনত শ্ৰীকৃষ্ণৰ নাতি প্ৰদ্যুম্ন-পুত্ৰ অনিৰুদ্ধক দেখি স্বামী হিচাপে পোৱাৰ ইচ্ছা কৰে আৰু সখীয়েক চিত্ৰলেখাৰ সাহায্যত বাণৰ অজ্ঞাতে অনিৰুদ্ধক অগ্নিগড়লৈ আনি গন্ধৰ্ব প্ৰথামতে বিয়া কৰায়। এই খবৰ পাই বাণে অনিৰুদ্ধক বন্দী কৰি থয়। অনিৰুদ্ধৰ এনে দুৰ্দশা শুনি শ্ৰীকৃষ্ণ নিজে শোণিতপুৰলৈ আহে। উপাস্য দেৱতা শিৱে বাণৰ পক্ষ লয় যদিও ব্ৰহ্মাৰ অনুৰোধৰ বাবে মহাদেৱ-কৃষ্ণৰ মাজত চূড়ান্ত যুদ্ধখন নহ'লগৈ। শ্ৰীকৃষ্ণৰ হাতত বাণ পৰাজিত হ'ল যদিও মহাদেৱৰ অনুৰোধত প্ৰাণ ৰক্ষা পৰে আৰু কৃষ্ণৰ দয়াত জীৱিত অৱস্থাতেই মহাকাল নাম লৈ শিৱৰ পাৰিষদ হৈ থাকিল।

অসীম শক্তিৰ অধিকাৰী বাণ দৈত্যকুলৰ বুলি কালিকা-পুৰাণ আৰু বিষ্ণুপুৰাণৰ কাহিনীত আছে। কিছুমান পণ্ডিতৰ মতে বাণ-ৰজা অসমৰ নহয় আৰু কোনোবাই তেওঁক সিন্ধু দেশৰ আৰু কোনোবাই বংগৰ দিনাজপুৰৰ (উত্তৰ বংগ) ৰজা বুলি ক'ব খোজে। বাণ যে অসমৰ, সেই কথা তেজপুৰৰ ওচৰৰ অগ্নি-গড় আৰু অগ্নি-পৰ্বতে আজিও সাক্ষ্য দিয়ে। নৰকাসুৰ বাণৰ বন্ধু আছিল। গুৱাহাটীৰ ওচৰৰ নৰকাসুৰ পাহাৰ, অসুৰৰ আলি আজিও আছে। বাণৰ দৰে শ্ৰেষ্ঠ বীৰ এজনক লৈ ওচৰ-চুবুৰীয়া দেশেও গৌৰৱৰ ভাগ ল'ব খোজাটো একো আচৰিত কথা নহয়।



### ঘটোৎকচ

দ্বিতীয় পাণ্ডৱ ভীমৰ ঔৰসত আৰু অসম জিয়ৰী হিড়িম্বাৰ গৰ্ভত ঘটোৎকচৰ জন্ম হয়। ভীমৰ স্মৰণ মাত্ৰেই উপস্থিত হ'ব বুলি কথা দি ঘটোৎকচ মোমায়েকহঁতৰ লগতে থাকে আৰু পিছলৈ ৰজা হয়।

মহাভাৰতৰ কুৰুক্ষেত্ৰ যুদ্ধৰ সময়ত ঘটোৎকচে পাণ্ডৱৰ পক্ষ লৈ যুদ্ধ কৰে। ঘটোৎকচ শক্তিশালী যোদ্ধা, তাতে মায়াবী। কৌৰৱ পক্ষত সন্ত্ৰাসৰ সৃষ্টি কৰি ঘটোৎকচে এফালৰ পৰা শত্ৰুসৈন্য নিধন কৰে। উপায়ান্তৰ হৈ ইন্দ্ৰদত্ত বৈজয়ন্তী শক্তি নামৰ একাঘ্নী বাণপাট, যিপাট বাণ কৰ্ণই সযতনে অৰ্জুন-বধৰ বাবে সাঁচি ৰাখিছিল, তাকে প্ৰয়োগ কৰি ঘটোৎকচক বধ কৰে।

মহাভাৰতৰ যুদ্ধত অসমৰ দুজন বীৰে অংশ লৈছিল। ভগদত্ত আৰু ঘটোৎকচ। প্ৰথমজনে কৌৰৱৰ ফালে, দ্বিতীয়জনে পাণ্ডৱৰ ফালে। দুয়োজনাৰে অমিত বিক্ৰমৰ কথা মহাভাৰতত গৌৰৱেৰে বৰ্ণনা কৰা হৈছে।

## খ. ঐতিহাসিক যুগৰ ৰজা-ৰাণী আৰু বীৰ-বীৰাঙ্গনাসকল

**অধ্যাপক শ্ৰীৰমেশ পাঠক**

### ভাস্কৰ বৰ্মন

অসম ইতিহাসৰ সৰ্বকালৰ গৌৰৱ, মধ্যাহ্ন ভাস্কৰৰ দৰে ভাস্বত কুমাৰ ভাস্কৰ বৰ্মণৰ ৰাজত্বকাল ৫৯৪ খ্ৰীষ্টাব্দৰ পৰা ৬৫০ খ্ৰীষ্টাব্দলৈ। ভাস্কৰ বৰ্মাৰ সময়ত গৌড়ৰ ৰজা আছিল শশাংক আৰু মগধৰ সম্ৰাট আছিল হৰ্ষবৰ্ধন। ভাস্কৰবৰ্মণৰ বাবে সন্দেহ আৰু ভয়ৰ কাৰণ হৈ উঠিছিল শশাংকৰ খ্যাতি আৰু সামৰিক শক্তিৰ প্ৰাধান্য। বৰ্মণ বংশৰে ৰজা সুস্থিতবৰ্মণৰ দিনত বঙ্গৰ দখলাধীন কামৰূপৰ অংশ বিশেষ হেৰুওৱাৰ কথা ভাস্কৰবৰ্মণে পাহৰা নাছিল। গতিকে প্ৰতিবেশী ৰাজ্য গৌড়ৰ প্ৰাধান্য খৰ্ব কৰিবৰ মানসেৰে ভাস্কৰবৰ্মণে উত্তৰ ভাৰতৰ খ্যাতিমান সম্ৰাট হৰ্ষবৰ্ধনৰ সৈতে মিত্ৰতা কৰিবলৈ হংসবেগ নামে দূত এজনক পঠায়। হৰ্ষবৰ্ধনৰ ভ্ৰাতৃ ৰাজ্যবৰ্ধনক হত্যা কৰি শশাংকই কনৌজ দখল কৰিছিল। হৰ্ষৰ্ধবনেও ভ্ৰাতৃ-হন্তা শশাংকক এসেকা দিয়াৰ কথা ভাবি আছিল। এনে সময়তে হৰ্ষবৰ্ধনৰ ওচৰত হংসবেগে ভাস্কৰবৰ্মণৰ হৈ বন্ধুত্বৰ প্ৰস্তাৱ আগবঢ়ায়

আৰু হংসবেগৰ দৌত্যত দুয়োৰে মাজত বন্ধুত্ব স্থাপন হয়। ভাস্কৰবৰ্মণ আৰু হৰ্ষবৰ্ধনৰ মাজত চুক্তি হ'ল যে শশাংকৰ ক্ৰমবৰ্ধিত শক্তিক চিৰকালৰ বাবে নিৰ্বাপিত কৰিব লাগে। ইয়াৰ পিছত হৰ্ষবৰ্ধনৰ লগ লাগি ভাস্কৰ বৰ্মণে গৌড় বিজয় কৰে।

গৌড় বিজয়তে ভাস্কৰ বৰ্মণৰ খ্যাতি সীমিত নহয়। ত্ৰিপুৰা ছিলেটকে আদি কৰি দক্ষিণ-পূব বংগৰ বিস্তীৰ্ণ অঞ্চল, বিহাৰৰ কিছু অংশ, বিশেষকৈ নালন্দা অঞ্চল ভাস্কৰবৰ্মণৰ অধীনত আছিল। নিধনপুৰ ফলিত ঠিকেই লিখিছে: ভাস্কৰবৰ্মা আছিল—'সূৰ্য্যৰ দৰে সকলো জ্যোতিৰ উৎস— তেওঁ হ'ল দয়ালু আৰু প্ৰত্যেকেই তেওঁৰ ৰক্ষণাবেক্ষণ বিচাৰিছিল।

**হিউৱেন-চাঙৰ ভ্ৰমণ:** ভাস্কৰবৰ্মাৰ অনুৰোধ-ক্ৰমে চীন পৰিব্ৰাজক হিউৱেন চাঙে অসম ভ্ৰমণ কৰে। হিউৱেন চাঙে ভাস্কৰবৰ্মাৰ ৰাজত্বকালৰ বিষয়ে এটি টোকা লিখে। এই টোকাটোৱে সেই যুগৰ ওপৰত পোহৰ পেলাবলৈ বহুখিনি সুবিধা দিছে।

## অমৃতপ্ৰভা

যি কেইগৰাকী অসম জীয়ৰী বোৱাৰী হিচাপে ভাৰতৰ অন্য ৰাজ্যলৈ গৈছে—প্ৰতি গৰাকীয়েই নিজস্ব মহিমাৰে নিজস্ব সু-কীৰ্ত্তিৰ উজ্জ্বল স্বাক্ষৰ ৰাখি গৈছে। শ্ৰীকৃষ্ণ পত্নী ৰুক্মিণী, অনিৰুদ্ধ পত্নী উষা, কাশ্মীৰ-ৰাজ মেঘবাহনৰ পত্নী অমৃতপ্ৰভা—এনে বহু কেইগৰাকী মহীয়সী নাৰীৰ কথা ক'ব পাৰি।

অমৃতপ্ৰভা খৃষ্টীয় প্ৰথম শতিকাৰ কামৰূপেশ্বৰৰ দুহিতা। পিতৃৰ নাম জনা নাযায়। ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ মতে তেওঁ ভগদত্ত বংশীয় আছিল।

অমৃতপ্ৰভাৰ স্বয়ম্বৰলৈ দেশ-বিদেশৰ বহুতো ৰজা-ৰাজকোঁৱৰ আহিছিল। অমৃতপ্ৰভাই স্বামী হিচাপে নিৰ্বাচন কৰিলে যুধিষ্ঠিৰৰ পৰিনাতি গোপাদিত্যৰ পুত্ৰ মেঘবাহনক। গোপাদিত্য বা মেঘবাহন কোনোজনেই তেতিয়া ৰজা নাছিল। পত্নী অমৃতপ্ৰভাৰ সৈতে গান্ধাৰলৈ উভতি যোৱাৰ লগে লগেই মেঘবাহনৰ জীৱনলৈ সৌভাগ্য আহিল। কাশ্মীৰৰ প্ৰজাবোৰে মেঘবাহনক আমন্ত্ৰণ জনালে কাশ্মীৰৰ ৰজা হ'বলৈ। এই অপ্ৰত্যাশিত আমন্ত্ৰণ ৰক্ষা কৰি মেঘবাহন কাশ্মীৰৰ ৰজা হ'ল।

ৰজা হোৱাৰ পিছত মেঘবাহনে বৌদ্ধধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰত মন



দিলে। স্বামীৰ আদৰ্শকে লৈ "অমৃতপ্ৰভাই বৌদ্ধ ভিক্ষুসকল থাকিবৰ কাৰণে এটি বিহাৰ স্থাপন কৰে। এই বিহাৰৰ নাম 'অমৃতভৱন' আৰু কাশ্মীৰৰ মানুহৰ মুখত পৰি পাচলৈ 'অন্তভৱন'ত পৰিণত হয়। বহুকাললৈকে বৌদ্ধ ভিক্ষু আৰু পৰিব্ৰাজকসকলে এই বিহাৰত আশ্ৰয় লাভ কৰিছিল। অসম মাতৃৰ বুকুৰ পৰা গৈ অমৃতপ্ৰভাই দূৰদূৰণিৰ বিদেশী ৰাজ্যত প্ৰতিষ্ঠা লাভ কৰি চিৰস্মৰণীয় হৈ ৰৈছে, অসম আইৰ সন্তানসকলৰ কাৰণে ইয়াতকৈ আৰু কি গৌৰৱৰ কথা হ'ব পাৰে?" (বুৰঞ্জীৰ বাণী—পৃষ্ঠা ২২)

অমৃতপ্ৰভাৰ খ্যাতি মাথোন এটি বৌদ্ধ বিহাৰ নিৰ্মাণতে সীমিত নহয়। অমৃতপ্ৰভাৰ পিছত কাশ্মীৰৰ বহু কেইগৰাকী সম্ৰাজ্ঞীৰ নাম অমৃতপ্ৰভা হিচাপে পোৱা কথাই সূচায় যে অমৃতপ্ৰভাই নাৰীৰ আদৰ্শ হিচাপে প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছিল।

## নৰনাৰায়ণ

নৰনাৰায়ণৰ নামৰ লগত অসমৰ সাংস্কৃতিক গৌৰৱৰ কথা ঘনিষ্ঠভাৱে জড়িত। ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ ভাষাত: "অসমীয়াৰ গৌৰৱৰ দুটা প্ৰধান বস্তু হৈছে, কামাখ্যাৰ মহামন্দিৰ, যাৰ কাৰণে অসম-কামৰূপৰ নাম ভাৰতৰ দিগ-দিগন্তত প্ৰচাৰিত হৈছে……আৰু দ্বিতীয় মহাপুৰুষ শংকৰদেৱৰ যুগত ৰচিত গ্ৰন্থাৱলী, যাৰ কাৰণে অসমীয়া অশিক্ষিত মানুহৰ মাজতো ধৰ্ম-মোক্ষ আৰু কাব্যামৃতৰ ত্ৰিবেণী সঙ্গম হৈছে। এই দুই গৌৰৱেই হৈছে ক'বলৈ গ'লে মহাৰাজ নৰনাৰায়ণ আৰু সেনাপতি শুক্লধ্বজ কোঁৱৰৰ অৱদান।" (বুৰঞ্জীৰ বাণী—পৃষ্ঠা-৮।) কালাপাহাৰে ভাঙি থৈ যোৱা কামাখ্যাৰ মন্দিৰটো নৰনাৰায়ণে নকৈ সজাই উলিয়ায়।

বিশ্বসিংহৰ মৃত্যুৰ পিছত কোচবিহাৰৰ ৰাজসিংহাসনত বহে নৰনাৰায়ণ। নৰনাৰায়ণে দিগ্বিজয়ৰ বাবে শুক্লধ্বজক সৈন্য পৰিচালনাৰ দায়িত্ব দিলে। শুক্লধ্বজে ককায়েকৰ সপোনক বাস্তৱ ৰূপ দিয়ে আৰু অসম, জয়ন্তা, মণিপুৰ, ত্ৰিপুৰা, শ্ৰীহট্ট আদি ৰাজ্য কৰতলীয়া কৰে। শুক্লধ্বজে চিলাৰ দৰে অতৰ্কিতে আৰু ধুমুহাৰ গতিত ৰাজ্য জয় কৰিছিল বাবে চিলাৰায় নামে খ্যাত হয়।

মহাৰাজ নৰনাৰায়ণ বিদ্যোৎসাহী ৰজা আছিল। বিক্ৰমাদিত্যৰ নৱ-ৰত্নৰ দৰে শোভা কৰিছিল দেশবিদেশৰ পণ্ডিতমণ্ডলী আৰু অসমৰ বৈষ্ণৱ

আন্দোলনৰ গুৰি-ধৰোঁতাসকল। কাব্য-জ্যোতিষ-গণিতৰ চৰ্চা হৈছিল নিৰবচ্ছিন্নকৈ। শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, ৰাম-সৰস্বতী আদি বৈষ্ণৱ-গুৰু আৰু সাহিত্যিকৰ উপৰিও অলেখ পণ্ডিতে নৰনাৰায়ণৰ ছত্ৰ-ছায়াত জ্ঞানচৰ্চা কৰিছিল। বিভিন্ন শাস্ত্ৰ ভাঙনিৰ বাবে ৰজাঘৰৰ পৰা সহায় দিয়া হৈছিল—দাস-দাসীৰ উপৰিও বিভিন্ন গ্ৰন্থ।

### মূলা-গাভৰু

অসম বীৰ-প্ৰসবিনী দেশ। অসমীয়া সন্তানৰ মাতৃ-ভূমিৰ বাবে মৃত্যুকো সাবটি ল'ব পৰা বলিষ্ঠ হিয়া আছে। অসম-বুৰঞ্জী এনে বীৰ-বীৰাঙ্গনাৰ কাহিনীৰে উভৈনদী।

মূলা-গাভৰু অসম ইতিহাসৰ এনে এটি প্ৰাতস্মৰণীয় নাম। মূলা-গাভৰুৰ ব্যক্তিত্ব কোমল-কঠিনৰ অপূৰ্ব সমন্বয়েৰে সমুজ্জ্বল। আদৰ্শ পত্নী, অসূৰ্যম্পৰ্শা কোমল কান্তিৰ মূলা-গাভৰুৱে স্বামী-হন্তাৰ প্ৰাণ ল'বলৈ, দেশমাতৃকাৰপৰা আক্ৰমণকাৰীক খেদি পঠাবলৈ হেলাৰঙে ঘোঁড়াত উঠি যুঁজ দিব পাৰে। মূলা-গাভৰু অসমৰ, অসমীয়াৰ গৌৰৱ।

তুৰ্বকৰ অসম আক্ৰমণৰ সময়ত কপিলী-গংগাৰ যুদ্ধত প্ৰাণ আহুতি দিয়া অলেখ বীৰৰ মাজত ফ্ৰাচেনমুং বৰগোহাঁয়ো এজন। এইজনা বৰগোহাঁইৰে ভাৰ্যা হ'ল মূলা-গাভৰু। বৰগোহাঁয়ে যুঁজলৈ যাবৰ সময়ত কবচ কাপোৰ খুজিলে যদিও বিধুতিৰ বাবে মূলা-গাভৰুৱে নিজহাতে কবচ কাপোৰেৰে পিন্ধাই স্বামীক যুঁজলৈ পঠাব নোৱাৰিলে। সেইসময়ৰ লোক-বিশ্বাসমতে গাত কবচ কাপোৰ থাকিলে শত্ৰুৱে একো কৰিব নোৱাৰে। বিনা কবচ কাপোৰে যুদ্ধলৈ যোৱা ফ্ৰাচেনমুঙৰ মৃত্যুবাৰ্তা শুনি মূলা-গাভৰুৱে নিজকে দোষী বুলি ভাবিলে। তেওঁ ধৰি ল'লে যে সময়মতে কবচ কাপোৰ বৈ দিব নোৱৰা বাবেহে গিৰীয়েক মৃত্যুমুখত পৰিল! মূলা-গাভৰুৱে আন দহ-গৰাকী নাৰীৰ দৰে ভাগ্যক ধিয়াই কান্দি নাথাকিল—স্বামীহন্তাৰ তেজেৰে ৰণ-থলী ৰঞ্জিত কৰাৰ দুঃসাহসিক প্ৰতিজ্ঞাৰে যুদ্ধলৈ ওলাল। তেওঁৰ সাহসতে বলিয়ান হৈ আন কেবাগৰাকী নাৰীও ওলাল যুদ্ধক্ষেত্ৰলৈ।

যুদ্ধত মূলা-গাভৰুৰ মৃত্যু হ'ল সঁচা, কিন্তু স্বামীৰ হকে, দেশৰ বাবে বৰঘৰৰ বোৱাৰীয়েও হাতত হেংডান লৈ শত্ৰুৰ মাজত জপিয়াই পৰাৰ যি মহান আদৰ্শ তেওঁ দেখুৱাই থৈ গ'ল আজিও সি চিৰ-অম্লান হৈ আছে।



### লাচিত বৰফুকন

ৰত্ন-প্ৰসৱিনী অসম মাতৃৰ গৰ্ভত যি কেইজনা মহাযোদ্ধাৰ নাম ইতিহাস প্ৰসিদ্ধ সেইসকলৰ ভিতৰত লাচিত বৰফুকনৰ নাম সবাৰো আগত। লাচিত আৰু চিলাৰায়—এই দুজনা বীৰৰ তুলনামূলক বিচাৰ কৰিলেও লাচিত বৰফুকনক শ্ৰেষ্ঠত্বৰ সন্মান দিব লগা হয় বিশেষকৈ যোদ্ধা হিচাপে। যি সময়ত মোগল সাম্ৰাজ্য সামৰিক দিশত অদ্বিতীয় আছিল—তেনে এটি সময়তে লাচিত বৰফুকনৰ নেতৃত্বত অসমীয়া সৈন্যই মোগলক সম্পূৰ্ণভাৱে পৰাস্ত কৰি দেশৰ চাৰি-সীমাৰ পৰা বাজ কৰি খেদি পঠিয়াইছিল।

সম্ৰাট আওৰংজেৱৰ সময়ত মীৰজুমলাই অসম জয় কৰে। সেই সময়ত আহোম সিংহাসনত আছিল জয়ধ্বজ সিংহ। ১৬৬৩ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহত আহোম আৰু মোগলৰ সন্ধি হয়। সন্ধিৰ চৰ্তমতে নামনি অসম মোগলৰ অধীনলৈ যায়। মোগলক তিনি লাখ টকাৰ উপৰিও নব্বৈটা হাতী যুদ্ধৰ খৰচ হিচাপে আৰু প্ৰত্যেক বছৰে একুৰি হাতী কৰ হিচাপে দিবলৈ আহোম ৰজা সন্মত হয়।

জয়ধ্বজ সিংহৰ মৃত্যুৰ পিছত আহোম সিংহাসনত বহে স্বৰ্গদেৱ চক্ৰধ্বজ সিংহ। চক্ৰধ্বজ সিংহই ৰাজপাটত বহিয়েই দেশৰ সমগ্ৰ বিষয়াৰ সভা পাতি ঘোষণা কৰিলে: "মোৰ পুথাও-পুলিনে লোকৰ তলপ হৈ যোৱা নাই। এতিয়া মই লোকৰ তলপ হৈ থাকিব নোৱাৰোঁ। মই স্বৰ্গ মহাৰাজৰ নাতি, বন্দী বঙালক কি ৰূপে কৰ-ভাৰ দিম।"

ইয়াৰ পিছত মোগলৰ বিৰুদ্ধে যুদ্ধৰ প্ৰস্তুতি চলিল তীব্ৰ গতিত—খাদ্য, সৈন্য, খাৰ-বাৰুদ, নাও, হাতী সংগ্ৰহ হ'ল। সেনাপতি নিৰ্বাচিত হ'ল—মোমাই তামুলী বৰবৰুৱাৰ পুতেক লাচিত। সেনাপতি হোৱাৰ আগতে লাচিত ক্ৰমে ঘোঁৰা-বৰুৱা, দুলীয়া বৰবৰুৱা আৰু শিমলুগুৰীয়া ফুকনৰ বাবত আছিল। পিতাক মোমাই তামুলী বৰুৱা আছিল জাহাঙ্গীৰ আৰু ছাহজাহানৰ দিনত হোৱা অসম আক্ৰমণৰ সময়ত আহোম সেনাপতি। পিতৃৰ গৌৰৱময় ঐতিহ্য আৰু বিভিন্ন বিষয়বাবৰ অভিজ্ঞতা—এই দুইটাই লাচিতক দিছিল আত্মপ্ৰত্যয়। ১৬৬৭ খ্ৰীষ্টাব্দৰ বাৰিষাৰ লগে লগে অসম যুদ্ধৰ বাবে সাজু হ'ল আৰু মাত্ৰ দুমাহৰ ভিতৰতে মোগলক খেদি হেৰোৱা ভূমিখণ্ড আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিলে।

এই খবৰ দিল্লী পোৱাৰ লগে লগে আউৰংজেৱ জলি উঠিল আৰু

১৬৬৮ চনৰ ৬ জুন তাৰিখে সম্রাটে ৰামসিংহক অসম দিগ্বিজয় যাত্ৰাৰ সেনাপতি পাতিলে। "ৰামসিংহৰ মূল সৈন্য আছিল ২১ জন ৰাজপুত চৰ্দাৰ তেওঁৰ নিজৰ মাহিনা পোৱা ৪০০০ অশ্বাৰোহী, ১৫০০ আহাদি আচোৱাৰি, আৰু ৫০০ হিলৈদাৰী আৰু বংগৰ সৈন্যৰ সৈতে ৰামসিংহৰ সৈন্যৰ সংখ্যা আছিল ৩০,০০০ পদাতিক, ১৮,০০০ তুৰ্কী ঘোঁড়াত উঠা অশ্বাৰোহী আৰু কোচবেহাৰৰ ১৫০০ তীৰন্দাজ। তেওঁৰ সেনাপতিসকলৰ ভিতৰত আছিল ৰজা ইন্দ্ৰমণি, আঢ়ৈহেজাৰ সৈন্যৰ নায়ক চান্দমন্দখাঁ, আলমখাঁ দুই হেজাৰী, বক্ৰমখা দুই হেজাৰী, দেৱান চৈয়দ গজপখা, এক হেজাৰী কায়মখাঁ, জুলেল বেগ, পৃথু ৰজা, মাণিক ৰজা, আঢ়ৈ হেজাৰ সৈন্যৰ নায়ক বীৰ গজৰপখা বেলদাৰী মিচিৰখাঁ, কিৰাতসিংহ, মিৰখাঁৰ ৰঘুনাথ সিংহ আৰু বৈৰামদেউ চিছোদিয়া।" (ডঃ সূৰ্যকুমাৰ ভূঞা, 'লাচিত বৰফুকন', পৃ. ৩৫ )।

ৰামসিংহৰ নেতৃত্বত অগ্ৰসৰ হোৱা এই বিৰাট সৈন্যবাহিনীৰ কথা গম পাই লাচিত বৰফুকন সচেষ্ট হ'ল। আমিনগাঁৱৰ ওচৰত এটা গড় সজাৰ দায়িত্ব দিলে মোমায়েকক। পূৰ্ণ গতিত কাম চলিল যদিও মাজনিশা পৰিশ্ৰান্ত বনুৱাবোৰ শুই পৰিল। লাচিতে কাম চাবলৈ গৈ হতবুদ্ধি হ'ল। ৰাতি পুওৱাৰ আগতে গড় নোলালে গুৱাহাটী ৰক্ষা কৰা টান। কামত গাফিলতি কৰা বাবে "দেশতকৈ মোমাই ডাঙৰ নহয়" বুলি একে ঘাপে মোমায়েকৰ শিৰচ্ছেদ কৰিলে। মোমায়েকক কটা দেখি বনুৱাবোৰে শোৱাৰ পৰা উঠি ভয়তে একান্তমনে কামত ধৰিলে। ৰাতিৰ ভিতৰতে গড় সম্পূৰ্ণ হ'ল।

যুদ্ধ প্ৰথমতে আৰম্ভ হ'ল সাধাৰণভাৱে। ১৬৬৯ আৰু ১৬৭০ চন এই দুবছৰ ক্ষণিক জয় আৰু পৰাজয় দুয়ো পক্ষৰ বাবে। কিন্তু আলাবৈৰ যুদ্ধত আহোমৰ দুখলগাভাৱে পৰাজয় ঘটিল। অসম-মোগলৰ এই যুদ্ধৰ শেষ পৰিণতি দেখাৰ আগতেই ১৬৭০ চনৰ এপ্ৰিল মাহত স্বৰ্গদেৱ চক্ৰধ্বজ সিংহৰ মৃত্যু হয় আৰু আহোম ৰাজসিংহাসনত বহে উদয়াদিত্য সিংহ। ইতিমধ্যে দিল্লীৰ সম্রাট আউৰংজেৱে ৰামসিংহক কঠোৰ ভাষাৰে কদৰ্থনা কৰি পূৰ্ণভাৱে যুদ্ধ কৰিবলৈ আদেশ দিয়ে।

ৰামসিংহই স্থল পথেদি অসমীয়া সৈন্যক বলে নোৱাৰি জল-যুদ্ধৰ ব্যৱস্থা ললে। লাচিত বৰফুকনৰ তেতিয়া বিছনাৰ পৰা উঠিব নোৱাৰা টান নৰিয়া। কিন্তু যুদ্ধৰ কথা শুনি চিকিৎসকৰ উপদেশকো আওকাণ



কৰি লাচিতে আদেশ দিলে—তেওঁক চাংদোলাকৈ বাহিৰলৈ নিব লাগে। সেইমতে কাম হ'ল। লাচিতে দেখিলে মোগলৰ যুদ্ধ-নাও উজাইছে তীব্ৰ গতিত। লাচিত বৰফুকনে ভীষণ নৰিয়া সত্বেও যুদ্ধ-নাওত জপিয়াই পৰিল আৰু পলাব খোজা অসমীয়া সৈন্য কেইটামানক কাটিলে। এই বাতৰি বিজুলী বেগে অসমীয়া সৈন্যৰ মাজত বিয়পি পৰিল। অসমীয়া সৈন্য আকৌ একগোট হ'ল।

যুদ্ধত মোগল হাৰিল আৰু শত্ৰুসৈন্য ছত্ৰভংগ দিলে। পিছত অসমৰ সৈন্যৰ বিষয়ে ৰামসিংহই যুদ্ধৰ পিছত মন্তব্য কৰিছিল: "প্ৰতিজন অসমীয়া সৈন্য নাও চলোৱা, কাঁড় মৰা, খাৱৈ খন্দা, আৰু হিলৈ কামান মৰা—এই সকলোতেই পাকৈত। এনেদৰে সকলো কামতে পাৰ্গত ৰণুৱাৰ দৃষ্টান্ত ভাৰতবৰ্ষত মই কতো দেখা নাই।"

১৬৭১ খ্ৰীষ্টাব্দৰ এপ্ৰিল মাহত ৰামসিংহ উভতিল পৰাজয়ৰ গ্লানি লৈ। কিন্তু ৰামসিংহই বীৰত্বৰ প্ৰশংসা কৰিব জানে। তেওঁ লাচিতৰ বিষয়ে মন্তব্য দিছিল: "বৰ নবাব লাচিত বৰফুকন সামান্য বীৰ নহয়। যন্ত্ৰাকৃতি গড়। মই একো ঠাইত ছিদ্ৰ নেপালোঁ।"

শৰাইঘাটৰ যুদ্ধৰ সময়তে উঠা জ্বৰত লাচিত ভাগি পৰিছিল। নৰিয়া গাৰে যুদ্ধ কৰাত সি ভীষণ ৰূপ ললে আৰু যুদ্ধৰ পিছতেই লাচিত বৰফুকনৰ মৃত্যু হয়।

### জয়মতী

আহোম ৰাজসিংহাসনত উঠিয়েই ল'ৰা-ৰজাই নিজৰ ৰাজত্ব আভ্যন্তৰীণ বিপদৰপৰা নিষ্কণ্টক কৰিবলৈ আহোম কোঁৱৰ পালেই অঙ্গ ক্ষত কৰাইছিল। আহোম ৰাজনীতিমতে অংগ ক্ষত থকা কোঁৱৰ সিংহাসনত বহিব নোৱাৰিছিল। ল'ৰা-ৰজাৰ এনে অত্যাচাৰ দেখি গদাপাণিৰ স্ত্ৰী জয়মতীয়ে গদাপাণিক পলাই থাকিবলৈ উপদেশ দিলে।

ৰাজদূতে গদাপাণিক নেপাই জয়মতীক বান্ধি লৈ গ'ল। বহু প্ৰশ্ন সোধা সত্বেও জয়মতীৰ মুখৰ মাত উলিয়াব নোৱাৰিলে। ৰজাই আদেশ দিলে—চূড়ান্ত শাস্তি দি হ'লেও জয়মতীৰপৰা গদাপাণিৰ খবৰ উলিয়াব লাগে। জয়মতীক লৈ যোৱা হ'ল জেৰেঙা পথাৰলৈ। জয়মতীক দিয়া শাস্তিবোৰ আজিৰ যুগত কল্পনাও কৰা টান। তপত লোৰ শলাৰে গাত

দাগ দি কলাখাৰ ঢালি দিছিল, সমগ্ৰ গাত আমৰলি পৰুৱা মেলি দিছিল, নাভিত কুমটি মেলি দিছিল, ইত্যাদি। মধ্যযুগৰ জঘন্য শাস্তিবোৰৰ এটাও বাদ নপৰিল। জয়মতী নিৰ্বিকাৰ—মুখৰপৰা এটাও শব্দ উলিয়াব নোৱাৰিলে। একুৰি এদিন এনেদৰে শাস্তি পোৱাৰ পিছত জয়মতীয়ে চিৰদিনৰ বাবে চকু মুদিলে।

স্বামীৰ আৰু দেশৰ মঙ্গলৰ বাবে নিষ্ঠুৰ ৰজাৰ পৈশাচিক শাস্তিকো হাঁহি মুখে বৰণ কৰা সতী নাৰী জয়মতীৰ লগত ৰিজাবপৰা অন্য নাৰী—সমগ্ৰ বিশ্ব-ইতিহাসতে দ্বিতীয় এগৰাকী নাই।

### ৰুদ্ৰসিংহ

গদাধৰ সিংহৰ পুত্ৰ লাইকোঁৱৰে সিংহাসনত উঠি হিন্দুমতে ৰুদ্ৰসিংহ আৰু আহোমমতে চুখ্ৰুংফা নাম ললে ১৬১৭ শকৰ ১৪ ফাগুনত। ছ শ বছৰীয়া আহোম ৰাজত্বত কেবাজনো গুণী-জ্ঞানী ৰজাৰ নাম আছে—সেই সকলৰ ভিতৰত নিঃসন্দেহে ৰুদ্ৰসিংহৰ স্থান সবাৰো আগত।

ৰুদ্ৰসিংহৰ ৰাজত্বকালত (১৬৯৬-১৭১৪ খ্ৰীষ্টাব্দ) দেশত কোনো ধৰণৰ গোলমাল নোহোৱাৰ বাবে দেশৰ উন্নতিৰ ক্ষেত্ৰত সৰ্ব-শক্তি নিয়োজিত কৰিবলৈ সুচল হৈছিল। ৰজা হৈয়ে তেওঁ মহন্তসকলক মাজুলীত স্থাপন কৰিলে। মেটেকা নামৰ ঠাইক ৰংপুৰ নাম দি নতুনকৈ নগৰ সাজে আৰু আজিও ভ্ৰমণকাৰীক বিস্ময়াভিভূত কৰা বিখ্যাত তলাতল ঘৰ বঙ্গদেশৰ ঘনশ্যাম নামে মিস্ত্ৰী এজনৰ হতুৱাই নিৰ্মাণ কৰায়। জয়সাগৰৰ দ'ল আৰু পুখুৰী, নামডাং আৰু ডিমৌৰ শিল-সাঁকো আৰু কেবাটাও আলি এইজনা ৰজাৰ দিনতে নিৰ্মিত হয়।

প্ৰজা-হিতকৰ কামৰ উপৰিও ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ নাম অসমৰ সাংস্কৃতিক জীৱনৰ সৈতে উল্লেখনীয়ভাৱে বিজড়িত। পশ্চিম দেশৰ পৰা অলেখ কমাৰ, কঁহাৰ, সোণাৰী, দৰ্জী আদি শিল্পকাৰ শ্ৰেণীৰ লোক অসমলৈ অনায় এইজনা স্বৰ্গদেৱে। গীত আৰু নৃত্যত পটু বহু শিল্পীক হিন্দুস্থানৰ পৰা অনাই আমাৰ দেশত সংস্থাপিত কৰায়। আনকি বাদ্য-যন্ত্ৰ শিকিবৰ বাবে অসমীয়া মানুহক দিল্লীলৈ পঠাইছিল। ১৬১৭ শকতে চলোৱা এনে প্ৰচেষ্টা ভাবিব নোৱাৰা কথা। এইবোৰৰ উপৰিও ভাটীৰপৰা বহু পণ্ডিত ব্ৰাহ্মণক অসমলৈ অনাইছিল। "হাতীৰ যুদ্ধ আৰু চৰাইৰ যুদ্ধ, মালৰ আৰু আন আন অনেক ন ন বিদ্যা এই দেশত এইজনা ৰজাই চলালে।" (আসাম বুৰঞ্জী—পৃষ্ঠা-৯৩)। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ প্ৰচেষ্টাতে অসমত সংস্কৃত চৰ্চ্চাৰ পৰিসৰ ব্যাপক হয় আৰু হিন্দুধৰ্মৰ প্ৰাধান্য আকৌ এবাৰ 'স্বে মহিম্নি' ৰূপত দেখা দিয়ে।



মহাৰাজ ৰুদ্ৰসিংহ মাথোন এনেবোৰ কামতে ব্যস্ত নাছিল। বঙ্গদেশ জয় কৰাৰ অভিপ্ৰায়েৰে বিৰাট সামৰিক প্ৰস্তুতি চলাইছিল। কছাৰী আৰু জয়ন্তীয়া ৰজাক কৰতলীয়া কৰাৰ পিছত মৰাং, বাণ-বিষ্ণুপুৰ, নদীয়া, কোচবেহাৰ, বৰনগৰ আদিৰ ৰজাৰ সৈতে মিত্ৰতা কৰি ত্ৰিপুৰাৰ ৰজাকো সন্মত কৰাইছিল এই যুদ্ধ-যাত্ৰাত সহায় কৰাৰ বাবে। নিজৰ দেশৰ আৰু লগতে নিজৰো যশস্যা বঙ্গদেশত আগতীয়াকৈ প্ৰচাৰ কৰাৰ বাবে তেওঁ পৰোক্ষ উপায় কিছু অৱলম্বন কৰিছিল।

১৭১৪ চনত সকলো প্ৰস্তুতি সম্পূৰ্ণ হ'ল। ৪০০,০০০ সৈন্য গোট খালে যদিও তাৰে ১৬,০০০ সৈন্য উপযুক্ত নহ'ব বুলি ওভোতাই পঠোৱা হ'ল। ১৭১৪ চনৰে নবেম্বৰ মাহত বঙ্গদেশ আক্ৰমণ কৰা স্থিৰ হ'ল। আগতীয়াকৈ সৰু দল এটিও পঠোৱা হ'ল কান্দাহাৰ চকীলৈ—উদ্দেশ্য চাউনী পতা। কিন্তু আগষ্ট মাহৰ ২৭ তাৰিখৰ দিনা সমগ্ৰ প্ৰস্তুতি ব্যৰ্থ কৰি ৰুদ্ৰসিংহ স্বৰ্গদেৱে নশ্বৰ দেহ ত্যাগ কৰিলে। শিক্ষা-দীক্ষা, সংস্কৃতি, প্ৰজাহিতকৰ কাৰ্য—সমগ্ৰ দিশতে অসমৰ সৰ্বাংগীন উন্নতিৰ প্ৰচেষ্টা কৰা স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ নাম অসম ইতিহাসত সোণালী আখৰেৰে লিখা থাকিব।

## গ. ধৰ্মগুৰুসকল

অধ্যাপক **শ্ৰীৰমেশ পাঠক**

### শ্ৰীশংকৰদেৱ

যিগৰাকী মহাপুৰুষে শতধা বিচ্ছিন্ন অসমীয়া জাতিটোক এক উচ্চ আধ্যাত্মিক চিন্তাৰে সঞ্জীৱিত কৰাই বিশ্ব-ভ্ৰাতৃত্বৰ উজ্জ্বল স্বপ্ন দেখুৱাবলৈ সক্ষম হৈছিল; ধৰ্মৰ গ্লানিয়ে ছানি পেলোৱা সমাজত 'কঃ পন্থা' বুলি খেপিয়াই ফুৰা জাতি এটাক প্ৰকৃত পথৰ সন্ধান দি সাময়িকভাৱেই নহয় চিৰন্তন কাললৈ স্থিৰ আলোক দিবলৈ সক্ষম হৈছিল; জাতিভেদৰ

বিকৃত বীভৎস চিন্তা-কৰ্দমৰ পৰা আঁতৰাই "কুকুৰ গৰ্দভ শৃগালৰো আত্মাৰাম" বুলি সচ্চিদানন্দ সনাতন বিশুদ্ধ মাৰ্গৰ সন্ধান দি, প্ৰত্যক্ষ কৰাই, সাত জাতি মাৰি একেখন পাত কৰাৰ মহান, উদাৰ স্বপ্ন দেখুৱাবলৈ সক্ষম হৈছিল ; সাহিত্য-সংস্কৃতি ধৰ্মেৰে অসমীৰ মেঘাচ্ছন্ন আকাশ মুক্ত, ফৰকাল কৰাই বৃহত্তৰ অসমীয়া জাতিক জাতীয় দুৰ্যোগৰ সময়তো 'নিবাত-নিষ্কম্প-ইব-প্ৰদীপ'ৰ দৰে, স্থিৰতা দান কৰিবলৈ সক্ষম হৈছিল, সেইজনা ধৰ্ম-গুৰু, সংস্কৃতি-গুৰু, সাহিত্যিক, নৰ্তক, বায়ন, অভিনেতা, চিত্ৰ-শিল্পী, গায়ক, জাতি-নিৰ্মাতা – এক কথাত 'সৰ্ব-গুণাকৰ যাকেৰি নাহিকে উপাম' শ্ৰীমন্ত শংকৰদেৱৰ জন্ম হয় ১৩৭১ শকৰ ( ১৪৪৯ খ্ৰীষ্টাব্দ ) আহিন মাহত নগাঁৱৰ আলিপুখুৰী নামে ঠাইত। তেওঁৰ পিতৃৰ নাম কুসুম্বৰ আৰু মাতৃৰ নাম সত্যসন্ধা।

শংকৰদেৱৰ শিক্ষা-জীৱন আৰম্ভ হয় বাৰ-বছৰ বয়সত। সীমিত সময়ৰ ভিতৰতে ছাত্ৰ শংকৰে সমগ্ৰ শাস্ত্ৰ পঢ়ি শেষ কৰে আৰু সৰ্বভাৰতীয় চিন্তা-ধ্যান-দৰ্শনত সম্যক ব্যুৎপত্তি লাভ কৰে।

### প্ৰথম বিবাহ—তীৰ্থযাত্ৰা—নামধৰ্ম প্ৰচাৰ

আনুষ্ঠানিক শিক্ষা সমাপ্ত কৰি শংকৰদেৱে সূৰ্যৱতী আইদেউক বিয়া কৰায় ১৪৭০ চনত অৰ্থাৎ ২১ বছৰ বয়সত। পিতৃৰ বিষয়বাব শিৰোমণি ভূঞাৰ দায়িত্বও ল'ব লগা হয় এই সময়তে। দুয়োৰে যুগ্ম জীৱনৰ স্বাক্ষৰ মনুক পৃথিৱীত এৰি সূৰ্যৱতী পৰলোকলৈ যোৱাত শংকৰদেৱৰ চিন্তালৈ সূক্ষ্ম পৰিবৰ্তন আহিল। মনুক বিয়া দি শংকৰদেৱ ওলাল তীৰ্থ-ভ্ৰমণত। বাৰ বছৰ বিয়পা এই তীৰ্থ-ভ্ৰমণে শংকৰদেৱৰ জীৱনলৈ সম্পূৰ্ণ পৰিবৰ্তন আনিলে।

শংকৰদেৱে দ্বিতীয়বাৰ বিয়া কৰাইছিল। কিন্তু বিষয়-বাসনাই তেৰাক কোনো দিনে আৱদ্ধ কৰি ৰাখিব পৰা নাছিল। প্ৰথমতে কীৰ্তনঘৰ এটিৰে ধৰ্মীয় চিন্তা ব্যক্ত কৰা শংকৰদেৱে পিছত সৰ্বজনৰ, সৰ্ব-কালৰ বাবে উদাৰ ধৰ্ম এটি দিলে—মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম।

### শংকৰদেৱৰ ধৰমৰ নাও

কছাৰী ৰজাৰ সৈতে সম্পত্তি সম্পৰ্কীয় কথাত বিৰোধ হোৱাত শংকৰদেৱে বৰদোৱা ত্যাগ কৰি ভলুকাগুৰিলৈ যায়—তাৰ পিছত



কোমোৱাকুটা, গাংমৌ, ধুৱাহাটা। ধুৱাহাটাতেই অসমীয়া সাহিত্য-সংস্কৃতি-ধৰ্মলৈ যুগান্তৰ অনা বৈষ্ণৱ ধৰ্মৰ অপূৰ্ব মণি-কাঞ্চন সংযোগ ঘটে। শ্ৰীশংকৰ-মাধৱদেৱৰ মিলন হয়। শ্ৰীশংকৰদেৱৰ চিন্তাক নুইতৰ গতি দিলে মাধৱদেৱে। ধুৱাহাট ভক্তি-ধৰ্মৰ কেন্দ্ৰ হৈ পৰিল।

শংকৰদেৱ-বিৰোধীবোৰে আহোম ৰজাত শংকৰদেৱৰ বিৰুদ্ধে লগালে। শংকৰদেৱে আহোম ৰাজ্য ত্যাগ কৰি নামনিৰ কাপলাবাৰি, চূণ-পৰা, কমাৰকুছি, তাতিকুছি আদিত কিছুদিনকৈ থাকি পাটবাউসীত থিতাপি লয়। চূণ-পৰাত নাৰায়ণ দাস ঠাকুৰ আতা আৰু পাটবাউসীত দামোদৰদেৱ আৰু হৰিদেৱে শংকৰদেৱৰ মতাদৰ্শ গ্ৰহণ কৰে।

পাটবাউসীত থকা কাল-ছোৱাতেই ১৫৫০ খ্ৰীষ্টাব্দত ছয় কুৰি শিষ্যৰে সৈতে শংকৰদেৱে দ্বিতীয়বাৰৰ বাবে তীৰ্থ-যাত্ৰা কৰে। এই সময়তে শংকৰ-বিৰোধীবোৰে তেওঁৰ বিৰুদ্ধে কোচৰজা নৰনাৰায়ণত লগায়। ৰজাৰ সন্মুখত শংকৰদেৱ আৰু শংকৰ-বিৰোধীবোৰৰ যুক্তি-তৰ্কৰ যুদ্ধ চলে আৰু শংকৰদেৱে ভাৰতীয় শাস্ত্ৰৰ অখণ্ডনীয় যুক্তিৰে প্ৰতিপক্ষক পৰাভূত কৰে। এই ঘটনাৰ ফলত ৰজা-ঘৰত শংকৰদেৱৰ প্ৰভাৱ বৰ্দ্ধিত হয়। ৰজা নৰনাৰায়ণে শিষ্যত্ব গ্ৰহণ কৰিব খোজাত শংকৰদেৱে আদৰ্শগত কাৰণত ( শংকৰদেৱে ৰজাক ধৰ্ম নিদিছিল ) ৰজাক শৰণ দিবলৈ অস্বীকাৰ কৰে। পৃথিৱীৰ ইতিহাসত এনে উদাহৰণ বিৰল।

এইদৰে বিভিন্ন ঠাইত ধৰ্ম-প্ৰচাৰ কৰি প্ৰায় ছয় কুৰি বছৰ বয়সত শংকৰদেৱে নৰ-নাট সামৰি বৈকুণ্ঠী হয়।

### শংকৰদেৱৰ সাহিত্যিক অৱদান :

শ্ৰীমন্ত শংকৰদেৱ ধৰ্ম-গুৰু হিচাপেই নহয়—সাহিত্যিক হিচাপেও অনন্য—একক—অপ্ৰতিদ্বন্দ্বী নায়ক। কাব্য-গীত-নাট আদি সাহিত্যৰ প্ৰায়বোৰ শাখাতে তেওঁৰ অনিন্দ্যসুন্দৰ সৃষ্টি আছে। ভাগৱতৰ কেবাটাও স্কন্ধ আৰু ৰামায়ণৰ উত্তৰাকাণ্ডৰ ভাঙনিৰ উপৰিও হৰিশ্চন্দ্ৰ উপাখ্যান, ৰুক্মিণীহৰণ, কুৰুক্ষেত্ৰ আদি কাব্য ; কীৰ্তন, গুণমালা আদি নাম-প্ৰসংগমূলক গ্ৰন্থ ; ভক্তিপ্ৰদীপ, ভক্তি ৰত্নাকৰ আদি ধৰ্ম-তত্ত্বমূলক গ্ৰন্থ ; কালিয়দমন, কেলি-গোপাল, ৰুক্মিণীহৰণ, পাৰিজাতহৰণ আদি নাটক তেওঁ ৰচনা কৰে। ইয়াৰ লগত ভালেমান বৰগীত, ভটিমা আছেই। শংকৰদেৱৰ সমগ্ৰ ৰচনাৱলীৰ

একেটাই মাথোন উদ্দেশ্য—শ্ৰীকৃষ্ণৰ ঐশ্বৰিক চৰিত্ৰ আৰু পুৰুষত্ব প্ৰচাৰ। দৃশ্যপট ব্যৱহাৰ কৰি নাট অভিযোজনা কৰা সৰ্ব ভাৰতৰ প্ৰথম ব্যক্তি বোধহয় শংকৰদেৱেই। "বহু দেৱতাৰ মাজত প্ৰধান দেৱতাৰ সন্ধান দান, বহু সত্যৰ ভিতৰত সনাতন সত্যৰ উপলব্ধিৰ প্ৰতি আমাৰ সামাজিক চৈতন্যৰ জাগৰণ, বাহ্যিক অনুষ্ঠানৰ ঠাইত বিশুদ্ধ অন্তৰক আধ্যাত্মিক উপলব্ধিৰ প্ৰধান লীলা বুলি ডাঠকৈ প্ৰতিপাদন, সামাজিক শ্ৰেণী বন্ধৰ ব্যৱধান অপসাৰণ—অসমীয়ালৈ শংকৰদেৱৰ চতুৰংগ অবদান।" ( ডঃ কাকতি )

**সত্ৰ-নামঘৰ-ধৰ্ম-সাহিত্য ঃ অসমীয়ালৈ চাৰিবস্তু ঃ**

ধৰ্ম আৰু সাহিত্যৰ জৰিয়তে সৰ্বভাৰতীয় জীৱনপ্ৰবাহৰ লগত অসমীয়া সমাজক নিবিড়ভাৱে যুক্ত কৰি দূৰ-দৃষ্টিসম্পন্ন শংকৰদেৱে নিজৰ প্ৰচাৰিত ধৰ্মমতত যাতে বিকৃতি নঘটে, সংকুচিত হোৱাৰ পৰিবৰ্তে যাতে বিস্তৃতি লাভ কৰে, তাৰবাবে দুবিধ অনুষ্ঠানৰ গঢ় দিছিল—সত্ৰ আৰু নামঘৰ। মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ দৰেই সত্ৰ আৰু নামঘৰ অসমীয়া সমাজলৈ মহাপুৰুষজনাৰ অনিন্দ্যসুন্দৰ অৱদান। অসমীয়া সংস্কৃতিৰ আজিও স্নায়ুকেন্দ্ৰ হ'ল—সত্ৰ আৰু নামঘৰ।

**জাতিৰ জনক শ্ৰীমন্ত শংকৰদেৱ ঃ**

অসমৰ সাংস্কৃতিক জীৱনত, ধৰ্মীয় জীৱনত বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ অসীম। বহুতে শ্ৰীমন্ত শংকৰদেৱক অকল ধৰ্ম-গুৰু বুলিয়েই ভাবে। কিন্তু শংকৰদেৱক অকল ধৰ্ম-গুৰু বুলি ক'লে তেওঁৰ প্ৰতি অন্যায় কৰা হয়; অসীম প্ৰতিভাক সীমিত পৰিসৰত বান্ধি ৰখা হয়। শংকৰদেৱ প্ৰকৃততে আছিল জাতি-নিৰ্মাতাহে। অসমীয়া জাতি নিৰ্মাণৰ ক্ষেত্ৰত—আধ্যাত্মিক উন্নতিৰ বাবে, একতাৰ ডোলেৰে বান্ধিবলৈ, তেওঁ আশ্ৰয় লৈছিল ধৰ্ম, সাহিত্য, সত্ৰ আৰু নামঘৰৰ। মূল উদ্দেশ্য আছিল অসমীয়া জাতিক আধ্যাত্মিক, সাংস্কৃতিক জীৱনত বিশালতা আৰু গভীৰতা দান কৰি এটা শ্ৰেষ্ঠ জাতিত পৰিণত কৰা। এই দৃষ্টিৰে চালে—শংকৰদেৱ অকল ধৰ্ম-গুৰুৱে নহয়; সাংস্কৃতিক জীৱনৰো গুৰু—জাতি নিৰ্মাতা—প্ৰকৃত অৰ্থত জাতিৰ জনক।



**মাধৱদেৱ**

সাহিত্যিক, পণ্ডিত আৰু সংগঠক হিচাপে অসামান্য প্ৰতিভাৰ গৰাকী হৈও বৃহত্তৰ জাতীয় স্বাৰ্থত নিজকে শ্ৰীমন্ত শংকৰদেৱৰ ওচৰত একান্তভাৱে বিলীন কৰি দিয়া সু-গায়ক, প্ৰত্যুৎপন্নমতিসম্পন্ন মাধৱদেৱৰ জন্ম হয় ১৪৮৯ খ্ৰীষ্টাব্দত উত্তৰ লক্ষীমপুৰৰ নাৰায়নপুৰ অঞ্চলত। তেওঁৰ পিতৃৰ নাম গোবিন্দগিৰী আৰু মাতৃৰ নাম মনোৰমা।

**শংকৰ-মাধৱৰ মিলন ঃ**

শাস্ত্ৰত অগাধ পণ্ডিত মাধৱদেৱ আগেয়ে ঘোৰ শাক্ত আছিল। বাণ্ডুকাৰ পৰা উজাই আহোঁতে বাটতে মাকৰ টান বেমাৰ বুলি শুনি, মাকৰ আৰোগ্য কামনা কৰি মাধৱদেৱে গোসাঁনীলৈ এহাল পঠা ছাগলী আগবঢ়াবলৈ সংকল্প কৰে। ঘৰ পাই মাধৱদেৱে দেখিলে, মাক ইতিমধ্যে সম্পূৰ্ণ সুস্থ হৈ উঠিছে। সংকল্পমতে বলিৰ ছাগলী আনিবলৈ ভনীজোঁৱায়েক ৰামদাসক ( গয়াপাণি ) দায়িত্ব দিলে যদিও শংকৰদেৱ-ভক্ত ৰামদাসে ছাগলী নানিলে। এই কথাকে কেন্দ্ৰ কৰি শাক্ত পণ্ডিত মাধৱদেৱে যুক্তি-তৰ্কেৰে শংকৰদেৱক পৰাস্ত কৰাৰ মানসেৰে ধুৱাহাটাত শংকৰদেৱৰ সন্মুখীন হয়। দুয়ো শাস্ত্ৰজ্ঞ পণ্ডিত—অদ্ভুত অখণ্ডনীয় যুক্তি দুয়ো পক্ষৰ। শেষত শক্তিতকৈ ভক্তি ডাঙৰ বুলি প্ৰমাণিত হ'ল। মাধৱদেৱে শংকৰদেৱৰ শিষ্যত্ব গ্ৰহণ কৰিলে।

**মাধৱদেৱৰ গুৰুভক্তি ঃ চিৰন্তন আদৰ্শ**

শ্ৰীমন্ত শংকৰদেৱৰ শিষ্যত্ব গ্ৰহণ কৰাৰ পিছৰে পৰা মাধৱদেৱ শংকৰৰ ছায়া হৈ পৰিল। নিজৰ সমগ্ৰ পাণ্ডিত্য-প্ৰতিভা গুৰুজনাৰ আদৰ্শত বিলীন কৰি দিয়ে। গুৰু-চৰিতবোৰত এনে বহু কাহিনী আছে যিবোৰ শুনিলে বিস্ময়-বিমুগ্ধ হ'ব লাগে ঃ তেওঁ দিনৌ গুৰুজনাৰ ঘৰলৈ আহি গুৰুক স্নানৰ সম্ভাৰ দিয়াৰ পৰা ভোজনৰ কাহী-পীৰা দিয়ালৈকে সকলো কৰিছিল; কিন্তু মাধৱদেৱৰ এই গুৰুভক্তি অন্ধৰ ভক্তি নহয়। বহুসময়ত গুৰুজনাৰ ভুল তেওঁ বিনম্ৰভাৱে জনাইছিল আৰু শংকৰদেৱেও তাক স্বীকাৰ কৰি শুধৰাই লৈছিল।

**শংকৰদেৱৰ উত্তৰাধিকাৰী মাধৱদেৱ ঃ**

শ্ৰীমন্ত শংকৰদেৱে মৃত্যুৰ আগে আগে মাধৱদেৱক ধৰ্মাধিকাৰ পাতি থৈ যায়। মাধৱদেৱেও গুৰুৰ দায়িত্ব যথা-সম্ভৱ পালন কৰি ১৫৫১

শকত ইহ-লীলা সম্বৰণ কৰে। মাধৱদেৱৰ দিনতে কোচবেহাৰৰ ৰজাই মহাপুৰুষীয়া ধৰ্মক ৰাজধৰ্মৰ মৰ্যাদা দিয়ে। সত্ৰসমূহত চলা চৈধ্য প্ৰসংগৰ প্ৰবৰ্তক হ'ল শ্ৰীমাধৱদেৱ।

**মাধৱদেৱৰ সাহিত্য কীৰ্তি ঃ**

ধৰ্মীয় ক্ষেত্ৰৰ দৰে সাহিত্যতো মাধৱদেৱে গুৰুজনাৰ আদেশলৈ বাট চাইছিল। মাধৱদেৱৰ সৰহভাগ ৰচনাই গুৰুৰ আদেশত লিখা। নাম-ঘোষা, ভক্তি-ৰত্নাৱলী, জন্ম-ৰহস্য, নাম-মালিকা, আদি-কাণ্ড ৰামায়ণ, চোৰ-ধৰা, অৰ্জুন-ভঞ্জন, পিপৰা-গুচোৱা, ভোজন-ব্যৱহাৰ আদি তেখেতৰ যুগজয়ী ৰচনা। ইয়াৰ উপৰিও সুকণ্ঠী গায়ক মাধৱদেৱে ৰচনা কৰিছিল অলেখ বৰগীত। অসমৰ প্ৰতিজন সাহিত্য-সমালোচকেই মাধৱদেৱৰ ৰচনাৰ ভূয়সী প্ৰশংসা কৰিছে। নাম-ঘোষাৰ বিষয়ে ডঃ বাণীকান্ত কাকতিয়ে কৰা মন্তব্য দাঙি ধৰাৰ লোভ সামৰিব নোৱাৰিলোঁ ঃ "নাম-ঘোষাই অসমীয়া জাতীয় সাহিত্যত গীতা-উপনিষদ আদিৰ ঠাই অধিকাৰ কৰি আছে। একশৰণ ধৰ্মৰ মাহাত্ম্য-প্ৰতিষ্ঠাৰ গ্ৰন্থ নামঘোষাত বাজে অসমীয়া ভাষাত আৰু দ্বিতীয় নাই।" (পুৰনি অসমীয়া সাহিত্য—পৃষ্ঠা-৮০)। মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ চাৰিখন ধৰ্ম-গ্ৰন্থৰ দুখন শংকৰদেৱৰ আৰু বাকী দুখন মাধৱদেৱৰ। মাধৱদেৱৰ সেই গ্ৰন্থ দুখনিৰ নাম নাম-ঘোষা আৰু ভক্তি-ৰত্নাৱলী।

### দামোদৰদেৱ

অসমৰ চাৰি গৰাকী ধৰ্ম-গুৰুৰ ভিতৰত দামোদৰদেৱ অন্যতম। এইগৰাকী ধৰ্ম-গুৰুৰ জন্ম হয় বৰদোৱাৰ ওচৰৰ নলচা গাঁৱত (১৪৮৮ খ্ৰীঃ)। দামোদৰদেৱৰ পিতৃৰ নাম সদানন্দ আৰু মাতৃৰ নাম সুশীলাদেৱী।

ডেকাকালত দামোদৰদেৱ ভটীয়াই আহি হাজোত কিছুদিন থিতাপি লয়। তাতে দামোদৰদেৱৰ জীৱনত দুটা উল্লেখনীয় ঘটনা ঘটে। প্ৰথম এজন সিদ্ধ সন্ন্যাসীৰ সান্নিধ্য-লাভ (যিজনক দামোদৰ ভক্তসকলে ছদ্মবেশী নাৰদ বুলি ভাৱে আৰু ধৰ্মৰ গুপুত সন্ধান দিয়া বুলি বিশ্বাস কৰে) আৰু দ্বিতীয় দামোদৰদেৱৰ তীৰ্থ-ভ্ৰমণ।

কিছুমান চৰিত পুথিৰ মতে দামোদৰদেৱৰ লগত শংকৰদেৱৰ প্ৰথম সাক্ষাৎ ঘটে পাটবাউসীতহে। তীৰ্থ-ভ্ৰমণৰ পৰা প্ৰত্যাৱৰ্তনৰ পিছত



দামোদৰদেৱ ব্যাসকুছিত থাকিবলৈ লৈছিল। পাটবাউসীত প্ৰথম সাক্ষাৎ হোৱাৰ পিছতেই শঙ্কৰদেৱে দামোদৰদেৱক আঁকোৱালি লয়।

মহাপুৰুষ দামোদৰদেৱে বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ অৰ্থে অসমত বহুতো সত্ৰ স্থাপন কৰাৰ উপৰিও সত্ৰৰ প্ৰসংগৰ কিছু সালসলনি ঘটায়। দামোদৰদেৱৰ আদেশতেই প্ৰিয় শিষ্য ভট্টদেৱে 'কথা-ভাগৱত' আৰু 'কথা-গীতা' ৰচি অসমীয়া গদ্য-সাহিত্যৰ ভেটি সুদৃঢ় কৰে। বৈষ্ণৱ ধৰ্মৰ শ্ৰেষ্ঠতা প্ৰমাণৰ বাবে দামোদৰদেৱো ৰজাঘৰত উপস্থিত হ'ব লগা হৈছিল। এইদৰে ধৰ্ম-প্ৰচাৰ কৰি ১৫৯৮ খ্ৰীষ্টাব্দত দামোদৰদেৱে ইহলীলা সম্বৰণ কৰে।

### হৰিদেৱ

১৩৪৮ শকৰ (১৪৯৩ খ্ৰীষ্টাব্দ) ভাদ মাহৰ শুক্লা পঞ্চমী তিথিৰ দিনা মহাপুৰুষ হৰিদেৱৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম অজনাভ আৰু মাতৃৰ নাম পাৰিজাতী। অজনাভ শাস্ত্ৰজ্ঞ পণ্ডিত আছিল। হৰিদেৱক অজনাভেই শিক্ষা দিছিল। অজনাভৰ চিতাজুইত মাক পাৰিজাতীয়েও সতী যোৱাত সৰু ভনীয়েকজনীৰে সৈতে হৰিদেৱ কিংকৰ্তব্যবিমূঢ় হৈ পৰিল। এনে সময়তে আহোম ৰজাৰ কোপ-দৃষ্টি হৰিদেৱৰ ওপৰত পৰাত তেখেতে উজনি ত্যাগ কৰি হাজো পায়হি।

তাৰ পিছত হৰিদেৱ তীৰ্থ-যাত্ৰাত ওলায় আৰু ভক্তসকলৰ মতে কাশীত শাস্ত্ৰ অধ্যয়ন কৰে। তীৰ্থ-যাত্ৰাৰ পৰা ঘূৰি আহি বহৰিত হৰিদেৱে থাকিবলৈ লয়। হৰিদেৱে বহৰিত সত্ৰ স্থাপন কৰি ভাগৱতী ধৰ্ম প্ৰচাৰ কৰিবলৈ ধৰে। বহৰি সত্ৰত থকা কালতেই হৰিদেৱে তিলোত্তমা আইদেউক বিয়া কৰায়। বহৰিৰ উপৰিও হৰিদেৱৰ আজ্ঞাত কেবাখনো সত্ৰ অসমত স্থাপিত হয়।

### আজান পীৰ

যিসকল ধৰ্মপ্ৰাণ মুছলমানে ইছলাম ধৰ্মৰ বাণী সহজ-সৰল ভাষাত জনসাধাৰণৰ মাজত বিলাইছিল, সেইসকলৰ ভিতৰত আজান পীৰৰ নাম প্ৰথমতে ল'ব লাগিব। আজান পীৰৰ নামত অলেখ জিকিৰ (আৰবী জিক্ৰ—স্মৰণ কৰা, প্ৰাৰ্থনা কৰা, আল্লাৰ গুণাৱলী কীৰ্তন কৰা) গীত চলি আছে। জিকিৰৰ ৰচনাকাল শুদ্ধভাৱে স্থিৰ কৰিব পাৰিলেই আজান

পীৰৰ সময়ো নিৰ্ণয় কৰিব পৰা যায়। কিন্তু জিকিৰবোৰত উল্লেখ থকা চন-তাৰিখৰ মিল নথকাত সমস্যাৰ সৃষ্টি হৈছে। দুটি মান উদাহৰণ দিয়া হ'ল—

(১) দহ শ দুকুৰি নবী চন হিজিৰি আৰু পাচে বছৰ যায়।

(২) এঘাৰ শ দুকুৰি নবী চন হিজিৰি আৰু পাচে বছৰ যায়।

(৩) দুশ দুকুৰি নবী চন হিজিৰি আকৌ পাচে বছৰ যায়।

ওপৰৰ উক্তিসমূহৰ ভিতৰত ২৪৫ হিজিৰি ( অষ্টম-নৱম শতিকা ) মুঠেই বিশ্বাসযোগ্য নহয়। অধ্যাপক চৈয়দ আব্দুল মালিকে আজান ফকিৰৰ বংশাৱলী, ঐতিহাসিক ঘটনাৱলী আদি বিভিন্ন দিশ সূক্ষ্মভাৱে চালি-জাৰি চাই মন্তব্য কৰিছে : "মুঠতে যদি আজান চাহেব ১৬৩৫ চন মানৰ পৰা ১৬৯০ চন মানলৈকে অসমত আছিল বুলি ধৰা হয়, তেনেহলে জিকিৰত উল্লেখ কৰা 'দহ শ বাৰহ হিজিৰি ( ১৬৫১ চন ) আৰু ১৬৮৬ চনত চকু কঢ়োৱাৰ কথা সঁচা বুলি সাব্যস্ত হয়। "আমিও ভাবোঁ, জিকিৰবোৰ মুখে মুখে বাগৰি আহোঁতে 'দহ শ দুকুৰি'ৰ ঠাইত 'দুশ দুকুৰি' হোৱা একো অসম্ভৱ কথা নহয়। হাতে লিখা অসম বুৰঞ্জী মতেও ৰূপাই দা ধৰাই আজান ফকীৰৰ চকু কাঢ়ে ১৬০৮ শকত।

আজান ফকীৰৰ অন্য নাম শ্বাহ-মিলন। চাহ মিলন পূৰ্বতে অসমৰ লোক নাছিল বুলি বহুতৰে ধাৰণা। কিছুমানৰ মতে তেওঁ আজমীৰৰ আৰু কিছুমানৰ মতে আৰবদেশৰ পৰা অহা। জিকিৰতো এনে উল্লেখ আছে :

১। ভিখাৰী আজানে কয় আহো পৰদেশ।

২। ভাটীৰ পৰা আহিল চাহাব আটাই ডাঢ়ি পকা।

আজান চাহেবক অসমৰ বাহিৰৰ পৰা অহা বুলি কোৱাৰ যুক্তি মানি লোৱা টান। 'পৰদেশ', 'ভাটী' আদি শব্দই কামৰূপ গোৱালপাৰাকো বুজাব পাৰে। এতিয়াও নিজৰ ঠাই এৰি আন ঠাইলৈ গ'লে, অসমীয়া মানুহে 'পৰদেশ'ত থকা বুলি কয়, উজনিৰ ফালে কামৰূপ-গোৱালপাৰাৰ পৰা যোৱা মানুহক ভাটীৰ মানুহ বুলিহে কয়। তদুপৰি আজান চাহেবৰ বৈষ্ণৱ ধৰ্মৰ সৈতে নিবিড় পৰিচয় আৰু অসমীয়া ভাষাৰ ওপৰত থকা গভীৰ দখলেও আমাৰ যুক্তিক সমৰ্থন জনাব।

আজান চাহেবে ধৰ্মীয় কথা প্ৰচাৰ কৰি থাকোঁতেই কোনোবা খলুৱা লোকৰ প্ৰৰোচনাত পৰি আহোম ৰজাই ৰূপাই দা ধৰাক ফকীৰৰ চকু



কাঢ়িবলৈ কয়। গীতমতে আজান চাহেবে এনে নিষ্ঠুৰ আদেশ শুনি আল্লাৰ ওচৰত 'ফৰিয়াদ' কৰাত 'নজৰ' যোৰ আপোনা-আপুনি সুলকি পৰে আৰু তাকে চাহেবে ৰূপাইক দিয়ে।

আজান চাহেবে হিন্দু-মুছলমান উভয়ৰে মন জয় কৰিবলৈ সক্ষম হৈছিল। তেওঁৰ মৃত্যুত 'হিন্দুৱে বিলালে মাহে পৰসাদে, মুছলমানে বিলালে ৰুটী।' ধৰ্মীয় গোৰামিৰ ঠাইত ধৰ্ম-সহিষ্ণুতা, বৈষয়িক ধ্যান-ধাৰণাৰ ঠাইত উচ্চ আধ্যাত্মিক চিন্তা—এইবোৰেই আছিল আজান পীৰৰ শিক্ষা। জিকিৰসমূহ—যিহৰ সৈতে আজান পীৰৰ নাম জড়িত—অসমীয়া সাহিত্যৰ অনুপম সম্পদ।

## ঘ. অসমৰ জাতীয় নেতা আৰু মহীয়সী নাৰী

অধ্যাপিকা **যমুনা শৰ্মা ( চৌধুৰী )**

[ আগকথা : মানৱ জীৱন ক্ষন্তেকীয়া। কিন্তু ক্ষন্তেকীয়া জীৱনৰ ভিতৰতে যিজন লোকেই নিজৰ জীৱনৰ আদৰ্শ গঢ় দি লয়, সেইজন লোকেই নিজৰ জীৱন-দৰ্শনৰ মাজেদি জাতীয় জীৱনৰ ঐক্যবোধ ৰূপায়িত কৰিবলৈ সাধনা কৰে। মৃত্যুৰ বিভীষিকাই এনেজন লোকৰ জীৱনৰ গতি ৰুদ্ধ কৰিব নোৱাৰে। দেশৰ কাৰণে, জাতিৰ কাৰণে তেনেজন পুৰুষেই জীৱনত তুমুল সংগ্ৰাম কৰি নানাভাৱে জাতীয় চেতনা জগাই তুলিবলৈ কঠোৰ পৰিশ্ৰম কৰে। পৃথিৱীত মহৎ লোকৰ সংখ্যা অতি তাকৰ হ'লেও একোজন মহৎ ব্যক্তিয়ে একো একোখন দেশক মহান আদৰ্শৰে অনুপ্ৰাণিত কৰি তোলে। অসমত ভালে কেইজন জাতীয় নেতাৰ জন্ম হৈছে। এই প্ৰৱন্ধত তাৰে কেইগৰাকীমানৰহে কৰ্মময় জীৱন-কাহিনী সম্পৰ্কে আলোচনা কৰা হ'ল। ]

### স্বদেশহিতৈষী মাণিকচন্দ্ৰ বৰুৱা

স্বাধীনচিতীয়া, স্বদেশহিতৈষী, 'অনাৰেবোল' মাণিকচন্দ্ৰ বৰুৱাৰ জন্ম হয় ১৮৫১ খ্ৰীষ্টাব্দৰ ৪ চেপ্টেম্বৰত নগাঁওত। গুৱাহাটীৰপৰা এণ্ট্ৰেন্স আৰু

এফ. এ. পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ বঙ্গ চৰকাৰৰপৰা বৃত্তি লাভ কৰি কলিকতাৰ প্ৰেছিডেন্সি কলেজত বি. এ. পঢ়িবলৈ লয়। শিক্ষা-জীৱন শেষ কৰি স্বাধীনচিতীয়া মাণিকচন্দ্ৰ বৰুৱাই যাচি দিয়া ডেপুটি মেজিষ্ট্ৰেটৰ বিষয়বাব গ্ৰহণ নকৰি চাহখেতিৰ ব্যৱসায়ত ধৰিলে। কিন্তু নানান সমস্যাৰ বাবে তেওঁ এই ব্যৱসায়ত কৃতকাৰ্য্য হ'ব নোৱাৰিলে।

অসমীয়াৰ ভিতৰত মাণিকচন্দ্ৰ বৰুৱা আছিল পোনপ্ৰথম লোকেল বোৰ্ডৰ সদস্য আৰু ভাইচ চেয়াৰমেন, প্ৰথম মিউনিচিপাল কমিছনাৰ আৰু চেয়াৰমেন। অকল এয়ে নহয়—মাণিকচন্দ্ৰ বৰুৱা অসমীয়াৰ পোনপ্ৰথম 'অনাৰেবোল', লেজিছলেটীভ কাউন্সিলৰ প্ৰথম অসমীয়া সদস্য।

মাণিকচন্দ্ৰ বৰুৱাকে 'অসম এছোছিয়েশ্যন'ৰ স্থাপনকৰ্তা বুলিব পাৰি। "অসমত অসমীয়া ছাত্ৰক পঢ়িবলৈ কলেজ লাগে"—এই বিষয়ক আন্দোলনত তেওঁ প্ৰধান ভূমিকা গ্ৰহণ কৰিছিল। এই আন্দোলনত জয়লাভ কৰাৰ ফলস্বৰূপে আমাৰ অসমৰ গৌৰৱ 'কটন কলেজ'ৰ সৃষ্টি। 'কৰ্জন হল আৰু 'আৰ্ল ল কলেজ' লাভ কৰাৰ মূলতো হ'ল অনাৰেবোল মাণিকচন্দ্ৰ বৰুৱা। এইজন স্বদেশহিতৈষীয়ে কোনো সন্মানসূচক খিতাপ পোৱা নাছিল। তথাপি অসমীয়াৰ ভিতৰত তেওঁ এজন গুণী, জ্ঞানী আৰু মহৎলোক বুলি চিনাকি দিব পাৰিছিল।

এইজনা মহান ব্যক্তিৰ ১৯১৫ চনৰ ৭ চেপ্টেম্বৰত মৃত্যু হয়।

## দেশহিতৈষী ৰায়বাহাদুৰ জগন্নাথ বৰুৱা

স্বাধীনচিতীয়া, ওখ মন, উদাৰ হৃদয়, অমায়িক আচৰণ আৰু স্বাৰ্থহীন দেশপ্ৰেমেই আছিল জগন্নাথ বৰুৱাৰ চৰিত্ৰৰ ভূষণ। ল'ৰা-বুঢ়া শিক্ষিত-অশিক্ষিত সকলোৰে কাৰণে বি. এ. জগন্নাথ বৰুৱা আছিল আশা-ভৰসা আৰু অনুপ্ৰেৰণাৰ উৎস।

১৭৭৩ শকৰ কাতিমাহত জগন্নাথ বৰুৱাৰ জন্ম হয়। ১৮৬৮ চনত তেওঁ এণ্ট্ৰেন্স পাছ কৰে। ১৮৭২ চনত কলিকতাৰ প্ৰেছিডেন্সি কলেজৰপৰা বি. এ. পাছ কৰে। তেতিয়াৰ উজনি অসমত জগন্নাথ বৰুৱাই আছিল প্ৰথম গ্ৰেজুৱেট। সেইদেখি উজনি অসমত জগন্নাথ বৰুৱাক আটায়ে বি. এ. জগন্নাথ বুলিছিল। তেওঁ বি. এ. পাছ কৰাৰ বছৰতে 'নেটিভ চিভিল ছাৰ্ভিচ' পৰীক্ষাত অতি উচ্চ স্থান লৈ উত্তীৰ্ণ হয়। তেওঁৰ কৃতকাৰ্যতা



দেখি বঙ্গদেশৰ গৱৰ্ণমেণ্টে তেওঁক ছাবডেপুটি কলেক্টৰ পদ যাচিছিল। কিন্তু স্বাধীনচিতীয়া বৰুৱাই সেই পদ নল'লে।

১৮৭২ চনত জগন্নাথ বৰুৱাই বন্ধু মাণিকচন্দ্ৰ বৰুৱাৰে সৈতে লগ লাগি অসমৰ সমস্যাৰ কথা জনাই নৰ্থ ব্ৰুক চাহাবক সুন্দৰ ইংৰাজীতে লিখি কলিকতাত এখন অভিনন্দন পত্ৰ দিছিল। ১৯০২ চনত পঞ্চম এডোৱাৰ্ডৰ অভিষেক উৎসৱত যোগ দিবলৈ বৰুৱা বিলাতলৈ যায়। অভিষেক উৎসৱৰ পিছত ভোজমেলত দিয়া বৰুৱাৰ বক্তৃতাই ভূয়সী প্ৰশংসা লাভ কৰিছিল।

অসমত সৰ্বসাধাৰণৰ মত বুলি এটা কথা একেবাৰে নাছিল। জগন্নাথ বৰুৱাই কলিকতাত পঢ়াৰে পৰা সংকল্প কৰিছিল যে তেওঁ এই কথাটি অসমীয়াক শিকাব। এইবাবেই তেওঁ দুবাৰ ছাবডেপুটি কলেক্টৰ কাম ল'বলৈ অস্বীকাৰ কৰে। সেইকাৰণে তেওঁ স্বাধীনভাৱে ১৮৭৫ চনত যোৰহাটত 'সাৰ্বজনিক সভা'ৰ প্ৰতিষ্ঠা কৰে। এই সভাৰ ঘাই উদ্দেশ্য আছিল অসমীয়া মানুহক ৰাজনৈতিক বিষয় আলোচনা কৰিবলৈ শিকোৱা। সেইসময়ত এনে ধৰণৰ এইখনেই প্ৰথম সভা আছিল।

১৯০৭ চনত, কলিকতাত ৰায়বাহাদুৰ জগন্নাথ বৰুৱাৰ মৃত্যু হয়।

## কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ

ডেকা গাভৰুৰ দল বীৰ-বীৰঙ্গনাৰ দল
নতুন তেজেৰে ৰাঙলি ৰূপহি কৰহি ধৰণী তল।

—এইদৰে স্বৰচিত আবেগময়ী জাতীয় গীতেৰে ভাৰতৰ স্বাধীনতাৰ যুদ্ধত যোগ দিবলৈ দেশৰ নাগৰিকসকলক উদাত্ত আহ্বান জনাইছিল অসমৰ মুক্তি যুজাৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে।

কৰ্মবীৰৰ জন্ম হয় উত্তৰ গুৱাহাটীত ১৮৭৫ চনৰ ৬ নৱেম্বৰত। দেউতাক মাধবচন্দ্ৰ বৰদলৈ অসম চিভিল ছাৰ্ভিচৰ এজন উচ্চ পদস্থ চৰকাৰী চাকৰিয়াল আছিল। এনে পৰিয়ালত জন্ম লাভ কৰিও বৰদলৈয়ে চৰকাৰী চাকৰিলৈ পিছ দি স্বাধীনভাৱে ওকালতি কৰাত লাগিছিল। গুৱাহাটীত কেইবছৰমান ওকালতি কৰাৰ পিছত বৰদলৈদেৱে কলিকতাৰ উচ্চ ন্যায়ালয়তো ওকালতি কৰিছিল।

অসমলৈ ঘূৰি অহাৰ লগে লগে স্বদেশ-সেৱাৰ মনোভাৱ তেখেতৰ অন্তৰত জাগি উঠে। অসমৰ প্ৰথম ৰাজনৈতিক অনুষ্ঠান "অসম এছোচিয়েশ্যন"ত বৰদলৈয়ে যোগ দিয়ে আৰু পিছত তেখেত ইয়াৰ সভাপতিও নিৰ্বাচিত হৈছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত অসমৰ ভূমিকা অতি উল্লেখযোগ্য আছিল। নবীনচন্দ্ৰ বৰদলৈ আছিল এই আন্দোলনৰ প্ৰধান নায়ক।

১৯৩৪ চনত ভাৰত গৱৰ্ণৰ জেনেৰেলৰ ইণ্ডিয়া লেজিছলেটিভ এছেম্বলিৰ সদস্য নিৰ্বাচনৰ কাৰণে দেশভক্ত ফুকন আৰু বৰদলৈৰ মাজত প্ৰতিদ্বন্দ্বিতা হৈছিল আৰু বৰদলৈদেৱ জয়ী হৈ ব্যৱস্থা পৰিষদৰ সদস্য হয়। এছেম্বলি মহাসভাত বৰদলৈদেৱে অকলশৰে ডেৰবছৰকাল অসমদেশৰ মঙ্গলৰ অৰ্থে চৰকাৰৰ লগত সংগ্ৰাম কৰি আৰু ভাৰত নেতৃমণ্ডলৰ শাৰীত থিয় হৈ সমগ্ৰ দেশবাসীৰ আদৰৰ পাত্ৰ হয়। তেওঁৰ গুণমুগ্ধ অসমীয়া ৰাইজে "কৰ্মবীৰ উপাধিৰে ভূষিত কৰি নবীনচন্দ্ৰ বৰদলৈক অসমৰ প্ৰধান নেতৃত্ব দি জননায়ক পদত অভিষিক্ত কৰে।"

কৰ্মবীৰ বৰদলৈ যে কেৱল কংগ্ৰেছৰ লগতহে সংশ্লিষ্ট আছিল তেনে নহয়, আন আন অনুষ্ঠানবোৰতো তেখেতে সক্ৰিয়ভাৱে জড়িত হৈ আছিল। গুৱাহাটী লোকেল বোৰ্ডৰ চেয়াৰমেন হৈ থকা সময়ত তেওঁ দেশৰ উন্নতি সাধিবলৈ সুবিধা পায়। সেইসময়তে তেওঁ প্ৰাথমিক বিদ্যালয়, নাদ-পুখুৰী, দলং, হস্পিটাল, ৰাস্তা-ঘাট আদি নিৰ্মাণ কৰে। দুৰ্গম পাহাৰ কাটি হাজোতীৰ্থৰ বাট সুগম কৰা, মৈমনসিঙীয়া অত্যাচাৰৰ প্ৰতিবিধান কৰা আদি কাম তেওঁ নিজ চকুৰে চাই কৰিছিল।

গুৱাহাটীৰ উজানবজাৰত থিয়েটাৰ হল স্থাপন, কুমাৰ ভাস্কৰ নাট্য মন্দিৰ স্থাপন, পূজাঘৰ আদি স্থাপনত বৰদলৈ বৰ উৎসাহী আছিল। গোটেই ভাৰতবৰ্ষৰ ভিতৰত অসমক এখন উন্নতিশীল দেশ কৰি গঢ়ি তুলিবৰ বাবে গোটেই জীৱন নিজলৈ নাচাই দান কৰোঁতে, নবীন চন্দ্ৰ বৰদলৈদেৱ জীৱনৰ শেষ কালছোৱাত ঋণগ্ৰস্ত হৈ পৰিছিল। আজৰিবিহীন কৰ্মময় জীৱন আৰু শৰীৰৰ প্ৰতি অনাদৰ কৰা বাবে ৰোগে তেওঁৰ শৰীৰত ভালদৰে থিতাপি লৈছিল। ১৯৩৬ চনৰ মাৰ্চ মাহত তেওঁৰ পৰলোক প্ৰাপ্তি হয়। এইজনা মহান নেতাক ব্যৱস্থা পৰিষদৰ নেতা ভুলাভাই দেশায়ে "অসমৰ মুকুটবিহীন সম্ৰাট" উপাধিৰে অন্তিম সময়ত ভূষিত কৰিলে।



**দেশভক্ত তৰুণৰাম ফুকন**

যি বিখ্যাত বংশত হলিৰাম ঢেকিয়াল ফুকন, আনন্দৰাম ঢেকিয়াল ফুকনৰ জন্ম হৈছিল, যি বংশৰ কেইবাজন গুণী-জ্ঞানী লোকে অসম আকাশৰ অন্ধকাৰ দূৰ কৰিছিল, সেই প্ৰখ্যাত ফুকন বংশতে ১৮৭৭ চনত দেশভক্ত তৰুণৰাম ফুকনৰ জন্ম হয়।

ছাত্ৰ অৱস্থাৰ পৰাই তৰুণৰাম ফুকনে বহুমুখী প্ৰতিভাৰ পৰিচয় দিছিল। সেই সময়ত গুৱাহাটীৰ কটন কলেজিয়েট স্কুলৰ বটা-বিতৰণী সভাত ইংৰাজীত তেওঁ এনে সুন্দৰ বক্তৃতা দিছিল যে তাৰপৰা ফুকন যে এদিন বাগ্মীবৰ পুৰুষ হ'ব পাৰিব সেয়া সকলোৰে বুজিছিল। ১৯০১ চনত ফুকনে বেৰিষ্টাৰী পঢ়িবলৈ বিলাতলৈ যায়। তৰুণৰাম ফুকন অসমীয়াৰ ভিতৰত তৃতীয় বেৰিষ্টাৰ।

অসমৰ দুখ-বেজাৰ গুচাম বুলি ডেকাকালতে ফুকনে যি আদৰ্শ দৃঢ় সংকল্পেৰে গঢ়ি আনিছিল, সেই আদৰ্শৰপৰা তেওঁ কেতিয়াও কক্ষচ্যুত হোৱা নাছিল। স্বৰাজ সংগ্ৰামত প্ৰাণটাকি যুঁজি, নানা নিকাৰ ভুঞ্জি ফুকনে দেশৰ জনসাধাৰণৰপৰা নাম পাইছিল 'দেশভক্ত'। সেই স্বৰাজৰে ভেটি—'কংগ্ৰেছ মিলিত মন্ত্ৰীসভা' প্ৰতিষ্ঠা কৰাৰ উদ্যোগ পৰ্বত অবিশ্ৰান্ত চেষ্টাৰে ৰণ দি দেশভক্ত নাম তেওঁ সাৰ্থক কৰিছিল।

তৰুণৰাম ফুকন অকল অসমৰে নহয় ভাৰতৰে এজন বিশিষ্ট নেতা। ৰাজনৈতিক ক্ষেত্ৰত ফুকন এজন বিচক্ষণ লোক আছিল। অকল এয়ে নহয়, তেওঁ সৰ্ববাদীসন্মত প্ৰধান নেতা আছিল। মহাত্মা গান্ধী বা Young India কাকতৰ ভাষাৰে ক'ব লাগিলে "বাস্তৱিকতে তৰুণৰাম ফুকনৰ ক্ষমতা অদ্ভুত আছিল।" তৰুণৰাম ফুকনৰ অকাল বিয়োগত (১৯৩৯ চনৰ ২৮ জুলাই) অসম মাতৃ জঁই পৰি গ'ল। কিন্তু তেওঁৰ সেই অদম্য উৎসাহ, অক্লান্ত কৰ্মপ্ৰেৰণা, মনোহৰ বাগ্মিতা আৰু প্ৰবল স্বদেশানুৰাগ চিৰকাললৈ অসমবাসীৰ মনত চিৰসেউজীয়া হৈ থাকিব।

**দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা**

সাংসাৰিক জীৱনৰ বা-মাৰলিত উটি ভাঁহি, সকলো দুখ-কষ্ট, বিপদ-বিঘিনিক অকাতৰে শিৰ পাতি লৈ, যিজনে স্বৰ্গতো অধিক জন্মভূমিৰ হকে জীৱন উছৰ্গা কৰিছিল সেইজনেই হ'ল অক্লান্ত কৰ্মী, দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা।

১৯২১ চনৰ অসহযোগ আন্দোলনত প্ৰধান জননায়ক হিচাপে অসমত উক্ত আন্দোলন জগাই তোলে পোনপ্ৰথমে দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা আৰু কৰ্মবীৰ বৰদলৈয়ে। এই আন্দোলনত যোগ দিবলৈ তেওঁলোকে ওকালতি এৰি দেশসেৱাত ব্ৰতী হয়। দেশৰ কাৰণে 'কৰিম অথবা মৰিম' কথাষাৰ তেওঁৰ বাস্তৱ জীৱনৰ মূল মন্ত্ৰ আছিল। স্বাধীনতা আন্দোলনৰ সময়ত তেওঁ ঘৰখনলৈ পিছদি দেশৰ সেৱাত নিজকে উছৰ্গা কৰিছিল।

'আসাম বিলাসিনী'ত দেশৰ হৈ কলমেৰে থৈয়া-নথৈয়া ৰণত লিপ্ত হোৱা ঘুটমুটীয়া, মগজু আৰু মৈত্ৰীৰে পূৰ হাতীমূৰীয়া চন্দ্ৰনাথ শৰ্মাৰ ১৮৪৪ শকৰ শাওঁণ মাহত মৃত্যু হয়।

## ছাৰ মহম্মদ ছাদুল্লা

ছাৰ মহম্মদ ছাদুল্লা অসমৰ ৰাজনৈতিক ইতিহাসতে নহয়, ভাৰতৰ ৰাজনৈতিক ইতিহাসৰ এক মহত্বপূৰ্ণ ব্যক্তি। ১৯০৭ চনতে ছাদুল্লাই ৰসায়ন শাস্ত্ৰত এম. এ. পাছ কৰি মাহিলী ৭৫ টকা দৰমহাত কটন কলেজত কাৰ্য্যকাৰক পদবীত সোমায়। সেইসময়ৰ ভিতৰত ছাদুল্লাই কংগ্ৰেছ অনুষ্ঠানৰ লগত জড়িত হৈ পৰে।

ছাদুল্লা বিচক্ষণ ৰাজনীতিজ্ঞ আছিল। ১৯৪২ চনত অসম বিধান পৰিষদৰ কংগ্ৰেছী নেতাসকল 'ভাৰত ত্যাগ' প্ৰস্তাৱৰ মৰ্মে গ্ৰেপ্তাৰ হোৱাৰ পিছত ছাৰ ছাদুল্লাই অসম চৰকাৰৰ নেতৃত্ব বহন কৰিছিল। সৰ্বভাৰতীয় পটভূমিৰ পঁৰা অসমৰ নেতৃত্বৰ পৰম্পৰা আৰু অৱস্থিতিৰ প্ৰতি দৃষ্টিপাত কৰিলে দেখা যায় যে ছাৰ ছাদুল্লা অকল প্ৰাদেশিক নেতাই নাছিল, সৰ্বভাৰতীয় পৰ্যায়ৰ নেতাৰূপেও তেওঁ পৰিগণিত হৈছিল। স্বাধীন ভাৰতৰ সংবিধান ৰচনাত তেওঁ অংশ গ্ৰহণ কৰিছিল। ছাৰ ছাদুল্লাৰ ৰাজনৈতিক বিচক্ষণতা আৰু প্ৰশাসনীয় নৈপুণ্য অকল অসমৰে নহয়, সমগ্ৰ ভাৰতবৰ্ষৰ ৰাজনৈতিক বুৰঞ্জীতে লেখত ল'বলগীয়া।

## লোকপ্ৰিয় গোপীনাথ বৰদলৈ

সেইসময়ত অসমৰ ৰাজনৈতিক আকাশত সমষ্টি গঠনৰ ( গ্ৰুপিং ) বিপদৰ ক'লা ডাৱৰ। ৰাজনৈতিক বলিয়া বানে অসমৰ ভাষা, সংস্কৃতি, সভ্যতা আৰু সাহিত্যক চিৰকালৰ বাবে ধুই নিয়াৰ আগন্তুক সম্ভাৱনা।



এনে এক সন্ধিক্ষণতে কলিকতা মহানগৰীত এজন অসমীয়া ডেকাৰ গুৰুগম্ভীৰ স্বৰ শুনা গৈছিল, "যেতিয়ালৈকে এজনো অসমীয়া জীয়াই থাকে, তেতিয়ালৈকে অসমক সমষ্টিলৈ যাব নিদিয়ে।" অসমৰ হৈ মাত মাতোঁতা, অসমক নকৈ গঢ় দিব খোজা এইজন ডেকাই আছিল লোকপ্ৰিয় গোপীনাথ বৰদলৈ।

১৮১২ শকৰ ২৬ জেঠ দেওবাৰে ( ১৮৯০ চন ) গোপীনাথ বৰদলৈৰ জন্ম লৈছিল। গোপীনাথ বৰদলৈৰ দেউতাকৰ নাম আছিল বুদ্ধেশ্বৰ বৰদলৈ আৰু মাতৃৰ নাম আছিল প্ৰাণেশ্বৰী দেবী।

১৯২১ চন। দেশত অসহযোগ আন্দোলনৰ জুই দপ্‌দপ্‌কৈ জ্বলি উঠিছিল। ছাত্ৰসকলে স্কুল এৰিলে আৰু চাকৰিয়ালসকলে এৰিলে চাকৰি। গোপীনাথ বৰদলৈও স্থিৰেৰে থাকিব নোৱাৰিলে। ওকালতি সিমানতে এৰি তেওঁ অহিংসা আৰু ত্যাগৰ ৰক্ষাকবচ পিন্ধি গান্ধীজীৰ সেই আন্দোলনত যোগ দিলে। বহুতো নেতা কাৰাৰুদ্ধ হ'ল। অসমত তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ আৰু চন্দ্ৰনাথ শৰ্মা আদি নেতাসকল কাৰাৰুদ্ধ হোৱাৰ লগে লগে অসম আৰু অসমীয়াৰ সমস্ত দায়িত্বভাৰ আহি পৰিল বৰদলৈৰ ওপৰত। বৰদলৈয়ে সেই দায়িত্ব নিয়াৰিকৈ পালন কৰিলে।

গান্ধীজীৰ জীৱনাদৰ্শই বৰদলৈক বৰকৈ আকৰ্ষণ কৰিছিল। বৰদলৈৰ ওপৰতো গান্ধীজীৰ সম্পূৰ্ণ বিশ্বাস আছিল। সেয়েহে অসমৰ কিবা জটিল সমস্যাৰ উদ্ভৱ হ'লে তেওঁ কৈছিল "বৰদলৈ আছে নহয়"। বৰদলৈয়ে অসমত কৰা গঠনমূলক কাৰ্য্যক মহাত্মা গান্ধীয়ে ভূয়সী প্ৰশংসা কৰিছিল।

১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতে স্বাধীনতা লাভ কৰিলে। বৰদলৈ স্বাধীন অসমৰ প্ৰথম প্ৰধানমন্ত্ৰী হ'ল। ( তেতিয়া মুখ্যমন্ত্ৰীক প্ৰধান মন্ত্ৰীহে বোলা হৈছিল। ) স্বাধীনতাৰ পিছত অসমত এশ এবুৰি সমস্যাই দেখা দিলে। সেই সমস্যাবোৰ সমাধান কৰিবলৈ বৰদলৈদেৱে আপ্ৰাণ চেষ্টা কৰিলে। বৰদলৈ অসমৰ শিক্ষামন্ত্ৰীও আছিল। সেই সময়ত অসমত শিক্ষাৰ ক্ষেত্ৰত অভাৱনীয়ভাৱে পৰিবৰ্তন হৈছিল। বৰদলৈদেৱৰ আশাশুধীয়া চেষ্টাৰ ফলত অসমৰ গুৱাহাটীত বিশ্ববিদ্যালয় স্থাপিত হ'ল। নানান সমস্যাই মূৰ দাঙি উঠাৰ মাজতো বৰদলৈদেৱৰ যত্নতে অসমে বিশ্ববিদ্যালয়ৰ উপৰিও হাইকোৰ্ট, কৃষি কলেজ আদিৰ মুখ দেখিবলৈ পালে।

সৰুৰপৰা ডাঙৰলৈকে, কেঁচুৱাৰপৰা বুঢ়ালৈকে—সকলোৱে বৰদলৈক ভাল পাইছিল, শ্ৰদ্ধা কৰিছিল। সেয়েহে গোপীনাথ বৰদলৈক 'লোকপ্ৰিয়' উপাধিৰে বিভূষিত কৰা হৈছিল। অসমীয়া সাহিত্যলৈকো বৰদলৈয়ে বিশেষ বৰঙণি আগবঢ়াই গৈছে। দেশ আৰু স্বজাতিৰ মংগলৰ বাবে নিজৰ জীৱনকো তুচ্ছ কৰা এইগৰাকী মহান নেতাৰ ১৯৫০ চনৰ ৫আগষ্ট তাৰিখে মৃত্যু হয়। বৰদলৈৰ নিচিনা ব্যক্তিত্ব আৰু নিৰ্মল অন্তৰৰ এজন ৰাজনীতিজ্ঞৰ অভাৱ অসমৰ ৰাজনীতি ক্ষেত্ৰত সদায় অপূৰণ হৈয়ে ৰ'ব।

### ত্যাগবীৰ হেম বৰুৱা

অসমৰ ৰাজনৈতিক নেতাসকলৰ ভিতৰত অতীতৰ যি কেইগৰাকী নেতাই ৰাজনীতি আৰু দেশ-সেৱালৈ মননশীলতা, বৌদ্ধিকতা আৰু অধ্যয়নানুৰাগৰ এক নতুন প্ৰবাহ বোৱাইছিল সেইসকলৰ ভিতৰত ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা অন্যতম। অসমৰ ৰাজনীতি-জীৱনত দধীচি স্বৰূপ হেমবৰুৱা আছিল ত্যাগ আৰু আদৰ্শৰ এক জ্বলন্ত প্ৰতীক। দেশ সেৱাৰ মহান আদৰ্শলৈ ক্ষুদ্ৰ স্বাৰ্থৰ গণ্ডীৰপৰা নিজকে আঁতৰাই ৰাখি, জীৱন-মৰণ উছৰ্গা কৰিছিল দেশ-সেৱাৰ নামত। আৰু সেয়েহে মৰণোত্তৰ কালত দেশবাসীয়ে তেওঁক "ত্যাগবীৰ" বুলি অভিহিত কৰে।

ত্যাগবীৰ হেম বৰুৱাৰ জন্ম হৈছিল তেজপুৰত ১৮৯৩ শকৰ এপ্ৰিল মাহত। দুখীয়া পৰিয়ালত জন্ম গ্ৰহণ কৰা হেম বৰুৱা মনৰ দুখীয়া নাছিল। সাহসৰো দুখীয়া নাছিল। মনৰ সেই অদম্য সাহসক একমাত্ৰ সাৰথি স্বৰূপে লৈ তেওঁ সংসাৰৰ চাকনৈয়া পাৰ হৈ গৈছিল।

১৯২১ চনত গান্ধীজীৰদ্বাৰা পৰিচালিত অসহযোগ আন্দোলনত গান্ধীজীক সুচতুৰ ৰাজনীতিজ্ঞ হিচাপে গ্ৰহণ কৰি, তেখেতৰ অহিংসাৰ বাণীক ভাৰতীয় জনতাৰ মুক্তিৰ আলমৰূপে লৈ স্বাধীনতাৰ সংগ্ৰামত হেম বৰুৱা জপিয়াই পৰে। গান্ধীজীৰ অহিংস অসহযোগৰ বাণীয়ে ভাৰতক স্পৰ্শ কৰাৰ লগতে অসমৰ বুকুলৈকে সেই স্পৰ্শই যি প্ৰেৰণাৰ ধল আনি দিলে তাৰ প্ৰধান হোতাসকলৰ ভিতৰত ত্যাগবীৰ হেম বৰুৱাৰ নাম অনায়াসে লব পাৰি।

হেম বৰুৱাৰ কৰ্মক্ষেত্ৰ আছিল অসম, কিন্তু বৰুৱা কেৱল অসমৰহে



ৰাজনৈতিক নেতা আছিল বুলি কলে ভুল কৰা হব, তেওঁৰ পৰিব্যাপ্ত প্ৰতিভাৰ অনাদৰ কৰা হ'ব। জাতীয় আন্দোলনৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত এক সৰ্বভাৰতীয় সংগঠনৰ পৰিচালক হিচাপে হেমচন্দ্ৰ বৰুৱা আছিল মূলতঃ জাতীয় নেতা, সৰ্বভাৰতীয় বিভূতিৰ জননায়ক।

১৯৪৫ চনৰ আগষ্ট মাহত এইজনা মহান কৰ্মী, ত্যাগবীৰ, জিতেন্দ্ৰিয়, ব্ৰহ্মচাৰী, অগ্নিযুগৰ পথপ্ৰৱৰ্তক গৰাকীয়ে দেশৰ পবিত্ৰ মঙ্গত শেষ আহুতি স্বৰূপে নিজকে উছৰ্গা কৰিলে।

### মৌলানা মহম্মদ তৈয়বউল্লা

অসমৰ অসহযোগ আন্দোলনৰ এগৰাকী বিখ্যাত নেতা হ'ল মৌলানা মহম্মদ তৈয়বউল্লা। মহম্মদ তৈয়বউল্লাৰ জন্ম হয় গুৱাহাটীত।

সৰুৰেপৰা তৈয়বউল্লা চাহাব জাতীয়তাবাদী আছিল। চৰকাৰী চাকৰি গ্ৰহণ নকৰি তেওঁ ভাৰতৰ জাতীয় কংগ্ৰেছত সক্ৰিয়ভাৱে যোগদান কৰে। অসম কংগ্ৰেছৰ সভাপতি পদত থকা কালত দ্বিতীয় মহাসমৰৰ সময়ত অসম কংগ্ৰেছক সবল নেতৃত্ব দি দেশৰ স্বাধীনতা অৰ্জন কৰাত যথেষ্ট বৰঙণি যোগাইছিল। ১৯৪০ চনৰ আগভাগত প্ৰদেশ কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হয় আৰু সেই সময়ৰ সত্যাগ্ৰহ আন্দোলনৰ পৰিচালনাৰ দায়িত্ব লয়। ১৯৪১ চনত নিজেও সত্যাগ্ৰহ কৰে। আৰু ইয়াৰ বাবে তেওঁ কেবাবাৰো ফাটেক খাটিবলগীয়া হয়। কাৰাগাৰৰ চিঠি "—আমাৰ অসমীয়া সাহিত্যলৈ তেওঁৰ এক উল্লেখযোগ্য অৱদান। আমাৰ সাহিত্যত এনেধৰণৰ ৰাজনৈতিক গ্ৰন্থ বিৰল; তেওঁৰ গোটেই জীৱনটোৱে ৰাজনীতিৰ জীৱন, জেলৰ জীৱন, সাহিত্যৰ জীৱন বহন কৰিছে 'কাৰাগাৰৰ চিঠি' গ্ৰন্থখনিয়ে"।

১৯৬৬ চনৰ অক্টোবৰ মাহৰ ৬ তাৰিখে এই ত্যাগী পুৰুষজনে কৰ্মময় জীৱনৰ পৰা বিদায় মাগে।

### লোকনায়ক অমিয় কুমাৰ দাস

সত্য, অহিংসা আৰু ত্যাগৰ পূজাৰী, মহাত্মা গান্ধীৰ একান্ত সেৱক অমিয়কুমাৰ দাস আছিল এক আদৰ্শ পুৰুষ। এক অনাড়ম্বৰ জীৱন-যাপন কৰা অমিয়কুমাৰ দাসৰ ব্যক্তিগত জীৱনত একোৰে অভিলাষ নাছিল।

তেওঁৰ একমাত্ৰ অভিলাষ আছিল গান্ধীজীৰ অৰ্থনীতিৰ ভেটিত দেশখন গঢ়ি তোলাটো। সেই অভিলাষ পূৰণ কৰিবলৈ তেওঁ মৃত্যুৰ আগলৈকে অতি সহজ সৰল জীৱন যাপন কৰি ত্যাগৰ জ্বলন্ত আদৰ্শ আমাৰ আগত দাঙি ধৰিছিল।

লোকনায়ক অমিয়কুমাৰ দাসৰ জন্ম হয় ১৮৯৫ চনৰ ৬ মে' তাৰিখে তেজপুৰ চহৰত। ছাত্ৰাৱস্থাতে অমিয়কুমাৰ দাসৰ ৰাজনৈতিক জীৱন আৰম্ভ হয়। সৰুৰে পৰা ককাদেউতাকৰ মুখৰ পৰা মহাত্মা গান্ধী, গোপালকৃষ্ণ গোখ্‌লে, বাল গংগাধৰ তিলক আদিৰ বিষয়ে শুনিছিল আৰু সেইসকলক চোৱাৰ প্ৰবল হেঁপাহ জাগিছিল। তেওঁৰ সেই হেঁপাহ অতি সোনকালেই পূৰণ হৈছিল। ১৯২১ চনত কলিকতাৰ ব্ৰাহ্ম সমাজভৱনত গান্ধীজীৰ ভাষণ শুনি তেওঁ মুগ্ধ হয় আৰু সেইদিনাই মহাত্মা গান্ধীৰ অনুগামী হোৱাৰ সপোন দেখে; শেষত তেওঁ মহাত্মা গান্ধীৰ অনুৰক্ত শিষ্য হৈ পৰিছিল।

অসমত যিকেইজন পুৰুষে কংগ্ৰেছ গঢ়ি তোলাত নেতৃত্ব বহন কৰিছিল সেইসকলৰ ভিতৰত অমিয়কুমাৰ আছিল অন্যতম। মন্ত্ৰী হৈ থাকোতেও তেওঁ মন্ত্ৰীত্বৰ গৌৰৱ নকৰি সাধাৰণ মানুহৰ দৰে জীৱন যাপন কৰি সৰ্বসাধাৰণৰ অন্তৰ বুজি কাম কৰিছিল।

অসমীয়া সাহিত্যলৈকো দাস ডাঙৰীয়াই বিশিষ্ট দান আগবঢ়াই গৈছে। এসময়ত 'বাঁহী' সম্পাদনা কৰাৰ উপৰি 'অনশনত মহাত্মা', 'বাঁহীৰ প্ৰতিধ্বনি', 'মোৰ সত্য অন্বেষণৰ কাহিনী' আদি গ্ৰন্থ ৰচনা কৰে।

গান্ধীজীৰ একান্ত সেৱক কম অথচ মৌ মিঠা, গুৰু গম্ভীৰ কথ ৰে সকলোৰে অন্তৰ জয় কৰিবপৰা এই মহান লোকনায়কৰ মৃত্যু হয় ১৯৭৫ চনৰ ২৩ জানুৱাৰীত। মনে প্ৰাণে তেওঁ দেশক ভাল পাইছিল আৰু সেয়েহে তেওঁক 'লোকনায়ক' বুলি অসমবাসীয়ে উচিত সন্মানকে দিছে।

### ফখৰুদ্দিন আলি আহমদ

১৯০৫ চনৰ ১৩ মে তাৰিখে দিল্লীত ফখৰুদ্দিন আলি আহমদৰ জন্ম হৈছিল। আলি আহমদৰ দেউতাক আছিল অসমৰ গোলাঘাট মহকুমাৰ লোক। আলি আহমদে দেউতাকৰ লগত থাকিয়েই উত্তৰ প্ৰদেশৰ গোন্দাত স্কুলীয়া শিক্ষা শেষ কৰিছিল।



১৯৩১ চনত আলি আহমদে ভাৰতীয় জাতীয় কংগ্ৰেছত যোগদান কৰি অতি নিষ্ঠা আৰু সক্ৰিয়ভাৱে ১৯৩৬ চন পৰ্যন্ত কংগ্ৰেছৰ কাম কৰি যায়। অসহযোগ আন্দোলনৰ সাধাৰণ কৰ্মী—ফখৰুদ্দিন আলি আহমদে নিজৰ দক্ষতাৰ বলত ১৯৩৮ চনৰ ২১ ছেপ্তেম্বৰত অসমৰ প্ৰথম সংযুক্ত কংগ্ৰেছী মন্ত্ৰীসভাৰ মন্ত্ৰী নিযুক্ত হয়। প্ৰথম মন্ত্ৰীসভাত অন্তৰ্ভূক্ত হৈয়ে আৰ্থিক সংস্কাৰৰ নতুন ব্যৱস্থা উদ্ভাৱন কৰি কৃষকক ৰাজহৰ ক্ষেত্ৰত সকাহ দিয়াৰ যি ব্যৱস্থা কৰে তাৰ পৰাই তেওঁ জনপ্ৰিয়তা অৰ্জন কৰিছিল। ১৯৬২ চনত বিমলা প্ৰসাদ চলিহাৰ মন্ত্ৰী সভাত বিত্ত মন্ত্ৰী হিছাপে কাৰ্যভাৰ গ্ৰহণ কৰি ১৯৬৬ চনত কেন্দ্ৰৰ আহ্বানক্ৰমে জলসিঞ্চন আৰু বিদ্যুৎ বিভাগৰ মন্ত্ৰী হিছাপে কেন্দ্ৰীয় মন্ত্ৰীসভাত যোগদান কৰে। ইয়াৰ পিছত একেৰাহে তেওঁ কেন্দ্ৰীয় মন্ত্ৰীসভাত শিক্ষা, কৃষি, উদ্যোগ উন্নয়ন আৰু কোম্পানী পৰিক্ৰমা দপ্তৰৰ মন্ত্ৰী হিচাপে যোগদান কৰিছিল। ৰাজনীতিত অসীম ধৈৰ্য, অধ্যৱসায়, সহিষ্ণুতা আদি গুণৰ বলতেই ফখৰুদ্দিন আলি আহমদে দেশৰ সৰ্বোচ্চ সন্মান 'ৰাষ্ট্ৰপতি' পদত অধিষ্ঠিত হ'ব পাৰিছিল। ৰাজনীতিত অপ্ৰতিদ্বন্দ্বী নেতা হিছাপে নিজকে প্ৰতিষ্ঠা কৰি সুদীৰ্ঘ কালৰ জনপ্ৰিয়তাৰ যি নিদৰ্শন তেওঁ দেখুৱাইছিল সেই হিছাপে এই সন্মান তেওঁৰ প্ৰাপ্য।

১৯৭৬ চনত এই গৰাকী মহান নেতাৰ মৃত্যু হয়।

### কাব্যভাৰতী ধৰ্মেশ্বৰী দেৱী বৰুৱানী

জীৱন-মৰণৰ হৈ-খেলা, সময়ৰ নিষ্পেষণ! মানৱ মনে তাৰ মাজতো একণ শান্তি বিচাৰি ঘুৰ্ণিয়াই ফুৰে। এই শান্তিৰ অন্বেষণত ঘূৰোঁতা-সকলৰ মুখত হৃদয়ভৰা এটি ভকতীয়া সুৰ বাজি উঠে। আধুনিক ধৰ্মপ্ৰাণা কবি মিছেছ মেইছেলৰ ভক্তি-কবিতাৰ দৰে অসমীয়া কবি ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ কবিতাত নিভাঁজ আৰু সৰল হৈ ঈশ্বৰ প্ৰেম জিলিকি উঠিছে। জীৱনৰ আশাভৰা পুৱাতেই নিৰ্মম বাতৰোগে আক্ৰমণ কৰি তেওঁক পঙ্গু আৰু দৃষ্টিশক্তিহীন কৰি পেলায়। স্বাস্থ্যৰ পিছত ঘূৰোঁতে গৈ দেখা সাগৰৰ বিশালতা আৰু ধুমুহাৰ লীলাখেলাতে আৰম্ভ কৰি প্ৰকৃতিৰ দৃশ্যবোৰে কবিক সিবোৰৰ আধাৰ স্বৰূপ বিশ্বনিয়ন্তাৰ প্ৰতি চিৰন্তনভাৱে সজাগ কৰি ৰাখে। সেই বিশ্বনিয়ন্তাৰ 'প্ৰাণৰ পৰশ' পাই অসমীয়া

সাহিত্য আকাশত তেওঁ গৌৰৱময়ভাৱে প্ৰৱেশ কৰিলে হাতত 'ফুলৰ শৰাই' লৈ। ঈশ্বৰ-বিশ্বাস আৰু প্ৰিয়জনৰ স্নেহ কবিৰ জীৱনৰ ছুটি তৰা হৈ জিলিকি উঠিল। দেৱী বৰুৱানীয়ে যেন স্থিৰভাৱে উপলব্ধি কৰিছে, ভগৱন্ত 'সৰ্বশক্তিমান সৰ্বব্যাপী হৈ আছে হৃদয়ত তোৰ'। গতিকে তেওঁ সকলো সময়তে ভগৱন্তত নিজকে লীণ কৰিবলৈ প্ৰয়াস কৰিছে 'তুমি মোৰ ময়েই তোমাৰ, কৰা মোক তোমাতেই লয়।' (ফুলৰ শৰাই)

**নলিনীবালা দেৱী**

অসমৰ এগৰাকী প্ৰতিভাসম্পন্না কবি হৈছে অসমৰ শ্ৰেষ্ঠা মহিলা কবি নলিনীবালা দেৱী। ১৮৯৮ চনত তেওঁৰ গুৱাহাটীত জন্ম হয়।

তেওঁৰ পিতৃ অসমৰ স্বনামধন্য কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱে বাল্যকালৰে পৰা তেওঁক সাহিত্য ৰচনা কৰিবলৈ প্ৰেৰণা যোগাইছিল। দহ বছৰ বয়সত পিতৃৰ অনুপ্ৰেৰণাত লিখা 'পিতা' নামৰ কবিতাটিৰেই তেওঁৰ কবি-জীৱনৰ পাতনি তৰে। ভৰ যৌৱনৰ কুঁহিপাত মেলোতেই বৈধব্যৰ উৎকট যাতনাত অতীষ্ঠ হৈ কবিৰ কাব্যপ্ৰতিভাই কাব্যাকাশত ভূমুকি মাৰে। 'সন্ধিয়াৰ সুৰ', 'সপোনৰ সুৰ', 'পৰশমণি', 'যুগদেৱতা', 'অলকানন্দা' (১৯৬৮ চনত দিল্লী সাহিত্য একাডেমীৰ সাহিত্য বঁটা লাভ কৰে।) অসমীয়া সাহিত্য মন্দিৰলৈ আগবঢ়োৱা অনুপম অৱদান।

'সন্ধিয়াৰ সুৰ' কবিতাৰ পুথিখনি কাৰুণ্যপ্ৰধান। ব্যথাভৰা জীৱনৰ কৰুণ বিননি যেন কাব্যখনিৰ পাতে পাতে বিচ্ছুৰিত হৈ আছে। ডঃ কাকতিয়ে কবৰ দৰে—"জগতৰ অমৰ কাব্যবোৰ অনেক সময়ত জীৱন-শ্মশানৰ হাহা-ধ্বনি, অনেক সময়ত গভীৰ নৈৰাশ্যৰ মৰ্মভেদী শ্বাস।" বেদনা কবিতাৰ প্ৰেৰণা। "ইলিয়ড" মহাকাব্যখন কৰুণ ৰসেৰে ভৰা। নলিনীবালা দেৱীৰ কাব্য-বীণতো ঝঙ্কাৰিত হৈ আছে হেৰোৱা আৰু নোপোৱাৰ বেদনাৰ মূৰ্চ্ছনা।

নলিনীবালা দেৱীৰ কাব্য-প্ৰতিভা বহুমুখী। সন্ধিয়াৰ সুৰ, সপোনৰ সুৰ আৰু পৰশমণিত কবিক আধ্যাত্মিকতাই আৱৰি ৰাখিছে। যুগদেৱতাত জাতীয়তাবোধে প্ৰধান স্থান লৈছে। এফালে তেওঁ বিভুৰ চৰণ বন্দনা কৰিছে আনপিনে স্বদেশবাসীক অতীত গৰিমাৰে দেশপ্ৰেমত উদ্বুদ্ধ কৰিব বিচাৰিছে।



কবিতাৰ মালাৰে অসমীয়া সাহিত্যক বৰণ কৰা নলিনীবালা দেৱী সাহিত্যালংকাৰেৰে বিভূষিতা। নলিনীবালা দেৱীক অসম চৰকাৰে এটি সাহিত্যিক পেঞ্চন দি সন্মানিতা কৰিছিল। নলবাৰীত বহা "কামৰূপ সংস্কৃত সঞ্জিৱনী" সভাই এই গৰাকী মহিলা কবিক 'কাব্য-ভাৰতী' আৰু ভাৰত চৰকাৰে 'পদ্মশ্ৰী' উপাধিৰে সালংকৃতা কৰিছিল।

ব্যক্তি হিচাপেও নলিনীবালা দেৱী মহৎ অন্তৰৰ আছিল। উদাৰতা, সৰলতা আৰু জাগ্ৰত দেশপ্ৰেমে নলিনীবালা দেৱীক এগৰাকী মহীয়সী নাৰী হিছাপেও পৰিচয় কৰাই দিয়ে।

১৯৭৭ চনত তেওঁৰ পৰলোক হয়।

**চন্দ্ৰপ্ৰভা শইকীয়ানী**

মৃত্যুৰ আগলৈকে যিগৰাকী নাৰীয়ে অক্লান্তভাৱে সমাজ সেৱাত ব্ৰতী হৈ আছিল—সেই গৰাকী নাৰী হ'ল চন্দ্ৰপ্ৰভা শইকীয়ানী। বৰপেটাৰ দৈশিঙৰী গাঁৱত তেখেতৰ জন্ম হয়। অসম প্ৰাদেশিক মহিলা সমিতি এই গৰাকী মহিলাৰ অক্লান্ত পৰিশ্ৰম আৰু যত্নতে সুদৃঢ় হৈ উঠে। সকলো ক্ষেত্ৰতে পিছ পৰি থকা মহিলা সমাজক সংস্কাৰ কৰাই আছিল তেওঁৰ জীৱনৰ একমাত্ৰ ব্ৰত, একমাত্ৰ লক্ষ্য। এই লক্ষ্যত উপনীত হবৰ বাবে শইকীয়ানীয়ে তেখেতৰ উৎসাহ, উদ্দীপনা আৰু সাহসেৰে পৰ্দাপ্ৰথা, বাল্যবিবাহ, স্ত্ৰীশিক্ষাৰ প্ৰতি সমাজৰ অৱজ্ঞা, চিৰাচৰিত কুসংস্কাৰ আৰু অন্ধবিশ্বাস আদিৰ বিৰুদ্ধে আজীৱন সংগ্ৰাম কৰি গৈছে। সেয়েহে ১৯২৬ চনৰ পৰা অসমত মহিলা জাগৰণৰ নেতৃত্ব লৈ অহা চন্দ্ৰপ্ৰভা শইকীয়ানীক চৰকাৰে পদ্মশ্ৰী সন্মানেৰে বিভূষিতা কৰিছে। তেখেত এগৰাকী সাহিত্যিকাও আছিল। "পিতৃভিটা" নামৰ উপন্যাসখনত তেওঁৰ সমাজ সংস্কাৰ মনোভাবৰ পৰিচয় পোৱা যায়।

## ৬. অসমৰ স্বাধীনতা-সংগ্ৰামৰ শ্বহীদসকল

**শ্ৰীমতী যমুনা শৰ্মা (চৌধুৰী)**

**পিয়লী ফুকন বা বৰফুকন**

শক্তিশালী বৃটিছৰ বিৰুদ্ধে অসমৰ প্ৰথম স্বাধীনতা সংগ্ৰামৰ নায়ক হ'ল বদন বৰফুকনৰ পুতেক পিয়লী ফুকন। ১৮৩০ চনৰ ২৫ মাৰ্চৰ দিনা ৰংপুৰত

থকা বৃটিছৰ খাৰঘৰত জুই দি বৃটিছৰ ৰণ-শক্তি দুৰ্বল কৰি দিয়াৰ যি এটা আঁচনি পিয়লী বৰফুকনে লৈছিল, সেই আঁচনি কৃতকাৰ্য নহ'ল। পিয়লী ফুকনকে আদি কৰি হৰনাথ বৰগোঁহাই, জীউৰাম দুলীয়া বৰুৱা, ৰূপচন্দ্ৰ কোঁৱৰ, দেউৰাম দিহিঙ্গীয়া আদিক ধৰি আনি বিচাৰৰ বাবে বন্দী কৰি থলে। বিদ্ৰোহ কৰাৰ অপৰাধত ধৰা পৰাৰ পিছতো পিয়লী ফুকন অলপো বিচলি হোৱা নাছিল। মৰণলৈ অসমীয়াই ভয় নকৰে। তাতে আকৌ দেশৰ বাবে মৃত্যু এয়া যে পিয়লী ফুকনৰ বাবে সৌভাগ্যৰ কথা। সেয়েহে নিৰ্ভীকচিত্তে পিয়লি ফুকনে কেপ্তেইন নিউভিল চাহাবৰ আগত ক'ব পাৰিছিল "মই দেশ উদ্ধাৰ কৰিবলৈ অহা সঁচা। প্ৰকৃতপক্ষে কোনেও পৰাধীন হৈ থাকিলৈ ভাল নাপায়। আমি মৰিম বুলি ভয় কৰি তোমালোকক খেদিবলৈ ওলোৱা নাই"।

বিচাৰত ৰাজদ্ৰোহৰ অপৰাধত পিয়লী ফুকন আৰু জীউৰাম দুলীয়া বৰুৱাক শিৱসাগৰত ফাঁচী দিয়া হ'ল। দেশমাতৃৰ ভৰিৰ শিকলি পিয়লী বৰফুকনে নিজহাতেৰে খুলিব নোৱাৰিলে সঁচা, কিন্তু সেই শিকলি খোলাৰ যি চেষ্টা চলাইছিল, সেই চেষ্টাই, সেই প্ৰেৰণাই অসমীয়াৰ হৃদয়ত যথেষ্ট শক্তি দিলে বিদেশীৰ বিৰুদ্ধে যুঁজিবলৈ।

### মণিৰাম দেৱান

অসমৰ বৃটিছৰ আমোলৰ আৰু এক শক্তিশালী ব্যক্তি হ'ল 'কলিতা ৰজা' মণিৰাম দেৱান। মানৰ আক্ৰমনত উচ্ছেদ হোৱা ৰামদত্ত দোলাকাষৰীয়া বৰুৱাৰ পৰিয়ালৰ সন্তানৰূপে মণিৰাম দেৱানে বৃটিছক দেশত শান্তি প্ৰতিষ্ঠা কৰাত সহায় কৰিছিল (অসমীয়া সাহিত্যৰ ৰূপৰেখা)। দেশ জয় কৰাৰ মতলব তেওঁলোকৰ নাই বুলি কৈছিল যদিও মানক অপসাৰণ কৰোৱাৰ পিছত তেওঁবিলাকে পূৰ্বৰ প্ৰতিশ্ৰুতি ভংগ কৰি অসমৰ শাসন ভাৰ ললে। বৃটিছে মান খেদোঁতে দিয়া প্ৰতিশ্ৰুতি নেৰাখি আৰু পুৰন্দৰ সিংহক ৰজা ভাঙি সন্ধিৰ প্ৰস্তাৱ ওফৰাই পঠিয়ালে। অকল সিমানেই নহয়, দেশৰ সকলো পদতে বৃটিছ কৰ্মচাৰী নিযুক্ত কৰি, দেশত কানি বিহ প্ৰচলন কৰি অসমীয়া জাতিটোক নিশকতীয়া কৰিলে। এইবোৰে মণিৰাম দেৱানক বিদেশীৰ বিৰুদ্ধে উঠি পৰি লাগিবলৈ উদ্গনি দিলে।



সেইসময়ত দেশত চিপাহী-বিদ্ৰোহৰ অগনি চাৰিওফালে বিয়পি পৰিছিল। মণিৰাম দেৱানে তেনে এটা সুযোগলৈ অপেক্ষা কৰি আছিল। উপযুক্ত অধিকাৰীক অসমৰ ৰাজসিংহাসনৰ পৰা বঞ্চিত কৰা অন্যায়ৰ বিৰুদ্ধে যুক্তি প্ৰদৰ্শন কৰি তেওঁ বিদেশী শাসকলৈ দিয়া এখন চিঠিত মণিৰাম দেৱানৰ বিদেশী শাসনৰ বিৰোধী ভাব প্ৰকাশ পায়। কানি প্ৰচলনৰ ফলত হোৱা সামাজিক ব্যাভিচাৰৰো তেওঁ বিৰোধিতা কৰে। এইবোৰ অন্যায়ৰ বিৰুদ্ধে সাহায্য প্ৰাৰ্থনা কৰাৰ বাবে মণিৰাম দেৱান কলিকতা পায়গৈ। কিন্তু মণিৰাম দেৱানৰ এই চেষ্টা বিফল হ'ল। ১৮৫৮ চনত তেওঁক কলিকতাতে বন্দী কৰা হয়। ১৮৫৮ চনৰ ২৬ ফেব্ৰুৱাৰীৰ দিনা মণিৰাম দেৱানে দেশৰ কাৰণে ফাঁচীৰ কাঠত জীৱন আহুতি দিয়ে।

### কুশল কোঁৱৰ

যুগে যুগে অসমীয়াৰ দেহত স্বাধীন তেজৰ উগ্ৰস্ৰোত প্ৰবাহিত হৈ আহিছে আৰু থাকিবও। আবাল বৃদ্ধ-বনিতা নাৰী-পুৰুষ নিৰ্বিশেষে অসমীয়া প্ৰাণ জাতীয় প্ৰেমত উদ্বুদ্ধ। স্বাধীনমনা অসমীয়াৰ বৈশিষ্ট্য এই খিনিতে যে তেওঁলোকে কাৰো পৰাধীন হ'ব নোখোজে। আৰু এই পৰাধীন হৈ থাকিব নোখোজাৰ বাবেই কুশল কোঁৱৰ ফাঁচী কাঠত ওলমিব লগাত পৰিল।

১৯৩০ চন। মহামানৱ মহাত্মা গান্ধীৰ নেতৃত্বত "লোণ আইন অমান্য আন্দোলন"ৰ অগনি গোটেই ভাৰততে দপদপ্‌কৈ জ্বলি উঠিছিল। শামুকৰ পেটত মুকুতা থকাৰ দৰে অসমৰ জকাইচুক গাঁৱৰ কুশল কোঁৱৰ এই আন্দোলনৰ সময়ত আগবাঢ়ি আহিল। কুশল কোঁৱৰৰ যত্নৰ ফলত সৰুপথাৰত স্বাধীনতা যুঁজৰ জুই ভালদৰে জ্বলি উঠিছিল।

১৯৪২ চন। মহাত্মা গান্ধীৰ নেতৃত্বত গোটেই ভাৰততে গণ-বিপ্লৱৰ জুই জ্বলি উঠিল। অসমতো এই জুইৰ ফিৰিঙটি ছিটিকি পৰিল। ১৯৪২ চনৰ ৯ অক্টোবৰ তাৰিখে সৰুপথাৰ ৰেল ষ্টেচনৰপৰা অলপ আঁতৰতে এখন মিলিটেৰী মালগাড়ী লাইনচ্যুত হ'ল। কেইজনমান আমেৰিকান আৰু অন্য মিলিটাৰী অফিচাৰৰ মৃত্যু হ'ল। এই ঘটনা সংক্ৰান্তত এসপ্তাহমানৰ ভিতৰতে সেই অঞ্চলতে গ্ৰেপ্তাৰ আদি হ'বলৈ ধৰিলে। যিহেতুকে স্বাধীনতা সংগ্ৰামৰ অন্যতম বীৰ কুশল কোঁৱৰ

সৰুপথাৰ কংগ্ৰেছ কমিটিৰ সভাপতি আছিল আৰু তেওঁৰ কাৰ্যালয় তাতেই আছিল, বিশেষকৈ ৯ অক্টোবৰৰ দিনা তেওঁ তাত নাছিল বুলি কৈছিল, সেই কাৰণেই তেওঁকো গ্ৰেপ্তাৰ কৰা হৈছিল। তথাপি বিচাৰৰ নামত ভেকোভাওনা পাতি কুশল কোঁৱৰৰ ফাঁচীৰ হুকুম হ'ল। মৃত্যুৰ আগদিনা অৰ্থাৎ ১৯৪৩ চনৰ ১৪ জুন তাৰিখে যোৰহাট ফাটেকত থকা সকলোবিলাক ৰাজনৈতিক বন্দীয়েই তেওঁক দেখা কৰিবলৈ আহোতে কুশল কোঁৱৰে সকলোৰে প্ৰতি হাতযোৰ কৰি শেষবাৰৰ বাবে কৈছিল "দেশৰ বাবে, জাতিৰ বাবে ক্ষুদ্ৰ প্ৰাণ বলি দিবলৈ মানুহৰ জীৱনজোৰা সাধনা লাগে। মই বৰ ভাগ্যবান যে দেশৰ বাবে মৰিবলৈ সুযোগ পাইছো। মোৰ এই মৃত্যু অপৰাজেয়।"

শেষ মুহূৰ্ত্তত অকণো বিচলিত নোহোৱাকৈ তেওঁ ফাঁচীশালত উঠিল। লগতে কীৰ্তনৰ এটা ফাঁকি—"পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰে" গাই তেওঁ শেষ নিশ্বাস পেলালে।

### তিলক ডেকা

১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত তিলক ডেকাই প্ৰধান অংশ গ্ৰহণ কৰে। ১৯৪২ চনৰ ২৮ আগষ্ট তাৰিখে মহাত্মাগান্ধীৰ প্ৰকৃত শিষ্য কৰ্ত্তব্যপৰায়ণ বাৰপুজীয়াৰ তিলক-ডেকাই মিলিটেৰীৰ গুলীলৈ ভ্ৰূক্ষেপ নকৰি নিশ্চিত মৃত্যুক সাৰটি ধৰি "মোৰ কৰ্ত্তব্য মই কৰিম" বুলি গুলিৰ আঘাতত স্বৰ্গগামী হয়। এনেদৰেই এজন কৰ্ত্তব্যৰত অমায়িক ডেকাৰ গৌৰবময় জীৱনৰ অৱসান ঘটিল।

স্বদেশৰ স্বাধীনতা হকে এই সকলৰ উপৰিও লখী হাজৰিকা কমলা মিৰি, হেমোৰাম পাতৰ, বলোস্তুত, গুণাভিৰাম বৰদলৈ, হেমৰাম বৰা, কলাই কোচ, স্কুলীয়া ছাত্ৰ মদনচন্দ্ৰ বৰ্মণ, ৰাউতৰাম দাস আদি বহুতো লোকে আত্মাহুতি দিলে। বুৰঞ্জীত এনে আত্মবলিদান আৰু ত্যাগৰ নিদৰ্শন নিচেই কম।

স্বাধীনতা-সংগ্ৰামত অসমৰ পুৰুষ শ্ৰেণীয়ে যি বৰঙণি যোগালে সি অপূৰ্ব; আৰু নাৰীবৃন্দই ত্যাগৰ যি আদৰ্শ থৈ গ'ল সি তাতোকৈ অভূতপূৰ্ব। গৃহিণী-নাৰীও যে বীৰাঙ্গনা হৈ আত্মোৎসৰ্গ কৰিব পাৰে তাৰ জলন্ত উদাহৰণ কনকলতা, ভোগেশ্বৰী ফুকননী আদি নাৰীসকল।



### কনকলতা বৰুৱা

কনকলতা বৰুৱা ১৪।১৫ বছৰীয়া এজনী গাভৰু ছোৱালী। কনকলতাই গাভৰু মনৰ আশা-আকাঙ্ক্ষাবোৰ নেওচি ১৯৪২ চনৰ আন্দোলনৰ গুৰি ধৰিছিল। ১৯৪২ চনৰ ২০ ছেপ্তেম্বৰৰ দিনা তেজপুৰৰ কলাবাৰী আৰু বৰঙাবাৰীৰ ফালৰপৰা অহা শোভাযাত্ৰাৰ নেতৃত্ব বহন কৰিছিল কনকলতাই। শোভাযাত্ৰা গহপুৰ থানা চৌহদৰ কাষ পাওঁতে থানাৰ ভাৰপ্ৰাপ্ত বিষয়াই দলটোক থানাৰ চৌহদলৈ আগবঢ়াত বাধা দিলে। তাৰ উত্তৰত কনকলতাই কৈছিল, "থানাখন ৰাইজৰ, চৰকাৰী বিষয়া আপোনালোক ৰাইজৰহে সেৱক, বিদেশীৰ অধীনত কাম কৰাৰ নৈতিক অধিকাৰ আপোনালোকৰ নাই। আমাৰ কৰ্তব্য আমি কৰিম অথবা মৰিম"। কনকলতা আগবাঢ়ি গ'ল। পুলিচে ক্ষুব্ধ হৈ গুলী চলালে। প্ৰথম গুলীটোৱে কনকলতাৰ বুকু ভেদ কৰি গ'ল। মুকুন্দ কাকতি নামৰ এজন যুবকে মৃত সঙ্গী কনকলতাৰ হাতৰপৰা পতাকাখন তুলি লৈ থানাৰ পিনে আগবাঢ়ি যায়। পুলিচ বিষয়াৰ গুলীয়ে মুকুন্দ কাকতিৰ মূৰ-খণ্ড-বিখণ্ড কৰি পেলায়। থানাৰ বিষয়াসকল অমানুষিক ঘটনাত লিপ্ত থাকোঁতে অন্য ফালৰপৰা ৰাইজে থানাৰ ওপৰত পতাকা উৰুৱালেগৈ। কনকলতাই যি উদ্দেশ্য সাধনৰ অৰ্থে আত্মাহুতি দিলে তেওঁলোকে সেই উদ্দেশ্য সফল কৰিলে।

### ভোগেশ্বৰী ফুকননী

নগাঁৱৰ ভোগেশ্বৰী ফুকননী আছিল ১৯৪২ চনৰ আন্দোলনৰ মহিলাসকলৰ গুৰি ধৰোঁতা। ১৯৪২ চনৰ ১৬ ছেপ্তেম্বৰৰ দিনা পুলিচে বেঢ়ি ৰখা বৰহমপুৰৰ কংগ্ৰেছ কাৰ্যালয়ৰ দ্বাৰ মুকলি কৰা উৎসৱত ৰত্না ফুকননীয়ে জাতীয় পতাকা লৈ আগবাঢ়ি যোৱাত পুলিচে বাধা দিয়ে। শেষত ৰত্না পৰি যোৱাত পতাকাখন মিলিটাৰীয়ে কাঢ়ি লৈ যায়। এই কথাত ষাঠী বছৰীয়া বৃদ্ধা ভোগেশ্বৰী ফুকননী উত্তেজিত হ'ল। তেওঁ হাতৰ পতাকাখনৰ মাৰিডালেৰে বগা চাহাবৰ মুখত খোচ মাৰি দিলে। বগা চাহাব উত্তেজিত হৈ ফুকননীক গুলী কৰি মাৰিলে। আজিও কনকলতা, ভোগেশ্বৰী ফুকননী আদি নাৰীসকল দেশৰ চিৰ নমস্য, অসমৰ গৌৰৱ। ত্যাগ, নিষ্ঠা আৰু নিৰ্ভীকতাৰ বাবেই প্ৰকৃততে স্বাধীনতা আন্দোলনত ভাৰতৰ ভিতৰত অসমেই শীৰ্ষস্থান অধিকাৰ কৰিব পাৰিছিল।

## চ. পণ্ডিত আৰু সাহিত্য-সংস্কৃতিৰ পূজাৰীসকল

অধ্যাপক শ্ৰীনন্দ তালুকদাৰ

### আনন্দৰাম ঢেকিয়ালফুকন

অসমত ইংৰাজ ৰাজত্বৰ আদিতে নিজৰ বিদ্যা, বুদ্ধি আৰু ক্ষমতাৰে বিদেশী চৰকাৰৰ লগত মিত্ৰতা কৰি অসমীয়া ভাষা-সাহিত্য আৰু জাতিৰ কল্যাণ কামনা কৰা লোকসকলৰ ভিতৰত আনন্দৰাম ঢেকিয়াল ফুকন আছিল অন্যতম।

আনন্দৰাম ঢেকিয়াল ফুকনৰ জন্ম হয় ১৭৫১ শকৰ ৭ আহিনত (১৮২৯ খৃঃ)। তেওঁৰ পিতৃ 'আসাম বুৰঞ্জি'ৰ ৰচয়িতা ৺হলিৰাম ঢেকিয়াল ফুকন। বাল্যকালত তেওঁ সংস্কৃত আৰু পিছত ইংৰাজী অধ্যয়ন কৰে। তেওঁ কলিকতাৰ হিন্দু কলেজত প্ৰথমতে জুনিয়ৰ বিভাগত পঢ়িছিল। ১৮৪৪ খ্ৰীষ্টাব্দত ছিনিয়ৰ বিভাগলৈ উত্তীৰ্ণ হয়।

গুৱাহাটীত তেওঁৰ ঘৰুৱা সম্পত্তি লৈ কন্দল লগাত মাকে তেওঁক মাতি আনিলে। ১৮৪৫ খ্ৰীষ্টাব্দত পুনৰ গুৱাহাটীলৈ উভতি আহিল। গুৱাহাটীলৈ তেওঁ আহি আইন পঢ়িছিল চন্দ্ৰামন ভৰালী বৰুৱাৰ ওচৰত।

চাকৰি জীৱনত ঢেকিয়াল ফুকনে খাতা পৰগণাৰ জিম্মাদাৰী, মুন্সিফ, ছাব এছিষ্টেণ্টৰ কাম কৰিছিল। কিছুদিনৰ বাবে বিজনীৰ ৰজাৰ দেৱান আৰু ১৮৫২ খৃঃৰপৰা বৰপেটাত ছাব এছিষ্টেণ্ট আৰু ডেপুটি কালেক্টৰৰ পদ লাভ কৰে। ঢেকিয়াল ফুকনৰ পূৰ্বে কোনো ভাৰতীয় মানুহকে ছাব এছিষ্টেণ্ট পদত নিয়োগ কৰা হোৱা নাছিল। পিছত তেওঁ জুনিয়ৰ এছিষ্টেণ্ট, সদৰামিন আদি পদবী আৰু অস্থায়ীভাৱে জিলাৰ ভাৰো পাইছিল। ১৮৫৯ খ্ৰীষ্টাব্দৰ ১৬ জুনত মাত্ৰ ২৯ বছৰ ৯ মাহ বয়সতে এই গৰাকী প্ৰতিভাবান পুৰুষৰ জীৱন-বন্তি নিৰ্বাপিত হয়।

অসমীয়া পঢ়াশলীয়া পাঠ্য-পুথিৰ অভাৱৰ প্ৰতি লক্ষ্য ৰাখি ঢেকিয়াল ফুকনে 'অসমীয়া লৰাৰ মিত্ৰ' নামৰ এখনি পুথি লিখিছিল। তদুপৰি ঢেকিয়াল ফুকনৰ ভালেমান ৰচনা অঃ লঃ মঃ ছদ্মনামত 'অৰুনোদই'ত প্ৰকাশ হৈছিল। 'ইংলণ্ডৰ বিবৰণ', 'হিন্দুস্থানৰ নানা প্ৰদেশ', 'অসম দেশ শত্ৰুএ আক্ৰমণ কৰা কথা', 'নানা সংবাদ' আদি ঢেকিয়াল ফুকনৰ উল্লেখযোগ্য প্ৰবন্ধ।



তেওঁৰ আন এখন পুথি A Native ছদ্মনামত ৰচনা কৰা A few remarks on the Assamese Language, and on Vernacular Education in Assam (১৮৫৫)। কলিকতা সদৰ দেৱানী আদালতৰ জজ মিঃ এনড্ৰু মফাট মিলছে অসমীয়া ভাষা সম্পৰ্কে অনুসন্ধান কৰিবলৈ আহোঁতে অসমীয়া ভাষা সাহিত্যৰ স্বকীয় বৈশিষ্ট্য উক্ত পুথিখনৰ জৰিয়তে প্ৰতিপন্ন কৰিবলৈ বিচৰা হৈছিল।

ফুকনৰ কৰ্মবহুল জীৱনৰ প্ৰতি দৃষ্টি ৰাখি হপ্‌কিনছ্‌ চাহাবে কৈছিল, "বঙ্গদেশত ৰামমোহন ৰায় যেনে, অসমত আনন্দৰাম ফুকনো তেনে। কিন্তু এই দুই দেশৰ অৱস্থাৰ প্ৰভেদ লৈ আৰু আনন্দৰাম ফুকনৰ নিজৰ উন্নতিৰ নিমিত্তে কিমান অসুবিধা আছিল তালৈ চাই তেওঁক ৰামমোহন ৰায়তকৈও অসাধাৰণ বোলা উচিত।" ফুকনৰ কন্যা পদ্মাৱতী দেৱী ফুকননী 'সুধৰ্মাৰ উপাখ্যান' আৰু 'হিতসাধিকা'ৰ লিখিকা আৰু পুত্ৰ ৰাধিকাৰাম ঢেকিয়াল ফুকন অসমৰ প্ৰথম পি. এইচ. ডি.।

### হেমচন্দ্ৰ বৰুৱা

'হেমৰ কোষ'ৰে ওখ দৌল বন্ধা সাহিত্যৰথী হেমচন্দ্ৰ বৰুৱা সৰ্বজন পৰিচিত ব্যক্তি। তেওঁৰ পিতৃ মুক্তাৰাম বৰুৱা। ১৭৫৭ শকৰ (১৮৩৫ খৃঃ) আঘোণ মাহত হেমচন্দ্ৰ বৰুৱাৰ জন্ম। তেওঁৰ ন বছৰ বয়সত বিদ্যাৰম্ভ। কিন্তু ১২ বছৰ বয়সতে তেওঁৰ দেউতাকৰ মৃত্যু হয়। দেউতাকৰ মৃত্যুত দদায়েক লক্ষীনাথ বৰুৱাই হেমচন্দ্ৰ বৰুৱাৰ পৰিয়ালক শিৱসাগৰলৈ আনি তেওঁক ৪ টকা দৰমহাত নকল নবিচৰ কামত নিযুক্ত কৰি দিলে। সেই সময়তে তেওঁ উৰ্বিধৰ বৰুৱাৰ তলত সংস্কৃত আৰু ব্ৰোডী চাহাবৰ ওচৰত হিন্দী আৰু ইংৰাজী শিকিছিল। কিন্তু দদায়েকে ইংৰাজী শিকিলে জাত যাব বুলি ভাবি বেয়া পাইছিল। কিছুদিন তেওঁ শিৱসাগৰ হাইস্কুলৰ দ্বিতীয় শিক্ষক স্বৰূপে কাৰ্য নিৰ্বাহ কৰিছিল। পিছত তেওঁক মেজৰ এগনিউ ছাহাবে গুৱাহাটীলৈ আনি কাছাৰিত Translator বা ভাষা-ভঙা কাকতি নিযুক্ত কৰিছিল। ইয়াৰ পিছত এবাৰ স্কুল বিভাগৰ ডেপুটি ইন্সপেক্টৰ আৰু এবাৰ অস্থায়ীভাৱে ই. এ. চি. পদ লাভ কৰিছিল। কিন্তু পঢ়াশুনাত বাধা পৰিব বুলি

তেওঁ এই পদ প্ৰত্যাখান কৰিছিল। পিছত গুৱাহাটীতে তেওঁ ট্ৰেনশ্লেটৰৰ পৰা গৈ অফিচ চুপাৰিন্টেণ্ডেন্ট হয়গৈ।

প্ৰথমতে অৰুণোদইত 'অনেক বিয়া কৰোৱা অযুগুত' নামৰ প্ৰবন্ধ এটি 'শ্ৰী সোণাৰচাঁদ' ছদ্মনামত প্ৰকাশ হয়। হেমচন্দ্ৰ বৰুৱাই অৰুণোদয় আৰু মিছনাৰীৰ বৰ্ণ-বিন্যাস সমৰ্থন কৰা নাছিল। তেওঁৰ যত্নতে 'অৰুণোদই সম্বাদ পত্ৰ'ৰ নাম 'অৰুণোদয়' হ'ল। ব্ৰাউন-ব্ৰন্সন, নিধিলেভি ফাৰেল আদিৰ সতে ফেৰ মাৰিও হেমচন্দ্ৰ বৰুৱাই নিভাঁজ অসমীয়া বৰ্ণ-বিন্যাসৰ প্ৰতি উঠিপৰি লাগিছিল। বৰুৱাৰ সম্পাদনাতে প্ৰকাশ হৈছিল 'আসাম নিউজ' (১৮৮২-৮৫ খৃঃ) নামৰ এখন মাহেকীয়া ইংৰাজী-অসমীয়া আলোচনী। আয়ুস চুটি যদিও আধুনিক অসমীয়া ভাষাৰ নিৰ্দিষ্ট গঢ় দিয়াত আৰু স্থায়ী ৰূপ দিবলৈ যত্ন কৰাত 'আসাম নিউজ'ৰ বৰঙণি সকলোতকৈ বেছি।

অসমীয়া ভাষা-সাহিত্যলৈ হেমচন্দ্ৰ বৰুৱাৰ অমৰ দান ২২৩৪৬টা শব্দ সম্বলিত অভিধান 'শব্দকোষ'। তেওঁৰ মৃত্যুৰ পিছত 'শব্দকোষ' অভিধানখনি 'হেমকোষ' নাম দি হেমচন্দ্ৰ গোস্বামী আৰু কৰ্নেল পি. আৰ. টি. গৰ্ডনে সম্পাদনা কৰি উলিয়ায় (১৯০০ খৃঃ)। বৰুৱাই জীৱদ্দশাতে 'পঢ়াশালীয়া অভিধান' নাম দি এখনি সৰু অভিধান ছপাই উলিয়ায় (১৮৯২ খৃঃ)।

১৮৭৩ খৃঃ ৰ পৰা অসমীয়া ভাষা পুনৰ আদালত আৰু পঢ়াশালীৰ ভাষাৰূপে ব্যৱহাৰ হোৱাত হেমচন্দ্ৰ বৰুৱাই অসমীয়া পঢ়াশলীয়া পুথিৰ অভাৱৰ প্ৰতি লক্ষ্য কৰি 'অসমীয়া ব্যাকৰণ' (১৮৫৩, ৭৩), 'অসমীয়া লৰাৰ ব্যাকৰণ' (১৮৮২', 'অসমীয়া লৰাৰ আদি পাঠ', আগছোৱা, মাজছোৱা আৰু শেষছোৱা (১৮৭৫-৭৬), 'পাঠমালা' আদি পুথি ৰচনা কৰিছিল। আদিপাঠ খনৰ বাবে তেওঁ চৰকাৰৰ পৰা বঁটা লাভ কৰিছিল।

তেওঁৰ 'কানীয়াৰ কীৰ্তন' (১৮৬৮ খৃঃ) প্ৰথম অসমীয়া প্ৰহসন। তেওঁৰ 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰি' আন এখন উপন্যাসৰ লেখীয়া পুথি। দুয়োখন পুথিতে অধঃপতিত অসমীয়া সমাজৰ ব্যঙ্গচিত্ৰ, ধৰ্মৰ নামত চলা ভণ্ডামি-ব্যভিচাৰ, বিচাৰৰ নামত চলা ভেকোভাওনাৰ কথা প্ৰকাশ কৰিছে। আধুনিক অসমীয়া সাহিত্যৰ ব্যঙ্গ আৰু হাস্যৰসৰ মূলতেও এই দুখন পুথি। Notes on the Marriage Systems of



the People of Assam (১৮৯২) আৰু স্বাস্থ্যৰক্ষা (Way to Healthৰ ভাঙনি) আদি তেওঁৰ আন আন পুথি। বিধে বিধে অভিধান, ব্যাকৰণ, নাটক, পাঠ্য আৰু আন আন পুথি ৰচনা কৰি হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষা-সাহিত্যৰ বৰভেটি ৰচনা কৰিছিল।

ত্যাগ আৰু সংযমৰ প্ৰতিমূৰ্তি, অসমীয়া সাহিত্যৰ ভীষ্ম পুৰুষ হেমচন্দ্ৰ বৰুৱা ১৮৯৬ খৃঃত স্বৰ্গী হয়।

### আনন্দৰাম বৰুৱা

মাত্ৰ একুৰি উনৈশ বছৰ বয়সত মৃত্যু বৰণ কৰা আনন্দৰাম বৰুৱা এগৰাকী মেধাবী ছাত্ৰ, সুদক্ষ প্ৰশাসক আৰু বিশ্ব-বিশ্ৰুত পণ্ডিত আছিল। ১৮৫০ খৃঃ ৰ মে মাহত (১৭৭২ শক, জেঠ) উত্তৰ গুৱাহাটীত আনন্দৰাম বৰুৱাৰ জন্ম হয়। তেওঁৰ পিতৃ প্ৰখ্যাত মজিন্দাৰ বৰুৱা বংশৰ গৰ্গৰাম বৰুৱা আৰু মাতৃ দুৰ্লভেশ্বৰী বৰুৱানী।

উত্তৰ গুৱাহাটীৰ পাঠশালা স্কুলতে তেওঁৰ প্ৰথম পঢ়াশালীয়া শিক্ষা আৰম্ভ হয়। গুৱাহাটীৰ ইংলিছ ছেমিনাৰীত পঢ়ি ১৮৬৪ খৃঃত চৈধ্য বছৰ বয়সত দ্বিতীয় বিভাগত এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈছিল। স্কুলৰ চাৰি বেৰৰ মাজতে তেওঁ সংস্কৃত অমৰ কোষ মুখস্থ আৰু সংস্কৃত অলংকাৰ ব্যাকৰণৰ বিষয়ে খৰচি মাৰি অধ্যয়ন কৰিছিল।

ছাত্ৰ আনন্দৰামৰ প্ৰতিভাই বিকাশ লাভ কৰিলে কলিকতাৰ প্ৰেছিডেন্সী কলেজত। সেই কলেজৰ পৰাই এফ. এ পৰীক্ষাত প্ৰথম বিভাগত ষষ্ঠ আৰু বি, এ. পৰীক্ষাত তৃতীয় স্থান লাভ কৰি উত্তীৰ্ণ হ'ল আৰু ৪০০ টকীয়া ষ্টেট স্কলাৰছিপ আৰু গিলক্ৰাইষ্ট স্কলাৰছিপ লাভ কৰি উচ্চ শিক্ষাৰ বাবে বিলাতলৈ যাত্ৰা কৰিলে। নিজৰ প্ৰতিভা আৰু মেধাশক্তিৰ বলত ১৮৭২ খৃঃত সপ্তম স্থান অধিকাৰ কৰি আই. চি. এছ. পৰীক্ষাত উত্তীৰ্ণ হল। লগতে ব্যাৰিষ্টাৰী আৰু লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা বি. এফ. চি. পৰীক্ষাতো উত্তীৰ্ণ হৈছিল। আনন্দৰাম বৰুৱা অসমৰ প্ৰথম আৰু ভাৰতৰ পঞ্চম চিভিলিয়ান।

বিলাতৰ পৰা উভতি অহাৰ পিছত ১৮৭২ খৃঃত আনন্দৰাম বৰুৱাৰ প্ৰথম চাকৰি জীৱন আৰম্ভ হয় শিৱসাগৰ চহৰত। কিন্তু তেওঁ চাকৰিৰ পৰা ছুটি লৈ দ্বিতীয়বাৰ বিলাতলৈ গৈ বৃটিছ মিউজিয়াম, বডেলিয়াৰ লাইব্ৰেৰীত

গভীৰভাৱে সংস্কৃত অধ্যয়ন কৰিছিল। বিলাতৰ পৰা উভতি অহাৰ পিছত ১৮৮৪ খৃঃ ত তেওঁ নোৱাখালীত মেজিষ্ট্রেট নিযুক্ত হয়। নোৱাখালীত কৰা প্ৰজাহিতকৰ কামৰ বাবে তেওঁক মানুহে দেৱতাৰ দৰে সন্মান কৰিছিল।

আনন্দৰাম বৰুৱাই তেওঁৰ চুটি জীৱন কালছোৱাত বিধে বিধে পুথি ৰচনা কৰিছিল। বিজ্ঞানসন্মতভাৱে লিখা ইংৰাজী-সংস্কৃত অভিধানখনি (A Practical English-Sanskrit Dictionary, 1877-80) বৰুৱাৰ জীৱনৰ কীৰ্তিস্তম্ভ। তেওঁৰ 'উচ্চ সংস্কৃত ব্যাকৰণ' সংস্কৃত ভাষাৰ বিষয়ে লিখা এখন ব্যাকৰণ। 'প্ৰাচীন ভাৰতৰ ভূগোল' (On the Ancient Geography of India) ভাৰতবৰ্ষৰ প্ৰাচীন ঠাইবিলাকৰ ঐতিহ্য আৰু পুৰাবৃত্তৰ চমু পৰিচয় দি লিখা গ্ৰন্থ। এইখন পুথি বৰুৱাৰ তৃতীয় খণ্ড অভিধানৰ পাতনি স্বৰূপে প্ৰকাশ হৈছিল।

ভৱভূতি আনন্দৰাম বৰুৱাৰ প্ৰিয় কবি আছিল। 'ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ স্থান' (Bhababhuti and His Place in Sanskrit Literature) ভৱভূতিৰ অমৰ ৰচনাৰাজি সম্বন্ধে লিখা পুথি। জানকীৰাম ভাষ্য টীকাসম্বলিত "ভৱভূতিৰ মহাবীৰ চৰিত" পুথি (Bhababhuti's Mahabir Charitam) ভৱভূতিৰ পৰিচয়ৰ লগতে ভালেমান টীকা ভাষ্য মিলাই জানকীৰাম ভাষ্য নামেৰে সম্পাদনা কৰিছে।

বামণ, বাণভট্ট আৰু সৰস্বতী কণ্ঠাভৰণ (Vamana, Sutra-vritti, Vagbhatalankara, Saraswati kanthabharana), ধাতুবৃত্তিসাৰ (Dhatuvrittisara), অমৰ সিংহৰ নামলিঙ্গানুশাসন (Amarsingha's Namalinganusasana) আৰু ধাতু বৃত্তি কোষ বা ধাতু পাঠ (Dhatu-kosa or Dhatupath) তেওঁৰ আন আন উল্লেখযোগ্য গ্ৰন্থ।

'সংস্কৃত শিক্ষাৰ্থীৰ সহচৰ' (A Companion to the Sanskrit Reading Undergraduates of the Calcutta University) আৰু উচ্চ সংস্কৃত ব্যাকৰণ (Higher Sanskrit Grammar) সংস্কৃত ভাষা সাহিত্য সম্বন্ধীয় পুথি।

নিষ্ঠা আৰু ঐকান্তিকতাৰে ভাষা সাহিত্যৰ সেৱা কৰা আনন্দৰামৰ ইমান হাড়-ভঙা পৰিশ্ৰম শৰীৰে সহ্য কৰিব নোৱাৰিলে। পক্ষাঘাত ৰোগত আক্ৰান্ত হৈ ১৮৮৯ খৃঃ ৰ ১৯ জানুৱাৰীত কলিকতা চহৰত অসমৰ কৃতী সন্তান আনন্দৰাম বৰুৱাৰ জীৱন বন্তি নিৰ্বাপিত হ'ল।



**মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য**

১৮৫২ খৃষ্টাব্দত চন্দ্ৰপ্ৰভাৰ গৰ্ভত কেশবাচাৰ্যৰ পুত্ৰ অসমৰ কালিদাস মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্যৰ জন্ম হয় কামৰূপৰ আঠঘৰীয়া গাঁৱত। সৰুৰে পৰা ধীৰেশ্বৰ অত্যন্ত চোকা বুদ্ধিৰ আৰু অসাধাৰণ স্মৃতি-শক্তি-সম্পন্ন ল'ৰা আছিল। বাল্যকালতেই তেওঁ অমৰকোষ, ৰত্নমালা ব্যাকৰণ আদি আয়ত্ত কৰিছিল। পিছত ব্যাকৰণ আৰু ছন্দশাস্ত্ৰত বিশেষ ব্যুৎপত্তি লাভকৰে। পিতৃকুল মাতৃকুল দুয়োফালৰ পৰা প্ৰাচীন শাস্ত্ৰজ্ঞ পণ্ডিত পৰিয়ালৰ সন্তান ধীৰেশ্বৰো যে সংস্কৃত ভাষা-সাহিত্যত অগাধ পাণ্ডিত্যৰ অধিকাৰ হ'ব তাত আৰু বিচিত্ৰ কি আছে ? স্বপ্নাদেশমতে তেখেতে পাণিনীয় সিদ্ধান্ত কৌমুদী ব্যাকৰণ পঢ়িবলৈ লয় আৰু তাতো ব্যুৎপত্তি লাভ কৰে। ছাত্ৰ ধীৰেশ্বৰে ক্ৰমে উত্তৰ গুৱাহাটী, নগাঁও, গুৱাহাটীৰ শুক্ৰেশ্বৰ দেৱালয়, কামাখ্যা দেৱালয়, আউনীআটী আৰু দক্ষিণপাট সত্ৰ আদি টোলত অধ্যাপনা কৰে। নগাঁৱত অধ্যাপনা কৰি থকা সময়তে মহাৰাষ্ট্ৰৰ বিদুষী মহিলা ৰমাবাঈ আহি তেখেতৰ লগত শাস্ত্ৰালোচনা কৰে। ধীৰেশ্বৰাচাৰ্যৰ পাণ্ডিত্য আৰু কবিত্বৰ কাৰণেই কোচ বিহাৰত উপাধি লাভ কৰে। ঢাকা, কাশী, কলিকতা আদি ঠাইলৈকো গৈ সেই সেই ঠাইৰ পণ্ডিতসকলৰ লগত শাস্ত্ৰাদি আলোচনা কৰিছিল। সময়ত শাস্ত্ৰীয় সমস্যা লৈ তৰ্কও হৈছিল, পিছত বিদ্বৎ সমাজত পৌৰোহিত্য কৰি সংস্কৃত ভাষাৰে সুৰলা অথচ ওজস্বিতাপূৰ্ণ বক্তৃতা দি সকলোকে কামৰূপী পণ্ডিতৰ পাণ্ডিত্য আৰু শাস্ত্ৰজ্ঞানেৰে হতবাক কৰিছিল। এবাৰ কলিকতাৰ এনে এখন সভাত তেখেতে আগতীয়াকৈ ৰচনা নকৰাকৈয়ে 'ভুজঙ্গ প্ৰয়াত' ছন্দত অনৰ্গল বক্তৃতা দিবলৈ ধৰাত কেইজনমান বিদেশী পণ্ডিতে তেখেতৰ পাণ্ডিত্যত সন্দেহ কৰি অন্য ছন্দত শ্লোক ৰচনা কৰিবলৈ অনুৰোধ কৰিলে। কবিৰত্ন ধীৰেশ্বৰাচাৰ্যয়ো কাল বিলম্ব নকৰি অন্য ছন্দত ৰচনা কৰি শুনাই তেওঁলোকৰ সন্দেহ ভঞ্জন কৰিছিল। স্বামী বিবেকানন্দ যেতিয়া গুৱাহাটীলৈ আহিছিল তেতিয়া তেখেতৰ সম্বৰ্ধনাৰ বাবে আয়োজিত সভাত তেখেতে সংস্কৃত ভাষাত বক্তৃতা দিছিল। কিন্তু বিবেকানন্দৰ সেই সংস্কৃত বক্তৃতাত ভুল আছিল। সভাৰ মাজতে সেই ভুল আঙুলিয়াই দিবলৈ ধীৰেশ্বৰাচাৰ্যদেৱে কুণ্ঠা বোধ কৰা নাছিল। স্বামী বিবেকানন্দয়ো তেওঁৰ পাণ্ডিত্যৰ প্ৰশংসা নকৰি থাকিব পৰা নাছিল।

ধীৰেশ্বৰাচাৰ্যদেৱৰ সাহিত্যকৃতিৰ ভিতৰত উল্লেখযোগ্য হৈছে

'বৃত্ত-মঞ্জৰী' নামৰ ছন্দোশাস্ত্ৰখনি। ইয়াত সংস্কৃত ছন্দসমূহৰ লক্ষণ নিৰ্ণয় কৰা হৈছে। কালিদাসকে আদি কৰি কবিসকলৰ কাৰ্যত থকা অভিধাহীন শ্লোকবোৰৰো তেখেতে নামকৰণ কৰিছিল। আনকি মহাকবি কালিদাসৰ ৰচনাতো ছন্দৰ অসঙ্গতি আৰু অসম্পূৰ্ণতা দেখুৱাবলৈ তেখেত সমৰ্থ হৈছিল। পণ্ডিত সমাজত ভূয়সী প্ৰশংসাৰে স্বীকৃতি লাভ কৰা 'বৃত্তমঞ্জৰী'ৰ উপৰি তেখেতে 'কাণখোৱা' কাব্যৰ সংস্কৃত অনুবাদ 'লীলামঞ্জৰী' ৰচনা কৰিছিল। ইয়াৰ বাহিৰেও লৰ্ড কাৰ্জনৰ গুৱাহাটী আগমন উপলক্ষে সংস্কৃত অভিনন্দন, ৭ম এডোৱাৰ্ডৰ মৃত্যু আৰু ৫ম জৰ্জৰ ৰাজ্যাভিষেক উপলক্ষে ৰচনা কৰা সংস্কৃত খণ্ড কাব্য, ৰাধাৰ কলংক ভঞ্জন আদি উল্লেখযোগ্য। এইজনা পণ্ডিতৰ গুণ-মুগ্ধ কোচবিহাৰ, বিজনী, গৌৰীপুৰৰ ৰজা আৰু জমিদাৰসকলে তেখেতৰ কাৰণে বাৰ্ষিক বৃত্তিৰ ব্যৱস্থা কৰিছিল। অসমৰ বাহিৰত তেখেতে পাইছিল সন্মান আৰু খ্যাতি আৰু অসমত পাইছিল ৰাজ অনুগ্ৰহ স্বৰূপ 'মহামহোপাধ্যায়' উপাধি।

মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য কবিৰত্নদেৱে নিজৰ কৰ্ম জীৱনৰ সঞ্চিত ধনেৰে জন্মস্থানৰ ওচৰৰ পাণ্ডুলা গাঁৱত 'দামোদৰ ধাম' সত্ৰত এখন সংস্কৃত টোল স্থাপন কৰে। সেয়ে পিছলৈ 'ধীৰেশ্বৰাচাৰ্য টোল' নামে জনাজাত হয়। তেখেতৰ প্ৰচেষ্টাতে 'কামৰূপ সংস্কৃত সঞ্জীৱনী সভা' প্ৰতিষ্ঠা হয়।

মুঠতে সংস্কৃত টোল প্ৰতিষ্ঠা কৰাৰপৰা শাস্ত্ৰ চৰ্চা, কাব্য ৰচনা আদিৰ যোগেদি এইগৰাকী ক্ষণজন্মা পণ্ডিতে অসমত সংস্কৃত চৰ্চাক পুনৰুজ্জীৱিত কৰাৰ লগতে ভাৰতৰ বাহিৰত অসমৰ নাম চিৰ উজ্জ্বল কৰি থৈ গ'ল।*

( * অধ্যাপিকা শ্ৰীমতী ভুবনেশ্বৰী বৈশ্যৰ দ্বাৰা লিখিত )

## ৰাধানাথ ফুকন

ৰাধানাথ ফুকনেই অসমীয়াৰ ভিতৰত প্ৰথম এম, এ, ( ১৮৯৭ খৃঃ )। পদাৰ্থ বিজ্ঞানত স্নাতকোত্তৰ ডিগ্ৰি লাভ কৰিলেও ৰাধানাথ ফুকন এগৰাকী উচ্চদৰ্শী দাৰ্শনিক। পদাৰ্থ বিজ্ঞানৰ ছাত্ৰ হিচাপে ৰাধানাথ



ফুকনৰ ৰচনাত বৈজ্ঞানিকৰ বিশ্লেষণ আৰু দাৰ্শনিকৰ তত্ত্ব অনুসন্ধিৎসাৰ সমন্বয় ঘটিছে।

ৰাধানাথ ফুকনৰ পিতৃ কৃপানাথ ফুকন আৰু মাতৃ ৰুক্মিণী দেৱী। 'আসাম বুৰঞ্জী পুথি' প্ৰণেতা কাশীনাথ তামুলিফুকন ৰাধানাথ ফুকনৰ উপৰিপুৰুষ।

ৰাধানাথ ফুকনৰ জন্ম হয় ১৮৭৫ খৃঃৰ ১৫ জুনত, ১৭৯৭ শকৰ এক আহাৰত, যোৰহাটত। শিৱসাগৰতে ফুকনৰ পঢ়াশলীয়া শিক্ষা আৰম্ভ হয়। ১৮৯১ খৃঃতে তেওঁ শিৱসাগৰ হাইস্কুলৰ পৰা কুৰি টকীয়া বৃত্তি লাভ কৰি এণ্ট্ৰেঞ্চ পৰীক্ষাত উত্তীৰ্ণ হয়।

উচ্চ শিক্ষাৰ বাবে কলিকতালৈ গৈ কলিকতাৰ প্ৰেছিডেন্সী কলেজৰ পৰা এফ. এ. আৰু বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। পুনৰ কলিকতাতে এম. এ. আৰু ল পঢ়ি ১৮৯৭ খৃঃত এম. এ. আৰু ১৮৯৮ খৃঃত বি. এল. ডিগ্ৰী লাভ কৰিছিল। ছাত্ৰাৱস্থাৰ নানান ঘৰুৱা বিপৰ্যয়ে ফুকন ডাঙৰীয়াক পঢ়াশুনাত বিশেষ বাধাৰ সৃষ্টি কৰিব পৰা নাছিল। কলিকতাত ফুকন ডাঙৰীয়াই পঢ়া কালছোৱাই আছিল অঃ ভাঃ উঃ সাঃ সভা আৰু নৱন্যাস আন্দোলনৰ পয়োভৰৰ কাল। ফুকন আছিল অঃ ভাঃ উঃ সাঃ সভাৰ সক্ৰিয় সদস্য আৰু ১৮৯৫ খৃঃত অষ্টম বছৰৰ বাবে ৰমাকান্ত বৰকাকতীৰ সৈতে যুটীয়া সম্পাদক।

কলেজীয়া শিক্ষা শেষ কৰি পোনতে তেওঁ যোৰহাটতে আইন ব্যৱসায় কৰিছিল। যোৰহাটৰ সাৰ্বজনীন সভা আদিৰ লগতো নিবিড়ভাৱে জড়িত আছিল।

১৯০৩ খৃঃত তেওঁ ই.এ.চি. হয়। চৰকাৰী চাকৰিত দোপত দোপে উন্নতি কৰি চেনছাছৰ ডেপুটি ছুপাৰিনটেণ্ডেন্ট, এছ. ডি. অ., ডিৰেক্টৰ অৱ ইনডাষ্ট্ৰিজ, সমবায়ৰ ৰেজিষ্ট্ৰাৰ আদি পদ লাভ কৰিছিল। শেষত জিলা ন্যায়াধীশ স্বৰূপে কাৰ্য নিৰ্ব্বাহ কৰি অৱসৰ গ্ৰহণ কৰে।

১৮৯১ খৃঃৰ চেন্‌ছাছ ৰিপোৰ্টত হেনো অসমত শ্ৰীশঙ্কৰদেৱে বংগদেশৰ শ্ৰীচৈতন্যৰ বৈষ্ণৱী ধৰ্ম প্ৰচাৰ কৰিছিল বুলি স্পষ্টভাৱে লিখা আছিল। পিছত ফুকনে চেনছাছ বিভাগত কাৰ্যনিৰ্বাহ কৰা কালছোৱাত সেই ভুল দৃঢ়ভাৱে সংশোধন কৰিছিল।

ফুকন ডাঙৰীয়াৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ পৰিচয় প্ৰকাশ পাইছে

অৱসৰৰ পিছত ৰচনা কৰা জ্ঞানগধুৰ পাণ্ডিত্যপূৰ্ণ ৰচনাৰাজিৰ মাজেৰে। তেওঁৰ জ্ঞানৰ গভীৰতা, পাণ্ডিত্যৰ চিন স্বৰূপেই নলবাৰী সংস্কৃত সঞ্জীৱনী সভাই তেওঁক ১৯৫৭ খৃঃত বেদান্ত-বাচস্পতি উপাধি প্ৰদান কৰে। গুৱাহাটী বিশ্ববিদ্যালয়েও ১৯৬৪ খৃঃত কৃষ্ণকান্ত সন্দিকৈ আৰু ৰাধানাথ ফুকনক সন্মান-সূচক ডি. লিট. উপাধিৰে ভূষিত কৰে। এগৰাকী সুদক্ষ চৰকাৰী চাকৰিয়াল স্বৰূপেও ইংৰাজ চৰকাৰৰ পৰা লাভ কৰিছিল ৰায়বাহাদুৰ খিতাপ।

'সাংখ্য-দৰ্শন', 'বেদান্ত-দৰ্শন', 'শ্ৰীমদ্ভাগৱদ গীতা', 'কথাৰে উপনিষদ', 'বিজ্ঞানৰ সিপাৰে', 'জন্মান্তৰৰ ৰহস্য' আদি ফুকন ডাঙৰীয়াৰ ৰচিত গ্ৰন্থ। 'The Theory of Rebirth' আৰু 'The Sankhayakarika of Iswar Krisna' তেওঁৰ আন দুখন ইংৰাজী গ্ৰন্থ। ফুকনৰ তত্ত্বদৰ্শি পাণ্ডিত্যপূৰ্ণ ৰচনাৰাজি পঢ়ুৱৈ সমাজত বিশেষভাৱে সমাদৃত হৈছিল।

ৰাধানাথ ফুকন আনহাতে এগৰাকী গীতিকাৰো আছিল। 'কিয়নো পাহৰা অসমীয়া হেৰা, চিৰকাল তুমি আছিলা স্বাধীন,' ৰাধানাথ ফুকন ৰচিত এটি জনপ্ৰিয় গীত।

অসম সাহিত্য-সভাৰ যোৰহাটত অনুষ্ঠিত ত্ৰয়োবিংশ অধিবেশনৰ (১৯৫৪) অভ্যৰ্থনা সভাৰ ফুকন আছিল সভাপতি।

১৯৬৪ খৃঃৰ ২৩ জুনত ফুকন ডাঙৰীয়াৰ বিয়োগ হয়।

### লক্ষ্মীনাথ বেজবৰুৱা

খৃষ্টিয়ান মিছনাৰী চাহাব আৰু আনন্দৰাম ঢেকিয়াল ফুকন আদিৰ যত্নত পুনঃ প্ৰতিষ্ঠা লাভ কৰা অসমীয়া ভাষাৰ উপৰিও সাহিত্য, সংস্কৃতি সকলো ক্ষেত্ৰতে চকুচৰহা বিদেশীৰ কুকুৰানখীয়া আচোৰ খৰ্ব কৰি আধুনিক যুগৰ ফেহুজালিতে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক সৰ্বপ্ৰকাৰৰ ৰক্ষা-কবচ পিন্ধাই জগত-সভাত নকৈ প্ৰতিষ্ঠা কৰা ব্যক্তিসকলৰ ভিতৰত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা আছিল অন্যতম। শ্ৰীমন্ত শংকৰদেৱৰ পিছতে ভাষা-সাহিত্য-সংস্কৃতিৰ পূজাৰীসকলৰ ভিতৰত লক্ষ্মীনাথ সৰ্বাগ্ৰণী। ইয়াৰ বাবে যি ত্যাগ, কৰ্মনিষ্ঠা, একাগ্ৰতা, জাগ্ৰত স্বদেশ প্ৰেমৰ চানেকি লক্ষ্মীনাথে এৰি গ'ল, সি সকলোৰে আদৰণীয়।

১৮৬৪ খৃঃৰ লক্ষ্মীপূৰ্ণিমা তিথিত ব্ৰহ্মপুত্ৰৰ বুকুত নাৱৰ ওপৰতে লক্ষ্মীনাথৰ জন্ম হয়। তেওঁৰ পিতৃ দীননাথ বেজবৰুৱা আৰু মাতৃ থানেশ্বৰী



দেৱী। চৰকাৰী চাকৰিৰ দায়িত্ব লৈ ঘূৰিফুৰা পিতৃৰ লগত লক্ষ্মীনাথৰ বাল্যকাল অতিবাহিত হয় বৰপেটা, উত্তৰ লক্ষীমপুৰ, গুৱাহাটী আদি চহৰত। ১৮৮৬ খৃঃত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা কুৰি টকীয়া বৃত্তি লাভ কৰি প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। কলিকতাৰ ৰিপন, চিটি আৰু জেনেৰেল এছেম্বলি কলেজত পঢ়ি এফ.এ আৰু ১৮৯০ খৃঃত বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। কলিকতাতে পুনৰ এম এ. আৰু ল পঢ়িছিল। পঢ়ি থকা অৱস্থাতে ১৮৯১ খৃঃত তেওঁ কলিকতাৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ হেমন্তনাথ ঠাকুৰৰ কন্যা প্ৰজ্ঞা সুন্দৰীৰ লগত বিবাহ বন্ধনত আবদ্ধ হয়।

১৮৮৮ খৃঃৰ ২৫ আগষ্টত কলিকতাৰ মিৰ্জাপুৰ ষ্ট্ৰীটৰ অসমীয়া ছাত্ৰৰ বহাতে অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ জন্ম। উক্ত সভাৰ জন্ম-লগ্নৰ লগত জড়িত হৈ তেওঁ সম্পাদক, ধন ভঁৰালী আদি বিবিধ দায়িত্ব বহন কৰিছিল। পিছৰ বছৰত প্ৰকাশিত সভাৰ মুখপত্ৰস্বৰূপ জোনাকী আলোচনীৰো তেওঁ তৃতীয় আৰু চতুৰ্থ বছৰৰ সম্পাদক আছিল। এই জোনাকীতে 'লিটিকাই' নাটক, পদুম 'কুৱঁৰী' উপন্যাস আৰু প্ৰথম চুটি গল্প 'কন্যা' প্ৰকাশ পায়।

বেজবৰুৱাৰ সম্পাদনাত প্ৰকাশ হোৱা দ্বিতীয় আলোচনী হ'ল বাঁহী (১৮৩১ শক আঘোণ, ১৯০৯ খৃঃ)। বাঁহীতে বেজবৰুৱাৰ সাহিত্য-সাধনাৰ চৰম বিকাশ ঘটে। তেওঁ গীত, নাট, সাধুকথা, হাস্যৰসাত্মক প্ৰবন্ধ, তত্ত্বগধুৰ আলোচনা সকলো ধৰণৰ গ্ৰন্থ লিখে। কবিতাৰ পুথি 'কদম কলি,' উপন্যাস 'পদুম কুৱঁৰী', চুটি গল্পৰ সংকলন 'সুৰভি', 'জোনবিৰি', 'সাধুকথাৰ কুকি', 'কেঁহোকলি', সাধুকথাৰ পুথি 'জুনুকা,' 'বুঢ়ী আইৰ সাধু', 'ককাদেউতা আৰু নাতি লৰা' আদি বেজবৰুৱাৰ ৰচিত গ্ৰন্থ। লিতিকাই, নোমল, পাচনি, চিকৰপতি নিকৰপতি আৰু ৰজা গদাধৰ তেওঁৰ ধেমেলীয়া নাট। 'জয়মতী কুঁৱৰী', 'স্বৰ্গদেউ চক্ৰধ্বজ সিংহ', 'বেলিমাৰ'—এই তিনিখন বেজবৰুৱাৰ বুৰঞ্জীমূলক নাট। 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা', 'কৃপাবৰ বৰুৱাৰ ওভোতনি', 'ভাবৰ বুৰবুৰণি' আৰু 'বৰবৰুৱাৰ বুলনি'—চাৰিখন কৃপাবৰী ৰচনা সংকলন। 'মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ', 'শঙ্কৰদেৱ', 'তত্ত্বকথা', 'কৃষ্ণকথা', 'অসমীয়া ভাষা আৰু সাহিত্য', 'বাখৰ', 'কামত কৃতিত্ব লভিবৰ সঙ্কেত,' 'ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ জীৱনী', 'ভাৰত বৰ্ষৰ বুৰঞ্জী' আদি মুঠতে বেজবৰুৱাৰ ৰচিত পুথিৰ সংখ্যা ডেৰকুৰিৰো অধিক।

বেজবৰুৱাই ১৮৯২ খৃঃত এলাহাবাদত আৰু পিছত মাদ্ৰাজত অনুষ্ঠিত জাতীয় কংগ্ৰেছত যোগদান কৰিছিল। ১৯৩৩ খৃঃত বৰোদাৰ গাইকোঁৱৰৰ আমন্ত্ৰণক্ৰমে বৈষ্ণৱ ধৰ্ম সম্পৰ্কে এলানি বক্তৃতা দিছিল।

১৯১৬ খৃঃত গুৱাহাটীত অনুষ্ঠিত অসম ছাত্ৰ সন্মিলনৰো প্ৰথম অধিবেশনত পৌৰোহিত্য কৰিছিল বেজবৰুৱাই। ১৯২৪ খৃঃত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ সপ্তম অধিবেশনৰো বেজবৰুৱা সভাপতি আছিল। প্ৰথম বছৰ সপ্তম সংখ্যা বাঁহীত প্ৰকাশিত বেজবৰুৱাৰ 'মোৰ দেশ' শীৰ্ষক 'অ' মোৰ আপোনাৰ দেশ' গীতটোৱে বৰ্তমান অসমৰ জাতীয় সংগীত। সুস্থ সৰল আশাবাদ বেজবৰুৱাৰ লিখনিৰ অন্যতম বৈশিষ্ট্য। জাগ্ৰত স্বদেশানুৰাগ, অপূৰ্ব ৰচনা পদ্ধতি আৰু হাস্যৰস-সৃষ্টি বেজবৰুৱাৰ ৰচনাৰ ঘাই বৈশিষ্ট্য।

১৯৩৮ খৃঃৰ ২৬ মাৰ্চত ডিব্ৰুগড় চহৰত বেজবৰুৱা বৈকুণ্ঠগামী হয়।

### পদ্মনাথ গোহাঞিবৰুৱা

উত্তৰ লক্ষীমপুৰৰ নকাৰী মৌজাৰ নকাৰী গাঁৱত ১৭৯৩ শকৰ ৯ আঘোণ, ১৮৭১ খৃঃৰ ২৪ নবেম্বৰত পদ্মনাথ গোহাঞি বৰুৱাৰ জন্ম। তেওঁৰ পিতৃ ঘিনাৰাম গোহাঞি বৰুৱা আৰু মাতৃ লক্ষী দেৱী। ১৮৯০ চনত কহিমা হাইস্কুলৰপৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাত এফ. এ. আৰু আইন পঢ়ে। কলিকতাত থাকোতেই তেওঁ 'ভানুমতী' আৰু 'লাহৰী' উপন্যাস লিখে। তেওঁ কলিকতাৰপৰা ওলোৱা 'বিজুলী' কাকতৰ গুৰি ধৰিছিল আৰু তাত তেওঁৰ ভানুমতী উপন্যাস আৰু ভালেমান কবিতা প্ৰবন্ধ প্ৰকাশ পায়।

কলেজীয়া শিক্ষা শেষ কৰি কহিমা ইংৰাজী হাইস্কুলত প্ৰধান শিক্ষক স্বৰূপে ১৮৯৩ খৃঃৰপৰা গোহাঞিবৰুৱাই কৰ্মময় জীৱনৰ পাতনি মেলে। তেজপুৰ নৰ্মাল স্কুলৰ প্ৰধান শিক্ষক, তেজপুৰ হাইস্কুল, যোৰহাট হাইস্কুল তেওঁৰ আন আন কৰ্মক্ষেত্ৰ।

তেজপুৰত গোহাঞিবৰুৱাৰ কৰ্মক্ষেত্ৰ বহুমুখী আছিল। অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ সম্পাদক, তেজপুৰ পৌৰ সভাৰ সভাপতি আৰু অসম কাউন্সিলৰ সদস্য।

১৯০০ খৃঃৰপৰা তেজপুৰৰ পৰাই প্ৰকাশ হৈছিল 'আসাম বন্তি'।



গোহাইবৰুৱাই পিছত এইখনৰ সম্পূৰ্ণ সম্পাদনা আৰু পৰিচালনাৰ ভাৰ লৈছিল। গোহাঞিবৰুৱা সম্পাদিত তৃতীয়খন আলোচনী 'উষা' (১৯০৬ খৃঃ)। উত্তৰ জোনাকী যুগৰ ভালেমান ন লিখাৰু সৃষ্টিত উষা আলোচনীৰ কৃতিত্ব সৰ্বাধিক।

গোহাঞিবৰুৱাই প্ৰথমা পত্নী লীলাৱতীৰ করুণ স্মৃতিত ৰচনা কৰিছিল 'লীলা কাব্য' (১৮১৯)। 'জুৰণি' আৰু 'ফুলৰ চানেকি' তেওঁৰ দুখন পূৰ্ব প্ৰকাশিত কবিতাৰ সংকলন। 'জয়মতী', 'গদাধৰ', 'সাধনী', আৰু 'লাচিত বৰফুকন' গোহাঞি বৰুৱাৰ চাৰিখন বুৰঞ্জীমূলক নাটক। 'বাণৰজা' তেওঁৰ একমাত্ৰ পৌৰাণিক নাটক। 'গাওঁবুঢ়া', 'টেটোন তামুলী' আৰু 'ভূত নে ভ্ৰম' তিনিখন প্ৰহসন।

শ্ৰীকৃষ্ণৰ চৰিত্ৰৰ ওপৰত ভেটি কৰি শেষ বয়সত আদ্যলীলা (১৯৩০) মধ্য আৰু অন্তলীলা (১৯৩৯) সম্বলিত তিনি খণ্ডত ৰচনা কৰা শ্ৰীকৃষ্ণ গ্ৰন্থ গোহাঞিবৰুৱাৰ সাহিত্যিক জীৱনৰ কীৰ্তি-স্তম্ভ স্বৰূপ। গীতাসাৰ তেওঁৰ আন এখনি পুথি।

অসমীয়া পাঠ্য পুথিৰ অভাৱৰ প্ৰতি লক্ষ্য ৰাখি শিক্ষাদানৰ অভিজ্ঞতাৰে গোহাঞিবৰুৱাই ৰচনা কৰিছিল ভালে কেইখন পাঠ্য-পুথি। ভূগোল দৰ্শন, নীতিশিক্ষা—মাজছোৱা শেষছোৱা, শিক্ষা বিধি, অসম বুৰঞ্জী, বুৰঞ্জীবোধ, দেশী কছৰৎ আৰু সাহিত্য সংগ্ৰহ গোহাঞি বৰুৱা ৰচিত পঢ়াশলীয়া পুথি।

১৯১৭ খৃঃত শিৱসাগৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ প্ৰথম অধিবেশনৰ সভাপতি আছিল গোহাঞিবৰুৱা। ১৯১৮ খৃঃত গোৱালপাৰাত অনুষ্ঠিত অসম ছাত্ৰ সন্মিলনৰ তৃতীয় অধিবেশন আৰু ১৯১৯ খৃঃত বৰপেটাত অনুষ্ঠিত অসম এছোচিয়েচনৰ ষষ্ঠদশ অধিবেশনৰো সভাপতি গোহাঞি বৰুৱা আছিল।

নিষ্ঠা আৰু ঐকান্তিকতাৰে ভাষাজননীৰ সেৱা কৰি যোৱা আজীৱন সাহিত্যসেৱী গোহাঞিবৰুৱাৰ ১৯৪৬ খৃঃৰ ২১ এপ্ৰিলত তেজপুৰৰ পদ্ম-কুটীৰত জীৱন বন্তি নিৰ্বাপিত হয়।

### লক্ষ্মীৰাম বৰুৱা

সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ জন্ম উত্তৰ গুৱাহাটীত ১৮৬৫ খৃঃত। বেথাৰাম বৰুৱা লক্ষ্মীৰাম বৰুৱাৰ পিতৃ আৰু সেউতী তেওঁৰ মাতৃ।

নিচেই সৰু কালতে লক্ষীৰামে পিতৃ-মাতৃক হেৰুৱায়। বৰ ককায়েক ললিতৰাম বৰুৱাৰ যত্নতে তেওঁ বিদ্যাশিক্ষা কৰে।

সৰুৰে পৰা লক্ষীৰাম বৰুৱাৰ সঙ্গীতৰ প্ৰতি আছিল প্ৰবল অনুৰাগ। পিছত পঢ়া এৰি প্ৰথমে মঙ্গলদৈত জাহাজ কোম্পানীত আৰু পিছত ছিলং চহৰত এটি চাকৰি লাভ কৰে। ছিলং চহৰতে সঙ্গীত সাধনাৰ বাবে পায় অনুকূল পৰিবেশ। পিছত ধুবুৰীলৈ যায়। প্ৰকৃতপক্ষে ধুবুৰীতে তেওঁৰ সঙ্গীত সাধনাৰ বিকাশ হয়। ধুবুৰীতে সান্নিধ্য লাভ কৰে সঙ্গীতপ্ৰেমী গৌৰীপুৰৰ ৰজা প্ৰভাতচন্দ্ৰ বৰুৱাৰ।

ধুবুৰীতে ১৮৯২ খৃঃত জাহ্নবী দেৱীৰ লগত তেওঁৰ বিবাহ হয়। বাৰ বছৰমান বিবাহিত জীৱন অতিবাহিত কৰি আমাডিমা সন্তান এৰি ধুবুৰী চহৰতে পত্নী জাহ্নবী দেৱীৰ মৃত্যু হয়। পত্নীৰ অকাল মৃত্যুৱে তেওঁৰ সঙ্গীত সাধনাত আউল লগাই দিয়ে। দুবছৰৰ দীঘলীয়া ছুটি লৈ গুৱাহাটীত কটায়। তাৰ পিছত তেজপুৰ। তেজপুৰতে তেওঁৰ সঙ্গীত সাধনাৰ বিকাশ হয়। সেই সময়তে তেজপুৰত গঢ়ি উঠে বাণষ্টেজ। বাণষ্টেজৰ বৰুৱা আছিল অন্যতম গুৰি ধৰোঁতা। নামত মিউজিক মাষ্টাৰ।

তেজপুৰতে সঙ্গীতৰ বিষয়ে লিখা দুই চাৰিটা প্ৰবন্ধ গোহাঞি-বৰুৱা সম্পাদিত উষাত প্ৰকাশ হয়। চৰকাৰৰ আহ্বানত স্কুলৰ বাৰ মাহৰ বাবে বাৰটা গীত ৰচনা কৰি সুৰ সংযোজনা আদি কৰি দিয়ে। তেতিয়াৰ পূৰ্ব্ববঙ্গ আৰু অসমৰ স্কুল ইন্সপেক্টৰ মিছ এম. ই. গেৰেটে তেওঁক সঙ্গীতৰ বিশেষ বিষয়া নিয়োগ কৰিব বিচাৰিছিল। ঢাকাতো সঙ্গীতজ্ঞ স্বৰূপে লক্ষীৰাম বৰুৱাই সমাদৰ লাভ কৰিছিল।

সেই সময়ত অসমীয়া গীতৰ বৰ অভাৱ আৰু সমাদৰো বৰ কম। সেইবোৰ কথাৰ প্ৰতি দৃষ্টি ৰাখি অশেষ কষ্ট কৰি তেওঁ নিজেই এখন সঙ্গীতৰ পুথি সংকলনত উঠি পৰি লাগে। নিজৰ ৰচিত আৰু আনৰ প্ৰায় চাৰিশতকৈয়ো অধিক গীতৰ সংকলন 'সংগীত কোষ' ১৯০৯ খৃঃত প্ৰকাশ হয়। তাল-মান, ৰাগ, ৰাগিনী, সম্বলিত এই গ্ৰন্থখনি অসমীয়া সাহিত্যৰ অমূল্য সম্পদ।

তেওঁৰ আন এখন পুথি 'সংগীত সাধনা'। বিভিন্ন ৰাগ-ৰাগিনীৰ ক্ৰমবিকাশ, বিভিন্ন বাদ্য যন্ত্ৰৰ পৰিচয়, তাল-মান স্বৰলিপি আদি সংগীত কলাৰ বিভিন্ন বিষয়ৰ ৰচনা 'সংগীত সাধনা' এখনি অমূল্য পুথি।



১৯১৪ খৃঃৰ ১৫ মাৰ্চত এই গৰাকী সংগীত-সাধকৰ মৃত্যু হয়। প্ৰফুল্ল চন্দ্ৰ বৰুৱা, ফুনু বৰুৱা, কনকলতা, স্বৰ্ণলতা, মাধবীলতা তেওঁৰ পুত্ৰ কন্যা। প্ৰফুল্ল বৰুৱা প্ৰথম অসমীয়া গ্ৰামোফন ৰেকৰ্ডত গীত গাওতা আৰু ফুনু বৰুৱা জয়মতী কথা ছবিৰ নায়ক গদাপাণি, আৰু কনকলতা চলিহা প্ৰথম অসমীয়া মহিলা আলোচনী 'ঘৰজেউতি'ৰ সম্পাদিকা আছিল।

### ব্ৰজনাথ শৰ্মা

মুকলি মঞ্চৰ জনপ্ৰিয় অভিনেতা ব্ৰজনাথ শৰ্মা অসমৰ ৰঙ্গ-মঞ্চত সহ-অভিনয়ৰ জনক। ব্যৱসায় ভিত্তিত গঠন কৰা ব্ৰজনাথ শৰ্মাৰ কোহিনুৰ অপেৰা পাৰ্টিৰ যোগেৰেই অসমৰ ৰঙ্গ-মঞ্চত প্ৰথমতে সহ-অভিনয়ৰ সূচনা হয়। অভিনয়ত বিভিন্ন ভাও লোৱাৰ দৰে বাস্তৱ জীৱনত শৰ্মায়ো ভিন ভিন ভাও ল'ব লগা হৈছিল।

ব্ৰজনাথ শৰ্মাৰ জীৱন কৰ্মবহুল আৰু বৈচিত্ৰ্যময়। ১৮৯৫ খৃঃত বৰপেটাৰ ওচৰৰ শিলা নামৰ গাঁও এখনিত তেওঁৰ জন্ম। অভিনয়ৰ প্ৰতি শৰ্মাৰ অনুৰাগ নিচেই সৰু কালৰেপৰা। ১২ বছৰ বয়সৰেপৰা তেওঁ অভিনয়ত অংশ গ্ৰহণ কৰিছিল। ২১ বছৰ বয়সত সৈনিক হোৱাৰ মানসেৰে শৰ্মাই প্ৰথম মহাসমৰত যোগ দিয়ে। পোনতে কলিকতাত ৪৯ বেঙ্গল ৰেজিমেণ্টত এজন সাধাৰণ সৈনিক হিছাপে সোমায়। পিছত মেছোপটেমিয়া, কেনুৰা বাগদাদ, কুট আমৰা, বাকুৰা আদি ঠাইত সৈনিক হিছাপে ফুৰিব লগা হয়। তাৰপিছত ভিয়েনালৈ যায়। ১৯১৮ খৃঃত সাধাৰণ সৈনিকৰপৰা ষ্টোৰ ক্লাৰ্কলৈ প্ৰমোচন পায়।

ভিয়েনাত মিষ্টাৰ জৰ্জ নামৰ এগৰাকী ভাৰতীয় খৃষ্টান সংগীতজ্ঞৰ লগত তেওঁৰ ঘনিষ্ঠ সম্বন্ধ স্থাপন হয়। ১৮১৮ খৃঃত আচাৰত বেষ্ট বেঙ্গল ড্ৰামাটিক ক্লাবৰ সভ্য হয়। তাতে তেওঁ কেবাখন নাটৰ প্ৰধান ভূমিকাত অৱতীৰ্ণ হৈ ভূয়সী প্ৰশংসা লাভ কৰে।

মহাসমৰৰ জীয়া স্মৃতি বুকুত লৈ স্বদেশলৈ উভতি আহি প্ৰথমতে কলিকতাত থাকি অভিনয় কৰাৰ স্থিৰ কৰি ঘৰলৈ আহিছিল। কিন্তু ঘৰ পাই আকৌ কলিকতালৈ যোৱা নহ'ল। ১৯২১ খৃঃৰ ফেব্ৰুৱাৰী মাহত ঘৰলৈ আহি আগষ্ট মাহত জন্মভূমি শিলাগাঁওখনিতে পোনপ্ৰথমতে

এটি যাত্ৰাপাৰ্টি গঠন কৰিছিল। সেই সময়ত মঞ্চোপযোগী অসমীয়া নাটৰ অভাৱৰ হেতুকে বঙলা নাটকৰ অভিনয় কৰিছিল। অকল বঙলা নাটক অভিনয় কৰাতে ক্ষান্ত নাথাকি বঙলা নাটক ৰঞ্জিত সিংহ আৰু কালাপাহাৰ অসমীয়ালৈ তৰ্জমা কৰি অভিনয়োপযোগী কৰি তুলিছিল। গুৱাহাটীৰ হৰিসভাত আগতে বঙলা নাটকৰহে অভিনয় হৈছিল। ১৯২৫ খৃঃত হৰিসভাত শৰ্মাই প্ৰথমতে অসমীয়া নাটক 'ৰঞ্জিত সিংহ' অভিনয় কৰে।

১৯২৪ খৃঃত শৰ্মা বুৰঞ্জীপ্ৰসিদ্ধ বৰনগৰলৈ আহি দক্ষিণ গণকগাড়ী গাঁৱত স্থায়ীভাৱে বসতি কৰি এটি অপেৰা পাৰ্টি গঠন কৰিছিল। পিছত ১৯২৯ খৃঃত নগাঁৱৰ বিপিনচন্দ্ৰ বৰুৱাৰ লগত লগ হৈ এটি ব্যৱসায়ী দল গঠন কৰে আৰু ১৯৩০ খৃঃত পাৰ্টিটো ৰেজিষ্টাৰ কৰা হয়। তেতিয়াৰেপৰা ইয়াৰ নাম 'কোহিনুৰ অপেৰা পাৰ্টি' হয়।

অভিনেতা ফণী শৰ্মাই অভিনয় শিকাৰ মানসেৰে ১৯৩২ খৃঃত শৰ্মাৰ দললৈ আহিছিল।

১৯৩৩ খৃঃত ব্ৰজনাথ শৰ্মাই প্ৰথমতে ডুমডুমা চহৰত সহ-অভিনয়ৰ সূচনা কৰে। প্ৰথমতে ফুলেশ্বৰী আৰু লাৱণ্য দাস নামৰ দুগৰাকী ছোৱালীয়ে অকল নাচ-গানতহে অংশ গ্ৰহণ কৰিছিল। পিছত বিনোদা গগৈ, শৈলবালা দেৱী, সৰ্বেশ্বৰী দাস আৰু গোলাপী দাসে অভিনয়ত অংশ গ্ৰহণ কৰিছিল। ব্ৰজনাথ শৰ্মাই এনেদৰে সহ-অভিনয়ৰ বাট মুকলি কৰি যায়। নানান বাধা সমালোচনায়ো সহ-অভিনয় প্ৰবৰ্তনৰ ক্ষেত্ৰত শৰ্মাক সঙ্কল্পচ্যুত কৰিব নোৱাৰিলে।

১৯৩৫ খৃঃত কলিকতা মেগাফোন কোম্পানিৰ আমন্ত্ৰণক্ৰমে 'মনোমতী', 'পতিতা' আৰু 'সীতা' নামৰ তিনিখন নাটক বাণীবদ্ধ কৰে। 'বৰ্জিতা', 'মনোমতী', 'উৰ্বশী' আৰু 'বৰুণা' নামৰ চাৰিখন নাটক নিজহাতে লিখি অভিনয় কৰিছিল। নাটকেইখন এতিয়াও অপ্ৰকাশিত হৈ আছে।

পিছত অভিনয় এৰি শৰ্মাই ৰাজনীতিতো অংশ গ্ৰহণ কৰিলে। ১৯৩৭ খৃঃত বৰনগৰ কংগ্ৰেছ কমিটিৰ উপ-সভাপতি নিৰ্বাচিত হ'ল। ৪২ৰ বিপ্লৱত অংশ গ্ৰহণ কৰি শৰ্মাৰ নেতৃত্বতে সৰভোগৰ বিমান ঘাটি, পুলিচ থানা ভস্মীভূত কৰিলে। ফলত তেওঁ বহুদিন পলাতক অৱস্থাত থাকিব লগা হ'ল। তেতিয়া তেওঁক ধৰিব নোৱাৰি ইংৰাজ চৰকাৰে তেওঁৰ মূৰৰ বিনিময়ত ঘোষণা কৰিছিল দহ হাজাৰ টকা। তেওঁৰ 'বিপ্লৱী' গ্ৰন্থত এই কাহিনী মনোৰম ভাষাত বৰ্ণনা কৰিছে।



স্বাধীনতা লাভৰ পিছত ১৯৫২ খৃঃত প্ৰথম সাধাৰণ নিৰ্বাচনত তেওঁ ছোচিয়েলিষ্ট পাৰ্টিৰ তৰফৰপৰা প্ৰতিদ্বন্দ্বিতা কৰিছিল; কিন্তু জয়ী হ'ব নোৱাৰিলে। ১৯৫৮ চনত গুৱাহাটী সাহিত্য সভাৰ বছৰেকীয়া অধিবেশনত সাংস্কৃতিক সভাত তেওঁক সভাপতি বৰণ কৰা হৈছিল। ১৯৬০ চনৰ ১২ চেপ্টেম্বৰত গুৱাহাটী মেডিকেল কলেজ হস্পিতেলত এইজনা প্ৰতিভাশালী শিল্পীৰ লোকান্তৰ ঘটিল।

## জ্যোতিপ্ৰসাদ আগৰৱালা

ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা একেবাহে এগৰাকী কবি, নাট্যকাৰ, গীতিকাৰ, চুটি গল্প-লিখক, সমালোচক আৰু সাংবাদিক। প্ৰথম অসমীয়া বোলছবি নিৰ্মাতা, সুগায়ক, সুৰশিল্পী, চিত্ৰকাৰ, নৃত্য-বিশাৰদ জ্যোতিপ্ৰসাদক অসমীয়া সংস্কৃতিৰ যাদুকৰ বুলি কলেও ভুল কোৱা নহ'ব। অসমীয়া সাহিত্য-সংস্কৃতিত জ্যোতিপ্ৰসাদৰ বৰঙণি অতুলনীয়।

১৯৩৫ চনত মুক্তি লাভ কৰা জয়মতী প্ৰথম অসমীয়া কথাছবি। প্ৰথম অসমীয়া ছবিখন জ্যোতিপ্ৰসাদে নিৰ্মাণ কৰিছিল অসমৰ মাটিত, তেজপুৰৰ ওচৰত ভোলাগুৰি চাহ বাগিছাত এটি ষ্টুডিও স্থাপন কৰি। জয়মতীৰ দৃশ্য-সজ্জা, সাজপোছাক, ব্যৱহৃত সামগ্ৰীসমূহৰ মাজেৰে অসমীয়া সংস্কৃতিৰ স্বৰূপ ফুটাই তুলিছিল। 'ইন্দ্ৰ-মালতী' জ্যোতিপ্ৰসাদৰ দ্বিতীয় কথাছবি।

প্ৰখ্যাত আগৰৱালা পৰিয়ালত ১৯০৩ চনৰ ১৭ জুনত ডিব্ৰুগড়ৰ তামোলবাৰী চাহ বাগিছাত জ্যোতিপ্ৰসাদৰ জন্ম। তেওঁৰ পিতৃ পৰমানন্দ আগৰৱালা আৰু মাতৃ কিৰণময়ী দেৱী।

তেজপুৰ হাইস্কুলত পঢ়ি থকা অৱস্থাতে ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰি তেওঁ স্কুলৰ পৰা ওলাই আহে। পিছত চিত্তৰঞ্জন দাশে প্ৰতিষ্ঠা কৰা বিশ্ববিদ্যালয়ৰ পৰা প্ৰবেশিকা পাছ কৰি কলিকতা নেচনেল কলেজত ভৰ্তি হৈছিল। ১৯২৬ চনত উচ্চ শিক্ষাৰ বাবে আগৰৱালা বিলাতলৈ যাত্ৰা কৰিছিল। উচ্চ শিক্ষাৰ লগতে বিলাতত তেওঁ সঙ্গীত সম্পৰ্কেও অধ্যয়ন কৰিছিল। জাৰ্মানীলৈ গৈ বাৰ্লিনত

ফিল্ম প্ৰযোজনা আৰু পৰিচালনাৰ কাম শিকি ইউৰোপৰ নানান দেশ ফুৰি ১৯৩০ চনত স্বদেশলৈ উভতি আহে।

দেশলৈ আহি তেওঁ পুনৰ অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰি ১৫ মাহ কাৰাবৰণ কৰিব লগা হয়। ৪২ ৰ বিপ্লৱত পুনৰ জ্যোতিপ্ৰসাদ আগৰৱালাই অংশ গ্ৰহণ কৰি কিছুকাল আত্মগোপন কৰি থাকিব লগা হ'ল। ১৯৪৩ চনত তেওঁ আত্মসমৰ্পণ কৰিলে।

জ্যোতিপ্ৰসাদৰ সাহিত্য-সাধনাৰ কীৰ্তিস্তম্ভ প্ৰকাশিত নাটকৰাজি। তেওঁৰ নাটকৰাজি পৌৰাণিক, আধুনিক আৰু কাল্পনিক বিষয়-বস্তুৰ সংমিশ্ৰণ। 'শোণিত-কুঁৱৰী' তেওঁৰ প্ৰথম নাট। তেতিয়া নাট্যকাৰ চফল ডেকা। তেওঁৰ দ্বিতীয় নাটক 'কাৰেঙৰ লিগিৰী' ঐতিহাসিক পটভূমিত ৰচনা কৰা বাস্তৱ ধৰ্মী কাল্পনিক নাট। জনজাতীয় পটভূমিত ৰচনা কৰা 'ৰূপালীম' আন এখন কাল্পনিক নাট। চতুৰ্থ নাট 'লভিতা' বিয়াল্লিশৰ গণবিপ্লৱ আৰু দ্বিতীয় মহাসমৰৰ পটভূমিত ৰচনা কৰা এখনি বাস্তৱ ধৰ্মী নাট। জ্যোতি প্ৰসাদৰ 'কাৰেঙৰ লিগিৰী'ৰ নাট্য-ৰীতি পূৰ্বসূৰীয়া নাট্য-ৰীতিৰ ব্যতিক্ৰম। গতানুগতিক নাটক ৰচনাৰ পৰা আঁতৰি আহি দৃশ্য-সজ্জা, মঞ্চ-নিৰ্দেশ চৰিত্ৰৰ ক্ৰিয়া আদিৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা দেখা গৈছে।

আগৰৱালাৰ 'নিমাতী কন্যা' আৰু 'সোণ-পখিলী' দুখনি শিশু গীতি নাটিকা। 'লুইত পাৰৰ অগ্নিসুৰ' জ্যোতিপ্ৰসাদ আগৰৱালাৰ এখনি কবিতাৰ সংকলন। 'জ্যোতিসাতশৰী' আগৰৱালা ৰচিত আঠটি চুটি গল্পৰ সংকলন আৰু 'জ্যোতিৰ্ধাৰা' তেওঁৰ ১২ টি বিভিন্ন বিষয়ৰ প্ৰবন্ধ। জ্যোতিৰ্ধাৰাত আগৰৱালাৰ কেইবাখনি মূল্যবান ভাষণো অন্তৰ্ভুক্ত কৰা হৈছে। 'শিল্পীৰ পৃথিবী' নামৰ সৰু পুথি এখনিও জ্যোতিৰ্ধাৰাৰ অন্তৰ্ভুক্ত। জ্যোতিপ্ৰসাদৰ গীতসমূহৰ সাঙ্গীতিক বৈশিষ্ট্য আছে।

কলিকতাত আত্মগোপন কৰি থকা অৱস্থাতে তেওঁ শিশুৰ উপযোগীকৈ ৰামায়ণখন ৰচনা কৰিবলৈ লৈছিল। কিন্তু এই শিশু ৰামায়ণখন সম্পূৰ্ণ কৰিব নোৱাৰিলে।

কিছুদিন তেওঁ চন্দ্ৰকুমাৰ আগৰৱালা প্ৰতিষ্ঠিত 'অসমীয়া'ৰ সম্পাদনাৰ ভাৰ লৈছিল। শিশুসকলক গল্প-প্ৰবন্ধৰ সোৱাদ দিবলৈ অসমীয়াতে মুকলি কৰিছিল 'অকণমানিৰ চ'ৰা' এটি। 'চন্দ্ৰকুমাৰ আগৰৱালা' জ্যোতিপ্ৰসাদে ৰচনা কৰা চন্দ্ৰকুমাৰ আগৰৱালাৰ এখনি জীৱনী।



জ্যোতিপ্ৰসাদৰ জীৱন এক অদ্ভুত সংমিশ্ৰণ আৰু সমন্বয়ৰ জীৱন। সঙ্গীত-সাহিত্যত প্ৰাচ্য-পাশ্চাত্য ভাবৰ সংমিশ্ৰণ। শ্ৰীমন্ত শঙ্কৰৰ প্ৰগতিশীল ভাবধাৰাই জ্যোতিপ্ৰসাদৰ জীৱন-দৰ্শনৰ প্ৰাণকেন্দ্ৰ। সাহিত্য-সংস্কৃতিক ৰক্ষণশীল মনোবৃত্তিৰে প্ৰাণসঞ্চাৰ কৰাটো তেওঁৰ দৃষ্টিৰ বাহিৰত।

১৯৫১ চনৰ ১৭ জানুৱাৰীত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ জীৱনবন্তী নিৰ্বাপিত হ'ল।

## বিষ্ণুপ্ৰসাদ ৰাভা

আধুনিক অসমৰ কলা-সংস্কৃতিৰ মুকুটমণি স্বৰূপ বিষ্ণুপ্ৰসাদ ৰাভা একেৰাহে এগৰাকী কবি, গীতিকাৰ, কথা-সাহিত্যিক, নাট্যকাৰ, সুৰস্ৰষ্টা, নৃত্যশিল্পী, অভিনেতা, বাদ্যকাৰ আৰু চিত্ৰশিল্পী।

১৯০৯ চনত ৩১ জানুৱাৰীত ঢাকাত বিষ্ণুপ্ৰসাদ ৰাভাৰ জন্ম। তেওঁৰ পিতৃ গোপালচন্দ্ৰ ৰাভা বঙ্গদেশৰ গৱৰ্ণৰৰ গাৰক্ষী সেনা আছিল। ৰাভাই ১৯২৬ চনত তেজপুৰ চৰকাৰী হাইস্কুলৰপৰা প্ৰথম বিভাগত 'কুইন এমপ্ৰেছ' পদক লাভ কৰি প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতা চেণ্টপল কলেজৰপৰা আই. এছ ছি. পাছ কৰি প্ৰথমে পদাৰ্থ বিজ্ঞানত অনাৰ্চ লৈ বি. এছ চি. আৰু পিছত কোচবিহাৰৰ ভিক্টোৰিয়া কলেজত ইংৰাজীত অনাৰ্চ লৈ বি. এ. পঢ়ে। কলেজত পঢ়া সময়তে গান্ধীজীৰ অসহযোগ আন্দোলনত সঁহাৰি দি কোচবিহাৰ ৰাজ-প্ৰাসাদৰ সমুখত আৰু জেনকিন্স হাইস্কুলত ইংৰাজৰ ইউনিয়ন জেক নমাই কংগ্ৰেছৰ তিৰঙ্গা পতাকা উত্তোলন কৰিলে। ফলত তেওঁ কোচবিহাৰ এৰিব লগা হল। ৰাভাই কাৰ্মাইকেল কলেজত পঢ়ি বি. এ. বাছনি পৰীক্ষাত ইংৰাজী অনাৰ্চত প্ৰথম শ্ৰেণী লাভ কৰিও শেষ পৰীক্ষা নিদিয়াকৈ গুচি আহিল।

১৯২৮ খৃঃত এদিন কলিকতা এম্পায়াৰ থিয়েটাৰত ৰুচ নৃত্য-পটিয়সী আনা পাভলোভাৰ নৃত্য দেখি ৰাভা মুগ্ধ হ'ল। প্ৰবল ইচ্ছা হ'ল তেওঁৰ ওচৰত নৃত্য শিকাৰ। কিন্তু তেওঁ ৰাভাক বুজালে অতীত ঐতিহ্যমণ্ডিত ভাৰত-বাসীয়ে আনৰ ওচৰত নৃত্য শিকাৰ কোনো প্ৰয়োজন নাই। ১৯৩০ খৃঃৰপৰা ১৯৪০ খৃঃলৈ সুদীৰ্ঘ দহ বছৰ কাল তেওঁ নৃত্য-কলা চৰ্চা কৰিলে। ১৯৪০ খৃঃত কাশী হিন্দু বিশ্ববিদ্যালয়ত তেওঁৰ নাচে সকলোকে আকৰ্ষণ কৰিছিল। আনকি সেই বছৰ তেওঁ ভাৰতৰ ভিতৰতে শ্ৰেষ্ঠ নৃত্যবিদ্ সন্মান লাভ কৰিছিল।

১৯৩১ চনত মণিৰায় নামৰ এজনৰ লগ হৈ কলিকতাৰ ভৱানীপুৰত 'এগ্ৰেপিকচাৰ্চ কৰ্পোৰেচন' নাম দি তেওঁ এটি কথাছবি নিৰ্মাণ-প্ৰতিষ্ঠান আৰম্ভ কৰিছিল। অৱশ্যে সফল নহ'ল।

১৯৩৫ চনত জ্যোতিপ্ৰসাদ আগৰৱালাৰ লগত লগ লাগি "জয়মতী" আৰু "শোণিত-কুঁৱৰী" নাটৰ গ্ৰামোফন ৰেকৰ্ড কৰায়। পিছত 'বেউলা', 'ৰতনী', 'বিহুৱতী', 'জন্মাষ্টমী', 'বৰদৈচিলা', 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' তেওঁৰ আন আন গ্ৰামোফন ৰেকৰ্ডো কৰায়।

তৃতীয় অসমীয়া কথাছবি 'মনোমতী'ৰ তেওঁ আছিল নৃত্য-পৰিচালক। 'চিৰাজ' নটসূৰ্য ফণী শৰ্মাৰ লগত ৰাভাই যুটীয়া পৰিচালনাত নিৰ্মাণ কৰা এখন উচ্চমানবিশিষ্ট কথাছবি। পিছত ডক্টৰ ভূপেন হাজৰিকাৰ 'এৰা বাটৰ সুৰ'ত ভজলুং কাকা আৰু 'প্ৰতিধ্বনি'ত খাচীৰজা চিয়েমৰ ভাও লৈছিল। 'মাহুত বন্ধুৰে' নামৰ এখন বঙলা কথাছবিতো তেওঁ অংশ গ্ৰহণ কৰিছিল।

ৰাভা আছিল এগৰাকী নিপুণ চিত্ৰকৰ। তেৰেঁই প্ৰথমতে শ্ৰীমন্ত শঙ্কৰদেৱৰ ছবি এখন আঁকিছিল।

নৃত্য-সঙ্গীতৰ নিচিনাকৈ ৰাভাৰ ৰচনাও উল্লেখযোগ্য। কিন্তু তেওঁৰ ভালেমান ৰচনা অসম্পূৰ্ণ। 'বাঁহী'ৰ পাততে ৰাভাৰ সাহিত্য-সাধনাৰ সূচনা। 'অসমীয়া কৃষ্টি' আৰু 'অসমীয়া কৃষ্টিৰ চমু আভাস' অসমীয়া কৃষ্টি সম্বন্ধে দিয়া তেওঁৰ দুখন মূল্যৱান ভাষণ। 'সোণপাহি' তেওঁৰ গল্প-সংকলন। 'মুক্তি-দেউল' ডক্টৰ ভূপেন হাজৰিকাৰ লগত ৰচনা কৰা গীতি-নাট। "ন পৃথিৱীৰ নতুন যুগ" তেওঁৰ এখনি গীতি-নাটিকা। 'মুক্তি-তিথি' আন এখন পুথি। প্ৰাচীন ভাৰতীয় নৃত্য-কলা সম্পৰ্কে ৰাভা ডাঙৰীয়াই 'ৰামধেনু'ত এলানি আলোচনা মুকলি কৰিছিল। সেইবোৰ অসম্পূৰ্ণ হৈ ৰ'ল। 'বিশ্বৰ ছন্দে ছন্দে' ৰাভা ডাঙৰীয়াৰ এখনি গীতৰ সংকলন।

১৯৫৮ চনৰ তিনিচুকীয়াত অনুষ্ঠিত অসম সাহিত্য সভাৰ ষড়বিংশ অধিবেশনৰ সঙ্গীত শাখাৰ সভাপতি আছিল বিষ্ণুপ্ৰসাদ ৰাভা। বিপ্লৱী কমিউনিষ্ট পাৰ্টিত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰি তেওঁ ভালেমান দিন আত্মগোপন কৰি থাকিব লগা হৈছিল। ১৯৬৭ চনত ৰাভা ডাঙৰীয়াই তেজপুৰৰ পৰা বিধান সভাৰ সদস্য নিৰ্বাচিত হৈছিল। ১৯৬৯ চনৰ ২০ জুনত এই গৰাকী প্ৰতিভাৱান পুৰুষৰ দেহান্তৰ হয়।

# পৰিশিষ্ট

## গ্ৰন্থ-পঞ্জী

[এই শিতানত বিভিন্ন প্ৰবন্ধ ৰচনা কৰোঁতে সহায় লোৱা নিৰ্বাচিত গ্ৰন্থৰহে তালিকা সন্নিৱিষ্ট কৰা হ'ল।]

### অসমীয়া


অতুলচন্দ্ৰ হাজৰিকা : উছবৰ ভোগজৰা, গুৱাহাটী, ১৯৬০
: উছবৰ ৰংচ'ৰা, গুৱাহাটী, ১৯৬৩

অতুলচন্দ্ৰ বৰুৱা : মনসা-কাব্য আৰু ওজাপালি, ১৯৭৪

অসম সাহিত্য সভা : অসমীয়া জাতিৰ ইতিবৃত্ত, যোৰহাট, ১৯৭৩

ইকবাল কৌৰ : শিখধৰ্মীয় সাধু, অসম সাহিত্য সভা, যোৰহাট, ১৯৭৭

উপেন্দ্ৰচন্দ্ৰ লেখাৰু : কথা-গুৰুচৰিত, গুৱাহাটী, ১৯৫২

উপেন্দ্ৰনাথ গোস্বামী : ভাষা আৰু সাহিত্য, ১৯৫৬

কেশৱনাৰায়ণ দত্ত : শ্বহীদসকলৰ চমু পৰিচয়

কেশৱানন্দ গোস্বামী : সত্ৰ-সংস্কৃতিৰ ৰূপৰেখা, গুৱাহাটী

খগেন্দ্ৰনাথ দাস : অসমৰ থলুৱা বুৰঞ্জী

গুণাভিৰাম বৰুৱা : আসাম বুৰঞ্জী, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী

গোকুল পাঠক : বৰপেটা সত্ৰৰ বুৰঞ্জী

চৈয়দ আব্দুল মালিক : অসমীয়া জিকিৰ আৰু জাৰী, গুৱাহাটী বিশ্ববিদ্যালয়

ডিম্বেশ্বৰ নেওগ : আকুল পথিক, ১৯২২
: অসমীয়া সাহিত্যৰ অধ্যয়ন, ১৯৬৪

তীৰ্থনাথ শৰ্মা : আউনীআটী সত্ৰৰ বুৰঞ্জী

দণ্ডীৰাম দত্ত : ডাকৰ বচন

ধ্ৰুৱনীকান্ত দেৱশৰ্মা : কামাখ্যা-তীৰ্থ, কামাখ্যাধাম, ১৯৬৭

নকুলচন্দ্ৰ ভূঞা : বহাগী

নবীনচন্দ্ৰ শৰ্মা : অসমীয়া লোক-সংস্কৃতিৰ আভাস
নবীনচন্দ্ৰ শৰ্মা : কুশল কোঁৱৰ
নিৰ্মলপ্ৰভা বৰদলৈ : অসমৰ লোক-সংস্কৃতি
পৰীক্ষিত হাজৰিকা : চৰ্যাপদ
প্ৰফুল্লদত্ত গোস্বামী : অসমীয়া জন সাহিত্য, ১৯৪৮
বাণীকান্ত কাকতি : পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা, পাঠশালা, ১৯৫৫
বিশ্বেশ্বৰ হাজৰিকা : 'ভাষাতাত্ত্বিক ডিম্বেশ্বৰ নেওগ', হৰিপ্ৰসাদ নেওগ সম্পাদিত 'ডিম্বেশ্বৰ নেওগ স্মৃতিগ্ৰন্থ'ত সন্নিবিষ্ট
বেণুধৰ শৰ্মা : অৰ্ঘ্যাৱলী
: স্বাধীনতা-সংগ্ৰামত পিয়লী বৰফুকন আৰু মণিৰাম দেৱানৰ ভূমিকা
: দক্ষিণপাট সত্ৰৰ বুৰঞ্জী
ভৱানন্দ ডেকা : পুণ্যভূমি অসম
ভবেন নাৰ্জী : বড়ো-কছাৰীৰ জন-সাহিত্য
ভুবনমোহন দাস : প্ৰাথমিক আৰয়বিক নৃতত্ত্ব, ১৯৭৪
মহেশ্বৰ নেওগ : অসমীয়া সাহিত্যৰ ৰূপৰেখা, গুৱাহাটী, ১৯৬৪
: প্ৰাচ্য-শাসনাৱলী, গুৱাহাটী, ১৯৭৪
: অসমীয়া গীতি-সাহিত্য, ১৯৫৮
: পবিত্ৰ অসম, গুৱাহাটী, ১৯৬৯
: পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি, ১৯৫৭
: আধুনিক অসমীয়া সাহিত্য
বিপুনাথ বুঢ়াগোহাঞি : সিদিনাৰ কথা, গুৱাহাটী, ১৯৬৭
লক্ষ্মীনাথ বেজবৰুৱা : মহাপুৰুষ শ্ৰীশংকৰদেৱ
লীলা গগৈ : হেৰোৱা দিনৰ কথা, ১৯৫৯
: অসমীয়া লোক-সাহিত্যৰ ৰূপৰেখা, ১৯৬৮
সত্যেন্দ্ৰনাথ শৰ্মা : অসমীয়া সাহিত্যৰ ইতিবৃত্ত, গুৱাহাটী, ১৯৭১
সৰ্বেশ্বৰ কটকী : অসমীয়া প্ৰাচীন লিপি, ১৯৩৬
সূৰ্যকুমাৰ ভূঞা : অসম বুৰঞ্জী ( স্কুমাৰ মহন্তৰ ঘৰত পোৱা ) গুৱাহাটী, ১৯৪৫
: বৰফুকনৰ গীত
: কামৰূপৰ বুৰঞ্জী
হৰিপ্ৰসন্ন দাস : অসমৰ বনজ সম্পদ
হলিৰাম ঢেকিয়াল ফুকন : আসাম বুৰঞ্জি, গুৱাহাটী, ১৯৬২



হেম বৰুৱা : অসমীয়া সাহিত্য
হেম বৰুৱা ( ত্যাগবীৰ ) : ১৯৪২ চনৰ অসমৰ গণ বিপ্লৱ
হেমন্তকুমাৰ শৰ্মা : অসমীয়া লোক-গীতি-সঞ্চয়ন, গুৱাহাটী ১৯৭৪
—'অসম সাহিত্য সভা পত্ৰিকা', ১৮৮৮ শক, ১ম আৰু ৩য় সংখ্যা
—'এটি বছৰৰ খতিয়ান অসম', তথ্য আৰু জন সংযোগ বিভাগ, অসম চৰকাৰ
—'পঁচিশ বছৰত অসম', তথ্য আৰু জন সংযোগ বিভাগ, অসম চৰকাৰ
—ত্যাগবীৰ হেমবৰুৱা স্মৃতিগ্ৰন্থ
—বাইজৰ বাতৰি, আগষ্ট-নভেম্বৰ, ১৯৭৪
বিশেষ সংখ্যা, ২ অক্টোবৰ, ১৯৭৫
—কামৰূপা, ১ম সংখ্যা

## ইংৰাজী

Ball, V. : Tavernier's Travels in India. (Eng. ed.)
Banerji, R. D. : The Origin of the Bengali Script, 1973
Barkataki, S. : Assam March, 1969
Barua, B. K. : A Cultural History of Assam, Vol. I, 1969
Barua, Hem : Assamese Literature, 1965
Barua, K. L. : Early History of Kamarupa, Shillong, 1933
Bharati, S. : Tirukkural with English Couplets
Bhuyan, S. K. : Studies in the Literature of Assam
Chatterji, S. K. : Origin and Development of Bengali Language, 1926
: Languages and Literatures of Modern India, 1964
Choudhury, P. C. : The History of Civilisation of the People of Assam to the Twelfth Century A. D., Gauhati, 1966
Das, H. P. : Geography of Assam
Dutta, K. N. : A Handbook to the Old Records of the Assam Secretariat, 1959
Eliot, Sir Charles : Hinduism and Buddhism, vol. I & II London, 1954
Gait, E. A. : History of Assam, Calcutta, 1963

Gode, P. K. : Studies in Indian Cultural History

Goswami M C. : 'Shamans and Shamanism at Kamakhya-dham, Assam, Pub. in Bulletin of the Deptt. of Anthropology, G. U., Vol. IV, 1975

Govindaswamy, M. : A Tirukkural Legend : First All India Tiukkural Research Seminar Papers

Guha, B. S. : Negrito Racial Strains in India : Nature, 1928-29

: The Census of India, 1931, Report Vol. I, pt. III, 1935

: The Racial Element in Indian Population, 1938

Haddon, A. C. : Races of Man, London, 1924

Hazarika, Bisweswar : 'Assamese till the Advent of Literary Prose in the Sixteenth Century', included in "the Assam Academy Review," No. I, 1977

Hutton, J. H. : Census of India. 1931 ; Report, Vol. I, Pt. I, 1935

Iyer, L. A. K. : "Anthropometry of the Primitive Tribes of Travancore', pub. in Proceedings Indian Academy of Science, 1936

Kabir, H. : The Indian Heritage.

Kakati, B. : Assamese, Its Formation and Development, 1941

: The Mother Goddess Kamakhya, 1948

Kane, P. V. : History of Dharmasastra, Dol. V. Pt. I, Poona, 1958

Majumder, D. N. : Races and Cultures of India, 1958

Medhi, K. : Assamese Grammar and Origin of the Assamese Language

Neog, D. : New Light on History of Asamiya Literature

: The Origin and Growth of the Asamiya Language



: New light on the Development of the Assamese Script

: Introduction to Assam, 1947

Neog, Maheswar : Sankaradeva and His Times, Gauhati, 1965

: The Sacred Kural

Popley, H. A. : The People of India, 1915

Risley, H. H. : Census of India, 1971, Assam, Pt. II A

Saikia, A. K.

Sarkar, Sasanka Sekhar. : 'Race and Race Movement in India', pub. in 'The Cultural Heritage of India', Vol. I, 1958

Sarma, H. K. : Fasts and Festivals in the District of Kamrup (Doctoral Thesis approved by the University of Gauhati for Ph. D. degree in 1974)

Sarma Sastri. : Kautilya's Arthasastra, (Eng.tr.) 1929.

Sarma, S. N. : The Neo-Vaisnavite Movement and the Satra Institution of Assam, 1966

Sharma, T. C. : Prehistoric Archaeology of Assam, a Study of Nelithic Culture. (Doctoral dissertation submitted at the University of London in 1966)

: 'Assam in Prehistoric Times', Kamrupa, Souvenir, All India Science Teachers' Conference, Gauhati, 1967

: 'Researches into the Prehistoric Archaeology of Assam, Journal of the Assam Science Society

Sharma, T. C. and Sharma, H. C. : 'On the Discovery of Stone Age 'Sites in Central Garo Hills,' Proceedings of Indian Science Congress

Srinivas, M. N. : Caste in Modern India and other Essays, 1962

Wade, J. P. : History of Assam (A Geographical Sketch of Assam)

**Walt, George.** : The Commercial Products of India

'Apects of the Heritage of Assam,' a Souvenir, pub. by the Reception Committee. XXII Session, Indian History Congress, Gauhati, 1959

'Census of India,' 1961

'Economic Survey of Assam 1973-74,' pub. by the Department of Economics and statistics, Govt. of Assam.

'Economic Times', August 8, 1975

'Imperial Gazetteer of India, Provincial Series', Eastern Bengal Assam, 1909

'Problems of Tea Industry in North East India': Seminar Papers, N.E.I.C. for Social Science Research, November Gauhati, 1975

'Records of the Botanical Survey of India' Tour in the Lakhimpur District, Assam : G. A. Gammie, 1875.

'Survey of India,' 1967-68.

Techno-Economic Survey N. C. A. E R.

বঙলা

**অসিতকুমাৰ বন্দ্যোপাধ্যায়** : বাংলা সাহিত্যেৰ সম্পূর্ণ ইতিবৃত্ত

**কালীচৰণ ঘোষ** : ভাৰতেৰ পণ্য

**বসন্তৰঞ্জন ৰায়** : শ্ৰীকৃষ্ণ-কীর্তন

**মণীন্দ্ৰমোহন বসু** : চৰ্যাপদ

**ৰবীন্দ্ৰনাথ ঠাকুৰ** : লোক-সাহিত্য

**সুকুমাৰ সেন** : চৰ্যাগীতি পদাৱলী, ১৯৬৬

সংস্কৃত

**কামৰূপ-শাসনাৱলী** (বঙলা অনুবাদ সহ) : পদ্মনাথ ভট্টাচাৰ্য, ১৯৩১

**কালিকা-পুৰাণ** (বঙলা অনুবাদ সহ) : পঞ্চানন তৰ্কৰত্ন, বঙ্গবাসী কাৰ্য্যালয়, কলিকতা

**যোগিনী-তন্ত্ৰ** (অসমীয়া অনুবাদ সহ) : দত্তবৰুৱা এণ্ড কোম্পানী, গুৱাহাটী

হিন্দী

**গুণাকৰ মূলে** : ভাৰতীয় লিপিয়োঁকী কহানী ১৯৭৪

**ভোলানাথ তিৱাৰী** : ভাষাবিজ্ঞান কোশ, সংবং ২০২০

# নিৰ্ঘণ্ট

[ তলত 'অসম-গৌৰৱ'ত উল্লিখিত বিশিষ্ট নাম কিছুমানৰ নিৰ্ঘণ্ট দিয়া হ'ল। ]

চিত্ৰ নং ১



চিত্ৰ নং ২



